কবিৰাজ মাধৱকন্দলী বিৰচিত

# ৰামায়ণ

৺কনক চন্দ্ৰ শৰ্মা, কাব্যতীৰ্থ

লয়াৰ্চ্ছ বুক ষ্টল

পাণবজাৰ, গুৱাহাটী, অসম

প্ৰকাশক ঃ
শ্ৰীখগেন্দ্ৰ নাৰায়ণ দত্তবৰুৱা
লয়াৰ্ছ বুক ষ্টল
পাণবজাৰ; গুৱাহাটী - ৭৮১ ০০১

লয়াৰ্ছ প্ৰথম সংস্কৰণ — ১৯৯৮

মূল্য — ১৫০.০০ টকা

মুদ্ৰাকৰ ঃ
শ্ৰীকান্ত প্ৰেছ
৭৫, বৈঠকখানা ৰ'ড্
কলিকতা - ৭০০ ০০৯

# ভূমিকা।

বামায় বামচন্দ্ৰায় বামভদ্ৰায় বেধসে।
বঘুনাথায় নাথায় সীতায়াঃ পতয়ে নমঃ॥

লোকপিতামহ ব্ৰহ্মাই মহৰ্ষি বাল্মীকিক বামায়ণ বচনা কৰিবলৈ উপদেশদি কৈছিল—
"যাবৎস্থাস্যন্তি গিবয়ঃ সবিতশ্চ মহীতলে।
তাবদ্ বামায়ণ কথা লোকেষু প্ৰচৰিষ্যতি॥"

যেতিয়ালৈকে পৃথিবীত নদী আৰু পৰ্ব্বতসমূহ বৰ্ত্তমান্ থাকিব তেতিয়ালৈকে বামায়ণৰ কথা লোক সমাজত প্ৰচাৰিত হৈ থাকিব। ব্ৰহ্মাৰ ভবিষ্যদ্‌বাণী আখৰে আখৰে ফলিয়াইছে আগলৈকো ফলিয়াব। অতীতৰ কানোবা অজ্ঞাত যুগতে, জগতৰ নৰনাৰী যেতিয়ালৈকে কাব্যামৃতৰসাস্বাদৰ পৰা বঞ্চিত হৈ আছিল তেতিয়াই আদি কবি বাল্মীকিয়ে ঐতিহাসিক মহাকাব্য বামায়ণ বচনা কৰি অপূৰ্ব্ব সম্পদেৰে জগতক কৃতাৰ্থ কৰি গল, ভাৰতৰ বিভিন্নমুখী সহস্ৰ ভাৱধাৰাক এক অন্তৰ্মুখী আধ্যাত্মিক প্ৰবাহত মিলাই থৈ গল। বামায়ণৰ মৰ্ম্মস্পৰ্শী কাহিনী বোৰে ভাৰতবাসীৰ হৃদয় কোমল আৰু ধৰ্ম্মপ্ৰৱণ কৰি তুলিলে, সমগ্ৰ ভাৰত ভূমিক আৰ্য্য সভ্যতাৰ এক অখণ্ড পুণ্যভূমি কৰি তোলাত সহায়তা কৰিলে। আজি ভাৰতত সেই প্ৰজাৰঞ্জক বামো নাই, অপাপবিদ্ধা মহানগৰী অযোধ্যাবো আজি শোচনীয় পৰিবৰ্ত্তন। কিন্তু আজিও তাহানি কালৰে বামায়ণি কথাৰ পবিত্ৰ স্মৃতি নানা পৰিবৰ্ত্তনক উপহাস কৰি ভাৰতবাসীৰ অন্তৰত নিত্যে নতুনৰূপে জাগি ৰৈছে, ভাৰতৰ ঘৰে ঘৰে পূৰ্ব্বৰদৰে আজিও শ্ৰদ্ধাৰ সৈতে বামায়ণৰ চৰ্চ্চা হব লাগিছে, ভাৰতৰ বাহিৰেও পৃথিবীৰ সভ্যদেশ সমূহত উন্নত ৰুচিৰ সুধীসমাজে সাহিত্যৰ শ্ৰেষ্ঠ সম্পদ বিচাৰি আজি কালি বামায়ণৰ চৰ্চ্চা কৰিব ধৰিছে। পৃথিবীত যেতিয়ালৈকে উৎকৃষ্ট বস্তুৰ সমাদৰ থাকিব; সত্য আৰু ত্যাগৰ মহিমাই যেতিয়ালৈকে সকলো অভিমান চূৰ্ণ কৰি মানুহক তলমূৰ কৰি ৰাখিব; বিশ্বাস আৰু ভক্তিৰ অভাৱত পৃথিবী যেতিয়ালৈকে মৰুভূমি বা মহাশ্মশানত পৰিণত নহবগৈ; হৃদয়ভৰা পুত্ৰবাৎসল্য, সকলো পাৰ্থিব সম্পদ বিসৰ্জ্জন দিব পৰা গুৰু ভক্তি, বিশুদ্ধ দাম্পত্য প্ৰেম, অতুলনীয় ভ্ৰাতৃস্নেহ, প্ৰাণক উৎসৰ্গী সাধনা কৰা অসাধাৰণ প্ৰজাৰঞ্জন এই বিলাকৰ পুণ্যস্মৃতিয়ে যেতিয়ালৈকে মানুহৰ চিন্তাধাৰাক নিৰ্ম্মল আৰু ঊৰ্দ্ধমুখী কৰি ৰাখিব পাৰিব, মনুষ্য হৃদয়ক কোমল আৰু ধৰ্ম্মপ্ৰৱণ কৰি ৰাখিব পাৰিব তেতিয়ালৈকে জগতৰ নৰনাৰীয়ে অতিশ্ৰদ্ধাৰ সৈতে বামায়ণ পঢ়িব তেতিয়ালৈকে বাল্মীকিৰ বামায়ণ জগতৰ এটি অমূল্য সম্পদ্ হৈ ৰব।

বাল্মীকি আদি কবি বুলি যি লোক প্ৰসিদ্ধি আছে ভাৰতৰ পণ্ডিত সকল সেই সম্বন্ধে একমত। ভাগৱতৰ প্ৰথম শ্লোকৰ "তেনে ব্ৰহ্মহৃদা য আদি কবয়ে" এই বাক্যাংশত অৱশ্যে হিৰণ্যগৰ্ভ ব্ৰহ্মাকে আদি কবি বোলা হৈছে। পৰমব্ৰহ্ম নাৰায়ণে প্ৰথমে ব্ৰহ্মাৰ হৃদয়তে বেদ

প্ৰকাশ কৰিছিল আৰু ব্ৰহ্মাৰ দ্বাৰাই প্ৰথমে বেদৰ প্ৰচাৰ হৈছিল, ব্ৰহ্মাক আদি কবি বোলাৰ এই স্থলত এয়ে হেতু। কিন্তু কাব্য বুলিলে যে বিবিধ ৰসাত্মক বাক্যক বুজায় সেই কাব্যৰ প্ৰথম ৰচয়িতা বাল্মীকিৰ আগতে কোনো নাছিল এনে জনশ্ৰুতি চিৰকাল চলি আহিছে। পণ্ডিত সকলৰ মতে এদিনৰ এটা ঘটনাক উপলক্ষ কৰি বাল্মীকিৰ দ্বাৰা প্ৰথমে কাব্যশাস্ত্ৰৰ দুৱাৰ মুকলি হৈছিল। নিয়তিৰ অমোঘ বিধানতে অন্তৰত প্ৰেৰণা পাই মহৰ্ষি বাল্মীকি এদিনা শিষ্য ভৰদ্বাজৰ সৈতে জাহ্নবীৰ সমীপৱৰ্ত্তী তমসা নদীৰ তীৰত উপস্থিত হৈছিল। পুণ্যতোয়া তমসাত স্নান আহ্নিক সমাপন কৰি ঋষি তীৰলৈ উঠিছিল এনেতে এটি কৰুণ দৃশ্যই হঠাৎ তেওঁৰ দৃষ্টি আকৰ্ষণ কৰিছিল। নদীতীৰৰ গছৰ ডালত ক্ৰৌঞ্চ আৰু ক্ৰৌঞ্চী দুটি পক্ষী কাম মুগ্ধ হৈ জোৰ বান্ধি আছিল। এটা ব্যাধে তাৰে ক্ৰৌঞ্চ পক্ষীটিক বাণবিদ্ধ কৰি মাটীত পেলাইছিল আৰু পত্নী ক্ৰৌঞ্চী শোকবিহ্বলা হৈ আকাশত তাৰ চাৰিও ফালে উড়ি উড়ি কান্দি ফুৰিছিল। এই দৃশ্য দেখি ঋষিৰ স্বভাৱ কোমল হৃদয় শোকত অভিভূত হৈ পৰিছিল। অন্তৰৰ ঘনীভূত শোক, আৰু নিষ্ঠুৰ ব্যাধৰ প্ৰতি কৰ্ম্মোচিত ক্ৰোধ লগলাগি তাৰৰ উপযোগী ছন্দত বাল্মীকিৰ মুখেদি বাহিৰ হৈ পৰিছিল—

"মানিষাদ প্ৰতিষ্ঠাং ত্বমগমঃ শাশ্বতীঃ সমাঃ।
যৎ ক্ৰৌঞ্চমিথুনাদেকমবধিঃ কামমোহিতম্॥"

হে ব্যাধ তই কামমুগ্ধ ক্ৰৌঞ্চযুগলৰ এটাক বধ কৰিলি ইয়াৰ ফল স্বৰূপে তই দীৰ্ঘ কাললৈ প্ৰতিষ্ঠা লাভ কৰিব নোৱাৰিবি। এয়ে আদি কবিতা বুলি ভাৰতত প্ৰসিদ্ধি লাভ কৰি আহিছে। ইয়াৰ পিচত বাল্মীকি সশিষ্যে তপোবনত প্ৰবেশ কৰিছিল গৈ। কিন্তু বাল্মীকিৰ হৃদয়ত সেই শোকৰ আবেগ স্থায়ী হৈ ৰৈছিল, সেই কবিতা আৰু ছন্দৰ স্পন্দন মাৰ নপৰিছিল। তেওঁ থাকি থাকি শোকৰ উচ্ছ্বাসত একে শ্লোককে উচ্চাৰণ কৰিছিল আৰু শিষ্যবৰ্গই ও বাল্মীকিৰ মুখনিঃসৃত সেই একে শ্লোককে পুনঃ পুনঃ আবৃত্তি কৰি তপোবন মুখৰিত কৰি তুলিছিল সৰ্ব্বত্ৰ। ব্ৰহ্মাই বাল্মীকিৰ কণ্ঠত এইভাবে সৰস্বতীয়ে স্থিতি লোৱা জানি তপোবনত উপস্থিত হৈছিল আৰু নাৰদে কৈ যোৱা ৰামচন্দ্ৰৰ সংক্ষিপ্ত ইতিবৃত্তকে আশ্ৰয় কৰি সৰল অনুষ্টুপ ছন্দত কৰুণৰসপ্ৰধান ৰামায়ণ মহাকাব্য ৰচনা কৰিবলৈ উপদেশ দিছিল। মহৰ্ষি বাল্মীকিয়ে ব্ৰহ্মাৰ উপদেশ শিৰোগত কৰি ২৪ হাজাৰ শ্লোকযুক্ত সপ্তকাণ্ড ৰামায়ণ ৰচনা কৰিছিল। এই ৰামায়ণেই আদি মহাকাব্য।

বাল্মীকিৰ কবিপ্ৰতিভা বহুমুখী আৰু অতি উন্নত। তেওঁ একাধাৰে ঋষি আৰু কবি। ঋষিৰৰ পবিত্ৰ সংস্পৰ্শত কবিৰ কল্পনা যেনে মুক্ত আৰু বিশুদ্ধ, লিখনীও তেনে নিৰপেক্ষ আৰু নিৰঙ্কুশ। তপোবনৰ নিৰ্ম্মল পাৰিপাৰ্শ্বিকতাৰ মাজত বহি সত্যৰ উপাসক কবি বাল্মীকিয়ে বিশুদ্ধ অন্তৰৰ প্ৰবল প্ৰেৰণা লৈ ঐতিহাসিক মহাকাব্য ৰচনা কৰিছিল। যোগস্থ ঋষিৰ চিত্তপটত কোনো বস্তু লুকাই নৰৈছিল, নিৰঙ্কুশ লিখনীতো কোনো কথা প্ৰকাশ নোহোৱাকৈ নাছিল। ৰামায়ণক প্ৰাচীন ভাৰতৰ এখন পৰিষ্কাৰ মানচিত্ৰ বুলি ধৰিব পাৰি, চাব জানিলে তাত সেই যুগৰ বিভিন্ন সভ্যতা, বিভিন্ন ৰাষ্ট্ৰনীতি, শিল্প, কৃষি, বাণিজ্য সকলো চকুত পৰে। সেই যুগৰ সমৃদ্ধিশালী নগৰী অযোধ্যা আৰু লঙ্কা আৰ্য্য আৰু দ্ৰাবিড়ি সভ্যতাৰ দুখন উজ্জ্বল নিদৰ্শন, ৰামচন্দ্ৰ আৰু

ৰাৱণ দুয়ো সভ্যতাৰ দুজন আদৰ্শ পুৰুষ। অযোধ্যাৰ ৰাজপৰিয়ালৰ পাৰিবাৰিক ঘটনা অৱলম্বন কৰি ভাৰতৰ অনাৰ্য্য প্ৰভাৱ কেনেকৈ আৰ্য্য সভ্যতাৰ কবললৈ আহিছিল, কেনেকৈ নৱদীক্ষিত অনাৰ্য্যজাতি বোৰৰ দুৰ্জ্জয় শক্তিৰ সহায়ভাৱে দ্ৰাবিড়ি সভ্যতাৰ ৰাক্ষসী প্ৰভাৱ বিধ্বস্ত কৰি আৰ্য্য জাতিয়ে ভাৰতৰ বাহিৰে ভিতৰে আৰ্য্য সভ্যতাৰ বিমল জ্যোতিঃপ্ৰকাশ কৰিছিল। ঋষ্যশৃঙ্গৰ যজ্ঞানুষ্ঠান ; ৰাম, লক্ষ্মণক বিশ্বামিত্ৰৰ অস্ত্ৰদীক্ষা ; ৰাজৰ্ষি জনকৰ লগত সম্বন্ধ স্থাপন ; কুলগুৰু বশিষ্ঠৰ দ্বাৰা অন্তঃপুৰৰ ধৰ্ম্মানুষ্ঠান ; অশোক, মন্ত্ৰপাল, সুমন্ত্ৰ, ধৃষ্টি, জয়ন্ত, বিজয়, সিদ্ধাৰ্থ প্ৰভৃতি বেদপাৰগ, শুদ্ধাচাৰী, বিশেষজ্ঞ ব্ৰাহ্মণ মন্ত্ৰী সকলৰ পৰামৰ্শ দান ; ভৰদ্বাজ, অগস্ত্য, গৌতম, শৰভঙ্গ, মাণ্ডকৰ্ণি প্ৰভৃতি মুনি সকলৰ ৰামচন্দ্ৰৰ প্ৰতি অধৰ্ম্ম দূৰীকৰণাৰ্থে উপদেশ প্ৰদান ইত্যাদিৰ দ্বাৰা সেই যুগৰ সমস্ত ব্ৰাহ্মণ্য শক্তি আৰ্য্য সভ্যতা বিস্তাৰত কিভাৱে প্ৰযুক্ত হৈছিল এই সকলো বিষয় ৰামায়ণত সুন্দৰৰূপে বৰ্ণিত হৈছে।

বাল্মীকিৰ আদৰ্শ চৰিত্ৰ অংকণত অসাধাৰণ শিল্প নৈপুণ্য, বস্তুৰ স্বৰূপ বৰ্ণনত অসামান্য সিদ্ধহস্ততা চিন্তা কৰি চালে স্তম্ভিত হব লাগে। দশৰথৰ পুত্ৰবাৎসল্য, ৰামচন্দ্ৰৰ কঠোৰ সত্যনিষ্ঠা আৰু উপমাবলৰ প্ৰজাৰঞ্জন, সীতাৰ অদ্ভুত পাতিব্ৰত্য, ভৰত লক্ষ্মণৰ অতুলনীয় ভ্ৰাতৃস্নেহ, হনুমন্তৰ অনন্যসাধাৰণ প্ৰভুভক্তি, চিত্ৰকূটৰ প্ৰাকৃত সৌন্দৰ্য্য, গোদাবৰীৰ তীৰৰ শাৰদীয় শোভা, অযোধ্যা আৰু লঙ্কা নগৰীৰ সমৃদ্ধি ইত্যাদি অপূৰ্ব্ব কাব্য সম্পদে মানৱ হৃদয়ক অনন্তকাললৈ মুগ্ধ কৰি ৰাখিব। এই মহামূল্য দানৰ কাৰণে বাল্মীকি চিৰকাললৈ জগতৰ পূজনীয় হৈ ৰব।

ৰাম নৌ হওঁতেই ৰামায়ণ বুলি এটা অমূলক কথা আমাৰ মানুহৰ মুখত শুনা যায়। আমাৰ দেশত সৰ্ব্বসাধাৰণে অসমীয়া ৰামায়ণ আৰু কৃত্তিবাসকৃত বঙ্গলা ৰামায়ণ পঢ়ে এই দুখন ৰামায়ণৰ পৰাই অমূলক কথাটি মানুহৰ মনত সোমাইছে। অসমীয়া ৰামায়ণৰ আদিকাণ্ডত বাল্মীকিয়ে ৰামায়ণ লিখাৰ আগতে নাৰদে বাল্মীকিৰ আগত কৈছে

"হৈবন্ত ইক্ষাকু নামে ৰাজা অযোধ্যাত।
দশৰথ ৰাজা সেই কুলে হৈব জাত॥
তানগৃহে বিষ্ণু ৰামৰূপে অৱতৰি।
হৰিবা ভূমিৰ ভাৰ ৰাক্ষস সংহৰি॥"

এইমতে ৰামচন্দ্ৰৰ ৫৮ পুৰুষৰ পূৰ্ব্বৰ ৰাজা ইক্ষাকুৰ জন্ম ও বাল্মীকিয়ে ৰামায়ণ লিখাৰ আগতে হোৱা নাছিল। কৃত্তিবাসৰ ৰামায়ণতো সেই দৰে নাৰদে বাল্মীকিক কৈছে

"শ্লোকছন্দে পুৰাণ কৰিবা তুমি যাহা।
জন্মিয়া শ্ৰীৰামচন্দ্ৰ কৰিবেন তাহা॥"

আৰু এঠাইত কৈছে

"জন্ম হইতে কহিলায় স্বৰ্গ আৰোহণ।
জন্মিয়া কৰিবে তাহা প্ৰভু নাৰায়ণ॥"

এই বিলাক পঢ়িয়েই মানুহে ৰাম নৌ হওঁতেই ৰামায়ণ হৈছিল বুলি ধৰি লৈছে। কিন্তু আচলত সেইটো নহয়। ৰামচন্দ্ৰৰ ৰাজত্ব কালতে বাল্মীকিয়ে ৰামায়ণ লিখিছিল, মূল ৰামায়ণত তাৰ স্পষ্ট প্ৰমাণ আছে। নাৰদে বাল্মীকিৰ আগত সংক্ষেপে ৰামৰ ইতিবৃত্ত বৰ্ণনা কৰি শেষত কৈছে

"নন্দিগ্ৰামে জটাং হিত্বা ভ্ৰাতৃভিস্‌সহিতোঽনঘঃ।
ৰামঃ সীতামনুপ্ৰাপ্য ৰাজ্যং পুনৰবাপ্তবান্॥"

নিষ্পাপ ৰামচন্দ্ৰে নন্দিগ্ৰামত আহি ভ্ৰাতৃসকলৰ সৈতে জটা পৰিত্যাগ কৰিলে। তাৰ পিচত সীতাক লৈ পুনৰায় ৰাজ্য লাভ কৰিলে। ইয়াৰ পিচতে আকৌ কৈছে

"ৰাজবংশান্ শতগুণান্ স্থাপয়িষ্যতি ৰাঘৱঃ।
চাতুৰ্ৰ্বণ্যঞ্চ লোকেঽস্মিন্ স্বে স্বে ধৰ্ম্মে নিয়োক্ষ্যতি॥"

ত্ৰিকালজ্ঞ ঋষিয়ে ৰামৰ ভবিষ্যৎ কীৰ্ত্তি ও বৰ্ণনা কৰিছে, ৰামে শতগুণ কৰি ৰাজবংশ স্থাপন কৰিব আৰু পৃথিবীত নিজৰ নিজৰ ধৰ্ম্মত বৰ্ণাশ্ৰম স্থাপন কৰিব। একে সময়তে একে জনৰ মুখত দুয়োটা কথা ওলাইছে, আগৰ শ্লোকত "অবাপ্তবান্" শব্দে ৰামে পুনঃ ৰাজ্যলাভ কৰিছিল বুজাইছে, পিচৰ শ্লোকত স্থাপয়িষ্যতি, নিয়োক্ষ্যতি এই দুই শব্দে ৰামে ভবিষ্যতে যি যি কৰিব তাক বুজাইছে। ইয়াৰ দ্বাৰা স্পষ্ট বুজা যায় যে নাৰদে বাল্মীকিৰ আগত ৰামৰ ইতিবৃত্ত কওঁতে ৰামে ৰাজত্ব কৰি আছিল। বালকাণ্ডত আৰু এঠাইত আছে

"অযোধ্যায়াশ্চ গমনং ভৰতেন সমাগমম্।
ৰাজ্যাভিষেকাভ্যুদয়ং সৰ্ব্বসৈন্যবিসৰ্জ্জনম্।
স্বৰাষ্ট্ৰৰঞ্জনঞ্চৈব বৈদেহ্যাশ্চ বিসৰ্জ্জনম্॥
অনাগতঞ্চ যৎকিঞ্চিদ্ ৰামস্য বসুধাতলে।
তচ্চকাৰোত্তৰে কাব্যে বাল্মীকিৰ্ভগবানৃষিঃ॥"

ভগবান্ বাল্মীকি ঋষিয়ে ৰামৰ সীতা উদ্ধাৰৰ পিচত অযোধ্যা গমন, ভৰতৰ লগত সমাগম, ৰাজ্যাভিষেক উৎসৱ, বানৰ আৰু ৰাক্ষস সৈন্যৰ বিদায়, নিজৰ ৰাজ্যপালন আৰু সীতাৰ বিসৰ্জ্জন এই পৰ্য্যন্ত নাৰদৰ মুখে শুনি ৰামায়ণৰ ছয় কাণ্ডত বৰ্ণনা কৰিছিল আৰু ৰামৰ যি চৰিত অনাগত অৰ্থাৎ ভবিষ্যৎ কাৰ্য্যাৱলী সেইবোৰ নিজে দেখি শুনি উত্তৰাকাণ্ডত বৰ্ণনা কৰিছিল। বালকাণ্ডৰ চতুৰ্থ সৰ্গত পোৱা যায়

"প্ৰাপ্তৰাজ্যস্য ৰামস্য বাল্মীকিৰ্ভগবানৃষিঃ।
চকাৰ চৰিতং কৃৎস্নং বিচিত্ৰপদমৰ্থবৎ॥"

ৰামে ৰাজ্যলাভ কৰাৰ পিচত ভগবান্ বাল্মীকি ঋষিয়ে অৰ্থযুক্ত বিচিত্ৰ পদাৱলীৰে ৰামৰ সমুদায় চৰিত বৰ্ণনা কৰিছিল। ৰাম নৌ হওঁতে ৰামায়ণ লিখাৰ উল্লেখ মূল ৰামায়ণৰ কতো নাই। আচলতে বাল্মীকিয়ে সীতাৰ বনবাসৰ পিচত যেতিয়া সীতা তেওঁৰ আশ্ৰমতে আশ্ৰয় লৈ আছিল তেতিয়াই ৰামায়ণ লিখিবলৈ আৰম্ভ কৰিছিল। ২৪ হাজাৰ শ্লোকৰ ৰামায়ণ লিখিবলৈ বাল্মীকিৰ

বহু বছৰ লাগিছিল। লব কুশৰ জন্ম আশ্ৰমতে হৈছিল, লব কুশে ডাঙৰ, দীঘল, শিক্ষিত দীক্ষিত হৈ বাল্মীকিৰ নিৰ্দ্দেশমতে ৰামায়ণ প্ৰচাৰ কৰি ফুৰিছিল।

এইখিনিতে আৰু এটা কথা কৈ থোৱা অপ্ৰাসঙ্গিক নহব যে বাল্মীকি আদি জীৱনত ৰত্নাকৰ নামে দস্যু আছিল, নাৰদৰ কৃপাত দস্যু ৰত্নাকৰ ৰামভক্ত বাল্মীকিৰূপে পৰিণত হৈছিল এনে এটা ধাৰণা আমাৰ মানুহৰ মনত বদ্ধমূল হৈ আছে। ই সম্পূৰ্ণ অমূলক কথা, মূল ৰামায়ণত ইয়াৰ অলপো উল্লেখ নাই। অসমীয়া ৰামায়ণতো অৱশ্যে এই উপাখ্যানে স্থান পোৱা নাই। কৰি কৃত্তিবাসে পুৰাণাদিৰ পৰা এনেবোৰ উপাখ্যান আনি ৰামায়ণত যোজনা কৰিছে। কৃত্তিবাসে যে বাল্মীকি ৰামায়ণৰ আশ্ৰয় লৈ ৰামায়ণ লিখা নাছিল তাক নিজেই স্বীকাৰ কৰি গৈছে যেনে

"কৃত্তিবাস পণ্ডিত বিদিত সৰ্ব্বলোকে।
পুৰাণ শুনিয়া গীত ৰচিলা কৌতুকে ॥
নাহিকে এসব কথা বাল্মীকি ৰচনে।
বিস্তাৰিত লিখিল অদ্ভুত ৰামায়ণে ॥"

এটা প্ৰশ্ন মানুহৰ মনত উঠা অস্বাভাৱিক নহয় যে বাল্মীকিকৃত মূল ৰামায়ণ অবিকৃত অৱস্থাত আজিকালি পোৱা যায় নে নাযায়। এই প্ৰশ্নৰ উত্তৰ দিয়া টান। আজিকালি ভাৰতবৰ্ষত বাল্মীকিকৃত ৰামায়ণ চাৰি পাঁচখন পোৱা যায় তাৰ ভিতৰত ইখনৰ লগত সিখনৰ সম্পূৰ্ণ মিল নাই। বহু শতাব্দীৰ পুৰণি গ্ৰন্থৰ মাজে মাজে দুই এটা শ্লোক লুপ্ত হোৱা একো অসম্ভৱ নহয়, বহু পণ্ডিতৰ হাত লাগি কিছু পৰিবৰ্ত্তন বা পৰিবৰ্দ্ধন হোৱাও স্বাভাৱিক। এই কাৰণেই বাল্মীকিকৃত চৌবিশ হাজাৰ শ্লোকৰ খাটি ৰামায়ণ বাচি উলিওৱা একেবাৰে অসম্ভৱ। ইমানকে কব পাৰি যে ৰামায়ণি কাহিনী বিলাক সকলোতে একে দৰেই দেখা যায়।

বাল্মীকিৰ ৰামায়ণ-ৰচনা কাল নিৰ্ণয় কৰাও বৰ কঠিন। পণ্ডিত সকলে অনুসন্ধানৰ একোটা সুকীয়া পথলৈ একোটা আনুমানিক সময় নিৰ্দ্ধাৰণ কৰি দেখুৱাইছে কিন্তু সিবিলাক এই বিষয়ত একমত হোৱাৰ প্ৰমাণ পোৱা নাযায়। জাৰ্ম্মাণ পণ্ডিত ওৱেবৰ মতে খৃঃ পূঃ তিনিশ বছৰৰ পিচৰ কোনো সময়ত ৰামায়ণ লিখা হৈছিল। মেগাস্থিনিচে ৩০০ পূৰ্ব্ব খৃষ্টাব্দত ভাৰতবৰ্ষত থাকি ভাৰতৰ ইতিহাস গ্ৰীকভাষাত লিখিছিল। মেগাস্থিনিচৰ ইতিহাসত ৰামায়ণৰ নাম নাই মহাভাৰতৰ নাম আছে। বালকাণ্ড ৰামায়ণত এবাৰ আৰু কিষ্কিন্ধ্যাকাণ্ডত এবাৰ যবন (গ্ৰীক) শব্দৰ উল্লেখ আছে। এই বিলাকৰ দ্বাৰা অনুমান কৰি তেওঁ কয় যে মহাভাৰত লিখাৰ পিচত, তিনিশ পূৰ্ব্ব খ্ৰীষ্টাব্দৰো পিচত গ্ৰীক বিলাকৰ মুখে হোমাৰৰ ট্ৰইকাহিনী শুনি তাৰ আহিৰে কোনো পণ্ডিতে ৰামায়ণ লিখিছিল। অধ্যাপক জেকবিয়ে ওৱেবৰ মত স্বীকাৰ নকৰে। জেকবিয়ে কয় যে ৰামায়ণত যি দুটা শ্লোকত যবন শব্দ পোৱা যায় সেই দুইটা শ্লোক পিচৰ প্ৰক্ষিপ্ত, তাৰ দ্বাৰা তেওঁ ৰামায়ণত গ্ৰীক প্ৰভাৱ পৰাটো স্বীকাৰ নকৰে। জেকবিৰ মতে ৪৫০ পূঃ খৃঃৰ আগতে ৰামায়ণ লিখা হৈছিল।

ইংৰাজ পণ্ডিত মেকডনেলে কয় যে খৃঃ পূঃ ৫০০ বছৰৰ আগতে ৰামায়ণ লিখা হৈছিল।

কালাশোকে মগধত ৰাজত্ব কৰোতে বিখ্যাত পাটলিপুত্ৰ নগৰ পাতিছিল। কালাশোকৰ ৰাজত্ব কালিতে ৩৮০ পূঃ খৃঃ ত বৈশালিত দ্বিতীয় বৌধ সভা বহিছিল। পাটলীপুত্ৰ নগৰ স্থাপিত হৈছিল তাৰো কিছুপূৰ্ব্বে। ৰামায়ণৰ বৰ্ণনাত ৰামে পাটলিপুত্ৰৰ ওচৰেদি যোৱাৰ উল্লেখ আছে কিন্তু পাটলিপুত্ৰ নগৰৰ নাম নাই। ৰামায়ণত কৌশম্বি, কান্যকুব্জ আৰু কাপিল্য প্ৰভৃতি নগৰৰ উল্লেখ আছে অথচ পাটলী পুত্ৰৰদৰে এটা বিখ্যাত নগৰয় উল্লেখ নাই। ইয়াৰ দ্বাৰা ও প্ৰমাণিত হয় যে খৃঃ পূঃ চতুৰ্থ শতাব্দীৰ বহু পূৰ্ব্বে ৰামায়ণ লিখা হৈছিল। পাণিনি ব্যাকৰণ খৃঃ পূঃ চতুৰ্থ শতাব্দীত লিখা হৈছিল বুলি পাশ্চাত্য পণ্ডিত সকলে প্ৰমাণ কৰিছে। পাণিনিত সমাসৰ উদাহৰণ স্থলত "বাসুদেবাৰ্জুনৌ" প্ৰভৃতি মহাভাৰতৰ পদ আছে। ৰামায়ণ মহাভাৰতৰ পূৰ্ব্বত লিখা বুলি স্বীকাৰ কৰিলে ৰামায়ণ ৰচণাৰ কাল খৃঃ পূঃ পঞ্চম শতাব্দীৰ আগলৈ যায়। এই দৰে যুক্তি দেখুৱাই মেকডনেলেও নিজৰ মতৰ প্ৰমাণ কৰিছে। এই বিলাক বিষয়ত অকল আনৰ মতৰ ও পৰতৰ নিৰ্ভৰ নকৰি নিজেও ভাবি চোৱা উচিত।

যেগাম্বিনিচৰ ভাৰতবৃৰঞ্জী সম্পূৰ্ণৰূপে পোৱা নগৈছিল। নানা ঠাইৰ পৰা অলপ অলপ সংগ্ৰহকৰি প্ৰকাশ কৰা হৈছিল। কোনো কোনো অংশ একেবাৰে নষ্ট হৈ গৈছিল। এনে এখন অসম্পূৰ্ণ গ্ৰন্থত ৰামায়ণৰ উল্লেখ নথকাত ৰামায়ণ মেগাস্থিনিচৰ পিচৰ গ্ৰন্থ বুলি ধৰিলোৱা উচিত ন হয়।

মহাভাৰতৰ দ্ৰোণপৰ্ব্বত আছে "অপি চায়ং পুৰাগীতঃ শ্লোকো বাল্মীকিনা ভুৱি।" এনে দৰে ৰামায়ণৰ উল্লেখ থাকা আৰু বহুত শ্লোক মহাভাৰতত দেখুৱাব পাৰি কিন্তু ৰামায়ণৰ কতো মহাভাৰতৰ উল্লেখ নাই। ইও এটা ৰামায়ণৰ প্ৰাচীনত্বৰ প্ৰমাণ। গ্ৰীক কাব্যৰ আৰ্হি বে ৰামায়ণ লিখিছিল বুলি মত প্ৰকাশকৰাত পক্ষপাতিত্বৰ প্ৰমাণ হয়। ট্ৰোজেন যুদ্ধৰ লগত ৰাম ৰাৱণৰ যুদ্ধ, হেলেনৰ লগ'ত সীতাৰ চৰিত্ৰৰ তেনে বেছিমিল নাই। জগতৰ ইতিবৃত্ত দেখা যায় পাৰস্যৰ পথেদি গ্ৰীসলৈ খৃঃ পূঃ বহুশতাব্দী পূৰ্ব্বে ভাৰতৰ যাতায়াতৰ সম্বন্ধ আছিল আলেকজাণ্ডাৰে দিগ্বিজয় কৰিবলৈ ওলাই গুৰু এৰিষ্ট টলৰ ওচৰত বিদায় লবলৈ যাওঁতে এৰিষ্টটলে চেৰ্ওক ভাৰতৰ পণ্ডিত আৰু ভাৰতীয় শাস্ত্ৰৰ কথা কৈছিল। হোমাৰৰ ইলিয়ডৰ অনুকৰণে ৰামায়ণ লিখা বুলি দাবি কৰিলে ৰামায়ণৰ আৰ্হিৰে ইলিয়ড লিখাৰ দাবিও কৰিব পাৰি। আচলতে দুয়ো স্বতন্ত্ৰ কাব্য, দুয়োৰে কাহিনী স্বতন্ত্ৰ। সামান্য সাদৃশ্য দেখি এটাৰ অনুকৰণে আনটো কৰা বুলি ধৰিলে বহুদৰ্শিতাৰ অভাৱ প্ৰমাণিত হয়।

মহাভাৰতৰ ভাষা ৰামায়ণৰ ভাষাতকৈ পিচৰ বুলি কবৰ যুক্তি আছে। ৰামায়ণত আৰ্ষ প্ৰয়োগ মহাভাৰতকৈ বহুত বেছি। প্ৰমুমুদেৰ স্থলত প্ৰমুমোদ, আৰ্দ্দয়ণৰ স্থলত অৰ্দ্দয়ন, অভিধ্যায়ন্তীৰ স্থলত অভিধ্যাৰী, গচ্ছন্তীৰ স্থলত গচ্ছতী ইত্যাদি অনেক অনেক আৰ্ষপ্ৰয়োগ ৰামায়ণত দেখা যায় মহাভাৰতত তাৰ তুলনা'ত কম। ৰামায়ণৰ প্ৰাচীনত্বৰ ইও এটা প্ৰমাণ।

মহাভাৰত লিখাৰ আগতে ৰামায়ণ লিখা হৈছিল, অকল এয়ে নহয় মহাভাৰতৰ যুদ্ধৰ আগতে ৰামায়ণ লিখা হৈছিল বুলি কব পাৰি কাৰণ ৰামায়ণত মহাভাৰতৰ যুদ্ধৰ অলপো উল্লেখ

নাই। মহাভাৰতৰ যুদ্ধ প্ৰাচীন ভাৰতৰ সৰ্ব্বপ্ৰধান ঘটনা। ভাৰতবৰ্ষৰ সমস্ত বজা সেই যুদ্ধত সংশ্লিষ্ট আছিল। ৰামায়ণৰ দৰে বিৰাট ঐতিহাসিক কাব্যত মহা ভাৰতৰ যুদ্ধৰ উল্লেখ নথকাত সহজে অনুমান কৰিব পাৰি যে ৰামায়ণ তাৰ বহু পূৰ্ব্বে লিখা হৈছিল।

মহামতি বালগঙ্গাধৰ তিলকে জ্যোতিষিক গৱেষণা কৰি মহাভাৰতৰ যুদ্ধৰ কাল নিৰ্ণয় কৰিছে। "মহাভাৰতমীমাংসা" নামে হিন্দি গ্ৰন্থত তিলকৰ জ্যোতিষিক আলোচনা পুঙ্খানুপুঙ্খৰূপে লিপিবদ্ধ আছে। তেখেতে মত দি গৈছে "To Speak in English dates the Mahabharat fight commenced in December 3102 B. C. তিলকৰ মতক প্ৰামাণ্য বুলি ধৰিলে ৰামায়ণৰ কাল ৩১০২ পূঃ খৃঃ বো ওপৰলৈ যায়।

ৰামায়ণ আৰু মহাভাৰতক প্ৰাচীন ভাৰতৰ দুটা বেলেগ যুগৰ দুখন দৰ্পণ বুলি ধৰিব পাৰি। ৰামায়ণৰ যুগত দাক্ষিণাত্যৰ বি বোৰ অৰণ্য অনাৰ্য্য জাতিৰ বাসস্থান আছিল মহাভাৰতৰ যুগত সেই বোৰ সমৃদ্ধিশালী ৰাজ্য হৈ পৰিছিল, মহাভাৰতৰ যুগৰ মত্র, পাণ্ড্য, সৌৰাষ্ট্ৰ প্ৰভৃতি ৰাজ্যৰ নামেই ৰামায়ণত নাছিল। তেতিয়াৰ যুগত ভাৰতবৰ্ষত ইমান এটা পৰিবৰ্ত্তন হবলৈ অন্ততঃ এহাজাৰ বছৰ লাগিছিল বুলি অনুমান কৰিব পাৰি। বৰ্ত্তমান যোধপুৰ, উদয়পুৰৰ ৰাজপৰিয়াল বিলাকে ৰামচন্দ্ৰৰ বংশধৰ বুলি পৰিচয় দিয়ে। সেই বিলাক ৰাজ্যৰ বজা সকলৰ বংশাবলীৰ তালিকা দেখি এটা অনুমান কৰিব পাৰিযে খৃষ্টপূৰ্ব্ব ৪০০০ বছৰৰ আগতে ৰামচন্দ্ৰে অযোধ্যাত ৰাজত্ব কৰিছিল। ৰামচন্দ্ৰৰ ৰাজত্ব কালতে যে ৰামায়ণ লিখা হৈছিল তাৰ প্ৰমাণ আগতে দি অহা হৈছে। সকলো বিষয় চিন্তা কৰি চাই মূল ৰামায়ণ ৪০০০ পূঃ খঃ ৰ আগতে লিখা হৈছিল বুলি অনুমান কৰা যায়। পাঠক সকলে এই বিষয়ে নিজৰ স্বাধীন চিন্তাৰ উচিত ব্যৱহাৰ কৰিব।

বহু শতাব্দীৰ বহু পৰিবৰ্ত্তনৰ পিচত ভাৰতত যেতিয়া বৈষ্ণৱ যুগৰ আবিৰ্ভাব হৈছিল সেই সময়ত ভক্ত কবি সকলে দেশীয় ভাষাত ৰামায়ণ ৰচনা কৰিছিল। সেই সকলৰ ভিতৰত আসামত মাধৱকন্দলী আৰু অনন্ত কন্দলী, বঙ্গদেশত কৃত্তিবাস, উড়িষ্যাত বলৰাম দাস, পশ্চিমত তুলসী দাস, গুজৰাটত পদ্মানন্দ, মহাৰাষ্ট্ৰত শ্ৰীধৰ আৰু ৰামদাস প্ৰসিদ্ধ। তাৰ বহু আগতে একাদশ আৰু দ্বাদশ শতাব্দীৰ ভিতৰত তেলেগু, তামিল আৰু কানাৰি ভাষাত ৰামায়ণ লিখা হৈছিল। বাল্মীকিয়ে ৰামক লোকোত্তৰ চৰিত্ৰৰ সৰ্ব্বগুণ সম্পন্ন মহাপুৰুষ স্বৰূপে বৰ্ণনা কৰিছে। পিচত কোনো ভক্ত পণ্ডিতে ৰামক বিষ্ণুৰ অৱতাৰৰূপে বৰ্ণনা কৰি ৰামায়ণত শ্লোক সুমুৱাই দিছে। সংস্কৃত ৰামায়ণৰ সেই বোৰ শ্লোক পিচৰ প্ৰক্ষিপ্ত বুলি প্ৰমাণিত হৈছে। দেশীভাষাৰ ভক্ত কবি সকলে ৰামক পৰমব্ৰহ্ম বিষ্ণুৰ লগত অভেদ কল্পনা কৰিছে আৰু ৰামনামৰ মাহাত্ম্য বিশেষৰূপে বৰ্ণনা কৰিছে। ভক্ত কবি তুলসী দাসে ৰামায়ণ লিখাৰ আগতে ৰামক স্তুতি কৰিছৈছে "বন্দোহং" "তমশেষ কাৰণপৰং ৰামাখ্যমীশং হৰিম্" ৰাম আৰু হৰিৰ মাজত ভক্ত কৰিয়ে অভেদ দেখিছে। তুলসী দাসৰ হিন্দি ৰামায়ণৰ বালকাণ্ড ৪র্থ দোহাত "বাল্মীকিয়ে নাৰদক সুধিছে—

"প্ৰভু সোই ৰামকি অপৰ কোউ জাহি জপত ত্ৰিপুৰাৰি।
সত্যধাম সৰ্ব্বজ্ঞ তুম কহহু বিবেক বিচাৰি।"

আৰু এঠাইত লিখিছে।

"গুৰুপদৰজ মৃদু মঞ্জুল অঞ্জন নয়ন অমিয় দৃগ দোষ বিভঞ্জন।
তেহি কৰি বিমল বিবেক বিলোচন বৰ্ণেঁ৷ ৰাম চৰিত ভৱমোচন॥"

তুলসী দাসে ৰামৰ বাহিৰে কাকো নাজানিছিল, ৰামক পৰমব্ৰহ্মস্বৰূপেই ভাবিছিল। দোহা ৰিলাকে তাকেপ্ৰমাণ কৰে। কাৰ সহায়তা লৈ কি ভাবলৈ তুলসী দাসে ৰামায়ণ লিখিছিল তুলসী দাসৰ এই সংস্কৃত শ্লোকটিৰ দ্বাৰা ভাল দৰে বুজিব পাৰি—

"নানাপুৰাণনিগমাগমসম্মতং যৎ ৰামায়ণে নিগদিতং ক্বচিদন্যতোঽপি।
স্বান্তঃ সুখায় তুলসী ৰঘুনাথ গাথা ভাষা নিবদ্ধ মতি মঞ্জুলমাতনোতি॥" তুলসীদাসে নানা পুৰাণ, বেদ, ধৰ্ম্মশাস্ত্ৰ প্ৰভৃতিৰ সম্মত ৰামায়ণৰ বৰ্ণিত বিষয়ৰ আৰু অন্যৰ পৰা ও সহায়তা লৈ নিজৰ অন্তৰৰ সুখৰ কাৰণে দেশী ভাষাত ৰঘুনাথৰ গাথা লিখিছে; তুলসীদাসে বাল্মীকি ৰামায়ণৰ ঐতিহাসিক সামগ্ৰী মাত্ৰ লৈ নিজৰ অসাধাৰণ কবিত্ব, গভীৰ তত্বজ্ঞান আৰু ভক্তিৰ বলেৰে হিন্দিভাষাত ৰামায়ণ লিখি থৈ গৈছে। তেওঁৰ ৰামায়ণ যেনে সুললিত তেনে পৰমাৰ্থ পূৰ্ণ আৰু ভাবগম্ভীৰ।

কবিকৃত্তিবাসৰ আদৰ্শসৃষ্টি আন প্ৰকাৰৰ। প্ৰেম, ভক্তিৰ লীলাভূমি বঙ্গদেশৰ কবিয়ে ভক্তিপ্ৰবণ বঙ্গালীজাতিৰ ভাবৰ অনুৰূপে ৰামচন্দ্ৰত ৰূপ-গুণৰ আৰোপ কৰিছে। কৌশল্যাৰ কোলাত ৰাম বহি আছে শুকসাৰণে চাবলৈ আহি দেখিছে --

"পৰম বৈষ্ণব তাৰা ভাই দুই জন।
চতুৰ্ভুজ ৰূপে দেখিলেক নাৰায়ণ॥
শঙ্খচক্ৰ গদাপদ্ম চতুৰ্ভুজ কলা।
কিৰীট কুণ্ডল গলে হৃদে বনমালা॥
কত কোটি ব্ৰহ্মা তাৰে কৰিছে স্তৱন।
প্ৰভুৰ শৰীৰে দেখে এতিন ভুবন॥"

ভৰদ্বাজ মুনিয়েও বালক ৰামক এই দৰেহে দেখিছে—

"ধ্বজবজ্ৰাঙ্কুশে সুশোভিত পদাম্বুজ।
শঙ্খচক্ৰ গদাপদ্ম ধাৰী চতুৰ্ভুজ॥"

বাল্মীকিৰ "মহেন্দ্ৰধ্বজ সংকাশঃ" "শালপ্ৰাংশুৰ্মহাভুজঃ" পৰিঘসংকাশ বাহু বিশিষ্ট ৰামচন্দ্ৰ কৃত্তিবাসৰ হাতত পৰি "নৱনী জিনিয়া তনু অতি সুকোমল" হৈ পৰিছে।

উত্তৰ ভাৰতত কৃত্তিবাস আৰু তুলসীদাসৰ বহুত আগতে আসামৰ কবি মাধৱকন্দলীয়ে অসমীয়া ভাষাত ৰামায়ণ লিখিছিল। মাধৱকন্দলী উত্তৰ ভাৰতত দেশীভাষাৰ সৰ্ব্বপ্ৰথম ৰামায়ণৰ কবি আছিল। শঙ্কৰদেৱে উত্তৰাকাণ্ড ৰামায়ণত লিখি গৈছে "পূৰ্ব্ব কবি অপ্ৰমাদী, মাধৱ কন্দলী আদি, বিৰচিলা পদে ৰাম কথা"॥ এই ফাকি পদে মাধৱকন্দলী যে শঙ্কৰ দেৱৰ পূৰ্ব্ববৰ্ত্তী কবি তাকে প্ৰমাণ কৰিছে।

মাধৱকন্দলীয়ে বৰাহী ৰজা মহামাণিক্যৰ অনুৰোধত ৰামায়ণ লিখিছিল তাৰ প্ৰমাণ লঙ্কা-কাণ্ডত এই দৰে দি গৈছে—

"কবিৰাজকন্দলী যে, আমাকেসে বুলিবয়,
কৰিলোহোঁ সৰ্ব্বজন বোধে।
ৰামায়ণ সুপয়াৰ শ্ৰীমহা মাণিক যে,
ৰবাহৰাজাৰ অনুৰোধে ॥
সাতোকাণ্ডৰামায়ণ পদবন্ধে নিবন্ধিলোঁ।
লম্ভা পৰিহৰি সাৰোদ্ধৃত।
মহামাণিকৰ বোলে, কাব্যৰস কিছু দিলোঁ,
দুগ্ধক মথিলে যেন ঘৃত ॥

ৰবাহীৰজা মহামাণিক্যৰ ৰাজত্বকাল সম্বন্ধে স্বৰ্গীয় পণ্ডিত ৺হেমচন্দ্ৰ গোস্বামীদেৱে তেখেতৰ এটা ইংৰাজী ভাষাত লিখা প্ৰবন্ধত এইদৰে উল্লেখ কৰিছে "Mahamanikya was a king of the Barahi Kacharies and that he ruled about the middle of the fourteenth century at Dimapar. In an old Ahom Buranji Seven Generations of Barahi Kings Detrung great great grandson of Mahamanikya was the contemparary of the Ahom king Dihingia Raja,

আহোম বুৰঞ্জীমতে দিহিঙ্গীয়া ৰজাৰ ৰাজত্ব কাল ১৪৯৭ খৃষ্টাব্দৰ পৰা ১৫৩৯ খৃষ্টাব্দৰ ভিতৰত প্ৰতিজন ৰজাৰ ৰাজত্বকাল গড়ে ত্ৰিশ বছৰ ধৰিলে আৰু মহামাণিক্যৰ তলৰ পঞ্চম পুৰুষৰ ৰজা দিহিঙ্গীয়াৰজাৰ লগত সমসাময়িক হলে ইয়াৰ দ্বাৰা অনুমান কৰিব পাৰি যে মহামাণিক্যে ১৩৫০ খৃষ্টাব্দৰ পৰা ১৩৯০ খৃষ্টাব্দৰ ভিতৰত ডিমাপুৰত ৰাজত্ব কৰিছিল আৰু সেই সময়তে মাধৱকন্দলীয়ে ৰামায়ণ লিখিছিল। শঙ্কৰ দেৱৰ জন্ম ১৪৪৯ খৃষ্টাব্দত। কৃত্তিবাসে নিজৰ জন্মকাল সম্বন্ধে নিজেই লিখি গৈছে—

"আদিত্য বাৰ শ্ৰীপঞ্চমী পূৰ্ণমাঘমাস।
তথি মধ্যে জন্ম লভিলাম কৃত্তিবাস ॥"

পণ্ডিত সকলে মাঘৰ সংক্ৰান্তি ৰবিবাৰ শ্ৰীপঞ্চমী এটাইবোৰ একেলগে মিলাই প্ৰমাণ কৰি দেখিছে যে ১৪০২ খৃষ্টাব্দৰ মাঘী সংক্ৰান্তিত কৃত্তিবাসৰ জন্ম হৈছিল। তুলসী দাসৰ জন্ম তাৰো পিচত।

শঙ্কৰদেৱে ত্ৰিশবছৰ বয়স মানত উত্তৰাকাণ্ড ৰামায়ণ লিখাৰ সত্ত্ব বুলি ধৰিলে ও সহজে অনুমান কৰিব পাৰি যে উত্তৰাকাণ্ড ৰামায়ণ লিখাৰ অন্ততঃ ১০০ বছৰ মান আগতে মাধৱ কন্দলীয়ে ৰামায়ণ লিখি গৈছিল। মাধৱকন্দলী বৈষ্ণৱ কবি আছিল, ৰামায়ণত তাৰ প্ৰমাণ দি গৈছে।

"কলিৰ সম্প্ৰতি নাহি আন গতি
বিনে মাধৱৰ নাম।
মাধৱ কন্দলী কহে নিৰন্তৰে
ডাকি বোলা ৰাম ৰাম॥" অযোধ্যা ৪১। ৩২

ইয়াত কবিয়ে ৰাম আৰু মাধৱৰ মাজত অভেদ দেখুৱাইছে। ৰামে বনবাসৰ আদেশ পাই লক্ষ্মণৰে সৈতে কৌশল্যাৰ ওচৰত বিদায় লবলৈ গৈ দেখিছে —

"বিষ্ণুক পূজন্তে দেখিলন্ত নিজ মায়।
দুই ভাই মিলি প্ৰণমিলা তান পায়॥

কৌশল্যাই বিষ্ণু পূজা কৰা মাধৱ কন্দলীৰ নিজৰ সৃষ্টি, মূল বাল্মীকিৰ ৰামায়ণত তাৰ উল্লেখেই নাই। পাঠক সকলে নিজেই বুজিব পাৰিব যে বৈষ্ণব মাধৱকন্দলীয়ে বিষ্ণুৰ অংশাৱতাৰ স্বৰূপে ৰামচন্দ্ৰক মানি লৈ ৰামচন্দ্ৰত ঐশ্বৰিক প্ৰভাৱ আৰোপ কৰি দেখুৱাইছে। মাধৱকন্দলীৰ দেবজিৎ নামে আৰু এখন গ্ৰন্থ আছে তাতো তেওঁ বিষ্ণুভক্তি প্ৰকাশ কৰি গৈছে। এই বিলাকৰ দ্বাৰা স্পষ্ট প্ৰমাণ হয় যে শঙ্কৰ দেৱৰ আবিৰ্ভাৱৰ বহুকাল পূৰ্ব্বৰে পৰা আসামত বৈষ্ণব ধৰ্ম্মৰ যথেষ্ট প্ৰচাৰ হৈছিল।

মাধৱকন্দলীয়ে বাল্মীকিৰ মূল ৰামায়ণৰ হুবহু অনুবাদ কৰা নাছিল, তাৰ ইতিবৃত্ত মাত্ৰ গ্ৰহণ কৰি নিজৰ পাণ্ডিত্যৰ বলেৰে দেশকাল পাত্ৰৰ উপযোগী কৰি ৰামায়ণ ৰচনা কৰিছিল।

মাধৱ কন্দলীয়ে ন্যায় শাস্ত্ৰত পাণ্ডিত্য লাভকৰি কন্দলী উপাধি পাইছিল বুলি কোনোৱে অনুমান কৰে। এই অনুমানৰ সপক্ষে কোনো লিখিত প্ৰমাণ যদিও পোৱা নাই তথাপি ইয়াক উড়াই দিব নোৱাৰি। ন্যায়, সাংখ্য প্ৰভৃতি দৰ্শণ শাস্ত্ৰত ব্যুৎপত্তি থকাৰ প্ৰমাণ মাধৱকন্দলীয়ে মাজে মাজে অলঙ্কাৰ যোজনাৰ ছলত দি গৈছে। সীতাক ত্ৰিজটাই প্ৰবোধ দিয়াৰ ছলতে কবিয়ে ন্যায়ৰ "পৰ্ব্বতোবহ্নিমান্ ধুমাৎ" এই সূত্ৰৰ কথা তুলিছে "ধুম্ৰযেৱে আছয় অগনি আছে জ্বলি। কাৰ্য্যৰ সে নিমিত্তে কাৰণ পৰেমিলি।"

আৰু এঠাইত সাংখ্যৰ "অন্ধ খঞ্জবৎ" সূত্ৰ খটুৱাই লিখিছে—

"অন্ধলাৰ কান্ধত পেঙ্গুৰা যায় চৰি।
পেঙ্গুৰাৰ উদ্দেশে অন্ধলা কাঢ়ে ভাৰি॥" ৫।-।১

মাধৱ কন্দলীৰ জন্মস্থান সম্বন্ধেও ঠিক প্ৰমাণ দিয়া টান। স্বৰ্গীয় ৺মাধৱচন্দ্ৰ বৰদলৈ ভাজৰীয়াই নগাঁও জিলাতে কবিৰ জন্ম আৰু তাতে কবিয়ে ৰামায়ণ লিখিছিল বুলি তেখেতৰ অসমীয়া সপ্তকাণ্ড ৰামায়ণৰ ভূমিকাত লিখি গৈছে। বৰাহী বংশৰ কছাৰী ৰজা সকলে ডিমাপুৰত ৰাজত্ব কৰিছিল, নগাঁও জিলাৰ দক্ষিণ পূৰ্ব্বঅঞ্চল কছাৰী ৰাজ্যৰ অন্তৰ্ভুক্ত আছিল। বৰাহী ৰজা মহামাণিক্যৰ অনুৰোধত সপ্তকাণ্ড ৰামায়ণ লিখিলোঁ বুলি কবিয়ে নিজে কৈ গৈছে এই বিলাক চিন্তা কৰি চাৱে স্বৰ্গীয় বৰদলৈ ভাজৰীয়াই উক্ত সিদ্ধান্ত কৰি গৈছে। নগাঁৱত কন্দলি পৰ্ব্বত আৰু কন্দালি পথাৰ এতিয়াও বৰ্ত্তমান। নগাঁৱৰ চাপৰিকি, উড়িয়া গাঁও, হাতীচোং আৰু মাজগাঁৱত

কন্দলি উপাধিধাৰী ব্ৰাহ্মণ আছে কিন্তু সিবিলাকে মাধৱ কন্দলীৰ বংশধৰ বুলি প্ৰমাণ দিব নোৱাৰে। গুৱাহাটীৰ হাজোৰ ভট্টাচাৰ্য্যবংশই মাধৱ কন্দলীৰ পৰা আৰম্ভ কৰি বংশাৱলী ৰক্ষা কৰি আহিছে। সম্ভবতঃ কছাৰী ৰাজবিপ্লৱৰ সময়ত মাধৱকন্দলীৰ কোনো বংশধৰে ভটিয়াই আহি হাজোত আছিলহি।

মাধৱকন্দলীৰ পিচত শঙ্কৰী যুগত অনন্তকন্দলীয়ে ৫ কাণ্ডৰ ৰামায়ণ লিখি ছিল। অনন্ত কন্দলীয়ে ৰামায়ণ লিখাৰ কাৰণ দি কৈছে যেনে—

"মাধৱকন্দলী বিৰচিলা ৰামায়ণ।
তাক শুনি আমাৰ আকুল কৰে মন॥
ৰাঘৱ সামান্য সত্ত্ব কথা যথা ৱত।
ভজনীয় গুণ যত নকৈল ব্যেকত॥
এতেকে যতন কৰোঁ তকতিৰ পদে।
নুবুলিবা নিন্দা সদা শুনা সভাসদে॥
সাক্ষাত পৰমব্ৰহ্ম জানিবা শ্ৰীৰাম।
আন যত্ন তেজিতান ধৰা গুণনাম॥" অযোধ্যাকাণ্ড ১৩'১৪

মাধৱকন্দলীৰ সময়ত কৈ পিচৰ শঙ্কৰী যুগত বৈষ্ণৱ ধৰ্ম্মৰ প্ৰভাৱ প্ৰবলহৈ উঠিছিল। শঙ্কৰদেৱৰ সমসাময়িক বৈষ্ণৱ কৱি অনন্তকন্দলীয়ে ৰামচন্দ্ৰত অধিক ভজনীয় গুণ আৰোপ কৰি ৰামায়ণ লিখিছিল অনন্তকন্দলীৰ ৰামায়ণ ভক্তি প্ৰধান। মহাপুৰুষীয়া সত্ৰ বিলাকত কোনো কোনো কাণ্ড পোৱা যায়, ভকত সকলে তাক গোপনে ৰাখে আৰু শ্ৰদ্ধাৰে পঢ়ে।

বাইজৰ আগলৈ যিখন ৰামায়ণ আগবঢ়োৱা হৈছে তাৰ আদি আৰু উত্তৰাকাণ্ডৰ বিষয়ে অলপ কব লগীয়া আছে। স্বৰ্গীয় ৺মাধৱচন্দ্ৰ বৰদলৈ ডাঙৰীয়াই কছাৰী বিদ্ৰোহৰ সময়ত মাধৱ-কন্দলীৰ আদি আৰু উত্তৰাকাণ্ড হেৰাই গল বুলি তেখেতৰ অসমীয়া সপ্তকাণ্ড ৰামায়ণৰ ভূমিকাত লিখিছে আৰু তেখেতে প্ৰকাশ কৰা ৰামায়ণৰ আদিকাণ্ড মাধৱদেৱৰ ৰচিত আৰু উত্তৰাকাণ্ড ৺শঙ্কৰ দেৱৰ ৰচিত বুলি কৈছে। কলিকতা বিশ্ববিদ্যালয়ৰ পুথি ভঁড়ালত কৱিৰৰ মাধৱকন্দলীৰ দ্বাৰা ভণিত আদিকাণ্ড ৰামায়ণ নামে এখন গ্ৰন্থ পোৱা গৈছে। ৪৪ বছৰৰ আগতে ১৮১৯ শকত শ্ৰীযুত গণেশৰাম আগৰালা ডাঙৰীয়াই গ্ৰন্থ খন প্ৰকাশ কৰিছিল। ইয়াৰ লগত ৺বৰদলৈ ডাঙৰীয়াই প্ৰকাশকৰা অসমীয়া ৰামায়ণৰ আদিকাণ্ড মিলাই চাই বিমুখত পৰা গল। দুয়োখন গ্ৰন্থৰ মাজত অলপো পাৰ্থক্য নাই একে পদ, একে ভাষা, একে উপাখ্যান। দুয়োখনতে আৰম্ভ কৰিছে—

"জয় জয় কৃষ্ণদেৱ দৈৱকী নন্দন।
ব্ৰহ্মা হৰে কৰে যাৰ চৰণে বন্দন॥"

দুয়ো খনতে আছে—

"কহিলোঁ মাধৱে আত্ত কাণ্ড কথা সাৰ।"

ইখনতো দশৰথে বশিষ্ঠক কৈছে—

"মুনিৰো বচন ব্যৰ্থ ভৈল মোৰ ঠাই।
আছোক পুত্ৰৰ শোক দৰশন নাই॥"

সিখনতো দশৰথে বশিষ্ঠক কৈছে—

"মুনিৰো বচন বাৰ্থ ভৈল মোৰ ঠাই।
আছোক পুত্ৰৰ শোক দৰশন নাই॥"

ইখনতো অধ্যায় শেষ কৰিছে "ৰচিলা মাধৱে হৰি হৰি বুলিয়োক" সিখনতো অধ্যায় শেষ কৰিছে "ৰচিলা মাধৱে হৰি হৰি বুলিয়োক॥" ভূমিকাৰ কলেৱৰ বৃদ্ধিৰ ভয়ত আৰু পদ তুলি দিয়া নহল। পাঠক সকলে দুয়োখন গ্ৰন্থ বিজাই চালে পৰিষ্কাৰকৈ বুজিব পাৰিব যে দুয়োখন গ্ৰন্থ একেজনৰ লিখনীৰ পৰা ওলোৱা। দুই এটা শব্দৰ লৰচৰ অৱশ্যে ঠায়ে ঠায়ে দেখা যায়। মাধৱদেৱ ৰচিত আদিকাণ্ডত আছে "লোমপাদ নৰপতি, অঙ্গদেশ অধিপতি।" ১।১৮।৩ মাধৱকন্দলীৰ আদিকাণ্ডত আছে "লোমপাদ নৰপতি, বঙ্গদেশ অধিপতি।" এখনত আছে—

"কেহোজনী আলিঙ্গি ধৰিলা তান গলে।
কেহোজনী বসুৱাইলা বস্ত্ৰৰ অঞ্চলে॥" ১।১৯।৩

আনখনত আছে -

"কেহোজনী আলিঙ্গি ধৰিলা কুতুহলে।
কেহোজনী শুৱাইলা বস্ত্ৰৰ অঞ্চলে॥"

ইত্যাদি। পুৰনি পুথি নানাজনৰ হাতে নকল হৈ অহাত এই দৰে দুই এটা শব্দৰ লৰচৰ হোৱাটো স্বাভাবিক, ইয়াৰ দ্বাৰা দুয়ো একেখন পুথি নহয় বুলি ধৰাৰ কোনো যুক্তি নাই। এতিয়া প্ৰশ্ন উঠিব পাৰে এই আদিকাণ্ড ৰামায়ণ কাৰ? মাধৱদেৱৰ নে মাধৱ কন্দলীৰ?

"ৰচিলোঁ মাধৱে আগুকাণ্ড কথাসাৰ" ইয়াত অকল মাধৱ শব্দ থকাই পুথিখন মাধৱদেৱৰ বুলি স্থিৰ কৰাও টান। কাৰণ মাধৱকন্দলিয়েও কিষ্কিন্ধ্যাকাণ্ডত লিখি গৈছে--

"সুগ্ৰীৱৰ হিতবুদ্ধি বালীৰ মৰণ।
মাধৱে ভণিলা শ্ৰীৰামৰ চৰণ॥"

ইয়াতো কন্দলী উপাধি নিদি অকল মাধৱ শব্দ দিছে॥" আৰু এটা কথালৈ পাঠকৰ দৃষ্টি আকৰ্ষণ কৰিলোঁ। আদি কাণ্ডৰ অহল্যাৰ উপাখ্যানত দেৱগুৰু বৃহস্পতিয়ে অভিশপ্ত ইন্দ্ৰক কেনেকৈ পাৰ তাৰ উপায় শচীক কৈছে—

"দেৱগুৰু বোলন্ত নজানোঁ মই তাক।
তেবেসে বামীক পাইবা পূজিয়ো দুৰ্গাক॥"
শুনি শচী দেৱী তেবে দুৰ্গাক পূজিলা।
তুষ্ট হৈয়া দুৰ্গাও শচীক দেখা দিলা॥"

এই স্থলত দুৰ্গা পূজাৰ অৱতাৰণা মূল ৰামায়ণত নাই। ই কবিৰ নিজৰ কল্পনা। বৈষ্ণৱ কবি

মাধৱদেৱৰ পক্ষে এনে কল্পনা অসম্ভৱ যেন লাগে। ভাষাৰ কালৰ পৰা বিচাৰ কৰি চায়ো সন্দেহ দূৰ কৰা টান। মাধৱদেৱ মাধৱকন্দলীৰ পৰবৰ্ত্তী কবি, মাধৱদেৱৰ ভাষা মাধৱকন্দলীৰ ভাষাতকৈ আধুনিক আৰু বেছি সুললিত; দুয়ো জনৰ বিভিন্ন গ্ৰন্থ পঢ়িচালে সহজেই তাক বুজিব পাৰি। কিন্তু মাধৱদেৱ ৰচিত বুলি প্ৰকাশ কৰা আদিকাণ্ড ৰামায়ণৰ—

"কিবা খাহা বাই বুলি পুছিলা বিনয়।
শুনি কৌশল্যাৰ দায়া ভৈল আভিশয়॥
কৈকয়ীক বুলিলন্ত কৌশল্যা সুন্দৰী।
সুমিত্ৰাক নিদি আমি খাইবোঁ কেনে কৰি॥"

এই বিলাক পদৰ ভাষাৰ লগত মাধৱ কন্দলীৰ অৰণ্যকাণ্ডৰ—

"যাহাৰ কিঙ্কৰ হৰপুৰন্দৰ বিধি।
হেন ৰাম স্মৰণে আৰম্ভ হোক সিদ্ধি॥
কৰি শিৰোগত ৰামদেৱৰ চৰণ।
মাধৱকন্দলী বিৰচিলা ৰামায়ণ॥" ৩।১।৫ লঙ্কাকাণ্ডৰ
"দশদিশ তমোময় কৈলা অন্ধকাৰ।
দিনত আন্ধাৰ নেদেখিয়া আউৰ আৰ॥
অসংখ্যাত শৰ হানি গুছাইলন্ত তম।
দুইবীৰ যুজে মেৰু মন্দৰৰ সম॥" ৬।৩৫।১৫২

এই বিলাক পদৰ ভাষা মিলাই চালে কোন বিলাক পদ প্ৰাচীন কোন বিলাক আধুনিক ঠিক কৰা অসম্ভৱ বৰঞ্চ মাধৱদেৱৰ আনগ্ৰন্থৰ ভাষাৰ লগত ইয়াৰ ভাষাৰ সৌসাদৃশ্য কম যেন হে দেখা যায়। এই বিলাক ভাবিচাই আদিকাণ্ড মাধৱ দেৱৰো বুলিব পাৰি মাধৱকন্দলীৰো বুলিব পাৰি।

স্বৰ্গীয় পণ্ডিত ৺হেমচন্দ্ৰ গোস্বামীদেৱে তেখেতৰ "অসমীয়া সাহিত্যৰ চানেকী" নামে গ্ৰন্থত মাধৱকন্দলী বিৰচিত উত্তৰাকাণ্ড ৰামায়ণৰ কিছু অংশ তুলি দিছে।

তাৰলগত—

—৺বৰদলৈ ডাঙ্গৰীয়াই প্ৰকাশ কৰা শঙ্কৰ দেৱৰ উত্তৰাকাণ্ডৰ বহুত মিল দেখা যায়। পাঠক সকলৰ অৱগতিৰ কাৰণে কেইটামান পদ তুলি দিয়া হল। বাল্মীয়ে লৱকুশক কৈছে—

| শঙ্কৰ দেৱৰ উত্তৰাকাণ্ড | মাধৱকন্দলীৰ উত্তৰাকাণ্ড |
|---|---|
| তোমা চিৰজীৱ লৱকুশ দুয়ো ভাই। | তুমা চিৰজীৱী লৱকুশ দুই ভাই। |
| দেশে দেশে ৰামৰ চৰিত্ৰ ফুৰা গাই॥ | দেশে দেশে ৰামৰ চৰিত্ৰ ফুৰা গাই॥ |
| নগৰ গ্ৰামত সমস্তৰে বজ্জিচিত। | নগৰ গ্ৰামৰ সমস্তৰে বজ্জিচিত। |
| ৰামৰ সভাত পশি দুয়ো গাইবা গীত। | ৰামৰ সভাত গৈয়া গায়া দুয়ো গীত॥ |

শুনিয়া সন্তোষ হৈব ৰাঘৱৰ মন।
দুই হাস্তক সন্তোষিয়া দিবে বহু ধন॥
নলৈবাহা একোতোৰা আমাৰ বচনে;
ৰামৰ চৰিত্ৰ মাত্ৰ গাইবা একমনে।

শুনিয়া সন্তুষ্ট হৈব ৰাঘৱৰ মন।
দুই হাস্তকো সন্তোষে দিবন্ত বহুধন॥
নলৈবা কিঞ্চিতো ধন মোহোৰ বচনে।
ৰামৰ চৰিত্ৰ মাত্ৰ গাইবা একমনে॥

এই বিলাক পদৰ মিল দেখিলে দুয়োখন উত্তৰাকাণ্ড একে যেন বোধ হয়। কিন্তু মাধৱ কন্দলীৰ উত্তৰাকাণ্ডৰ—

"শত্ৰুঘন লক্ষ্মণ আৰু ভৰত।
ৰামৰ কনিষ্ঠ ভাই তোমাৰ খুৰাত॥
নিচিনিয়া পিতা পুত্ৰে কৰিলা সমৰ।
আমাৰ আদেশে গীত গায়া নিৰন্তৰ॥"

এই বিলাক পদত "নিচিনিয়া পিতা পুত্ৰে কৰিলা সমৰ" কথাটিয়ে ৰামৰ লগত লব কুশৰ যুদ্ধৰ আভাস দিছে। শঙ্কৰ দেৱৰ উত্তৰাকাণ্ডত লব, কুশৰ লগত ৰামৰ যুদ্ধৰ উল্লেখ নাই। বাল্মীকিৰ মূল ৰামায়ণতো তাৰ উল্লেখ নাই। ইয়াৰে চালে দুয়োখন উত্তৰাকাণ্ড একেজনৰ নহয় বুলি ও অনুমান হয়। মাধৱ কন্দলীৰ উত্তৰাকাণ্ড ৰামায়ণ সম্পূৰ্ণৰূপে উদ্ধাৰ কৰিব নোৱাৰি স্বৰ্গীয় বৰদলৈ ডাঙৰীয়াৰ পথকে অনুসৰণ কৰা হল। কিন্তু ইউ যে মাধৱ কন্দলীৰ উত্তৰাকাণ্ডৰ লগত সানমিহলি হৈছে ওপৰত উদ্ধৃত পদ বিলাকৰ দ্বাৰা প্ৰমাণিত হয়। ভাষাৰ ফালৰ পৰা চালেও উত্তৰাকাণ্ডৰ সমুদায় পদ শঙ্কৰ দেৱৰ সুন্দৰ লিখনীৰ পৰা ওলোৱা যেন বোধ নহয়। পিচৰ শঙ্কৰী যুগত মাধৱদেৱে আদিকাণ্ড, শঙ্কৰদেৱে উত্তৰাকাণ্ড আৰু অনন্ত কন্দলীয়ে ৰামত অধিক ভক্তনীয় গুণৰ আৰোপ কৰি মাজৰ পাঁচকাণ্ড ৰামায়ণ ৰচনা কৰিছিল। ৰচনাগত বেছি পাৰ্থক্য থকাৰ কাৰণে ভক্ত অনন্ত কন্দলী আৰু মাধৱ কন্দলীৰ মাজৰ পাঁচকাণ্ড অবিকৃত হৈ থাকিল আৰু বৰ বেছি পাৰ্থক্য নথকাৰ কাৰণে আদিকাণ্ড আৰু উত্তৰাকাণ্ডৰ সানমিহলি হল।

ৰামায়ণত গুৱাহাটী কটন কলেজৰ অৰ্থনীতিৰ অধ্যাপক শ্ৰীযুত উমাকান্ত গোস্বামী এম-এ ডাঙৰীয়াই এটা সুচিন্তিত ভূমিকা দিব। এই কাৰণে মই ভূমিকাৰ কলেবৰ আৰু বেছি নবঢ়াই ইমানতে সামৰণি মাৰিলোঁ।

তুলসীদাসৰ ৰামায়ণ পশ্চিম ভাৰতৰ ঘৰে ঘৰে, কৃত্তিবাসৰ বঙ্গলা ৰামায়ণো বঙ্গালীৰ ঘৰে ঘৰে। বৰ লাজ আৰু দুঃখৰ কথা যে অসমীয়াই অসমীয়া ৰামায়ণ পঢ়িবলৈ বিচাৰি নাপায়। অনেকে আজিকালি অসমীয়া ৰামায়ণৰ কথাকে পাহৰি গৈছে। ৰামসৰস্বতীৰ অসমীয়া মহাভাৰতৰো আজি সেয়ে অৱস্থা, তাকো একে লগে দেশত বিচাৰি পাবলৈ নাই। ৰামায়ণ মহাভাৰতৰ দৰে অমূল্যনিধি ঘৰত থাকিও নোহোৱা হৈছে দেশলৈ তাৰ পৰিবৰ্ত্তে কৃত্তিবাসী ৰামায়ণ আৰু কাশীদাসী মহাভাৰত হাজাৰে হাজাৰে আমদানি হৈছে।

স্বৰ্গীয় ৺মাধৱচন্দ্ৰ বৰদলৈ ডাঙৰীয়াই ৪২ বছৰৰ আগতে বহু যত্ন কৰি অসমীয়া সপ্তকাণ্ড ৰামায়ণ প্ৰকাশ কৰিছিল। স্বৰ্গগত বৰদলৈ ডাঙৰীয়াৰ ওচৰত ইয়াৰ কাৰণে অসমীয়া সমাজ

ঋণী। কিন্তু তাকো আজি দেশত বিচাৰি পোৱা নাযায়। তেতিয়াৰে পৰা এই কামত কোনেও হাত দিয়া নাই। যোৱা বছৰতে মই আসামৰ শিক্ষা মন্ত্রী শ্রীযুত ৰোহিণীকুমাৰ চৌধুৰী ডাঙৰীয়াক চৰকাৰী খৰছৰে অসমীয়া ৰামায়ণ প্রকাশ কৰিবলৈ অনুৰোধ কৰিছিলোঁ। আসাম গৱৰ্ণমেণ্টে সেই সময়ত সর্ব্বসাধাৰণৰ মাজত নিৰক্ষৰতা দূৰীকৰণৰ দৰে মহৎকাৰ্য্য হাতত লৈছিল। মন্ত্রী ডাঙৰীয়াই পুৰণি ভাষাৰ ৰামায়ণ প্রকাশ কৰি সর্ব্বসাধাৰণৰ হাতত দিয়াটো নিৰক্ষৰতা দূৰীকৰণৰ অঙ্গীভূত কাৰ্য্য বুলি ভাবি মোৰ অনুৰোধ ৰাখিবলৈ যত্ন কৰিব বুলি প্রতিশ্রুতি দিছিল। তাৰ পিচত মই নিজেই অসমীয়া ৰামায়ণ প্রকাশৰ অৰ্ডাৰ বিচাৰি আসাম গৱৰ্ণমেণ্টক আবেদন কৰিলোঁ। গবর্ণমেণ্টে দয়া কৰি ২২৫০৲ টকাত এহাজাৰ খন পকাবন্ধ ৰামায়ণ মোৰ পৰা লব বুলি মোক অৰ্ডাৰ দিলে। এনে এটা শুভকাৰ্য্যতো যিমান বাধা বিঘিনি অতিক্রম কৰিব লগীয়া হৈছিল কবলৈ দুঃখ আৰু লাজ লাগে। মন্ত্রী চৌধুৰী ডাঙৰীয়াৰ যত্ন নহলে ৰামায়ণ প্রকাশ কৰা টান হল হেতেন, কোৱা বাহুল্য যে অসমীয়া ৰামায়ণ ৰাইজৰ আগলৈ ওলোৱাত শলাগৰ পাত্র একমাত্র তেখেতেই।

সৌভাগ্যক্রমে বন্ধু শ্রীযুত যতীন্দ্রনাথ দুৱৰা আৰু কলিকতা বিশ্ববিদ্যালয়ৰ অধ্যাপক স্নেহাস্পদ শ্রীমান্ তীর্থনাথ শৰ্ম্মা এম এ বোপাৰ পৰামর্শ মতে কলিকতাৰ এলম্ প্রেছত ৰামায়ণ ছপাবলৈ দিয়া হৈছিল। যুদ্ধৰ সময়ত কাগজপত্রৰ দাম অত্যন্ত বাঢ়ি গৈছিল এনে দুর্দ্দিনত প্রেছৰ মালিক শ্রীযুক্ত দেবপ্রসাদ মিত্র মহাশয়ে লাভৰ ফালে লক্ষ্য নাৰাখি ৰামায়ণ খন ছপাই দিয়াত মিত্র মহাশয়ৰ সৌজন্যৰ শলাগ লৈছোঁ। শ্রীমান তীর্থনাথ শৰ্ম্মাই নিজৰ কামৰ মাজতে সময় উলিয়াই ৰামায়ণৰ প্রুফ চাই দিছে, আৰু বহু ঠাইত অশুদ্ধ শব্দৰ সোধৰণি কৰি দিছে। তেওঁৰ সহধৰ্ম্মিণী শ্রীমতী নির্ম্মলা দেৱী আৰু ভাতৃ শ্রীমান্ ভোলানাথ শৰ্ম্মাই ও নকলাদি কৰাত, প্রুফ চোৱাত সহায়তা কৰিছে। মই নিজে এই এটাইবোৰ কাম কৰিব লাগিলে ইমান সোনকালে ৰামায়ণ ছপাই উঠিল হেতেন। তেওঁলোক সকলোটিৰে ওচৰত শলাগ লৈছোঁ।

যদিও হাতে লিখা পুথিৰ সহায়তা লোৱা হৈছে তথাপি ৰামায়ণৰ বেছি অংশ স্বৰ্গীয় ৺বৰদলৈ ডাঙৰীয়াৰ অসমীয়া ৰামায়ণৰ পৰাই অনা হৈছে, ইয়াৰ কাৰণে বৰদলৈ ডাঙৰীয়াৰ স্বৰ্গগত আত্মাৰ ওচৰত নতশিৰে কৃতজ্ঞতা স্বীকাৰ কৰিছোঁ। মাজে মাজে দুই এঠাই ছপাৰ ভুল হৈ গৈছে পিচৰ সংস্কৰণত সেই বোৰৰ সোধৰণি হব। নিজৰ ডিজাইন মতে ব্লক কৰাই ছবি দিবলৈগলে বহুত বেছি খৰচ পৰে। সেই কাৰণে বজাৰৰ ছবিকে দিয়া গল। ইতি—

বিনীত—

শ্রীকনকচন্দ্র শৰ্ম্মা

# ৰামায়ণ

কূজন্তং ৰাম ৰামেতি মধুৰং মধুৰাক্ষৰম্ ।
আৰুহ্য কবিতা শাখাং বন্দে বাল্মিকি-কোকিলম্ ॥

( ৰামানুজ )

ৰামায়ণ ভাৰতবৰ্ষৰ এখনি প্ৰাচীন মাহাকাব্য। ই প্ৰাচীন ভাৰতৰ সভ্যতাৰ আদৰ্শ, ধৰ্ম-বিশ্বাস, চিন্তাৰ ধাৰা, কল্পনা আৰু বাস্তৱ জীৱনৰ সুগমীয়া নিদৰ্শনৰূপে, বহু যুগৰ কত ধৰ্ম-বিপ্লৱ, ৰাজনৈতিক বিপ্লৱ আৰু সামাজিক পৰিবৰ্ত্তনৰ মাজেদি অশেষ বাধা বিঘিনি সুৰত নৈ আজিলৈকে ভাৰতৰ প্ৰাচীন গৰিমা প্ৰচাৰ কৰি আছে। ৰামায়ণ মহাগ্ৰন্থ সকলো হিন্দুৰ মানত পূজ্য আৰু মহাকাব্য হিচাবে সৰ্ব্ব জগতৰ আদৰণীয়। ৰামায়ণৰ ৰচোতা কবি গুৰু বাল্মীকি। বাল্মীকি আৰু তেওঁৰ ৰচিত ৰামায়ণ সম্বন্ধে ৰামায়ণৰ টীকাকাৰ ৰামানুজাচাৰ্য্যই মঙ্গলাচৰণত লিখিছে :—

বাল্মীকি গিৰি-সম্ভূতা ৰামাম্ভোনিধি সঙ্গতা ।
শ্ৰীমদ্ৰামায়ণী গঙ্গা পুণাতি ভুৱন ত্ৰয়ম্ ॥

অৰ্থাৎ ৰামায়ণ ৰূপ গঙ্গা বাল্মীকি ৰূপ পৰ্ব্বতৰ পৰা ওলাই ৰামৰূপ সাগৰত পৰি তিনিও ভুৱনকেই পবিত্ৰ কৰিছে।

ৰামায়ণক হিন্দু সকলে কিমান ভক্তিভাবে দেখে তাক ৰামায়ণত থকা এই শ্লোকৰ পৰাই বুজিব পাৰি—

প্ৰয়াগাদীনি তীৰ্থানি গঙ্গাভাঃ সৰিত স্তথা ।
নৈমিষাদীন্যৰণ্যানি কুৰুক্ষেত্ৰাদিকান্যপি ।
কৃতানি তেন লোকেঽস্মিন্ যেন ৰামায়ণং শ্ৰুতম্ ॥

অৰ্থাৎ যিয়ে ৰামায়ণ শুনিছে তেওঁৰ প্ৰয়াগ আদি তীৰ্থ, গঙ্গা আদি পবিত্ৰ নদী, নৈমিষ আদি অৰণ্য আৰু কুৰুক্ষেত্ৰ আদি পবিত্ৰ ক্ষেত্ৰ দেখাৰ ফল হৈছে।

"ৰামায়ণ" শব্দৰ অৰ্থ হৈছে ( ৰামস্য চৰিতাম্বিতম্ অয়ণং শাস্ত্ৰম্ ) ৰামৰ চৰিত্ৰ বিষয়ক গ্ৰন্থ। ই পদ্যৰ আকাৰে সৰল সংস্কৃত ভাষাত প্ৰায়ে অনুষ্টুপ্ ছন্দৰ শ্লোকত লিখা। ইয়াৰ মূল ছয়কাণ্ডত শ্লোকৰ সংখ্যা ২৪০০০ কিন্তু এতিয়া ই শেষৰ এটিকাণ্ড যোগ হৈ সাত কাণ্ডত বিভক্ত। ইয়াৰ লিখক মহৰ্ষি বাল্মীকি। সাধাৰণতে ৰামায়ণক ভাৰতৰ আদি কাব্য আৰু বাল্মীকিক আদি কবি বোলা হয়। ৰামায়ণৰ যুদ্ধ-কাণ্ডৰ শেষত লিখা আছে :—

ধন্যং যশস্যমায়ুষ্যং ৰাজ্ঞাং চ বিজয়াবহম্ ।
আদি কাব্যমিদং চাৰ্ষং পুৰা বাল্মীকিনা কৃতম্ ॥

ইয়াতেই ৰামায়ণক "আদি কাব্য" বোলা হৈছে।

ৰামায়ণ ৰচনাৰ কাল আৰু ৰামায়ণৰ উৎপত্তি সম্বন্ধে বিস্তৰ আলোচনা কৰা এই ক্ষুদ্ৰ ভূমিকাত অসম্ভৱ। নাথোন ৰামায়ণক আদি কাব্য আৰু বাল্মীকিক আদি কবি কি কাৰণে বোলা যাব পাৰে সেই সম্বন্ধে দুই এটা কথা ইয়াতে কব পৰা যায়। ভাৰতবৰ্ষৰ নিচিনা দেশত বাল্মীকিৰ পূৰ্ব্বে যে কবি নাছিল আৰু ৰামায়ণৰ পূৰ্ব্বে যে কোনো কাব্য বা কোনো প্ৰকাৰৰ ৰচনা হোৱা নাছিল এনে হবই নোৱাৰে। বাস্তবতে কাব্য বা কবিতাৰ আৰম্ভ বুলি কোনো সময়ৰ নিৰ্ণয় হব নোৱাৰে। বেদ উপনিষদ আদিৰ অনেক অংশই ৰামায়ণৰ পূৰ্ব্বে লিখা। কিন্তু পূৰ্ব্বৰ সেই বিলাক শাস্ত্ৰৰ ৰচোঁতা হিচাবে কোনো ব্যক্তি বিশেষৰ নাম কৰিব পৰা নাযায়। বেদক অপৌৰুষেয় আৰু অনাদি বোলা হয়। যি সকলে বেদৰ অনাদিত্ব স্বীকাৰ নকৰে তেওঁলোকেও বেদৰ লিখক বুলি কোনো ব্যক্তি বিশেষৰ নাম বিচাৰি উলিয়াব পৰা নাই। প্ৰাচীন কালৰ যি সকল কবিৰ নাম আমি পাওঁ তেওঁলোকৰ মাজত বাল্মীকিয়ে আটাইতকৈ আদি বা প্ৰথম আৰু প্ৰধান। বাল্মীকিৰ প্ৰতিভাকে অতীজৰ পৰা আটায়ে শ্ৰেষ্ঠ আসন দি ৰামায়ণক মহাকাব্যৰ আদৰ্শ বুলি স্বীকাৰ কৰি আহিছে।

ৰামায়ণ আৰু মহাভাৰত এই দুখনি মহাগ্ৰন্থই প্ৰাচীনকালতে ভাৰতীয় সভ্যতাৰ ভেঁটি গঢ়ি তুলিছে আৰু এই দুয়োৰো অন্তৰ্গত নানাপ্ৰকাৰ বিষয়ক আশ্ৰয় কৰি পিছৰ কালত হাজাৰ হাজাৰ কাব্য নাটক, আখ্যান উপাখ্যান আদিৰ সৃষ্টি হৈছে। কোনো কোনো লিখকে ৰামায়ণ আৰু মহাভাৰতক ভাৰতবৰ্ষৰ গঙ্গা আৰু সিন্ধু নদীৰ লগত তুলনা কৰে। গঙ্গা আৰু সিন্ধু এই দুখনি নদীয়ে যেনেকৈ আৰ্য্যাবৰ্ত্তৰ মাজেদিবৈ গৈ গোটেই দেশ খনকে সাৰুৱা কৰি শস্য সম্পদ আনি দিছে সেই দৰে ৰামায়ণ আৰু মহাভাৰতেও ভাৰতীয় সভ্যতা আৰু সংস্কৃতিৰ সম্পদ যোগাইছে। এই দুখনি নদীৰ পৰা যি দৰে শই শই উপনদী শাখানদী আদি ওলাইছে সেই দৰে ৰামায়ণ মহাভাৰতৰ পৰাও হাজাৰ হাজাৰ ৰচনাৰ সোঁত বৈছে। ৰামায়ণৰ লগত মহাভাৰতৰ পাৰ্থক্য এই খিনিতে দেখা যায় যে মহাভাৰতৰ ৰচনা ৰামায়ণতকৈ পিছত হলেও কালক্ৰমে তাত নানা প্ৰকাৰৰ কথাৰ যোগ হৈ সেয়ে এখনি বিৰাট বিশ্বকোষত পৰিণত হ'ল গৈ, কিন্তু ৰামায়ণ সপ্তকাণ্ডতে সীমাবদ্ধ হৈ এখন গুটীয়া কাব্যৰ আকাৰে থাকিবলৈ পালে। এই কাৰণেও ৰামায়ণক আদি কাব্য বোলা যাব পাৰে।

ৰামায়ণৰ সূত্ৰপাত হৈছে মহৰ্ষি নাৰদ আৰু বাল্মীকিৰ কথোপকথনৰ পৰা।

বাল্মীকিয়ে নাৰদক সুধিলে :—

কো ন্বস্মিন্ সাম্প্ৰতং লোকে গুণবান্ কশ্চ বীৰ্য্যবান্।
ধৰ্ম্মজ্ঞশ্চ কৃতজ্ঞশ্চ সত্যবাক্যো দৃঢ়ব্ৰতঃ॥
চাৰিত্ৰেণ কো যুক্তঃ সৰ্ব্বভূতেষু কো হিতঃ।
বিদ্বান্ কঃ কঃ সমৰ্থশ্চ, কশ্চৈক প্ৰিয়দৰ্শনঃ॥
আত্মবান্ কো জিতক্ৰোধো দ্যুতিমান্ কোঽনসূয়কঃ।

কস্ত বিভ্যতি দেবাশ্চ জাতরোষস্ত সংযুগে।
এতদিচ্ছাম্যহং শ্রোতুং পরং কৌতূহলং হি মে॥

এই পৃথিবীত বৰ্ত্তমান কালত কোন জনা পুৰুষ গুণী আৰু বীৰত্বশালী, কৰ্ত্তব্যজ্ঞান সম্পন্ন আৰু কৃতজ্ঞ, সত্যবান্ আৰু দৃঢ় প্ৰতিজ্ঞ? কোনজন চৰিত্ৰবান্ আৰু সৰ্ব্বভূতৰ হিতকাৰী, কোন জন বিদ্বান, শক্তিমান আৰু সুন্দৰ? কোনজনা পুৰুষ আত্ম সংযমী, ক্ৰোধজিৎ, উজ্জ্বল আৰু হিংসা ৰহিত? কাৰ খং উঠিলে যুদ্ধত দেৱতা সকলেও ভয় কৰে?

তেতিয়া নাৰদে উত্তৰ কৰিলে যে ইক্ষ্বাকু বংশজাত ৰামচন্দ্ৰয়ে এনেকুৱা পুৰুষ।

ইয়াৰ পিছত এদিন বাল্মীকিয়ে তমসা নদীত স্নান কৰিবলৈ যায়। বাটত তেওঁ এহাল মতা মাইকী চকোৱা (ক্ৰৌঞ্চ) চৰায়ে ধেমালি কৰি থকা দেখে। সিহঁতে ধেমালি কৰি থাকোঁতেই এক নিষ্ঠুৰ ব্যাধৰ শৰ আহি মতাটোক আঘাত কৰে। মতাটোৱে যেতিয়া মৃত্যু যন্ত্ৰনাত বাগৰি পৰি ধপ্‌ৰপাই থাকে তেতিয়া লগৰীয়া মাইকী জনীয়ে অতি কৰুণ সুৰে বিলাপ কৰিবলৈ ধৰে। এই মৰ্ম্মান্তিক দৃশ্য দেখি ঋষিৰ মনত দাৰুণ শোক ওপজে আৰু অতৰ্কিতে তেওঁৰ মুখত এই কেইষাৰি কথা শুনায়।

মা নিষাদ প্ৰতিষ্ঠাং ত্বমগমঃ শাশ্বতীঃ সমাঃ।
যৎ ক্ৰৌঞ্চ মিথুনাদেকম্ অবধীঃ কাম মোহিতম্॥

এই বাক্য সমান আখৰ আৰু সমান মাত্ৰাৰ চতুষ্পদ যুক্ত হৈ ঋষিৰ মুখৰ পৰা ওলোৱাত "শ্লোক" নাম পায় আৰু এই শ্লোকেৰেই ৰামায়ণ ৰচিত হয়। ৰামায়ণ মহাকাব্যত কাব্যৰ সকলো প্ৰকাৰ ৰসৰে সমাবেশ হলেও ইয়াৰ প্ৰধান সুৰ যে কৰুণাত্মক হয় তাক "শ্লোক"ৰ উৎপত্তি লৈ চালেই বুজিব পাৰি।

ৰামায়ণৰ তিনি প্ৰকাৰ সংগ্ৰহ পোৱা হৈছে। প্ৰথম বোম্বাইৰ পৰা ওলোৱা, দ্বিতীয় বঙ্গীয় বা গৌড়ীয় ৰামায়ণ, তৃতীয় উত্তৰ পশ্চিম ভাৰতৰ লাহোৰৰ পৰা ওলোৱা। চতুৰ্থ একপ্ৰকাৰ ৰামায়ণ বাৰ্লিনৰ লাইব্ৰেৰীত হাতেলিখা অৱস্থাত আছে বুলি শুনা যায়। মানুহৰ মুখে মুখে প্ৰচলিত হৈ আহি ৰামায়ণে যেতিয়া প্ৰথমে লিখিত আকাৰ লয় তেতিয়া ঠায়ে ঠায়ে মূলৰ পৰা তাৰ অলপ লৰচৰ হয়। বোম্বাই আৰু লাহোৰৰ ৰামায়ণ প্ৰায় মিলে কিন্তু গৌড়ীয় ৰামায়ণত আন দুখনতকৈ অলপ লৰ দেখা যায়। আটাই কেই ঠাইতে ৰামায়ণ সাত কাণ্ডত বিভক্ত।

মূল ৰামায়ণৰ আদি বা বালকাণ্ডত লিখা আছে যে বাল্মীকিয়ে প্ৰথমতে আদি বা বালকাণ্ডৰ পৰা লঙ্কা বা যুদ্ধ কাণ্ডলৈকে ছয় কাণ্ড ৰামায়ণ ৰচনা কৰে। এই ছয় কাণ্ড ২৪ হাজাৰ শ্লোকত লিখা। এই ছয় কাণ্ডৰ পিছত হে শেষৰ উত্তৰাকাণ্ড ৰচিত হয়। ৰামায়ণ সম্বন্ধে আজি কালি প্ৰাচ্য আৰু পাশ্চাত্যৰ যি সকল পণ্ডিতে আলোচনা কৰিছে তেওঁলোকৰ কাৰো কাৰো মতে আদিতে ৰামায়ণত পাঁচ কাণ্ড হে আছিল। প্ৰথম আৰু শেষৰ কাণ্ড দুটা পিছত হে যোগ দিয়া হৈছে। এই সকল পণ্ডিতে কয় যে আদি কাণ্ড আৰু উত্তৰাকাণ্ড লিখাৰ ধৰণ, বিষয় বৰ্ণনা আৰু

কৰিব বাকী পাঁচ কাণ্ডতকৈ তল খাপৰ। বাল্মীকিয়ে তেওঁৰ নিজৰ পাঁচ কাণ্ডত ৰামচন্দ্ৰক আদর্শ মানব ভাবে বৰ্ণনা কৰি গৈছিল কিন্তু তেওঁৰ পিছৰ আন আন লিখক সকলে আদি আৰু উত্তৰা কাণ্ডত ৰামচন্দ্ৰক মানুহৰ শ্ৰেণীৰ পৰা গুছাই পূৰ্ণব্ৰহ্মৰ অৱতাৰ বুলি দেখুৱাইছে। এই খিনি পৰিবৰ্ত্তনতে নিশ্চয় ভাৰতীয় সকলৰ ধৰ্ম্মজীবন আৰু সামাজিক জীবনৰ ক্ৰম বিকাশৰ বহুত কথা সোমাই আছে।

ৰামায়ণ লিখাৰ কাল সম্বন্ধে নানাপ্ৰকাৰ মতবাদৰ সীমা নাই। প্ৰাচীন হিন্দু কালগণনা অনুসাৰে খ্ৰীষ্টজন্মৰ ৮৬৭১০২ বছৰ আগতে ৰামচন্দ্ৰৰ আবিৰ্ভাব হৈছিল। দুবছৰ মান আগতে মিঃ ৰামলিঙ্গম্ নামে এজন পণ্ডিতে কয় যে ৰামায়ণেই পৃথিবীৰ আদিগ্ৰন্থ। ই ৮০০০০০ বছৰৰ আগৰে। তেওঁৰ মতে সেই কালত ওৱালটেয়াৰৰ দক্ষিণৰ পৰাই সাগৰ আৰম্ভ হৈছিল আৰু ওৱালটেয়াৰৰ পৰা ৰামে সেতু বন্ধিছিল। ওৱালটেয়াৰৰ দক্ষিণে যে মাটি নাছিল তাৰ প্ৰমাণ কৰিবলৈ গৈ তেওঁ কয় যে আজি কালিও দক্ষিণভাৰতত নামৰ পিছত সমুদ্ৰম্ থকা অনেক গাওঁ আৰু নগৰ আছে আৰু আগেয়ে সেই বিলাক ঠাই সাগৰৰ তলিত আছিল।

এই শ্ৰেণীৰ মতবাদ এৰি দিলে দেখা যায় যে বৰ্ত্তমান ইউৰোপীয় পণ্ডিত সকলে ৰামচন্দ্ৰৰ আবিৰ্ভাবৰ সময় খৃষ্টপূৰ্ব্ব ২০০০ বছৰৰ পৰা এক হেজাৰ বছৰ মানত থৈছে গৈ। এজন ইউৰোপীয় পণ্ডিতে ( Bently ) ৰামচন্দ্ৰৰ জন্ম খ্ৰীষ্টপূৰ্ব্ব ৯৬১ চনৰ ৬ এপ্ৰিলত হৈছে বুলি ঠিৰাং কৈ কৈছে। অলপতে এজন পণ্ডিতে স্কন্দপুৰাণ বিলাকৰ সহায়ে প্ৰমাণ কৰিবৰ চেষ্টা কৰিছে যে ৰামচন্দ্ৰৰ আবিৰ্ভাব খ্ৰীষ্টৰ জন্মৰ ২১২৪ বছৰ পূৰ্ব্বে হৈছিল আৰু তেওঁ ২৮ বছৰ বয়সত বনবাসলৈ গৈ ১৪ বছৰৰ পিছত ফিৰি আহে আৰু ১১ বছৰ ৰাজত্ব কৰাৰ পিছত ৫৩ বছৰ বয়সত তেওঁৰ মৃত্যু হয়। তেওঁ আৰু কয় যে ৰামচন্দ্ৰই ৰজা হৈ ভূমি দান কৰা কোনো কোনো তামৰ ফলি ১৪১৬ পূৰ্ব্ব খ্ৰীষ্টাব্দত যুধিষ্ঠিৰে ৰাজত্ব কৰা সময়লৈকে আছিল। *

আৰৌ এটা কথা এই যে প্ৰাচীন হিন্দু শাস্ত্ৰত কেবাজন ৰামৰ উল্লেখ পোৱা যায়। সাধাৰণ লোকৰ মুখত শুনা যায় যে ৰাম তিনিজন যেনে পৰশুৰাম, বলৰাম আৰু ৰামচন্দ্ৰ। কিন্তু এই কথা বেলেগ। ৰামচন্দ্ৰ নামে এজনা ৰজাৰ কথা ঐতৰেয় ব্ৰাহ্মণত পোৱা যায়। দাশৰথি ৰামৰ আবিৰ্ভাব তাৰ পিছত হে।

আজি কালি ৰামায়ণৰ কালৰ অনুসন্ধান কৰোঁতে জাতক গ্ৰন্থমালাৰ লগত ৰামৰ সম্বন্ধ কি তালৈ বিশেষ মনোযোগ দিয়া হয়।

ৰামায়ণ ৰচিত হোৱাৰ আগৰ পৰাই যে ৰাম সম্বন্ধে দেশত নানাপ্ৰকাৰ কাহিনী প্ৰচলিত আছিল তাক পূৰ্ব্ববৰ্ত্তী কিছুমান জাতকৰ পৰা বুজা যায়। ৰাম আৰু ৰাৱণ সম্বন্ধে পূৰ্ব্বে অসম্বন্ধ ভাবে যিবিলাক কথা প্ৰচলিত আছিল সেই বিলাকেই ৰামায়ণ ৰচনাৰ আহিলা পাতি আছিল বুলি অনুমান হয়। যদি বা জাতকক আশ্ৰয় কৰি ৰামায়ণ হোৱা নাই তেনে হলে ৰামায়ণ আৰু জাতক

* Lecture by Girindra Sekhor Bose in the Sahitya Parishad, Calcutta.

কিষ্কুমান আখ্যানত অকল বাবনৰ হে উল্লেখ আছে। সেই দৰে উত্তৰ ভাৰতৰ বিষ্কুমান আখ্যানত বামৰ হে উল্লেখ আছে। দশৰথ জাতকত সীতা বামৰ ভনীয়েক আছিল বুলি বৰ্ণোৱা আছে। এই জাতকৰ মতে দশৰথ বেনাবচৰ বজা আছিল আৰু তেওঁৰ পুতেক বামচন্দ্ৰই দেশ এবি গৈ গোটেই জীৱন হিমালয়ত কটাইছিল। দশৰথ জাতক বুদ্ধ দেবৰ জন্মৰ অনেক পূৰ্ব্বে বচিত হৈছিল। সাম জাতক, বেশান্তৰ জাতক আদিতো বামচন্দ্ৰৰ কথা পোৱা যায়। জাতক গ্ৰন্থৰ আটাই খিনি অবশ্তে প্ৰাচীন নহয়। বেছি ভাগ জাতক বুদ্ধদেবৰ পিছত হে লিখা।

বামায়ণত বৰ্ণিত বিষয়ৰ তাৎপৰ্য্য সম্বন্ধেও নানামুনিৰ নানা মত। সাধাৰণ মত এই যে বামায়ণত বামচন্দ্ৰ আৰু বাক্ষস সকলৰ মাজত যি যুদ্ধৰ বৰ্ণনা কৰা হৈছে সেয়ে ভাৰতত প্ৰাচীন কালত আৰ্য্য আৰু অনাৰ্য্য সকলৰ মাজত হোৱা সংঘৰ্ষ বুজাইছে। দাক্ষিণত্যৰ আদিম অধিবাসী যিবিলাক খেলে বামচন্দ্ৰৰ লগত মিত্ৰতা কৰিলে বা অধীনতা স্বীকাৰ কৰিলে তেওঁলোকক বান্দৰ বোলা হ'ল আৰু যি সকলে বিবোধ আচৰিলে তেওঁলোকক বাক্ষস বোলা হ'ল। বাক্ষস বিলাক বৈদিক ধৰ্ম্মাবলম্বী নহলেও তেওঁলোকৰ মাজত নানাপ্ৰকাৰ আদিম কালৰ পূজা আৰু সাধনাৰ প্ৰচলন আছিল। কোনো কোনোৱে কয় যে সীতা শব্দৰ অৰ্থ হৈছে নাঙলৰ শিৰা। সীতাক দাক্ষিণাত্যই দি লঙ্কাক নিয়া মানে দাক্ষিণাত্যত কৃষি সভ্যতাৰ প্ৰচাৰ।

বামায়ণৰ বৈদেশিক উৎপত্তি সম্বন্ধেও মাজে সময়ে দুই এক কথা শুনা যায়। গ্ৰীক কবি হোমৰৰ মহাকাব্য ইলিয়ডৰ বৰ্ণিত কাহিনীৰে সৈতে বামায়ণৰ কথাৰ অলপ মিল দেখা যায়। লঙ্কাৰ যুদ্ধৰে সৈতে ট্ৰয় যুদ্ধৰ অযোধ্যাৰে সৈতে স্পাৰ্টাৰ, বামে সৈতে মেনেলিয়াচৰ, লক্ষ্মণে সৈতে পেট্ৰোক্লিচৰ, সীতাই সৈতে হেলেনৰ, বাৱণৰ সৈতে পেৰিচৰ, ইন্দ্ৰজিতে সৈতে হেক্টৰৰ আৰু সুগ্ৰীৱে সৈতে আগামেমনৰ তুলনা কৰিব পৰা যায়। এই সামঞ্জস্য কিন্তু নিতান্ত উপকল্প। হোমৰ বাল্মীকিৰ পিছৰ কবি, সুতৰাং বামায়ণৰ প্ৰভাৱ ইলিয়ডৰ ওপৰত হে পৰিব পাৰে, কিন্তু ইলিয়ডৰ প্ৰভাৱ বামায়ণত নাই। সেই দৰে ইজিপ্টৰ সম্ৰাট বেমেচচৰ (Rameses II) লগত বামৰ তুলনা কৰা হয়। কিন্তু এই বিলাক কথাৰ একো আগগুৰি নাই।

বামায়ণৰ বৰ্ণিত কাহিনী আৰম্ভ হয় অযোধ্যা কাণ্ডৰ পৰা। এই কাণ্ডৰ বৃত্তান্ত সৰল আৰু এই কাণ্ডৰ কবিত্ব আৰু বৰ্ণনা কৌশল আদি আন আন কাণ্ডতকৈ শ্ৰেষ্ঠ। কিন্তু অযোধ্যা কাণ্ডৰ পৰা লঙ্কা কাণ্ডলৈ গলে আমি নানা প্ৰকাৰ অতিৰঞ্জিত বৰ্ণনা পাবলৈ ধৰোঁ। লঙ্কাকাণ্ডৰ বৰ্ণনাত বান্দৰ বিলাকৰ প্ৰত্যেকে দেৱতা সকলৰ এটা অংশ বা সন্তান আৰু বাক্ষস সকলৰ একোটা বিৰাট কায় জীৱন জীৱ।

বামায়ণত দাক্ষিণাত্যৰ অধিবাসী সকলৰ বৃত্তান্ত আৰম্ভ হৈছে অযোধ্যা কাণ্ডৰ পিছৰ পৰা। বাস্তবিকে বামায়ণক উত্তৰ ভাৰতীয় আৰু দক্ষিণ ভাৰতীয় এই দুটা খণ্ডত ভাগ কৰিব পাৰি। বামচন্দ্ৰই দাক্ষিণাত্যৰ অৰণ্যত সোমোৱাৰ পিছৰ পৰাই অনেক উদ্ভট কল্পনাৰ আৰম্ভ হয়। অবশ্তে আমি এইটোও কব নোৱাৰোঁ যে অযোধ্যা কাণ্ডৰ পিছত হে অনাৰ্য্য সকলৰ প্ৰথম আবিৰ্ভাৱ হ'ল,

কাৰণ অযোধ্যাকাণ্ডৰ ভিতৰতে গুহক চণ্ডালৰ বিৱৰণ আছে। গুহক চণ্ডাল নিশ্চয় এজনা অনাৰ্য্য সকলৰ নায়ক আছিল।

আৰু এটা কথা লক্ষ্য কৰিব লগীয়া এই যে প্ৰথমতে বানৰ সকলৰ লগত ৰামচন্দ্ৰৰ সম্বন্ধ বন্ধুত্বমূলক। সুগ্ৰীবৰ লগত ৰামে প্ৰথমতে সখিত্বহে পাতে। শেষত গৈ ই গুৰু আৰু ভক্তৰ সম্বন্ধত পৰিণত হয়। হিন্দু বিলাকৰ মনত বানৰ বধ অতি নিন্দনীয়। বৃন্দাবনত বান্দৰ মাৰিব একেবাৰে নে পায়। প্ৰাচীন কালত অনাৰ্য্য সকলৰ কোনো এটা শাখাও বানৰৰ এবিধ প্ৰতীক ( totem ) আছিল বুলিও অনুমান কৰিব পাৰি। আৰু এটা কথা মন কৰিব লগীয়া এই যে ৰামৰ পূজা কতো অকলে নহয়। সকলো ঠাইতে ৰাম সীতা, নাইবা ৰাম সীতা, লক্ষ্মণ ভৰত হনুমান আদিক একে লগে পূজা কৰা হয়। কিন্তু হনুমানৰ সাবে অকলে পূজাৰ ব্যৱস্থা আছে। হনুমান জীৰ মন্দিৰ অলেখ। হনুমানৰ মাহাত্ম্য যদি অকল ৰামৰ কিঙ্কৰ বাবে হে হ'ল হেঁতেন তেনে হলে হনুমানজীৰ বাবে অকলে মন্দিৰ আৰু পূজাৰ ব্যৱস্থা হোৱাতো আচৰিত ধৰণৰ কথা। *

এই দৰে আকৌ ৰামায়ণত বৰ্ণিত কিছুমান ঠাই ক'ত আছিল সেই সম্বন্ধেও নানাপ্ৰকাৰ মতভেদ দেখা যায়। পূৰ্ব্বৰ লঙ্কা ৰাজ্য কত আছিল এই সম্বন্ধে নানাপ্ৰকাৰ কল্পনা চলিছে। ৰামায়ণৰ যুগৰ ভাৰতৰ ভৌগলিক বিৱৰণ নিৰ্ণয় কৰাটো এটা ডাঙৰ গবেষণাৰ বিষয় হৈ ৰৈছে। বাল্মীকিৰ ৰামায়ণত প্ৰাগ্‌জ্যোতিষৰ নামৰ উল্লেখৰ বাহিৰে বেছি কথা পোৱা নেযায়। কালিদাসৰ ৰঘুবংশতো প্ৰাগ্‌জ্যোতিষৰ উল্লেখ আছে।

এই বিলাক কথাৰ পৰা এই সিদ্ধান্ত কৰিব পৰা যায় যে প্ৰাচীন কালত আৰ্য্য আৰু অনাৰ্য্য, ব্ৰাহ্মণ ক্ষত্ৰিয় আৰু আদিম অধিবাসী সকলৰ সংঘৰ্ষৰ ফলে আৰ্য্যাবৰ্ত্ত আৰু দাক্ষিণাত্যত পূৰ্ব্বৰ পৰা যি বিলাক কাহিনী প্ৰচলিত হৈ পাৰিছিল সেই সকলোকে গোট খুৱাই বাল্মীকিয়ে নিজৰ অসীম প্ৰতিভাৰ বলে এই বিশাল মহাকাব্যৰ সৃষ্টি কৰে।

ৰামায়ণ সম্বন্ধে ভাৰতীয় অলেখ প্ৰাচীন পণ্ডিতে আলোচনা কৰি গৈছে। কিন্তু তেওঁলোকৰ আলোচনা ভক্তিমূলক আৰু তেওঁলোকে ৰামায়ণৰ ৰবিৰ আৰু আধ্যাত্মিক অৰ্থৰ আলোচনা কৰাতেই নিময়। যোগ বাশিষ্ঠ ৰামায়ণ, অধ্যাত্ম ৰামায়ণ অদ্ভূত ৰামায়ণ আদি এই শ্ৰেণীৰ পুথি আৰু এই বিলাকৰ কিছুমান বাল্মীকিয়ে নিজেই লিখিছিল বুলি প্ৰবাদ। ৰামায়ণৰ আন আন টীকা ব্যাখ্যা আদিও অলেখ। আগৰ কালৰ পণ্ডিত সকলে ৰামায়ণৰ অন্তৰঙ্গ আলোচনা কৰি গৈছে বহিৰঙ্গ আলোচনা সম্পৰ্কে মনোযোগ দিয়া নাই।

গ্ৰন্থৰ আলোচনা দুই প্ৰকাৰৰ হব পাৰে। ই ক'ত ৰচিত হ'ল কোনে ৰচনা কৰিলে, তাৰ ভাষা কেনেকুৱা, গ্ৰন্থ ৰচনা কৰোঁতে সামাজিক অৱস্থা কেনেকুৱা আছিল, কিমান খিনি আনৰ পৰা গ্ৰহণ কৰা আৰু কিমানখিনি গ্ৰন্থকাৰৰ নিজৰ, গ্ৰন্থত আৰ্ষ প্ৰয়োগ কিমান আছে এই বিলাক হৈছে বহিৰঙ্গ আলোচনাৰ বিষয়। যি দৰে এটি সুন্দৰ ফুল পালে তাৰ পাহি কেইটা আৰু তাৰ

* গোৱালপাৰা জিলাৰ টঙ্কেশ্বৰী পাহাৰত থকা বান্দৰ বিলাকৰ সমাজ সম্বন্ধে কিছুমান আচৰিত ধৰণৰ কথা প্ৰচলিত আছে।

দুয়ো পূর্ব্বৰ কিছুমান আখ্যান অবলম্বন কৰি ৰচিত হৈছিল। বৌদ্ধ আৰু জৈন সকলৰ দাক্ষিণাত্যৰ আকৃতি কেনেকুৱা তাৰে আলোচনা কৰি না থাকি তাৰ সুগন্ধ আৰু সৌন্দৰ্য্য উপভোগ কৰাটোহে প্ৰকৃত কাম সেই দৰে আগৰ পণ্ডিত সকলে ভাবিছিল যে বহিৰঙ্গ আলোচনাত কাল নকটাই গ্ৰন্থৰ আধ্যাত্মিক মৰ্ম্ম অনুভৱ কৰা আৰু কবিত্ব উপভোগ কৰাটোহে প্ৰকৃত কৰ্ত্তব্য। অন্তৰঙ্গ আৰু বহিৰঙ্গ আলোচনা সম্বন্ধে লোকমান্য বালগঙ্গাধৰ তিলকৰ গীতাৰহস্য ত মুৰাৰি কবিৰ তলত লেখা শ্লোকটি দিয়া আছে :—

অব্ধিৰ্লঙ্ঘিত এব বানৰ ভটৈঃ কিং তস্য গম্ভীৰতাম্।
আপাতাল নিমগ্ন পীবৰ তনুৰ্জানাতি মন্থাচলঃ॥

অৰ্থাৎ সমুদ্ৰৰ গভীৰতা জানিব খুজিলে তাক কোনে কব? ৰাম ৰাৱণৰ যুদ্ধত অলেখ বান্দৰে সমুদ্ৰ পাৰ হৈছিল সচাঁ, কিন্তু তাৰে কেই জনে সমুদ্ৰৰ গভীৰতাৰ পৰিচয় পাইছিল। সমুদ্ৰ মন্থনৰ সময়ত দেৱতা সকলে যি বিশাল পৰ্ব্বতক মন্থন দণ্ড কৰি সমুদ্ৰৰ তললৈ পঠিয়াছিল আৰু যি পৰ্ব্বতে সমুদ্ৰৰ তলৰ পাতাল পাইছিল গৈ, সেই মন্দৰ পৰ্ব্বতেহে সাগৰৰ গভীৰতা জানিবলৈ সমৰ্থ হৈছিল।

প্ৰাচীন পণ্ডিত সকলৰ এনেকুৱা ধাৰণাৰ বাবে বহিৰঙ্গ আলোচনাই ভাৰতত বেছি দূৰ আগবাঢ়িব পৰা নাই। এই কাম বৰ্ত্তমান যুগৰ পণ্ডিত সকলৰ ভাগত হে পৰিছে আৰু ৰামায়ণৰ ঐতিহাসিক তাৎপৰ্য্য সম্বন্ধে যেয়ে যি মত প্ৰকাশ কৰক, ইয়াৰ আভ্যন্তৰিক মাহাত্ম্য এতিয়াও অক্ষুন্ন হৈ ৰৈছে।

ৰামায়ণৰ গৌৰৱ সম্বন্ধে ব্ৰহ্মাৰ মুখৰ পৰা তলত লিখা বাণী ওলাইছিল বুলি ৰামায়ণত কোৱা আছে। সেই বাণী হৈছে এই :—

যাবৎ স্থাস্যন্তি গিৰয়ঃ সৰিতশ্চ মহীতলে।
তাবদ্ৰামায়ণ কথা লোকেষু প্ৰচৰিষ্যতি॥

অৰ্থাৎ যি দিনালৈ পৃথিবীত পৰ্ব্বত বিলাক ৰৈ থাকিব আৰু নদী সকল বৈ থাকিব সেই দিনালৈকে ৰামায়ণ-কথাৰ প্ৰচাৰ পৃথিবীত থাকিব।

আজি হাজাৰ হাজাৰ বছৰ ধৰি আমি এই কথাৰ মৰ্ম্ম অনুভৱ কৰি আহিছোঁ। এতিয়াও ডেকা বুঢ়া আটায়ে ৰামায়ণ আৰু মহাভাৰতৰ কাহিনী শুনি জ্ঞান আৰু মনৰ শান্তি লাভ কৰে আৰু শিশু সকলৰ চৰিত্ৰ গঠনতো ৰামায়ণ মহাভাৰতৰ কাহিনীৰ নিচিনা আন একোৱে সহায় নকৰে।

---

# ভাষা ৰামায়ণ

আজিকালি ইউৰোপৰ প্ৰায় সকলো ভাষাতে ৰামায়ণৰ অনুবাদ হৈছে। কিন্তু আজি-কালিৰ কথা বেলেগ। আমি প্ৰায় দুই হাজাৰমান বছৰৰ আগৰে পৰা ভাৰতবৰ্ষৰ প্ৰায় সকলো প্ৰধান ভাষাত আৰু আনকি ভাৰতৰ বাহিৰেও ৰামায়ণৰ অনুবাদ হোৱা দেখিবলৈ পাওঁ। প্ৰায় ২৫০ খৃষ্টাব্দতে চীন ভাষাত ৰামায়ণৰ অনুবাদ হোৱা জনা গৈছে *। ইয়াৰ পিচত পালি ভাষাত ৰামায়ণ লিখা হয়। বৃহত্তৰ ভাৰতৰ অন্তৰ্গত যাভা আৰু বালী দ্বীপ আদিতো নিশ্চয় ৰামায়ণ আৰু মহাভাৰতৰ অতি প্ৰাচীন কালতে হোৱা অনুবাদ দেখিবলৈ পোৱা যাব।

ভাৰতৰ সকলো থাই ভাষাতে ৰামায়ণ আৰু মহাভাৰতৰ অনুবাদ ইমান প্ৰকাৰৰ হৈছে আৰু তাৰ নানাপ্ৰকাৰ বিষয়ক আশ্ৰয় কৰি ইমানবিলাক কাব্য, নাটক, আখ্যান, উপাখ্যান আদি ৰচিত হৈছে যে তাক কৈ অন্ত কৰিব নোৱাৰি। শ্ৰীৰামচন্দ্ৰ আৰু শ্ৰীকৃষ্ণৰ যি দৰে নানাপ্ৰকাৰ উপাসক সম্প্ৰদায়ৰ সৃষ্টি হৈছে সেইদৰে ভাৰতৰ প্ৰায় সকলো ভাষাতে ৰামায়ণীয় আৰু মহাভাৰতীয় এই দুই প্ৰকাৰ বিৰাট সাহিত্যৰো সৃষ্টি হৈছে। দাক্ষিণাত্যৰ তামিল ভাষাত নৱম শতাব্দীতে ৰামায়ণ ৰচনা হয়। এঘাৰ শতিকাত জৈন ধৰ্মাবলম্বী পণ্ডিত হেমচন্দ্ৰ আচাৰ্য্যই জৈন ৰামায়ণ ৰচনা কৰে। জৈন ৰামায়ণ মূল বাল্মিকী ৰামায়ণতকৈ সম্পূৰ্ণ বেলেগ। জৈন ৰামায়ণত ৰাক্ষস সকলৰ বৃত্তান্তেৰে পুথিৰ আৰম্ভ হয়, আৰু ৰামচন্দ্ৰৰ উল্লেখ পিছতহে পোৱা যায়। ইয়াৰ পিচত তৈলঙ্গী, উৎকল, মাৰাঠী আদি ভাষাত ৰামায়ণ ৰচনা হয়।

চৈধ্য শ শতিকাৰ মাজ ভাগত কামৰূপ ৰাজ্যৰ কবি মাধৱকন্দলীয়ে অসমীয়া ৰামায়ণ লিখে। ইয়াৰ পিচত পণ্ডিত কৃত্তিবাসে বঙ্গলা ৰামায়ণ ৰচনা কৰে। বঙ্গীয় পণ্ডিত সকলে, বিশেষকৈ স্বৰ্গীয় দীনেশচন্দ্ৰ সেনে, চৈধ্য শ খৃষ্টাব্দত কৃত্তিবাসে বঙ্গলা ৰামায়ণৰ ৰচনা আৰম্ভ কৰিছিল বুলি স্থিৰ কৰিছে। ইয়াৰ পিচত হিন্দী ভাষাত মহাত্মা তুলসীদাসে বিখ্যাত হিন্দী ৰামায়ণ ৰচনা কৰে। হিন্দী ৰামায়ণৰ লিখা ১৫৭৬ চনত আৰম্ভ হয় আৰু তাৰ ভালেমান বছৰৰ পিচতহে লিখাৰ কাৰ্য্য সমাপ্তি হয়।

এই ভাষা-ৰামায়ণ বিলাকত কবিসকলে যদিও থাইকৈ মূল সংস্কৃত ৰামায়ণৰ পৰা অনুবাদ কৰে, তথাপি তেওঁলোকৰ নিজৰ কবিত্ব ভাত থটোৱা বাবে আৰু তেওঁলোক যি ঠাইৰ মানুহ সেই ঠাইৰ সামাজিক ৰীতি-নীতি আৰু চিন্তাৰ ধাৰা আদিৰ এটা প্ৰভাৱ তেওঁলোকৰ লিখাৰ ওপৰত পৰা বাবে ভাষা ৰামায়ণ বিলাকৰ প্ৰত্যেকৰে একোটা স্বকীয় বিশেষত্ব দেখা যায়। পূৰ্ব্বতে কোৱা হৈছে যে মূল ৰামায়ণৰ বোম্বাই, উত্তৰ-পশ্চিম ভাৰত, আৰু বঙ্গদেশৰ তিনিপ্ৰকাৰ সংগ্ৰহ পোৱা গৈছে। ভাষা কবিসকলে তেওঁলোকৰ লিখাৰ বাবে যি যি প্ৰকাৰ সংগ্ৰহৰ ওপৰত

---

* অধ্যাপক উপেন্দ্ৰচন্দ্ৰ লেখাৰুৰ প্ৰবন্ধ "চীন সাহিত্যত ৰামায়ণ"—'জয়ন্তী', ১৮ ফাগুন, ১৮৬২ শক।

নির্ভৰ কৰিছিল সেই অনুসাৰেও তেওঁলোকৰ পুথিত পাৰ্থক্য ঘটিছে। অসমীয়া আৰু বঙলা ৰামায়ণত মূলৰ পৰা কি পাৰ্থক্য ঘটিছে তাক পিছত আলোচনা কৰা হব।

প্ৰত্যেক ভাষাতে আকৌ অনেক অনেক কবিয়ে ৰামায়ণ লিখিছে আৰু অনেক প্ৰকাৰৰ হাতে লিখা পুথি পোৱা হৈছে। স্বৰ্গীয় নগেন্দ্ৰনাথ প্ৰাচ্য-বিদ্যা-মহাৰ্ণবৰ "বিশ্বকোষ"ত মাৰাঠী ভাষাত আঠ প্ৰকাৰ, তৈলঙ্গী ভাষাত ৫ প্ৰকাৰ, তামিল ভাষাত ১২ প্ৰকাৰ, উৎকল ভাষাত ৬ প্ৰকাৰ, হিন্দী ভাষাত ১১ প্ৰকাৰ আৰু বঙ্গ ভাষাত ২৫ প্ৰকাৰৰ ৰামায়ণ পোৱা যায় বুলি উল্লেখ কৰিছে। তেওঁৰ লিখাত দেখা যায় যে বঙলা ভাষাৰ ৰামায়ণৰ সংখ্যা আটাইতকৈ বেছি আৰু তাত অসমীয়া ভাষাৰ ৰামায়ণৰ একো উল্লেখ নাই।

---

## অসমীয়া ৰামায়ণ

অসমীয়া ভাষাত মাধৱ কন্দলী আৰু অনন্ত কন্দলী এই দুজনা কবিয়ে ৰামায়ণ ৰচনা কৰিছিল বুলি জনাজাত। মাধৱ কন্দলী শঙ্কৰ দেৱৰ পূৰ্ব্বৰ কবি আৰু তেওঁৰ আন এটা নাম কবিৰাজ কন্দলী। অনন্ত কন্দলী শঙ্কৰ দেৱৰ প্ৰায় সমসাময়িক কবি। অনন্ত কন্দলীৰ ৰামায়ণক অনন্ত ৰামায়ণ বোলা হয়। অসমীয়া মানুহৰ মাজত এতিয়াও ভালদৰে ইয়াৰ প্ৰচাৰ হোৱা নাই। কোনো কোনো বঙালী সাহিত্যিকে অনন্ত ৰামায়ণক একপ্ৰকাৰ বঙলা ৰামায়ণ বুলিও তেওঁলোকৰ লেখত সোমাই লৈছে। অনন্ত কন্দলীৰ ৰামায়ণক অনন্ত ৰামায়ণ বোলা হলে আমি বোধকৰো মাধৱ কন্দলীৰ ৰামায়ণক সংক্ষেপতে কন্দলী ৰামায়ণো বুলিব পাৰো। অসমীয়া ৰামায়ণ বুলিলে ঘাটকৈ আমি মাধৱ কন্দলীৰ ৰামায়ণকেহে বুজো। ১৮৯৯ খৃষ্টাব্দতে স্বৰ্গীয় মাধৱচন্দ্ৰ বৰদলৈয়ে এই ৰামায়ণ এবাৰ ছপাই থৈ অসমীয়া জাতিৰ আৰু অসমীয়া ভাষাৰ অশেষ উপকাৰ কৰি গৈছে।

ইয়াত বাজেও অবধূত আচাৰ্য্য নামে এজনা অসমীয়া কবিৰ ৰচিত সপ্তকাণ্ড ৰামায়ণ ৰংপুৰ অঞ্চলত পোৱা যায় বুলি শুনা গৈছে। এইখনি ৰামায়ণ সম্বন্ধে অসমীয়া মানুহে এতিয়াও একো নেজানে বুলিলেই হয়। পণ্ডিত শ্ৰীযুত প্ৰতাপচন্দ্ৰ গোস্বামী দেৱে কোচবিহাৰৰ ষ্টেট্ লাইব্ৰেৰীত অসমীয়া পুথি সম্বন্ধে অনুসন্ধান কৰোঁতে অবধূত আচাৰ্য্যৰ ৰচিত ৰামায়ণৰ সন্ধান পোৱা বুলি কোৱা শুনিছো। তেখেতে কয় যে অবধূত আচাৰ্য্য সম্ভবতঃ পূৰ্ব্বৰ কামৰূপৰ অন্তৰ্গত ৰংপুৰ জিলাৰ মানুহ আছিল। গুৱাহাটীৰ কামৰূপ অনুসন্ধান সমিতিৰ লাইব্ৰেৰীত অবধূত আচাৰ্য্যৰ ৰচিত লঙ্কাকাণ্ডৰ এটি অংশ আছে। এওঁৰ ৰচিত লঙ্কাকাণ্ডত আন আন লঙ্কাকাণ্ডতকৈ বহুত বেলেগ কথা দেখা যায়। এই লঙ্কাকাণ্ডৰ শেষৰ কেই ফাঁকি তলত দিয়া গ'ল :—

ৰাম ৰাম বোল ভাই এহি বাৰে বাৰ।
মনুষ্য দুৰ্লভ জন্ম না হইবে আৰ॥

কফ, পিত্ত, বায়ু যখন তিন কৰিবে মেলা।
ৰাম নাম বলিতে নাৰিবে চাপিয়া ধৰিবে গলা॥

গ্ৰন্থকাৰৰ সম্বন্ধে তাত এইখিনি মাথোন জনা যায়—

জনম জনম হৌক ৰামেত ভকতি।
অদ্ভুত আচাৰ্য্য কবি মধুৰ ভাৰতি॥

মাধৱ কন্দলী আৰু অনন্ত কন্দলীৰ ৰচিত ৰামায়ণৰ বেলেগ বেলেগ কাণ্ডবোৰ হাতেলিখা অৱস্থাত ঠায়ে ঠায়ে অসমীয়া মানুহৰ ঘৰত আৰু বিশেষকৈ সত্ৰ আদিত পোৱা যায়। এতিয়ালৈকে যিমান পুথি পোৱা গৈছে বিচাৰ কৰিলে বোধকৰোঁ তাতকৈ বহুত বেছি ওলাব। এই পুথিবিলাক প্ৰায় এটা এটা কাণ্ডতহে পোৱা যায়। আটাই কেই কাণ্ড একে লগে খুব কম ঠাইতহে পোৱা যায়। মাধৱ কন্দলীয়ে তেওঁৰ পুথিত সপ্তকাণ্ড ৰামায়ণ ৰচনা কৰা বুলি নিজে উল্লেখ কৰিছে। কিন্তু তেওঁৰ ৰচিত সাতোটা কাণ্ড পাবলৈ অসমীয়া জাতিৰ ভাগ্যত নহল। শুনা যায় যে তেওঁৰ ৰচিত সাতকাণ্ড ৰামায়ণৰ আদি আৰু উত্তৰাকাণ্ড কছাৰী আৰু আহোমৰ লগত ৰণ লগাত দেশত যি বিপ্লৱ ঘটে, সেই বিপ্লৱতে ধ্বংস হয়। কোনো কোনোৱে কয় যে ঘৰত জুই দিওঁতে প্ৰথমৰ আৰু শেহৰ কাণ্ড দুটা পুৰি নষ্ট হয়।

তেতিয়া শঙ্কৰদেৱ আৰু মাধৱদেৱে ৰামায়ণৰ এই দুই কাণ্ড সংস্কৃতৰ পৰা ভাঙ্গি বাকী ৫ কাণ্ডত যোগ দি সপ্তকাণ্ড ৰামায়ণ সম্পূৰ্ণ কৰে। তেওঁলোকে এই দুই কাণ্ড ৰামায়ণ ৰচনা কৰা সম্বন্ধে নানা ৰকম কথা শুনা যায়। শঙ্কৰদেৱে পাটবাউসীত থাকি উত্তৰাকাণ্ড ৰামায়ণৰ পদ কৰি থকা সময়ত এদিন অনন্ত কন্দলিয়ে আহি কয় যে সপোনত শঙ্কৰদেৱৰ উচ্ছিষ্ট ভোজন কৰিবলৈ তেওঁ আদেশ পাইছে। শঙ্কৰদেৱৰ ওচৰত প্ৰাৰ্থনা কৰাত তেওঁ শ্ৰীমদ্ভাগবত আৰু ৰামায়ণৰ যি পদ কেই ছোৱা কৰিবলৈ বাকী আছিল সেইখিনিকে পদ কৰিবলৈ অনুমতি দিলে।* আৰু এটা মত এই যে অনন্তকন্দলি মাধৱকন্দলিৰ বংশৰে মানুহ। অনন্তকন্দলিয়ে তেওঁৰ উপৰি পুৰুষ মাধৱকন্দলিৰ আদিকাণ্ড আৰু উত্তৰাকাণ্ড লোপ পোৱা বাবে সেই দুই কাণ্ড নিজে লিখে। কিন্তু মাধৱদেৱ আৰু শঙ্কৰদেৱে ৰচনা কৰা ৰামায়ণ অনন্তকন্দলিৰ ৰামায়ণতকৈ বহুত ওখ খাপৰ হয়। অনন্তকন্দলিয়ে তেওঁৰ দুই কাণ্ডৰ প্ৰচাৰ নোহোৱা দেখি তাৰ নাম ৰাম-কীৰ্ত্তনদি এখন বেলেগ পুথি কৰি থয়। এই সম্বন্ধে তৃতীয় এক প্ৰকাৰ কথা শুনা যায়। শঙ্কৰ-দেৱৰ কোনো কোনো চৰিত পুথিত এই দৰে উল্লেখ আছে যে মাধৱকন্দলিয়ে শঙ্কৰদেৱৰ আগত সপোনতে উপস্থিত হৈ বেজাৰ কৰি এই দৰে কয় যে তেওঁৰ ৰামায়ণৰ দুটা কাণ্ড নষ্ট হৈ যোৱাত তেওঁৰ পুথি লোকসমাজৰ আদৰণীয় নহল আৰু অনন্তকন্দলিৰ ৰামায়ণৰহে প্ৰচাৰ হল। এই কথাত শঙ্কৰদেৱে মনত দুখ পাই তেওঁৰ পৰম শ্ৰদ্ধেয় কবি মাধৱ কন্দলিৰ ৰামায়ণ খনি সম্পূৰ্ণ কৰি থবৰ নিমিত্তে নিজে উত্তৰাকাণ্ড লিখিবলৈ হাতত লয় আৰু মাধৱদেৱক আদিকাণ্ড লিখিব দিয়ে। এইবিলাক বৃত্তান্তৰ কোনটো ঠিক তাক নিৰ্ণয় কৰিবৰ আমাৰ সাধ্য নাই।

* অসমীয়া ভাষা আৰু সাহিত্যৰ বুৰঞ্জি, ১৭২ পৃষ্ঠা।

ইয়াতে অনন্তকন্দলি সম্বন্ধে অলপ কথা কোৱা যুগুত হব। পুৰণি অসমীয়া সাহিত্য ক্ষেত্ৰত অনন্তকন্দলি আৰু ৰাম সৰস্বতী এই দুজনা কবিৰ নাম আৰু পৰিচয় সম্বন্ধে যিমান গোলমাল উপস্থিত হৈছে তেনেকুৰা বোধকৰোঁ আৰু কতো নাই। অথচ এওঁলোকৰ সম্বন্ধে আলোচনা নকৰিলেও নহয়। কাৰণ এওঁলোক দুয়ো জনাই অসমৰ সৰ্ব্বপ্ৰধান কবি-সকলৰ মাজত গণ্য, আৰু তেওঁলোকৰ দ্বাৰা ৰচিত পুথিৰ সংখ্যাও অলেখ। মাধৱকন্দলি আৰু অনন্তকন্দলিয়ে অসমীয়াত ৰামায়ণ লিখে আৰু ৰামসৰস্বতীয়ে লিখে মহাভাৰত। কাৰো কাৰো মতে অনন্তকন্দলি আৰু ৰাম সৰস্বতী একে জনা মানুহ। স্বৰ্গীয় দীননাথ বেজবৰুৱাৰ মতে অনন্তকন্দলিৰ অনেক-বিলাক নাম আছিল, আৰু তেওঁৰ বেলেগ বেলেগ পুথিত একোটা একোটা বেলেগ নাম দিছেহে। অনন্তকন্দলিৰ আন আন নাম অনেক, যেনে:—শ্ৰীধৰ কন্দলি, শ্ৰীচন্দ্ৰ ভাৰতী, কবি শেখৰ বা সুকবি শেখৰ, ৰত্নাকৰকন্দলি, ভাৰতচন্দ্ৰ, ভাগৱত ভট্টাচাৰ্য্য ভাৰতভূষণ, জয়চন্দ্ৰ ভাৰতী, মাধৱ-কন্দলি, ইত্যাদি। এই মাধৱকন্দলি কিন্তু আগৰ মাধৱকন্দলি, নহয়। ৺গুণাভিৰাম বৰুৱা আৰু ৺দীননাথ বেজবৰুৱাৰ মতে অনন্তকন্দলি আৰু ৰাম সৰস্বতী একেজনা মানুহ আছিল। আজিকালি কিন্তু বহুতে অনন্তকন্দলি আৰু ৰামসৰস্বতী যে দুজনা বেলেগ মানুহ আছিল সেইটো একপ্ৰকাৰ স্থিৰ কৰি লৈছে। বাকী নামবিলাকো যে অকল অনন্ত কন্দলিৰে আছিল সেই সম্বন্ধেও বহুতে সন্দেহ কৰে। এই বিষয়ে বহুত আলোচনা হৈ গৈছে।

এতিয়া অনন্তকন্দলিৰ ৰামায়ণ সম্বন্ধে আকৌ আলোচনা কৰা যাওক। আমি অনন্তকন্দলিৰ ৰচিত ৫ কাণ্ড ৰামায়ণ আৰু ৰামকীৰ্ত্তন এই দুয়োখন পুথিকে পাইছোঁ। অনন্ত কন্দলিয়ে যদি ৫ কাণ্ড ৰামায়ণকে লিখিলে তেওঁৰ আদি আৰু উত্তৰাকাণ্ডৰ জাননিখিনিক ৰামকীৰ্ত্তণ আকাৰে নাৰাখি বাকী ৫ কাণ্ডৰ লগত যোগ কৰি সপ্তকাণ্ড ৰামায়ণ কৰি থোৱাই স্বাভাৱিক হলহেতেঁন। ইপিনে অনন্ত ঠাকুৰ আতাৰ দ্বাৰা ৰচিত অনন্ত ৰামায়ণ বা ৰামকীৰ্ত্তণ নামে আৰু এখনি সৰু পুথি দেখা যায়।*

আকৌ অসমীয়া সাহিত্যৰ বুৰঞ্জিৰ ১৯৮ পৃষ্ঠাত লিখা আছে,—"ৰামকীৰ্ত্তণ নামে পুথি খনি অনন্তকন্দলিয়ে অনন্ত ৰামায়ণ নাম দি লিখিছিল।" সুতৰাং এই সম্বন্ধে যে অনুসন্ধান কৰিব লগীয়া কিছু কথা আছে তাক সহজে বুজা যাব।

যি হওক অনন্ত ৰামায়ণ খনি এতিয়াও অসমীয়া মানুহৰ মাজত ভালদৰে প্ৰচাৰ হোৱা নাই। তেওঁৰ আদি আৰু উত্তৰাকাণ্ডত বাজে বাকী ৫ কাণ্ড ৰামায়ণ হাতে লিখা অৱস্থাত ঠায়ে ঠায়ে পোৱা যায়। কিন্তু সেইবিলাক গোটখুৱাই কোনো অসমীয়া প্ৰকাশকে ছপাই চলিয়াইছে নে নাই আমি কব পৰা নাই। অনন্ত ৰামায়ণ খনিৰ কিন্তু বঙ্গালী দুই এজন সাহিত্যিকে সন্ধান পাইছে, আৰু তেওঁলোকে ইয়াক বঙ্গ ভাষাৰ ৰামায়ণ বুলি ধৰি লৈছে। অসমীয়া ভাষা আৰু সাহিত্যৰ বুৰঞ্জিত এই খিনি কথা উল্লেখ কৰা আছে,—"দীনেশ বাবুৱে বঙ্গভাষা ও সাহিত্যত লিখিছে—"কৃত্তিবাসের পরে যাহারা রামায়ণ রচনা করেন তন্মধ্যে অনন্ত রামায়ণ সর্ব্বাপেক্ষা

* শ্ৰীযুত হৰিনাৰায়ণ দত্ত বৰুৱাৰ দ্বাৰা ১৯২৫ চনত সম্পাদিত আৰু প্ৰকাশিত।

প্ৰাচীন বলিয়া বোধ হয়।.........ইহা বক্কলে লিখিত, অবস্থা অতি জীৰ্ণ শীৰ্ণ .....অনন্ত ৰামায়ণেৰ ভাষা অত্যন্ত জটিল ও প্ৰাচীন ইহা স্বীকাৰ কৰিতে হইবে......ইত্যাদি।" অনন্ত ৰামায়ণ মাধৱকন্দলীৰ ৰামায়ণতকৈ সংক্ষেপ। অনন্তকন্দলিৰ অযোধ্যা আৰু কিষ্কিন্ধ্যাকাণ্ডত ১০৩০ আৰু ৬০১ ফাঁকি পদ, কিন্তু মাধৱকন্দলিৰ ৰামায়ণত এই দুই কাণ্ডত পদৰ সংখ্যা ১১২৬ আৰু ৭০৫।

আন আন ভাষাত যি দৰে ৰামায়ণীয় আৰু মহাভাৰতীয় এই দুই প্ৰকাৰ সাহিত্যৰ উৎপত্তি হৈছে সেইদৰে অসমীয়া ভাষাতো বহুত পুথিৰ নাম কৰিব পাৰা যায়। বৰ্ত্তমানে যি পোৱা গৈছে তাৰে কিছুমান তলত উল্লেখ কৰা হ'ল :—

(১) অনন্ত ৰামায়ণ। এই পুথি অনন্ত ঠাকুৰ আতাই শঙ্কৰ দেৱৰ সককালৰ শিক্ষক কলাপচন্দ্ৰ দ্বিজৰ প্ৰণীত ৰামায়ণ চন্দ্ৰিকাৰ ছাঁ লৈ লিখে।

(২ সীতাৰ পাতাল প্ৰবেশ। ( অনন্তকন্দলী )

(৩) দুৰ্গাবৰী ৰামায়ণ—ই এখনি কবি দুৰ্গাবৰ ৰচিত গীতি ৰামায়ণ ; ইয়াত অৰণ্য, কিষ্কিন্ধ্যা, সুন্দৰা আৰু লঙ্কাকাণ্ডৰ বাহিৰে বাকী তিনি কাণ্ড নাই। এওঁক কোনো কোনোৱে মাধৱ কন্দলিৰ আগৰ কবি বুলি ধৰে।

(৪) পাতালিকাণ্ড ৰামায়ণ ( বিদ্যা পঞ্চানন দেৱ )

(৫) সীতাৰ বনবাস ( কবি গঙ্গাৰাম দাস )

(৬) অদ্ভুত ৰামায়ণ ( ৰঘুনাথ দাস মহন্ত )

(৭) ৰাম বিজয় ( শঙ্কৰদেৱ )

(৮) সীতা স্বয়ম্বৰ আৰু সীতা হৰণ নাটক ( শঙ্কৰদেৱ )

(৯) লৱ-কুশৰ যুদ্ধ ( হৰিবৰ বিপ্ৰ )

ইয়াত বাজে ৰাম ৰসায়ণ, ৰাম মালিকা, ৰঘু বংশাৱলী, ইত্যাদি হাতেলিখা পুথি পোৱা যায়। এই আটাইবিলাকেই পদ্য পুথি। ৰঘুনাথ নামে এজন লিখকে ৰচনা কৰা কথা ৰামায়ণ নামে এখনি গদ্য পুথিও আছে।

---

## মাধৱকন্দলিৰ ৰামায়ণ

অসমীয়া ভাষাৰ বুৰঞ্জীক সাধাৰণতে তিনি ভাগত ভাগ কৰা হয়। আদি কালৰে পৰা শঙ্কৰদেৱৰ জন্ম ( ১৪৪৯ খৃঃ ) লৈকে আদি যুগ, শঙ্কৰ দেৱৰ জন্মৰে পৰা ১৮২৬ খৃষ্টাব্দত ইংৰাজ-গৱৰ্ণমেণ্টে আমাৰ দেশৰ শাসন-ভাৰ লোৱালৈকে মধ্যযুগ বা শঙ্কৰী যুগ আৰু ১৮২৬ খৃষ্টাব্দৰ পৰা বৰ্ত্তমান কাললৈকে বৰ্ত্তমান যুগ বোলা হয়। ইয়াৰে আদি যুগ আৰু মধ্যযুগৰ প্ৰাগ্‌বৈষ্ণবযুগ আৰু বৈষ্ণব যুগো বোলা হয়। অসমৰ প্ৰাগ্‌বৈষ্ণব বা আদি যুগৰ কবি আৰু লিখক সকলৰ মাজত মাধৱকন্দলিয়ে প্ৰধান। মহাকবি বাল্মীকিক যি দৰে আদি কবি বোলা হয় সেই দৰে মাধৱ-

কন্দলিকো আমাৰ অসমৰ আদি কবি বোলা যাব পাৰে। অসমৰ মহাকবি মাধৱকন্দলিয়ে বঙ্গলা-ৰামায়ণ, হিন্দী ৰামায়ণ আদি ৰচিত হোৱাৰ অনেক পূৰ্ব্বেই বাল্মীকি ৰামায়ণৰ সাৰ উদ্ধৃত কৰি অসমীয়া ভাঙনি কৰে।

শঙ্কৰ দেৱে তেওঁৰ ৰচিত উত্তৰাকাণ্ডত লিখিছে :—

কৰ জোৰে বুদ্ধলোক, বোলোঁ। ক্ষমিয়োক মোক
আমাৰ অযোগ্য ইটো কৰ্ম্ম।
পদত দূষণ পাই, নিন্দিবেক মুণ্ডৱাই,
মহন্ত জনৰ ক্ষমা ধৰ্ম্ম॥
পূৰ্ব্ব কবি অপ্ৰমাদী, মাধৱ কন্দলি আদি,
বিৰচিলা পদে ৰাম কথা।
হস্তিৰ দেখিয়া লাদ, শশা যেন ফাৰে মাৰ্গ,
মোৰ ভৈলা তেহ্নয় অৱস্থা॥

শঙ্কৰ দেৱে মাধৱকন্দলিক অপ্ৰমাদী পূৰ্ব্বকবি বুলি তেওঁৰ আন্তৰিক শ্ৰদ্ধা দেখুৱাই গৈছে। যি জনা কবিৰ ৰচিত পুথি অসম্পূৰ্ণ হৈ থকা বাবে স্বয়ং শঙ্কৰদেৱে উত্তৰাকাণ্ড আৰু মাধৱদেৱে আদিকাণ্ড লিখি সম্পূৰ্ণ কৰি থয় তেওঁৰ স্থান অসমৰ কবি সকলৰ মাজত কিমান ওখ তাক সহজে অনুমান কৰিব পাৰি। মাধৱকন্দলিৰ পূৰ্ব্বে যে অসমত কবি নাছিল এনে নহয়। মাধৱকন্দলিৰ পূৰ্ব্বৰ কবি সকলৰ মাজত হেম সৰস্বতী হৰিবৰ বিপ্ৰ, কবিৰত্ন সৰস্বতী আদিৰ নাম কৰিব পৰা যায় কিন্তু মাধৱ কন্দলিৰে সৈতে তেওঁ লোকৰ তুলনা হব নোৱাৰে।

লঙ্কাকাণ্ডৰ সাময়ণিত মাধৱ কন্দলিয়ে এই দৰে আত্ম পৰিচয় দিছে :—

কবিৰাজ কন্দলি যে, আমাকে সে বুলি কয়, *
কৰিলোহোঁ সৰ্ব্বজন বোধে।
ৰামায়ণ সুপয়াৰ, শ্ৰীমহামাণিকে যে,
বৰাহ ৰজাৰ অনুৰোধে॥
সাতকাণ্ড ৰামায়ণ, পদবন্ধে নিবন্ধিলোঁ,
লম্ভা পৰিহৰি সাৰোদ্ধৃত।
মহামাণিকৰ বোলে, কাব্যৰস কিছো দিলোঁ,
দুগ্ধক মথিলে যেন ঘৃত॥
পণ্ডিত লোকৰ যেবে, অসন্তোষ উপজয়,
হাত যোৰে বোলোঁ। তন্ত বাৰ। †
পুস্তক বিচাৰি যেবে, তৈত কথা ন পাৱয়,
তেবে সবে নিন্দিবা আমাক॥

---

* কোন কোন ঠাইত "বলিছয়" লিখা দেখা যায়। † শতবাৰ।

কবিৰ নিজৰ এই উক্তিৰ পৰা আমি জানিব পাৰোঁ যে তেওঁৰ আন এটা নাম কবিৰাজ কন্দলি আছিল আৰু বাৰাহ ৰজা মহামাণিক্যৰ অনুৰোধত তেওঁ ৰামায়ণ লিখিছিল। তেওঁৰ "কবিৰাজ" অৰ্থাৎ "কবি সকলৰ মাজত শ্ৰেষ্ঠ" এই উপাধিতো হয়তো মহামাণিক ৰজায়ে দিয়া আছিল। আগেয়ে উল্লেখ কৰা শঙ্কৰ দেৱৰ উক্তিৰ পৰা আমি জানিব পাৰোঁ যে মাধৱকন্দলি শঙ্কৰ দেৱৰ পূৰ্ব্বৰ আছিল। এই খিনি কথাত বাজে আসি মাধৱকন্দলি সম্বন্ধে আৰু এটি মাথোন কথা জানিব পাৰোঁ। সেইটো হৈছে এই যে তেওঁ দেৱজিত নামে আৰু এখনি পুথি লিখিছিল। সেই পুথিত মাধৱকন্দলিয়ে তেওঁৰ নামহে মাথোন উল্লেখ কৰি গৈছে।

ৰামায়ণ ৰচনাৰ প্ৰণালি সম্বন্ধে আমি ওপৰৰ কেই ফাঁকি পদৰ পৰা জানিব পাৰোঁ যে তেওঁ "লম্ভা" অৰ্থাৎ বাজে কথা এৰি দি ৰামায়ণৰ সাৰোদ্ধাৰ কৰি হে লিখিছিল আৰু কৈছিল যে তেওঁৰ পুথিত যদি মূল ৰামায়ণত নথকা কোনো কথা দেখিবলৈ পোৱা যায় তেনে হলে সাধুলোকে তেওঁক নিন্দা কৰিব পাৰে। ৰজা মহামাণিক্যৰ অনুৰোধত তেওঁ মাথোন তেওঁৰ লিখাত কিছু কাব্যৰস মিহলাইছিল। কোনো উপকৰা অনাবশ্যক কথা তেওঁ লিখা নাই।

কবি কৃত্তিবাসৰ বঙ্গলা যি ৰামায়ণ সকলো অসমীয়াই আজিলৈকে পঢ়ি আহিছে তাত পাঠক সকলৰ মনোৰঞ্জন কৰিবৰ নিমিত্তে মূল ৰামায়ণত নথকা কিমান কথা যে জোৰা দিয়া হৈছে তাৰ লেখ-জোখ নাই। কিন্তু মাধৱ কন্দলিয়ে আন বাবে ভচহ কথা মিহলি কৰি মূল পুথিৰ মৰ্য্যাদা হানী কৰা নাই। কৃত্তিবাসে তেওঁৰ ৰামায়ণত যি বিলাক তেওঁৰ নিজৰ মনে পতা বাহিৰা কথা যোগ দিছে সেই বিলাকৰ পৰিমান বৰ বেছি দেখি সেই বিলাকৰ ভিতৰতেই কৃত্তিবাসৰ কিবা এটা মৌলিকতা আছে বুলি কোনো কোনোৱে দেখুৱাবলৈ চেষ্টা কৰিছে। মাধৱকন্দলিয়ে কিতাপৰ মূলত বেমেজালি নঘটোৱাকৈয়ে তেওঁৰ যি কবিত্ব আৰু পাণ্ডিত্য দেখুৱাই গৈছে তাতেই তেওঁৰ মৌলিকতা প্ৰকাশ পাইছে। কোনোৱে ভাবিব পাৰে যে বাহিৰা ৰং-চং যোগ নিদিলে পুথি সুৱলা আৰু সৰ্ব্বসাধাৰণে বুজি পোৱা কৰিব নোৱাৰি। কিন্তু মাধৱকন্দলিৰ লিখাতে আমি পাওঁ যে তেওঁ নিজৰ কবিত্বৰ প্ৰভাবত তেওঁৰ ৰচনা মূলৰ পৰা আতঁৰলৈ নোযোৱা কৈয়ে অতিশয় ৰসাল আৰু সকলোৱে সহজে বুজিব পৰা হৈছে। তেওঁৰ লিখাৰ এই ধৰণে তেওঁৰ পিছৰ শঙ্কৰদেৱ আৰু আন আন কবিৰ লিখাকো প্ৰভাবিত কৰিছে।

মাধৱকন্দলিয়ে ওপৰত দিয়া তেওঁৰ আত্ম পৰিচয় খিনিত বাজে তেওঁৰ নিজৰ সম্বন্ধে আন একো কথাকে লিখি থৈ যোৱা নাই। ৰামায়ণৰ ঠায়ে ঠায়ে মাথোন তেওঁৰ নিজৰ নামটোৰ হে উল্লেখ আছে। তেওঁ কোন ঠাইৰ মানুহ, তেওঁৰ জন্ম কোন শকত হৈছিল মৃত্যু কেতিয়া এই বোৰ কথা আমি অনুমানৰ দ্বাৰাই হে স্থিৰ কৰিব লাগিব। আন এটা অসুবিধাৰ কথা এই যে শঙ্কৰ দেৱত বাজে আন কবি সকলৰ কোনোৱে মাধৱকন্দলিৰ সম্বন্ধে একো লিখি থৈ যোৱা নাই। তেওঁৰ আন খন পুথি হৈছে "দেৱজিত", ইয়াত অৰ্জ্জুনে যুদ্ধত দেৱতা সকলক পৰাজয় কৰাৰ কথা বৰ্ণনা কৰা আছে। "দেৱজিত"ৰ এঠাইত লিখা আছে :—

মাধৱকন্দলি ৰচিলন্ত ইটো পদ।
যাকে শুনি তৰা সৱে দুৰ্ঘোৰ আপদ॥
অষ্টাদশ পুৰাণৰ ভাগৱত পদ।
হেলা এৰি শুনা সৱে যত সভাসদ॥
অষ্টাদশ পুৰাণৰ কথা অনুসাৰ।
দেৱজিত পদ মঞি কৰিলোঁ প্ৰচাৰ।

এতিয়া মাধৱকন্দলি কেতিয়াৰ মানুহ জানিবৰ হলে মহামাণিক ৰজাৰ সম্বন্ধে আলোচনা কৰাত বাজে উপায় নাই। মাধৱকন্দলিয়ে মহামাণিকক ৰৰাহ বা ৰৰাহি ৰজা বুলি গৈছে। স্বৰ্গীয় মাধৱচন্দ্ৰ বৰদলৈয়ে ১৮৯৯ চনতে মাধৱকন্দলিৰ যি ৰামায়ণ ছপায় তাৰ ভূমিকাত "ৰৰাহ"ৰ পৰাই "ৰৰা" বা "ৰৰ" শব্দ হব পাৰে বুলি লিখিছে। কছাৰি ৰজাকে পূৰ্ব্বে ৰৰাহি ৰজা বোলা হৈছিল আৰু "ৰৰা" বা "ৰৰ" উপাধিৰ প্ৰচলন এতিয়াও দেখা যায়। কোনো কোনোৱে কয় যে কছাৰি ৰজা সকলে জয়ন্তাপুৰত থাকি ৰাজত্ব কৰাৰ কাৰণে তেওঁলোকক জয়ন্তা পুৰেশ্বৰ বোলা হৈছিল আৰু দ্বাদশ শতাব্দীৰ পৰা চতুৰ্দ্দশ শতাব্দীলৈকে জয়ন্তাপুৰৰ কছাৰি ৰজা সকলে ৰৰাহি ৰজা বুলি নগাওঁ জিলালৈকে ৰাজত্ব কৰিছিল। *

আমি গেইট্ চাহাবৰ বুৰঞ্জীৰ পৰা জয়ন্তীয়াৰ ৰজা সকলৰ ৰাজত্ব কাল সম্বন্ধে তলত লিখা আনুমানিক বিবৰণ পাওঁ।

| | | | |
|---|---|---|---|
| পৰ্ব্বত ৰায় ... | ১৫০০—১৫১৬ খৃষ্টাব্দ | যশ মাণিক ... | ১৬০৫—১৬২৫ খৃষ্টাব্দ |
| মাজু গোসাঁই ৰজা . | ১৫১৬—১৫৩২ „ | সুন্দৰ ৰায় .. | ১৬২৫—১৬৩৬ „ |
| বুঢ়া পৰ্ব্বত ৰায় .. | ১৫৩২—১৫৪৮ „ | ছোট পৰ্ব্বত ৰায় ... | ১৬৩৬—১৬৪৭ „ |
| বৰ গোসাঁই . | ১৫৪৮—১৫৬৪ „ | যশমন্ত ৰায় ... | ১৬৪৭—১৬৬০ „ |
| বিজয় মাণিক ... | ১৫৬৪—১৫৮০ „ | বান সিংহ .. | ১৬৬০—১৬৬৯ „ |
| প্ৰতাপ ৰায় ... | ১৫৮০—১৫৯৬ „ | প্ৰতাপ সিংহ ... | ১৬৬৯—১৬৬৯ „ |
| ধন মাণিক ... | ১৫৯৬—১৬০৫ „ | লক্ষ্মী নাৰায়ণ ... | ১৬৬৯—১৬৯৭ „ |

এওঁ লোকৰ পিছত ৰাম সিংহ, জয়নাৰায়ণ, বৰ গোসাঁই, ছত্ৰ সিংহ, যাত্ৰানাৰায়ণ, বিজয়নাৰায়ণ, ৰাম সিংহ (২ নং) আৰু ৰাজেন্দ্ৰনাৰায়ণ ৰজা হয়। ৰাজেন্দ্ৰনাৰায়ণৰ ৰাজত্ব কাল ১৮৩২ চনৰ পৰা ১৮৩৫ চনলৈকে।

ওপৰৰ এই তালিকাত মাণিক উপাধি ধাৰী বিজয় মাণিক, ধন মাণিক আৰু যশ মাণিক এই তিন জনা ৰজাৰ নাম পোৱা যায়। বিজয় মাণিক আৰু ধন মাণিক ষোড়শ শতিকাৰ শেষ ভাগৰ ৰজা। সুতৰাং স্বৰ্গীয় মাধৱচন্দ্ৰ বৰদলৈয়ে ছপোৱা অসমীয়া সাতকাণ্ড ৰামায়ণৰ ভূমিকাত বিজয় মাণিক বা ধন মাণিককেই মাধৱকন্দলিয়ে ৰৰাহি ৰজা মহামাণিক বুলি কোৱা যি অনুমান কৰিছিল সেইটো ঠিক হব নোৱাৰে।

* অসমীয়া ভাষা আৰু সাহিত্যৰ বুৰঞ্জী ৯০ পৃঃ।

বৰ্ত্তমান সময়ত কছাৰী বুৰঞ্জীৰ * পৰা এটি নতুন কথা ধৰা পৰিছে। তাত উল্লেখ আছে কছাৰী ৰজা সকলৰ নামত আগৈয়ে "ফা" শব্দহে যোগ কৰা হৈছিল। কছাৰী বুৰঞ্জীত পোৱা যায় যে হেৰম্বিয়াল কছাৰী ৰজা সকলৰ আদি কথা সম্বন্ধে নানাপ্ৰকাৰ কিম্বদন্তী প্ৰচলিত আছে। তাৰে এটা হৈছে কছাৰী ৰজা বীৰহাসৰ ৰাজ্যত এক দেওধানী আছিল। মহাদেৱৰ বীৰ্য্যে সেই দেওধানীৰ এক পুত্ৰ হয় বীৰহাস ৰজাই সেই দেওধানীৰ পুতেকক ৰজা পাতি "বিচাৰ পতিফা" নাম দিয়ে। বিচাৰ পতিফাৰ পিছত তেওঁৰ পুত্ৰ বিক্ৰমাদিত্য ফা ৰজা হৈ নাম চাং ৰবহাট পৰ্য্যন্ত সীমা কৰি ললে আৰু সুবৰ্ণৰ দশভূজা মূৰ্ত্তি কৰি দেবালয় থাপি সোণাপুৰ নাম থলে। বিক্ৰমাদিত্যৰ পিছত মহামাণিফা পাট হেৰম্বক আহি ৰজা হয়। এই মহামাণিফায়ে মাধৱকন্দলিয়ে উল্লেখ কৰা মহামাণিক্য হব পাৰে।

৺ৰায় বাহাদুৰ কনকলাল বৰুৱাই কামৰূপ অনুসন্ধান সমিতিৰ পত্ৰিকাত লিখা "কপিলি উপত্যকাৰ প্ৰাচীন ত্ৰিপুৰা ৰাজ্য নামে প্ৰবন্ধত দেখুৱাইছে যে ত্ৰিপুৰা ৰাজ্যতো মহামাণিক্য নামে এজনা ৰজাই চৈধ্য শ শতিকাৰ মাজ মানত ৰাজত্ব কৰিছিল। তেওঁ ত্ৰিপুৰাৰ ৰজা বত্নমাণিক্যৰ প্ৰপৌত্ৰ আছিল। ইয়াৰ পৰা চৈধ্য শ শতিকাৰ মাজ মানত মহামাণিক্য নামে কছাৰী ( হেৰম্ব ) আৰু ত্ৰিপুৰা দুয়ো ৰাজ্যতে দুজনা ৰজা থকা দেখা যায়। ত্ৰিপুৰাৰ ৰজা বত্নফা ৰ দিনৰে পৰা হেৰম্ব আৰু ত্ৰিপুৰা দুয়ো ৰাজ্যৰ ৰজা সকলে মাণিক্য উপাধি লয় বুলি এই প্ৰবন্ধত দেখুৱা হৈছে। ইয়াৰ পৰাই এই অনুমান কৰা হয় যে মাধকন্দলিক ৰামায়ণ লিখিবলৈ দিয়া মহামাণিক্য বা মহামাণিফা ত্ৰিপুৰাৰো ৰজা হব পাৰে। ত্ৰিপুৰাৰ ৰজা সকলে এতিয়াও নামত মাণিক্য উপাধি লগায় †।

মহামাণিক্য বা মহামাণিফা যি ঠাইৰে ৰজা হওক, তেওঁ মাধৱকন্দলিৰ হতুৱাই ৰামায়ণ ৰচনা কৰাই অসমীয়া জাতিৰ চিৰস্মৰণীয় হৈ গৈছে।

এতিয়া মাধৱকন্দলি সম্ভবতঃ কোন ঠাইৰ মানুহ আছিল দেখা যাওক। কছাৰী আৰু জয়ন্তীয়া ৰাজ্য শঙ্কৰদেৱৰ আগৰ কালত নগাওঁলৈকে আছিল। মাধৱকন্দলিৰ সময়ত কছাৰী ৰাজ্যত কোনো বিপ্লৱ ঘটা নাছিল, আৰু তেওঁৰ পিছত হে কছাৰী আৰুআহোমৰ মাজত বিৰোধ ঘটে। মাধৱকন্দলি নিশ্চয় কছাৰী ৰাজাৰ প্ৰজা আছিল গতিকে তেওঁক নগাও অঞ্চলৰ মানুহ বুলি ভবাটো স্বাভাবিক। কোনো কোনো লিখকে মাধৱকন্দলিৰ জন্মস্থান নগাওঁ আলি পুখুৰি বুলি লিখি গৈছে। ৺মাধৱচন্দ্ৰ ৰৰদলৈয়ে ছপোৱা ৰামায়ণৰ ভূমিকাতো মাধৱকন্দলি নগাওঁ আলিপুখুৰিৰ মানুহ হব পাৰে বুলি উল্লেখ কৰা আছে। আমি জানোঁ যে শঙ্কৰদেৱৰ জন্ম স্থান নগাওঁ আলি পুখুৰি বুলি আটায়ে স্থিৰ সিদ্ধান্তলৈ আহিছে। এতিয়া সেই ঠায়ে মাধৱকন্দলিৰো জন্মস্থান বুলি সিদ্ধান্ত কৰাৰ পক্ষে কোনো যুক্তি দেখা নেপাও।

* Department of Historical and Antiquarian Studiesৰ পৰা ৰায় বাহাদুৰ সূৰ্য্যকুমাৰ ভূঞাৰ দ্বাৰা সম্পাদিত কছাৰী বুৰঞ্জী।

† Assam Research Society Journal Vol. III P. 92.

পুৰণি কালৰ অসমীয়া কবি সকলৰ মাজত কন্দলি উপাধিৰে সৈতে আমি কেবা জনা কবিৰো উল্লেখ পাওঁ, যেনে মাধৱকন্দলি, কৱ্র কন্দলি, শ্ৰীধৰকন্দলি, মহেন্দ্ৰকন্দলি, ৰত্নাকৰ কন্দলি আদি। কন্দলি শব্দটোৰ আনুমানিক অৰ্থ "তৰ্কশাস্ত্ৰত সুনিপুণ" হব পাৰে। প্ৰথমতে হয়তো কোনো কোনো পণ্ডিত ব্ৰাহ্মণক এই উপাধি দিয়া হৈছিল, পিছত গোটেই বংশৰ মানুহে এই উপাধি লগাব পাৰে। এতিয়া এই "কন্দলি" শব্দটোৰ সহায়ত কিমান খিনি তথ্য উলিয়াব পৰা হয় দেখা যাওক।

বৰ্ত্তমান নগাওঁ চহৰৰ পৰা ১২ মাইল মান দূৰত দক্ষিণ পুব দিকে কন্দলি নামে এখন মৌজা আৰু তাত কন্দলি নামে এখন ডাঙৰ গাওঁ আছে। প্ৰত্নতাত্বিক মিঃ ৰাজমোহন নাথে এই কন্দলি মৌজায়ে পূৰ্ব্বৰ কন্দলি বা কদলি নামে ৰাজ্যৰ কেন্দ্ৰ আছিল বুলি অনুমান কৰে * আৰু তেওঁ এই কন্দলি মৌজাৰ বামুনি গোসাঁই পাহাৰৰ ওচৰৰ এখন ঠাইত কবি মাধৱকন্দলিৰ ঘৰ আছিল বুলি স্থিৰ কৰিছে।

শুনা যায় যে মাধৱকন্দলিৰ আদি আৰু উত্তৰাকাণ্ড কছাৰি আৰু আহোমৰ মাজত ৰণ লাগোঁতে দেশত যি বিপ্লৱ হয় তাতেই লোপ পাইছে। এই দুই কাণ্ড এইদৰে লোপ পোৱাৰ কথা আগৰ কালৰ-আন কোনো লিখাত উল্লেখ আছে নে নাই কব নোৱাৰোঁ' এটা কথা ইয়াতে উল্লেখ কৰা উচিত যে মাধৱকন্দলিৰ দ্বাৰায়ে ৰচিত বুলি কোৱা আদিকাণ্ড আৰু উত্তৰাকাণ্ড পুথিও আমি বিচাৰি দুই এঠাইত উলিয়াইছোঁ। † সম্প্ৰতি ৰায়বাহাদুৰ ডাঃ সূৰ্য্যকুমাৰ ভূঞাৰ সৌজন্যত আমি Assam Antiquarian Societyৰ পৰা এখন মাধৱকন্দলিৰ দ্বাৰাই লিখিত উত্তৰাকাণ্ড পুথি পাইছোঁ। সেইদৰে মাধৱকন্দলিৰ দ্বাৰাই লিখিত আদিকাণ্ড পুথি এখনিও পোৱা গৈছে। এই পুথি দুখনি শ্ৰীযুত বাসুদেৱ মিশ্ৰ আৰু অধ্যাপক শ্ৰীযুত উপেন্দ্ৰনাথ লেখাৰুৱে লিখি উলিওৱাত দেখা গ'ল যে ইয়াৰ বহুত অংশ শঙ্কৰদেৱৰ উত্তৰাকাণ্ড আৰু মাধৱদেৱৰ আদিকাণ্ডৰ লগত মিলি যায়। ইয়াৰে উত্তৰাকাণ্ড পুথি খনিত লৱকুশৰ ৰামেসৈতে যুদ্ধৰ কথা বিস্তাৰিত ভাবে বৰ্ণোৱা আছে। শঙ্কৰদেৱৰ উত্তৰাকাণ্ডত এই কথা নাই আৰু এই যুদ্ধৰ কথা মূল ৰামায়ণতো নাই।

এনেকুৱা সানমিহলি পুথি কি কাৰণে হ'ল সেইসম্বন্ধে কেইবা প্ৰকাৰে৷ অনুমান কৰিব পাৰি। এনেকুৱা হব পাৰে যে মাধৱকন্দলিৰ আদিকাণ্ড আৰু উত্তৰাকাণ্ড নষ্ট হৈ গ'লেও তাৰ কোনো কোনো অংশ পুথিৰ পাতত নাইবা ওজা পালি আদিৰ মুখত হৈ যাব পাৰে। শঙ্কৰদেৱ আৰু মাধৱদেৱে উত্তৰাকাণ্ড লিখোঁতে মাধৱকন্দলি ৰচিত পুথিৰ কোনো কোনো অংশ গ্ৰহণ

* Article on Kondoli and the Kodoli Kingdom by Mr Raj Mohon Nath A E S in Assam Reasearch Society Journal Vol VII P. 19

† স্বৰ্গীয় পণ্ডিত হেমচন্দ্ৰ গোস্বামীদেৱে তেওঁৰ অসমীয়া সাহিত্যৰ চানেকিৰ প্ৰথম খণ্ডত উত্তৰকাণ্ড ৰামায়ণৰ যি পদ তুলি দিছে তাত সেই পদ মাধৱকন্দলিৰ বুলিহে উল্লেখ কৰিছে। বোধ কৰো সেইটো ছপাৰ হে ভুল।

কৰিব পাৰে। আৰু এটা কথা হব পাৰে এই যে আমি কৃত্তিবাসৰ ৰামায়ণত লৱকুশৰ যুদ্ধৰ বিবৰণ পাওঁ। কৃত্তিবাসে বঙ্গলা ৰামায়ণ লিখাৰ পিছত অসমৰ কোনো কবিয়ে লৱকুশৰ যুদ্ধৰ কথা পূৰ্ব্বৰ মাধৱকন্দলিৰ আদি আৰু উত্তৰাকাণ্ডৰ যদি কিবা অংশ কৰবাত পোৱা গৈছিল তাৰে সৈতে লগ লগাই এই দুই কাণ্ড তেওঁলোকৰ ৰুচি অনুসাৰে সম্পূৰ্ণ কৰি থৈ গ'ল। এই সম্বন্ধে আগলৈ হয়তো আন কিবা নতুন তথ্য ওলাব পাৰে।

আমি আগতে বঙ্গলা ৰামায়ণ লিখক পণ্ডিত কৃত্তিবাসৰ কথা উল্লেখ কৰিছোঁ। এতিয়া পূৰ্ব্বভাৰতৰ ভাষা ৰামায়ণৰ প্ৰধান লিখক মাধৱকন্দলি আৰু কৃত্তিবাস এই দুজনাৰ ৰচনা প্ৰণালী আৰু কবিত্বৰ সম্বন্ধে এই খিনিতে অলপ আলোচনা কৰা বোধ কৰোঁ উচিত হব।

কৃত্তিবাসৰ বঙ্গলা ৰামায়ণ আৰু অসমীয়া ৰামায়ণ সম্বন্ধে সুলিখক শ্ৰীযুত সোণাৰাম চৌধুৰীয়ে ১৮৫১ শকৰ শাওণ মাহৰ বাঁহীত এটি অতি সাৰুৱা প্ৰবন্ধ লিখিছিল। মই তেখেতৰ সেই প্ৰবন্ধৰ পৰা তলত লিখা কথা খিনি তুলি দিলোঁ।

"কৃত্তিবাসী ৰামায়ণত বহুত পুৰাণ, উপপুৰাণৰ কথা সোমাইছে। আছুলকৈ কবগলে কৃত্তিবাসে বাল্মীকি ৰামায়ণৰ ছাঁ হে লৈছে, ক'তোবা নোহোৱা নোপোজা ভালেমান অতিৰঞ্জিত নিজে গঢ়া কথা সুমুৱাইছে।

কৃত্তিবাসৰ ৰামায়ণত ৰাম আৰু সীতাৰ চৰিত্ৰৰ কথা বাল্মীকিৰ লগত সম্পূৰ্ণ অমিল। কৃত্তিবাসৰ ৰামচন্দ্ৰ পূৰ্ণব্ৰহ্ম কিন্তু বাল্মীকিৰ ৰাম এজন আদৰ্শ পুৰুষ হে। বাল্মীকিৰ সীতা, আদৰ্শ —সতী, গৃহিণী, কিন্তু কৃত্তিবাসৰ সীতা দেবী, সাক্ষাৎ লক্ষ্মী। সীতাক হৰণ কৰা সময়ত কৃত্তিবাসৰ সীতা ভয়াতুৰা, কলপাতৰ দৰে থৰথৰকৈ কঁপা কিন্তু বাল্মীকিৰ সীতা নিৰ্ভীকা, বীৰাঙ্গনা। বাল্মীকিৰ ৰামায়ণৰ প্ৰথমতে নাৰদৰ প্ৰতি বাল্মীকিৰ প্ৰশ্ন, ক্ৰৌঞ্চবধ ইত্যাদি; কৃত্তিবাসৰ গোলোক বৰ্ণন, নাৰায়ণৰ চাৰি অংশে অৱতাৰ কথা। কৃত্তিবাসৰ ৰত্নাকৰৰ উপাখ্যান—'মৰা' 'মৰা' বুলি পৰিত্ৰাণ আদি কথা বাল্মীকিত নাই। কৃত্তিবাসৰ চন্দ্ৰবংশ, সূৰ্য্যবংশ এনে কি হৰিশ্চন্দ্ৰৰ উপাখ্যান পৰ্য্যন্ত বাল্মীকিত নাই। কৃত্তিবাসৰ কাণ্ডাৰ মুনিৰ বৈকুণ্ঠ যাত্ৰা সৌদাশ ৰজাৰ গঙ্গা যাত্ৰাত মুক্তি বাল্মীকিত নাই। ......ভগীৰথে বোলে গঙ্গা আনোঁতে বঙ্গদেশৰ কিছুমান গাওঁৰ মাজে দি গঙ্গা লৈ গৈছিল; সেই বোৰ গাওঁৰ নাম মেঙাতনা, নবদ্বীপ, আকনা, মহেশ প্ৰভৃতি। এই বোৰ কৃত্তিবাসৰ তেনেই জোৰা দিয়া কথা।......ইপিনে আকৌ বাল্মীকিত থকা কিছু মান কথা কৃত্তিবাসত নাই। কাৰ্ত্তিকৰ জন্ম, শবলা লৈ বশিষ্ঠ বিশ্বামিত্ৰৰ বিৰোধ ত্ৰিশঙ্কুৰ স্বৰ্গাৰোহণ, অম্বৰীষৰ যজ্ঞ, শুনঃশেপৰ উদ্ধাৰ ইত্যাদি কথা কৃত্তিবাসত নাই। ৰাক্ষসৰূপ ধাৰিণী লঙ্কাৰ অধিষ্ঠাত্ৰী দেবীৰ পৰাজয়ৰ কথা বাল্মীকিত আছে কৃত্তিবাসত নাই। কৃত্তিবাসত হনুমন্তৰ প্ৰাৰ্থনাত দেবী উগ্ৰচণ্ডাৰ লঙ্কা ত্যাগ, জয়ন্তা কাউৰীৰ সীতাআক্ৰমণ আৰু শ্ৰীৰামে তাৰ চকুবিন্ধা কথা আছে, বাল্মীকিত নাই। বিভীষণ ৰামৰ লগত মিত্ৰতা বাল্মীকিৰ লঙ্কাকাণ্ডত নাই, কিন্তু কৃত্তিবাসৰ সুন্দৰাকাণ্ডত সেই কথা দেখা যায়। কৃত্তিবাসত ৰাৱণে বিভীষণক লাঠি মৰাত ৰামৰ পক্ষলৈ অহা বুলি লিখিছে, কিন্তু বাল্মীকিত লাঠি মৰা বুলি নকয় তাত গালি পৰাত হে বিভীষণ অহা

বুলি উক্তি। তৰণী সেন বধ, তাৰ কটা মূৰে 'ৰাম' 'ৰাম' বোলা কথা কৃত্তিবাসে ক'ত পালে তাকো কব নোৱাৰি। বীৰ বাহু বধ মহীৰাৱণ বধ, অহিৰাৱণ বধ আদিও বাল্মীকিত নাই। লক্ষ্মণ শক্তি শেলত পৰাত হনুমন্তে ঔষধ আনিবলৈ গৈ কালনেমি বধ কৰা, সূৰ্য্যক কাখলতিৰ তলত অনা, ভৰতৰ বাটলু গুটিৰ আঘাতত হনুমন্তৰ পতন ইত্যাদি কথা বাল্মীকিত নাই। শ্ৰীৰামচন্দ্ৰৰ দুৰ্গোৎসৱৰ অকাল বোধন, ভগৱতীৰ পূজালৈ হাজাৰ নীল পদ্ম অনা, তাৰে এটা কম হোৱাত ৰামে নিজ চকু দিব খোজা কথা বাল্মীকিত নাই। দুৰ্গোৎসৱৰ কথাতো পুৰাণৰ ভেজা, কিন্তু বাল্মীকিত নাই। বাল্মীকি ৰামায়ণত ৰাৱণ বধৰ সময়ত অগস্ত্যৰ কথা মতে ৰামৰ আদিত্য হৃদয় স্তৱ পাঠ আৰু মাতলিৰ কথা মতে ব্ৰহ্মঅস্ত্ৰ মাৰি ৰাৱণক বধ কৰাৰ কথা আছে। কৃত্তিবাসত হনুমন্তে গণক বেশ ধৰি মন্দোদৰীৰ তালৈ যোৱা, মন্দোদৰীৰ পৰা ৰাৱণৰ মৃত্যুবাণ অনা, মাথি হৈ ৰাৱণৰ চণ্ডীপাঠ ভুল কৰা, মৃত্যু কালত ৰাৱণে ৰামক ৰাজনীতি শিক্ষা দিয়া কথাও তেনেই অমূলক। ৰাৱণে স্বৰ্গলৈ জখলা সজাৰ কথাও কৃত্তিবাসৰ ৰামায়ণত হে দেখা যায়। উত্তৰাকাণ্ডত লক্ষ্মণৰ চৈধ্য বছৰৰ জমা কৰি থোৱা ফলৰ লেখ, গড়ুৰ পৱনৰ যুদ্ধ, চৌষষ্টি যোগিনীৰ লগত যুদ্ধ কৃত্তিবাসৰ কাপৰ পৰা ওলাইছে, বাল্মীকিত একো নাই। কৃত্তিবাসৰ লৱকুশৰ যুদ্ধ; সেই যুদ্ধত ৰাম লক্ষ্মণ, ভৰত আদিৰ পতনৰ কথা বাল্মীকিত নাই।

অসমীয়া ৰামায়ণত কিন্তু কৃত্তিবাসৰ অলীক ঘটনাৰ সমাবেশ নাই। ইয়াত প্ৰথমে বাল্মীকিৰ প্ৰশ্ন, শ্লোকৰ উৎপত্তি আৰু ৰামায়ণৰ সূচী সুন্দৰকৈ দিয়া আছে। ইয়াৰ আদিকাণ্ডত কাৰ্ত্তিকৰ জন্ম, বশিষ্ঠ বিশ্বামিত্ৰৰ বিৰোধ, সমুদ্ৰ মন্থনৰ ইতিহাস সাকত বংশ, ত্ৰিশঙ্কুৰ উপাখ্যান আদিৰ কথা নাই, কৃত্তিবাসতো নাই। সিন্ধুমুনি বধ কথা আদিকাণ্ডতে দিয়া আছে, বাল্মীকি ৰামায়ণৰ অযোধ্যা কাণ্ডত হে দেখা যায়। ইয়াত বাল্মীকিৰ দৰে অলপ কথাত সূৰ্য্যবংশৰ বিৱৰণ আৰু ভগীৰথে গঙ্গাঅনা প্ৰভৃতি দিয়া আছে। বাল্মীকিৰ আদি কাণ্ডত লৱকুশৰ ৰামায়ণ গান কৰা কথা আছে। অসমীয়া উত্তৰাকাণ্ড ৰামায়ণত হে সেই কথা বহলাই দিয়া আছে। অসমীয়া আদি কাণ্ডত দুটিমান অতিৰিক্ত কথা দেখা যায়, দশৰথৰ ৰাজ্যত শনিৰ দৃষ্টি, শনিৰ দৃষ্টিত অনাবৃষ্টি ইত্যাদি। . ...... কৃত্তিবাসৰ নিচিনা আমাৰ ৰামায়ণতো বিভীষণৰ মিত্ৰতা সুন্দৰাকাণ্ডত দিয়া আছে। বাল্মীকিত লঙ্কাকাণ্ডত হে আছে।

আমাৰ ৰামায়ণত ইন্দ্ৰৰ সাৰথি মাতলিৰ কথা মতে ব্ৰহ্মঅস্ত্ৰ মাৰি ৰাৱণক বধ কৰা কথা বাল্মীকিৰ লগত সম্পূৰ্ণ মিল। এটা বৰ আচৰিত কথা, কেইটিমান সৰু সৰু ঘটনা মূলত নহলেও আমাৰ ৰামায়ণত দেখা যায় আৰু সেই কেইটা কৃত্তিবাসৰ লগত মিলে। সীতাক কাউৰীয়ে আক্ৰমণ কৰা, ৰামে কাউৰীৰ চকু বিন্ধা, ৰাৱণে বিভীষণক লাঠি মৰা, হনুমন্তে ঔষধ আনিবলৈ যাওঁতে কালনেমি বধ কৰা কথা কৃত্তিবাসৰ ৰামায়ণতো আছে, আমাৰ অসমীয়া 'ৰামায়ণতো আছে। এই কেইটা কিয় মিলে বুজা নাযায়। তেতিয়াৰ দিনত মূলত এই কেইটা কথা থাকিব পাৰে। নহলে বিভিন্নপ্ৰদেশৰ বিভিন্ন কবিৰ লেখাত কিয় উল্লেখ থাকিব? বিশেষতঃ বঙ্গ আৰু অসম ওচৰা ওচৰি দেশ; হয়তো এই কেইটা কথা এজনে আন জনৰ পৰা ধাৰ কৰাও হব পাৰে ধাৰ কৰিলেও মাধৱ

কন্দলিয়ে ধাৰ কৰা বুলি মনে নধৰে, কিয়নো তেওঁ কৃত্তিবাসৰ আগৰ কবি। আগৰ কালত দুয়ো দেশৰ পুথিৰ আদান প্ৰদান থকাৰ প্ৰমাণ পোৱা যায়। এতিয়াও আমাৰ দেশৰ গোবিন্দ মিশ্ৰৰ গীতা, শ্ৰীৰামকীৰ্ত্তন বা অনন্ত ৰামায়ণ বঙ্গ দেশত আছে। সেই দৰে আমাৰ দেশতো বাঙ্গালী বৈষ্ণৱ কবিৰ গীত, দুৰ্গা মঙ্গল গীত, অদ্ভুত ৰামায়ণ পোৱা যায়।"

চৌধুৰী ডাঙ্গৰীয়াই কৃত্তিবাসৰ ৰামায়ণ আৰু অসমীয়া ৰামায়ণ মূল ৰামায়ণে সৈতে মিলাই যিটো বিবৰণ লিখিছিল তাক মই ওপৰত তুলি দিলোঁ। মুঠতে অসমীয়া ৰামায়ণ কৃত্তিবাসৰ ৰামায়ণৰ দৰে বাৰে মিহলি কথাত পৰিপূৰ্ণ নহয়। চৌধুৰী ডাঙ্গৰীয়াৰ কথা অনুসাৰেই আমিও কওঁযে অসমীয়া ৰামায়ণ এখনি কীৰ্ত্তন নামঘোষাৰ শাৰীৰ পূজা পোৱাৰ যোগ্যৰ পুথি।

মাধৱ কন্দলিৰ ৰামায়ণৰ আৰু এটা বিশেষত্ব হৈছে ইয়াৰ ভাষা সম্পৰ্কে। চৈধ্যশ শতিকাতে যে অসমীয়া ভাষা কিমান তেজী তাৰ প্ৰমাণ ইয়াতে পাওঁ। যি বিলাক লিখাৰ পৰাই অসমীয়া এটি প্ৰাচীন ভাষা বুলি প্ৰমাণিত হৈছে তাৰ ভিতৰত অসমীয়া ৰামায়ণ এখনি প্ৰধান পুথি। মাধৱ কন্দলিৰ লিখাত আমি সেই কালৰ নিৰ্ভাজ অসমীয়া ভাষাৰ কেনেকুৱা গঢ় আছিল তাক বুজিব পাৰোঁ। বৈষ্ণৱ যুগৰ পূৰ্ব্বে আদিকালৰে পৰা যি অসমীয়া ভাষা প্ৰচলিত তাৰ মাধৱকন্দলিয়ে এটা গঢ় দিয়ে, আৰু তেওঁৰ পুথিত আমি এনে কিছুমান শব্দ বিভক্তিৰ ৰূপ আৰু বাক্যৰ গঢ় পাওঁ যি এতিয়া প্ৰচলিত নাই।

অসমীয়া ভাষাৰ গতি আৰু ক্ৰম বিকাশ সম্বন্ধে যেয়ে আলোচনা কৰিব খোজে তেৱেঁ মাধৱ কন্দলিৰ ৰামায়ণৰ পৰা অলেখ তথ্য বিচাৰি উলিয়াব পাৰিব। অসমীয়া মানুহৰ সেই কালৰ সামাজিক জীবন, ৰীতিনীতি, আচাৰ ব্যৱহাৰ আদি সম্বন্ধেও অসমীয়া ৰামায়ণত অনেক কথা পোৱা যায়। বাস্তৱিকে মাধৱ কন্দলিৰ ৰামায়ণ অসমৰ ভাষাতত্ত্ববিদ্ আৰু সমাজ তত্ত্ববিদ্ সকলৰ পক্ষে এটি সোণৰ খনিৰ নিচিনা। মাধৱ কন্দলিৰ ৰচনাৰ প্ৰভাৱ শঙ্কৰ দেৱৰ লিখাত বহু পোৱা যায়। সেই দৰে তেওঁৰ লিখাৰ প্ৰভাৱ পিছৰ কালৰ কবি সকলৰ ওপৰত কি পৰিমাণে পৰিছে তাৰ নিৰ্ণয় কৰাও অসমীয়া সাহিত্যত এটি অতি আৱশ্যকীয় কথা।

আশা কৰোঁ মাধৱ কন্দলিৰ সময়ৰ অসমীয়া ভাষা, তেওঁৰ কাব্য প্ৰতিভা আৰু তেওঁৰ কালৰ অসমীয়া সমাজ সম্বন্ধে বিস্তাৰিত আলোচনা কৰিবলৈ অসমত মানুহ নোলোৱাকৈ নেথাকিব। এই সামান্য ভূমিকাত বাহুল্যৰ ভয়ত আমি এই বিলাক বিষয়ৰ আলোচনালৈ আৰু আগ নেবাঢ়িলোঁ।

গুৱাহাটী।
১৫।৩।৪১

ইতি—
শ্ৰীউমাকান্ত গোস্বামী।
কটন কলেজ।

# সূচীপত্ৰ


| বিষয় | পৃষ্ঠা |
|---|---|
| **আদিকাণ্ড** | |
| ১। বন্দনা ... ... | ১ |
| ২। বাল্মীকিৰ আগত নাৰদৰ ৰামায়ণ বৃত্তান্ত বৰ্ণন | ২ |
| ৩। দশৰথৰ সৈতে কৌশল্যাৰ বিবাহ .. | ১২ |
| ৪। দশৰথৰ সৈতে কৈকেয়ীৰ বিবাহ .. | ১২ |
| ৫। দশৰথৰ সৈতে সুমিত্ৰাদি সাতশ ৰাণীৰ বিবাহ | ১৫ |
| ৬। ৰজাৰ ওপৰত শনিৰ দৃষ্টি আৰু জটায়ুৰ সৈতে বন্ধুতা ... | ১৭ |
| ৭ দশৰথৰ দ্বাৰা সিন্ধুমুনিৰ বধ আৰু দশৰথৰ প্ৰতি অন্ধমুনিৰ অভিশাপ ... | ২২ |
| ৮। দশৰথে কৈকেয়ীক দুটা বৰ দিয়াৰ অঙ্গীকাৰ | ২৬ |
| ৯। ঋষ্যশৃঙ্গৰ উপাখ্যান ... . | ২৮ |
| ১০। দশৰথৰ গৃহত নাৰায়ণ চাৰি অংশে জন্ম বৃত্তান্ত | ৩৪ |
| ১১। কৌশল্যা, কৈকেয়ী আৰু সুমিত্ৰাৰ পায়স ভক্ষণ আৰু ৰাম লক্ষ্মণাদিৰ জন্ম . | ৪০ |
| ১২। ৰাজৰ্ষি জনকৰ গৃহত সীতাৰূপে লক্ষ্মীৰ জন্ম | ৪৬ |
| ১৩। মাৰিচ সুবাহু প্ৰভৃতি ৰাক্ষসক বধ কৰাই যজ্ঞ ৰক্ষা কৰিবৰ উদ্দেশ্যে ৰাম লক্ষ্মণক আনিবলৈ বিশ্বামিত্ৰৰ আগমন .. | ৫০ |
| ১৪। মাৰিচ সুবাহু বধ .. .. | ৫৬ |
| ১৫। সীতাৰ স্বয়ম্বৰলৈ মুনিৰ লগত ৰামলক্ষ্মণৰ গমন | ৫৮ |
| ১৬। অহল্যাৰ মুক্তি . ... | ৬৫ |
| ১৭। ৰামৰ দ্বাৰা হৰধনু ভঙ্গ .. | ৭০ |
| ১৮। ৰাম, লক্ষ্মণৰ সৈতে ৰজাবিলাকৰ যুদ্ধ ... | ৭৫ |
| ১৯। ৰামলক্ষ্মণাদি চাৰি ভাইৰ বিবাহ ... | ৮২ |
| ২০। বাটত পৰশুৰামৰ সৈতে ৰামৰ সাক্ষাত আৰু পৰশুৰামৰ পৰাভৱ . | ৮৫ |
| **অযোধ্যাকাণ্ড** | |
| ১। শ্ৰীৰাম আদিৰ অযোধ্যালৈ পুনৰ্গমন আৰু ভৰত শত্ৰুঘ্নৰ মাতুলালয়লৈ গমন ... | ৯২ |
| ২। দশৰথত শ্ৰীৰামৰ বিদায় প্ৰাৰ্থনা আৰু দশৰথৰ শোক . .. | ১১৫ |
| ৩। শ্ৰীৰাম আদিৰ বন গমন .. | ১১৯ |
| ৪। শ্ৰীৰামচন্দ্ৰৰ গুহ ৰজাৰ লগত সাক্ষাৎ | ১২৩ |
| ৫। দশৰথ ৰজাৰ মৃত্যু . | ১৩১ |
| ৬। ৰাতিপুৱা দশৰথ ৰজাক মৃত দেখি মহাদেৱী সকলৰ বিলাপ | ১৩৩ |
| ৭। দূত পঠিয়াই ভৰতক আনয়ন . | ১৩৫ |
| ৮। কৈকেয়ীৰ সকলো বৃত্তান্ত শুনি ভৰতৰ ক্ৰোধ | ১৩৭ |
| ৯। বশিষ্ঠাদিৰ আগমন আৰু ৰজাৰ প্ৰেত-কাৰ্য্যৰ ব্যৱস্থা ... | ১৪১ |
| ১০। ৰামক আনিবলৈ ভৰতৰ যাত্ৰা। ৰামৰ বিপদৰ আশঙ্কাত গুহৰ যুঁজিবলৈ উদ্যোগ | ১৪৪ |
| ১১। ভৰতৰ লগত গুহৰ মিলন আৰু ৰামৰ বৃত্তান্ত শুনি ইঙ্গুদি গছৰ তলত ভৰতৰ বিলাপ | ১৪৬ |
| ১২। গুহই নাও যোগায় আৰু ভৰতাদি লৈ পাৰ হয় ... | ১৪৯ |
| ১৩। ভৰদ্বাজ আৰু ভৰতৰ কথা বাৰ্ত্তা আৰু ভৰদ্বাজ মুনিৰ অতিথি সৎকাৰ .. | ১৫০ |
| ১৪। ভৰত আৰু শ্ৰীৰামৰ মিলন ... | ১৫৩ |
| ১৫। পিতৃৰ মৃত্যু শুনি ৰামৰ শোক . | ১৫৩ |
| ১৬। ৰামৰ পিতৃ তৰ্পণ ... ... | ১৫৫ |
| **অৰণ্যকাণ্ড** | |
| ১। ভৰতাদিৰ প্ৰস্থান। শ্ৰীৰামচন্দ্ৰাদিৰ অত্ৰি ঋষিৰ আশ্ৰম প্ৰবেশ; ঋষি পত্নীৰ আগত সীতাৰ জন্ম আৰু স্বয়ম্বৰ বৃত্তান্ত .. | ১৬১ |
| ২। ৰামৰ দণ্ডকাৰণ্যত প্ৰবেশ, ঋষিৰ অভ্যৰ্থনা, বিৰাধ ৰাক্ষস বধ .. | ১৬৪ |
| ৩। পঞ্চবটী বনগৃহত জটায়ুৰে শ্ৰীৰামৰ কথোপকথন, লক্ষ্মণৰ সূৰ্পণখাৰ নাক কাণ ছেদন | ১৭১ |

বিষয় — পৃষ্ঠা

৪। চতুৰ্দ্দশ ৰাক্ষসৰ যুদ্ধ, আৰু উক্ত ৰাক্ষস বধ ... ১৭৫
৫। শ্ৰীৰামৰ লগত খৰ দূষণৰ যুদ্ধ আৰু বধ। ৰাৱণৰ ৰূপবৰ্ণন, মাৰিচৰ ওচৰলৈ ৰাৱণৰ গমন ... ... ... ১৭৬
৬। ৰাৱণৰ আৰু মাৰিচৰ ( পৰস্পৰ ) কটূক্তি। মাৰিচ কৰ্ত্তৃক মায়ামৃগ শৰীৰ ধাৰণ আৰু ৰাৱণৰ তপস্বী বেশে সীতাৰ সমীপলৈ গমন ১৮৭
৭। ৰাৱণৰ আত্মপৰিচয় প্ৰদান আৰু সীতাৰ কটূক্তি ... .. ... ১৯১
৮। ৰাৱণ কৰ্ত্তৃক সীতাহৰণ, ৰাৱণৰ সহিত জটায়ুৰ যুদ্ধ আৰু তেওঁৰ পক্ষচ্ছেদ ... ১৯৬
৯। ৰাৱণৰ প্ৰতি সীতাৰ অভিশাপ ... ১৯৯
১০। সীতা অদৰ্শনত ৰামৰ খেদ ... ২০০
১১। লক্ষ্মণৰ প্ৰবোধ বচন। সীতাৰ অভাৱত ৰামৰ ক্ৰোধ ... ... ২০২
১২। লক্ষ্মণে ৰামক সান্ত্বনা কৰি দুয়ো সীতাক বিচাৰি যাওঁতে জটায়ুৰ লগত সাক্ষাৎ আৰু কথাবাৰ্ত্তা। জটায়ুৰ শৰীৰ সংস্কাৰ ... ২০৩
১৩। ৰামলক্ষ্মণৰ কবন্ধৰ লগত সাক্ষাৎ। কবন্ধৰ মুক্তি ও ৰামৰ প্ৰতি উপদেশ। .. ২০৫

## কিষ্কিন্ধ্যাকাণ্ড

১। শ্ৰীৰামৰ সৈতে সুগ্ৰীৱৰ সম্মিলন ... ২০৮
২। সীতাৰ অলঙ্কাৰ দেখি শ্ৰীৰামৰ শোক ... ২১০
৩। বালী সুগ্ৰীৱৰ যুদ্ধ আৰু সুগ্ৰীৱৰ পৰাজয় ২১৪
৪। শ্ৰীৰামকৰ্ত্তৃক বালী বধ ... ... ২১৮
৫। বালী কৰ্ত্তৃক শ্ৰীৰামক নিন্দা ... ২২১
৬। তাৰাৰ বিলাপ ... ... ২২৩
৭। তাৰাই শ্ৰীৰামক শাপ দিয়ে ... ২২৪
৮। সুগ্ৰীৱৰ ৰাজ্যত অভিষেক ... ২২৭
৯। সুগ্ৰীৱৰ প্ৰতি শ্ৰীৰাম লক্ষ্মণৰ ক্ৰোধ ... ২২৮
১০। সুগ্ৰীৱৰ আজ্ঞাৰে কপি সৈন্য একত্ৰীকৰণ ২৩২
১১। কপিগণৰ সাগৰদৰ্শন আৰু সম্পাতিৰ সৈতে সাক্ষাৎ ... ... ... ২৩৮
১২। সুপাৰ্শ্ব কৰ্ত্তৃক ৰাৱণ আৰু সীতাৰ দৰ্শন বিবৰণ ... ... ... ২৪৩

## সুন্দৰাকাণ্ড

১। দক্ষিণ সাগৰৰ তীৰত অঙ্গদ প্ৰভৃতিৰ লঙ্কালৈ চৰ পঠাবৰ যুক্তি ... ... ২৪৬
২। হনুমন্তৰ লঙ্কা যাত্ৰা, সুৰমা আৰু অনাৰিকাৰ লগত সাক্ষাৎ ... . ২৪৯
৩। হনুমন্তৰ লঙ্কা প্ৰবেশ। লঙ্কাৰ বৰ্ণনা . ২৫১
৪। হনুমন্তৰ খেদ আৰু সীতা দৰ্শন .. ২৫৬
৫। সীতাক ভজাবলৈ ৰাৱণৰ চেষ্টা আৰু বিফল হোৱাত ক্ৰোধ, ৰাক্ষসিনী বিলাকেও সীতাক নানাবিধ ভয় দেখুৱায় ... ... ২৫৮
৬। সীতাৰ সৈতে হনুমন্তৰ কথোপকথন .. ২৬৩
৭। হনুমন্তৰ সৈতে ৰাক্ষস সেনাৰ যুদ্ধ ... ২৬৯
৮। ইন্দ্ৰজিত আৰু হনুমন্তৰ যুদ্ধ ও হনুমন্তৰ বন্ধন ২৭৩
৯। হনুমন্তৰ নেজত জুই দিয়ে আৰু সেই জুইৰে হনুমন্তই লঙ্কা দগ্ধ কৰে ... ... ২৭৭
১০। হনুমন্ত ঘূৰি অহাত কপি সৈন্যৰ আনন্দ ২৮০
১১। কপিসৈন্যৰ মধুবন ভক্ষণ আৰু দধিমুখৰ সৈতে যুদ্ধ ... ... ২৮৪
১২। অঙ্গদাদিয়ে শ্ৰীৰামৰ ওচৰলৈ যায় আৰু হনুমন্তে শ্ৰীৰামক সীতাৰ বৃত্তান্ত কয় ... ২৮৫
১৩। ৰামৰ সৈন্য লৈ ৰাম লক্ষ্মণৰ লঙ্কা যাত্ৰা ২৮৭
১৪। বিভীষণৰ হিত উপদেশত ক্ৰোধ কৰি ৰাৱণে তেওঁক পদাঘাত কৰাত তেওঁ ৰামৰ আশ্ৰয় লয় ... ... ... ২৯২

## লঙ্কাকাণ্ড

১। ৰাৱণে শুক সাৰণক শ্ৰীৰামৰ সৈন্য চাবলৈ পঠায় আৰু সিহঁতে উভতি আহি ৰাৱণৰ আগত বৰ্ণনা কৰে ... ... ২৯৮
২। ৰাৱণে সীতাক শ্ৰীৰামৰ মায়াশিৰ দেখুৱাই আৰু সৰমাই সীতাক প্ৰবোধ দিয়ে ... ৩০৩

বিষয় — পৃষ্ঠা

৩। শ্ৰীৰাম প্ৰভৃতিৰ সুবেল পৰ্ব্বতৰ ওপৰৰ পৰা লঙ্কাৰ শোভা দৰ্শন আৰু অঙ্গদক দূতৰূপে লঙ্কালৈ প্ৰেৰণ . ... ৩০৮
৪। যুদ্ধাৰম্ভ আৰু ইন্দ্ৰজিতৰ যুদ্ধত শ্ৰীৰাম লক্ষ্মণৰ নাগপাশেৰে বন্ধন . ৩১২
৫। শ্ৰীৰাম লক্ষ্মণৰ নাগপাশ মোচন ... ৩২০
৬। ধুম্ৰাক্ষৰ যুদ্ধ আৰু পতন . ৩২১
৭। অকম্পন আৰু বজ্ৰদংষ্ট্ৰৰ সেনাপতি মৰণ আৰু প্ৰহস্তৰ পতন . ৩২৩
৮। প্ৰহস্ত, প্ৰজঙ্ঘ, সুপ্ৰভ, কালমুখ, বৃকাসুৰ আদিৰ যুদ্ধ ও পতন . ... ৩২৭
৯। ৰাৱণৰ শ্ৰীৰাম লক্ষ্মণৰ সৈতে যুদ্ধ আৰু পৰাজয় ৩২৯
১০। কুম্ভকৰ্ণৰ নিদ্ৰাভঙ্গ আৰু যুদ্ধ যাত্ৰা . ৩৩৫
১১। কুম্ভকৰ্ণৰ যুদ্ধ আৰু সুগ্ৰীৱকলৈ লঙ্কা গমন ৩৩৮
১২। কুম্ভকৰ্ণৰ সৈতে শ্ৰীৰামলক্ষ্মণৰ যুদ্ধ আৰু কুম্ভকৰ্ণৰ পতন ৩৪৩
১৩। অতিকায়াদি ৰাক্ষসৰ যুদ্ধ আৰু পতন ৩৪৬
১৪। ইন্দ্ৰজিতৰ যুদ্ধত বানৰ সৈন্যৰ আৰু শ্ৰীৰামলক্ষ্মণৰ মোহ ৩৪৯
১৫। হনুমন্তে ঔষধ আনি সকলোৰে মোহ দূৰ কৰে ৩৫৩
১৬। কুম্ভ, নিকুম্ভ, মকৰাক্ষৰ যুদ্ধ আৰু পতন ৩৫৬
১৭। ইন্দ্ৰজিতৰ তৃতীয়বাৰ যুদ্ধ যাত্ৰা আৰু মায়াসীতা বধ ৩৫৯
১৮। বিভীষণে শ্ৰীৰামক প্ৰবোধ দিয়ে আৰু লক্ষ্মণৰ সৈতে নিকুম্ভিলা যজ্ঞভূমিলৈ গমন কৰে ৩৬২
১৯। ইন্দ্ৰজিত বধ . ৩৬৫
২০। ৰাৱণৰ যুদ্ধযাত্ৰা ... . ৩৭০
২১। লক্ষ্মণৰ শক্তিশেল . .. ৩৭৯
২২। হনুমন্তৰ ঔষধ আনিবলৈ গমন . ৩৮২
২৩। কালনেমী আৰু তিনিকোটি গন্ধৰ্বৰ বধ ; গন্ধমাদন আনয়ন আৰু লক্ষ্মণৰ জীৱন প্ৰাপ্তি .. ৩৮৫
২৪। গন্ধমাদনক পূৰ্ব্বৰ স্থানত থৈ হনুমানৰ পুনৰাগমন ... . ৩৮৬
২৫। ৰাম ৰাৱণৰ যুদ্ধ আৰু ৰাৱণ বধ .. ৩৯০
২৬। বিভীষণৰ ৰাজ্যাভিষেক আৰু সীতাক ৰামৰ সমীপলৈ আনয়ন . ৩৯৯
২৭। সীতাৰ অগ্নি পৰীক্ষা . ... ৪০২
২৮। শ্ৰীৰামৰ অযোধ্যা গমন . ৪০৭
২৯। শ্ৰীৰামৰ অভিষেক ৪১৬
৩০। হনুমন্ত প্ৰভৃতিৰ নিজ নিজ দেশলৈ গমন আৰু শ্ৰীৰামৰ ৰাজ্য পালন . ৪১৭


## উত্তৰাকাণ্ড


১। সীতাৰ বনবাস ৪২০
২। বাল্মীকিৰ আশ্ৰমলৈ সীতাৰ আনয়ন আৰু লৱকুশৰ জন্ম ... . ৪২১
৩। ৰামৰ অশ্বমেধ যজ্ঞ ... ৪২২
৪। শ্ৰীৰামচন্দ্ৰৰ সভাত লৱকুশৰ ৰামায়ণ গান ৪২৭
৫। হনুমন্তৰ জন্ম বিৱৰণ ৪৩৩
৬। লৱকুশৰ পৰিচয় . ৪৩৬
৭। হনুমন্তাদিক সীতাক আনিবলৈ প্ৰেৰণ ৪৩৭
৮। ৰামৰ সভালৈ সীতাৰ আনয়ন আৰু বাল্মীকিৰ শপত কৰণ ৪৪১
৯। সীতাৰ ক্ৰোধ আৰু পাতাল প্ৰৱেশ .. ৪৪২
১০। শ্ৰীৰামৰ পৃথিবীৰ প্ৰতি ক্ৰোধ আৰু ব্ৰহ্মাৰ প্ৰবোধ ৪৪৬
১১। পাতালৰ পৰা সীতাৰ বৃত্তান্ত কথন .. ৪৪৭
১২। নানা দেশৰ ৰাজ্য সকলক পৰাস্ত কৰাই শ্ৰীৰামে ভৰতাদিৰ পুত্ৰ সকলক ৰাজ্য দিয়ে . ৪৪৮
১৩। শ্ৰীৰামৰ ওচৰলৈ কালৰ মুনিবেশ ধৰি আগমন আৰু লক্ষ্মণ বৰ্জন ... ... ৪৫২
১৪। লক্ষ্মণক বিচাৰি ৰামৰ বন গমন আৰু লক্ষ্মণৰ প্ৰেতক্ৰিয়া কৰণ .. ... ৪৫৮
১৫। শ্ৰীৰামচন্দ্ৰৰ স্বৰ্গ গমন ... ৪৫৪

# ৰামায়ণ।

## আদিকাণ্ড।

### ১ অধ্যায়।

বন্দনা।

শ্ৰীকৃষ্ণায় নমঃ।

ৰামায় ৰামচন্দ্ৰায় ৰামভদ্ৰায় বেধসে।
ৰঘুনাথায় নাথায় সীতায়াঃপতয়ে নমঃ ॥

জয় জয় কৃষ্ণ দেৱ দৈৱকী নন্দন।
ব্ৰহ্মা হৰে কৰে যাৰ চৰণে বন্দন ॥১
আতি অন্ত্য জাতি তৰে যাৰ লৈলে নাম।
হেন কৃষ্ণ পদে কৰোঁ সদাই প্ৰণাম ॥২
নমো নমো ৰাম ৰঘুকুলৰ কমল।
কৰিয়ো প্ৰকাশ নিজ যশ সুনিৰ্ম্মল ॥৩
পূৰিলাহা যিতো জগতৰ মনকাম।
হেন ৰাম পদে কৰোঁ সদাই প্ৰণাম ॥৪
একে ব্ৰহ্ম আসি চাৰি মূৰ্ত্তি অৱতৰি।
হৰিলা ভূমিৰ ভাৰ ৰাক্ষস সংহৰি ॥৫
ব্ৰহ্মা আদি দেৱৰ সাধিলা প্ৰয়োজন।
প্ৰণামো সাদৰে হেন ৰামৰ চৰণ ॥৬
নিজ গুৰু চৰণত কৰি নমস্কাৰ।
ৰচিলোঁ মাধৱে আদ্য কাণ্ড কথা সাৰ ॥৭
আচৰি মঙ্গল গুণ কীৰ্ত্তন কৃষ্ণৰ।
কৃষ্ণক স্মৰণে সিদ্ধি হোক আৰম্ভৰ ॥৮
বোলোঁ কৃতাঞ্জলি শুনা সবে সভাসদ।
মহা মূঢ় হুয়া কৰোঁ ৰামায়ণ পদ ॥৯
পৰম চঞ্চল মই অধমৰ দোষ।
ক্ষেমিবা সকলে নকৰিবা অসন্তোষ ॥১০
নাহিকে কবিতা গুণ নুহিকোঁ পণ্ডিত।
তথাপিতো ভৈলা পদ কৰিবাক চিত্ত ॥১১
মহাভোগ ইচ্ছা যেন ভৈলা দৰিদ্ৰৰ।
মই অজ্ঞানীৰ জানা সৌহপটন্তৰ ॥১২
জানি মহাজনে নিন্দা নকৰিব মাত।
কৰো হেৱা মই কৃতাঞ্জলি প্ৰণিপাত ॥১৩
সেই সেই বিকে যেন অমূল্য ৰতন।
তাক বাছি আছে জানা কোন মহাজন ॥১৪
মোৰ পদ পটন্তৰ যেন হীন জাতি।
ৰামৰ চৰিত্ৰচয় মহাবস্তু আতি ॥১৫
মোৰ পদ জানি দোষ কৰি পৰিহাৰ।
লৈয়ো ৰাম গুণময় মহাবস্তু সাৰ ॥১৬
তেৱেসে কলিত হৈবা কৃতাৰ্থ সম্প্ৰতি।
ৰাম কথা শুনি অনায়াসে পাইবা গতি ॥১৭
উত্তম মনুষ্য জন্ম নকৰিয়ো বৃথা।
এক চিত্ত মনে শুনা ৰামায়ণ কথা ॥১৮
মহা ঋষি বাল্মীকিৰ নিৰ্ম্মল হৃদয়।
কৰিলা লোকক মহা কৃপা কৃপাময় ॥১৯
ৰাম কথা অমৃতক কৰি মহাদান।
সাধিলন্ত জগতৰ পৰম কল্যাণ ॥২০
এক দিনা বাল্মীকি উঠিয়া প্ৰভাতত।
স্নান কৰিবাক প্ৰতি গঙ্গাৰ জলত ॥২১
শিষ্য ভৰদ্বাজক বুলিলা ঋষিৰাজ।
সত্বৰে লৈয়োক স্নান কৰিবাৰ সাজ ॥২২
শুনি ভৰদ্বাজ সাজ লৈলা তেতিক্ষণে।
স্নানিবাক লৰিলা সমস্তে ঋষিগণে ॥২৩
স্নানিতে লাগিলা ঋষি গঙ্গাৰ জলত।
দেখিলন্ত ক্ৰৌঞ্চ পক্ষী বৃক্ষৰ ডালত ॥২৪

পবন হবিয়ে পক্ষী কবয় সঙ্গম।
ব্যাধ গোটে আসি পশিলেক যেন বন ॥২৫
সঙ্গম সময়ে দুষ্টে পক্ষীক হানিল।
দেখি বাল্মীকিব মহা করুণা মিলিল ॥২৬
মহা ক্রোধে ব্যাধক বুলিলা ঋষিবাজ।
শুনবে অধম কিনো কৰিলি অকাজ ॥২৭
সঙ্গম কবোঁতে পক্ষী কবিলি সংহাব।
চিবকাল নবকে পচিবি দুবাচাব ॥২৮
ইহ লোকে দুর্যশ থাকিবে বব তোৰ।
মোহ হুয়া কর্ম্ম তই কবিলি দুর্ঘোব ॥২৯
এহি বুলি মনে ঋষি কবন্ত বিষাদ।
অকস্মাতে আসি কিনো দেখিলোঁ প্রমাদ ॥৩০
স্নান কবি জলহস্তে উঠি তপোধন।
শিষ্য সমে কবিলন্ত গৃহক গমন ॥৩১
ঘবে আসি বসি মুনি গুণন্ত মনত।
কেন মতে বাক্য মোব বজাইল মুখত ॥৩২
চাবি পদ হুয়া মোব আসিল বচন।
শ্লোক নামে ইহাকে বুলিয়ো সর্ব্বজন ॥৩৩
বাল্মীকিব মুখে ভৈল বচন উত্তম।
শ্লোক নামে কবিতা শুনন্তে মনোবম ॥৩৪

মা নিষাদ প্রতিষ্ঠাং ত্বমগমঃ শাশ্বতীঃ সমাঃ।
যৎ ক্রৌঞ্চমিথুনাদেকমবধিঃ কামমোহিতম্ ॥

---

## ২ অধ্যায়—বাল্মীকিব আগত নাবদব বামায়ণ বৃত্তান্ত বর্ণন।

অনন্তবে ব্রহ্মা দেৱে সেহি সময়ত।
সর্ব্বলোক হিত তেবে চিন্তিয়া মনত ॥১
চবাচব জগতব কুশল কাৰণে।
বামৰূপে অৱতাৰ হৈবা নাবায়ণে ॥২
বাল্মীকিব মুখে সেই দিব্য কথামৃত।
শ্লোকবন্ধে কৰাঞো সর্ব্ব জনত বিদিত ॥৩
তাকে শুনি ভণি সুখে তবোক সংসাৰ।
হেন মনে গুণি ব্রহ্মা কৰিলন্ত সাৰ ॥৪
আছন্ত বাল্মীকি চিন্তি পূর্ব্ব কথামৃত।
নাবদে সহিতে ব্রহ্মা মিলিল তহিত ॥৫
দেখিয়া বাল্মীকি ঋষি উঠি তাৎক্ষণে।
সুবর্ণ আসন আনি দিলা বঙ্গমনে ॥৬
নাবদে সহিতে ব্রহ্মা বসিল তথাত।
কৰিলা বাল্মীকি দুইবো পাৱে প্রণিপাত ॥৭
পাদ্যে অর্ঘে গন্ধে ধূপে পূজি মহা ঋষি।
কৃতাঞ্জলি হুয়া স্তুতি বুলিলা হৰিষি ॥৮
সাফলিলোঁ জন্ম দুইবো দেখিলো চৰণ।
কৰিয়োক আজ্ঞা কিবা সাধোঁ প্রয়োজন ॥৯
বাল্মীকিক ব্রহ্মা পাচে বুলিলা বচন।
শুনা মহাঋষি মোৰ যেন প্রয়োজন ॥১০
বুলিলা বচন যেন ক্রৌঞ্চক বধিতে।
সেহিমতে বামায়ণ কৰা এক চিতে ॥১১
দশৰথ নৃপতিৰ গৃহে অযোধ্যাত।
শ্রীবামস্বৰূপে হৰি জন্মিবা সাক্ষাত ॥১২
নাৰদৰ মুখে কথা শুনিবা সকলে।
পাচে বামায়ণ কৰিবাহা কৌতূহলে ॥১৩
যুগে যুগে তোমাৰ কবিতা প্রচাৰিব।
তাকে শুনি ভণি লোকে সংসাৰ তৰিব ॥১৪
নাৰদক পাচে বুলিলন্ত পিতামহ।
বামৰ চৰিত্র কিছু বাল্মীকিত কহ ॥১৫
এহি বুলি ব্রহ্মা নিজ লোকে গৈলা চলি।
নাৰদত বাল্মীকি পুছিলা কৃতাঞ্জলি ॥১৬
কেন মতে বামায়ণ কৰিবোঁ আতাই।
সিসব কাহিনী সবে কহাঁ মোৰ ঠাই ॥১৭
কোন কুলে বামচন্দ্র হৈবা উতপন।
কোন দেশে কোন কর্ম্ম কৰিবা শোভন ॥১৮
কেনমতে হৈবা বাম কোন প্রয়োজনে।
সিসব কাৰণ তুমি জানাহা আপোনে ॥১৯
বোলন্ত নাৰদে শুনিয়োক মহাঋষি।
বামৰ চৰিত্রচয় কহিবোঁ হৰিষি ॥২০
হৈবন্ত ইক্ষ্বাকু নামে ৰাজা অযোধ্যাত।
দশৰথ ৰাজা সেই কুলে হৈবা জাত ॥২১
তান গৃহে বিষ্ণু বামৰূপে অৱতৰি।
হৰিবা ভূমিৰ ভাৰ ৰাক্ষস সংহৰি ॥২২
বামৰ চৰিত্রচয় অমৃত সমান।
শুনা অনুক্রমে ঋষি কহোঁ বিদ্যমান ॥২৩
অযোধ্যাত হৈবা দশৰথ নৰেশ্বৰ।
পুত্র নহৈবেক নব হাজাৰ বৎসৰ ॥২৪

পুত্ৰৰ নিমিত্তে যজ্ঞ কৰিব অনেক ।
তথাপিতো নৃপতিৰ পুত্ৰ নুজন্মিবেক ॥২৫
দুৰ্ব্বাসাত উপদেশ পায়া মহামানী ।
কৰিবা বিশিষ্ট যজ্ঞ ঋষ্যশৃঙ্গ আনি ॥২৬
তেবে জন্মিবন্ত ৰাম চাৰি ৰূপ ধৰি ।
বল বীৰ্য্যে ধৈৰ্য্যে'ধিক দেৱতাত কৰি ॥২৭
চাৰি ভাই মহাবীৰ বিষ্ণুঅংশে জাত ।
দুষ্টবিনাশন হেতু জগত বিখ্যাত ॥২৮
অস্ত্ৰে শস্ত্ৰে শাস্ত্ৰে সৰ্ব্ব গুণে অনুপাম ।
গুহ চণ্ডালক মিত্ৰ কৰিব শ্ৰীৰাম ॥২৯
মাৰীচ সুবাহু দুই ৰাক্ষস দুৰ্জ্জন ।
বিশ্বামিত্ৰ মুনিৰ যজ্ঞক কৰে ছন ॥৩০
যাইবা বিশ্বামিত্ৰ দশৰথৰ গৃহক ।
যজ্ঞ ৰাখিবাক প্ৰতি খুজিবা ৰামক ॥৩১
শুনি নৃপতিৰ মুখে হৰিষ বচন ।
কৰিবন্ত ভক্তিভাৱে ঋষিক অৰ্চ্চন ॥৩২
ৰামক নপায়া ঋষি কৰিবন্ত ক্ৰোধ ।
বশিষ্ঠে কৰিব দশৰথক প্ৰবোধ ॥৩৩
দিবা ৰাম লক্ষ্মণক বশিষ্ঠ বচনে ।
লৈয়া দুই ভাইক ঋষি যাইবা ৰঙ্গমনে ॥৩৪
চলিবন্ত দুয়ো বিশ্বামিত্ৰৰ সঙ্গত ।
ৰাক্ষসৰ কথা মুনি কহিবা ৰামত ॥৩৫
প্ৰথমতে ৰামে বধিবন্ত তাড়কাক ।
শ্ৰীৰামক প্ৰশংসা কৰিব দেৱ জাক ॥৩৬
ৰামৰ বিক্ৰমে বৰ হৰিষক পাইব ।
যত অস্ত্ৰ শস্ত্ৰ মুনি দোভাইক শিখাইব ॥৩৭
নানা অস্ত্ৰ শস্ত্ৰ জানি হৈব ৰঙ্গমন ।
ঋষি সমে দুয়ো প্ৰবেশিব তপোবন ॥৩৮
থাকিব দিনেক ৰামে ৰাক্ষসক ধ্যানে ।
যজ্ঞ নষ্ট ৰাক্ষসে কৰিব বিদ্যমানে ॥৩৯
মাৰীচক ৰামে উকৰাইব এক শৰে ।
সুবাহুক সসৈন্যে পঠাব যম ঘৰে ।৪০
দেখি বিশ্বামিত্ৰ আদি যত মুনিগণ ।
ৰামক বুলিবে সবে প্ৰশংসা বচন ॥৪১
পাছে ঋষি সবে বেদ মন্ত্ৰ উচ্চৰিয়া ।
কৰিবন্ত যজ্ঞ সাঙ্গ পূৰ্ণাহুতি দিয়া ॥৪২
আত অনন্তৰে কথা শুনা মহামতি ।
মিথিলা নগৰে হৈব জনক নৃপতি ॥৪৩
তানে জিউ হৈবা সীতা লক্ষ্মী সমসৰ ।
ধৰ্ম্ম যজ্ঞ পাতিবা সীতাৰ স্বয়ম্বৰ ॥৪৪
দূত পঠাই আনিবন্ত ৰাজা সকলক ।
সঙ্গে লৈয়া বিশ্বামিত্ৰে ৰাম লক্ষ্মণক ॥৪৫
পৰম হৰিষে ঋষি যাহন্ত পথত ।
প্ৰবেশিবা যাই গৌতমৰ আশ্ৰমত ।৪৬
অহল্যাক মুক্ত ৰামে কৰিবা সাক্ষাত ॥
ৰামে সমে ঋষি প্ৰবেশিব মিথিলাত ॥৪৭
ধনুক ভাঙ্গিয়া ৰামে পাইবন্ত সীতাক ।
অনায়াসে যুদ্ধে জিনিবন্ত ৰাজা জাক ॥৪৮
দূত পঠাই জনকে আনিবা দশৰথ ।
সীতাক ৰামক দিবা পূৰি মনোৰথ ॥৪৯
লক্ষ্মণ ভৰত শত্ৰুঘ্ন মহামতি ।
আৰ তিনি কন্যা দিবা তিনিকো নৃপতি ॥৫০
চাৰি পুত্ৰ চাৰি বধূ লৈয়া দশৰথ ।
ধৰিবা কৌতুকে ৰাজা অযোধ্যাৰ পথ ॥৫১
ভৃগুপতি ৰামে পাচে শুনি ধনুৰ্ভঙ্গ ।
পথ নিৰোধিবা আসি কৰি মহা ৰঙ্গ ॥৫২
ত্ৰাহি ত্ৰাহি নাহি বুলিবন্ত দশৰথ ।
ৰামে পৰশুৰামৰ ছেদিবা স্বৰ্গপথ ॥৫৩
ৰামে ভৃগুপতিক জিনিবা লীলা কৰি ।
মহোৎসৱে প্ৰবেশিবা অযোধ্যা নগৰী ॥৫৪
পাচে দশৰথে শত্ৰুঘ্ন ভৰতক ।
পঠাইবন্ত দুইকো যুধাজিতৰ গৃহক ॥৫৫
ৰূপে গুণে ৰামে ৰঞ্জিবন্ত সৰ্ব্বজন ।
ৰাম ৰাজা হৈবন্ত সবাৰো এহি মন ॥৫৬
সবাৰো আনন্দ ৰাম হৈবন্ত নৃপতি ।
দশৰথে ৰামক দিবন্ত অনুমতি ॥৫৭
জানি কৈকেয়ীয়ে তাত পাতিব বিঘিনি ।
সত্য জৰী নৃপতিক ছান্দিব পাপিনী ॥৫৮
ভৰত হৈবন্ত ৰাজা কৈকেয়ীৰ মন ।
চৈধ্য বৎসৰ প্ৰতি ৰাম যাইব বন ॥৫৯
হেন সত্য কৰাই দশৰথ নৃপতিক ।
সমস্তে লোকক শোক দিবেক অধিক ॥৬০
পিতৃ সত্য প্ৰতিপালি ৰাম ৰঙ্গ মনে ।
লক্ষ্মণ জানকী সঙ্গে প্ৰবেশিবা বনে ॥৬১
পুত্ৰৰ শোকত জীৱ তেজিবা নৃপতি ।
সাত দিন ৰাহি শব হৈব কৰ্ম্ম গতি ॥৬২

দূত পঠাই বশিষ্ঠে অনাইব ভৰতক ।
কৰাইবা ৰাজাৰ যত প্ৰেতৰ কাৰ্য্যক ॥৬৩
পিতৃকাৰ্য্য কৰিয়া ভৰত বিতোপন ।
ৰামক আনিবে প্ৰতি প্ৰবেশিব বন ॥৬৪
শুনি ৰামচন্দ্ৰে সিতো পিতৃৰ মৰণ ।
তিনিয়ো কৰিবে শোক বিস্তৰ ক্ৰন্দন ॥৬৫
ভৰতে কাতৰ আতি কৰিব ৰামক ।
মই সত্য পালোঁ প্ৰভু চলিয়ো ৰাজ্যক ॥৬৬
বশিষ্ঠ প্ৰমুখে বুলিবন্ত পাত্ৰগণ ।
নাৰাখিবা ৰামচন্দ্ৰে কাহাৰ বচন ॥৬৭
নিষ্ঠুৰ বচন ৰামে বুলি ভৰতক ।
পুনৰপি পালটাই পঠাবা ৰাজ্যক ॥৬৮
পাচে ৰামচন্দ্ৰ সীতা লক্ষ্মণ সহিতি ।
ফল মূল মাংস শাক ভুঞ্জি মন প্ৰীতি ॥৬৯
শিৰে জটা পৰিধান বাকলি বসন ।
কতো তৃণ শিলা মৃগ চৰ্ম্মত শয়ন ॥৭০
এহি মতে ৰামচন্দ্ৰে বঞ্চিবা বনত ।
কতো দিন থাকি চিত্ৰকূট পৰ্ব্বতত ॥৭১
বেড়াইবন্ত ৰামে পাচে ঋষিৰ আশ্ৰমে ।
সুতীক্ষ্ণ ঋষিৰ ঘৰে যাইবন্ত প্ৰথমে ॥৭২
শৰভঙ্গ ঋষিক দেখিবা তাত পৰ ।
তাত পাছে বধিবা বিৰাধ নিশাচৰ ॥৭৩
ঘৰে ঘৰে ঋষিৰ আশ্ৰমে নিৰন্তৰে ।
যাইব দশ বৎসৰ ফুৰন্তে ৰঘুবৰে ॥৭৪
পাইবন্ত হৰিষ ৰামে ঋষিসন্তানে ।
অগস্ত্যত পুছি যাইব পঞ্চবটী বনে ॥৭৫
তথাত কৰিব ৰামে হৰিষে নিবাস ।
শূৰ্পণখা যাইব কামে ৰাঘৱৰ পাশ ॥৭৬
লক্ষ্মণে কাটিব তাইৰ ধৰি নাক কাণ ।
খৰ দূষণত শূৰ্পণখা দিব জান ॥৭৭
চতুৰ্দ্দশ সহস্ৰ ৰাক্ষস সমন্বিতে ।
খৰ দূষণক ৰামে বধিবা তহিতে ॥৭৮
খৰ দূষণৰ বধ দেখি বিদ্যমান ।
ৰাৱণৰ আগে শূৰ্পণখা দিব জান ॥৭৯
সীতাৰ ৰূপৰ কথা কহিব প্ৰচুৰ ।
শুনিয়া ৰাৱণ ৰাজা হৈব কামাতুৰ ॥৮০
সীতাক হৰিতে যত্ন কৰিব বিস্তৰ ।
ৰথ লইয়া যাইব ৰাজা মাৰীচৰ ঘৰ ॥৮১
মাৰীচে বিস্তৰ বুজাইবেক ৰাৱণক ।
তথাপি ৰাৱণে তাৰ নুশুনিবে বাক ॥৮২
মাৰীচক লগে লৈয়া দুৰ্জ্জন ৰাৱণ ।
সীতাক হৰিবে যাইব দণ্ডকাৰ বন ॥৮৩
ৰামৰ শৰত মৃত্যু জানি আপোনাৰ ।
ধৰি মৃগ ৰূপ সিতো সুবৰ্ণ আকাৰ ॥৮৪
ফুৰিবে মাৰিচ চৰি আগত ৰামৰ ।
দেখি ৰামচন্দ্ৰে যাব ধৰি ধনুশৰ ॥৮৫
নিবেক ৰামক বিদূৰক নিশাচৰ ।
ৰামৰ শৰত তেজিবেক কলেৱৰ ॥৮৬
মৰন্তে তেজিবে ৰাৱ ৰামৰ সমান ।
শুনি সীতা গোসানীৰ উড়িব পৰাণ ॥৮৭
ৰামক ৰাক্ষসে মাৰে সীতা হেন জানি ।
লক্ষ্মণক বুলিবেক দুৰাক্ষৰ বাণী ॥৮৮
শুনিয়া সীতাক তেজি যাইবন্ত লক্ষ্মণে ।
শূন্য স্থানে সীতা হৰি নিবেক ৰাৱণে ॥৮৯
সীতাৰ কাৰণে যুদ্ধ কৰিব জটায়ু ।
পাখা ছেদি ৰাৱণে হৰিব তাৰ আয়ু ॥৯০
থৈবেক সীতাক নিয়া অশোকৰ বনে ।
ৰাক্ষসিনীগণ ৰক্ষা দিবেক ৰাৱণে ॥৯১
দেখি ব্ৰহ্মা বুলিবন্ত ইন্দ্ৰ দেৱতাক ।
অমৃত পায়স নিয়া দিয়োক সীতাক ॥৯২
ইন্দ্ৰে নিয়া পায়স দিবন্ত তেতিক্ষণ ।
দেখি সীতা দেৱী তাক কৰিব ভক্ষণ ॥৯৩
নাপায়া সীতাক পাচে শ্ৰীৰাম লক্ষ্মণ ।
মহাশোকে দুয়ো ভাই কৰিব ক্ৰন্দন ॥৯৪
বধিবা কবন্ধ ৰামে সীতাক খোজন্তে ।
ঋষ্যমুখ পাইবা গই দণ্ডকাৰ হন্তে ॥৯৫
তথা ৰামচন্দ্ৰে কাৰ্য্য কৰিবা বিচিত্ৰ ।
সুগ্ৰীৱ বানৰ সমে ৰামে কৰি মিত্ৰ ॥৯৬
বানৰৰ ৰাজা বীৰ বালিক বধিব ।
তাৰ যত ৰাজ্যভাৰ সুগ্ৰীৱক দিব ॥৯৭
পাসৰিব ৰামক সুগ্ৰীৱ ৰাজ্য ভোলে ।
লক্ষ্মণে তৰ্জ্জিব তাক ৰাঘৱৰ বোলে ॥৯৮
কপি সেনাগণ লৈয়া বানৰ নৃপতি ।
ৰামৰ চৰণে নমি কৰিবা প্ৰণতি ॥৯৯
পাকিবা বানৰগণ ৰামৰ আদেশে ।
সীতাক খুজিবে পঠাইবা দেশে ॥১০০

লগত সহায় দিব বীৰ হনুমন্ত ।
দক্ষিণ দিশক অঙ্গদক পাঠিয়বন্ত ॥১০১
বিচাৰিয়া সীতাক ফুৰিবা কপি জাক ।
সম্পাতিৰ মুখে পাইবা সীতাৰ বাৰ্ত্তাক॥১০২
শিংশপা বৃক্ষৰ তলে লঙ্কাত আছন্ত ।
সাগৰ এৰাইবা ডেৱে বীৰ হনুমন্ত ॥ ১০৩
দেখিবা সীতাক যেবে বায়ুৰ তনয় ।
ৰামৰ বাৰ্ত্তাক কহিবন্ত মহাশয় ॥ ১০৪
ৰামৰ আঙ্গঠি নিয়া সীতাক দিবন্ত ।
হিয়ে মুঠি হানি সীতা দেবী কান্দিবন্ত ॥১০৫
হাতে তৃণ ধৰি বীৰে সীতাক বুজাইব ।
কপিৰ কাতৰে সীতা গোসানী জুৰাইব ॥১০৬
অশোক বনত পশি বায়ুৰ নন্দন ।
কৰিবন্ত ছন্ন ৰাৱণৰ মধুবন ॥১০৭
অনেক ৰাক্ষস মাৰি নিবা যমঘৰ ।
অক্ষ কুমাৰক মাৰিবন্ত বীৰবৰ ॥১০৮
পাচে নাগপাশ হানিবন্ত ইন্দ্ৰজিতে ।
হৈবা বন্দী ৰাৱণক দেখিবাৰ চিত্তে ॥১০৯
ৰাক্ষসে যোগাইব নিয়া ৰাৱণৰ আগে ।
বিস্তৰ ভৰ্ত্সিয়া ৰাৱণক মহাভাগে ॥১১০
কপিৰ বচনে মহাকোপে লঙ্কেশ্বৰ ।
লগাইবে লাঙ্গুলে জুই মেৰাই কাপৰ ॥১১১
ছোহকায়া নাগপাশ পৱননন্দন ।
লগায়া অগনি লঙ্কা কৰিবন্ত ছন্ন ॥১১২
সাগৰ লঙ্ঘিয়া ডেৱে পৃথিবীক আসি ।
কহিবা সীতাৰ বাৰ্ত্তা ৰামত হৰিষি ॥১১৩
সীতাৰ মাথাৰ মণি ৰামক দিবন্ত ।
দেখি হিয়ে মুঠি হানি ৰাম কান্দিবন্ত ॥১১৪
সুগ্ৰীৱ লক্ষ্মণে ধৰি ৰামক বুজাইবা ।
দুইৰো প্ৰবোধে ৰাম কিঞ্চিত জুৰাইবা॥১১৫
পাচে কপি সেনা সমে ৰাম মহাবীৰ ।
আপুনি চলিয়া যাইব সাগৰৰ তীৰ ॥১১৬
সীতাক দিবাক বুলিবন্ত বিভীষণে ।
মাৰিবন্ত লাগি তাক দুৰ্জ্জন ৰাৱণে ॥১১৭
ৰামত শৰণ আসি লৈবা বিভীষণে ।
তাক অভিষেক ৰামে কৰিবা তেখনে ॥১১৮
হৈবা বিভীষণ অভিনৱ লঙ্কেশ্বৰ ।
সাগৰত পন্থ মাগিবন্ত ৰঘুবৰ ॥১১৯
নিদিবা সাগৰে দেখা ৰামক গৰ্ব্বত ।
দেখি ধনুশৰ ৰামে ধৰিবা ক্ৰোধত ॥১২০
ভয়ত কম্পিব আতি সাগৰৰ হিয়া ।
ৰামক কৰিব স্তুতি পাদ্য অৰ্ঘ্য দিয়া ॥১২১
চলিযোক দিলোঁ পন্থ বোলন্ত সাগৰে ।
নাযাইবেক তল সেতু বান্ধিয়া পাথৰে॥১২২
অদভুত কৰ্ম্ম কৰিবেক ৰঘুবৰে ।
পৰ্ব্বত আনিয়া সেতু বান্ধিব বানৰে ॥১২৩
লক্ষ্মণ সুগ্ৰীৱ বিভীষণ সমন্বিত ।
সসৈন্যে হৈবন্ত গৈয়া সিবেলাত স্থিত ॥১২৪
সেনাগণ গণিবাক প্ৰতি ৰাঘৱৰ ।
শুক সাৰণক পঠাইবেক লঙ্কেশ্বৰ ॥১২৫
বিভীষণে ধৰি দুইকো ৰামত যোগাইব ।
তাতে ৰামে ৰাৱণক বাৰ্ত্তাক পঠাইব ॥১২৬
আচৰিয়া কপট ৰাৱণ বুদ্ধিহত ।
মায়া শিৰ দিব নিয়া সীতাৰ হাতত ॥১২৭
দেখি সীতা সতী মায়া শিৰ ৰাঘৱৰ ।
ভূমিত লুটিয়া দেবী কান্দিব বিস্তৰ ॥১২৮
প্ৰভাততে বেঢ়িয়া লঙ্কাৰ চাৰি দ্বাৰ ।
দূত পঠাইবন্ত ৰামে বালিৰ কুমাৰ ॥১২৯
ভৰ্ৎসিব অঙ্গদে ৰাৱণক বাৰে বাৰ ।
মাৰিবন্ত চাৰি গোটা বীৰ ৰাৱণৰ ॥১৩০
লাথি মাৰি ভাঙ্গিবন্ত ৰাৱণৰ ঘৰ ।
ৰামৰ পাশক আসিবন্ত কপিবৰ ॥১৩১
ৰাৱণ যুঝিব লৈয়া কটক অপাৰ ।
বানৰে কৰিব ৰাক্ষসক বুন্দামাৰ ॥১৩২
অঙ্গদে জিনিব ইন্দ্ৰজিতক ইঙ্গিতে ।
অন্তৰীক্ষে শৰ বৰিষিব ইন্দ্ৰজিতে ॥১৩৩
মায়াবলে পীড়িবেক বানৰ কটক ।
নাগপাশে বান্ধিবেক ৰাম লক্ষ্মণক ॥১৩৪
গৰুড়ৰ আশ্বাসে গুচিব নাগপাশ ।
দেখি ৰাৱণৰ লাগিবে মহাত্ৰাস ॥১৩৫
অনেক ৰাক্ষস সেনাগণ সমন্বিতি ।
সেনাপতিগণ পাঠিবন্ত লঙ্কাপতি ॥১৩৬
চাৰি সেনাপতি যাইব যমৰ সদন ।
ধূম্ৰাক্ষ প্ৰহস্ত বজ্ৰদন্ত অকম্পন ॥১৩৭
তেবে সমদলে আসি যুঝিব ৰাৱণ ।
বানৰ কটক মাৰিবেক দশানন ॥১৩৮

দেখি ৰামচন্দ্রে হাতে ধৰি ধনুশৰ।
কেশে সমে কিৰীটি কাটিব ৰাৱণৰ ॥১৩৯
যম যেন ৰাঘৱক দেখিয়া সাক্ষাত।
ভঙ্গ দিয়া পলাই গৈয়া পশিব লঙ্কাত ॥১৪০
মহামৰ্ম্মে জানুত থাপিয়া দশ মাথ।
অপমান পায়া কান্দিবন্ত লঙ্কানাথ ॥১৪১
শ্রীহত হৈবে মুখ পৰিব বিবৰ্ণ।
পঠাইবে যুজিবাক জগাই কুম্ভকৰ্ণ ॥১৪২
ঘোৰ শৰে ৰামে তাৰ ছেদিবন্ত শিৰ।
শোকে ৰাৱণৰ হিয়া হৈব দুই চিৰ ॥১৪৩
তেবে চাৰি পুত্র মৰি যাইব যমঘৰ।
ৰণত পৰিব আৰু দুই সহোদৰ ॥১৪৪
অতিকায় কুমাৰক মাৰিব লক্ষ্মণ।
ইন্দ্রজিতে আসি পুনৰপি দিব ৰণ ॥১৪৫
ৰাম লক্ষ্মণক আদি যত সেনাগণ।
ৰাৱণৰ শৰে সবে হৈবে অচেতন ॥১৪৬
জাম্বৱন্ত উপদেশে বীৰ হনুমন্ত।
ঔষধ আনিয়া সমস্তকে জীয়াইবন্ত ॥১৪৭
ৰাৱণৰ মনে মহা মিলিব সঙ্কট।
চমকি ৰহিব দিয়া দুৱাৰে কপাট ॥১৪৮
বানৰ ভালুকগণে মহাহৃষ্ট হই।
দহিব সুবৰ্ণপুৰী লঙ্কা দিয়া জুই ॥১৪৯
পাচে সাত মহাবীৰ মাৰিব বানৰে।
মকৰাক্ষ বীৰক বধিব ৰঘুবৰে ॥১৫০
তেবে মায়া সীতাক কাটিব ইন্দ্রজিত।
শোকৰ জমকে ৰাম হৈবন্ত মূৰ্চ্ছিত ॥১৫১
বিভীষণে বুজাইবন্ত কহিয়া সম্ভেদ।
লক্ষ্মণে কৰিব ৰাৱণিৰ স্কন্ধ ছেদ ॥১৫২
পুত্রস্নেহে অনেক কান্দিব লঙ্কানাথে।
শোকে বিদাৰিব হিয়া যেন বজ্রপাতে ॥১৫৩
ক্রোধৰ বেগত দেখিবেক অন্ধকাৰ।
সীতাক কাটিবে খেদি যাইব দুৰাচাৰ ॥১৫৪
দেখি মন্দোদৰী তাক প্রবোধি আনিব।
অসংখ্য কটক যুজিবাক পঠাই দিব ॥১৫৫
গন্ধৰ্ব্বৰ অস্ত্র ৰামে কৰিব প্রকাশ।
ক্ষণেকে কৰিব দুষ্ট ৰাক্ষস বিনাশ ॥১৫৬
সমস্তে ৰাক্ষস সঙ্গে লৈয়া লঙ্কাপতি।
বজাইব আটোপে সাজি যুজিবাক প্রতি১৫৭
তিনি সেনাপতি তাৰ যাইব যম ঘৰ।
ৰাম ৰাৱণৰ ঘোৰ মিলিব সমৰ ॥১৫৮
ৰাৱণৰ শকতিত পৰিব লক্ষ্মণ।
তাক কোলে ধৰি ৰাম কৰিব ক্রন্দন ॥১৫৯
ঔষধ আনিবে যাইব বায়ুৰ কুমাৰ।
তথাতে মাৰিব কালনিমি নিশাচৰ ॥১৬০
তিনি কোটি গন্ধৰ্ব্বক মাৰিব তহিতে।
আনিব ঔষধ বীৰে পৰ্ব্বত সহিতে ॥১৬১
বিশল্যকৰণী ঔষধ গন্ধ পাই।
জীবন্ত লক্ষ্মণ জয় আনন্দ বঢ়াই ॥১৬২
ৰাৱণক বধিতে ৰামৰ হৈব চিত।
আসিবেক দেৱ ৰথ মাতলি সহিত ॥১৬৩
তাতে চড়ি কৌতুকে যুজিব ৰঘুনাথ।
বাৰে বাৰে ৰাৱণৰ কাটিবন্ত মাথ ॥১৬৪
নমৰিব তথাপি ৰাৱণ মহাবীৰ।
ব্রহ্ম অস্ত্র হানি পাচে ছেদিবন্ত শিৰ ॥১৬৫
আকাশত দেৱগণে আনন্দ কৰিব।
জয় ৰাম ধ্বনি দশোদিশক পূৰিব ॥১৬৬
ৰাঘৱৰ শিৰে বৰষিব পাৰিজাত।
পাচে ৰামে দেৱ কাৰ্য্য সাফলি সাক্ষাত॥১৬৭
বিভীষণ মিত্রক আশ্বাসি ৰঘুবৰ।
পাতিবন্ত তাক অভিনব লঙ্কেশ্বৰ ॥১৬৮
যাৱে থাকে চন্দ্র সূৰ্য্য পৃথিবী পৱন।
তাৱে ৰাজ্য কৰিবা লঙ্কাৰ বিভীষণ ॥১৬৯
অঙ্গীকাৰ সাফল কৰিবা ৰঘুবৰ।
বোলা ৰাম ৰাম সভাসদ নিৰন্তৰ ॥১৭০

৫ অধ্যায়—দুলৰি

নাৰদ বদতি, পাচে ৰঘুপতি,
পুৰুষ মহা মহন্ত।
লগাই অপমান, সভা বিদ্যমান,
জানকীক ত্যজিবন্ত ॥১
জগত জননী, জনকনন্দিনী,
ৰামত হুয়া নৈৰাশ।
অগনি সঞ্চালি, ঘৃতচয় ঢালি,
তাতে কৰিবন্ত ঝাস ॥২
নদহিব গাৱ, হুয়া শুদ্ধভাৱ,
ৰহিবন্ত জগমাৱ।

দেৱগণসমে, ৰাজা দশৰথ
আসিবা ৰামৰ থাৰ ॥৩
তিনি পিতা পুত্রে, এক থান হুই,
গলে বান্ধি কান্দিবন্ত।
পাছে দশৰথে, ৰামক প্রশংসি,
কৈকেয়ীক নিন্দিবন্ত ॥৪
অনন্তৰে ব্রহ্মা, দেৱে ৰাঘৱক,
স্তুতি কৰিবন্ত গৈয়া।
মৰা বানৰক, ৰামে জীয়াইবন্ত,
বাসৱত বৰ লৈয়া ॥৫
পিতৃৰ বচনে, সম্বৰিবা ৰামে,
সীতাক পৰম তুষ্টি।
দেৱগণ সমে, ৰাজা দশৰথ,
যাইবন্ত স্বৰ্গক উঠি ॥৬
বানৰ ভালুক, ৰাক্ষস সহিতে,
পুষ্পক বিমানে চড়ি।
লক্ষ্মণ জানকী, সমন্বিতে ৰাম,
অযোধ্যাক যাইব লৰি ॥৭
পাচে ৰামে ভৰ- দ্বাজৰ আশ্রমে
ৰহিয়া লৈবন্ত বৰ।
সমস্তে বৃক্ষত, হৈব মধুফল,
ভুঞ্জিব তাক বানৰ ॥৮
ভৰত লক্ষ্মণ, ৰাম শত্রুঘন,
চাৰি হুয়া এক থান।
কৰি জটা ছেদ, এৰিবন্ত খেদ,
চাৰিও বীৰ প্রধান ॥৯
তাত অনন্তৰে, অযোধ্যা নগৰে,
হৈবন্ত ৰাজা ৰাঘৱ।
তুলি ছত্র দণ্ড, বায়া বাদ্যভণ্ড,
কৰিব লোকে উৎসৱ ॥১০
ৰামৰ উপৰে, দেৱ নিৰন্তৰে,
পুষ্প বৰিষিব চানি।
পৰম হৰিষে, প্রজায়ো কৰিব,
জয় জয় ৰাম ধ্বনি ॥১১
বানৰ ভালুক, ৰাক্ষস সকল
প্রসাদ পায়া ৰামৰ।
পৰম হৰিষে, ৰামক প্রণামি,
চলি যাইব নিজঘৰ ॥১২

অযোধ্যাক পাচে, অগস্ত্য আসিব,
কৰিবা ৰামে সন্মান।
ৰাৱণৰ জন্ম, কহিবা অগস্ত্য
ৰাঘৱৰ বিদ্যমান ॥১৩
যেন মতে ৰণে, পৰম দুৰ্জ্জনে,
জিনিবন্ত ত্রিভুবন।
কুবেৰক জিনি, পুষ্পক বিমান,
আনিলা ৰাজা ৰাৱণ ॥১৪
হৰি বেদৱতী, ৰাৱণ দুৰ্ম্মতি,
পাইবেক শাপ দুৰ্যশ।
অনাৰণে বধি, সবাকো জিনিব,
দুৰ্জ্জন সিতো ৰাক্ষস ॥১৫
ইকথা শুনিয়া, মিলিবে কৌতুক,
হাসিবে ৰামে আনন্দে।
সহস্র অৰ্জ্জুন, বালিত সমৰ,
হাৰিবা ৰাৱণ মন্দে ॥১৬
ব্রহ্মাৰ বৰত, যমক জিনিবে,
পাতালে জিনিব নাগ।
বৰুণ কটক, জিনিব ৰাৱণ,
বিষ্ণুক পাইবেক লাগ ॥১৭
মান্ধাতা সহিতে, কৰিব সমৰ,
চন্দ্রক জিনিবৰণে।
কপিলৰ ঠাই, হাৰি অপমান,
পাইবেক গৈয়া ৰাৱণে ॥১৮
ৰম্ভাক হৰিব, নল কুবেৰত,
শাপ পাইব নিশাচৰ।
দেৱগণ সমে, ইন্দ্রক সমৰে,
জিনিবেক লঙ্কেশ্বৰ ॥১৯
এহি মতে ৰাম- চন্দ্রৰ আগত,
কহি কথা ৰাৱণৰ।
ৰামত বিদায়, কৰি মুনিগণ,
চলি যাইবা নিজ ঘৰ ॥২০

৫ অধ্যায়—ছবি।

অযোধ্যাত ৰাম দেৱে, ৰাজ্য ভোগ কৰিবেক
সুখে দশ হাজাৰ বৎসৰ।
সীতাৰ দুৰ্ব্বাদ কথা, লোকৰ মুখত শুনি,
চিন্তা বৰ মিলিব ৰামৰ ॥১

তোমাৰ আশ্ৰমে নিয়া, সীতাক নিৰ্ব্বাস দিব
পাঞ্চমহীয়া গৰ্ভ সমে।
ঝিউবোধে প্ৰতিপাল, কৰিবা সীতাক তুমি
থাকিবন্ত তোমাৰ আশ্ৰমে ॥২
উপজিব জানকীৰ, যৰঙ্গা কুমাৰ দুই,
হৈব দুইৰ লৱ কুশ নাম।
পৰম হৰিষ মনে, বিৰচিবা তুমি এহি,
ৰামায়ণ কথা অনুপাম ॥৩
সীতাৰ কুমাৰ দুইক, পঢ়ায়া শিখাইবা এহি
ৰামৰ চৰিত্ৰে কথা সাৰ।
তোমাৰ আজ্ঞাক পালি, লৱ কুশ দুইভাই,
কৰিবন্ত লোকত প্ৰচাৰ ॥৪
অনন্তৰে ৰাঘৱৰ, আজ্ঞাক শিৰত ধৰি,
শত্ৰুঘণে বধিবা লৱণ।
মধুৰাত পাতি পাট, ৰাজ্যপ্ৰতিপালি পাচে
দেখিবন্ত ৰামৰ চৰণ ॥৫
ৰামক দেখিয়া স্বৰ্গ, কুকুৰ সাৰণ যাইব,
পুত্ৰ কাটি জীয়াইব ব্ৰাহ্মণ।
গৃধিনী পেচাৰ ন্যায়, ৰামচন্দ্ৰে বুজিবন্ত,
কি কহিবা ৰাঘৱৰ গুণ ॥৬
দেৱগণ সমে ৰাম, অগস্ত্যৰ ঘৰে যাইব,
কৰিবন্ত আলাপ বিস্তৰ।
অগস্ত্যয়ো ৰাঘৱৰ, দিব্য আভৰণ দিব,
পাচে ৰাম আসিবন্ত ঘৰ ॥৭
অশ্বমেধ কৰিবাক, ৰামৰ হৈবেক মন,
অনাইবা বহু ঋষি জাক।
সীতাৰ কুমাৰ দুইক, লগে লৈয়া ৰঙ্গমনে,
যাইব যজ্ঞভূমি দেখিবাক ॥৮
ৰামৰ আগত লৈয়া, পৰম হৰিষে গীত,
গাইবা দুয়ো সীতাৰ তনয়।
সীতাৰ নিকাৰচয়, গাৱন্তে বিদিত হুইবা,
পিতা পুত্ৰে হৈবা পৰিচয় ॥৯
জানকীক আনিবাক, তোমাক বুলিব ৰামে,
দিবা নিয়া তুমিও ৰামত।
পায়া দেবী অপমান, সবে সভা বিস্ময়মান,
পশিবন্ত গৈয়া পাতালত ॥১০
সীতাক নেদেখি ৰামে, হৈবন্ত বিকলচিত্ত,
পৃথিবীক কৰিবা কাতৰ।

নাপাই সন্নিধান ৰামে, ক্ৰোধে পৃথিবীক প্ৰতি
হাতে তুলি লৈবা ধনুশৰ ॥১১
দেখিয়া হংসত নামি, ৰামক বুজাইবা ব্ৰহ্মা
শুনি ক্ৰোধ গুচিব ৰামৰ।
পাচে পুত্ৰৱতে ৰামে, ৰাজ্য প্ৰতিপালিবন্ত
একাদশ সহস্ৰ বৎসৰ ॥১২
সজ্জনক প্ৰতিপালি, দুৰ্জ্জনক বধিবন্ত,
কৰিবন্ত ৰাজ্য অকণ্টক।
চাৰি ভাইৰ আঠ পুত্ৰ, আঠ দিনে ৰাজ্য পাতি
সমুচিতে দিবন্ত বণ্টক।
ব্ৰহ্মাৰ আদেশপায়া কালে আসি দিবা দেখা
সত্য কৰাই চলিবা ৰামক।
সত্য প্ৰতিপালি ৰামে, লক্ষ্মণক তেজিবন্ত
দেখাই অতি অতৰ্ক লোকক ॥১৪
আগবাঢ়ি বাক প্ৰতি, ব্ৰহ্মদেৱ সমন্বিতি
আসিবন্ত দেৱতা পৰ্য্যন্ত।
তাত অনন্তৰে ৰামে, স্বৰ্গক চলিবা ৰঙ্গে
স্বৰ্গে লৈয়া পিম্পৰা পৰ্য্যন্ত ॥১৫
তিনি ভাই প্ৰবেশিবা ৰামৰ শৰীৰে গৈয়া,
প্ৰবেশিবা বিষ্ণুত ৰাঘৱে।
ৰাক্ষস বানৰ নৰ, পশু পক্ষী তৃণ বন,
সমন্বিতে চলিবা উৎসৱে ॥১৬
শ্ৰীৰামৰ প্ৰসাদত, জীৱন্ত শৰীৰে গৈয়া,
সন্তলোক স্বৰ্গে হৈবা থিতি।
কৃতকৃত্য হুয়া সুখে, অমৃত কৰিবা পান,
ৰামগুণ গাইবা প্ৰতিনিতি ॥১৭
এহি মতে ৰামায়ণ, কৰা তুমি তপোধন,
সুমৰিয়া ব্ৰহ্মাক মনত।
ৰামৰ চৰিত্ৰচয়, পৰম অমৃতময়,
শুনি সুখে তৰোক জগত ॥১৮
নমো নমো ৰঘুকুল- কমলপ্ৰকাশ সূৰ্য্য,
শ্ৰীৰাম চন্দ্ৰ সীতাপতি।
হুয়োক প্ৰসন্ন যেন, মোৰ মন মধুকৰে,
তযু পাদপদ্মে কৰে ৰতি ॥১৯
তযু নিজ দাসে মোৰ, পৰম সুহৃদ হোক,
লোক মুখে তযু গুণ নাম।
ন ছাৰিবা প্ৰভু মোক, যত সমাজিক লোক
নিৰন্তৰে বোলা ৰাম ৰাম ॥২০

৩ অধ্যায়—ৰাক্ষসৰ বৃত্তান্ত।

পদ।

নাৰদ বদতি ঋষি শুনিয়ো সাক্ষাত।
ক্ষুদ্ৰৰূপে ৰামায়ণ কহিলোঁ তোমাত ॥১
প্ৰপঞ্চ-স্বৰূপে তুমি কৰা ৰামায়ণ।
ব্ৰহ্মাক স্মৰিলে ব্যৰ্থ নুহিবে বচন ॥২
কহিলোঁহো অল্প কৰি চৰিত্ৰ আমাৰ।
শুনিয়ো বৃত্তান্ত আৰু কহোঁ ৰাক্ষসৰ ॥৩
উপজিব ৰাৱণ অদ্ভুত কলেৱৰ।
দশ মুণ্ড কুৰি বাহু দেখি ভয়ঙ্কৰ ॥৪
ঘোৰ তপ আচৰি ব্ৰহ্মাত লৈব বৰ।
সুৰাসুৰ লোকত অবধ্য কলেৱৰ ॥৫
বেদ বিশ্ৰৱা বীৰ্য্যে নিকষাত জাত।
হৈব তিনি সহোদৰ জগত প্ৰখ্যাত ॥৬
আৰু এক শ্ৰেষ্ঠ ভাই হৈব বৈমাতৰ।
ইড়াৰ তনয় কুবেৰ ধনেশ্বৰ ॥৭
বিষ্ণুভক্ত হৈবন্ত কুবেৰ বিভীষণ।
হৈব দুষ্ট দুৰ্জ্জন ৰাৱণ কুম্ভকৰ্ণ ॥৮
ৰাৱণৰ হৈব আৰু ভগিনী দুতয়।
ত্ৰিজটা হৈবেক বিষ্ণুভক্ত অতিশয় ॥৯
শূৰ্পণখা হৈব অতি পৰম পাপিনী।
ধৰ্ম্মাধৰ্ম্ম নাজানিব সিটো ৰাক্ষসিনী ॥১০
বিশ্বকৰ্ম্মে নানা চিত্ৰ কৰিব লঙ্কাত।
দ্বিতীয় অমৰাৱতী যেন দেখিব সাক্ষাত ॥১১
তাতে ৰাজ্য কৰিবা কুবেৰ ধনেশ্বৰ।
হৈব লোকপাল ৰাজা যক্ষৰ উপৰ ॥১২
সুবৰ্ণৰ পুৰী লঙ্কা ৰত্নে জাতিকাৰ।
নানা চিত্ৰ বিচিত্ৰ প্ৰকাশে ঘৰ দ্বাৰ ॥১৩
নানা উপবনে ফলে ফুলে সমন্বিত।
ভুঞ্জন্ত কুবেৰ বহু ভোগ মনোনীত ॥১৪
তপ কৰি ৰাৱণে ব্ৰহ্মাত বৰ পাই।
কুবেৰৰ পাশে দূত দিবেক পঠাই ॥১৫
লঙ্কাপুৰী কুবেৰে আমাক দেইক ছাৰি।
সুখে যেবে নেদেয় আপুনি লৈবো কাঢ়ি ॥১৬
দূতে এহি কথা কৈব কুবেৰৰ আগে।
নকৰিবা বিবাদ কুবেৰ মহাভাগে ॥১৭
দৈত্য অংশ ৰাৱণৰ বিবাদত ৰতি।
বিষ্ণু অংশ কুবেৰৰ বিষ্ণুত ভকতি ॥১৮
এতেকে বিবাদ নকৰিয়া ধনপতি।
পঠাইয়া মধুৰ বুলি ৰাৱণক প্ৰতি ॥১৯
লঙ্কাপুৰী ৰাজ্য তেজি দিবা ৰাৱণক।
যক্ষগণ সঙ্গে চলি যাইবা কৈলাসক ॥২০
অলকাৱতী নামে এক পাতিবা নগৰ।
তথাতে ৰহিবা সুখে ধনৰ ঈশ্বৰ ॥২১
লঙ্কাত হৈবেক ৰাজা দুৰ্জ্জয় ৰাৱণ।
ত্ৰিদশ দেৱক জিনিবা কৰিব দুৰ্জ্জন ॥২২
বিদ্যুজ্জিহ্ব নামে দৈত্য কালে হৈব জাত।
শূৰ্পণখা ভগিনীক বিহা দিব তাত ॥২৩
ৰাৱণে কৰিব বিহা কন্যা মন্দোদৰী।
ময়দানৱৰ জীউ পৰম সুন্দৰী ॥২৪
ৰাৱণৰ পুত্ৰ হৈব নামে ইন্দ্ৰজিত।
দেৱে নপাৰিব তাৰ প্ৰতাপ সহিত ॥২৫
ৰথত চৰিয়া যাইব স্বৰ্গক ৰাৱণ।
ইন্দ্ৰৰ নন্দন বন কৰিব উচ্ছন ॥২৬
দেখিয়া ইন্দ্ৰৰ মহা মৰ্ম্মে দহে মন।
কুবেৰক হাতে ধৰি দেখাবন্ত বন ॥২৭
বাসৱৰ বচনে কুবেৰ বুদ্ধিমন্ত।
ৰাৱণৰ ঠাই দূত পঠাই দিবন্ত ॥২৮
প্ৰবোধ বচন বুলি পঠাইবা বহুত।
ৰাৱণৰ আগে তাক কহিবেক দূত ॥২৯
শুনি মহা কোপে ঝঙ্কাৰিয়া দশমাথ।
কুবেৰৰ দূতক কাটিব লঙ্কানাথ ॥৩০
ৰথে চড়ি সাজি ধায়া যাইব লঙ্কেশ্বৰ।
যক্ষ ৰাক্ষসৰ ঘোৰ মিলিব সমৰ ॥৩১
কুবেৰ ৰাৱণে ৰণ হৈব ভয়ঙ্কৰ।
কৰিব সমৰ তিনি সহস্ৰ বৎসৰ ॥৩২
ব্ৰহ্মাৰ বৰত জেতা ৰাৱণ দুৰ্জ্জয়।
তাহাৰ বিক্ৰম কাৰ শকতি সহায় ॥৩৩
কুবেৰক জিনি লৈব পুষ্পক বিমান।
সেনা সঙ্গে চড়ি তাতে কৰিব পয়ান ॥৩৪
মহাবলৱন্ত ৰাৱণৰ সেনাগণ।
যুদ্ধে জিনি ৰশ্য কৰিবেক ত্ৰিভুবন ॥৩৫
যৈতে যৈতে মহা যজ্ঞ শুনয় ৰাৱণ।
ঘুৰি ঘুৰি যায়া তায়া কৰয় উচ্ছন ॥৩৬
সুন্দৰী কন্যাৰ কথা শুনে যত যান।
বলে হৰি আনিবেক আপনাৰ থান ॥৩৭

অনেক প্ৰহাৰ কৰি সংগ্ৰামৰ মাজ।
কৰিবেক বিকৰ্ষণ৷ জিনি দেৱৰাজ ॥৩৮
সংযমনী গৈয়া বীৰ ৰাৱণ প্ৰচণ্ড।
যম জিনি কাঢ়িয়া লৈবেক যমদণ্ড ॥৩৯
চন্দ্ৰক জিনিয়া তান হৰিবে প্ৰকাশ।
বৰুণক জিনি তান লৈব নাগপাশ ॥৪০
তবে ষড়ঋতু সব হৈব বিপৰ্য্যয়।
নৱগ্ৰহ সবাৰ খণ্ডাব ভাগচয় ॥৪১
কৰিব অধীন জিনি দৈত্য দানৱক।
যুদ্ধে জিনি মন্দ তেজ কৰিব সূৰ্য্যক ॥৪২
অপেস্বৰা গন্ধৰ্ব্বো সেবিব নিৰন্তৰ।
ভয়ে মন্দগতি আতি হৈব পৱনৰ ॥৪৩
সমস্তে দেৱৰে খণ্ডাইবেক অধিকাৰ।
শুক্ৰক দেখিয়া কিছু কৰিব সৎকাৰ ॥৪৪
নকৰিব জগতক ইঙ্গিত দুৰ্ম্মতি।
আপুনি হৈবেক ত্ৰিভুবন অধিপতি ॥৪৫
সমস্তকে ৰাৱণে লগায়া অপমান।
ৰামৰ হাতত হৈব সবংশে নিৰ্বাণ ॥৪৬
সংক্ষেপে কহিলোঁ কথা ৰাম ৰাৱণৰ।
প্ৰপঞ্চিয়া ৰামায়ণ কৰাঁ মুনিবৰ ॥৪৭
বাল্মীকিক এতেক বুলিয়া দেৱ ঋষি।
হৰিগুণ গায় চলি গৈলন্ত হৰিষি ॥৪৮
বাল্মীকিও ৰামৰ চৰিত শুনি কাণে।
ভৈলন্ত তৃপিতি যেন অমৃতক পানে ॥৪৯
ৰামায়ণ কৰিবাক ভৈলা তান মতি।
এক চিত্তে মুনি সুমৰিলা সৰস্বতী ॥৫০
সুপ্ৰসন্ন হুয়া দেৱী ভৈলন্ত সাক্ষাত।
দেখিয়া বাল্মীকি কৰিলন্ত প্ৰণিপাত ॥৫১
ব্ৰহ্মাৰ আজ্ঞায়ে আমি কৰোঁ ৰামায়ণ।
আমাৰ কণ্ঠত মাৱ হুয়োক প্ৰসন ॥৫২
বুলিলন্ত সৰস্বতী মুনিক বচন।
থাকিবোহোঁ আমি তয়ু কণ্ঠে সৰ্ব্বক্ষণ ॥৫৩
তোমাৰ বচনচয় নুহিবে অন্যথা।
কৰাঁ সাৱধানে ৰাম অৱতাৰ কথা ॥৫৪
নিস্তৰোক লোক শুনি ৰামৰ চৰিত।
এহি বুলি সৰস্বতী ভৈলা অন্তৰ্হিত ॥৫৫

---

## ৬ অধ্যায়—সূৰ্য্যবংশৰ উপাখ্যান।

অনন্তৰে হৰিষে বাল্মীকি তপোধন।
ৰামক সুমৰি আতি ভৈলা শুদ্ধমন ॥১
শুভক্ষণে বসিলা কৰিতে ৰামায়ণ।
আচৰিলা সুমঙ্গল হৰিৰ কীৰ্ত্তন ॥২
ধৰিয়া শিৰত মুনি ব্ৰহ্মাৰ আদেশ।
সুমৰিলা মনে নাৰদৰ উপদেশ ॥৩
ৰামায়ণ কৰিতে লাগিলা অনুক্ৰমে।
বংশাৱলী কহিবাক লাগিলা প্ৰথমে ॥৪
ভৈলন্ত মাৰীচ নামে ব্ৰহ্মাৰ তনয়।
তান পুত্ৰ ভৈলন্ত কশ্যপ মহাশয় ॥৫
কশ্যপ ঋষিৰ পুত্ৰ ভৈলন্ত আদিত্য।
শ্ৰাদ্ধদেৱ মনু সূৰ্য্যতনয় বিদিত ॥৬
ভৈলন্ত সুযজ্ঞ নামে মনুৰ তনয়।
তান পুত্ৰ ভৈলন্ত ইক্ষ্বাকু মহাশয় ॥৭
ভৈলন্ত ইক্ষ্বাকু আতি নৃপতি প্ৰধান।
তেন্তে কৰিলন্ত পুৰী অযোধ্যা নিৰ্ম্মাণ ॥৮
বিকুক্ষি ভৈলন্ত পুত্ৰ ইক্ষ্বাকু ৰাজাৰ।
ভৈলা বিকুক্ষিৰ পুত্ৰ পৃথু নাম যাৰ ॥৯
প্ৰসাকুত ভৈলন্ত পৃথুৰ বীৰ্য্যে জত।
ভৈলন্ত মান্ধাতা তান তনয় প্ৰখ্যাত ॥১০
কৰিলা মান্ধাতা সপ্তদ্বীপ অধিকাৰ।
কুক নামে ভৈলা তান তনয় প্ৰচাৰ ॥১১
ভৈলন্ত তাহাৰ পুত্ৰ স্বয়ম্ভুব নাম।
অনাৰণ্য ভৈল পুত্ৰ অনুপাম ॥১২
তান পুত্ৰ আৰণ্য বিষ্ণুৰ সমসৰ।
দীৰ্ঘবাহু নামে পুত্ৰ ভৈল আৰণ্যৰ ॥১৩
ভৈল দীৰ্ঘবাহুত দিলীপ নৰেশ্বৰ।
হাৰ্য্যক নামত পুত্ৰ ভৈল দিলীপৰ ॥১৪
হাৰ্য্যক পাইলন্ত মাধৱত পুত্ৰবৰ।
হাৰিদ্ৰ ভৈলন্ত তেবে পুত্ৰ হাৰ্য্যকৰ ॥১৫
সাত্ৰুক নামত পুত্ৰ ভৈল হাৰিদ্ৰৰ।
মন্দাকিণি নামে পুত্ৰ ভৈল সাত্ৰুকৰ ॥১৬
মন্দাকিণিৰ তনয় ভৈলন্ত সগৰ।
শশবিন্দ ভৈলন্ত তনয় সগৰৰ ॥১৭
ভৈলা নন্দনামে শশবিন্দৰ সন্ততি।
তান পুত্ৰ ভৈলন্ত নন্দন মহামতি ॥১৮

বিশ্বনাথ নামে পুত্র ভৈল নন্দনৰ।
অম্বত্ৰক নামে পুত্ৰ ভৈল বিশ্বনাথৰ ॥১৯
ভগীৰথ ভৈলা অম্বত্রকৰ তনয়।
গঙ্গাক নমাইলা ভগীৰথ মহাশয় ॥২০
ভৈলন্ত সৌদাস ভগীৰথৰ সন্ততি।
সৌদাসৰ তনয় দিলীপ নৰপতি ॥২১
দিলীপৰ পুত্ৰ ৰঘু নামে নৰেশ্বৰ।
ৰঘুৰ তনয় ভৈল অজ নৃপবৰ ॥২২
অজৰ যে পুত্ৰ ভৈলা দশৰথ নাম।
পৃথিবীতে যাৰ গুণে নাহি অনুপাম ॥২৩
অজ নৃপতিৰ পাটেশ্বৰী ইন্দুমতী।
দশৰথ নৃপতিৰ মাতৃ মহা সতী ॥২৪
অনুক্ৰমে বংশাৱলী কহিলোঁ সকল।
অযোধ্যা নগৰে ৰাজা হৈবা মহাবল ॥২৫
সূৰ্য্য বংশে বত্রিশ পুৰুষ অনন্তৰ।
ভৈল উতপতি দশৰথ নৰবৰ ॥২৬
কি কহিবোঁ কথা দশৰথ নৃপতিৰ।
সাগৰ গম্ভীৰ ধীৰ গুণৰ মন্দিৰ ॥২৭
মহা মহা পাপী তৰে নাম ললে যাৰ।
হেন ৰামচন্দ্ৰ ভৈলা যাত অৱতাৰ ॥২৮
তান আন গুণ কিবা বৰ্ণাইবোঁ বিস্তৰ।
নাহি সুপুৰুষ দশৰথ সমসৰ ॥২৯
যিতো বাহুবলে অসুৰক কৰি হত।
দেৱ সমে বাসৱক থাপিলা স্বগত ॥৩০
তাহান গুণক কোনে কৰিবেক অন্ত।
বিষ্ণুত ভকত যিতো পৰম মহন্ত ॥৩১
সংক্ষেপে কহিলোঁ দশৰথৰ মহত্ত্ব।
বিস্তাৰিয়া কওঁ কিছু শুনিয়ো সাম্প্ৰত ॥৩২
কোশলৰ উত্তৰত অযোধ্যা নগৰ।
দুতি স্বৰ্গপুৰ অত্ৰাৱৰ্তী পটন্তৰ ॥৩৩
বাৰ প্ৰহৰৰ পথ পথালি প্ৰমাণ।
পঞ্চিশ যোজন পথ দীৰ্ঘৰ নিৰ্ম্মাণ ॥৩৪
পৃথিবীত পটন্তৰ নাহি অযোধ্যাৰ।
ত্ৰিভুবন জিনি পুৰি কৰে জাতিকাৰ ॥৩৫
ভুবন দুৰ্লভ নগৰৰ পৰিপাটী।
সুবৰ্ণ ৰত্নে বিৰচিত জাটী ৰাটী ॥৩৬
স্থানে স্থানে প্ৰকাশয় দীঘী সৰোবৰ।
নানাৰত্নে ৰচি আছে চাৰিও কাষৰ ॥৩৭
নানা ফল ফুল পাৰে পাৰে ৰহি আছে।
নানা উপবন শোভা কৰে কাছে কাছে ॥৩৮
চৌভিতি নগৰ গড় প্ৰাকী সুবৰ্ণৰ।
নানাবিধ অস্ত্ৰে শস্ত্ৰে দুৰ্দ্ধৰ নিৰন্তৰ ॥৩৯
নগৰৰ যাৰ আছে লজ্জিয়া অপ্ৰকাশ।
নানা জলজন্তু শ্ৰাত কৰয় প্ৰকাশ ॥৪০
নানা ৰত্নে বিৰচিত চৌপন্থা পদুলি।
ধ্বজ দণ্ড পতাকা তোৰণ আছে তুলি ॥৪১
নানাবিধ গৃহ সাৰি সাৰি প্ৰকাশয়।
ওপৰত পঞ্চ সুবৰ্ণৰ ঘটচয় ॥৪২
যেন দেৱ দেৱী অযোধ্যাৰ নৰনাৰী।
দিব্য বস্ত্ৰ অলঙ্কাৰে ফুৰে কাঢ়ি পাৰি ॥৪৩
পৰম সঙ্কুল হস্তী ঘোঁৰা ৰথে আতি।
ব্ৰাহ্মণ ক্ষত্ৰিয় বৈশ্য শূদ্ৰ চাৰি জাতি ॥৪৪
আচাৰে হৰিষে যাৰ যেন জাতিধৰ্ম্ম।
নিজ বৃত্তি বিনে নকৰয় আন কৰ্ম্ম ॥৪৫
নাহি অনাচাৰ হিংসা মিছা ডাকা চুৰি।
নকৰয় পৰদাৰ অন্যায় চাতুৰি ॥৪৬
নাহি শোক সন্তাপ নাহিকে দ্বন্দবাদ।
অকালত মৃত্যু আসি নকৰে প্ৰমাদ ॥৪৭
নাহি দুখী ভিক্ষী জন অযোধ্যা নগৰে।
সমস্তুৰে অচলা সম্পত্তি ঘৰে ঘৰে ॥৪৮
হেন মহা সুখে ৰক্ষে অযোধ্যাৰ প্ৰজা।
তাতে ভৈলা পাচে দশৰথ মহাৰাজা ॥৪৯
পৰম মহন্ত সন্ত শীতলে স্বভাৱ।
ভৈলা যেন লোকৰ সম্যক বাপমাৱ ॥৫০
স্বধৰ্ম্মত শুদ্ধবুদ্ধি সুন্দৰ শৰীৰ।
ৰমণীৰমণ ৰতিৰঙ্গ মহাবীৰ ॥৫১
সদাই ধৰ্ম্মত ৰতি বিষ্ণুত ভকত।
সৰ্ব্বগুণযুত গুণ সমস্তে মহত ॥৫২
ধৈৰ্য্যে যেন মেৰু গিৰি গম্ভীৰ সাগৰ।
প্ৰতাপত আদিত্য ক্ৰোধত মহেশ্বৰ ॥৫৩
দানে বলি ৰাজা হৰিশ্চন্দ্ৰ সমসৰ।
বলে বুদ্ধি সমান ভোগত পুৰন্দৰ ॥৫৪
অস্ত্ৰে শস্ত্ৰে শাস্ত্ৰে নানা গুণে সুমণ্ডিত।
বৃহস্পতি সম ৰাজা পৰম পণ্ডিত ॥৫৫
সাম দান ভেদ দণ্ড জানা চাৰি নয়।
মহা সুৰ সমৰে যমকো নাহি ভয় ॥৫৬

সাতোদ্বীপা পৃথিবীৰ ভৈলা অধিপতি ।
পুত্ৰবন্তে লোকক পালন্ত প্ৰতিনিতি ॥৫৭
নাহিকে শত্ৰুক শঙ্কা ৰাজাৰ আগত ।
ভৃত্য যেন খাটয় নৃপতি আছে যত ॥৫৮
মহামুনি বশিষ্ঠ ভৈলন্ত পুৰোহিত ।
সুমন্ত্ৰ প্ৰমুখ্যে আঠ মন্ত্ৰী সুবেষ্টিত ॥৫৯
হৃষ্ট পুষ্ট সন্তুট বলিষ্ঠ মহাশূৰ ।
অস্ত্ৰে শস্ত্ৰে সমন্বিতে কটক প্ৰচুৰ ॥৬০
সমৰত যম সম যেন কৰে গতি ।
অসংখ্য প্ৰমাণ গজ বাজী ৰথপতি ॥৬১
মহা শ্ৰীযুত ৰাজা মহেন্দ্ৰ পৰায় ।
কতেক বৰ্ণাইবোঁ গুণ কহন নাযায় ॥৬২
সুবলিত ভুজযুগ বাসুকী সমান ।
বজ্ৰতো অধিক তান শৰৰ সন্ধান ॥৬৩
মহা যশ ৰাশি প্ৰকাশয় ত্ৰৈলোক্যত ।
ভয়ে তৰ তৰি সুৰাসুৰ নাগ যত ॥৬৪

---

## ৭ম অধ্যায়—দশৰথৰ সৈতে কৌশল্যাৰ বিবাহ ।

কোশল ৰাজাৰ ঝিউ কৌশল্যা সুন্দৰী ।
ত্ৰৈলোক্যত যাক ৰূপে ন'হি পটন্তৰি ॥১
সৰ্ব্ব গুণে আনন্দিতা আতি মহা সতী ।
তাঙ্ক বিহা কৰিলন্ত প্ৰথমে নৃপতি ॥২
দশৰথ ৰাজাৰ যতেক গুণ সাৰ ।
তাহান্তো অধিক কিছু আছে কৌশল্যাৰ ॥৩
মহা সৌভাগিনী কন্যা পায়া দশৰথ ।
ভৈলন্ত আনন্দে পৰিপূৰ্ণ মনোৰথ ॥৪
কৌশল্যা সমান শান্তী নাহি ত্ৰিভুবনে ।
নৃপতিক সুশ্ৰূষা কৰন্ত সৰ্ব্বক্ষণে ॥৫
ভাৰ্য্যায়ে সহিতে অজ নৃপতিৰ সুত ।
ৰত্নময় মন্দিৰত ক্ৰিড়িলা বহুত ॥৬

---

## ৮ম অধ্যায়—দশৰথৰ সৈতে কৈকেয়ীৰ বিবাহ ।

আত অনন্তৰে কথা শুনিয়ো সম্প্ৰতি ।
কেকয় ৰাজ্যত আছে কেকয় নৃপতি ॥১
দানে মানে কুলে ধৰ্ম্মে শীলে আনন্দিত ।
সৰ্ব্ব গুণে গুণান্বিত জগতে বিদিত ॥২
কৈকেয়ী নামত কন্যা এক আছে তান ।
ত্ৰিভুবনে নাহি যাৰ ৰূপৰ সমান ॥৩
নাহি খতি খুন সৰ্ব্বগুণে নিৰুপমা ।
সুহিকে সমান ৰতি ৰম্ভা তিলোত্তমা ॥৪
হৰিণনয়নী আতিশয় মধ্যক্ষীণী ।
সুকোমল কেশে চামৰকো আছে জিনি ॥৫
পূৰ্ণচন্দ্ৰমাকো জিনি বদনৰ কান্তি ।
মুকুতাৰ সাৰি যেন জ্বলে দন্ত পান্তি ॥৬
নাসা গোট দেখি যেন ৰত্ন তিলফুল ।
বিম্বফল জিনি জ্বলে অধৰ বাতুল ॥৭
মৃণাল সদৃশ বাহু দেখিতে সুঠান ।
সুগম্ভীৰ লীলাগতি গজৰ সমান ॥৮
বহল জঘন উৰু যেন ৰাম কল ।
থল কমলকো গঞ্জে চৰণকমল ॥৯
হাস্যত অমৃত স্ৰৱে বচন মধুৰ ।
হৰে ৰূপ দেখি কন্দৰ্পৰ দৰ্প চুৰ ॥১০
বদৰি প্ৰমাণ স্তন বাঢ়ে হৃদয়ত ।
কটাক্ষতে মোহে সুৰ নৰ মুনি যত ॥১১
কেকয় ৰাজাৰ হেন আছে কন্যা ৰত্ন ।
বিবাহ দিবাক ৰাজা কৰে মহা যত্ন ॥১২
কেন মতে কন্যাৰ সদৃশ পাইবোঁ বৰ ।
হেন শুনি নৃপতি পাতিলা স্বয়ম্বৰ ॥১৩
দেশে দেশে পাঠি দিলা দূত বহুতৰ ।
কহ সমস্তত কৈকেয়ীৰ স্বয়ম্বৰ ॥১৪
গৈল দেশে দেশে দূতগণ অসংখ্যাত ।
জানাইলেক স্বয়ম্বৰ সমস্তে ৰাজাত ॥১৫
কৈকেয়ীৰ স্বয়ম্বৰ শুনি যত ৰাজা ।
সঙ্গে সাজি গৈয়া ৰথ গজ বাজী প্ৰজা ॥১৬
কেকয় নগৰে আসি ভৈলা এক থান ।
সবাকো কেকয় ৰাজা কৰিলা সম্মান ॥১৭
আছে পুত্ৰবৰ তান যুদ্ধাজিত নাম ।
পিতৃত ভকত সৰ্ব্ব গুণে অনুপাম ॥১৮

তাত্তে ৰাজ্য ভাৰ ৰাজা সঁপি নিৰন্তৰ।
বিবাহৰ কাৰ্য্যক চিন্তন্ত নৰবৰ ॥১৯
কৰিলা মজুত আনি অনেক সম্ভাৰ।
কুসুম চন্দন গন্ধ বস্ত্ৰ অলঙ্কাৰ ॥২০
সুবৰ্ণৰ ঝাৰী খুৰি তাম্বুল কৰ্পূৰ।
নানা উপহাৰে দ্ৰব্য মিলাইলা প্ৰচুৰ ॥২১
আসি আছে যত ৰাজা শুনি স্বয়ম্বৰ।
সবাকো দিলন্ত ৰত্নময় বাসা ঘৰ ॥২২
তাম্বুল চন্দনে দিব্য বস্ত্ৰ অলঙ্কাৰে।
অৰ্চ্চিলা সবাকো নানা বিধ উপহাৰে ॥২৩
কুসুম কুঙ্কুম গন্ধ চন্দনে ভুষিলা।
নানা ভক্তিভাৱে সমস্তকে সন্তোষিলা ॥২৪
আছন্ত নৃপতিগণ পাতিয়া সমাজ।
সেহি সময়ত দশৰথ মহাৰাজ ॥২৫
সঙ্গে সাজি লৈয়া গজ বাজী সেনা যত।
সেহি সমজ্যাত গৈয়া ভৈলা উপগত ॥২৬
দশৰথ আসিবাৰ দেখি ৰাজাগণে।
গাৱ চালি আথেবেথে উঠিলা তেখনে ॥২৭
কেকয় ৰাজাৰ দেখি হৰিষ মিলিলা।
পৰম গৌৰৱে আনি সিংহাসন দিলা ॥২৮
দশৰথ নৃপতি বসিলা গৈয়া তাত।
যেন পুৰন্দৰ দেৱগণৰ সভাত ॥২৯
নৃপতিৰ মাজে ৰাজা প্ৰকাশন্ত বসি।
গ্ৰহগণ মাজে যেন পূৰ্ণিমাৰ শশী ॥৩০
দশৰথ আগে নম্ৰলন্ত ৰাজাচয়।
যেহেন নক্ষত্ৰগণ সূৰ্য্যৰ উদয় ॥৩১
পাত্ৰ পুত্ৰ মিত্ৰ সমে কেকয় নৃপতি।
দশৰথ নৃপতিক কৰিলা ভকতি ॥৩২
সাদৰে ভৃঙ্গাৰ ধৰি প্ৰক্ষালিলা পাৱ।
সহৰ্ষে কৰিলা পূজা বুলি বহু ভাৱ ॥৩৩
কুসুম চন্দন দিব্য বস্ত্ৰ অলঙ্কাৰ।
নানা দ্ৰব্য দিয়া অৰ্চ্চিলন্ত বাৰে বাৰ ॥৩৪
বুলি আতি স্তুতি বাণী সন্তোষিলা মন।
ষড় ৰসে পঞ্চামৃতে কৰাইলা ভোজন ॥৩৫
কৰ্পূৰ তাম্বুল দিলা ভোজনৰ শেষে।
গৃহ ব্যৱহাৰ ৰাজা কৰিলা বিশেষে ॥৩৬
কেকয় ৰাজাৰ আতি প্ৰেম্পিয়া ভকতি।
ভৈলন্ত সন্তুষ্ট দশৰথ মহামতি ॥৩৭
কৰিলন্ত কেকয়ক প্ৰশংসা অশেষ।
অনন্তৰে ভৈলা আসি ৰজনী প্ৰৱেশ ॥৩৮
উত্তম মন্দিৰে ৰত্নময় আসনত।
সুকোমল শয্যাত শুতিলা দশৰথ ॥৩৯
সুখে নৃপতিৰ ভৈল ৰজনী প্ৰভাত।
স্নান দান কৰি আসি বসিলা সভাত ॥৪০
প্ৰভাত সময়ে উঠি কেকয় নৃপতি।
স্নান দান তৰ্পণ কৰিলা মহামতি ॥৪১
বিধিৰ নিয়ম সমৰ্পিয়া নৃপবৰ।
পাতিলন্ত সভা কৈকেয়ীৰ স্বয়ম্বৰ ॥৪২
ৰত্নময় আসন থৈলন্ত স্থানে স্থানে।
তাতে আসি বসিলা নৃপতিগণ মানে ॥৪৩
বসি আছা দশৰথ সবাৰে মাজত।
তান তেজে সঙ্কুচিত ৰাজাগণ যত ॥৪৪
জলে উৎপল যেন সূৰ্য্যৰ উদয়।
দশৰথ সমে সেহি মত ৰাজাচয় ॥৪৫
কেকয় নৃপতি আতিশয় বুদ্ধিমন্ত।
যথাযোগ্য সমস্তে ৰাজাক অৰ্চ্চিলন্ত ॥৪৬
বুলিলা সবাকো পাচে সুমধুৰ বাণী।
কৈকেয়ী নামত মোৰ আছে কন্যাখানি ॥৪৭
আতি শিষ্টমতী কন্যা আসি সমজ্যাক।
আপোন ইচ্ছায়ে কন্যা বৰয় যাহাক ॥৪৮
তাহানে হৈবেক সিতো কন্যা মহা সতী।
এহি বুলি কৈকেয়ীৰ পাশক নৃপতি ॥৪৯
নিজ গুৰু ব্ৰাহ্মণক দিলন্ত পঠাই।
আনিয়োক কন্যা গৈয়া সভাক আতাই ॥৫০
শুনি পুৰোহিতে গৈয়া বুলিলা কন্যাক।
আসিয়ো কৈকেয়ী পিতৃবাক্যে সমজ্যাক ॥৫১
শুনিয়া কন্যাৰ হৰিষৰ নাহি পাৰ।
পিন্ধিলা উৎসুকে দিব্য বস্ত্ৰ অলঙ্কাৰ ॥৫২
একচিত্ত হয়া শুনা সভাসদ লোক।
গুচোক সংসাৰভয় ৰাম বুলিয়োক ॥৫৩

৯ম অধ্যায়—ছবি।

কৈকেয়ী কামিনী, সুচন্দ্ৰবদনী,
কাছিলন্ত বহু ভাৱে।
কৰি লীলাগতি, সমজ্যাক প্ৰতি,
চলি যান্ত কুৰি পাৱে ॥১

কৃশ মধ্যদেহ, বুলন্তে হালয়,
চলে আতি লয়-লাসে।
অনেক সুন্দৰী, তাঙ্ক মধ্যে কৰি,
বেঢ়ি যান্ত চাৰি পাশে ॥২

ত্ৰৈলোক্যমোহিনী, গজেন্দ্ৰগামিনী,
পাইলা স্বয়ম্বৰশালা।
প্ৰবেশিলা গই, মেৰুত উদয়,
যেন চন্দ্ৰমাৰ কলা ॥৩

ভৈলন্ত বিস্ময়, যত ৰাজাচয়,
কন্যাৰ ৰূপ দেখিয়া।
চাহন্ত নিৰখি, অমৃতক দেখি
যেন লুভিয়াৰ হিয়া ॥৪

ৰূপ বিপৰীত, দেখি বিমোহিত
ভৈল যত ৰাজাচয়।
স্থিৰ নোহে মন, পীড়িলে মদন
দেখে সবে তমোময় ॥৫

কম্পয় শৰীৰ, কতো বোলি স্থিৰ,
ভৈল ৰাজাগণ যত।
অন্যে আন মাতি, কহে কথা আতি,
ৰূপৰ কিনো মহত্ব ॥৬

স্বৰ্গহন্তে কিবা, আসিল উৰ্ব্বশী,
কিবা ৰতি তিলোত্তমা।
ইন্দ্ৰৰ ঘৰিণী, কিবা আইলা শচী
কিবা অপেস্বৰী হেমা ॥৭

ৰোহিণী পাৰ্ব্বতী, কিবা লক্ষ্মী দেবী
আসি আছে মূৰ্ত্তি ধৰি।
ইতো ত্ৰৈলোক্যত, ইহেন ৰূপক,
মুহি আনে সৰি বড়ি ॥৮

এক হাতে জল, ঝাৰি আউৰ হাতে
ধৰিয়া পুষ্পৰ মালা।
ৰাজাগণ মাজে, আপন সদৃশ
বৰ নিৰীক্ষন্ত বালা ॥৯

সখীগণ সমে, ফুৰন্ত সুন্দৰী,
গোটে গোটে ৰাজা চাই।
সবে ৰাজাগণে, বোলে মনে মনে
মোক বৰিবেক পায় ॥১০

পাচে সুদৰ্শন, নামে এক ৰাজা,
সবাকো বোলে বচন।
সুদক্ষিণা নামে, কন্যাৰ কাহিনী,
শুনিয়োক ৰাজগণ ॥১১

মগধ ৰাজাৰ, ঝিউ সুদক্ষিণা,
পৰম পদ্মিনী কন্যা।
সৰ্ব্বগুণযুত, ৰূপ অদভুত,
ত্ৰৈলোক্যমোহিনী ধন্যা ॥১২

তান স্বয়ম্বৰে, গৈলোঁ নিৰন্তৰে,
আছোঁ ৰাজাগণ যত।
হাতে মাল্য ধৰি, বৰ অনুসৰি,
ফুৰে কন্যা সমাজত ॥১৩

সূৰ্য্যবংশে ৰাজা, আছিলা দিলীপ,
পৰম গুণে মহন্ত।
মাথে মাল্য দিয়া, গৈয়া সুদক্ষিণা,
দিলীপক বৰিলন্ত ॥১৪

ইও মহাসতী, যেন সুদক্ষিণা,
সমস্ত গুণক ধৰে।
কোন পুণ্যৱন্ত, আছে ভাগ্যৱন্ত,
নাজানো কাহাক বৰে ॥১৫

এইমতে ৰাজা, সবে অন্যে অন্যে,
কন্যাৰ গুণ বখানে।
পাচে ধীৰি ধীৰি, কৈকেয়ী সুন্দৰী
গৈলা দশৰথ স্থানে ॥১৬

তাঙ্ক দেখি কন্যা, গুণে মনে মনে,
এন্তে হৈবা মোৰ পতি।
ইহান সমান, ইতো পৃথিবীত,
নাহিকে আন নৃপতি ॥১৭

ইহান আগত, নজুলয় কেৰ
যত আছে ৰাজগণ।
ত্ৰিভুবনে সাৰ, ৰূপ চমৎকাৰ,
সাক্ষাতে যেন মদন ॥১৮

ইহান অধীন, সকলো নৃপতি
আছন্ত খাটিয়া নিত।
ইহাকেসে মই, বৰিবোঁ বুলিয়া,
দৃঢ় কৰিলন্ত চিত ॥১৯

পৰম সাদৰে, দশৰথ শিৰে,
দিলা নিয়া পুষ্পমালা।
চৰণত ধৰি, কৰি নমস্কাৰ,
বৰিলন্ত বৰমালা ॥২০

হেন দেখি যত, লোক সমাজ্যাৰ,
কৰে জয় জয় ধ্বনি ।
সাৰ্থক বৰক, বৰিলা সুন্দৰী,
কন্যা বৰ বিচক্ষণী ॥২১
বৰ কন্যা দুইকো, প্ৰশংসা কৰিল,
সমস্ত লোকে সাদৰি ।
স্বয়ম্বৰ ৰঙ্গ, উৎসৱ মঙ্গল,
দেখিল নয়ন ভৰি ॥২২
কৈকেয়ীক পায়া, দশৰথ ৰাজা
ভৈলা অতি কৃতকৃত্য ।
হৰিষে বিস্তৰ, মথিয়া সাগৰ,
পাইলন্ত যেন অমৃত ॥ ২৩
কেকয় ৰাজাৰ, আনন্দ অপাৰ,
জামাই পাই দশৰথ ।
বিধি ব্যৱহাৰে, কন্যা সম্প্ৰদান,
কৰিলন্ত মহাৰথ ॥২৪
উৎসুকে মনত, হয়হস্তী ৰথ,
দাস দাসী গ্ৰাম দেশ ।
সুবৰ্ণ ৰজত, মুকুতা মাণিক,
যৌতুক দিলা অশেষ ॥২৫
বিয়াৰ সভাত, যত অসংখ্যাত,
আছিলন্ত ৰাজাগণ ।
যৌতুক সম্ভাৰ, দিলন্ত অপাৰ,
নৃপতিৰ তুষি মন ॥২৬
কেকয় নৃপতি, অনেক ভকতি
সমস্তাক সন্তোষিল ।
কুসুম চন্দনে, বস্ত্ৰ অলঙ্কাৰে,
সবাকো ৰাজা তোষিল ॥২৭
পায়া সতকাৰ, হৰিষ অপাৰ,
দেখি সুখে স্বয়ম্বৰ ।
ৰাজাক সাদৰি; গৈলা ঘৰাঘৰি,
ৰাজা প্ৰজা নিৰন্তৰ ॥২৮
ৰাজা দশৰথ, পূৰি মনোৰথ,
কৈকেয়ীক লৈলা সঙ্গে ।
মহা কুতূহলে, বাদ্য সুমঙ্গলে,
গৃহক গৈলন্ত ৰঙ্গে ॥২৯
শুনা সভাসদ, ৰামায়ণ পদ,
ৰামক হয়া সমুখ ।
ডাকি বোলা হৰি, সংসাৰক তৰি,
লভিবা পৰম সুখ ॥৩০

## ১০ অধ্যায়

দশৰথ নৰপতি ভাৰ্য্যায়ে সহিত ।
ৰত্নময় মন্দিৰত ভৈলা উপস্থিত ॥১
শুনি নৃপতিৰ পাচে মাতৃ ইন্দুমতী ।
পুত্ৰবধূ দেখিবে আসিলা মহা সতী ॥২
কৈকেয়ীক দেখি পাইলা হৰিষ অপাৰ ।
দিলা বহাৰিক নানা বস্ত্ৰ অলঙ্কাৰ ॥৩
কৌশল্যা কৈকেয়ী দুই মাহিষী প্ৰধান ।
দুহাকো নৃপতি স্নেহ কৰন্ত সমান ॥৪
কৈকেয়ীৰ ৰূপে নৃপতিৰ মোহে মন ।
তাসু অনুৰাগ অতি বাঢ়ে অনুক্ষণ ॥৫
দুই ভাৰ্য্যা সমে সুখে আছন্ত নৃপতি ।
শুনিয়োক কথা অতি অন্তৰে সম্প্ৰীতি ॥৬

---

## ১১ অধ্যায়—দশৰথৰ সৈতে সুমিত্ৰাদি দাতণ ৰাণীৰ বিবাহ ।

সিংহল দ্বীপত ৰাজা নামত সুমিত্ৰ ।
পৰম মহন্ত সৰ্ব্বগুণত বিচিত্ৰ ॥১
আছন্ত সুমিত্ৰা নামে দুহিতা তাহান ।
পৰম সুন্দৰী নাহি গুণত সমান ॥২
বিবাহ দিবাৰ কাল ভৈল ৰাজা জানি ।
পুৰোহিত ব্ৰাহ্মণক বুলিলন্ত বাণী ॥৩
চলা গুৰু দশৰথ নৃপতিৰ থান ।
ত্ৰিভুবনে নাহি ৰাজা যাহান সমান ॥৪
তাঙ্কে বিভা দিবো মোৰ ঝিউ সুমিত্ৰাক ।
ৰাজা থাকে আসন্তোক বিহা কৰিবাক ॥৫
শুনি দশৰথ পাশে গৈলন্ত ব্ৰাহ্মণ ।
তান আগে কৈলা সুমিত্ৰাৰ যতগুণ ॥৬
শুনি দশৰথৰ হৰিষ ভৈল অতি ।
পুৰোহিত বশিষ্ঠক অনাইলন্ত মাতি ॥৭
আৰু পাত্ৰ মন্ত্ৰীগণ সমস্তকে আনি ।
সবাকে প্ৰবোধি ৰাজা বুলিলন্ত বাণী ॥৮

বিহা কৰিবাক যাইবোঁ সুমিত্ৰাৰ থানে।
দিন তিনিমান থাকিবাহা সাবধানে ॥৯
নিচিনি আপোন পৰ অন্ধকাৰ চিত।
শূন্য পাট দেখি সবে চিন্তিবে অহিত ॥১০
জানি সাবহিতে থাকিবাহা সাৱধানে।
আহিবোঁহো আমি তিন দিন অৱসানে ॥১১
এহি বুলি সভা বিসৰ্জ্জিয়া দশৰথ।
সাৰথিক বোলন্ত সত্বৰে আন ৰথ ॥১২
শুনিয়া সাৰথি ৰথ তেখনে আনিলা।
সুমিত্ৰাৰ ব্ৰাহ্মণক তাহাতে তুলিলা ॥১৩
আপুনিও পাচে বিবাহৰ সৰ সাজে।
শুভক্ষণে ৰথত চড়িয়া মহাৰাজে ॥১৪
হস্তি ঘোঁৰা ৰথ সৰ্ব্ব সৈন্য সুমঙ্গলে।
নানা বাদ্যভণ্ডে চলি গৈলা মহাবলে ॥১৫
নক্ষত্ৰ সঞ্চাৰে যেন ৰথ কৰে গতি।
সিংহল দ্বীপত প্ৰবেশিলা মহামতি ॥১৬
সুমিত্ৰাৰ পুৰোহিত ৰথৰ নামিলা।
শীঘ্ৰ বেগে গৈয়া সুমিত্ৰাত জান দিলা ॥১৭
দশৰথ ৰাজা যাই নগৰে প্ৰবেশ।
শুনি নৃপতিৰ ভৈলা হৰিষ আশেষ ॥১৮
পাত্ৰ মিত্ৰ পুৰোহিত সৈন্য সুমঙ্গলে।
আগ বাঢ়ি নৃপতি আসিলা কুতূহলে ॥১৯
দশৰথ নৃপতিৰ পাইলা গৈয়া লাগ।
বিধিৱতে সভাৰ্য্যে পূজিলা মহাভাগ ॥২০
বোলন্ত সুমিত্ৰে ভাগ্য মিলিল আমাৰ।
কত পুণ্যে দেখিলোঁহো চৰণ তোমাৰ ॥২১
তুমি সম ৰাজা নাই ই তিনি লোকত।
তযু নিজ গুণে বশ্য হুয়া ৰাজা যত ॥২২
তোমাৰ চৰণে সেৱা কৰে ভৃত্য সম।
দানে ধৰ্ম্মে কুলে শীলে তুমি সৰ্ব্বোত্তম ॥২৩
সাতোদ্বীপা পৃথিবীৰ তুমি অধিপতি।
সূৰ্য্যবংশধৰ তুমি যেন বিষ্ণু মূৰ্ত্তি ॥২৪
লোকক শীতল কৰাঁ চন্দ্ৰবংশ ধৰি।
মহাবল পৰাক্ৰমে ইন্দ্ৰো নোহে সৰি ॥২৫
ধন বৃষ্টি কৰাঁ তুমি কুবেৰ সমান।
লোক দণ্ডধৰ তুমি যেন যম সম ॥২৬
ধৰ্ম্ম প্ৰতিপালত বিষ্ণুৰ সমসৰ।
লোকপালনত তুমি সৰ্ব্ব অংশধৰ ॥২৭

আনো নানা স্তুতি ৰাজা অনেক কৰিলা।
পৰম গৌৰৱ কৰি অন্তঃপুৰে নিলা ॥২৮
যত্নে ৰত্নময় সিংহাসন দিলা আনি।
বসিলন্ত সুখে দশৰথ মহামানী ॥২৯
অশেষ প্ৰকাৰে পূজা কৰিয়া সুমিত্ৰে।
লৈয়া সঙ্গে ৰঙ্গে পাচে পাত্ৰ মন্ত্ৰী মিত্ৰে ॥৩০
কৰিলন্ত এক স্থান বিহাৰ সম্ভাৰ।
পুষ্প গন্ধ চন্দন তাম্বুল উপহাৰ ॥৩১
নানা ফল মূল দিব্য বস্ত্ৰ অলঙ্কাৰ।
দধি দুগ্ধ ঘৃত মধু মিলাইলা অপাৰ ॥৩২
কৰাইলন্ত বহুবিধ লোকৰ আচাৰ।
সাণ্ঠি মাঞ্জি কৰাইলা নগৰ জাতিষ্কাৰ ॥৩৩
পতাকা তোৰণ চিম্ন চোণ্ডা ধ্বজদণ্ড।
মৃদঙ্গ গোমুখ শঙ্খ নানা বাদ্যভণ্ড ॥৩৪
নানা নৃত্য গীত জয় উৎসৱ মঙ্গল।
মিলি গৈল লোকত অনেক কুতূহল ॥৩৫
আচৰি নৃপতি আতি বিধি ব্যৱহাৰ।
কৰিলন্ত অধিবাস বৰ কনিয়াৰ ॥৩৬
ৰজনী প্ৰভাতে দশৰথ নৰেশ্বৰ।
স্নান দান তৰ্পণ কৰিলা নিৰন্তৰ ॥৩৭
নান্দীমুখ শ্ৰাদ্ধ পাচে কৰিলা নৃপতি।
দেৱ পিতৃ কাৰ্য্য সঙ্কলিলা মহামতি ॥৩৮
বিবাহৰ লগ্ন পাচে ভৈল উপগত।
বসিলা নৃপতি পাছে যজ্ঞৰ থানত ॥৩৯
সুমিত্ৰ নৃপতি জয়বাদ্য সুমঙ্গলে।
কন্যা সম্প্ৰদান কৰিলন্ত কুতূহলে ॥৪০
নানা ৰত্ন দাসী দাস হস্তী ঘোঁৰা ৰথ।
অনেক যৌতুক দিলা কন্যাৰ লগত ॥৪১
সুবৰ্ণ ৰজত মণি মুকুতাৰ দাম।
দিলন্ত সুমিত্ৰে আতি পূৰি মনকাম ॥৪২
ৰাজা দশৰথে কন্যা সুমিত্ৰাক পাই।
ভৈলন্ত হৰিষ আনন্দৰ সীমা নাই ॥৪৩
অমৃতক পাই যেন লোভাৱিষ্ট জন।
দৰিদ্ৰ পৰাণী যেন পাইল মহাধন ॥৪৪
কন্যা পায়া সেহি মত ভৈলা দশৰথ।
বিবাহমঙ্গল পাচে ভৈলা সমাপত ॥৪৫
অযোধ্যাক যাইবে নৃপতিৰ ভৈলা মন।
কৰিলন্ত সুমিত্ৰক সাদৰে বন্দন ॥৪৬

সুমিত্ৰে বুলিলা পাছে বচন বিনয়।
মোৰ ঝিউখানিক পালিবা মহাশয় ॥৪৭
অবোধ ছৱাল নোহে তোমাৰ উচিত।
তথাপিতো দাসী বুলি পালিবাহা নিত ॥৪৮
সমৰ্পিলা কন্যাক সুমিত্ৰে মহাৰাজ।
দশৰথ ৰাজা চলিবাক ভৈলা সাজ ॥৪৯
কাছি পাৰি আসি লাগ লৈলা সেনা যত।
সুমিত্ৰাক তুলিলন্ত সুবৰ্ণৰথত ॥৫০
অযোধ্যাৰ পতি সেহি ৰথে আৰোহিল।
সুমন্ত্ৰ চাবুক ধৰি ঘোঁৰাক ডাকিল ॥৫১
চলি গৈল ৰথ যেন বিজুলীসঞ্চাৰ।
সেনাগণে কৰে জয়শবদ জোকাৰ ॥৫২
চল চল বুলি প্ৰজা কৰে হুলস্থুল।
কাহালী মুহৰি ভেৰী শবদ তুমুল ॥৫৩
দুন্দুভি মৃদঙ্গ দামা বাজে ঢাক ঢোল।
নানা বাদ্যতও হস্তী ঘোঁৰাৰ আন্দোল ॥৫৪
দশো দিশে বিয়াপি শবদে গৈল ছানি।
আকাশক লঙ্ঘিয়া স্বৰ্গতো লাগে ধ্বনি ॥৫৫
সুমন্ত্ৰ চলান্ত বেগে নৃপতিৰ ৰথ।
পৃথিৱী এৰিয়া গৈল আকাশৰ পথ ॥৫৬
সুমিত্ৰা সহিতে ৰাজা পৰম কৌতুকে।
অযোধ্যা নগৰ গৈয়া পাইলন্ত উৎসুকে ॥৫৭
আপন আবাসে নানা জয় সুমঙ্গলে।
সুমিত্ৰা সহিতে প্ৰবেশিলা কুতূহলে ॥৫৮
দশৰথ নৃপতিৰ মাতৃ ইন্দুমতী।
কৌশল্যা কৈকেয়ী দুই সোতিনী সহিতি ॥৫৯
আনো শান্তী সুন্দৰী আয়তী লৈয়া সঙ্গে।
মঙ্গল আচাৰ যত কৰিলন্ত ৰঙ্গে ॥৬০
সুমিত্ৰাৰ ৰূপ গুণ চৰিত্ৰ আচাৰে।
মনত মিলিল আতি আনন্দ সবাৰে ॥৬১
সৱেও দিলন্ত দিব্য বস্ত্ৰ অলঙ্কাৰ।
নানা মণি ৰত্ন দিয়া কৰিলা সৎকাৰ ॥৬২
এহিমতে নৃপতিতিলক দশৰথ।
একে একে বিবাহ কৰিলা সাত শত ॥৬৩
সবাতে প্ৰধান ভৈলা তিনি মহাদেৱী।
কৌশল্যা সুমিত্ৰা সতী সুন্দৰী কৈকেয়ী ॥৬৪
কৈকেয়ীৰ ৰূপ মোহিলেক নৃপতিক।
[illegible] স্নেহ কৰে ৰাজা সবাতো অধিক ॥৬৫

---

১২ অধ্যায়—ৰাজাৰ ওপৰত শনিৰ দৃষ্টি আৰু জটাই দূৰ কৈলেক ৰক্ষা।

ৰাজ্যভোগ ভুঞ্জে ভাৰ্য্যাসমূহ সহিত।
ৰাজ্য চিন্তা নাহি ভৈলা ভাৰ্য্যাত মোহিত ॥১
স্ত্ৰীগণ লৈয়া ক্ৰীড়া কৰয় নৃপতি।
হেন কালে আসিলা নাৰদ মহামতি ॥২
নাৰদক দেখি দশৰথ নৰেশ্বৰ।
আথেবেথে গায় চালি উঠিলা সত্বৰ ॥৩
সুবৰ্ণ আসন দিলা কৰি নমস্কাৰ।
পাদ্য অৰ্ঘ্য দিয়া কৰিলন্ত সত্কাৰ ॥৪
আশীৰ্ব্বাদ কৰি মুনি বসিলা আসনে।
কৃতাঞ্জলি কৰি ৰাজা মধুৰ বচনে ॥৫
পুছিলন্ত সাদৰে কুশল আগমন।
কহিয়োক মুনি কিবা সাধোঁ প্ৰয়োজন ॥৬
শুনিয়া ৰাজাক বুলিলন্ত মুনিবৰ।
ভাল মন্দ চিন্তা তুমি নকৰা ৰাজ্যৰ ॥৭
সূৰ্য্যবংশে ভৈলা যত নৃপতি মহন্ত।
পুত্ৰতো অধিক কৰি ৰাজ্য পালিলন্ত ॥৮
সেহি সূৰ্য্যবংশে তুমি নৃপতিপ্ৰধান।
স্ত্ৰীত ভৈলাহা বাউল চিন্তা নাহি আন ॥৯
গিতো ৰাজা নকৰে লোকক প্ৰতিপাল।
হোৱয় অল্পায়ু ভোগ নাহি চিৰকাল ॥১০
তোমাৰ ৰাজ্যৰ লোকে পাৱে বৰ দুখ।
নভৈল অপত্য নেদেখিলা পুত্ৰমুখ ॥১১
তুমি স্ত্ৰীত ৰতি দুখ পাৱে লোক যত।
এহি পাপে পাছে পৰিবাহা নৰকত ॥১২
ৰাজা বোলে শুনা মুনি বচন আমাৰ।
কৰিছোঁ লোকক আমি কিবা অপকাৰ ॥১৩
নাহি দণ্ড বন্ধ বলাবল বৈৰভয়।
নাহি পাল পাক লোক কুশলে আছয় ॥১৪
নাহি চোৰ চোক শত্ৰুভয় অকালত।
কেনে অপযশ মোক কৰয় লোকত ॥১৫
নাৰদে বোলন্ত শুনা নৃপতি মহন্ত।
শনিৰ দৃষ্টিত পৰি মোহিনী আছন্ত ॥১৬

সম্পূৰ্ণে শনিৰ দৃষ্টি ভৈল ৰোহিনীত।
বৃষ্টি নাহি একো শস্য নোপজে ভূমিত ॥১৭
সি কাৰণে অন্ন দুখ পাৱে লোক যত।
আপুনি দেখিয়ো ৰাজা ফুৰিয়া ৰাজ্যত ॥১৮
লোকে যেন বোলে তাক শুনাহা আপুনি।
ৰাজাক এতেক বুলি চলি গৈলা মুনি ॥১৯
নাৰদৰ বাণী শুনি পাচে দশৰথে।
দক্ষিণ দিশক গৈলা চড়ি নিজ ৰথে ॥২০
প্ৰবেশিলা গৈয়া ৰাজা ঘোৰ অৰণ্যত।
নানা মৃগ পক্ষীগণ দেখিলা বনত ॥২১
দিব্য সৰোবৰ দেখিলন্ত মহাবলে।
কৌতুকে বসিলা ৰাজা এক বৃক্ষতল ॥২২
সেহি বৃক্ষডালত শালিকা দুই আছে।
তাহাৰ বচন ৰাজা শুনিলন্ত পাচে ॥২৩
শালিকা বোলয় শুনা শালিকী বচন।
ই বন এৰিয়া আসা যাওঁ আন বন ॥২৪
শালিকা বোলয় দেখা ই বৰ অকাজ।
সপত পুৰুষ বঞ্চো এলি বন মাজ ॥২৫
ইহাক এৰিতে বৰ দুখ লাগে মনে।
ই বন এৰিয়া কেনে যাইবোঁ আন বনে ॥২৬
শালিকা বোলয় শুনা গুচোঁ যি কাৰণ।
সূৰ্য্যৰ বংশত যত ৰাজা মহাজন ॥২৭
নাজানিলো একো দুখ বঞ্চি সিতো ৰাজে।
নিমিলে আধাৰ এবে এত কাল বাজে ॥২৮
জানো দশৰথ ৰাজা অধৰ্ম্ম কৰয়।
স্ত্ৰী লৈয়া ক্ৰীড়ে ৰাজা প্ৰজা নাপালয় ॥২৯
ৰাজ্যভোগ কৰে চিন্তা নকৰে ৰাজ্যৰ।
সংসাৰতো নতো দেখোঁ হেন নৃপবৰ ॥৩০
ইহাৰ ৰাজ্যত আমি মৰিবোঁ পৰাণে।
ই বন এৰিয়া আস যাওঁ আন বনে ॥৩১
আছিলোঁ সুখত একো নাছিল প্ৰমাদ।
নানা ফল ফুল পাইলোঁ সুৰস সুস্বাদ ॥৩২
একোৱে আধাৰ এবে নাপাওঁ বনত।
নাহি বৰিষণ পঞ্চ বৎসৰ ৰাজ্যত ॥৩৩
সুখ দুখ দশৰথে নাজানে ৰাজ্যৰ।
ঝাণ্টে গুচি যাওঁ আমি আনো বনান্তৰ ॥৩৪
এহি বুলি শালিকা তলক নিৰখিল।
বৃক্ষৰ মূলত দশৰথক দেখিল ॥৩৫
ভৈল ভয় ৰাজাক দেখিয়া বিদ্যমানে।
বুলিলোঁ ৰাজাক মন্দ মাৰিব পৰাণে ॥৩৬
পক্ষীৰ দেখিয়া ডৰ হাসি মহাশয়।
নকৰ তৰাস বুলি দিলন্ত অভয় ॥৩৭
কৰ অধিকাৰ ইতো বন দিলোঁ তোক।
সুখে থাক পক্ষী ভয় নকৰিবি মোক ॥৩৮
এহি বুলি নৃপতি স্বৰ্গক গৈলা লৰি।
ইন্দ্ৰৰ ভুবন গৈয়া পাইলা দৰদৰি ॥৩৯
মহা কোপে বুলিলন্ত দেৱতাগণক।
জান দেহ আমি যুদ্ধ কৰিবোঁ ইন্দ্ৰক ॥৪০
দেৱগণে বোলে কোপ এৰা মহাৰথ।
নকৰিবে যুদ্ধ ইন্দ্ৰে তোমাৰ লগত ॥৪১
হেন শুনি নৰনাথে বুলিলা বচন।
ইন্দ্ৰৰ অধীন ইতো যত মেঘগণ ॥৪২
মোহোৰ ৰাজ্যত বৃষ্টি কিসক নকৰে।
অনাবৃষ্টি নষ্ট ভৈল ৰাজ্য নিৰন্তৰে ॥৪৩
নাহি পঞ্চ বৎসৰ ৰাজ্যত বৰিষণ।
মোৰ অপযশ, দুখ পাৱে প্ৰজাগণ ॥৪৪
বৃষ্টি কৰি কৰন্তোক ৰাজ্য মোৰ ৰক্ষা।
নুহি অস্ত্ৰাৱৰ্ত্তী জিনি লৈবোঁ মোৰ কক্ষা ॥৪৫
শুনি নৃপতিৰ দৰ্পযুকুত বচন।
বাসৱৰ আগে জান দিলা দেৱগণ ॥৪৬
কৃতাঞ্জলি বোলে শুনা ত্ৰিদশৰ ৰাই।
দশৰথ ৰাজা আসি আছে তযু ঠাই ॥৪৭
অপমানে গৰ্ব্ববাক্য বোলয় কৰ্কশ।
অনাবৃষ্টি দেখি দেন্ত তোমাক দুৰ্যশ ॥৪৮
বাসৱে বোলন্ত হুয়া আপুনি মানুষ।
মোক মন্দ বাণী বুলি দেখাৱে পৌৰুষ ॥৪৯
নকৰিবা অহঙ্কাৰ বোলে দেৱগণ।
পাদ্য অৰ্ঘ্য দিয়া তাঙ্ক কৰিয়ো পূজন ॥৫০
তাঙ্ক কোন জনে জিনিবেক সমৰত।
পৰম বিক্ৰমী নানা অস্ত্ৰত পাৰ্গত ॥৫১
কৰাহা আলাপ তাঙ্ক মধুৰ বচনে।
সতকাৰ পাইলে তাপ নাবাঢ়িব মনে ॥৫২
মনে অনুমানি ইন্দ্ৰ দেৱতাৰ বাক।
পাদ্য অৰ্ঘ্য দিয়া পূজা কৰিলা ৰাজাক ॥৫৩
সতকাৰ পায়া দশৰথ নৃপবৰ।
ইন্দ্ৰক বোলন্ত শুনিয়োক পুৰন্দৰ ॥৫৪

মোহোৰ ৰাজ্যত কেনে নাহি বৰিষণ ।
অনাহাৰে মৰে লোক কহিয়ো কাৰণ ॥৫৫
ইন্দ্ৰে বোলে শুনা ৰাজা কৰি থিৰ চিত ।
সম্পূৰ্ণে শনিৰ দৃষ্টি ভৈল ৰোহিনীত ॥৫৬
সিহেতু নাহিকে বৃষ্টি তোমাৰ ৰাজ্যত ।
শনিৰ পাশক তুমি যাহা মহাৰথ ॥৫৭
বুলিবা ছাৰোক শনি ৰোহিনীৰ দৃষ্টি ।
তেবেসে তোমাৰ ৰাজ্যে হৈবে জানা বৃষ্টি ॥৫৮
শুনি দশৰথে বাসৱৰ বচনক ।
ৰথে চড়ি লৰি গৈলা শনিৰ পাশক ॥৫৯
দশৰথ নৃপতিক দেখিয়া আগত ।
চাহিলেক শনি কোপ কৰিয়া মনত ॥৬০
ছিগিল ৰথৰ জোৰা শনিৰ দৃষ্টিত ।
ঘোঁৰা সমে পৰে ৰাজা হুয়া বিমোহিত ॥৬১
পাকে পাকে পৰে ৰাজা হুয়া অচেতন ।
কৰে তাঙ্ক ৰক্ষা হেন নাহি একো জন ॥৬২
গৰুড়তনয় পক্ষী জটায়ু মহন্ত ।
পৰে দশৰথ ৰাজা তাঙ্ক দেখিলন্ত ॥৬৩
পৰম পূজনী ৰাজা লোকত বিদিত ।
ভূমিত পৰিলে হাৰ হোৱে চূৰ্ণাকৃত ॥৬৪
ধৰোঁ পিঠি পাতি দশৰথ মহাৰাজ ।
থাকিবেক কীৰ্ত্তি মোৰ ত্ৰিভুবন মাজ ॥৬৫
বিষ্ণু সমসৰ ৰাজা ধৰ্ম্ম অৱতাৰ ।
পিঠি পাতি লৈয়া আজি কৰোঁ উপকাৰ ॥৬৬
এহি বুলি পাখা পাতিলন্ত পক্ষীবৰ ।
পৰিলন্ত ৰাজা তান পাখাৰ উপৰ ॥৬৭
ঘোঁৰায়ে সহিতে পৰি নমৰিলা প্ৰাণে ।
ৰহিলা নৃপতি পক্ষীৰাজৰ নিদানে ॥৬৮
ভৈলন্ত সুস্থিৰ নৰনাথ কতোক্ষণে ।
মৰি উপজিলা হেন নৃপতিৰ মনে ॥৬৯
কৈৰ হন্তে আসি পক্ষী আমাক ৰাখিল ।
ইহাৰ কাৰণে মোৰ জীৱন ৰহিল ॥৭০
নাহিকে বান্ধৱ আন পক্ষীৰ সমান ।
এহি বুলি কৰিলন্ত পক্ষীক সম্মান ॥৭১
নানা স্তুতি কৰি ৰাজা বুলিলা বচন ।
মহাবলৱন্ত পক্ষী তুমি মহাজন ॥৭২
আকাশৰ হন্তে পৰি যাওঁ যমঘৰ ।
পিঠি পাতি আমাক ৰাখিলা পক্ষীবৰ ॥৭৩
এৰাইলোঁ দুৰ্গতি প্ৰাণ ৰাখিলা আমাৰ ।
নাহি ত্ৰৈলোক্যত হেন কলো উপকাৰ ॥৭৪
কিবা পিতামহ বন্ধু অক পিতৃ মোৰ ।
তযু উপকাৰ কথা কহি নাপাওঁ ওৰ ॥৭৫
মহাবলবীৰ্য্য তুমি বিষ্ণু অৱতাৰ ।
তযু প্ৰসাদেসে প্ৰাণ ৰহিল আমাৰ ॥৭৬
কোন কুলে জাত তুমি কাহাৰ তনয় ।
কিবা নাম তোমাৰ দিয়োক পৰিচয় ॥৭৭
শুনি বুলিলন্ত পক্ষীৰাজ মহামতি ।
আমাৰ জটায়ু নাম জানিবা নৃপতি ॥৭৮
জ্যেষ্ঠ ভাই সম্পাতি আছন্ত পক্ষীবৰ ।
দুয়ো সহোদৰ আমি পুত্ৰ গৰুড়ৰ ॥৭৯
পক্ষীৰ উপৰে ৰাজা ভৈলোঁ দুয়ো ভাই ।
জানিলোঁ বুলিয়া মাতিলন্ত মহাবাই ॥৮০
ভৈলা মহামিত্ৰ পক্ষীৰাজ মহাশয় ।
কৰিলাহা হিত মোৰ প্ৰাণৰ সংশয় ॥৮১
তুমি বিনে আন মহামিত্ৰ নাহি মোৰ ।
তোমাৰ প্ৰসাদে মৰ এৰাইলোঁ দুৰ্ঘোৰ ॥৮২
কাষ্ঠ আনি অগ্নি জ্বালি দুইকো দুয়ো ধৰি ।
কৰিলন্ত মিত্ৰ দুয়ো অগ্নি সাক্ষী কৰি ॥৮৩
জটায়ুৰ হেতু প্ৰাণ ৰহিল আমাৰ ।
তাঙ্ক মিত্ৰ কৰি পাইলা হৰিষ অপাৰ ॥৮৪
জটায়ুৰ জাতি বৰ কৌতুক মনত ।
ভৈলা পক্ষী সুখী মিত্ৰ পায়া দশৰথ ॥৮৫
কৰিয়া জটায়ু নৃপতিক বহু মান ।
মেলানি মাগিয়া গৈলা আপোনাৰ স্থান ॥৮৬
জটায়ু প্ৰসাদে ৰাজা এৰাইলা সংশয় ।
বোলা ৰাম ৰাম সভে সামাজিকচয় ॥৮৭

১৩ অধ্যায় – দশৰথৰ প্ৰতি শনিৰ শুভবৰ প্ৰদান।

ঝুমুৰি।

অনন্তৰে দশৰথ।
দুনাই জুৰিলন্ত ৰথ ॥১
এৰাই মহাশক্ৰ ভয়।
ৰথে চড়ি মহাশয় ॥২
পুনৰপি স্বৰ্গে গৈলা।
শনিৰ সমুখ ভৈলা ॥৩
পাচে শনি মহাভাগে।
ৰাজাক দেখিয়া আগে ॥৪
ভৈল অতি চমৎকাৰ।
আইল ৰাজা আৰ বাৰ ॥৫
কিনো মহাপুণ্যশীল।
শনিৰ দৃষ্টিত জীল ॥৬
চাৰিও ঘোটক বৈল।
কিনো বিপৰীত ভৈল ॥৭
মোৰ মহা দৃষ্টি পাত।
সমুখে পৰয় যাত ॥৮
তাক যেন যমদণ্ড।
পায়া কৰোঁ লণ্ডভণ্ড ॥৯
যেন মহা বহ্নি ঘোৰ।
হেন দৃষ্টিপাত মোৰ ॥১০
তাহাতো নিস্তৰি আইল।
কিনো ইতো তপসাইল ॥১১
মহাবলী তেজৱন্ত।
ভাগ্যৰো নাহিক অন্ত ॥১২
মোহোৰ দৃষ্টিত বৈল।
পুনৰপি আসি ভৈল ॥১৩
আপোনাক কৰি ধিক্।
মাতিলেক নৃপতিক ॥১৪
শুনিয়োক নৃপবৰ।
গুচা মোৰ সমুখৰ ॥১৫
আথেবেথে ৰথ লৈয়া।
পাছত ৰহিলা গৈয়া ॥১৬
শনিৰ শুনিয়া বাণী।
দশৰথ মহামানী ॥১৭
সমুখৰ গুচিলন্ত।
পাছু হুয়া ৰহিলন্ত ॥১৮
দেখি শনি তুষ্ট ভৈলা।
ৰাজাক বুলিবে লৈলা ॥১৯
শুনিয়োক দশৰথ।
আমাৰ বৃত্তান্ত যত ॥২০
মোহোৰ সমুখ দৃষ্টি।
পৰে যাত নিষ্টি নিষ্টি ॥২১
নাহিক কল্যাণ তাৰ।
হোৱে সিতো বুন্দামাৰ ॥২২
হেন মোৰ সমুখত।
ৰথে চড়ি মহাৰথ ॥২৩
ৰৈলা কিনো বিপৰীত।
দেখি ভৈলোঁ সচকিত ॥২৪
তযু ইতো সাহসৰ।
সীমা নাহি নৃপবৰ ॥২৫
এহি মতে গ্ৰহৰাজ।
দেখি নৃপতিৰ কাজ ॥২৬
প্ৰশংসিলা বাৰে বাৰ।
শুনা লোক সমজ্যাৰ ॥২৭
পুণ্যকথা ৰামায়ণ।
শুনি সন্তোষিয়ো মন ॥২৮
ইতো জীৱ সমস্তৰ।
সীমা নাহি জনমৰ ॥২৯
নানান শৰীৰ ধৰি।
পাপ পুণ্য ভোগ কৰি ॥৩০
ফুৰে যত জীৱগণ।
নাহি তাক সুমৰণ ॥৩১
নিশেষ জন্মৰ অন্তে।
কোন মহা পুণ্যৱন্তে ॥৩২
অনুগ্ৰহে মাধৱৰ।
ধৰে নৰ কলেৱৰ ॥৩৩
হেন তনু আছা পায়া।
ভৈল মাধৱৰ দায়া ॥৩৪
কৃষ্ণৰ দুখানি পায়ে।
দিয়া মন সৰ্ব্ব ভাৱে ॥৩৫
যাৰ বৈকুণ্ঠত কাম।
লৈয়ো হৰি গুণ নাম ॥৩৬

ইসি ধৰ্ম্ম অনুপাম।
তেজিয়া সমস্ত কাম ॥৩৭
কৰি অতি অবিশ্ৰাম।
নিৰন্তৰ বোলা ৰাম ॥৩৮

১৪ অধ্যায়- পদ।

অনন্তৰে শনি পূৰ্ব্ব কথা আপোনাৰ।
কৰিবে লাগিলা দশৰথত প্ৰচাৰ ॥১
মোহোৰ পূৰ্ব্বৰ কথা শুনা মহামতি।
পাৰ্ব্বতী দেবীৰ পুত্ৰ ভৈলা গণপতি ॥২
মহেশ্বৰ স্থানে দেৱগণ গৈলা শুনি।
মই মাত্ৰ কেৱল নগৈলোঁ মনে গুণি ॥৩
মোহোৰ দৃষ্টিত জন্ম ভৈলা গণেশৰ।
মই গৈলে ৰব মিলিবেক অথন্তৰ ॥৪
দেৱৰ লগত মোক নেদেখি সভাত।
পাৰ্ব্বতী গোসানী পুছিলন্ত দেৱতাত ॥৫
আমাৰ থানক আইল সবে দেৱগণ।
শনি কিয় নাইল বুলি কৰি কোপমন ॥৬
দূত পঠাই দিলা দেবী আমাৰ পাশক।
দূতে বোলে শনি তুমি চলা কৈলাসক ॥৭
শুনি শীঘ্ৰে গৈলোঁ মই কৈলাসক প্ৰতি।
মোক দেখি কোপ পাচে তেজিলা পাৰ্ব্বতী ॥৮
প্ৰবেশিলোঁ গৈয়া আমি যেথানে সভাত।
গণেশৰ মুণ্ডগোট দেখিলোঁ সাক্ষাত ॥৯
তেতিক্ষণে তান মাথা গোট ছিণ্ডি গৈল।
কেহো নেদেখিল মুণ্ড অন্তৰীক্ষ ভৈল ॥১০
হেন দেখি চিন্তা বৰ মিলিল আমাৰ।
সকল সমাজে আতি কৰে হাহাকাৰ ॥১১
পৰম বিকলচিত্ত ভৈলন্ত পাৰ্ব্বতী।
পুত্ৰশোকে অচেতন ভৈল মহাসতী ॥১২
মুণ্ড চাই ফুৰন্ত সকল দেৱগণে।
নপাইল বিচাৰি মুণ্ড ই তিনি ভুবনে ॥১৩
পুছিলা পাৰ্ব্বতী সবে দেৱতাক চাই।
কি কাৰণে আমাৰ পুত্ৰৰ মুণ্ড নাই ॥১৪
দেৱগণে বোলে মাৱ শুনিয়োঁ উত্তৰ।
শনিৰ দৃষ্টিত জন্ম তোমাৰ পুত্ৰৰ ॥১৫
আক শনি আসি কৰিলন্ত দৃষ্টিপাত।
তাতে সে ছিণ্ডিল মুণ্ড জানিলোঁ সাক্ষাত ॥১৬
দেৱৰ বচনে দেবী প্ৰকোপিত ভৈলা।
ক্ৰোধবেগে ধায়া মোক মাৰিবাক গৈলা ॥১৭
হেন দেখি স্তুতি কৰি বোলে দেৱগণে।
সৃজিলা আপুনি শনি মাৰিবা কেমনে ॥১৮
তোমাৰ সৃজন হতো যত চৰাচৰ।
যত দেৱগণ ব্ৰহ্মা বিষ্ণু মহেশ্বৰ ॥১৯
জল স্থল ত্ৰিভুবন সৃজিলা আপুনি।
ভৈলা তুষ্টা দেবী দেৱতাৰ স্তুতি শুনি ॥২০
দেৱক বোলন্ত যত্ন কৰ নিৰন্তৰ।
যিমত উপায়ে মুণ্ড হোৱয় পুত্ৰৰ ॥২১
তেবেসে শনিৰ প্ৰাণ ৰহে মোৰ ঠাৱ।
পৱনে বোলন্ত কোপ তেজিয়োক মাৱ ॥২২
এখনে আনিবোঁ মুণ্ড তোমাৰ পুত্ৰৰ।
এহি বুলি বায়ু উঠি গৈলন্ত সত্বৰ ॥২৩
দেখিলন্ত ঐৰাৱত হস্তীক পৱন।
উত্তৰক শিৰ কৰি আছয় শয়ন ॥২৪
তাৰ মাথাগোট বেগে কাটিয়া আনিল।
গণেশৰ গলত লগাই জোৰা দিল ॥২৫
ভৈলা গজানন নাম দেখিতে সুন্দৰ।
গজমুণ্ড শুণ্ড মহাকায় লম্বোদৰ ॥২৬
সুন্দৰ আকৃতি পুত্ৰ দেখি গজানন।
পৰম হৰিষ ভৈল পাৰ্ব্বতীৰ মন ॥২৭
ঐৰাৱত মুণ্ড কাটি পৱনে আনিলা।
দেখিয়া ইন্দ্ৰৰ মনে বিষাদ মিলিলা ॥২৮
হেন দেখি দেৱগণে চিন্তা বৰ পাইলা।
সবে মিলি ঐৰাৱত হস্তীক জীয়াইলা ॥২৯
পাচে বাসৱৰ মনে মিলিল হৰিষ।
সৱে দেৱগণ চলি গৈলা দিশে দিশ ॥৩০
এতেক প্ৰমাদ মিলে মোৰ দৃষ্টিপাতে।
হেনয় দৃষ্টিত ৰাজা ৰহিলা সাক্ষাতে ॥৩১
গণেশৰো বিঘাত মিলাইলোঁ এতমান।
নৰ হুয়া আগা তুমি মোৰ বিদ্যমান ॥৩২
যি কাৰণে ভৈলোঁ আমি সূৰ্য্যৰ তনয়।
সেহি বংশে উপজিলা তুমি মহাশয় ॥৩৩
সি হেতু ৰক্ষিলা মোৰ আগে নৰেশ্বৰ।
যেন লাগে মাগা মোত দিবোঁ সেহি বৰ ॥৩৪
ৰাজায়ে বোলন্ত দৃষ্টি ছাৰা ৰোহিণীত।
তেবে জলবৃষ্টি হেবে মোৰ পৃথিবীত ॥৩৫

শনি বোলে ছাবিলোঁহো ৰোহিনীত দৃষ্টি ।
তোমাৰ ৰাজ্যত আজ্ঞি হন্তে হৈব বৃষ্টি ॥৩৬
বৰ পায়া হৰিষে নৃপতি গৃহে গৈলা ।
অনন্তৰে ৰাজ্যত বিস্তৰ বৃষ্টি ভৈলা ॥৩৭
নানাবিধ শস্তে ভৈল পৃথিবী পূৰণ ।
ভোগ ভুঞ্জি ভৈলা মহাসুখী সৰ্ব্বজন ॥৩৮
প্ৰজা সুখী ভৈলা দেখি হৰিষ ৰাজাৰ ।
লোক প্ৰতিপালি ভোগ ভুঞ্জিলা অপাৰ ॥৩৯

---

১৩ অধ্যায়—দশৰথৰ দ্বাৰা সিন্ধুমুনিৰ বধ আৰু দশৰথৰ প্ৰতি অন্ধমুনিৰ অভিশাপ ।

এক দিনা ৰাজা মৃগ মাৰিবাক প্ৰতি ।
ঘোৰ অৰণ্যত ভৈলা প্ৰবেশ নৃপতি ॥১
সৰযুৰ বনত পশিয়া নিশাকালে ।
নানাবিধ পশু মাৰিলন্ত পালে পালে ॥২
শবদৰ অনুসাৰে ফুৰে মৃগ মাৰি ।
যতেক মাৰিলা পশু গণিতে নাপাৰি ॥৩
তাতে এক অথন্তৰ ভৈল নৃপতিৰ ।
শ্ৰীফল বনত বাসা অন্ধক মুনিৰ ॥৪
আপুনি অন্ধক তান ভাৰ্য্যাও অন্ধক ।
সিন্ধুনামে পুত্ৰ মাগি পোষে দুহান্তক ॥৫
সৰযুক সিন্ধুজল আনিবাক গৈলা ।
ঢউ দিয়া পাচে ঘড়া ভৰিবাক লৈলা ॥৬
কলস ভৰন্তে এক শবদ উঠিলা ।
অৰণ্যৰ হন্তে তাক নৃপতি শুনিলা ॥৭
হস্তী পানী খায় মনে মানি নৃপবৰ ।
শবদৰ অনুসাৰে মাৰিলন্ত শৰ ॥৮
বজ্ৰৰ সমান বাণ অগনি সাক্ষাত ।
পৰিল সন্ধানে সিন্ধু মুনিৰ হিয়াত ॥৯
অগ্নি জ্বলি বুকে পিঠি শালিলেক বানে ।
মুনি বোল হৰি হৰি মৰিলোঁহো প্ৰাণে ॥১০
কোন নিদাৰুণে প্ৰাণ লৈলেক আমাৰ ।
কিবা অপকাৰ মই কৰি আছোঁ কাৰ ॥১১
দেখন্তে ঝমক বিষে ছানিলেক গাৱ ।
কম্পি কম্পি মুনি পৰিলেক সেহি ঠাৱ ॥১২
লাগিল হস্তীত বাণ পাইলোঁহো উমান ।
এহি বুলি গৈয়া ৰাজা দেখে বিদ্যমান ॥১৩
হস্তী নুহি শৰ পৰি আছয় ঋষিত ।
নাশিলোঁ বুলিয়া ভয় ভৈলা বিপৰীত ॥১৪
হা কি কৰিলোঁ মই কিনো নিদাৰুণ ।
হস্তী বুলি শৰ কৰি মাৰিলোঁ ব্ৰাহ্মণ ॥১৫
মহা শান্তমতি আতি ঋষিৰ তনয় ।
তপ যেন মূৰ্ত্তি ধৰি প্ৰকাশ কৰয় ॥১৬
ইহাঙ্ক বধিলোঁ মই পৰম কুমতি ।
বংশে সমন্বিতে আবে গৈলোঁ অধোগতি॥১৭
ৰাখিলোঁ কলঙ্ক মই সূৰ্য্যৰ বংশত ।
কুলকো নাশিলোঁ আপুনিও ভৈলোঁ হত॥১৮
এহিমতে ৰাজা খেদ কৰন্ত বহুত ।
পাচে নৃপতিক দেখিলন্ত ঋষিসুত ॥১৯
অৰে কোন তই কৈৰ অধম বৰ্ব্বৰ ।
কোন শত্ৰু কিসক কৰিলি মোক শৰ ॥২০
ব্ৰহ্মবধ কৰি তই কোন যশ পাইলি ।
কমন কাৰণে বেটা কালকূট খাইলি ॥২১
বিষ ভুঞ্জে যিটো সিটো মৰয় একল ।
ব্ৰহ্মবধ কৰি তই বংশ নিলি তল ॥২২
বৃদ্ধ মাৱ বাপ মোৰ অন্ধ দুয়ো প্ৰাণী ।
মই মাত্ৰ পুত্ৰ মাগি যাচি পোষোঁ আনি ॥২৩
মোক মাৰি তাৰা দুহান্তৰো বধ লৈলি ।
কোন কাম কৈলি পাপী অধোগতি গৈলি ॥২৪
এহি মতে নৃপতিক ভৎসিয়া অপাৰ ।
শৰৰ বিষত আতি দেখে অন্ধকাৰ ॥২৫
মুদিল নয়ন ঘনে কম্পয় শৰীৰ ।
অনন্তৰে নৃপতি মাতন্ত ধীৰে ধীৰ ॥২৬
সূৰ্য্যবংশে ভৈলোঁ অজ ৰাজাৰ তনয় ।
দশৰথ নাম মোৰ জানা মহাশয় ॥২৭
মহামন্দমতি মই পৰম উন্মত ।
পশু মাৰি ফুৰোঁ এই সৰযু বনত ॥২৮
শব্দভেদী মই ঘোৰ আন্ধাৰ নিশাত ।
শৰে হানি পশু মাৰি ফুৰো অসংখ্যাত ॥২৯
পানী ভৰাঁ তুমি মই তাহাক নাজানি ।
হস্তী গোটে পানী খাই বুলি মনে মানি ॥৩০

শব্দ অনুসাৰে শৰ কৰিলোঁ প্ৰহাৰ ।
পৰে আতিশয় বাণ হিয়াত তোমাৰ ॥৩১
অজ্ঞানত থাকি মই বধিলোঁ তোমাক ।
হৌক প্ৰায়শ্চিত্ত ভস্ম কৰিয়ো আমাক ॥৩২
শুনি সিন্ধুমুনি বুলিলেক নৃপতিক ।
মোৰ কৰ্ম্মফল তোক শাপিয়োহোঁ কিক ॥৩৩
পিতৃমাতৃ শাপে দৈবে হৈবে সৰ্ব্বনাশ ।
মোক নৈয়া যাহা ৰাজা তাৰা দুইৰ পাশ ॥৩৪
আছে মাৰ বাপ মোৰ শ্ৰীফল বনত ।
কৰিয়ো কাতৰ গৈয়া ধৰি চৰণত ॥৩৫
মহাকাৰুণিক দুয়ো পৰম মহন্ত ।
অজ্ঞান দোষক তোৰ ক্ষমা কৰিবন্ত ॥৩৬
তোমাৰ নিস্তাৰ হৈবে এহিসে উপায় ।
শৰ কাঢ় ৰাজা মোৰ হেৰপ্ৰাণ যায় ॥৩৭
শুনি দশৰথে তান কাঢ়িলন্ত বাণ ।
কম্পি কম্পি ঋষিৰ তথাত গৈল প্ৰাণ ॥৩৮
মহাপুণ্য বলে ঋষিপুত্ৰ স্বৰ্গে গৈলা ।
পাচে দশৰথ মৰাশৰ কান্ধে লৈলা ॥৩৯
ধীৰে ধীৰে গৈলা ৰাজা শ্ৰীফল বনক ।
বসি আছে দেখিলন্ত দুয়ো অন্ধকক ॥৪০
মৰাশৰ থৈলা ৰাজা কান্ধৰ নমাই ।
অন্ধমুনি মাতিল ভৰিৰ সাৰ পাই ॥৪১
এত নিশা ঘৰে কেন নাসস পুতাই ।
সি হে বাঘে মাৰিবেক একেশ্বৰে পাই ॥৪২
গোধূলাতে গৈলি পুতা পানী আনিবাক ।
এত নিশা কৰি খেদ লগাইলি আমাক ॥৪৩
তোত বিনা আমাৰ সহায় নাহি আন ।
তইসে কেৱলে আমি অন্ধকৰ প্ৰাণ ॥৪৪
আনথন ইটো কৰ্ম্ম নকৰিবি আৰ ।
ইবোল শুনিয়া ধাতু উড়িল ৰাজাৰ ॥৪৫
মহাভয়ে নৃপতিৰ হৃদয় শুকাইল ।
চিন্তাদুঃখে মনে তান বচন হৰিল ॥৪৬
হা কিকৰিলোঁ বুলি তেজিলা নিশ্বাস ।
লাসে লাসে ঋষিৰ চাপিলা গৈয়া পাশ ॥৪৭
মাতিবে খোজন্ত মুখে নাসৰে বচনে ।
থিৰ নাহি বুকু ভয়ে কম্পয় চৰণ ॥৪৮
কতো বেলি ৰাজা পাচে মন কৰি থিৰ ।
অন্ধক মুনিক মাতিলন্ত ধীৰে ধীৰ ॥৪৯

সুহিকে তোমাৰ পুত্ৰ শুনা মুনিবৰ ।
তযু পুত্ৰ বধী মই অধম পামৰ ॥৫০
অজৰ তনয় মোৰ দশৰথ নাম ।
তযু পুত্ৰ মাৰি কৰি আছো মন্দকাম ॥৫১
শব্দভেদী বড় মন্দমতি অহঙ্কাৰী ।
'নশাকালে বনে বনে ঘুৰোঁ মৃগমাৰি ॥৫২
তযু পুত্ৰ পানী ভৰে তাৰ নদীনীৰ ।
হস্তীপানী খাই হেন মনত মানিয়া ॥৫৩
শবদৰ লক্ষ্যে হানি পাঠাইলোহোঁ শৰ ।
হিয়াত পৰিল শৰ তোমাৰ পুত্ৰৰ ॥৫৪
লাগ পায়া কাতৰ কৰিলোঁ বহুতৰ ।
তোমাৰ তনয় মোক ভৎসিলা বিস্তৰ ॥৫৫
মই বুলিলোহো মোক শাপি কৰা ছায ।
নশাপিয়া মোক মুনি বুলিলা বুজায় ॥৫৬
পিতৃৰ মাতৃৰ পাশে চল মোক লৈয়া ।
চৰণত ধৰিয়া কাতৰ কৰ গৈয়া ॥৫৭
এহিবুলি মুনিবৰে ছাৰিলন্ত প্ৰাণ ।
তাক লৈয়া মই আসি আছো তযু স্থান ॥৫৮
এবে মুনি শাপ দিয়া ভস্ম কৰা মোক ।
গুচিবেক তেবে তোৰা দুইহান্তৰ শোক ॥৫৯
মৌন ভৈলা ৰাজা বুলি এতেক বচন ।
শুনি দুয়ো অন্ধে পাচে পুত্ৰৰ মৰণ ॥৬০
পুত্ৰশোক অগনি জ্বলিলা দুইৰো গাৱ ।
উঠিল কম্পক ভৈলা আকুল স্বভাৱ ॥৬১
পৰিলা ভূমিত দুয়ো হুয়া অচেতন ।
মূৰ্চ্ছিত স্বভাৱে আছিলন্ত কতোক্ষণ ॥৬২
চেতন লভিয়া পাচে দুয়োজনে উঠি ।
কান্দিবে লাগিলা হৃদয়ত হানি মুঠি ॥৬৩
ৰাজাত খুজিয়া শৱ পাই গলে ধৰি ।
ভৈলন্ত মূৰ্চ্ছিত দুনাই দুয়ো জনে কান্দি ॥৬৪
শ্ৰুতিপায়া পুনু পৃথিবীত পাৰে লুটি ।
নৰহয় কীট যেন প্ৰাণ যায় ফুটি ॥৬৫
পুত্ৰ পুত্ৰ বুলি দুয়োজনে দেয় ডাক ।
কৈক গৈলি প্ৰাণ পুত্ৰ ত্যজিয়া আমাক ॥৬৬
দুয়োজন অন্ধক নেদেখো দিশ পাশ ।
তই বিনে আমি দুয়ো অন্ধ ভৈলোঁ নাশ ॥৬৭
অন্ধলাৰ লাঠি পুত্ৰ গৈলি কৈক লাগি ।
কোনে এবে আমাক পুছিবে ভিক্ষা মাগি ॥৬৮

অই সিন্ধুপুত্ৰ বুলি নাম লৈবোঁ কাৰ।
ইহ পৰলোকে শূন্য কৰিলি আমাৰ ॥৬৯
এহিমনে দুয়োজনে কান্দি কতোক্ষণ।
নৃপতিক চাই মুনি বুলিলা বচন ॥৭০
মোৰ পুত্ৰবধী শুন দশৰথ পাপী।
ব্ৰহ্মবধ কৰি তই জীৱস তথাপি ॥৭১
সূৰ্য্যবংশী ৰাজা হুয়া কৰিলি অকৰ্ম্ম।
পুত্ৰক বধিয়া দিলি আমাসাক মৰ্ম্ম ॥৭২
জ্বালিলি আমাৰ তই দাৰুণ সন্তাপ।
শুন তোক ৰাজা দিওঁ নিদাৰুণ শাপ ॥৭৩
জানিয়া মাৰিলি হন্তে তনয়ক মোৰ।
কৰিলোঁহো হন্তে ভস্ম শাপ দিয়া ঘোৰ ॥৭৪
কিন্তু মোৰ পুত্ৰক মাৰিলি অজ্ঞানত।
ব্ৰহ্মশাপ দিয়া তোক নকৰোহোঁ হত ॥৭৫
তথাপিতো শাপো তোক শুনৰে দুৰ্জ্জন।
পুত্ৰশোকে মৰোঁ যেনে আমি দুয়োজন ॥৭৬
তইপুত্ৰ শোকে ৰাজা মৰিবি নিশ্চয়।
আনে যেন ব্ৰাহ্মণৰ দোষ নাচৰয় ॥৭৭
হেন শুনি হৰিষ ভৈলন্ত নৰেশ্বৰ।
সুহি ইটো শাপ প্ৰভু দিলা মোক বৰ ॥৭৮
কেমনে মৰিবোঁ পুত্ৰ নাহিকে আমাৰ।
কতোকালে হৈবে পুত্ৰ কহিয়োক সাৰ ॥৭৯
শুনিয়া ৰাজাক বানি বুলিলন্ত বাণী।
কৰিবাহাঁ যজ্ঞ তুমি ঋষ্যশৃঙ্গ আনি ॥৮০
শিশুমতি মুনি তানগুণ কৈবোঁ কত।
আগম পুৰাণ বেদ সবাতো পাৰ্গত ॥৮১
দেখিবাক শিশু মুনি বিষ্ণু সমসৰ।
ছৱালৰ থানে ক্ৰীড়া কৰে নিৰন্তৰ ॥৮২
তেহে যজ্ঞ কৰাইলে কহিলোঁ সাৰে সাৰ।
চৰি অংশে বিষ্ণু পুত্ৰ হৈবন্ত তোমাৰ ॥৮৩
এগুটি শ্ৰীফল নিয়ো সন্দেশ আমাৰ।
চৰ্লাঁহা গৃহক পুত্ৰ হৈবেক তোমাৰ ॥৮৪
শুনিৰাজা প্ৰণামি ঋষিক প্ৰণিপাতে।
গৃহে গৈলা আনন্দে শ্ৰীফল ধৰি হাতে ॥৮৫
কৌশল্যাৰ হাতে নিয়া দিলন্ত শ্ৰীফল।
পুত্ৰ হৈব সবাৰে শুনিয়া কৌতুহল ॥৮৬
কৌশল্যা কৈকেয়ী সতী সুমিত্ৰা সুন্দৰী।
ৰাজাবোলে তিনিও ভুঞ্জিবা ভাগ কৰি ॥৮৭

এহি বুলি ৰাজা সুখে বঞ্চিলা ৰজনী।
উঠিলন্ত প্ৰভাতে নৃপতি শিৰোমণি ॥৮৮
স্নান দান কৰিয়া বসিলা সিংহাসনে।
চৌপাশে উপাসি আছে পাত্ৰ মন্ত্ৰীগণে ॥৮৯
সেহি বেলা ইন্দ্ৰে অসুৰত হুয়া ত্ৰাস।
ত্ৰিদশে সহিতে আইলা নৃপতিৰ পাশ ॥৯০
দেৱে সমে ইন্দ্ৰক দেখিয়া নৃপবৰ।
গাৱ চালি উঠি কৰে অনেক সাদৰ ॥৯১
বসিবাক দিলন্ত ইন্দ্ৰক সিংহাসন।
ত্ৰিদশক দিলা আনি সুবৰ্ণ আসন ॥৯২
দেৱে সমে আসনে বসিলা পুৰন্দৰ।
পাদ্যঅৰ্ঘ্য দিয়া পুজিলন্ত নৃপবৰ ॥৯৩
নমস্কাৰ কৰি ৰাজা পুছিলন্ত কাজ।
ৰাজাক সাদৰি মাতিলন্ত দেৱৰাজ ॥৯৪
শুনিয়োক নৃপতি আমাৰ প্ৰয়োজন।
হাৰিলোঁ ত্ৰিদশে আসি অসুৰত ৰণ ॥৯৫
মহাবলৱন্ত আতি অসুৰ দুৰ্ম্মতি।
খেদায়া দেৱক কাঢ়ি লৈলা অম্ৰাৱতী ॥৯৬
তুমি বিনে আমাৰ সুহৃদ আন নাই।
আপদ কালত এবে হুয়োক সহায় ॥৯৭
দেৱতাত অধিক তোমাত পৰাক্ৰম।
জগততো নৃপতি তোমাক নাহি সম ॥৯৮
ৰণে জিনি সবে অসুৰক কৰি হত।
ত্ৰিদশ দেৱক ৰাজা স্থাপিয়ো স্বৰ্গত ॥৯৯
অসুৰত হাৰি লাজ পাইলোঁ দেৱগণ।
লৈলোহোঁ শৰণ অসুৰক কৰাঁ ৰণ ॥১০০
বিনয় বচন আতিশুনি বাসৱৰ।
প্ৰণতি পূৰ্ব্বক মাতিলন্ত নৃপবৰ ॥১০১
হৈবোহোঁ সহায় ৰণে মাৰিবোঁ অসুৰ।
প্ৰাণ দান কৰিবোঁ ৰাখিবো স্বৰ্গপুৰ ॥১০২
হেন শুনি বাসৱ হৰিষ মন ভৈলা।
দেৱগণ সহিতে স্বৰ্গক চলি গৈলা ॥১০৩
সূৰ্য্যবংশে ৰাজা হেন নাহি একোজন।
প্ৰাণদান খুজিলেও হৈবে নিবৰ্ত্তন ॥১০৪
অনন্তৰে দশৰথ নৃপতি প্ৰধান।
সৈন্য সমে কৰিলন্ত স্বৰ্গক পয়ান ॥১০৫
পূৰ্ব্বে স্বৰ্গ লৈলা বলি ইন্দ্ৰক খেদাই।
সিকালত বিষ্ণু ভৈলা দেৱৰ সহায় ॥১০৬

পুনৰপি স্বৰ্গ কাঢ়ি লৈলন্ত দানৱ ।
দশৰথৰূপে সহায় ভৈলন্ত মাধৱ ॥১০৭
সৈন্যে সমন্বিতে গৈলা ৰাজা দশৰথ ।
ৰথে চড়ি অসুৰ সেনাত উপগত ॥১০৮
ধনুধৰি টঙ্কাৰ কৰিলা মহাবল ।
ভয়ে চমকিলা আতি অসুৰ সকল ॥১০৯
নানাঅস্ত্ৰ নৃপতি লাগিলা বৰিষিত ।
শৰে ফুটি অসুৰ ভৈগৈল জৰ্জ্জৰিত ॥১১০
সমুখে নাপাৰি জানি অসুৰ নিশ্চলে ।
মায়াকৰি গৈলা কতো গগনমণ্ডলে ॥১১১
আকাশক গৈয়া মায়া কৰিলা বিস্তাৰ ।
নানা অস্ত্ৰ বৰষিলা ৰাজাৰ উপৰ ॥১১২
হেন দেখি ব্ৰহ্ম অস্ত্ৰ জুড়িলা গুণত ।
এতেকতে অসুৰৰ মায়া ভৈলা হত ॥১১৩
মহাবলে ৰাজা ব্ৰহ্ম অস্ত্ৰক এৰিল ।
বেগে ছুলি অসুৰৰ হিয়াত পৰিল ॥১১৪
একো গোট বাণে হুয়া সহস্ৰেক বাণ ।
লক্ষ লক্ষ অসুৰ সেনাৰ লৈল প্ৰাণ ॥১১৫
পৰি গৈল ৰণত অসুৰ অসংখ্যাত ।
উঠিয়া লাগিল পুনু অসুৰৰ মাথ ॥১১৬
আৰাধিয়া অসুৰে ব্ৰহ্মাত পাই বৰ ।
ব্ৰহ্মাৰ অস্ত্ৰত মৃত্যু নাহি অসুৰৰ ॥১১৭
সেহি হেতু ব্ৰহ্মাস্ত্ৰত গোটেক নমৰে ।
মৰি পুনু পুনু উঠি উঠি ৰণ কৰে ॥১১৮
মহাকোপে ব্ৰহ্মবাণ অসুৰে প্ৰহাৰে ।
জাকে জাকে ৰাজাত পৰয় একেবাৰে ॥১১৯
ৰণত পণ্ডিত ৰাজা নঘাটন্ত তাত ।
ব্ৰহ্মঅস্ত্ৰ ব্ৰহ্মবাণে কৰন্ত বিঘাত ॥১২০
পাচে এক মহাঅস্ত্ৰ হানিয়া পঠাইল ।
অসংখ্যাত অসুৰক কাটিবে লাগিল ॥১২১
ৰথে চড়ি দশৰথ ৰণত সুজান ।
কাটিলা দানৱগণ হানি চক্ৰবাণ ॥১২২
হেন দেখি অসুৰৰ বৰ বৰ বীৰ ।
দশন কমুৰি কোপে ঝঙ্কাৰিয়া শিৰ ॥১২৩
কৰিলেক নানা অস্ত্ৰগণ বৰিষণ ।
বাটতে কাটিয়া সবে কৰিলেক ছন ॥১২৪
হেন দেখি অসুৰ ৰণত অনিৰ্ব্বাৰ ।
পুনৰপি শৰবৃষ্টি কৰিলা অপাৰ ॥১২৫
বিন্ধিলেক নিসন্ধি ৰাজাৰ কলেৱৰ ।
বাণবিষে জৰ্জ্জৰিত ভৈলা নৃপবৰ ॥১২৬
আধেক কিটাইল ৰাজা পায়া শৰচোট ।
মহাকোপে হানিল গন্ধৰ্ব্ব অস্ত্ৰগোট ॥১২৭
আকাশ প্ৰকাশি শৰপাট যায় চলি ।
অসুৰ সেনাত লাগাইলা খলমলি ॥১২৮
মহাবেগে গৈয়া শৰ পৰুষ প্ৰচণ্ড ।
বাণবিষে সেনাক কৰিলা লণ্ডভণ্ড ॥১২৯
শৰ হানি ৰঙ্গ চাহি আছে মহাৰাজ ।
দৈত্যৰ লাগিল যুদ্ধ আপোনাৰ মাজ ॥১৩০
গন্ধৰ্ব্ব অস্ত্ৰৰ মহা মহিমা প্ৰচুৰ ।
মৰে কটাকটি কৰি সমস্তে অসুৰ ॥১৩১
শৰ হানি কেহো কাৰ মাথা বেলেগাৱে ।
কাহাকো দোহাৰ কেহো কৰে খাণ্ডাঘাৱে ॥১৩২
কঙ্কালত কাটি কাকো কৰয় দুখান ।
কেকো জনে বাণে হানি লয় কাৰো প্ৰাণ ॥১৩৩
কেহো ঘাড় মোচাৰি পকায়া ছিণ্ডে মুণ্ড ।
যাঠিৰ প্ৰহাৰে কাৰো ভসাৱয় তুণ্ড ॥১৩৪
চৰণৰ চোটে কেহো কাৰো দান্ত সাৰে ।
কাৰো হিয়া ছিৰে কেহো পৰশু কুঠাৰে ॥১৩৫
কেহো কাৰো নাক কাণ কৰে খান খান ।
কেহো কাকো গৈয়া কঙ্কালত মাৰে হান ॥১৩৬
কেহো বাণে হানি কাটে উৰু শিৰ কৰ ।
দুৰ্ম্মত পাৰিয়া কেহো কৰে ধৰফৰ ॥১৩৭
বাণবিষে কেহো পৃথিবীত ঢলি পৰে ।
আধাকটা দৈত্য কেহো পৰিয়া বাগাৰে ॥১৩৮
নিদাৰুণ শৰে ফুটি কাৰো প্ৰাণ যায় ।
মৰো মৰো বুলি কতো পৰিয়া ছেপাই ॥১৩৯
কেহো লৰ দেয় পলাইবাক নপাই ঠাই ।
নৃপতিৰ শৰে খেদি খেদি লয় প্ৰাণ ॥১৪০
অসুৰৰ তেজে ৰণ ভূমি গৈল তল ।
মৰে দৈত্য দানৱ দেৱৰ কুতূহল ॥১৪১
অস্ত্ৰ এৰি অন্তৰীক্ষে আছে দশৰথ ।
অস্ত্ৰে অস্ত্ৰে অসুৰ আপুনি ভৈলা হত ॥১৪২
সমস্ত অসুৰ মৰি গৈল যমালয় ।
ৰাজাৰ বিক্ৰম দেখি দেৱৰ বিস্ময় ॥১৪৩
লক্ষকোটি অসুৰ ক্ষণেকে ভৈল হত ।
লাগিল চমক আতি ইন্দ্ৰৰ মনত ॥১৪৪

যেন মেঘ গুচি গৈল প্ৰসন্ন আকাশ।
অসুৰ মৰিল দেৱে দেখিল প্ৰকাশ ॥১৪৫
অৱশিষ্ট দৈত্য পলাই গৈল দশোদিশ।
দশৰথ নৃপ মনে পৰম হৰিষ ॥১৪৬
অনায়াসে নৃপবৰে জিনিলেক ৰণ।
জয় জয় শঙ্খনাদ কৰে দেৱগণ ॥১৪৭
ইন্দ্ৰপদ লৈবে দুষ্ট দৈত্যগণ আইল।
আছোক ইন্দ্ৰপদ নিজ প্ৰাণকো হৰাইল॥১৪৮
পৰশ্ৰীক আশা কৰি গৈল ৰসাতল।
ৰণ জিনি পাচে দশৰথ মহাবল ॥১৪৯
বিপৰীত প্ৰকাশ কৰিলা মহাশয়।
তিমিৰ বিনাশি যেন সূৰ্য্যৰ উদয় ॥১৫০
ৰাজা ৰণ জিনিলন্ত দেৱৰ হৰিষ।
শঙ্খধ্বনি কৰি পূৰিলন্ত দশোদিশ ॥১৫১
আনন্দে দুন্দুভি বাদ্য বাজে অসংখ্যাত।
ৰাজাৰ শিৰত সিঞ্চিলন্ত পাৰিজাত ॥১৫২
বখানন্ত পুৰন্দৰ ৰাজাৰ বিক্ৰম।
ধন্য ধন্য দশৰথ নৃপতি উত্তম ॥১৫৩
আমাকো জিনিল যিতো প্ৰচণ্ড অসুৰ।
ৰণে জিনি নৃপতি কৰিলা তাক চুৰ ॥১৫৪
নাহি সুপজিব ৰাজা তোমাৰ সমান।
এহি বুলি ইন্দ্ৰে কৰিলন্ত বহুমান ॥১৫৫
পূজিলা ত্ৰিদশে নৃপতিৰ বাহুবল।
ৰাজাক মাতিলা পুনু দেৱ আখণ্ডল ॥১৫৬
ৰাজ্য ৰাখি দিলা মোক অসুৰক মাৰি।
তোমাৰ গুণক আমি শুজিতে নাপাৰি॥১৫৭
পূৰ্ব্বে নাৰায়ণে যেন বধি দানৱক।
অমৃতক পিয়াইলন্ত দেৱতা সবক ॥১৫৮
সেহিমতে অসুৰক মাৰিয়া নৃপতি।
ৰক্ষা কৰি দিলা মোক পুৰী অমৰাৱতী॥১৫৯
তযু মহাযশ ৰাশি ৰৈল ত্ৰিভুবনে।
ঘুষিবেক তোমাৰ কীৰ্ত্তিক সৰ্ব্বজনে ॥১৬০
এহি মতে ৰাজাক প্ৰশংসি বাৰম্বাৰ।
ৰাজাক দিলন্ত দিব্য বস্ত্ৰ অলঙ্কাৰ ॥১৬১
দিলা দিব্যৰথ অষ্ট ঘোটকে সহিত।
বায়ুত অধিক মহাবেগ বিপৰীত ॥১৬২
ৰথ পায়া ভৈল আতি হৰিষ বিস্তৰ।
মনত সন্তোষ দশৰথ নৃপবৰ ॥১৬৩

---

১৬ অধ্যায় — দশৰথে কৈকেয়ীক দুটা বৰ দিয়াৰ অঙ্গীকাৰ।

ইন্দ্ৰ সমে দেৱতাত মাগিয়া মেলানি।
অযোধ্যাক আনন্দে আসিলা মহামানী ॥১
দিব্য ৰথে চড়ি দশৰথ মহাৰাজ।
প্ৰবেশিলা গৈয়া নিজ ওৰাৱিৰ মাজ ॥২
দিব্য সিংহাসনত বসিলা ৰাজা গই।
স্বামী আসিবাৰ পাচে দেখিয়া কৈকেয়ী ॥৩
সাদৰে প্ৰণাম আসি কৰিলা সুন্দৰী।
আশ্বাসিলা নৃপতি তাহাক হাতে ধৰি ॥৪
মহাৰণ কৰি শ্ৰম পাইলা নৃপবৰ।
ঈষত কুঞ্চিত মুখ পড়িল ঝামৰ ॥৫
দেখি মহাদই নানা মত সেৱা কৰি।
স্বামীৰ শ্ৰমক দূৰ কৰিলা সুন্দৰী ॥৬
নানা ভাৱে নৃপতিৰ চিত্ত সন্তোষিলা।
কৈকেয়ীক চাই ৰাজা বচন বুলিল ॥৭
সেৱা কৰি সন্তোষ কৰাইলি দেৱী মোক।
খোজ মোত দেহি লাগে দিবোঁ বৰ তোক॥৮
মহাদই বোলে সত্য কৰিয়োক আগে।
তেবেসে মাগিবোঁ বৰ যেহি মোক লাগে ॥৯
শুনি সত্য অঙ্গীকাৰ কৰিলা নৃপতি।
সত্যে বোলোঁ যেহি খোজাঁ তাকে দিবোঁ সতী॥১০
কুব্জীত কৈকেয়ী পুছিলন্ত মাতি আনি।
বৰ দিবে চাহে ৰাজা কৰি সত্য বাণী ॥১১
কুব্জী বোলে বৰ মাত্ৰ ন লৈবা এখন।
যদি বৰ দিবাক ৰাজাৰ আছে মন ॥১২
সময় পাইলেসে বৰ মাগিবা ৰাজাত।
শুনিয়া কৈকেয়ী বোলে কৰি যোৰ হাত॥১৩
শুনিয়োক প্ৰভু বোলোঁ স্বৰূপ বচন।
মোক বৰ দিবাক তোমাৰ আছে মন ॥১৪

এতিক্ষণে তোমাত নলৈবোঁ মই বৰ।
সময়ত খুজিলে দিবাহা নৰেশ্বৰ ॥১৫
এহিমতে দশৰথ ভাৰ্য্যায়ে সহিত।
নানাবিধ ভোগ ভুঞ্জিলন্ত মনোনীত ॥১৬
পাত্ৰ মন্ত্ৰীসমে ৰাজ্য কৰে নৃপবৰ।
গৈলা কাল বহি সাত সহস্ৰ বৎসৰ ॥১৭
অনন্তৰে গ্ৰহগতি দৈৱৰ বিপাক।
মহাব্ৰণ গোট হুয়া পীড়য় ৰাজাক ॥১৮
গুহ্যৰ ভিতৰে ব্ৰণ ভৈলা আতি টান।
বেদনাত ৰাজাৰ সঙ্কলে যেন প্ৰাণ ॥১৯
শুকাই গৈল মুখ পানী নাহিকে জিভাত।
নাহিকে চেতন যেন পাগল সাক্ষাত ॥২০
পাত্ৰ মিত্ৰ পুৰোহিত আসিলা সকল।
মহাদইগণ সব ভৈলন্ত বিকল ॥২১
নিৰন্তৰে লোকৰ চিন্তাৰ নাহি পাৰ।
প্ৰাণৰ সংশয় আসি মিলিল ৰাজাৰ ॥২২
নাহি ভাত পানী একো হৰিল চেতন।
আসিলন্ত বৈদ্য ধন্বন্তৰিৰ নন্দন ॥২৩
মহামন্ত্ৰে জাৰিয়া ঔষধ দিলা আনি।
নৃপতিক বৈদ্যে পাচে বুলিলন্ত বাণী ॥২৪
চাইবোঁ তোমাক মই কৰিয়া যতন।
উপায়েসে ৰহে ৰাজা তোমাৰ জীৱন ॥২৫
ঘিণ এৰি তোমাৰ গুহ্যত মহাৰাজ।
মুখ দিয়া হুপিয়া কৰোক পুঁজ নাশ ॥২৬
বৈদ্য হেন উপদেশ বচন বুলিলা।
অধিকে ৰাজাৰ আৰে বেদনা মিলিলা ॥২৭
ইতো মোৰ কাৰ্য্য সাধিবেক কোন জন।
চিন্তাবিষে আতিশয় ভৈলা অচেতন ॥২৮
চেতন কৰাইল পাচে সবে মিলি ধৰি।
ৰাজাৰ সমুখ ভৈলা কৈকেয়ী সুন্দৰী ॥২৯
বোলন্ত মূৰ্চ্ছিত তুমি নহৈবা নৃপতি।
ই কাৰ্য্য তোমাৰ মই সাধিবোঁ সম্প্ৰতি ॥৩০
কৈকেয়ীৰ বাণী শুনি ভৈলা সবে ত্ৰাস।
কিমত কাৰ্য্যক সখী কৰিলন্ত সাস ॥৩১
নৃপতিৰ গুহ্যত কৈকেয়ী মুখ দিল।
বায়ু ধৰি দেৱী টান কৰিয়া হুপিল ॥৩২
ভোসৰিল ব্ৰণ সবে পুঁজ ভৈল বাজ।
গুচিল বেদনা স্বস্থ ভৈল্ল মহাৰাজ ॥৩৩
ব্ৰণপীড়া এৰাইয়া হৰিষ আতি ভৈলা।
কৈকেয়ীৰ মুখ চাই মাতিবাক লৈলা ॥৩৪
সাধুৱ কৰিলোঁ বিহা তোমাক সুন্দৰী।
মহাব্ৰণ বেদনাত যাওঁ মই মৰি ॥৩৫
তোমাৰেসে প্ৰসাদে ৰহিল মোৰ প্ৰাণ।
নাহি আনপ্ৰিয়া আৰু তোমাৰ সমান ॥৩৬
কৰাইলা সন্তোষ [illegible] গাৰ্হিত।
লৈয়ো যেহি লাগে বৰ মনৰ বাঞ্ছিত ॥৩৭
শুনিয়া কৈকেয়ী বাক্য বুলিলা ৰাজাক।
পূৰ্ব্বে এক বৰ দিয়া আছাহা আমাক ॥৩৮
ভক্তি দেখি আৰু বৰ দিবে খোজোঁ মোক।
সভাৰ মাজত সত্য কৰি বুলিযোক ॥৩৯
যেতিক্ষণ যিবা বাঞ্ছোঁ দিবা সেহি বৰ।
সত্য কৰি বোলে ৰাজা সভাৰ ভিতৰ ॥৪০
তাকে দিবোঁ যিবা মোত খোজাঁ যেতিক্ষণ।
হেন শুনি কৈকেয়ীৰ তুষ্ট ভৈলা মন ॥৪১
বাৰম্বাৰ ৰাজা কৈকেয়ীক দিলা বৰ।
দৈৱৰ নিৰ্ব্বন্ধ আতি আছয় পূৰ্ব্বৰ ॥৪২
তাক এৰাইবাক লাগি কাহাৰ শকতি।
আত পৰে কথা আৰে শুনিয়ো সম্প্ৰতি ॥৪৩

---

১৭ অধ্যায়—পুত্ৰ নোহোৱাত দশৰথ ৰজাৰ আৰু বশিষ্ঠৰ উপদেশ।

সাত শত ভাৰ্য্যা বিহা কৰিলা নৃপতি।
নভৈল কাহাতো বংশে পুত্ৰ উতপতি ॥১
মহা মনদুখে বসি গুণে মহাশয়।
নভৈল সন্তুতি কৰোঁ কিমত উপায় ॥২
নেৰাইলোঁহো মই পিতৃ দেৱতাৰ ঋণ।
নৰ্হিল বংশ মোৰ ভৈলোঁ ধৰ্ম্মহীন ॥৩
এহিমতে নৃপতি চিন্তন্ত দিনে ৰাতি।
পাচে বশিষ্ঠক ৰাজা অনাইলন্ত মাতি ॥৪
আৰো মুনি সমস্তক মাতিয়া আনিল।
সবাহাতে আপোনাৰ দুখ নিবেদিল ॥৫
নভৈল আমাৰ পুত্ৰ শুনা মুনিগণ।
মিছা ৰাজ্যভোগ মোৰ নিষ্ফল জীৱন ॥৬
শ্ৰাদ্ধ তৰ্পণ যজ্ঞ কৰোঁ অপৰ্য্যন্ত।
অপুত্ৰক দেখি দেৱ পিতৃ নলয়ন্ত ॥৭

যত যজ্ঞ পিতৃকৰ্ম্ম কৰোঁ নিতে নিত।
বিষ্ঠাত অধিক বুলি নলয়ে কিঞ্চিত ॥৮
পুত্ৰৰ নিমিত্তে যজ্ঞ কৰিলো বিস্তৰ।
নাহি পুত্ৰ সিও ব্যৰ্থ ভৈল নিৰন্তৰ ॥৯
বহুকালে মোক অন্ধ মুনি শাপ দিল।
সিও শাপ মোত এতকালে নফলিল ॥১০
মুনিৰো বচন ব্যৰ্থ ভৈল মোৰ ঠাই।
আছোক পুত্ৰৰ শোক দৰশন নাই ॥১১
হেন শুনি নৃপতিত পুছিলা বশিষ্ঠ।
কেন বুলিলন্ত মুনি কহাঁ মোত নিষ্ঠ ॥১২
ৰাজাই বোলন্ত মুনি শুনা কহোঁ সাৰ।
গৈলোঁ ঘোৰ অৰণ্যক মৃগ মাৰিবাৰ ॥১৩
মুনিপুত্ৰে জল ভৰে তাহাক নাজানি।
প্ৰহাৰিলোঁ শৰ হস্তী হেন মনে মানি ॥১৪
সেহি শৰে সিন্ধু মুনি তেজিলন্ত প্ৰাণ।
দেখি গৈয়া ভৈলোঁ মই মৃতক সমান ॥১৫
অন্ধকৰ পাশে পাচে গৈলোঁ শৰ লৈয়া।
সকল বৃত্তান্ত তান্ত নিবেদিলোঁ গৈয়া ॥১৬
পুত্ৰৰ সন্তাপে মুনি শপিলন্ত মোক।
মৰিবি নৃপতি তই পায়া পুত্ৰ শোক ॥১৭
পুছিলোঁ হৰিষে মই তান শাপ শুনি।
কেমনে হৈবেক পুত্ৰ কৈয়ো মহামুনি ॥১৮
ঋষ্যশৃঙ্গে যজ্ঞ আসি কৰাইবে তোমাক।
তেবে হৈবে পুত্ৰ মুনি বুলিলন্ত বাক ॥১৯
অন্ধকৰ কথা যত কহিলোঁ বশিষ্ঠ।
কোথা আছে ঋষ্যশৃঙ্গ নাজানোহো নিষ্ঠ ॥২০
আৰু এক কথা কহোঁ শুনিয়ো সম্প্ৰতি।
দুৰ্ব্বাসা ঋষিক পাই কৰিলোঁ ভকতি ॥২১
পুছিলোঁহো কৃতাঞ্জলি তাহাৰ আগত।
জানা মহামুনি তুমি ভূত ভবিষ্যত ॥২২
হৈবেক আমাৰ কিবা পুত্ৰ উতপতি।
বুলিলন্ত মুনি চিন্তা নকৰাঁ নৃপতি ॥২৩
মহামুনি ঋষ্যশৃঙ্গ বিভাণ্ডতনয়।
তাঙ্ক আনি যজ্ঞ কৰিয়োক মহাশয় ॥২৪
তেবে আসিবন্ত হৰি চাৰি ৰূপ ধৰি।
তোমাৰ গৃহত উপজিব নিষ্ঠ কৰি ॥২৫
হেন শুনি ভৈল মোৰ হৰিষ মনত।
কহিলোঁ সকলো কথা তোমাৰ আগত ॥২৬
বশিষ্ঠে বোলন্ত শুনা নৃপতি প্ৰস্তুত।
নৃত্যগীতপ্ৰিয় সিটো বিভাণ্ডৰ সুত ॥২৭
মোদকৰ নামে যেন মৰিয়া জীৱন্ত।
গীত শুনি মুনি যেন অমৃত পিয়ন্ত ॥২৮
দেখিতে ছৱাল মুনি বিষ্ণু অৱতাৰ।
চাৰি বেদ শাস্ত্ৰ তান কণ্ঠত প্ৰচাৰ ॥২৯
প্ৰহৰেক মাত্ৰ কৰে সন্ধ্যাক বন্দন।
ছৱালৰ থানে ক্ৰীড়া কৰে সৰ্ব্বক্ষণ ॥৩০
আনাহা গায়ক যাৰ সুৰ সুললিত।
সুস্বাদ সন্দেশ লাড়ু লৌক যথোচিত ॥৩১
সুস্বৰে পঞ্চম কন্যাগণে গাওক গীত।
শুনি বিমোহিত আতি হৈব তান চিত্ত ॥৩২
মোদক সন্দেশ দিবা সেহি সময়ত।
দেখাইবেক ৰতি ৰস তাহান আগত ॥৩৩
শিশু মুনি গীত সন্দেশৰ স্বাদ পাই।
আসিব আমাৰ স্থানে এৰি নিজ ঠাই ॥৩৪
এহিমত উপায়ে মুনিক আনিয়োক।
ৰচিলা মাধৱে হৰি হৰি বুলিয়োক ॥৩৫

---

১৮ অধ্যায়—ঋষ্যশৃঙ্গৰ উপাখ্যান।

ছবি।

সুমন্ত্ৰী সুমন্ত্ৰ গুণি, বশিষ্ঠৰ বাণী শুনি,
উঠিলন্ত কৰি যোৰহাত।
সুমধুৰ কৰি বাণী, বুলিলন্ত মহামানী,
শুনিয়োক পৃথিবীৰ নাথ ॥১
বশিষ্ঠে কহিলা যত, সবে সত্য স্বৰূপত,
পূৰ্ব্ব কথা সুমৰিলোঁ আমি।
আপুনিও জানা তুমি, সাম্প্ৰতে পাসৰি আছা,
সুমৰাইলে সুমৰিবা স্বামী ॥২
শান্তা নামে কন্যাখানি, তযু গৃহে মহামানী,
উপজিল পৰম সুন্দৰী।
লোমপাদ নৰপতি, অঙ্গদেশ অধিপতি,
শান্তাক খুজিলা ভক্তি কৰি ॥৩
মিত্ৰৰ ভাৱত থাকি, তুমিও শান্তাক দিলা,
লোমপাদে শান্তাক নিলন্ত।
আনন্দে নধৰে হিয়া, কন্যাক গৃহক নিয়া,
ঝিউ বুলি তেন্তে তুলিলন্ত ॥৪

লোমপাদ মহামানী, বিভাণ্ডৰ পুত্ৰ আনি,
শান্তা কন্যা দিলন্ত বিবাহ।
ঋষ্যশৃঙ্গ নিয়া যজ্ঞ, কৰি পাচে লোমপাদে,
পুত্ৰ পায়া মিলিল উৎসাহ ॥৫
দ্বাদশ বৎসৰ বৃষ্টি, তাহাৰ ৰাজ্যত নাই,
তাতে লোক মৰয় সমস্ত।
ঋষ্যশৃঙ্গ আসিলতে, ভৈলা বৃষ্টি অসংখ্যাত
পাচে সুখী ভৈলা লোক যত ॥৬
শুনি দশৰথে পাচে, সুমন্ত্ৰত পুছিলন্ত
শুনিয়োক সুমন্ত্ৰ সাক্ষাত।
কেনমতে ঋষ্যশৃঙ্গ, কৰিলা শান্তাক বিহা,
প্ৰপঞ্চিয়া কহিয়ো আমাত ॥৭
সুমন্ত্ৰ বোলন্ত ৰাজা, শুনিয়ো কৌতুক মনে
সিতো বিভাণ্ডক মহাঋষি।
ঋষ্যশৃঙ্গ পুত্ৰ লৈয়া, মাধৱত মতি দিয়া,
কৰে তপ তপোবনে বসি ॥৮
অপুত্ৰক ভৈলোঁ বুলি, লোমপাদ নৃপতিৰ
মনে আতি অসুখ অশেষ।
ঋষ্যশৃঙ্গ আনি যজ্ঞ, কৰাইলে হৈবেক পুত্ৰ
পাইলা নাৰদত উপদেশ ॥৯
লোমপাদ ৰাজা পাছে, ঋষি পুত্ৰ আনিবাক
কৰিলন্ত উপায় উত্তম।
নৌকাৰ উপৰে নানা, ফল মূল সমন্বিতে,
মায়াবলে পাতিলা আশ্ৰম ॥১০
সুগন্ধ কর্পূৰ চিনি, ঘৃতে পাক কৰি আনি,
সাজিলন্ত বিবিধ সন্দেশ।
ফল ফুল ৰূপে তাক, বৃক্ষতে নির্ম্মিয়া থৈল,
দেখি বন পৰম সুবেশ ॥১১
নানা গন্ধে হুয়া মত্ত, গুঞ্জৰে ভ্ৰমৰা যত,
কোকিলৰ কুহু কুহু ৰাৱ।
বহয় শীতল বাত, কামুক ৰমণী যেন,
মদনক দেয় হাত বাৱ ॥১২
জানে যত নৃত্য গীত, আতিশয় সুশিক্ষিত,
যুবতী সুন্দৰী সুবদনী।
কামকলা কেলি যত, জানে আতি নানামত,
নানা ৰসে পৰম গুৰুনী ॥১৩
গায়ে যেন পট্টবাসে, আতিশয় লয়লাসে,
কাছিপাৰি নাৱত চড়িল।

কতেক বর্ণাইবোঁ তাক, ঋষ্যশৃঙ্গ আনিবাক,
সুমঙ্গল সময়ে লবিল ॥১৪
কতো দিন অনন্তৰে, পাইলা গৈয়া তপোবন
মায়া নৌক আঁৰ কৰি থৈলা।
বিভাণ্ডক মুনিবৰে, পুত্ৰ থৈয়া নিজ ঘৰে,
তপ কৰিবাক লাগি গৈলা ॥১৫
পাচে নটীগণ যত, ছেগ চায়া সমস্ত,
গৈয়া ঋষ্যশৃঙ্গৰ আগত।
হাতে তালযন্ত্ৰ ধৰি, সুৰ সুললিত কৰি,
নৃত্য গীত কৰে নানা মত ॥১৬
বিভাণ্ডক আসিবাৰ, সময় জানিয়া সবে,
তৰাতৰি আশ্ৰমক যায়।
এহি মতে নৃত্য গীতে, ক্ৰীড়া কৰি নানামতে
ঋষিক মোহিলা সমুদায় ॥১৭
নাচনীৰ লয়লাস, দেখি মুনি তোলে হাস,
কুতূহলে কৰন্ত জিজ্ঞাস।
মূৰ্ত্তি আতি অনুপাম, কমন তোমাৰ নাম
কোন থানে কৰাঁহা নিবাস ॥১৮
শুনি নাৰী নিৰন্তৰে, দিলা তাক প্ৰত্যুত্তৰ
সবে আমি উত্তম তপস্বী।
জানো তুমি মুনিৰাজ, পশি তপোবন মাজ,
কৰাঁ তপ এক মনে বসি ॥১৯
নিকটতে তপোবন, তথু আগে সর্ব্বক্ষণ,
নৃত্যগীত কৰোঁ কৌতূহল।
তোমাৰ সঙ্কক মনে, আমি সব ঋষিগণে,
বেদপাঠ কৰোঁ সুকোমল ॥২০
ঋষ্যশৃঙ্গ মায়া বাণী, শুনি মনে অনুমানি,
বোলে শুনা শুনা ঋষিগণ।
তোমাসাৰ পায়ে সঙ্গ মোহোৰ কৌতুক ৰঙ্গ
মিলয় মনত সর্ব্বক্ষণ ॥২১
আমিও তোমাৰ কুলে, থাকিবোঁহো কৌতূহলে
সুমধুৰ বেদধ্বনি শুনি।
আতি সুললিতভাৱে, সুন্দৰ কোমল গাৱে
তুমি সব সত্যে মহামুনি ॥২২
সুশোভন জটাভাৰ, বাকলি বসন গাৱ,
অত্যন্ত শীতল আতিশয়।
তোমাসাৰ শৰীৰৰ, ভস্ম ধূলি নিৰন্তৰ,
উত্তম সুৰভী গন্ধ বয় ॥২৩

আমাৰ বৃক্ষৰ ছাল, পিন্ধিবাক মুহি ভাল
শিৰে আউলজাউল জটাভাৰ।
কৰে আতি জটাজট, শুনি আতি খটমট,
বেদধ্বনি যতেক আমাৰ ॥২৪
শৰীৰ সকলে কক্ষা, ভস্ম ধূলি যত দেখা
ঘষিতে কুৎসিত কৰে গাৱ।
এহিমতে মুনিবৰ, বৰ্ণাইলা নিৰন্তৰ,
যতেক আপোন পৰ ভাৱ ॥২৫
ওপজাৰে পৰা ঋষি, নিজ আশ্ৰমত বসি,
তপ কৰি থাকন্ত সদাই।
পৰম মহন্ত সন্ত, আন একো নজানন্ত,
তপে মন মগ্ন সমুদায় ॥২৬
মায়াৰূপীগণে যুত, কপটে কহিলা কথা,
তাকে সত্য মনত মানিল।
পাচে স্ত্ৰীসবে আনি, মোদক সন্দেশ নিয়া
ঋষিৰ পুত্ৰৰ হাতে দিল ॥২৭
ঋষ্যশৃঙ্গ মহামুনি, ফল হেন মনে মানি,
ভুঞ্জিলা হৰিষ কৰি মন।
নজানি কপট মায়া, সুস্বাদু সুৰভী পায়া,
পুছিলন্ত শুনা ঋষিগণ ॥২৮
তোমাৰ ৰাজ্যৰ ফল, খায়া ভৈলোঁ কুতূহল
ইতো আতি স্বাদত বিচিত্ৰ।
আছয় আমাক দায়া, অন্যোঅন্যে আলিঙ্গিয়া
আঁসা তুমি আমি কৰোঁ মিত্ৰ ॥২৯
তোমাসাৰ সঙ্গে যাইবোঁ, ইটো মধুফল খাইবোঁ
শুনিবোঁ মধুৰ বেদধ্বনি।
থাকিবোঁ তোমাৰ সঙ্গে, তপ কৰি মহাৰঙ্গে,
অন্যোঅন্যে বঞ্চিবোঁ ৰজনী ॥৩০
নমো নমো নমো ৰাম, যাৰ যশ অনুপাম,
জগতৰে মঙ্গল নিশ্চয়।
অমৃততোধিক কৰি, পিয়োঁ আক কৰ্ণ ভৰি
মহাজনে মোক্ষকো তেজয় ॥৩১
হেন তযু গুণ নাম, মোৰ মুখে অবিশ্ৰাম,
কীৰ্ত্তন কৰোক প্ৰভুৰাম।
এহি কৃপা কৰাঁ মোক, যত সামাজিক লোক,
বোৰোঁ ৰাম তেজি আন কাম ॥৩২

---

## ১৯ অধ্যায়।

পদ।

নটী সবে শুনি ঋষ্যশৃঙ্গৰ বচন।
ভৈলা মিত্ৰ বুলি কৰিলন্ত আলিঙ্গন ॥১
দেখিলে নজানে কিছু ঋষিৰ তনয়।
নানা কামকলা ৰসে ভাব দৰশয় ॥২
কেহো জনী আলিঙ্গি ধৰিলা তান গলে।
কেহো জনী বসুৱাইলা বস্ত্ৰৰ আঞ্চলে ॥৩
কেহো জনী নিয়া তাঙ্ক বসাইলা কোলাত।
স্তনৰ উপৰে কেহো থৈলা তান হাত ॥৪
কেহো জনী তান মুখে মুখে চুমা দিল।
বুকুত লগায়া স্তন কেহো সাবটিল ॥৫
কেহো জনী হৃদয়ৰ বস্ত্ৰ দূৰ কৰি।
উচ্চ কুচ ভাৰ তাক দেখায়ে সুন্দৰী ॥৬
আপোনাৰ উৰু তান উৰুত লগায়।
কটাক্ষে নিৰখি হাসি তোলে মুচুকাই ॥৭
কতো জনী গাৱ ঘেলায়য় তান সঙ্গে।
লয়লাসে হাসে কতো জনী ভুৰুভঙ্গে ॥৮
কতো জনী বাহু ধৰি কৰয় মৰ্দ্দন।
কোলে তুলি কতো জনী জান্তয় চৰণ ॥৯
কতো জনী আপোনাৰ গাৱে আওজায়।
মুখ কাটি কৰিয়া থাকয় তাকে চাই ॥১০
পাচে ঋষি কুমাৰক কৰি বহুমান।
সুগন্ধ শীতল জলে কৰাইলেক স্নান ॥১১
ভস্ম ধূলি তান শৰীৰৰো দূৰ কৰি।
পিন্ধাইলেক কুসুম চন্দন সাদৰি ॥১২
বাকলি গুচায়া দিব্য পিন্ধায়ে বসন।
ৰুদ্ৰাক্ষ গুচায়া দিব্য পিন্ধায়ে ভূষণ ॥১৩
শিলিখা গুচায়া দেই কৰ্পূৰ তাম্বুল।
সুৰভি শীতল পিন্ধায়য় কতো ফুল ॥১৪
তালযন্ত্ৰ ধৰি সুললিত গীত গায়ে।
মধুৰ মৃদঙ্গ ধৰি কতো জনী বায়ে ॥১৫
কতো লয়লাসে ভঙ্গিভাৱে কৰে নৃত্য।
এহি মতে মোহিত কৰিলা তান চিত্ত ॥১৬
সুমন্ত্ৰ বদতি শুনিয়োক মহাশয়।
গ্ৰামী জন সঙ্গ পায়া বিভাণ্ডতনয় ॥১৭
ঋষি ধৰ্ম্ম সকলে গুচিল সমুদায়।
ভৈল উলমাল নাৰীগণ সঙ্গ পাই ॥১৮

স্ত্ৰী সমস্তক মুনি বুলিলা বচন ।
তোমাৰ আশ্ৰম কত দূৰ মুনিগণ ॥১৯
তুমি সব মহামিত্ৰ ভৈলাহা আমাৰ ।
দেখিতে উৎসুক আছে আশ্ৰম তোমাৰ॥২০
ময়াবতী সবে বোলে শুনা মুনিবৰ ।
নিকটে আশ্ৰম যাইবা উঠিয়ো সত্বৰ ॥২১
শুনি ঋষ্যশৃঙ্গ উঠিলন্ত শীঘ্ৰ কৰি ।
চলিলা কৌতুকে তাসবাৰ হাত ধৰি ॥২২
কথা মতে নৌকাত তুলিলে নাৰীগণে ।
আশ্ৰম দেখিয়া মুনিৰঙ্গ ভৈলা মনে ॥২৩
ভালৰ আশ্ৰম তপোবন বিতোপন ।
নানা ফল ফুলে আমোদিত কৰে মন ॥২৪
হৰিষে ফুৰন্ত ঋষি মায়াবন চাই ।
মায়াৰূপী সবে নাৱ বায়া লৈয়া যায় ॥২৫
নানা কেলি কৌতুক কৰিয়া ঋষিসঙ্গে ।
মায়ানৌকা পাৰ কৰিলেক মহাৰঙ্গে ॥২৬
শ্ৰম পায়া ঋষিৰ কুমাৰ নিদ্ৰা গৈলা ।
অনন্তৰে নৌকা আসি অঙ্গদেশে পাইলা॥২৭
ভাগিল ঋষিৰ নিদ্ৰা পাচে কতোক্ষণে ।
স্ত্ৰী সকলত মুনি পুছে সঙ্গী মনে ॥২৮
কহিয়োক তুমি সবে স্বৰূপ বচন ।
নোহাঁ তুমি সবে ঋষি সুহি তপোবন ॥২৯
তুমি সবে আমাক মুহিলা মায়া কৰি ।
আপোনাৰ দেশে আনি আছা ছল কৰি॥৩০
কি কাৰণে আনিলা কহিয়ো প্ৰয়োজন ।
শুনি যোৰহাতে মাতিলেক নাৰীগণ ॥৩১
শুনিয়োক মুনি নকৰিবা কোপ মন ।
কহিবোঁ তোমাৰ আছে যত প্ৰয়োজন ॥৩২
লোমপাদ ৰাজা অঙ্গদেশ অধিপতি ।
শান্তা নামে কন্যা তান আছে মহাসতি ॥৩৩
ত্ৰৈলোক্যমোহিনী কন্যা মহাগুণৱতী ।
কৰিবা বিবাহ তাক তুমি মহামতি ॥৩৪
অপুত্ৰক ৰাজা মনে কৰে অপমান ।
তুমি যজ্ঞ কৰাইলে হৈবেক পুত্ৰ তান ॥৩৫
দ্বাদশ বৎসৰ বৃষ্টি নাহিকে ৰাজ্যত ।
অন্নৰ বিকলে দুখ পাৱে প্ৰজা যত ॥৩৬
তুমি গৈলে ৰাজ্যত হৈবেক বৰিষণ ।
হৈবে লোক সুখী শস্য হৈবেক সম্পন্ন ॥৩৭
লৈয়া যাওঁ তোমাক এহিসে প্ৰয়োজনে ।
কহিলোঁ কাৰণ মুনি কোপ এৰা মনে ॥৩৮
এহু ৰথা যাতে নটীগণ নিৰন্তৰ ।
কতো দিনে পাইলা লোমপাদৰ নগৰ ॥৩৯
শুনি লোমপাদে ঋষ্যশৃঙ্গ আনিবাৰ ।
আগ বাঢ়ি আসিয়া কৰিলা সতকাৰ ॥৪০
ভৈলন্ত হৰিষ ৰাজা ঋষিক দেখিয়া ।
কৰিলা ঋষক পূজা পাদ্য অৰ্ঘ্য দিয়া ॥৪১
যেবে অঙ্গদেশে আসি ভৈলন্ত প্ৰবেশ ।
তেবে জল বৃষ্টি মেঘে কৰিলা অশেষ ॥৪২
ভৈল শস্য সম্পূৰ্ণ ৰাজ্যত নিৰন্তৰ ।
নানা ভোগ ভুঞ্জি সুখী ভৈলা সবে নৰ ॥৪৩
লোমপাদে নানাদ্ৰব্য একত্ৰ কৰিল ।
ঋষ্যশৃঙ্গ মুনিত শান্তাক বিহা দিল ॥৪৪
ভৈল কুতূহল মুনি পায়া কন্যাবৰ ।
পাচে যজ্ঞ কৰিতে ৰাজাৰ ভৈল যত্ন ॥৪৫
একত্ৰ কৰিয়া যত যজ্ঞৰ সম্ভৃত ।
কৰিলা মুণ্ডিত পুৰোহিত সমন্বিত ॥৪৬
অশ্বমেধ মহাযজ্ঞ ৰাজা আৰম্ভিল ।
ঋষ্যশৃঙ্গ যজ্ঞত কৌতুকে প্ৰবেশিল ॥৪৭
পৰম পণ্ডিত সৰ্ব্ব কৰ্ম্মত কুশল ।
শুভ সময়ত আচৰিলা সুমঙ্গল ॥৪৮
লোমপাদ ৰাজা ভৈল যজ্ঞত দীক্ষিত ।
যজ্ঞকাৰ্য্য কলা ক্ৰিয়া কাৰ্য্য সুশিক্ষিত ॥৪৯
সাঙ্গোপাঙ্গে কৰিলাহা নৰপতি ।
পাইলন্ত যজ্ঞত পুত্ৰ বৰ মহামতি ॥৫০
উপজিলা চাৰি পুত্ৰ পৰম মহন্ত ।
বুদ্ধিবল তেজ মহা গুণে গুণৱন্ত ॥৫১
শান্তাৰে সহিতে ঋষ্যশৃঙ্গ মহা ঋষি ।
লোমপাদ আশ্ৰমত ৰহিলা হৰিষি ॥৫২
সম্প্ৰতি আছন্ত শান্তা সমে কুতূহলে ।
তাহান চৰিত্ৰ যত কহিলোঁ সকলে ॥৫৩
ঋষ্যশৃঙ্গ আনি যজ্ঞ কৰিয়ো নৃপতি ।
হৈবেক তোমাৰ তেবে উত্তম সন্ততি ॥৫৪
ভৈলন্ত হৰিষ সুমন্ত্ৰৰ কথা শুনি ।
দশৰথ ৰাজা মাতিলন্ত মনে গুণি ॥৫৫

---

২০ অধ্যায়—লোমপাদ নৃপতিৰ গৃহৰ পৰা ঋষ্যশৃঙ্গমুনিক আনি যজ্ঞ কৰণ।

শুনিয়ো সুমন্ত্র কথা কহিলা বিশেষ।
যাইবোঁ মই লোমপাদ নৃপতিৰ দেশ ॥১
পাত্র মিত্র পুৰোহিত চলিয়ো সকল।
এহি বুলি যাত্রা কৰিলন্ত মহাবল ॥২
বশিষ্ঠ প্ৰমখ্যে পুৰোহিতগণ ৰঙ্গে।
চলিলা হৰিষে সবে নৃপতিৰ সঙ্গে॥৩
সুমন্ত্র সহিতে আঠ পাত্র চলি গৈলা।
গজ বাজী ৰথ সেনা সাজি লগে লৈলা ॥৪
কাহালি মুহুৰি ভেৰী তবল মৃদঙ্গ।
ঢাক ঢোল দুন্দুভি শবদে টলবল ॥৫
চিন্ন চোঙা ধ্বজদণ্ড গাহুল বম্বাল।
নৃপতিৰ আগে পাচে চলিলা সকল ॥৬
কাঞ্চনে ৰচিত ৰথে চড়িল নৃপতি।
কটকৰ ভৰে দলদপ বসুমতী ॥৭
ৰাজাৰ উপৰে ছত্র প্রকাশে ধৱল।
আকাশে প্ৰকাশে যেন চন্দ্ৰৰ মণ্ডল ॥৮
ত্রিভুবন চমৎকাৰ ৰাজাৰ পয়ান।
কম্পে সুৰাসুৰ যহ তৰতৰিমান ॥৯
হেন আড়ম্বৰে অঙ্গদেশে প্ৰবেশিলা।
লোমপাদ নৃপতিৰ আশ্রমে মিলিলা ॥১০
দেখি লোমপাদৰ হৰিষ ভৈল মন।
দশৰথ নৃপতিক কৰিলা বন্দন ॥১১
কৃতাঞ্জলি কৰি ধৰি প্ৰণতি প্ৰচুৰ।
দশৰথ ৰাজাক নিলেক অন্তঃপুৰ ॥১২
সুবৰ্ণৰ সিংহাসন দিলা বসিবাক।
পাদ্য অৰ্ঘ্য দিয়া পূজা কৰিলা ৰাজাক ॥১৩
বশিষ্ঠক আসন দিলন্ত মহাবীৰে।
ধুয়ায়া চৰণ পাদোদক লৈলা শিৰে ॥১৪
দশৰথ নৃপতিক কৰে ৰাজা স্তুতি।
তযু আগমনে ভৈল থানৰ মুকুতি ॥১৫
আপুনি মিলিলা আসি মোহোৰ গৃহত।
নজানোহো মই ভাগ্য কৰি আছোঁ কত॥১৬
ত্রিভুবনে নাহি তুমি হেন মহাৰাজ।
আদেশিয়ো মোক মই কৰোঁ কিবা কাজ॥১৭
কিবা প্ৰয়োজনে হুয়া আছে আগমন।
শুনি দশৰথে পাছে বুলিলা বচন ॥১৮
শুনিয়ো নৃপতি মোৰ নাহিকে সন্তান।
ঋষ্যশৃঙ্গ মহামুনি আছে তযু স্থান ॥১৯
তেহে যজ্ঞ কৰাইলেসে হৈবেক তনয়।
তাঙ্ক নিবে প্রতি আসিআছোঁ মহাশয় ॥২০
শুনি লোমপাদে ঋষ্যশৃঙ্গক আনিল।
নমস্কাৰ কৰি দুয়ো ৰাজা সাদৰিল ॥২১
সুবৰ্ণৰ আসন ঋষিক আনি দিলা।
দুয়ো ৰাজা বিস্তৰ ঋষিক সন্তোষিলা ॥২২
লোমপাদে বুলিলন্ত বচন বিনয়।
এন্তে দশৰথ ৰাজা হুয়ো পৰিচয় ॥২৩
প্ৰাণসম এন্তে মোৰ বান্ধৱ বিচিত্র।
কত কোটি পুণ্যেসে ইহাঙ্ক পাইলোঁ-মিত্র॥২৪
ইহানে দুহিতা শান্তা মাগিয়া আনিলোঁ।
যত্ন কৰি আনিয়া তোমাত বিহা দিলোঁ॥২৫
এন্তে সে জানিবা নিজ শ্বশুৰ তোমাৰ।
কৰিয়োক ঋষি আৱে আঙ্ক উপকাৰ ॥২৬
মনত অসুখ আন নাহিকে তনয়।
সিহেতু তোমাক ৰাজা কৰিলা আশ্রয় ॥২৭
শুনি মুনি ঋষ্যশৃঙ্গ ভৈলা সুপ্ৰসন্ন।
শান্তা সমন্বিতে ভৈলা চলিবাক মন ॥২৮
শান্তাৰ কৌতুক অতি পিতৃক দেখিয়া।
মাৱক দেখিতে দশ গুণে ভৈল হিয়া ॥২৯
দেখি লোকপাদক আশ্বাসি দশৰথ।
শান্তা সমে ঋষিপুত্র গৈলন্ত লগত ॥৩০
পাত্র পুৰোহিত সৈন্য সমে নৃপবৰ।
ত্বৰিত গমনে পাইলা অযোধ্যা নগৰ ॥৩১
শান্তা আসিবাৰ শুনি তিনি মহা দই।
কৌশল্যা সুমিত্রা শান্তী সুন্দৰী কৈকেয়ী॥৩২
হৰসফৰস কৰি আসিল বৰাই।
গলাবান্ধি ধৰিলা শান্তাক লাগ পাই ॥৩৩
নিলন্ত গৃহক হৰিষৰ নাই পাৰ।
শান্তা সতী কৰিলা মাতৃক নমস্কাৰ ॥৩৪
সবে মহাদই আসি শান্তাক বেঢ়িলা।
অন্তঃপুৰ মাজে মহা আনন্দ মিলিলা ॥৩৫
সমস্তৰে আনন্দ শান্তাক লাগ পাই।
তাঙ্ক বিনে কাৰো আৰ পুত্র জীউ নাই ॥৩৬
এতেকে শান্তাক পায়া সবে শত্ত ৰাৱে।
বস্ত্র অলঙ্কাৰ আনি দিলা গাৱে গাৱে ॥৩৭

দশৰথ ৰাজা ঋষ্যশৃঙ্গক আনিয়া।
কৰিলা বিস্তৰ পূজা পাদ্য অৰ্ঘ্য দিয়া ॥৩৮
আজি হন্তে হৈব মোৰ মনোৰথ সিদ্ধি।
ভৈলন্ত আনন্দ যেন পায়া নৱ নিধি ॥৩৯
এহি বুলি অৰ্চ্চা কৰিলন্ত বহুতৰ।
যেন বৃহস্পতিক পূজিলা পুৰন্দৰ ॥৪০
কৰিলন্ত নৃপতি অনেক সম্ভাষণ।
পূজা পায়া ঋষিৰ হৰিষ ভৈল মন ॥৪১
অযোধ্যাতে ৰহিলন্ত শান্তাৰে সহিত।
যেন দেৱগুৰু স্বৰ্গপুৰে ভৈলা থিত ॥৪২
অনন্তৰে নৃপতি যজ্ঞৰ ঘোঁড়া আনি।
বিধিৱতে অভিষেক কৰি মহামানী ॥৪৩
ৰখিয়া কটক দিলা লগত অনেক।
মেলি দিয়া ঘোঁড়াক পালিলা বৰিষেক ॥৪৪
বসন্ত প্ৰৱেশ ভৈলা গুচিয়া শিশিৰ।
আৰম্ভিলা যজ্ঞ পায়া আদেশ মুনিৰ ॥৪৫
বশিষ্ঠে কহিলা যত যজ্ঞৰ সম্ভাৰ।
অনেক দেশৰ দ্ৰব্য আনিলা অপাৰ ॥৪৬
সুমন্ত মন্ত্ৰীক দশৰথে আদেশিলা।
অনেক যজ্ঞৰ দ্ৰব্য সুমন্ত্ৰ আনিলা ॥৪৭
সুবৰ্ণ ৰজত বস্ত্ৰ অনেক ভাজন।
কস্তুৰি কুমকুম লখি অগৰু চন্দন ॥৪৮
মুকুতা প্ৰবাল মণি মাণিক কৰ্পূৰ।
দিব্য বস্ত্ৰ অলঙ্কাৰ আনিলা প্ৰচুৰ ॥৪৯
আনো নানা দ্ৰব্য আনিলন্ত বহুতৰ।
শুভক্ষণে যজ্ঞ আৰম্ভিলা নৃপবৰ ॥ ৫০
যজ্ঞৰ কথাক শুনি মনত হৰিষি।
অযোধ্যাক আসিলা অনেক মহাঋষি ॥৫১
কাশ্যপ কপিল কাকবন্ধু কাত্যায়ন।
বামদেৱ দেৱল দুৰ্ব্বাসা তপোধন ॥৫২
ৰাম পৰাশৰ ভৃগু ভাৰ্গৱা গৌতম।
অত্ৰি বিশ্বামিত্ৰ ত্ৰিতমুনি নৰোত্তম ॥৫৩
মৰীচি চ্যৱন চন্দ্ৰাবিন্দু ভৰদ্বাজ।
অঙ্গিৰস অগস্তি নাৰদ ঋষিৰাজ ॥৫৪
সনক সনন্দ কন্দ সনৎকুমাৰ।
পুলস্তি পুলহ সনাতন বেদসাৰ ॥৫৫
অস্তিসেন মুনি মাৰ্কণ্ডেয় সিদ্ধেশ্বৰ।
ইসব প্ৰমুখ্যে মহামুনি নিৰন্তৰ ॥৫৬
আসিলা কৌতুকে নৃপতিৰ যজ্ঞ স্থান।
দশৰথে সবাকো কৰিলা বহুমান ॥৫৭
ঋষি ঋষ্যশৃঙ্গ পাচে হুয়া শুদ্ধচিত।
ৰাজাক কৰিলা মহা যজ্ঞত দীক্ষিত ॥৫৮
অভিষেক হুয়া ৰাজা পাত্ৰক বৰিলা।
বস্ত্ৰ অলঙ্কাৰ গন্ধ চন্দনে অৰ্চ্চিলা ॥৫৯
কুশহস্ত হুয়া ৰাজা বিষ্ণুক স্মৰিৰি।
সভাৰ্য্যে বসিলা চিত্ত সাৱধান কৰি ॥৬০
আঠ পাত্ৰ বসিলা ৰাজাৰ অনুক্ৰমে।
যাৰ যেন কাৰ্য্য তাক চিন্তন্ত নিয়মে ॥৬১
ঋষ্যশৃঙ্গ মন্ত্ৰপঢ়ি যজ্ঞ আৰম্ভিলা।
নৃপতিৰ পুত্ৰ হেতু সঙ্কল্প কৰিলা ॥৬২
মন্ত্ৰ পঢ়ি মুনি সবে কৰিলা আহ্বান।
দেৱে সমে পশুপতি আইলা যজ্ঞথান ॥৬৩
বিভাণ্ডে দেখন্ত ঋষ্যশৃঙ্গ নাই ঘৰে।
ধ্যান কৰি তেখনে জানিলা মুনিবৰে ॥৬৪
দশৰথ ৰাজা মোৰ নিলেক তনয়।
পুত্ৰ প্ৰয়োজনে যজ্ঞ কৰে মহাশয় ॥৬৫
ধ্যানে জানি পাচে বিভাণ্ডক মহাঋষি।
অযোধ্যাক আসিলন্ত পৰম হৰিষি ॥৬৬
বিভাণ্ডক ঋষিক দেখিয়া নৰেশ্বৰ।
পাদ্য অৰ্ঘ্য দিয়া তাঙ্ক কৰিলা সাদৰ ॥৬৭
বিভাণ্ডক দেখিয়া সকলে মুনিগণ।
সাদৰিলা বুলি তাঙ্ক মধুৰ বচন ॥৬৮
কৰিলন্ত বিভাণ্ডকে প্ৰশংসা ৰাজক।
পুত্ৰ সমে বসিলন্ত যজ্ঞ কৰিবাক ॥৬৯
কৰন্ত হৰিষে যজ্ঞ যত মুনিগণ।
খানে খানে কৰিলন্ত দ্ৰব্য নিৰূপণ ॥৭০
হুয়া ব্ৰহ্মচাৰী মন সাৱধান কৰি।
ভৈলা শুদ্ধ প্ৰথমতে বিষ্ণু বিষ্ণু স্মৰি ॥৭১
মূল মন্ত্ৰ উচ্চাৰিয়া ব্ৰাহ্মণ সকল।
নিৰন্তৰে লচ্চাৰিলা স্বস্তি সুমঙ্গল ॥৭২
সাঙ্গোপাঙ্গে পূজিলন্ত যজ্ঞ পুৰুষক।
দশৰথ ৰাজা মনে চিন্তয় পুত্ৰক ॥৭৩
পুত্ৰ মন্ত্ৰ জপ ৰাজা কৰে মনে মনে।
অগ্নি প্ৰস্থাপন কৰিলন্ত শুভক্ষণে ॥৭৪
অনন্তৰে দ্বিজগণে আহুতি কৰিল।
মুকুন্দ মাধৱে আদিকাণ্ড বিৰচিল ॥৭৫

নমো নমো নাৰায়ণ চৰণত ধৰি।
দশৰথ গৃহে ৰামৰূপে অৱতৰি ॥৭৬
নিজ গুণে জগতৰ পুৰিলাহা মন।
বোলোঁ৷ ৰাম ৰাম সবে সভাসদগণ ॥৭৭

---

**২১ অধ্যায়—দশৰথৰ গৃহত নাৰায়ণৰ চাৰি অংশে জন্ম বৃত্তান্ত।**

ছবি।

ৰাজা লঙ্কেশ্বৰে, উপদ্ৰৱ কৰে,
জিনিয়া এ ত্ৰিভুবন।
বলে পৰাক্ৰমে, ইতিনি লোকত,
সম নাহি একো জন ॥১
তাৰ পৰাভৱ, সহিতে নাপাৰি,
ত্ৰিদশ দেৱতাগণ।
বাসৱে সহিত, একত্ৰে বসিয়া,
কৰিলন্ত আলোচন ॥২
ৰাৱণত হন্তে, নাহিক নিস্তাৰ,
বিনে দেৱ গদাধৰ।
ব্ৰহ্মায়ে আমাৰ, মিলাইলা প্ৰমাদ,
ৰাৱণক দিয়া বৰ ॥৩
ইতিনি লোকত, ত্ৰিদশ দেৱত,
ৰাৱণ অবধ্য ভৈল।
নৰ বানৰত, হৈব সিতো হত,
ব্ৰহ্মা বৰ ছিদ্ৰ থৈল ॥৪
পুত্ৰৰ নিমিত্তে, কৰে মহা যজ্ঞ,
দশৰথ নৃপবৰ।
এহি সময়তে, ঈশ্বৰ বিষ্ণুক,
পঠাই দিওঁ তান ঘৰ ॥৫
হেন যুক্তি কৰি, ক্ষীৰোদধি তীৰে,
গৈলন্ত দেৱতাগণ।
লক্ষ্মী সমন্বিতে, ক্ষীৰোদ সাগৰে,
আছা প্ৰভু নাৰায়ণ ॥৬
অব্যক্ত স্বৰূপে, আছন্ত ঈশ্বৰ,
দুহিকে কাৰো গোচৰ।
জয় জয় হৰি, বুলি হুলস্থূল,
কৰে দেৱ নিৰন্তৰ ॥৭
নমো নাৰায়ণ, জগতকাৰণ,
*সনাতন লক্ষ্মীপতি।*
হুয়োক সদয়, প্ৰভু কৃপাময়,
কৰোঁহো পাৱে প্ৰণতি ॥৮
তোমাৰ চৰণে, আমি দেৱগণে,
শৰণ লৈলোঁ৷ সম্প্ৰতি।
তুমি সি ঈশ্বৰ, ইটো জগতৰ,
তুমি বিনে নাহি গতি ॥৯
হুয়ো সুপ্ৰসন্ন, দিয়ো দৰশন,
গুচোক আমাৰ দুখ।
ত্ৰিদশ সকলে, দেখোঁ কৌতুহলে,
তোমাৰ প্ৰসন্ন মুখ ॥১০
ক্ষীৰ সাগৰৰ, তীৰ জুৰি সবে,
হৰিক দেখিব মনে।
জয় জয় হৰি, বুলি উচ্চ কৰি,
ডাকয় দেৱতা গণে ॥১১
দেৱৰ কল্লোল, জয় জয় বোল,
শুনিয়া কৃপা মিলিল।
হুয়া দায়াযুত, ৰূপ অদভুত,
দেৱতাক দেখা দিল ॥১২
কোটি এক শশী, সূৰ্য্যতো কৰিয়া,
শৰীৰৰ জ্যোতি বলে।
আসিল ৰামক, লাগিল চমক,
দেখিলা দেৱ সকলে ॥১৩
কৃষ্ণক আকোলি, ধৰি কৃতাঞ্জলি,
মাথাৰ উপৰ কৰি।
কৃষ্ণৰ আগতে, পৰি দণ্ডবতে,
ৰৱে জয় জয় হৰি ॥১৪
সুপ্ৰসন্ন বিধি, ভৈল কাৰ্য্য সিদ্ধি,
দিলা দেখা নাৰায়ণ।
শ্ৰীমুখ দেখি, ভৈলা সবে সুখী,
যতেক ত্ৰিদশগণ ॥১৫
যেনৰূপে দেখা, দিলন্ত দেৱক,
কহিব কাৰ শকতি।
সৰ্পৰ ফণাত, চৰণ থাপিয়া,
আছা ত্ৰিজগতপতি ॥১৬
সৰ্পৰ ফণাত, মণি জ্যোতি কৰে,
অৰুণ চৰণ তলে।
সুকোমল পদ্ম- কোৰক জিনিয়া,
*চৰণ যুগল জ্বলে ॥১৭*

দশো অঙ্গুলিত, জ্বলে মনোনীত,
বস্ত্রৰ উৰুতিচয় ।
চন্দ্ৰৰ জৌতিক, জিনি আতিশয়,
নখ মণি প্ৰকাশয় ॥১৮
মণি বজ্ৰময়, নূপুৰ জ্বলয়,
চৰণ কমল মাজে ।
জঙ্ঘা মনোহৰ, উৰু কৰিকৰ,
কটিত কিঙ্কিণি বাজে ॥১৯
পাট তুনি পীত, ৰতনে ৰচিত,
কঙ্কালত কটিবন্ধ ।
জ্বলে মনোহৰ, নাভী সৰোবৰ,
উদৰ অতি সুচন্দ ॥২০
হৃদয়ে শ্ৰীবৎস, দেখি আতি স্বচ্ছ,
হাৰ গজ মুকুতাৰ ।
বস্ত্ৰ মণিময়, জ্বলন্তে আছয়,
জিলিমিলি পেচন্দাৰ ॥২১
আপাদলম্বিত, গলে বনমালা,
ভ্ৰমৰে বেঢ়িয়া বজ্ৰে ।
কৌস্তভ মণিৰ, প্ৰকাশে প্ৰভাত,
সূৰ্য্যেৰ জৌতিক গজ্ৰে ॥২২
নীল মোলানৰ, পাৱক নিন্দিয়া,
শোভে বাহু চাৰি খান ।
সুবলি বলিত, অজানুলম্বিত,
দেখিতে অতি সুঠান ॥২৩
সুবৰ্ণৰ তাৰ, বলয়া কঙ্কণ,
সুন্দৰ আঙুল পান্তি ।
আতি সুবলিত, কুৰি আঙুলিত,
নখচন্দ্ৰ কৰে কান্তি ॥২৪
ৰাখৰে ৰচিত, আঙ্গঠি শোভিত,
কৰে যেন কিশলয় ।
শঙ্খ চক্ৰ গদা, পদ্ম চাৰি হাতে,
অনুক্ৰমে প্ৰকাশয় ॥২৫
উশাসতে আতি, চলন্তে আছয়,
উদৰত তিনি ৰেখা ।
কষিত সোণাৰ, ৰেখা যেন উৰে,
লক্ষ্মী দেৰী দিলা দেখা ॥২৬
সিংহৰদ্ধ স্কন্ধ, চাৰু কম্বুকণ্ঠ,
চিবুক আতি সুন্দৰ ।

বন্ধুলি পুষ্পকো, নিন্দি প্ৰকাশয়,
অৰুণ চাৰু অধৰ ॥২৭
শৰজ্জ পূৰ্ণ- চন্দ্ৰকো গঞ্জিয়া,
প্ৰকাশে মুখমণ্ডল ।
ঈষত হাসিত, অমৃত বৰিষে,
দেখি মিলে কৌতূহল ॥২৮
মুকুতাৰ সাৰি, জিনি দন্তপান্তি,
মুখকো আতি ৰঞ্জয় ।
শৰত সুজাত, প্ৰফুল্ল পদ্মকো,
নয়নযুগে গঞ্জয় ॥২৯
নাসা তিলফুল, যেন প্ৰকাশয়,
সুবলিত ভ্ৰুৱ দুই ।
সুসম কপালে, তিলক জ্বলয়,
পূৰ্ণচন্দ্ৰো সম নুই ॥৩০
চাৰু কম্বুকৰ্ণে, মকৰ কুণ্ডল,
কৰে আতি জলমল ।
ৰত্নে বিৰচিত, কিৰীটি শিৰত,
সূৰ্য্যৰ যেন মণ্ডল ॥৩১
কুটিল কুণ্ডল, অলকাৰ পংক্তি,
কান্তি কৰে কপালত ।
প্ৰমত্ত ভ্ৰমৰে, যেন মধু পান,
কৰে পৰি কমলত ॥৩২
শিৰৰ উপৰে, চূড়ামণি জ্বলে,
সূৰ্য্য যেন মূৰ্ত্তি ধৰি ।
শ্যাম শৰীৰক, সজল জলদ,
কদাচিতো নুহি সৰি ॥৩৩
পীত বস্ত্ৰ যেন, সজল মেঘত,
বিজুলী ভৈল সুস্থিৰ ।
কোটী কন্দৰ্পকো, দৰ্পচুৰ কৰি,
জ্বলন্তে আছে শৰীৰ ॥৩৪
পদ্মপত্ৰ সম, দুখানি চৰণ,
ৰচন অতি গম্ভীৰ ।
অমৃত কোটিত, কৰিয়া সন্তোষ,
সাগৰ কোটি গম্ভীৰ ॥৩৫
কোটি হেমবন্ত, পিৰিত কৰিয়া,
দেখয় অতি সুস্থিৰ ।
কোটি কোটি মহা মহেন্দ্ৰত কৰি,
শ্ৰী আতি চমৎকাৰ ॥৩৬

হেনয় ৰূপক, দেখিয়া দেৱৰ,
আনন্দৰ নাহি পাৰ ॥৩৭
নমো নাৰায়ণ, দেৱ সনাতন,
তুমি অনাথৰ নাথ।
কৰাঁ মোক দায়া, কৃপা দৃষ্টি চায়া,
মায়া এৰা জগন্নাথ ॥৩৮
নামৰ আভাস, মাত্রকে তাৰিলা,
মহাপাপী অজামিল।
ভক্তৰসে মাত্ৰে, পূতনাকো মোক্ষ,
দিলা দেৱ দায়াশীল ॥৩৯
এতেক জানিয়া, তোমাৰ চৰণে,
শৰণ কৰিলোঁ সাৰ।
কেৱলে তোমাৰ, চৰণ পঙ্কজে,
থাকোক ৰতি আমাৰ ॥৪০
তোমাৰ ভৃত্যৰ, ভৃত্যৰ ভৃত্যৰ
ভৃত্য বুলি ধৰাঁ মোক।
তেজি আন কাম, বোলোঁ ৰাম ৰাম,
যত সামাজিক লোক ॥৪১

## ২২ অধ্যায়।

পদ।

অনন্তৰে সৰ্পৰ নামিলা নাৰায়ণ।
দেৱক সমুখে বৈসিলন্ত পদ্মাসন ॥১
হাতৰ পদ্মক লক্ষ্মী থৈলন্ত কোলাত।
তাহাৰ উপৰে থাপিলন্ত দুই হাত ॥২
দুই পাদপদ্ম তাতে থাপিলন্ত হৰি।
স্বামীৰ চৰণে দেৱী ধৰিলা সাদৰি ॥৩
লক্ষ্মীৰ হাতৰ শাঁখা জ্যোতি আতি কৰে।
প্ৰকাশে চৰণ সেই শাঁখাৰ উপৰে ॥৪
অব্যক্ত ঈশ্বৰ হৰি ভৈলন্ত সাক্ষাত।
দেখি ব্ৰহ্মা আদি দেৱে কৰি যোৰহাত ॥৫
অৱনত মাথে স্তুতি কৰে দেৱগণ।
ত্ৰাহি ত্ৰাহি হৰি লৈলোঁ তোমাত শৰণ ॥৬
তুমি বিনে আমাৰ নাহিক আন গতি।
চৰাচৰ জগতৰ তুমি এক পতি ॥৭
সৃষ্টিৰ আদিতে থাকাঁ তুমিসে কেৱল।
পুনু স্ৰজিবাক যেবে ভৈলা কৌতূহল ॥৮
কটাক্ষে কৰিয়া প্ৰকৃতিক সচেতন।
কোটি কোটি ব্ৰহ্মাণ্ড স্ৰজাঁহা নাৰায়ণ ॥৯
অন্তৰ্য্যামীৰূপে তাতে প্ৰবেশিয়া হৰি।
কৰাঁহা বিহাৰ নানাবিধ ৰূপ ধৰি ॥১০
ব্ৰহ্মাৰূপ ধৰি স্ৰজাঁ ইতিনি ভুবন।
বিষ্ণুৰূপ ধৰি কৰাঁ সৃষ্টিক পালন ॥১১
ৰুদ্ৰৰূপ ধৰি কৰাঁ আপুনি সংহাৰ।
এহি মহা মোক্ষ লীলা কৌতুক তোমাৰ ॥১২
মায়াৰ অধীন আমি জীৱ নিৰন্তৰ।
তুমিসে কেৱল মাত্ৰ মায়াৰ ঈশ্বৰ ॥১৩
মায়ায়ে মোহিত হুয়া আমি জীৱ যত।
তোমাৰ মূৰ্ত্তিৰ কেহো নজানোহো তত্ত্ব ॥১৪
কেৱলে তোমাৰ পাৱে পশিয়া শৰণ।
তযু গুণ নাম কৰে শ্ৰৱণ কীৰ্ত্তন ॥১৫
সেহিসে মহন্তে জানে তযু ব্যৱহাৰ।
মোক্ষকো এৰিয়া ভজে চৰণ তোমাৰ ॥১৬
কোন বেলা কোন ৰূপে কৰাঁ কোন কৰ্ম্ম।
ব্ৰহ্মায়ো বুজিবে নপাৰন্ত তাৰ মৰ্ম্ম ॥১৭
আন কোনে বুজিবেক তোমাৰ লীলাক।
বেদে নপাৰন্ত কহি সীমা কৰিবাক ॥১৮
নিত্য নিৰঞ্জন তুমি অনাদি অনন্ত।
কালমায়াদিৰো তুমি প্ৰভু ভগৱন্ত ॥১৯
অনন্ত বিভূতিপতি মুকুতিদায়ক।
বেদবিধায়ক এক জগতনায়ক ॥২০
সুখ দুখ দাতা দীন দৰিদ্ৰ বৎসল।
তুমিসে সমস্তে জগতৰে সুমঙ্গল ॥২১
নিজানন্দ লাভে পূৰ্ণ সত্য সনাতন।
কাৰণৰো কাৰণ তুমিসে অকাৰণ ॥২২
নাহিকে কাহাতো প্ৰভু প্ৰাৰ্থনা তোমাৰ।
তুমি পুনু কৰাঁ জগতকে উপকাৰ ॥২৩
সংসাৰত নাহিকে তোমাৰ অবিদিত।
জগতৰে হিত তুমি চিন্তাঁ প্ৰতিনিত ॥২৪
নলৱয় জীৱে যেবে তোমাত শৰণ।
তাৱত নেৰাৱে জীৱে উৎপতি মৰণ ॥২৫
নানা পাপ পুণ্য কৰি নানা দেহ ধৰি।
ফুৰে নানা সুখ দুখ ফল ভোগ কৰি ॥২৬
তুমি অজ নাহি দেৱ জনম তোমাৰ।
লীলায়ে ধৰাঁহা নানাবিধ অৱতাৰ ॥২৭
মহন্তক পালাঁ ধৰ্ম্মপথ ৰক্ষা কৰি।
কৰাঁহা বিনাশ দুষ্ট দুৰ্জ্জনক হৰি ॥২৮

তুমি কাল মূৰ্ত্তি সৰ্ব্ব সংহাৰ কাৰণ।
তুমি চৰাচৰ গুৰু জগততাৰণ ॥২৯
ধৰ্ম্ম অৰ্থ কাম মোক্ষ দাতা তুমি দেৱ।
তুমি বিনে সংসাৰত সাৰ নাহি কেৱ ॥৩০
নিজ যোগবলে প্ৰকৃতিৰ গুণ তিনি।
আপোনাতে আপোনাক সৰ্জাঁহা আপুনি॥৩১
আপুনি পালাঁহা কৰা আপনি সংহাৰ।
আপুনি ঈশ্বৰ তুমি আপুনি সংহাৰ ॥৩২
কালৰ হাতত ৰক্ষাকৰ্ত্তা নাহি আন।
তুমিসে কেবল মাত্ৰ বিশ্ৰামৰ থান॥৩৩
এক মূৰ্ত্তি নানা মূৰ্ত্তি নানা মূৰ্ত্তি এক।
তোমাত জগত তুমি তাত ব্যতিৰেক ॥৩৪
তুমি প্ৰাণ মন মুখ চক্ষু কৰ্ণ নাসা।
তোমাতেসে সকল জগতে কৰে বাসা ॥৩৫
অন্তৰ্য্যামীৰূপে তুমি জগত আধাৰ।
প্ৰবৰ্ত্তায়া যতেক জীৱৰ ব্যৱহাৰ ॥৩৬
তোমাৰ মুখত চাৰি বেদ উপজিল।
ব্ৰহ্মা আদি দেৱৰ নিয়ম নিয়োজিল ॥৩৭
তোমাত উপজি বেদে তোমাকেসে কয়।
মায়াযে মোহিত জীৱে তাক নেদেখয় ॥৩৮
নানা কাৰ্য্য কৰ্ম্ম ধৰ্ম্ম কৰয় প্ৰবন্ধি।
ক্ষাৰ সংসাৰত সেহি কামে হুয়া বন্দী ॥৩৯
সাধুসঙ্গ লৈয়া যাৰে নভজে তোমাক।
তাৰত নপাৰে কৰ্ম্ম বন্ধ এৰাইবাক ॥৪০
এতেকেসে এক চিত্ত কৰি দেৱগণে।
তোমাৰ চৰণে আসি পশিলোঁ শৰণে ॥৪১
কৰিয়ো কৰুণা মাত্ৰ এক লেশ মান।
ত্ৰিদশ দেৱৰ হৌক দুখ পৰিত্ৰাণ ॥৪২
নমো নাৰায়ণ সৰ্ব্বজন অধিপতি।
নমো দায়াশীল দেৱ অগতিৰ গতি ॥৪৩
নমো দামোদৰ ব্ৰহ্মময় কলেৱৰ।
নমো বিঘ্নহৰ নমো কৃপাৰ সাগৰ ॥৪৪
নমো নমো ত্ৰিভুবন পতি মহা দেৱ।
নমো নমো সদা ত্ৰিজগতে কৰে সেৱ ॥৪৫
নমো বাসুদেৱ নমো সৰ্ব্বৰূপধৰ।
প্ৰকৃতিত পৰ নমো নমো যোগেশ্বৰ ॥৪৬
নমো শুদ্ধ বুদ্ধ নিত্য নিৰঞ্জন কায়া।
হুয়ো সুপ্ৰসন্ন ত্ৰিদশক কৰাঁ দায়া ॥৪৭
নাজানোহো স্তুতি নতি প্ৰণতি তোমাৰ।
জয় জয় হৰি হেৰা গোচৰ আমাৰ ॥৪৮
এইমতে দেৱে স্তুতি কৰিলা বিস্তৰ।
শুনিয়া সন্তুষ্ট ভৈলা ত্ৰৈলোক্যঈশ্বৰ ॥৪৯
ত্ৰিদশ দেৱৰ দুখ দেখি বিপৰীত।
দায়া বসে পৰম প্ৰসন্ন ভৈলা চিত ॥৫০
মেঘৰ গম্ভীৰ ধ্বনি মাতিলা হৰিষে।
দেৱৰ শৰীৰে যেন অমৃত বৰিষে ॥৫১
হে ব্ৰহ্মা শুনিয়োক বচন আমাৰ।
কেনে এত বৰ দুঃখ মিলিল তোমাৰ ॥৫২
মিলিল পৰম দুখ তোমাৰ বাসৱ।
শুনা যম তযু কেনে ভৈল পৰাভৱ ॥৫৩
বৰুণ তোমাৰ নাগপাশ কোনে নিল।
শুনা সূৰ্য্য তযু তেজ কেমনে হৰিল ॥৫৪
কেনে শশধৰ তুমি ভৈলা কান্তিহীন।
ধৰ্ম্ম কেনে তোমাৰ শৰীৰ ভৈল ক্ষীণ ॥৫৫
কি শোকে সুধিৰ গতি ভৈলা হুতাশন।
ভৈলা মন্দগতি তুমি কিমতে পৱন ॥৫৬
কিয় বসুমতী সতী কৰাঁহা বিলাপ।
কমন দুৰ্জ্জনে দিলে তোমাক সন্তাপ ॥৫৭
সাগৰ সুথিৰ-বেগ ভৈলা কি কাৰণ।
কুবেৰ দৰিদ্ৰ ভৈলা কোনে নিলে ধন ॥৫৮
ষড় ঋতু কিবা হেতু ভৈলা বিপৰ্য্যয়।
কেমনে বিৰূপ ভৈলা বিদ্যাধৰচয় ॥৫৯
স্বৰহীন গন্ধৰ্ব্ব ভৈলাহা কি কাৰণ।
কি হেতু কাতৰ ভৈলা নৱগ্ৰহগণ ॥৬০
ভৈলাহা স্বতন্ত্ৰ পূজা এৰি কিবা কাজ।
কমনে প্ৰমাদ ভৈলা ত্ৰিদশৰ মাজ ॥৬১
কাহিয়োক মনে মোক স্বৰূপ বচন।
তোমাসাৰ বৰ কিবা সাধোঁ প্ৰয়োজন ॥৬২
বিষ্ণুৰ বচন শুনি হৰিষ মিলিল।
সবে দেৱগণে বৃহস্পতিক বুলিল ॥৬৩
ৰাৱণৰ চৰিত্ৰ কহিয়ো বৃহস্পতি।
মিলাই আছে জগতৰ বিষম বিপতি ॥৬৪
শুনি দেৱ গুৰু ত্ৰিদশৰ বচনক।
কৃতাঞ্জলি হুয়া চাহি কৃষ্ণ চৰণক ॥৬৫
বুলিবাক লৈলা কৰি সুমধুৰ বাণী।
শুনিয়োক পৰম ঈশ্বৰ চক্ৰপাণি ॥৬৬

ত্ৰিভুৱনে নাহিকে তোমাৰ অবিদিত ।
তথাপিতো তযু আগে কহিবে সুচিত ॥৬৭
তোমাত জনাইলে দুখ হৈবে নিবাৰণ ।
এহি হেতুতেসে যত যত মহাজন ॥৬৮
আপোনাৰ সুখ দুখ তোমাত অৰ্পন্ত ।
সৰ্ব্ব কৰ্ত্তা বুলি মনে তোমাক ভাৱন্ত ॥৬৯
এতেকে কহিবোঁ যেনে দেৱৰ দুৰ্গতি ।
বেদ বিশ্বশ্ৰবা পুত্ৰ ৰাৱণ দুৰ্ম্মতি ॥৭০
ৰাক্ষসৰ কুলে নিকষাত জাত ভৈল ।
ঘোৰ তপ কৰিয়া ব্ৰহ্মাত বৰ লৈল ॥৭১
সুৰাসুৰ লোকত অবধ্য কলেৱৰ ।
ত্ৰিভুবন জিনি পীড়া কৰে লঙ্কেশ্বৰ ॥৭২
সি কাৰণে দেৱে দুখ পাৱে বিপৰীত ।
নানা ৰত্ন সাগৰে যোগাৱে প্ৰতি নিত ॥৭৩
পুষ্পক বিমান কাঢ়ি আনি কুবেৰৰ ।
সেহি ৰথে চঢ়ি ফুৰে বীৰ লঙ্কেশ্বৰ ॥৭৪
হুয়া বিপৰ্য্যয় ষড় ঋতু নিৰন্তৰে ।
সঙ্কুচিতভাৱে ৰাৱণক সেৱা কৰে ॥৭৫
ৰাৱণত হন্তে আতি পায়া পৰাভৱ ।
বিদ্যাধৰী অপেস্বৰী যোগান্ত বাসৱ ॥৭৬
থান মাগ্গি থাকন্ত পৱন মহাভাগে ।
চন্দ্ৰে ছত্ৰ ধৰি যান্ত ৰাৱণৰ আগে ॥৭৭
নপান্ত কৰিবে যজ্ঞ মুনি নিৰন্তৰে ।
ৰাক্ষসক পঠাই ৰুধিৰ বৃষ্টি কৰে ॥৭৮
ভয়ে নৱগ্ৰহে ভোগ তেজিলেক সৰ্ব্ব ।
নৃত্য গীত কৰি তথা থাকয় গন্ধৰ্ব্ব ॥৭৯
কতেক কহিবোঁ প্ৰভু তোমাৰ আগত ।
কোন দেৱে লাজ নাহি পাৱে ৰাৱণত ॥৮০
হৰি নিলে ৰাৱণে পাইলেক যাৰ যত ।
কাহাৰো নাহিকে আৰ কাৰ্য্য বিষয়ত ॥৮১
সমস্তৰে সম্পত্তি ৰাৱণে হৰি নিল ।
অধম ৰাক্ষসে দেৱতাক বিড়ম্বিল ॥৮২
নীচ জনে উত্তমক পীড়য় অধিক ।
আমাৰ উত্তম জন্ম আছো ধিক্ ধিক্ ॥৮৩
শুনি বৃহস্পতিৰ বচন দামোদৰ ।
কৃপায় হাসিয়া হৰি দিলন্ত উত্তৰ ॥৮৪
হে বৃহস্পতি কহ কহ ভাল কৰি ।
এহি বুলি পুনু মাতিলন্ত দেৱহৰি ॥৮৫

মোৰ পাৰিষদ বুলি কেহো নজানয় ।
নীচ বুলি আতিশয় গৰিহা কৰয় ॥৮৬
কোটি এক দেৱে ৰাৱণক নোহে সম ।
সেহি ভৈল অধম কোন আছয় উত্তম ॥৮৭
এতেকেসে উচ্চ কৰি হাসিলা ঈশ্বৰে ।
সাগৰৰ ঊৰ্ম্মিক ঢাকিলা সেহি স্বৰে ॥৮৮
হৰিষ হাসিত শোভা কৰিল বদন ।
মুকুতাৰ জ্যোতি জিনি প্ৰকাশে দশন ॥৮৯
বুলিলন্ত বচন শবদ অনুপাম ।
সেহি শব্দে চাৰি পদে ভৈলা শ্লোক নাম ॥৯০
জানিলোঁহো বৃহস্পতি দুখ তোমাসাৰ ।
ৰাক্ষস ৰাৱণে দুখ দিলেক অপাৰ ॥৯১
নীচ হুয়া উত্তম দেৱক পীড়িলেক ।
অধমৰ পৰাভৱ লভিয়া অনেক ॥৯২
প্ৰজ্বলিত হুয়া আছে ৰাৱণ প্ৰখৰ ।
পৰম আকুল চিত্ত কৰিলা দেৱৰ ॥৯৩
শুক্ৰে সমে উপায় কৰিয়া বলিৰাই ।
পূৰ্ব্বে স্বৰ্গপদ লৈলা ইন্দ্ৰক খেদাই ॥৯৪
সিকালে আপুনি ভৈলোঁ সহায় ইন্দ্ৰৰ ।
বলিক পাতালে নিলোঁ খেদায়া স্বৰ্গৰ ॥৯৫
ইবাৰ ইন্দ্ৰক পীড়া কৰে লঙ্কনাথ ।
অস্ত্ৰে হানি তাহাৰ কাটিবোঁ দশমাথ ॥৯৬
হুয়াছে প্ৰচণ্ড বৰ লভিয়া ব্ৰহ্মাত ।
ত্ৰিদশ দেৱক মোৰ কৰে উতপাত ॥৯৭
কাটিবোঁহো শিৰ কৰি দাৰুণ প্ৰহাৰ ।
তেবে গুলগুলি মোৰ গুচিব হিয়াৰ ॥৯৮
দশ দিগপালৰ সাধিবোঁ প্ৰতিকাৰ ।
ত্ৰিভুবন লোকক পীড়িল দুৰাচাৰ ॥৯৯
যিহেতু সহিছোঁ উপদ্ৰৱ ৰাৱণৰ ।
শুনা বৃহস্পতি তাৰ স্বৰূপ উত্তৰ ॥১০০
মহাদুখে হৰক আৰাধি লঙ্কেশ্বৰ ।
আপোন ইচ্ছায়ে মাগি লৈয়া আছে বৰ॥১০১
সুৰাসুৰে জিনিবাক নপাৰয় আনে ।
অজৰ অমৰ মহেশ্বৰ বৰ দানে ॥১০২
ব্ৰহ্মাক আৰাধি সিটে আক বৰ লৈল ।
মানুষে মাৰিবে ব্ৰহ্মা বৰ ছিদ্ৰ থৈলা ॥১০৩
তাৰ বধ হেতু মানুষত হৈবোঁ জাত ।
দশৰথ ৰাজা সূৰ্য্য বংশত প্ৰখ্যাত ॥১০৪

দেৱতাৰ প্ৰয়োজনে চাৰি ৰূপ ধৰি।
দশৰথ গৃহে উপজিবোঁ নিষ্ঠ কৰি ॥১০৫
তপস্বীৰ বেশে দেৱকাৰ্য্যক সাধিবোঁ।
দুৰাচাৰ ৰাৱণক সবংশে বধিবোঁ ॥১০৬
ৰাৱণৰ দশ মাথ কাটিবোঁ উৎসুকে।
আকাশতে থাকি সবে দেখিবা কৌতুকে॥১০৭
মোৰ ক্ৰীড়া হেতু দেৱগণ আছা যত।
ছদ্মৰূপে উতপতি হৈবা বানৰত ॥১০৮
শুনি ত্ৰিদশৰ মহা হৰিষ মিলিল।
বজায় দুন্দভি নৃত্য কৰিবে লাগিল ॥১০৯
মাধৱে বোলন্ত সবে লৈয়ো পৰমাণ।
দশৰথ নৃপতিৰ যাইঁা যজ্ঞথান ॥১১০
অদ্ভুত পুৰুষ সাজি দিলা নাৰায়ণ।
হাতে ধৰি পায়স সকলে দেৱগণ ॥১১১
ভৈলোঁ পৰিত্ৰাণ মনে আনন্দ মিলিল।
কৰিক প্ৰণামি যজ্ঞ থানক চলিল ॥১১২
সেই সময়ত লক্ষ্মী বুলিলন্ত বাণী।
মোক কিবা আজ্ঞা হয় প্ৰভু চক্ৰপাণি ॥১১৩
দশৰথ গৃহে তুমি হৈবা উতপন।
আমি কৈত উপজিবোঁ বুলিয়ো বচন ॥১১৪
শুনিয়া কৌতুকে বুলিলন্ত দামোদৰ।
আছন্ত জনক ৰাজা মিথিলা নগৰ ॥১১৫
আচৰন্ত ৰাজা ঋষি ধৰ্ম্ম নিৰন্তৰে।
অযোনিকা হুয়া থাকিবাহা তান ঘৰে ॥১১৬
এহি বুলি অন্তৰ্দ্ধান ভৈলা দেৱহৰি।
দেৱগণে মাধৱৰ আজ্ঞা শিৰে ধৰি ॥১১৭
দশৰথ ৰাজাৰ যজ্ঞৰ থানে গৈলা।
ব্ৰহ্মা সমন্বিতে সবে আকাশতে বৈলা ॥১১৮
কৰে যজ্ঞ নৃপতি পুত্ৰক একচিত্তে।
মহা পুষ্প বৃষ্টি আসি ভৈলা আচম্বিতে ॥১১৯
তাক দেখি হৰিষ ভৈলন্ত সৰ্ব্বজন।
ৰাজাৰ দক্ষিণ বাহু স্পন্দে ঘনে ঘন ॥১২০
দক্ষিণ নয়ন স্পন্দে দক্ষিণ হৃদয়।
পুত্ৰ হৈব হেন নৃপতিৰ মনে লয় ॥১২১
পৰম আনন্দ ভৈল হৃদয়ত জাত।
সুগন্ধ চম্পক মালা পিন্ধিয়া মাথাত ॥১২২
অগৰু চন্দন শুক্ল বস্ত্ৰ পিন্ধি গাৱে।
নানা দ্ৰব্যে দেৱক পূজন্ত সৰ্ব্বভাৱে ॥১২৩
নানা সুমঙ্গল বাদ্য বাজন বাজয়।
শুভ হেতু সৰ্ব্বজনে কৰে জয় জয় ॥১২৪
পুত্ৰ মন্ত্ৰ জপ ৰাজা কৰে মনে মন।
সুমঙ্গল জপন্ত সকল মুনিগণ ॥১২৫
মুখ্য মুখ্য মুনিগণে বহ্নিত ৰবন্ত।
পিঙ্গল আকৃতি বহ্নি কুণ্ডত জ্বলন্ত ॥১২৬
অদ্ভুত পুৰুষ হাতে পায়স লৈলন্ত।
যজ্ঞৰ কুণ্ডৰ গৈয়া ভিতৰ ভৈলন্ত ॥১২৭
আকাশত থাকি ব্ৰহ্মা বুলিলা বচন।
ৰাজাৰ বাঞ্ছিত সিদ্ধি হৈব মুনিগণ ॥১২৮
কৰিয়োক পূৰ্ণাহুতি কুণ্ডৰ বহ্নিত।
উঠিবেক আতি দিব্য পায়স অমৃত ॥১২৯
পৰম সাদৰে দশৰথে তাক নিব।
মহাদই সমস্তক বিবৰ্ত্তিয়া দিব ॥১৩০
তেবে চাৰি পুত্ৰ হৈব বিষ্ণু অৱতাৰ।
কৰিবন্ত বংশ সমে ৰাজাক উদ্ধাৰ ॥১৩১
এহি বুলি ব্ৰহ্মা নিজ থানে চলি গৈলা।
অদ্ভুত শুনিয়া মুনিগণ ৰঙ্গ ভৈলা ॥১৩২
ঋষ্যশৃঙ্গে পূৰ্ণাহুতি বহ্নিত দিলন্ত।
কুণ্ড মধ্য হন্তে পুৰুষেক উঠিলন্ত ॥১৩৩
সুন্দৰ আকৃতি আতি বিষ্ণু সমসৰ।
দিব্য বস্ত্ৰ অলঙ্কাৰে শোভে কলেৱৰ ॥১৩৪
মাথাত পীঙ্গট জট শৰীৰ পিঙ্গল।
শবদ গম্ভীৰ তনু প্ৰকাশে উজ্জ্বল ॥১৩৫
সম্পূৰ্ণ পায়স পাত্ৰ হাতে আছে ধৰি।
ঋষ্যশৃঙ্গ হাতে পাচে দিলন্ত সাদৰি ॥১৩৬
ৰঙ্গে ঋষ্যশৃঙ্গে লৈলা দুই হাত পাতি।
অদ্ভুত পুৰুষে বাক্য বুলিলন্ত মাতি ॥১৩৭
সুবৰ্ণৰ পাত্ৰত পায়স থৈৰ ভৰি।
তিনি মহাদই ভুঞ্জিবন্ত ভাগ কৰি ॥১৩৮
তিনিও হৈবেক চাৰি তনয় ৰাজাৰ।
সাক্ষাতে হৈবন্ত নাৰায়ণ অৱতাৰ ॥১৩৯
সাধিবন্ত জগতৰ পৰম কল্যাণ।
এহি বুলি অদ্ভুত ভৈলন্ত অন্তৰ্দ্ধান ॥১৪০
অদ্ভুতৰ কথা শুনি মহামুনিগণে।
বসিলা পায়স লৈয়া হৰিষ বদনে ॥১৪১
ঋষ্যশৃঙ্গ মুনি মহাযজ্ঞ সমাপিল।
দশৰথ ৰাজা ঋষিগণক অৰ্চিল ॥১৪২

বস্ত্র অলঙ্কাৰ পুষ্প চন্দনে ভূষিলা ।
বহুবিধ বস্ত্র দিয়া মন সন্তোষিলা ॥১৪৩
দিলা ৰাজা দক্ষিণা সুবর্ণ এক কোটি ।
মুনি সবে আশীর্ব্বাদ দিলা মনতুষ্টি ॥১৪৪
ৰজত বত্রিছ কোটি দিলা দশৰথ ।
আশীর্ব্বাদ পায়া পূর্ণ ভৈল মনোৰথ ॥১৪৫
ৰাজা প্রজা দুখী ভিক্ষু যতেক আছিল ।
অন্নে পানে নানা দানে সবাকো তুষিল ॥১৪৬
ৰাজাক যজ্ঞক কৰি প্রশংসা অশেষ ।
ৰাজা প্রজা মুনিগণ চলি গৈলা দেশ ॥১৪৭
পাচে ঋষ্যশৃঙ্গ মুনিৰাজক নৃপতি ।
অনেক প্রকাৰে পূজি কৰিলা ভকতি ॥১৪৮
স্তুতি নতি প্রণতি কৰিয়া বহুমান ।
শান্তা সমন্বিতে পঠাই দিলা নিজ থান ॥১৪৯

---

২৫ অধ্যায়—কৌশল্যা, কৈকেয়ী আৰু সুমিত্ৰাৰ পায়স ভক্ষণ । আৰু ৰাম, লক্ষ্মণাদিৰ জন্ম ।

পায়া ৰাজা পায়স হৰিষ বিপৰীত ।
দেৱে যেন সাগৰত পাইলন্ত অমৃত ॥১
জগত দুর্লভ ইতো পায়স সাক্ষাত ।
চাৰি অংশে বিষ্ণু তেজ আছয় ইহাত ॥২
দুই ভাগ পায়স কৰিয়া মহাৰাজ ।
দুই চৰু লৈয়া গৈলা অন্তঃপুৰ মাজ ॥৩
কৌশল্যা কৈকেয়ী দুই মহাদৈক দিল ।
পায়স ভুঞ্জিতে ৰাজা দুইহাকো বুলিল ॥৪
ইহাক ভুঞ্জিলে হৈব উত্তম সন্ততি ।
চাৰি অংশে বিষ্ণু আসি হৈব উতপতি ॥৫
পায়সৰ পৰম মহিমা শুনি আতি ।
সাদৰে লৈলন্ত দুয়ো জনে হাত পাতি ॥৬
হৰিষে খোজন্ত দুয়ো পায়স ভুঞ্জিত ।
সুমিত্রা আসিয়া দুইৰো আগে ভৈলা থিত ॥৭
কিবা খাহা বাই বুলি পুছিলা বিনয় ।
শুনি কৌশল্যাৰ দায়া ভৈল অতিশয় ॥৮
কৈকেয়ীক বুলিলন্ত কৌশল্যা সুন্দৰী ।
সুমিত্রাক নিদি আমি খাইবোঁ কেনে কৰি ॥৯
পাচে বুলিলন্ত নৃপতিৰ বিদ্যমান ।
সুমিত্রাক দিবে আজ্ঞা কৰাঁ কিছুমান ॥১০
হাসিলা নৃপতি কৌশল্যাৰ বাণী শুনি ।
সুমিত্রাকো দিবে আজ্ঞা দিলা মহামানী ॥১১
পাচে আসি বশিষ্ঠে দিলন্ত শুভক্ষণ ।
শুদ্ধ হুয়া কৰিবন্ত পায়স ভক্ষণ ॥১২
চাৰি অংশে বিষ্ণু আসি হৈব অৱতাৰ ।
ভুঞ্জিব পায়স কৰি মঙ্গল আচাৰ ॥১৩
বশিষ্ঠৰ বচন শুনিয়া তিনি জনে ।
আচৰি মঙ্গল শুদ্ধ হুয়া শুভক্ষণে ॥১৪
পায়স ভুঞ্জিবে বসিলন্ত ভিন্নে ভিন্নি ।
প্রথমে ৰাজাৰ আজ্ঞা পাই দুই ৰাণী ॥১৫
পাচে সুমিত্রাক প্রতি আদেশ কৰিল ।
আগে দুই ভাগ দুই মহাদৈক দিল ॥১৬
কৌশল্যা কৈকেয়ী পাচে দুই পটেশ্বৰী ।
আপোনাৰ ভাগ দুয়ো দুই ভাগ কৰি ॥১৭
সুমিত্রাক দুই ভাগ দিলা ৰঙ্গ মনে ।
নিবন্ধন বাক্য বুলিলন্ত দুই জনে ॥১৮
শুনিবি সুমিত্রা তই আমাৰ উত্তৰ ।
আপুনি নিদিল তোক ভাগ নৃপবৰ ॥১৯
আমিসে স্নেহত ভাগ দিলোঁ তাক জান ।
এতেকেসে বোলোঁ আমি বচন বন্ধন ॥২০
যাৰ ভাগহন্তে তোৰ যিতো পুত্র হয় ।
আমাৰ পুত্রৰ হৈব সহায় নিশ্চয় ॥২১
শুনি সুমিত্রাৰ ভৈল হৰিষ মনত ।
বোলন্ত বিনয় ভাৱে দুয়োৰো আগত ॥২২
শুনা দুয়ো জন বোলো স্বৰূপ বচন ।
হোৱে যেবে মোৰ দুই পুত্র উতপন ॥২৩
হৈবেক সেবক তোৰা দুইৰো তনয়ৰ ।
শুনিয়া কৌতুক বৰ ভৈলা দুইহন্তৰ ॥২৪
অনন্তৰে তিনি জনে পখালিলা পাৱ ।
ধৌত বস্ত্র পিন্ধি ভৈলা পবিত্র স্বভাৱ ॥২৫
আপোনাৰ ভাগ সবে লৈয়া ৰঙ্গমনে ।
পায়স ভোজন কৰিলন্ত তিনি জনে ॥২৬
পাচে পুষ্প শয্যাত শুতিলা তিনি সতী ।
শুভ লগ্নে অন্তঃপুৰে গৈলন্ত নৃপতি ॥২৭
অনুক্রমে প্রবেশিলা তিনিৰো শয্যাত ।
পুত্রকাম বিভাগে কৰিলা ৰেতঃপাত ॥২৮
নিদ্রা অচেতন তিনি দেবীয়ে আছন্ত ।
স্বপনত তিনিও দেখিল ভগৱন্ত ॥২৯

শঙ্খ চক্র গদা পদ্ম চারি অস্ত্র ধরি।
স্বপ্নে তিনি মহাদৈৱক দেখা দিলা হরি ॥৩০
গৰুড়র দুই পাখা জ্বলে সুবর্ণৰ।
তাহান স্কন্ধত বসি আছে দামোদৰ ॥৩১
মহা মেঘখণ্ড যেন মেৰুৰ উপৰে।
দিশপাশ প্ৰকাশি শৰীৰ জ্যোতি কৰে ॥৩২
পীত বস্ত্র জ্বলে আতি শ্যাম শৰীৰত।
স্থিৰ বিদ্যুতিকা যেন প্ৰকাশে মেঘত॥৩৩
গলে বনমালা মণি কৌস্তুভ কণ্ঠত।
বস্ত্র উড়িয়ানি জ্বলে কটি প্রদেশত ॥৩৪
পূর্ণ শশধৰ কচি প্ৰসন্ন বদন।
প্রফুল্ল পঙ্কজ জিনি শোভয় নয়ন ॥৩৫
শ্যাম শৰীৰত শোভে বস্ত্র অলঙ্কাৰ।
নির্ম্মল গগনে যেন তাৰা জ্যোতিষ্কাৰ ॥৩৬
গৰুড়ৰ স্কন্ধে জ্বলে পাদ পদ্ম দুই।
শৰতৰ নির্ম্মল পঙ্কজো সম নুই ॥৩৭
কটাক্ষ হাসিত যেন অমৃত বৰিষে।
তিনি মহাদৈ চাই আছন্ত হৰিষে ॥৩৮
হৈব অৱতাৰ হেন দেখি স্বপনত।
কৰিলন্ত স্নান হৰি সাগৰ জলত ॥৩৯
তিনিয়ো আগতে পাছে ভৈলা অন্তর্দ্ধান।
স্বপনত হৰিক দেখিয়া বিস্ময়মান ॥৪০
স্নান দান কৰিলন্ত উঠি প্ৰভাতত।
কহিলা স্বৰূপ কথা ৰাজাৰ আগত ॥৪১
বিপৰীত স্বপন দেখিলা তিনি জনে।
হৈব হৰি পুত্ৰ ৰাজা জানিলন্ত মনে ॥৪২
পাছে নাৰায়ণ আসি চাৰি মূৰ্ত্তি ধৰি।
তিনি মহাদৈৱ গৰ্ভে প্ৰবেশিলা হৰি ॥৪৩
ধৰিলন্ত গৰ্ভ একেবাৰে তিনি জন।
সূৰ্য্যৰ সদৃশ গৰ্ভ কৰয় প্ৰসন্ন ॥৪৪
গৰ্ভৰ প্ৰকাশে প্ৰকাশয় তিনি নাৰী।
চক্ষু কটাৰয় ৰূপে চাহিতে নাপাৰি ॥৪৫
ঈশ্বৰ কৃষ্ণৰ তেজ বাঢ়য় গৰ্ভত।
গৰ্ভভাবে তিনি হয়া আছে অধকত ॥৪৬
তেজোময় গৰ্ভ আতি দেখিতে উজ্জ্বল।
বিষ্ণুপুত্ৰ হৈবন্ত ৰাজাৰ কৌতূহল ॥৪৭
যেতিক্ষণে বিৰা বয় খোজয় খাইবাক।
হৰিষে নৃপতি তেতিক্ষণে দেয় তাক ॥৪৮
পঞ্চম মাসত চায়া দিন শুভক্ষণ।
ঘৃত মধু পক্কান্নক কৰালা ভোজন ॥৪৯
নানা দ্ৰব্যে উৎসৱ কৰিয়া নানামত।
কৰিলন্ত পুংসৱন অষ্টম মাসত ॥৫০
কৰন্ত গৰ্ভক ৰক্ষা যত দেৱগণ।
হুয়া অৱতাৰ হৰি বধিবা ৰাৱণ ॥৫১
মুনি সবে আচৰিলা মঙ্গল আচাৰ।
উপজিবা হৰি হৈব জগত উদ্ধাৰ ॥৫২
নাছাৰন্ত ৰাজা তিনি মহাদৈৱ পাশ।
অনন্তৰে গৰ্ভ ভৈল পূৰ্ণ দশমাস ॥৫৩
শুভগ্ৰহ নক্ষত্ৰ মিলিল শুভক্ষণ।
কৌশল্যা দেৱীৰ পুত্ৰ ভৈলা উতপন ॥৫৪
জগতৰে সুমঙ্গল ভৈলন্ত উদয়।
শীতল দীপিতি দশোদিশ প্ৰকাশয় ॥৫৫
ত্ৰিজগত লোকৰ কুশল হেতু হৰি।
উপজিলা কৌশল্যাত নৰৰূপ ধৰি ॥৫৬
দেৱগণে স্তুতি নতি কৰে আকাশত।
জয় জয় নৃত্য গীত কৰে নানামত ॥৫৭
যেতিক্ষণে কৌশল্যাত পুত্ৰ উপজিল।
অন্তঃপুৰ মাজে মহা কৌতুক মিলিল ॥৫৮
জয় জয় কোলাহল কৰে হুলস্থূল।
নানা নৃত্য গীত বাদ্য শবদ তুমুল ॥৫৯
সুগন্ধ শীতল জলে শিশুক ধোৱাইল।
দুগ্ধ দিয়া সুকোমল শয্যাত শুৱাইল ॥৬০
অনন্তৰে দূতে নৃপতিত জ্ঞান দিল।
শুনা প্ৰভু কৌশল্যাত পুত্ৰ উপজিল ॥৬১
শুনি নৃপতিৰ হৰিষৰ নাহি পাৰ।
দূতক দিলন্ত ৰাজা বস্ত্ৰ অলঙ্কাৰ ॥৬২
সযত্নে নৃপতি পাছে কৰিলন্ত স্নান।
বহুবিধ বস্ত্ৰ ৰাজা কৰিলন্ত দান ॥৬৩
যতেক ভাণ্ডাৰ মানে সমীপতে পাইল।
পুত্ৰৰ কল্যাণ হেতু সমস্তে বিলাইল ॥৬৪
তাত পাছে কৈকেয়ীৰ পুত্ৰ উপজিল।
শুনি নৃপতিৰ মহা হৰিষ মিলিল ॥৬৫
আত অনন্তৰে শুভক্ষণ সময়ত।
সুমিত্ৰাৰ পুত্ৰ দুই ভৈলন্ত বেকত ॥৬৬
সৰ্ব্ব সুলক্ষণ দুই জন্মা কুমাৰ।
শুনি নৃপতিৰ নাহি আনন্দৰ পাৰ ॥৬৭

উপজিল চাৰি পুত্ৰ বংশৰ উদ্ধাৰ।
হৰিষে বিলাইলা ৰাজা প্ৰধান ভাণ্ডাৰ ॥৬৮
ভূমিত বেকত যেবে ভৈলা দামোদৰ।
খসিল মাথাৰ মণি ৰাজা ৰাৱণৰ ॥৬৯
দেখিয়া পুছিলা মাল্যৱন্তত ৰাৱণে।
খসিল মাথাৰ মোৰ মণি কি কাৰণে ॥৭০
মাল্যৱন্ত বোলে শুনা কাৰণ ইহাৰ।
যাহাৰ হাতত মৃত্যু হৈবেক তোমাৰ ॥৭১
সেইজন পৃথিবীত ভৈলা উতপন।
শুনিয়া কুপিল মাল্যৱন্তক ৰাৱণ ॥৭২
গৰিহাৰ ছলে তাঙ্ক অনেক নিন্দিল।
পুনৰপি তুলি মণি মাথাত পিন্ধিল ॥৭৩
যেতিক্ষণে অৱতাৰ ভৈলা নাৰায়ণ।
তেখনৰ পৰা শুভ দেখে দেৱগণ ॥৭৪
নানাবিধ অশুভ দেখয় লঙ্কেশ্বৰ।
শুনিয়োক কথামৃত আত অনন্তৰ॥৭৫
দশৰথ ঘৰে হৰি ভৈলা অৱতাৰ।
দেখিয়া উৎসুক বৰ ভৈল দেৱতাৰ ॥৭৬
দুন্দুভি শবদ আতি কৰে নিৰন্তৰে।
বৰিষিলা পুষ্প দশৰথৰ উপৰে ॥৭৭
শুভক্ষণ চাই দশৰথ নৃপবৰ।
ক্ৰমে দেখিলন্ত মুখ চাৰিও পুত্ৰৰ ॥৭৮
পূৰ্ণিমাৰ চন্দ্ৰ যেন জ্বলন্তে আছয়।
দেখি নৃপতিৰ ভৈলা আনন্দ হৃদয় ॥৭৯
মহানিধি লাভ যেন ভৈল দৰিদ্ৰৰ।
লোভী পাইলা যেন পূৰ্ণঘট অমৃতৰ ॥৮০
বন্ধ আসি জীৱ যেন ভৈলন্ত মুকুত।
সেহি মতে ৰাজাৰ আনন্দ অদভূত ॥৮১
তপহন্তে আসিল কৌশিক মুনিবৰ।
বেদ পঢ়ি আশীৰ্ব্বাদ কৰিলা বিস্তৰ ॥৮২
নৃপতিৰ উপজিল চাৰি পুত্ৰবৰ।
অযোধ্যাত মিলি গৈল আনন্দ বিস্তৰ ॥৮৩
নৃত্য গীত বাদ্যভণ্ড নানা কৌতূহল।
আচৰিলা পূজা বহুবিধ সুমঙ্গল ॥৮৪
পৃথিবীৰ ৰাজাগণে কৰি বহু যত্ন।
দশৰথ ৰাজাক যোগাইল বহু ৰত্ন ॥৮৫
চাৰি মূৰ্ত্তি ধৰি ভৈলা ঈশ্বৰ বিদিত।
মিলিল উৎসৱ সাতোদ্বীপা পৃথিবীত ॥৮৬
দেৱৰ কৌতুক বৰ মিলিল স্বৰ্গত।
পৰম আনন্দ ভৈল নগৰ লোকত ॥৮৭
ত্ৰৈলোক্যত ভৈল মহা হৰিষ প্ৰচুৰ।
নাশিব দুৰ্জ্জন মহন্তৰ দুখ দূৰ ॥৮৮
চাৰি অংশে চতুৰ্ভুজ দেৱ নাৰায়ণ।
উপজিলা শুনি আসিলন্ত মুনিগণ ॥৮৯
উচ্চৈঃস্বৰে শুদ্ধ বেদ মন্ত্ৰ উচ্চৰিলা।
চাৰিও শিশুক সবে আশীৰ্ব্বাদ দিলা ॥৯০
ঋষি সমস্তক ৰঙ্গে অৰ্চ্চিয়া নৃপতি।
চাৰিও পুত্ৰক ৰাজা কৰাইলা গণতি ॥৯১
জগতৰঞ্জন গুণ দেখিঅনুপাম।
কৌশল্যাৰ পুত্ৰৰ থৈলন্ত ৰাম নাম ॥৯২
কৈকেয়ীক ৰাজাৰ অধিক স্নেহভৰ।
থৈলন্ত ভৰত নাম তাহান পুত্ৰৰ ॥৯৩
সুমিত্ৰাৰ পুত্ৰ দুই সৰ্ব্ব সুলক্ষণ।
দেখি নাম থৈলন্ত লক্ষ্মণ শত্ৰুঘন ॥৯৪
ঋষিগণে বোলন্ত শুনিয়ো দশৰথ।
তয়ু পুত্ৰে পূৰিব সবাৰ মনোৰথ ॥৯৫
এক নাৰায়ণ চাৰি অংশে মূৰ্ত্তি ধৰি।
ভৈল চাৰি পুত্ৰ আক জানা নিষ্ঠ কৰি ॥৯৬
আপুনি ভৈলন্ত পুত্ৰ জগত আধাৰ।
কমনে বৰ্ণাইবোঁ ৰাজা ভাগ্যক তোমাৰ ॥৯৭
ৰামৰূপে অৱতাৰ ভৈলন্ত ঈশ্বৰ।
লভিলা সন্ততি ৰাজা সূৰ্য্যবংশোদ্ধাৰ ॥৯৮
সন্তক পালিবা ৰাম পুৰুষ প্ৰধান।
দুৰ্জ্জন জনক মাৰি কৰিবা নিৰ্বাণ ॥৯৯
বলে বীৰ্য্যে ধৈৰ্য্যে গুণে ৰূপে নিৰুপম।
ৰাৱণে সহিতে ৰাক্ষসৰ হৈবে যম ॥১০০
নুহিবেক সুপুৰুষ ৰামৰ সমান।
অনুৰূপে জগতৰে সাধিবা কল্যাণ ॥১০১
নিজ গুণে যশে জগতক ৰঞ্জিবন্ত।
ৰামৰ মহিমা কহি কোনে পাইবে অন্ত॥১০২
সমস্ত লোকৰে আন্ত হৈব অনুৰাগ।
কিনো তুমি সুপুত্ৰ লভিলা মহাভাগ ॥১০৩
এহিমতে গণিত কৰিলা ঋষিগণ।
শুনি দশৰথৰ সন্তুষ্ট ভৈলা মন ॥১০৪
ঈশ্বৰক পুত্ৰ পায়া ভৈলা কৌতূহল।
মুনি সকলক পূজিলন্ত মহাবল ॥১০৫

পৰমান্ন পক্বামৃতে কৰাইলা ভোজন।
তুষিলন্ত দিয়া পুষ্প অগৰু চন্দন ॥১০৬
পিন্ধাইলা সবাকো দিব্য বস্ত্ৰ অলঙ্কাৰ।
দিলা বস্ত্ৰ অঞ্জলি সুবৰ্ণ একো ভাৰ ॥১০৭
কৃতাঞ্জলি সবাকো কৰিলা নমস্কাৰ।
সবাকো নৃপতি অৰ্চ্চিলন্ত বাৰে বাৰ ॥১০৮
হস্তী ঘোঁৰা ৰথ দোলা দাসী দাস দেশ।
সুবৰ্ণৰ জাৰি খুড়ি ভাজন অশেষ ॥১০৯
মনত বাঞ্ছিয়া ৰাজা পুত্ৰৰ কল্যাণ।
নপাৰি কহিবে যত কৰিলন্ত দান ॥১১০
নট ভাট তেলী মালী দুখী ভিক্ষু জন।
অন্ন পানে মহাদানে সন্তোষিলা মন ॥১১১
আছিলেক খাটনীয়া নৃপতি যতেক।
দিলা বস্ত্ৰ অলঙ্কাৰ প্ৰসাদ অনেক ॥১১২
দেৱ পিতৃ মুনিগণ যতেক জগত।
সবাকো তোষিলা ৰাজা পুত্ৰ উৎসৱত ॥১১৩
ৰাজসভকাৰ পায়া মুনি নিৰন্তৰ।
ৰাজাক প্ৰশংসা কৰি চলি গৈলা ঘৰ ॥১১৪
সমাজত লোক আছিলেক যত মান।
মহামন ৰঙ্গে চলি গৈল স্থানে স্থান ॥১১৫
পাচে দশৰথে সম্ভলিয়া যত কাজ।
পৰিপূৰ্ণ মনোৰথ ভৈলা মহাৰাজ ॥১১৬
নৰপতি তৃপিতি অতি দেখি পুত্ৰ মুখ।
জীৱৰ সন্তোষ যেন পায়া মোক্ষসুখ ॥১১৭
ঈশ্বৰ অংশৰ তেজ মহা প্ৰজ্বলিত।
চন্দ্ৰমাৰ কলা যেন বাঢ়ে নিতে নিত ॥১১৮
চাৰি ভাইৰ মাজে জ্যেষ্ঠ ভৈলন্ত শ্ৰীৰাম।
পৰম উজ্বল তনু দুৰ্ব্বাদলশ্যাম ॥১১৯
পদ্মগৰ্ভ অৰুণ নয়ন যুগ জ্বলে।
সুপ্ৰসন্ন বদন চন্দ্ৰতো কৰি বলে ॥১২০
শোভন কপোল কৰ্ণ স্কন্ধ সুবলিত।
শিখছত্ৰাকৃতি কেশ নীল আকুঞ্চিত ॥১২১
ধনুৰ সমান ভ্ৰুৰ যুগ কন্দৰ্প কান্তি।
নানা ভিল কুল মনোহৰ দন্ত পান্তি ॥১২২
সুন্দৰ স্কন্ধৰ কম্বুকণ্ঠ মনোনীত।
ভুজ ভুজঙ্গম সম সমান বলিত ॥১২৩
সুদীৰ্ঘ আঙুলি কৰ কিশলয় সম।
নখমণি প্ৰকাশে দেখিতে মনোৰম ॥১২৪
বক্ষস্থল সুন্দৰ দেখিতে মনোহৰ।
ত্ৰিবলি বলিত নাভি পদ্ম সৰোবৰ ॥১২৫
বহল জঘন কটি সিংহ সপ্ৰমাণ।
উৰু কৰিকৰ জানু জঙ্ঘন সুঠান ॥১২৬
পদ্মকোষ জিনি জ্বলে চৰণ যুগল।
চম্পক কলিকা সম আঙুলি উজ্বল ॥১২৭
নখমণিচয় যেন জ্বলে চন্দ্ৰগণ।
যাক দেখি তৃপ্তি বহে ভকতৰ মন ॥১২৮
আলতা গুলিলে যেন দেখি পদতল।
অত্যন্ত লাৱণ্য অতিশয় সুকোমল ॥১২৯
ৰেখাৰূপে চৰণত প্ৰকাশে কমল।
মহাপুৰুষৰ চিহ্ন জ্বলে ইসকল ॥১৩০
সৰ্ব্বাঙ্গসুন্দৰ ৰূপ পৰম মধুৰ।
দেখন্তে লোকৰ পাপ তাপ হোৱে দূৰ ॥১৩১
পৰম শ্ৰীমন্ত সন্ত শীতল শৰীৰ।
সাগৰ গম্ভীৰ ধীৰ গুণৰ মন্দিৰ ॥১৩২
অমৃত সমান বাণী মধুৰ আলাপ।
সৰ্ব্বজনৰঞ্জন নাহিকে কোপতাপ ॥১৩৩
কৈকেয়ীৰ তনয় ভৰত শুভাশয়।
পৰম সুন্দৰ সৰ্ব্ব গুণৰ আলয় ॥১৩৪
সুমিত্ৰাৰ তনয় লক্ষ্মণ শত্ৰুঘন।
দুয়ো সৰ্ব্ব সুন্দৰ শীতল সুশোভন ॥১৩৫
দুয়ো সুকুমাৰ দুয়োজন শুভাশয়।
সৰ্ব্ব গুণান্বিত দুয়ো ভাই শুভাশয় ॥১৩৬
কৌশল্যা কৈকেয়ী পৰমান্ন বাঁটি দিল।
দুয়ো ভাগ পৰমান্ন সুমিত্ৰা ভুঞ্জিল ॥১৩৭
সেই দুই ভাগে ভৈল দুই সহোদৰ।
কৌশল্যাৰ ভাগে ভৈল লক্ষ্মণ কুমাৰ ॥১৩৮
কৈকেয়ীৰ ভাগত ভৈলন্ত শত্ৰুঘন।
এতেকে দুইকো ভক্তি কৰে দুয়ো জন ॥১৩৯
ৰামত ভকতি সদা কৰন্ত লক্ষ্মণে।
ভৰতত শত্ৰুঘন থাকন্ত মিলনে ॥১৪০
ভৰত লক্ষ্মণ শত্ৰুঘন মহাসন্ত।
জ্যেষ্ঠ ৰামত সদা ভকতি কৰন্ত ॥১৪১
অন্যোন্যক চাৰি ভাই পৰম মিলন।
একে বিষ্ণু অংশে আসি ভৈল চাৰি জন ॥১৪২
নমো নমো ৰাম ৰঘুকুলৰ তিলক।
সজ্জনৰঞ্জন দুৰ্জ্জন বিনাশক ॥১৪৩

যাৰ নামে পূৰে জগতৰ মনকাম।
পলাওক পাতক ডাকি বোলাঁ ৰাম ৰাম॥১৪৪

২৪ অধ্যায়।

ছবি।

পৰম পুৰুষ হৰি, লীলা নৰতনু ধৰি,
ৰাম ৰূপে হুয়া অৱতাৰ।
বাঢ়ি যান্ত প্ৰতিদিন্ত, সমস্তৰে ৰঞ্জি চিত্ত,
আচৰন্ত ক্ষত্ৰ ব্যৱহাৰ॥১
পিতৃ মাতৃ চৰণত, সেৱাত সততে ৰত,
দেৱ দ্বিজ গুৰুৰ চৰণে।
কৰন্ত ভকতি নিত, সদাই ধৰ্ম্মত চিত্ত,
দম্ভ অহঙ্কাৰ নাহি মনে॥২
পৰম আচাৰী সন্ত, আতিশয় নীতিমন্ত,
পঢ়িলন্ত শাস্ত্ৰ নিৰন্তৰ।
অত্যন্ত কৰুণাশীল, নানাগুণ অভ্যাসিল,
অস্ত্ৰে শস্ত্ৰে ভৈলা ধনুৰ্দ্ধৰ॥৩
দানধৰ্ম্ম ৰাজধৰ্ম্ম, কুলৰ যতেক কৰ্ম্ম,
জানিলা চাৰিও মহাশয়।
গুৰুক কৰিয়া মান, সাম দণ্ড ভেদ দান,
জানিলন্ত আৰো যত নয়॥৪
চাৰি ভাইৰ মাজে ৰাম, সৰ্ব্বগুণে অনুপাম,
নাহি আন ৰামৰ সমান।
সমস্তৰে অগ্ৰগণি, ৰঘুবংশশিৰোমণি,
ভৈলা ৰাম পুৰুষ প্ৰধান॥৫
অস্ত্ৰ শস্ত্ৰ শাস্ত্ৰ যত, চৌষষ্টি কলাৰ তত্ত্ব,
যত বিদ্যা আছে সংসাৰত।
ক্ষেপণ জোৰণ বাণ, মন্ত্ৰ পঢ়ি সংহাৰণ,
সমস্ততে ভৈলন্ত পাৰ্গত॥৬
ৰাঘৱৰ যশ যত, প্ৰকাশিল জগতত,
যেন পূৰ্ণচন্দ্ৰ প্ৰজ্বলিত।
শুনন্তা লোকৰ মানে, যেন অমৃতৰ পানে,
অধিক সন্তোষ কৰে চিত॥৭
দশৰথ নৰেশ্বৰ, গুণ দেখি ৰাঘৱৰ,
মনে যেন অমৃত বৰিষে।
কৌশল্যাৰ মন প্ৰাণ, ৰামতে মগন ভৈল,
সুধা যেন পিয়ে অহৰ্নিশে॥৮
ৰামৰ প্ৰসন্ন মুখ, দেখন্তে বিলয় দুখ,
অযোধ্যাৰ যত নাৰী নৰ।
ৰামকেসে কৰেধ্যান, ৰামতে মজিল প্ৰাণ,
ভৈল লোক অধীন ৰামৰ॥৯
সৰ্ব্ব পাপ বিমোচন, ৰাঘৱৰ গুণগণ,
কহে জুমাজুমি সৰ্ব্বজনে।
নিৰ্ম্মল চৰিত্ৰ চয়, কেৱল অমৃতময়,
শুনি সবে পিয়ে সৰ্ব্বক্ষণে॥১০

২৫ অধ্যায়।

ছুলৰি।

ৰামৰ সমান, নাহি সুপুৰুষ,
ইতিনি লোকৰ মাজে।
দুৰ্ব্বাদলশ্যাম, সুন্দৰ শৰীৰ,
দেখিয়া মদনো লাজে॥১
গজেন্দ্ৰগমন, হাস্য নিৰীক্ষণ,
সমস্তৰে হৰে মন।
পূৰ্ণচন্দ্ৰ ৰুচি, বদন দেখিতে,
স্তম্ভি ৰহে সৰ্ব্বজন॥২
গুণহন্তে ৰূপ, ৰূপ হন্তে গুণ,
দুয়ো অন্যো অন্যে বলে।
ৰূপ গুণে লোক, দুয়ো বিমোহিত,
চাই থাকে কৌতুহলে॥৩
যেন দিনমণি, প্ৰকাশে ধৰণী,
ঢাকিল ৰামৰ গুণে।
পাপ হয় ক্ষয়, ধৰ্ম্মৰ উদয়,
জানিয়া জগতে শুনে॥৪
ক্ষমা দয়া ধৃতি, সত্য শৌচ নীতি,
সমস্ত গুণে সম্পন্ন।
ধৰ্ম্মময় মন, সদাই প্ৰসন্ন,
সজ্জন জন ৰঞ্জন॥৫
দুৰ্জ্জনৰ যম, বিপুল বিক্ৰম,
দুৰ্জ্জয় দক্ষ শৰীৰ।
বজ্ৰৰ সমান, সুদৃঢ় সন্ধান,
ধনুৰ্দ্ধৰ মহাবীৰ॥৬
অনাদি অনন্ত, নাহি যাৰ অন্ত,
যিতো দেৱতাৰ দেৱ।
ব্ৰহ্মা আদি দেৱে, সদাই কৰন্ত,
যাহাৰ চৰণে সেৱ॥৭
তেন্তে ভগৱন্ত, দেৱ মহেশ্বৰ,
ভৈল আসি অৱতাৰ।

সমস্তে লোকৰ, কুশল কাৰণে,
কৰিলা গুণ প্ৰচাৰ ॥৮
সকল নিগমে, নপাৱন্ত অন্ত,
বখানি যাৰ মহিমা ।
আন কোন জনে, কহি কৰিবেক,
ৰামৰ গুণৰ সীমা ॥৯
ৰাম হেন নাম, শুনন্তে মনত,
অমৃত যেন বৰিষে ।
মহা মহাজনে, সদা ৰাম ৰাম,
উচ্চৰে মুখে হৰিষে ॥১০
ৰাম হেন ইটো, নামৰ মধুৰ,
জানি কোন মহাজনে ।
ৰাম ৰাম বুলি, ফুৰন্ত সদাই,
মুকুতিকো হেলি মনে ॥১১
ৰামৰ নামৰ, মাজত সদাই,
সমস্ত ধৰ্ম্মৰ মেলা ।
মহা মহা পাপী, তবে ৰাম বুলি,
সংসাৰক মাৰি ঠেলা ॥১২
হেনয় ৰামৰ, মহিমা কহিতে,
শকতি আছে কাহাৰ ।
মুকখ মাধৱ, দাসে বিৰচিল,
আদিকাণ্ড কথা সাৰ ॥১৩
শুনা সভাসদ, ৰামায়ণ পদ,
নিন্দা নুবুলিবা মোক ।
ৰামৰ চৰিত্ৰ কৰিয়োক পান,
পদ যে তেন হৌক ॥১৪
ৰাম চৰিত্ৰ, বিৰচি আছন্ত,
মহা মহা কবি জনে ।
তাসম্বাক দেখি, পদ কৰিবাক,
স্বাদ ভৈল মোৰ মনে ॥১৫
প্ৰমত্ত হস্তীক, সিংহে বিমৰ্দ্দয়,
আপোনাৰ বলে বাপি ।
তাক দেখি যেন, ক্ষুদ্ৰ মূষকৰ,
শ্ৰদ্ধা হোৱে তাক লাগি ॥১৬
সিংহৰ মূষৰ, যতেক অন্তৰ,
মোৰো সেহি পটন্তৰ ।

ইতো মোৰ দোষ, ক্ষমিবে উচিত,
তুমি সব মহন্তৰ ॥১৭
অধম জনসে জানিবা নিশ্চয়,
বিচাৰয় দোষ গুণ ।
দোষ পৰিহাৰি, গুণক লয়ন্ত,
উত্তম যিটো নিপুণ ॥১৮
ৰামৰ চৰিত্ৰ, শ্ৰৱণেসে জানা,
সমস্ত ধৰ্ম্মৰ সাৰ ।
হেলা পৰিহৰি, শুনা কৰ্ণ ভৰি,
তেবেসে পাইবা নিস্তাৰ ॥১৯
ৰামেসে পৰম, ধৰ্ম্ম অনুপাম,
সৰ্ব্বোত্তম সৰ্ব্বসাৰ ।
ৰামেসে সুহৃদ, সোদৰ বান্ধৱ,
তেহেসে জগউদ্ধাৰ ॥২০
নিজ আত্মাদেৱ, প্ৰভু মহেশ্বৰ,
সৰ্ব্বানন্দ নিৰঞ্জন ।
জগত কাৰণ, কৌশল্যা নন্দন,
হুয়াছে বধী ৰাৱণ ॥২১
ইতিনি ভুবনে, ৰামৰ চৰণ,
বিনে নাহি আন গতি ।
মহা ভাগৱত, পুৰাণ ভাৰত,
সাৰাৰে এহি যুগুতি ॥২২
বেদ শাস্ত্ৰ যত, বিচাৰি চাহিবা,
ৰাম বিনে নাহি আন ।
কেতিক্ষণ জানা, পৰম শৰীৰ,
ইটো যেই সেই থান ॥২৩
কলিৰ প্ৰভাৱে, যতাৰ লোকৰ,
ভৈগৈল মলিন মতি ।
আন ধৰ্ম্মে কৰ্ম্মে, মলিন জনৰ
কিময়তে সাধিব গতি ॥২৪
পৰম মলিন, জনো পাৱে গতি,
সুমৰিলে হৰি নাম ।
জানিয়া সমস্ত, সমজ্যাৰ লোক,
ডাকি বোলা ৰাম ৰাম ॥২৫

---

২৩ অধ্যায়—ৰাজর্ষি জনকৰ গৃহত সীতাৰূপে লক্ষ্মীৰ জন্ম।

পদ

জগতৰে হিত চিন্তি হুয়া চাৰি জন।
দশৰথ ঘৰে উপজিলা নাৰায়ণ ॥১
যেতিক্ষণ ৰামৰূপে উপজিলা হৰি।
ত্রিজগত সুখী ভৈল সেহি দিন ধৰি ॥২
মিলিল হৰিষ আতি মহন্তৰ মনে।
পদ্মৰ প্ৰকাশ যেন সূৰ্য্য দৰশনে ॥৩
পৰিল নিজম যত দুৰ্জ্জন সকল।
আদিত্যৰ তাপে যেন ঝাঁৰে উতপল ॥৪
অধৰ্ম্ম বিনাশি ভৈল ধৰ্ম্মৰ উদয়।
সূৰ্য্যৰ প্ৰকাশ যেন গুচি তমোময় ॥৫
ৰাৱণ বধিতে হৰি ভৈলা অৱতাৰ।
দেখিয়া কৌতুক বৰ ভৈলা দেৱতাৰ ॥৬
পাচে আসি ব্ৰহ্মাৰ আদেশে দেৱগণ।
অংশে সবে ভৈল বানৰত উতপন ॥৭
পৰম দুৰ্জ্জয় বলে বীৰ্য্যে আতি চাৰ।
পৰ্ব্বতক উপাৰিয়া কৰন্ত প্ৰহাৰ ॥৮
ব্ৰহ্মা আদি কৰিয়া দেৱতা নিৰন্তৰ।
কতোহো ভালুক ভৈলা বানৰ বিস্তৰ ॥৯
দেৱতো অধিক বলে তেজ পৰাক্ৰম।
সংসাৰতো নাহি বীৰ বানৰক সম ॥১০
বিপৰীত লীলা কেনে দেখা ঈশ্বৰৰ।
দেৱতা সবকো আনি কৰিলা বানৰ ॥১১
বিষয়ত আশা যাৰ মুগুচে সৰ্ব্বথা।
সিজনৰ মুহি জানা কোননো অৱস্থা ॥১২
জানিয়া বিষয় সুখ যত্নে দূৰ কৰি।
একান্ত শৰণে নিতে ভজিয়োক হৰি ॥১৩
ঈশ্বৰৰ ভকতি সে জীৱৰ কুশল।
আত অনন্তৰে কথা শুনিয়ো সকল ॥১৪
ৰামৰ জন্মৰ কথা অমৃত সমান।
মতি অনুসাৰে বিৰচিলোঁ কিছু মান ॥১৫
সীতাৰ জন্মৰ কথা কহোঁ আত পৰে।
যিমতে জন্মিলা দেবী জনকৰ ঘৰে ॥১৬
দশৰথ ঘৰে উপজিলা ভগৱন্ত।
পৰম ঈশ্বৰী লক্ষ্মী দেবী দেখিলন্ত ॥১৭
আপোনাৰ ৰূপ আতি কৰিয়া সুবেশ।
পৰ্ব্বতে আছন্ত বসি মুক্ত কৰি কেশ ॥১৮
সেহি বেলা ৰথে চড়ি ফুৰে লঙ্কেশ্বৰ।
গোসানীক দেখিলেক পৰ্ব্বত উপৰ ॥১৯
ত্ৰৈলোক্যমোহন ৰূপ দেখি চমৎকাৰ।
ভৈল আতি মোহিত ৰাৱণ দুৰাচাৰ ॥২০
তাৰে বধ চিন্তি মনে আছন্ত গোসানী।
সিতো পাপী নিশাচৰে তাহাক না জানি॥২১
ৰথত তুলিল আনি তাক বলে ধৰি।
লক্ষ্মী মাৱে তেখনে জানিলা ধ্যান কৰি ॥২২
কোপে শপি ৰাৱণক দিলন্ত উত্তৰ।
মোক নিচিনস তই শুনৰে বৰ্ব্বৰ ॥২৩
জন্মিবাক যাওঁ তোৰ বধৰ কাৰণে।
উপজিলা হৰি তোক মাৰিবাক মনে ॥২৪
ভৈল অন্তৰ্দ্ধান এহি বুলি ৰাৱণক।
শুনি ৰাৱণৰ মনে লাগিল চমক ॥২৫
মহাভয়ে ভৈল আতি কম্পিত স্বভাৱ।
পাচে আপোনাৰ জন্ম চিন্তি লক্ষ্মী মাৱ ॥২৬
সাগৰত জাম্প দেবী দিলা বিদ্যমান।
শতেক যোজন তথা ভৈল দ্বীপ খান ॥২৭
পাচে বসুমতী গৈয়া লক্ষ্মীক সাদৰি।
তথাতে ৰহিলা তাঙ্ক উদৰত ধৰি॥২৮
ৰহিলন্ত লক্ষ্মী পৃথিবীৰ উদৰত।
কৰন্ত প্ৰকাশ ৰক্ত পিণ্ড যেন মত ॥২৯
তাহাৰ নিকটে আছে মিথিলা নগৰ।
আছে সেহি নগৰে জনক নৰেশ্বৰ ॥৩০
মহাতপশীল ৰাজা ৰাজঋষিবৰ।
পুত্ৰৱতে পালে প্ৰজা ধৰ্ম্মত তৎপৰ ॥৩১
যজ্ঞ কৰিবাক মনে জনক নৃপতি।
কৰিলা জিজ্ঞাস পাচে স্থান মহামতি ॥৩২
চাৰিবাক লাগে ভূমি দ্বাদশ বৎসৰ।
তেবেসে পবিত্ৰ স্থান হোৱয় যজ্ঞৰ ॥৩৩
গৰ্ব্ভৱতী হুয়া মহী আছয় যথাত।
অনেক লাঙ্গল নিয়া জুৰিল তথাত ॥৩৪
উঠিলেক ডিম্ব গোট বজিয়া লাঙ্গলে।
ৰক্তময় ডিম্ব সূৰ্য্য গোট যেন জ্বলে ॥৩৫
হালোৱা সকলে পাচে যুকুতি কৰিয়া।
জনকৰ আগে ডিম্ব গোট দিল নিয়া ॥৩৬

পৰম সুন্দৰ ডিব্বা দেখি মহামানী।
ভাঙ্গি চাহে ভিতৰত আছে কন্যাখানি ॥৩৭
উপজিয়া কান্দে আতি আৰ্ত্তস্বৰ কৰি।
ভুবনদুৰ্ল্লভ কন্যা পৰমা সুন্দৰী ॥৩৮
জনক নৃপতি মনে হৰষিত ভৈলা।
মহা সুলক্ষণী কন্যা কোলে তুলি লৈলা ॥৩৯
অন্তঃপুৰে গৈলা ৰাজা হুয়া ৰঙ্গমন।
দেখিলা কন্যাক পাচে মহাদেই গণ ॥৪০
স্বামীক চাহিয়া পাচে হাসিয়া বুলিলা।
কাহাৰ কন্যাক প্ৰভু কাঢ়িয়া আনিলা ॥৪১
ইতো সুলক্ষণী কন্যা বৰ ৰূপবতী।
আতি অদভুত লক্ষ্মী যেন মূৰ্ত্তিমতী ॥৪২
ৰাজা বোলে যজ্ঞ ভূমে পালোঁ কন্যাখানি।
মুখ্য মহাদেক দিয়া বুলিলন্ত বাণী ॥৪৩
তোমাক দিলোঁ হো তুলিবাহা কৰি যত্ন।
ভৈলন্ত হৰিষ দেবী পায়া কন্যা ৰত্ন ॥৪৪
পৰম দৰিদ্ৰে যেন পাইল নৱ নিধি।
কৰাইলন্ত সংস্কাৰ যেন বেদ বিধি ॥৪৫
নাম থৈতে বিচাৰ কৰিলা মুনি যত।
উপজিলা কন্যা লাঙ্গলৰ সীৰলত ॥৪৬
এতেকেসে তান সবে সীতা নাম থৈলা।
এহিমতে সীতা গোসানীৰ জন্ম ভৈলা ॥৪৭
জনক নৃপতি আতি তুলিলা যতনে।
তাহান দুহিতা সীতা বোলে সৰ্ব্বজনে ॥৪৮
সীতা নাম ধৰি লক্ষ্মী জগত জননী।
যেন চন্দ্ৰকলা বাঢ়ি যান্ত সুবদনী ॥৪৯
একচিত্ত মনে সদা বিষ্ণুক ধিয়ান্ত।
হৰিক নিচিন্তি সতী একোক নখান্ত ॥৫০
পৰম বৈষ্ণবী কন্যা দেখি সৰ্ব্বজনে।
জন্মিল লক্ষ্মীৰ অংশ জানিলেক মনে ॥৫১
সীতাৰ চৰিত্ৰ যত এতিক্ষণ থওঁ।
সম্প্ৰতিকে প্ৰভু ৰামৰ কথা কওঁ ॥৫২

---

২৭ অধ্যায়—গুহ চণ্ডালৰ বৃত্তান্ত।

পুষ্যা নক্ষত্ৰত দশৰথ মহাবীৰ।
চাৰি পুত্ৰ সবে গৈলা ভাগীৰথী তীৰ ॥১
স্নান দান তৰ্পণ কৰিয়া নৃপবৰ।
দেৱঋষি পিতৃক তৰ্পিল নিৰন্তৰ ॥২
শুনিয়োক আত পৰে অদ্ভুত কথন।
সৈন্যে সবে ভৈল ভৈত যেন মহাৰণ ॥৩
পৰম দুৰ্দ্দান্ত দুষ্ট পুষ্ট কলেৱৰ।
সেহি সময়তে মিলিলেক আথান্তৰ ॥৪
পূৰ্ব্বত ব্ৰাহ্মণ আসি অধৰ্ম্ম কৰিল।
সেহি পাপে চণ্ডাল যোনিত উপজিল ॥৫
গুহনামে ভৈল সিতো ৰাজা চণ্ডালৰ।
সেহি সময়ত লৈয়া সেনা নিৰন্তৰ ॥৬
দশৰথ নৃপতিক নগণি মনত।
চণ্ডাল কৰিল স্নান গঙ্গাৰ জলত ॥৭
দশৰথে দেখে অহঙ্কাম চণ্ডালৰ।
ধৰি আনিবাক আজ্ঞা দিলা নৃপবৰ ॥৮
শুনি গুহ নৃপতিৰ ক্ৰোধ বৰ ভৈল।
অনেক চণ্ডাল সবে যুঝিবাক লৈল ॥৯
দশৰথ নৃপতিৰ কটক অপাৰ।
দুয়ো সেনা অন্যো অন্যে কৰে ধৰ মাৰ ॥১০
লাগিল সমৰ ভাগীৰথী তীৰ জুৰি।
উভয় কটকে লগাইলেক হুড়াহুড়ি ॥১১
অনেক কটক বেঢ়ি কৰে হুলস্থূল।
পৰম দুৰ্ঘোৰ ৰণ মিলিল তুমুল ॥১২
মাৰয় খাণ্ডাৰ কোব বাজক ৰাজাৰি।
বাক সবে শালে কেহো জনে শৰ মাৰি ॥১৩
খৰতৰ অস্ত্ৰ ধৰি দুহাতে প্ৰহাৰে।
লৰবন্তে গৈয়া কতো হাতে খোকা মাৰে ॥১৪
মদমত্ত চণ্ডালৰ উথলিল বোল।
আগুৱান হুয়া যুঝে লৈয়া ঢাল খোল ॥১৫
চাৰিভিতি শবদ উঠিল ভয়ঙ্কৰ।
পৰম চঞ্চল চিত্ত ভৈল চণ্ডালৰ ॥১৬
মদ্য লাগি আছয় চেতন নাহি পায়ে।
হাতত চৌৰখি ধৰি হুলাহুলি ধায়ে ॥১৭
আউল জাউল বাউল যেন খেদিআসে।
অৰে তই কোন বুলি ঘূৰে চাৰি পাশে ॥১৮
নাহি অস্ত্ৰ শস্ত্ৰ কতো প্ৰহাৰয় দলি।
দশৰথে দেখিয়া হাসন্ত খলখলি ॥১৯
আপোনাৰ কটকক দিলন্ত নিশান।
গুহ নৃপতিক জীৱন্ততে ধৰি আন ॥২০
শুনি নৃপতিৰ আতি কটক প্ৰখৰ।
যুঝিবাৰ সন্ধি আতি জানয় বিস্তৰ ॥২১

চাৰি ভিতি বেঢ়িয়া অনেক সেনাগণে।
গুহ চণ্ডালক বন্দী কৰিলা তেখনে ॥২২
পাচে পাত্রে নিয়া নৃপতিৰ আগে দিল।
ৰামক দেখিয়া পূৰ্ব্ব বৃত্তান্ত স্মৰিল ॥২৩
ৰামৰ চৰণে গৈয়া কৰি নমস্কাৰ।
ৰামত কহন্ত গুহে কথা আপোনাৰ ॥২৪
শুনিয়োক ৰাম কহোঁ তযু চৰণত।
আছিলোঁ ব্ৰাহ্মণ মই পূৰ্ব্ব জনমত ॥২৫
যি দোষে চণ্ডাল ভৈলোঁ শুনা স্বৰূপত।
ভগীৰথ মহাৰাজা তোমাৰ বংশত ॥২৬
ব্ৰহ্মাক আৰাধি ৰাজা মহাধৰ্ম্মশীল।
ব্ৰহ্মালোকহন্তে গঙ্গা নমায়া আনিল ॥২৭
বিষ্ণুপদৰজমিশ্ৰ তুলসী সহিত।
ভৈল সৰ্ব্বোত্তম গঙ্গা জগতে বিদিত ॥২৮
নাহি ত্ৰিভুবনে তীৰ্থ গঙ্গাৰ সমান।
যত মহাজন সবে কৰিলন্ত স্নান ॥২৯
ব্ৰাহ্মণ বুলিয়া গৰ্ব্ব কৰিলোঁ মনত।
গঙ্গা আদি তীৰ্থ আছে মোৰ শৰীৰত ॥৩০
নকৰিলোঁ স্নান মই গঙ্গাৰ জলত।
শপিলন্ত গঙ্গা ক্ৰোধ কৰিয়া মনত ॥৩১
মোত স্নান নকৰিলি ব্ৰাহ্মণ গৰ্ব্বত।
এহি পাপে তোৰ জন্ম হৈব চণ্ডালত ॥৩২
গুহ নামে হৈবি তই ৰাজা চণ্ডালৰ।
এহি বুলি পাচে সীমা দিলন্ত শাপৰ ॥৩৩
থাকয় তোহোৰ মন যেবে মোক প্ৰতি।
জন্মে জন্মে মোত তেবে কৰিবি ভকতি ॥৩৪
এক শত জন্ম মোত ভক্তি কৰ যেবে।
ইতো পাতকৰ বিপ্ৰ মুক্ত হৈবি তেবে ॥৩৫
যেবে দৰশন তই পাস শ্ৰীৰামক।
একে জন্মে তোৰ তেবে খণ্ডিব পাতক ॥৩৬
এহি সীমা থৈয়া গঙ্গা দিলা মোক শাপ।
উপজিলোঁ চণ্ডালযোনিত মই পাপ ॥৩৭
ভৈলা নাৰায়ণ ৰঘুবংশে অৱতাৰ।
তযু দৰশনে পাপ গুচিল আমাৰ ॥৩৮
তোমাৰ চৰণে আবে লৈলোঁ।হো শৰণ।
তুমি বিনে মোৰ গতি নাহি আন জন ॥৩৯
সদা সেবা কৰি মই থাকিবো তোমাক।
তোমাৰ পিতৃত মাগি লৈয়োক আমাক ॥৪০

শুনি ৰাঘৱৰ মহা করুণা মিলিল।
অনেক বিনয় কৰি পিতৃক বুলিল ॥৪১
শুনিয়োক পিতৃ কৃপা কৰিয়োক মোক।
গুহ নৃপতিক মেলি মোহোক দিওক ॥৪২
জগতৰ পতি ৰামদেৱৰ বচন।
শুনি দশৰথৰ সন্তুষ্ট ভৈল মন ॥৪৩
স্বভাৱে ৰামত দয়া ৰাজাৰ বিস্তৰ।
মেলিয়া গুহক তাঙ্ক দিলা নৃপবৰ ॥৪৪
পাইলন্ত গুহক ৰামে পিতৃত মাগিয়া।
কৰিলা আশ্বাস বস্ত্ৰ অলঙ্কাৰ দিয়া ॥৪৫
অনেক শাসন ৰামে দিলা গ্ৰামদেশ।
নিৰ্ভয় বচনে তাঙ্ক বুলিলা অশেষ ॥৪৬
আজি ধৰি গুহ তুমি ভৈলা মোৰ মিতা।
থাকিয়োক সুখে কিছু নকৰিবা চিন্তা ॥৪৭
হেন শুনি গুহ চণ্ডালৰ অধিপতি।
ৰামক বুলিল কৰি অনেক ভকতি ॥৪৮
কৈৰ মই হীন জাতি চণ্ডাল অধম।
তুমি ত্ৰিজগত গুৰু ঈশ্বৰ পৰম ॥৪৯
ব্ৰহ্মা হৰে নাজানন্ত যাহাৰ মহিমা।
চাৰি বেদে কহি যাৰ নাপাৱন্ত সীমা ॥৫০
অধমো উদ্ধৰে যাৰ নাম লৈলে মাত্ৰ।
মই কেনে তোমাৰ মিত্ৰৰ ভৈলোঁ পাত্ৰ ॥৫১
কমনে তৰ্কিবে প্ৰভু তোমাৰ লীলাক।
কৰঁ৷ অনুগ্ৰহ কেনে কেতিক্ষণে কাক ॥৫২
নাহিকে তোমাত জাতি আচাৰ বিচাৰ।
তযু পদে শৰণ কৰোক মাত্ৰ সাৰ ॥৫৩
এতেকে তোমাৰ ভাত করুণা মিলয়।
যেই সেই মতে যেন অমৃত পিয়য় ॥৫৪
এতেকে অজৰামৰ হোৱে সিতো জন।
লৈলেঁ৷ আজি মাত্ৰ মই তোমাত শৰণ ॥৫৫
এতেকতে মোক মিত্ৰ বুলিয়া ধৰিলা।
এহিতো অতৰ্ক তযু বিপৰীত লীলা ॥৫৬
আনো নানা স্তুতি নতি কৰিলা ভকতি।
পাচে তাঙ্ক বিদায় দিলন্ত ৰঘুপতি ॥৫৭
ৰামত মেলানি পায়া কৰি যোৰহাত।
দণ্ডৱতে পৰি আতি কৰি প্ৰণিপাত ॥৫৮
মাথাত মাখিল চৰণৰ ধূলি আনি।
পুনৰপি কৃতাঞ্জলি বুলিলন্ত বাণী ॥৫৯

তোমাৰ চৰণে ৰতি মুণ্ডচোক মোৰ।
যাক দৰশনে পাপ এৰাইলোঁ দুৰ্ঘোৰ ॥৬০
ধৰিবাহা আমাক দাসৰ বুলি দাস।
জন্মে জন্মে এহি চৰণত হৌক আশ ॥৬১
এহি বুলি কৰতে নৰ গৈলা পাচভৰি।
পুনৰপি প্ৰণামিলা দণ্ডৱতে পৰি ॥৬২
ৰাম পাদপদ্ম দুই মনে ধৰি লৈল।
সৈন্যসমে গুহ নিজ স্থানে চলি গৈল ॥৬৩
অনন্তৰে দশৰথ নৃপতিপ্ৰধান।
পাত্ৰ পুত্ৰ সসৈন্যে কৰিলা গঙ্গাস্নান ॥৬৪
চলিবাক চান্তে দিনকৰ অস্ত গৈল।
দেখি ভৰদ্বাজৰ আশ্ৰম গৈয়া পাইল ॥৬৫
চাৰি পুত্ৰ সমন্বিতে ৰাজা শুদ্ধ মনে।
কৰিলন্ত নমস্কাৰ ঋষিৰ চৰণে ॥৬৬
ভৰদ্বাজে বেদ মন্ত্ৰ কৰিয়া সন্ধান।
পুত্ৰে সমে ৰাজাক কৰিলা আশীৰ্ব্বাদ ॥৬৭
নানাবিধ দ্ৰব্য মুনিৰাজ কৌতূহলে।
অতিথিৰ ব্যৱহাৰ কৰিলা সকলে ॥৬৮
ৰামক দেখিয়া মুনি ভৈলা ৰঙ্গমন।
কোলে লৈয়া ঋষিৰাজ কৰিলা শয়ন ॥৬৯
নিদ্ৰা গৈলা ৰামচন্দ্ৰ ঋষিৰ লগত।
ইন্দ্ৰে সমে আসিলন্ত দেৱগণ যত ॥৭০
ৰামক কৰিলা অভিষেক পুৰন্দৰ।
মন্ত্ৰে সমে দিলা সৰে দিব্য ধনুশৰ ॥৭১
পাচে ইন্দ্ৰে দিলন্ত ৰামক সন্নিধান।
এহি ধনুশৰে শত্ৰু কৰিবা নিৰ্যাণ ॥৭২
নানাদিব্য কামে ধনুৰ্ব্বাণ অনুপাম।
মন্ত্ৰ সমে পায়া ৰঙ্গমন ভৈলা ৰাম ॥৭৩
ধনুশৰ দিয়া চলি গৈলা দেৱগণ।
ৰাত্ৰি অৱসানে ৰাম পাইলন্ত চেতন ॥৭৪
দেখন্ত হাততে আছে দিব্য ধনুশৰ।
কৰে কটকট মনে মন্ত্ৰ নিৰন্তৰ ॥৭৫
দেখি ধনুৰ্ব্বাণ ঋষি ৰামৰ হাতত।
পৰম বিস্ময় ভৈল মুনিৰ মনত ॥৭৬
প্ৰভাতে উঠিয়া ৰাম কৰিলন্ত স্নান।
ঋষি সমে দশৰথ ভৈলা একস্থান ॥৭৭
কৰি কৰযোৰ ৰামচন্দ্ৰ মহাভাগে।
কহন্ত স্বপ্নৰ কথা চুহান্তৰ আগে ॥৭৮
ঐৰাৱত স্কন্ধে আসিলন্ত পুৰন্দৰ।
মন্ত্ৰে সমে দিলা মোক দিব্য ধনুশৰ ॥৭৯
দেৱগণ সবে আক বুলিলা বচন।
এহি ধনুৰ্ব্বাণে জিনিবাহা শত্ৰুগণ ॥৮০
এহি বুলি চলি গৈলা দেৱগণ যত।
জাগি দেখোঁ ধনুৰ্ব্বাণ আছয় হাতত ॥৮১
মনত সুমৰোঁ মহামন্ত্ৰগণ যত।
এহি বুলি ৰামচন্দ্ৰে জুহানো আগত ॥৮২
স্বপনৰ লব্ধ ধনুশৰ আনি দিল।
দেখি সমস্তৰ মনে বিস্ময় মিলিল ॥৮৩
ভৰদ্বাজ ঋষি ধনু দেখি বিদ্যমান।
অদ্ভুত মানিয়া মনে কৰিলন্ত ধ্যান ॥৮৪
জানিলন্ত ঋষি ৰাম নুহিক মানুষ।
ভৈলা অৱতাৰ বিষ্ণু পৰম পুৰুষ ॥৮৫
দিলন্ত অজয় ধনুৰ্ব্বাণ দেৱৰাজে।
বধিবন্ত ৰাৱণক সংগ্ৰামৰ মাজে ॥৮৬
জানি মহামুনি মনে ভৈল কৌতূহল।
পাচে ৰামচন্দ্ৰক স্বপ্নৰ দিলা ফল ॥৮৭
স্বপ্নত তোমাক ধনু দিলা পুৰন্দৰ।
জিনিবা শত্ৰুক যশ বাঢ়িব বিস্তৰ ॥৮৮
নপাৰি কহিবে ৰাম তোমাৰ মহত্ত।
স্বপ্ন শুনি হাসিলন্ত ৰাজা দশৰথ ॥৮৯
ভৰদ্বাজ ঋষিক কৰিয়া সৎকাৰ।
চাৰিপুত্ৰ সহিতে কৰিলা নমস্কাৰ ॥৯০
মাগিয়া মেলানি আতি বুলি প্ৰিয় বাণী।
পুত্ৰ সমে অযোধ্যাক গৈলা মহামানী ॥৯১
নিজ মন্দিৰত ৰাজা ৰৈল ৰঙ্গমনে।
মিলয় আনন্দ পুত্ৰমুখ দৰশনে ॥৯২
মহাগুণে গুণৱন্ত চাৰিও তনয়।
যত অস্ত্ৰ শস্ত্ৰ শাস্ত্ৰ চাৰিও জানয় ॥৯৩
কেৱল ধৰ্ম্মত মাত্ৰ ৰতি সৰ্ব্বক্ষণে।
কৰন্ত ভকতি নিতে ৰামৰ চৰণে ॥৯৪
চাৰি ভাইৰ মাজে ৰামচন্দ্ৰ গুণে চাৰ।
তাত অতিশয় প্ৰীতি বাঢ়য় ৰাজাৰ ॥৯৫
ৰামৰ সমান আৰ নাহি ত্ৰিভুৱনে।
তাহান গুণৰ অন্ত কহিবেক কোনে ॥৯৬
দেখয় গম্ভীৰ কোটি সমুদ্ৰত কৰি।
ক্ষমাগুণে কোটি বসুন্ধৰা নুহি সৰি ॥৯৭

ধৈৰ্য্যে কোটি এক মেৰু মুহি পটন্তৰ।
শ্ৰমত সমান মুহি কোটি মহেশ্বৰ ॥৯৮
কোটি এক সূৰ্য্য সম মুহি প্ৰতাপত।
এক কোটি যম সম মুহিকে ক্ৰোধত ॥৯৯
বিলাসত সম মুহি কোটি পুৰন্দৰ।
শীতলত চন্দ্ৰ কোটি মুহি সমসৰ ॥১০০
গজেন্দ্ৰ কোটিকো জিনি গমন গম্ভীৰ।
কোটি হেমন্ত জিনি নিষ্কম্প শৰীৰ ॥১০১
অমৃত কোটিতো কৰি দেখয় মধুৰ।
ৰূপে কোটি কন্দৰ্পৰো দৰ্প কৰে চূৰ ॥১০২
মুহি দুৰ্গা কোটি সম শত্ৰুমৰ্দ্দনত।
ইতিনি ভুবনে সম নাহিকে দানত ॥১০৩
কোটি এক বহ্নি মুহি তেজত সমান।
বৃহস্পতি কোটি জিনি শাস্ত্ৰত সুজান ॥ ১০৪
এক কোটি ব্ৰহ্মা সম মুহিকে মানত।
ধনুৰ্গুণে সম নাহি ইতিনি লোকত ॥১০৫
আনো নানা গুণ যত আছয় ৰামত।
ত্ৰিভুবন মাজে কোন বৰ্ণাইবে শকত ॥১০৬
অনন্ত শকতি ধৰ পৰম ঈশ্বৰ।
যাহাৰ কিঙ্কৰ হৰ ব্ৰহ্মা পুৰন্দৰ ॥১০৭
যাক যোগেশ্বৰ সবে চিন্তন্ত ধ্যানত।
তেন্তে ৰামৰূপে আসি ভৈলন্ত বেকত ॥১০৮
নিজগুণ যশ মহাধৰ্ম্ম মাজে সাৰ।
কৃপায় কৰিলা আসি লোকত প্ৰচাৰ ॥১০৯
আক শুনি ভনিয়া তৰোক সৰ্ব্বজনে।
ঈশ্বৰৰ অৱতাৰ এহিসে কাৰণে ॥১১০
ৰাৱণ মাৰণ তান কোন প্ৰয়োজন।
যাৰ কটাক্ষতে কোটী ব্ৰহ্মাণ্ড উচ্ছন ॥১১১
মাৰিলে ৰাৱণ কোন পৌৰুষ তাহাৰ।
যাক জিনিলেক বালি বনৰ বানৰ ॥১১২
হেন ৰাম চৰণত কৰিয়োক ৰতি।
আন পৰিহৰি ৰাম দেৱত কৰ মতি ॥১১৩
অনিত্য সংসাৰ বিলম্বত কাজ নাই।
চিন্তামণি জন্ম হেৰা হাততে হৰাই ॥১১৪
শুনা সভাসদ পদ ৰামৰ চৰিত।
এহিসে প্ৰধান ধৰ্ম্ম জানিবা কলিত ॥১১৫
মনুষ্য হৈবাৰ প্ৰয়োজন এহিমান।
বোলা ৰাম ৰাম হৌক পাতক নিৰ্ঝাণ॥১১৬

**২৮ অধ্যায়— মাৰীচ, সুবাহু প্ৰভৃতি ৰাক্ষসক বধ কৰাই যজ্ঞ ৰক্ষা কৰিবৰ উদ্দেশ্যে ৰাম লক্ষ্মণক আনিবলৈ বিশ্বামিত্ৰৰ আগমণ।**

ছবি।

শুনা আত পৰে, কথা নিৰন্তৰে,
চৰিত্ৰ যেন ৰামৰ।
পৰলোক হিত, ঋষি বিশ্বামিত্ৰ,
আৰম্ভিলা যজ্ঞবৰ ॥১
মাৰীচ সুবাহু, নামে দুইজন,
ৰাক্ষস অতি দুৰ্জ্জন।
চতুৰ্দ্দশ কোটি, ৰাক্ষস সহিতি,
কৰয় যজ্ঞ উচ্ছন ॥২
বাৰম্বাৰে ঋষি, আৰম্ভন্ত যজ্ঞ,
অনেক কৰি যতন।
ৰক্তময় বৃষ্টি, কৰিয়া সমস্তে,
ৰাক্ষসে কৰে ধ্বংসন ॥৩
সমস্তে ৰাক্ষস, ভস্ম হোৱে যেবে,
শাপে ঋষি কৰি কষ্ট।
নশপন্ত ক্ৰোধে, উপজিয়া মৰে,
তপব্ৰত হোৱে নষ্ট ॥৪
সিহেতু ৰাক্ষস, যজ্ঞ নষ্ট কৰে,
ঋষিৰ মনে অসুখ।
উগুলথুগুল, চিত্ত অসন্তোষ,
উপজয় বৰ দুখ ॥৫
পাচে ধ্যান কৰি, সকল বৃত্তান্ত,
জানিলন্ত মুনিবৰে।
ৰাক্ষস বধিতে, অৱতৰি হৰি,
আছা দশৰথ ঘৰে ॥৬
তাঙ্ক আনি সবে, ৰাক্ষস মৰায়া,
কৰোঁ যজ্ঞ সমাপতি।
এহি মনে গুণি, চলিলন্ত মুনি,
ৰামক আনিবে প্ৰতি ॥৭
দশৰথ ৰাজা, পুত্ৰৱন্তে প্ৰজা,
পালি সুখে অযোধ্যাত।
আছন্ত নৃপতি, যেন সুৰপতি,
বসিয়া দিব্য সভাত ॥৮
বশিষ্ঠ প্ৰমুখ্যে, পুৰোহিত সবে,
বসি আছা ৰঙ্গমনে।

ইন্দ্রৰ আগত, বৃহস্পতি আদি,
যেন মহামুনিগণে ॥৯
সুমন্ত্র সহিতে, মহামন্ত্রী সবে,
ৰাজাক আছে উপাসি।
সেহি সময়ত, বিশ্বামিত্র মুনি,
তথাতে মিলিল আসি ॥১০
দেখিয়া নৃপতি, সমাজে সহিতি,
উঠিলা আতি সত্বৰে।
প্ৰণাম কৰিয়া, চৰণৰ ধূলি,
মাথাত লৈলা সাদৰে ॥১১
সুবৰ্ণ আসন, আনিয়া নৃপতি,
সমাজৰ মাজে দিলা।
সমস্তকে আশী- ৰ্বাদ কৰি ঋষি,
আসনে আসি বসিলা ॥১২
আপুনি চৰণ, ধুৱাই দশৰথে,
পাদোদক লৈলা মাথে।
পৰম সাদৰে সৰৰ্ষে ঋষিক,
পূজিলা পৃথিবীনাথে ॥১৩
যোৰহাতে ৰাজা, মধুৰ বচনে,
কুশল বাৰ্ত্তা পুছিল।
তযু দৰশনে, অমৃতৰ পানে,
সন্তোষ যেন মিলিল ॥১৪
আপোনাৰ নিজ, ভৃত্য বুলি মোক,
ধৰিবাহা মুনিৰাজ।
আজ্ঞা কৰিয়োক, সম্প্ৰতি তোমাৰ,
সাধোঁ মই কিবা কাজ ॥১৫
ৰাজাৰ বচন, শুনি বিশ্বামিত্ৰে,
ভৈলা আতি হৰষমন।
ৰাজাক বোলন্ত, শুনিয়ো নৃপতি,
যেন মোৰ প্ৰয়োজন ॥১৬
বাৰম্বাৰে আসি, যজ্ঞ আৰম্ভিলোঁ,
অনেক কৰি যতন।
মাৰীচ সুবাহু, ৰাক্ষসে আমাৰ,
কৰয় যজ্ঞ উছন ॥১৭
অনেক সম্ভাৰ, আনি আৰু বাৰ,
চাহোঁ যজ্ঞ কৰিবাক।
ৰাক্ষসক মাৰি, যজ্ঞ ৰাখিবাক,
ৰামক দিওক মোক ॥১৮
শুনিয়া ৰাজাৰ, মাথাত পৰিল,
বজ্ৰৰ যেন প্ৰহাৰ।
উভয় সঙ্কটে, বাজিলা নৃপতি,
দেখন্ত দুখে আন্ধাৰ ॥১৯
ৰামক নিদিলে, শাপ দিয়া ঋষি,
কৰিবেক ভস্ম ছন।
ঋষিৰ লগত, ৰামক পঠালে,
হৈবেক মোৰ মৰণ ॥২০
একভিতি বাঘে, খেদে আৰো ভিতি,
নদী যোৰ বাস্কিবাৰ।
জাম্প দিলে মৰে, জাম্প নেদিলেও,
বাঘে লবে প্ৰাণ তাৰ ॥২১
সেহি পটন্তৰ, পায়া আছে মোক,
কৰিবোঁ কোন উপায়।
হেন মনদুখে, থাকি ৰাজা পাচে,
মাতিলা ঋষিক চাই ॥২২
বাৰ বৰিষৰ, ছাৱা ৰাম মোৰ,
শিশুমতি আতিশয়।
কিমতে ৰণত, মাৰিবেক বাঘে,
ৰাক্ষস বৰ দুৰ্জ্জয় ॥২৩
ব্ৰহ্মাৰ বৰত, ৰাক্ষসগণৰ,
বাঢ়িল বল অপাৰ।
সৈন্যসমে সৈয়া, ৰাক্ষস মাৰিয়া,
ৰাখিবোঁ যজ্ঞ তোমাৰ ॥২৪
আপুনি চলিবোঁ, ৰামক নেদিবোঁ,
বুলিলোঁ দৃঢ় বচন।
শুনি বিশ্বামিত্ৰ, ৰাজাক বোলন্ত,
সুবুদ্ধি তোমাৰ মন ॥২৫
ৰামত বিনাই, ৰাক্ষস মাৰিতে,
শকতি আছে কাহাৰ।
আমাক ভাণ্ডিয়া, বচন বোলাঁহা,
বুজিলোঁ বোল তোমাৰ ॥২৬
ৰামক নিদিয়া, আশা ভঙ্গ কৰি,
পলটাই পঠা মোক।
কোপ দেখি ৰাজা, বোলে যোৰহাতে,
মহাঋষি শুনিয়োক ॥২৭
তোমাৰ ক্ৰোধত, কম্পে থৰহৰি,
ব্ৰহ্মা আদি দেৱগণ।

হেনয় তোমাৰ, আগে কোন কওঁ,
আমি আতি অল্পজন ॥২৮
কত দুখে মই, পাইলোঁহো ৰামক,
দেৱতা সবৰ বৰে।
তোমাৰ লগত, তাক পঠাইদিলে,
মাৰিবেক নিশাচৰে ॥২৯
ধনজন যত প্ৰাণত কৰিয়া,
ৰামেসে আতি প্ৰধান।
একক্ষণ মান, দেখিতে নপাইলে,
নৰহে মোৰ পৰাণ ॥৩০
হেনয় ৰামক, কিমতে পঠাইবোঁ,
ৰাক্ষসক যুঞ্জিবাক।
ইন্দ্ৰ আদি কৰি, ত্ৰিদশ সকলে,
নাৰিয়া আছে যাহাক ॥৩১
সিটো ৰাক্ষসক, কিমতে যুজিব,
অবোধ মোৰ ছৱালে।
নিদিলেও শপি, কৰিবাহা ভস্ম,
জানিলোঁ গ্ৰসিলে কালে ॥৩২
হৰি হৰি বিধি, কি কাম কৰিলো,
পৰিলোঁ মহাবিপাকে।
ৰাম হেন পুত্ৰ, পায়াও নপাইলোঁ,
দণ্ডিলে দৈবে আমাকে ॥৩৩
ৰামক পঠাইলে, মৰিব কৌশল্যা,
আমিও মৰিবোঁ প্ৰাণে।
ৰামক নেদেখি, মৰিব সকলে,
যত নৰনাৰী মানে ॥৩৪
দান্তে তৃণ ধৰি, তোমাত মাগোঁহো,
ৰামক দিওক মোক।
তোমাৰ প্ৰসাদে, অযোধ্যাৰ লোক,
নপাওক ৰামৰ শোক ॥৩৫
তোমাৰ লগত, আপুনি চলিবোঁ,
কটক লৈয়া অপাৰ।
তোমাৰ যজ্ঞক, ৰাখিবোঁ কৰিয়া,
ৰাক্ষসক বুন্দামাৰ ॥৩৬
যদি তথাপিতো, ৰামক নেবাঁহা,
স্বৰূপ বোলোঁ বচন।
নিৰন্তৰে লোক, ৰামৰ লগত,
চলি যাইবো তপোবন ॥৩৭
ৰাম বিনে আমি, অযোধ্যা নগৰে,
সাধিবোঁ কমন কাম।
সমজ্যাৰ লোক, পাতক ছাৰোক,
ডাকি বোলাঁ ৰাম ৰাম ॥৩৮

---

২৯ অধ্যায়—ৰাম লক্ষ্মণক নিদিয়াত ঋষিৰ ক্ৰোধ আৰু ৰাম লক্ষ্মণক লৈ ঋষিৰ গমন।

দশৰথ নৃপতিৰ শুনিয়া বচন।
মহাকোপ কৰি বোলে গাধিৰ নন্দন ॥১
ৰঘুৰ বংশত তুমি ভৈলা উতপতি।
ধৰ্ম্মশীল হুয়া অধৰ্ম্মত কৈলা ৰতি ॥২
পুত্ৰৰ স্নেহত মোক কৰস নৈৰাশ।
মিছা মোহজালে পৰি কৰ ধৰ্ম্মনাশ ॥৩
নজানস কত গুণ আছয় ৰামত।
বাহুবলে জিনিবাক পাৰে ত্ৰিজগত ॥৪
ৰাক্ষস মাৰিব ৰামে ইতো কোন কাজ।
বিমুখ কৰহ ৰাজা দিয়া মোক লাজ ॥৫
কপটে ভাণ্ডিয়া মোৰ আশা কৰ ভঙ্গ।
সবংশে নশিবে পুত্ৰ মোৰ ভৈলে খঙ্গ ॥৬
আছন্ত বশিষ্ঠ তোৰ মন্ত্ৰণাৰ বাস।
তাৰ বোলে অপমান আমাক লগাস ॥৭
সত্যে সত্যে বোলোঁ ৰাজা মই নিষ্ঠকৰি।
নিদিলি ৰামক যাওঁ ক্ৰোধে পৰিহৰি ॥৮
নিষ্ঠুৰ বচন ৰাজা শুনিয়া মুনিৰ।
পৃথিবী কম্পয় যেন গাৱ নোহে স্থিৰ ॥৯
আছোক নৃপতি চৰাচৰ কম্পি গৈল।
প্ৰলয়ৰ কাল যেন উপগত ভৈল ॥১০
ক্ৰোধে প্ৰকম্পিত বিশ্বামিত্ৰ মুনিবৰ।
দেখি অন্তৰীক্ষ ধাতু ভৈল নিৰন্তৰ ॥১১
পাত্ৰ মিত্ৰ সমে দশৰথ মহাৰাই।
ভয় ত্ৰাসে ভৈল যেন মৃতক পৰাই ॥১২
অনন্তৰে বশিষ্ঠে দেখিয়া তমোময়।
ৰাজাক বোলন্ত শুনিয়োক মহাশয় ॥১৩
প্ৰথমে ঋষিক তুমি বুলিলা বচন।
বুলিয়োক ঋষি কিবা সাধোঁ প্ৰয়োজন ॥১৪
কদাচিতো ব্যৰ্থ নাহি বচন তোমাৰ।
এতেকে ৰামক দিতে ভৈল অঙ্গীকাৰ ॥১৫

সিটো অঙ্গীকাৰ আৰে নাৰিবা কিমতে।
তুমি সত্যৱন্ত হেন জানয় জগতে ॥১৬
নকৰিবা ৰাজা সত্যধৰ্ম্ম পৰিহাৰ।
তুমি সত্য লঙ্ঘিলে ৰাখন্তা নাহি আৰ ॥১৭
সত্য সম ধৰ্ম্ম আৰ পুৰুষৰ নাই।
জানি ঋষি সঙ্গে দিয়ো ৰামক পঠাই ॥১৮
তাঙ্ক নপঠাইলে বিশ্বামিত্ৰে দিবে শাপ।
গাধিৰ তনয় মহাপ্ৰচণ্ডপ্ৰতাপ ॥১৯
হেন জানি ৰামৰ নিমিত্তে এৰাঁ শোক।
ঋষিৰ বচন ৰাখি ৰামক দিওক ॥২০
তাঙ্ক পাইলে ঋষিৰ সন্তুষ্ট হৈবে চিত্ত।
নানা অস্ত্ৰে শস্ত্ৰে বিশ্বামিত্ৰ সুশিক্ষিত ॥২১
মুনি সবে অস্ত্ৰ শিক্ষা দিবন্ত ৰামক।
তাকে লৈয়া ৰামে জিনিবেক ৰাক্ষসক ॥২২
বিশেষত বিষ্ণু ৰামৰূপে অৱতাৰ।
ৰাক্ষসকুলক ৰামে কৰিব সংহাৰ ॥২৩
অনুমাত্ৰো চিন্তা নকৰিবা মহামানী।
দশৰথ ৰাজা বশিষ্ঠৰ শুনি বাণী ॥২৪
পাইলন্ত ভাৰসা তান শান্ত ভৈল হিয়া।
জিজ্ঞাস কৰন্ত ৰাজা ৰামক আনিয়া ॥২৫
আসি আছে বিশ্বামিত্ৰ তোমাক নিবাক।
ৰাক্ষসক মাৰি ৰাম যজ্ঞ ৰাখিবাক ॥২৬
শুনি ৰামচন্দ্ৰৰ হৰিষ ভৈল মনে।
পিতৃক বোলন্ত ৰামে প্ৰসন্ন বদনে ॥২৭
কত ভাগ্যে ইসব কাৰ্য্যক পায় লাগ।
মোক প্ৰতি চিন্তা নকৰিবা মহাভাগ ॥২৮
পুত্ৰ হুয়া নপালয় পিতৃৰ বচন।
চিৰকালে নৰকত পচে সিটো জন ॥২৯
প্ৰচণ্ডপ্ৰতাপ মুনি গাধিৰ কুমাৰ।
তাহান কাৰ্য্যত চিন্তা কৰাঁ পৰিহাৰ ॥৩০
ৰামৰ বচনে ৰাজা ভৈলা হৰষিত।
মৰাৰ মুখত যেন পৰিল অমৃত ॥৩১
ঋষিৰ হাতত ৰাজা পুত্ৰ সমৰ্পিল।
নমস্কাৰ কৰি ৰাজা বচন বুলিল ॥৩২
ৰামে মোৰ ধন জন জীৱ মন প্ৰাণ।
ৰাম বিনে গতি মোৰ নাহি নাহি আন ॥৩৩
পাইলোঁহো ৰামক পুত্ৰ কত তপস্যায়।
আৰে জ্ঞান গুণ জানিবেক তনু ঠাই ॥৩৪

কিছুৱে নজানে শাম ছৱাল চঞ্চল।
জানিবে অস্ত্ৰৰ সন্ধি তোমাত সকল ॥৩৫
তোমাৰ সেৱক ৰাম ভৈল আজি ধৰি।
নিজদাস বুলি পালিবাহা যত্ন কৰি ॥৩৬
ৰাঘৱক পায়া মুনি ভৈলন্ত সন্তোষ।
পুষ্প বৰষিলা দেৱে কৰি জয় ঘোষ ॥৩৭
সেহি বেলা যোৰহাতে উঠিলা লক্ষ্মণ।
ৰামক বুলিলা কৰি চৰণে বন্দন ॥৩৮
মোক সঙ্গে নিয়ো প্ৰভু জগতৰ পতি।
তোমাৰ চৰণ বিনে মোৰ নাহি গতি ॥৩৯
যথা তথা যাইতে নাথ নেৰিবা আমাক।
দাস হুয়া সেৱা প্ৰভু কৰিবোঁ তোমাক ॥৪০
হাসে ৰাজা লক্ষ্মণৰ শুনিয়া বচন।
ৰামৰ সঙ্গত চলি যাইবন্ত লক্ষ্মণ ॥৪১
দুই পুত্ৰ দিলা ৰাজা ঋষিৰ লগত।
যাত্ৰা সুমঙ্গল কৰিলন্ত যত যত ॥৪২
আপোনাৰ অস্ত্ৰ যত লৈয়া দুয়ো জন।
দুই ভাই বশিষ্ঠক কৰিলা বন্দন ॥৪৩
পিতৃক মাতৃক কৰিলন্ত নমস্কাৰ।
দশৰথে দুইকো শিক্ষা দিলা বাৰে বাৰ ॥৪৪
পালিবাহা দুই ভাই ঋষিৰ বচন।
থাকিবাহা সদাই ঋষিৰ বুজি মন ॥৪৫
ঋষিৰ ক্ৰোধত সবে বংশে হৈবো নাশ।
সৰ্ব্বদাই থাকিবা ঋষিৰ পালি আশ ॥৪৬
এহি বুলি পুত্ৰ দুইকো সাবটি ধৰিলা।
শিৰত্ৰাণি দুইহন্তোৰ মুখে চুমা দিল ॥৪৭
কৌশল্যা সুমিত্ৰা দুয়ো পুত্ৰক ধৰিয়া।
কৰিলা চুম্বন চক্ষু সজল কৰিয়া ॥৪৮
অন্তঃপুৰ মাজত আছয় যত প্ৰাণী।
স্নেহে সবে লোকৰ চক্ষুৰ পৰে পানী ॥৪৯
যাত্ৰা লৈয়া ৰাজ ভৈলা শ্ৰীৰাম লক্ষ্মণ।
দুইকো লৈয়া বিশ্বামিত্ৰ কৰিলা গমন ॥৫০
আগ ভৈলা ঋষিৰাজ হৰিষ মনত।
মাজত চলিল ৰাম লক্ষ্মণ পিচত ॥৫১
উৰ্দ্ধমুখে চাহিয়া থাকিল সৰ্ব্বজন।
ৰামৰ লগতে গৈল সবাকাৰে মন ॥৫২
ৰহিয়া পৰিল লোক বিয়োগে ৰামৰ।
শুনা যেন ভৈল সিতো অযোধ্যা নগৰ ॥৫৩

শ্ৰীবামৰ বিয়োগে আকুল ভৈল চিত।
সূৰ্য্য অস্ত গৈলে যেন কমল মুদিত ॥৫৪
চলি যান্ত দুয়ো ভাই পিচত ঋষিৰ।
গজেন্দ্ৰ জিনিয়া দুইৰো গমন গম্ভীৰ ॥৫৫
যেন শিশু সিংহ লীলাগতি চলিযান্ত।
অমৃত বৰিষে যেন দিদিশক চান্ত ॥৫৬
সুৰাসুৰে সেৱা কৰে যাৰ চৰণত।
হেন বাম চলি যান্ত ঋষিৰ পিচত ॥৫৭
পৰম কোমল পদ গমন মধুৰ।
আতি সুকুমাৰ তনু লাৱণ্য প্ৰচুৰ ॥৫৮
ৰত্নে বিৰচিত শোভে পিঠিত চোখৰ।
কান্ধত খৰগ দুইৰো হাত ধনুশৰ ॥৫৯
প্ৰকাশে শৰীৰ বত্নময় অলঙ্কাৰ।
দেখন্তা লোকৰ মন হৰন্ত সবাৰ ॥৬০
পৰম হৰিষে দুয়ো যান্ত ঋষি সঙ্গে।
আঢ়ৈ প্ৰহৰৰ পন্থ বহি গৈলা ৰঙ্গে ॥৬১
বামৰ দেখিয়া মুখ হৰিষ ঋষিৰ।
অনন্তৰে পাইলা গৈয়া সৰযুৰ তীৰ ॥৬২
দেখি বামচন্দ্ৰৰ হৰিষ ভৈলা মন।
বিশ্বামিত্ৰে বুলিলন্ত বামক বচন ॥৬৩
সৰযু নদীৰ কথা শুনিয়োক বাম।
পৰম নিৰ্ম্মল জল তীৰ্থ অনুপাম ॥৬৪
কৰিয়োক স্নান দুয়ো সৰযুৰ জলে।
বাঢ়িবেক বল শ্ৰম গুচিবে সকলে ॥৬৫
ত্ৰিভুবন মধ্যে বাম পুৰুষ উত্তম।
মহাবলশালী হৈবা বিপুল বিক্ৰম ॥৬৬
ক্ষুধা তৃষ্ণা একো জ্বৰ ব্যাধি নিপীড়িব।
গুচিব আয়াস যশে জগত জুৰিব ॥৬৭
ত্ৰৈলোক্যৰ অধিপতি তুমিসে ঈশ্বৰ।
ইতো জগতৰ হৈবা এক দণ্ডধৰ ॥৬৮
ঋষিৰ বচন শুনি হৰিষ মনত।
বিধিমতে স্নানিলন্ত সৰযু জলত ॥৬৯
ঋষিও কৰিলা স্নান সন্ধ্যা যত যত।
বসিলা তিনিও সেই নদীৰ কূলত ॥৭০
বুলিলন্ত ঋষি ৰঙ্গে বামক বচন।
দিওঁ মহামন্ত্ৰ বিদ্যা লৈয়ো দুয়ো জন ॥৭১
যাহাক জানিলে শ্ৰম গুচয় সকল।
হোৱে মহাধনুৰ্দ্ধৰ বাঢ়ে তেজবল ॥৭২
এহি বুলি দুয়ো ভাইত মন্ত্ৰ কহিলন্ত।
ত্ৰিভুবনে সাৰ বিদ্যা দুভাইক দিলন্ত ॥৭৩
মন্ত্ৰ পায়া দুয়ো ভাইৰ হৰিষ মিলিল।
ঋষি সঙ্গে ৰঙ্গে তথা বজনী বঞ্চিল ॥৭৪

---

৩০ অধ্যায়—তাড়কা ৰাক্ষসী বধ।

প্ৰভাতে উঠিয়া নিত্য কৰি সন্ধ্যাপত।
চলিলা হৰিষে দুয়ো ঋষিৰ সঙ্গত ॥১
সুললিত লীলাগতি গমন সুথিৰ।
কৌতূহলে পাইলা গৈয়া মন্দাকিনী তীৰ ॥২
দেখিয়া বিচিত্ৰ এক স্থান অনুপাম।
কাহাৰ আশ্ৰম বুলি পুছিলন্ত বাম ॥৩
ঋষিয়ে বোলন্ত ইতো অনঙ্গ ভুবন।
মদনক এথাতে দহিলা ত্ৰিনয়ন ॥৪
অনঙ্গ ক্ষেত্ৰক ৰঙ্গে এৰাই তিনি জনে।
তাড়কাৰ বন গৈয়া পাইলা ৰঙ্গ মনে ॥৫
বামচন্দ্ৰে পুছিলা ঋষিৰ চাপি পাশ।
কহিয়োক মুনি ইতো কাহাৰ নিবাস ॥৬
মুনিয়ে বোলন্ত বাম শুনা মহাযশী।
এহিতো বনত থাকে তাড়কা ৰাক্ষসী ॥৭
বিকট দশন তাইৰ ৰূপ ভয়ঙ্কৰ।
ব্ৰাহ্মণ তপস্বী মাৰি খাইলেক বিস্তৰ ॥৮
যত লোক খাইলে কোনে লেখা কৰে তাক।
ত্ৰৈলোক্যৰ লোক পাইলে পাৰয় খাইবাক ॥
চোবায়া গিলয় মাথা বৃদ্ধ মানুষৰ।
ছৱালৰ মুণ্ডে তাইৰ কুণ্ডল কৰ্ণৰ ॥১০
মনুষ্যৰ তেজে তাইৰ বদন পখালে।
গাৰৰ কাপৰ তাইৰ মনুষ্যৰ ছালে ॥১১
তাইৰ ডৰে নৰে আউৰ ই পথে নেযায়।
আমি কোনো পথে যাইবোঁ কহিয়ো উপায় ॥
প্ৰহৰেক লাগে যেবে যাই এহি পথে।
তৃতীয় প্ৰহৰ লাগে দক্ষিণৰ পথে ॥১৩
জগৰ এৰায়া যাওঁ মোৰ হেন মন।
শুনি বামচন্দ্ৰে হাসি বুলিলা বচন ॥১৪
কিসক ইবোল বোলাঁ তুমি মুনিবাজে।
চমু এৰি দূৰ পথে যাইবোঁ কোন কাজে ॥১৫
লক্ষ্মণক চাহি পাছে বুলিলন্ত বাম।
স্ত্ৰী বধ হৈবে পাপ কৰোঁ কোন কাম ॥১৬

লক্ষ্মণে বোলন্ত কেনে বোলা হেন মত।
পিতৃয়ে পঠাই আছে ঋষিৰ লগত ॥১৭
মুনি যিবা বোলে কৰিবাহা সেহি কৰ্ম্ম।
গুৰুৰ বচনে কিছু নাহিকে অধৰ্ম্ম ॥১৮
মুনি বুলিলন্ত ৰাম নকৰিবা ভয়।
ৰাক্ষসী মাৰিলে কিছু দোষ নোপজয় ॥১৯
বিস্তৰক অপকাৰ যিজনে কৰয়।
নাহি দোষ তাক মাৰি পুণ্যাসে লভয় ॥২০
মাৰীচ সুবাহু দুই পুত্ৰ তাড়কাৰ।
মাৰি মাৰি খাইল গৰু ব্ৰাহ্মণ অপাৰ ॥২১
তাড়কা খাইলেক গৰু মানুষ বিস্তৰ।
তাক মাৰি পাইবা ৰাম পুণ্য বহুতৰ ॥২২
শুনিয়া টঙ্কাৰ কৰিলেক ৰঘুবৰে।
তাড়কাক মাৰোঁ আজি এক পাট শৰে ॥২৩
মানুষৰ শবদ শুনিয়া নিশাচৰী।
ক্ৰোধে খেদি আসে দিশ অন্ধকাৰ কৰি ॥২৪
কৰ্ণে লড়বড় কৰে মুণ্ড মানুষৰ।
বদন প্ৰকটি আসে যম সমসৰ ॥২৫
কৰে মড়মড় গাৱে ছাল মানুষৰ।
পৰ্ব্বত সমান ঘোৰ ৰূপ ভয়ঙ্কৰ ॥২৬
শাল বৃক্ষ সদৃশ মেলিয়া দুই বাহু।
সূৰ্য্যক ঢাকিবে যেন খেদি যায় ৰাহু ॥২৭
ৰামক দেখিয়া ভীম তেজিলা আটাস।
ত্ৰৈলোক্যৰ লোকত লাগিল মহাত্ৰাস ॥২৮
সকল ব্ৰহ্মাণ্ড জুৰি প্ৰতিধ্বনি গৈল।
বজ্ৰ পৰে বুলি সৰ্ব্বজন ভয় ভৈল ॥২৯
পাতাল সদৃশ কৰি মেলগোট বায়া।
সবাকে খাইবাক যায় পৃথিবী কম্পায়া ॥৩০
ৰাক্ষসীক দেখি ঋষি মহাভয় ভৈলা।
ৰামৰ পিচত গৈয়া আঁৰ হুয়া ৰৈলা ॥৩১
ঋষিক আশ্বাসি ৰামে যুৰিলন্ত বাণ।
তাড়কাৰ হৃদয়ত কৰিল সন্ধান ॥৩২
সৰকিয়া বাণ হৃদয়ত গৈল পশি।
ঘোৰ আটাসেক দিয়া পৰিল ৰাক্ষসী ॥৩৩
বজ্ৰৰ প্ৰহাৰ যেন হিয়াত পৰিল।
তাড়কা তেজিল প্ৰাণ পৃথিবী লৰিল ॥৩৪
আকাশত আনন্দ মিলিল দেৱতাৰ।
জয় জয় ৰাম বুলি কৰয় তোকাৰ ॥৩৫
ৰামৰ শিৰত বৰিষিল পাৰিজাত।
দুন্দুভি শবদে নাচে তুলি দুই হাত ॥৩৬
দাৰুণী ৰাক্ষসী মৰি গৈল যমঘৰ।
ৰামৰ প্ৰসাদে দুখ খণ্ডিল লোকৰ ॥৩৭
ৰাক্ষস বধিৱে প্ৰতি ভৈলা অৱতাৰ।
প্ৰথমতে ৰামে প্ৰাণ লৈলা তাড়কাৰ ॥৩৮
দেখি বিশ্বামিত্ৰৰ হৰিষ ভৈল মন।
ৰামক বুলিলা মুনি প্ৰশংসাবচন ॥৩৯
ধন্য ধন্য ৰাম তুমি পুৰুষপ্ৰধান।
একপাট শৰে ৰাক্ষসীৰ লৈলা প্ৰাণ ॥৪০
গুচিল দুৰ্গতি ৰাম তোমাৰ প্ৰসাদে।
হুয়ো চিৰজীৱ ৰাম মোৰ আশীৰ্ব্বাদে ॥৪১
তোমাৰ নিৰ্ম্মল যশ ৰাহোক অশেষ।
অনন্তৰে ভৈলা আসি ৰজনী প্ৰবেশ ॥৪২
মহাসুখে সিতো ৰাতি ৰহিলা তথাতে।
ৰামক মাতিলা ঋষি উঠিয়া প্ৰভাতে ॥৪৩
তোমাৰ বিক্ৰমে ৰাম তুষিলা আমাক।
নানা অস্ত্ৰ দিয়া মই তুষিবোঁ তোমাক ॥৪৪
মন্ত্ৰে সমে ব্ৰহ্মঅস্ত্ৰ লৈয়ো মহাশয়।
দিবোঁহো বৈষ্ণৱ অস্ত্ৰ ত্ৰৈলোক্য বিজয় ॥৪৫
ৰুদ্ৰমন্ত্ৰ সমন্বিতে দিবোঁ ৰুদ্ৰ শৰ।
বজ্ৰসাৰ সমে অস্ত্ৰ দিবোঁ বাসৱৰ ॥৪৬
শিখাইবোঁ অগ্নিৰ বাণ পৰম বিক্ৰম।
লৈয়োক গৰুড় বাণ আতি নিৰুপম ॥৪৭
শিখাওঁ গন্ধৰ্ব্ব বাণ বৈৰী ক্ষয়ঙ্কৰ।
স গ্ৰামবিজয়ী বাণ লৈয়ো গন্ধৰ্ব্বৰ ॥৪৮
শকতি তোমৰ ত্ৰিকণ্টক কনিয়াল।
অসি অৰ্দ্ধচন্দ্ৰ শেল শূল ভিন্দিপাল ॥৪৯
খড় খুৰ ত্ৰিকূন ত্ৰিশাল টাঙ্গি ভল্ল।
পৰিঘ পট্টিশ গদা পৰশু মুষল ॥৫০
হৰিত লোহিত প্ৰাস শতঘ্নী কুলিশ।
ব্যাঘ্ৰমুখ নাগপাশ ত্ৰিশূল নিছুংশ ॥৫১
কুবেৰ বৰুণ বাণ স্তম্ভন মোহন।
লহ অহিপত্ৰ বায়ু বাণ বিস্তোপন ॥৫২
লৈয়ো নিশাচক্ৰ অস্ত্ৰ ত্ৰিভুৱনে সাৰ।
চন্দ্ৰসূৰ্য্য যন্ত্ৰ অস্ত্ৰ শক্ৰ ক্ষয়কাৰ ॥৫৩
যম অস্ত্ৰ দিবোঁ যমদণ্ড সমসৰ।
শিখিয়োক দিব্য অস্ত্ৰ মন্ত্ৰ নিৰন্তৰ ॥৫৪

অসুৰ মানুষ যক্ষ ৰক্ষ পিশাচৰ।
শিখাইবোঁ তোমাক মায়া মোহ যত শৰ ॥৫৫
স্নান কৰি আসি অস্ত্ৰ লৈয়োক এখনে।
শুনি ৰাম লক্ষ্মণে হৰিষ ভৈলা মনে ॥৫৬
স্নান কৰি ঋষিৰ আগত বসিলন্ত।
নানা অস্ত্ৰ শস্ত্ৰ মুনি দুইকো শিখাইলন্ত ॥৫৭
বিশ্বামিত্ৰ ঋষিৰ ভৈলন্ত দুয়ো শিষ্য।
অস্ত্ৰ শিখি দুয়ো ভাই মনত হৰিষ ॥৫৮

---

৩১ অধ্যায়—মাৰীচ সুবাহু বধ।

অনন্তৰে ঋষি ৰাম লক্ষ্মণক লৈয়া।
ৰঙ্গমনে তপোবনে প্ৰবেশিলা গৈয়া ॥১
বিশ্বামিত্ৰে বুলিলন্ত শুনিয়োক ৰাম।
এহি তপোবনে মোৰ সিদ্ধাশ্ৰম নাম ॥২
মাৰীচ সুবাহু এহি বনৰ ভিতৰ।
আছে দুইৰো লগে চৌধ কোটি নিশাচৰ ॥৩
ৰাখিয়া আমাৰ যজ্ঞ তাক মাৰি ৰণে।
আনিলোঁ তোমাক মই এহিসে কাৰণে ॥৪
ৰাক্ষসক মাৰি দিয়ো আমাক নিৰ্ভয়।
তোমাৰ প্ৰসাদে হৌক যজ্ঞৰ উদয় ॥৫
শুনি ৰামচন্দ্ৰে বুলিলন্ত এহি হৌক।
মাৰিবোঁ ৰাক্ষস সুখে যজ্ঞ কৰিয়োক ॥৬
শুনি মুনিৰাজৰ হৰিষ ভৈল মনে।
ৰামক দেখিলা আসি যত মুনিগণে ॥৭
ফলে মূলে দুয়ো ভাইক কৰাইলা ভোজন।
পাচে তৃণশয্যাত শুতিলা দুয়ো জন ॥৮
ৰজনী প্ৰভাতে উঠি মুনিগণ যত।
স্নান সন্ধ্যা তৰ্পণ কৰিয়া সমাপত ॥৯
যজ্ঞৰ সম্ভাৰ মানে একত্ৰ কৰিল।
শুভক্ষণে মুনিগণে যজ্ঞ আৰম্ভিল ॥১০
ৰামক বুলিলা বিশ্বামিত্ৰ মুনিবৰ।
স্নান কৰি নিয়মে ধৰিয়ো ধনুশৰ ॥১১
শুনি ৰাম লক্ষ্মণে কৰিলা গৈয়া স্নান।
দুয়ো ভাই নিয়মে ধৰিলা ধনুৰ্ব্বাণ ॥১২
অনন্তৰে ঋষিৰাজে কৰিয়া সুবেশ।
মন্ত্ৰে ৰাম লক্ষ্মণৰ বান্ধিলন্ত কেশ ॥১৩
মণিবন্ধ কণ্ঠা দিলা দুয়ো ভাইৰো গলে।
ঋষিক পুছিলা ৰামচন্দ্ৰ কৌতূহলে ॥১৪
কেতিক্ষণে আসিবেক ৰাক্ষস দুৰ্জ্জন।
ঋষিয়ে বোলন্ত ৰাম শুনিয়ো বচন ॥১৫
ৰাত্ৰিদিনে মৌন ব্ৰত দিন ছয় মানে।
শৰধনু ধৰি দুয়ো থাকাঁ সাৱধানে॥১৬
আসিব ৰাক্ষস ছয় দিন অনন্তৰে।
দুয়ো ভাই শৰ কৰি মাৰিবা সত্বৰে ॥১৭
শুনি ধনু ধৰি ৰাক্ষসক বাট চাই।
উজাগৰে ৰৈলা সাৱধানে দুয়ো ভাই ॥১৮
বিশ্বামিত্ৰ মুনি যজ্ঞ কৰিবাক লৈল।
আচাৰ্য্য ব্ৰাহ্মণ তিনি সহস্ৰেক হৈল ॥১৯
মণ্ডল নিয়মে বেদ মন্ত্ৰ উচ্চাৰিলা।
সাঙ্গোপাঙ্গে ঈশ্বৰক পূজিবে লাগিলা ॥২০
নিৰন্তৰে পূজিলেক ছয় দিনমান।
অগ্নি থাপিলন্ত কুণ্ড কৰিয়া নিৰ্ম্মাণ ॥২১
দিলন্ত আহুতি আতি কৰে বেদধ্বনি।
ঘৃতৰ সুৰভী ঘ্ৰাণ উঠি গৈল ছানি ॥২২
অৰণ্যৰ পৰা নিশাচৰ গন্ধ পাইল।
মাৰীচ সুবাহু যজ্ঞ বিধ্বংসিবে আইল ॥২৩
চৌধ কোটি নিশাচৰ আসিল লগত।
মাৰীচ ৰাক্ষস আইল সবাৰো আগত ॥২৪
পিচত সুবাহু আসি ৰৈল মহাবল।
আকাশ ব্যাপিল যেন ঘোৰ মেঘদল ॥২৫
যেন বজ্ৰ পৰে বাৰ তেজে ভয়ঙ্কৰ।
দেখি নিৰন্তৰে ঋষি ভয় ভৈলা বৰ ॥২৬
পাচে ৰাম লক্ষ্মণে ঋষিৰ দেখি ডৰ।
নাহি ভয় বুলি আশ্বাসিলা ৰঘুবৰ ॥২৭
মন্ত্ৰ পঢ়ি ৰামে শৰ যুৰিলা ধনুত।
দেখিয়া ৰাক্ষস ভয় ভৈল অদভূত ॥২৮
বায়ু বেগে ৰামচন্দ্ৰে প্ৰহাৰন্ত শৰ।
দাৰুণ সন্ধানে ফুটি মৰে নিশাচৰ ॥২৯
বজ্ৰতো অধিক আতি ৰামৰ সন্ধান।
একছোটে ৰাক্ষস চলয় যমস্থান ॥৩০
লক্ষ্মণে ধৰিয়া ধনুশৰ প্ৰহাৰন্ত।
যম যেন খেদি খেদি ৰাক্ষস মাৰন্ত ॥৩১
শাণত শনাইল শৰ যেন খুৰধাৰ।
কৰন্ত লক্ষ্মণে ৰাক্ষসক বুন্দামাৰ ॥৩২
নিদাৰুণ ছোটে মৰি গৈল যমঘৰ।
লক্ষ্মণে মাৰিলা আঠ কোটি নিশাচৰ ॥৩৩

ৰামৰ শৰত মৰি গৈল ছয় কোটি ।
দুই ভাই ৰাক্ষসক কৰিলা নিগুটি ॥৩৪
হেন দেখি সুবাহু ৰাক্ষস ভয়ঙ্কৰ ।
লক্ষ্মণক খেদি গৈল যম সমসৰ ॥৩৫
দেখি ভল্লশৰ যুৰি লক্ষ্মণে গুণত ।
সন্ধানে হানিলা সুবাহুৰ হৃদয়ত ॥৩৬
মহা ছোটে ফুটিয়া মৰিল দুৰাচাৰ ।
পৰিল ভূমিত সিটো পৰ্ব্বত আকাৰ ॥৩৭
দেখি মাৰীচৰ আতি ক্ৰোধ বৰ ভৈল ।
ভয়ঙ্কৰ আটাসে ৰামক খেদি গৈল ॥৩৮
হাসি ৰামে পাঞ্চ শৰে ভেদি হৃদয়ক ।
বায়ুবাণ হানি উড়ুৱাইলা মাৰীচক ॥৩৯
ঊৰ্দ্ধমুখ কৰি চাহি আছে মুনিগণে ।
শুকান তৃণক যেন লৈ যায় পৱনে ॥৪০
ৰাম শৰে ৰাক্ষসক লৈ যায় আকাশে ।
দেখিয়া ত্ৰিদশ দেৱে খলখলি হাসে ॥৪১
মহাবেগে গৈয়া সিতো ছেৰায়া সাগৰ ।
ঢেউ মাথে লঙ্কাত পৰিল নিশাচৰ ॥৪২
ভাঙ্গি গৈল ঘাৰ মুৰ ভৈল চিৰাচিৰ ।
ভৈল অচেতন বহে বোম্বালে ৰুধিৰ ॥৪৩
নপাৰে উশাস তেজ বহে নাকে মুখে ।
নমৰিল কথমপি জীল বৰ দুখে ॥৪৪
বাণ বিনে ক্ষণে ক্ষণে হোৱে ভ্ৰান্তিহত ।
ৰামময় মাত্ৰ দেখে সকলে জগত ॥৪৫
ৰামে পাইলে বুলি ভয় হোৱে স্বপনত ।
ৰাঘৱৰ শৰে লৈয়া ফুৰে আকাশত ॥৪৬
স্বপনে সচিত্তে সিটো ৰাম বিনে আন ।
নেদেখয় ৰামত লাগিল যেন ধ্যান ॥৪৭
নযায় সুপুৰুষ তাৰ ৰামৰ ভয়ত ।
এৰিলে মাৰীচে বিষয়ৰ ভোগ যত ॥৪৮
সেহি ধৰি বিদায় লইয়া ৰাৱণত ।
তপ হেতু চলি গৈয়া ৰহিল বনত ॥৪৯
ৰাম লক্ষ্মণৰ দেখি বিক্ৰম সাক্ষাত ।
পুষ্প বৰিষিলা দেৱে দুইৰো মাথাত ॥৫০
অদ্ভুত মহিমা দেখি ৰাম লক্ষ্মণৰ ।
ভৈলন্ত বিস্ময় মুনিগণ নিৰন্তৰ ॥৫১
দুই ভাইক প্ৰশংসা কৰিলা বহুতৰ ।
ধন্য ৰাম লক্ষ্মণ সাৰ্থক ধনুৰ্দ্ধৰ ॥৫২

ঈসত কটাক্ষে দুয়ো কৰি মহালীলা ।
চৌধ কোটি ৰাক্ষস ক্ষণেকে সংহৰিলা ॥৫৩
কৰ্ম্ম দেখি জানিলোঁ হৈবা সুহৃদ মানুষ ।
ভৈলা অৱতাৰ হৰি পৰম পুৰুষ ॥৫৪
ৰাক্ষস মাৰিবা ভাৰ কৰিবা নিৰ্যাণ ।
সাধিবাহা জগতৰ পৰম কল্যাণ ॥৫৫
যাৰ নামে সাঙ্গ হোৱে ধৰ্ম্ম কৰ্ম্ম হত ।
হেন তুমি ভৈলা আসি সহায় যজ্ঞত ॥৫৬
জানিলোঁ হে আমাৰ ভাগ্যৰ নাহি সীমা ।
এহি মতে দুহাস্তৰে বখানি মহিমা ॥৫৭
মুনিগণ সমে বিশ্বামিত্ৰ মহাঋষি ।
পূৰ্ণা দিয়া যজ্ঞ সাঙ্গ কৰিলা হৰিষি ॥৫৮
অগ্নি বিসৰ্জ্জিয়া পাচে দক্ষিণা কৰিলা ।
ৰাম লক্ষ্মণক সৱে আশীৰ্ব্বাদ দিলা ॥৫৯
বিশ্বামিত্ৰ মুনিৰ হৰিষ আতি মন ।
পৰমানে ভোজন কৰাইলা মুনিগণ ॥৬০
দানে মানে সমস্তৰে মন সন্তোষিলা ।
সুবৰ্ণ ৰজত বস্ত্ৰ গায়ে গায়ে দিলা ॥৬১
ভৈলন্ত সন্তুষ্ট মুনিগণ নিৰন্তৰ ।
ৰঙ্গমনে চলি গৈলা আপোনাৰ ঘৰ ॥৬২
ৰামৰ প্ৰসাদে বিশ্বামিত্ৰ মুনিবৰ ।
যজ্ঞ সাঙ্গ কৰি ভৈলা হৰিষ বিস্তৰ ॥৬৩
হাতে লুণ্ডি মুণ্ডি আতি দুইহন্তৰ গাৱে ।
আশীৰ্ব্বাদ কৰি বুলিলন্ত বহু ভাৱে ॥৬৪
তুমি নাৰায়ণ দেৱ অনাদি অনন্ত ।
তুমি সে যজ্ঞৰ ফলদাতা ভগৱন্ত ॥৬৫
তুমিসে আপুনি ধৰ্ম্ম কৰ্ম্ম যজ্ঞ যত ।
জানি সমৰ্পিলোঁ যজ্ঞ তৱ চৰণত ॥৬৬
তুমিসে কেৱল সত্য বোলোঁ পৰমাৰ্থ ।
তোমাৰ প্ৰসাদে ৰাম ভৈলোঁ হে কৃতাৰ্থ ॥৬৭
তোমাত বিনাই আন সৱে ব্যৱহাৰ ।
তাক প্ৰবৰ্ত্তাইবে প্ৰতি ভৈলা অৱতাৰ ॥৬৮
আপুনি আচাৰী ধৰ্ম্ম মনুষ্যৰ নয় ।
তোমাক ঈশ্বৰ বুলি কেহো নজানয় ॥৬৯
যোগবলে জন্ম হয়া আছা মহাশয় ।
ব্যৱহাৰ পালিবাক আমাৰ লাগয় ॥৭০
যজ্ঞ ৰক্ষা কৰি হিত কৰিলা আমাক ।
উচিত প্ৰসাদ আৰে কি দিবোঁ তোমাক ॥৭১

৩২ অধ্যায় — সীতাৰ স্বয়ম্বৰলৈ মুনিৰ লগত ৰাম লক্ষ্মণৰ গমন।

এহি বুলি মনে গুণিলন্ত মুনিবৰ।
উপজিয়া আছে লক্ষ্মী জনকৰ ঘৰ ॥১
যেহি যেহি ৰূপে অৱতাৰ হন্ত হৰি।
ওপজন্ত লক্ষ্মী দেৱী সেহিৰূপ ধৰি ॥২
ৰামৰূপে নাৰায়ণ আছন্ত সাম্প্ৰত।
সীতাৰূপে লক্ষ্মী আছা জনক ঘৰত ॥৩
নিশ্চয়ে হৈবন্ত সীতা ভাৰ্য্যা ৰাঘৱৰ।
জনক নৃপতি পাতি আছে স্বয়ম্বৰ ॥৪
ৰাম লক্ষ্মণক মিথিলাক লৈয়া যাওঁ।
সীতা সমে ৰাঘৱৰ বিবাহ কৰাওঁ ॥৫
হেন মনে গুণি মুনি কৰিলন্ত সাৰ।
ৰামক বোলন্ত শুনা বচন আমাৰ ॥৬
মিথিলা নগৰে আছে জনক নৃপতি।
ৰাজঋষি ধৰ্ম্ম আচৰন্ত মহামতি ॥৭
পুত্ৰৱতে প্ৰজাক পালন্ত নৃপবৰ।
সীতা নামে আছে তান দুহিতা স্নেহৰ ॥৮
অযোনিকাৰূপে আছে জনকৰ ঘৰে।
যেন অমৃতৰ ঘট দুগ্ধ সাগৰে ॥৯
ত্ৰৈলোক্যমোহিনী কন্যা পৰম সুন্দৰী।
কিবা লক্ষ্মী পাৰ্ব্বতী আছন্ত মূৰ্ত্তি ধৰি ॥১০
জানকীৰ ৰূপৰ নাহিকে পটন্তৰ।
দেখি চুৰ হয়ে যত দৰ্প কন্দৰ্পৰ ॥১১
মুনিমনমোহন বদন ৰুচিকৰ।
দেখি লাজে থিৰ নথাকন্ত শশধৰ ॥১২
নয়নক দেখি আতিশয় পায়া লাজ।
পলাই গৈয়া কমল থাকিল জলমাজ ॥১৩
বন্ত তিল ফুল জিনি নাসা কৰে কান্তি।
প্ৰকাশে দশন জিনি মুকুতাৰ পান্তি ॥১৪
ভ্ৰুব সুবলিত মদনৰ ধনু সম।
কপালত সুন্দৰ তিলক মনোৰম ॥১৫
হাস্যত বৰিষে যেন অমৃত প্ৰচুৰ।
নয়নে কাজল জ্বলে শিৰত সিন্দুৰ ॥১৬
দীৰ্ঘ কেশচয় জিনি আছে চামৰক।
ভ্ৰমৰাৰ শাৰি যেন কুটিল অলক ॥১৭
বিম্বফল অধিক অধৰ মনোহৰ।
অমৃত সুৰস বাণী স্বৰ কোকিলৰ ॥১৮
নয়নৰ প্ৰান্তে যেন দলিত অঞ্জন।
মদনৰ শৰ যেন কটাক্ষ ঈক্ষণ ॥১৯
সমান কৰ্ণৰ তলে কুণ্ডল জ্বলয়।
উপৰত থাকি চিকিমিকি প্ৰকাশয় ॥২০
কুণ্ডলৰ কান্তি গণ্ডস্থলে প্ৰকাশিত।
গলে গলপতা মণিময় মনোনীত ॥২১
সুবলিত ভুজ যুগ দেখি লাজ পাই।
থাকিল মৃণাল গৈয়া পঙ্কত লুকাই ॥২২
বাহুত বাহুতি শাখা দুয়ো হাতে আছে।
ৰত্নময় বলয়া কঙ্কণ আগে পাচে ॥২৩
সুন্দৰ আঙ্গুলি পান্তি ললিত বলিত।
সুবৰ্ণৰ আঙঠি প্ৰত্যেক আঙ্গুলিত ॥২৪
মণি চন্দ্ৰ সম নখ পৰম উজ্জ্বল।
কৰ কিশলয় তুল ৰাতুল কমল ॥২৫
হৃদয়ত বাঢ়ে স্তন বদৰি প্ৰমাণ।
দৰশনে যুবতৰ হৰয় পৰাণ ॥২৬
স্তন মধ্যে শোভা কৰে সাতসৰি হাৰ।
কাঞ্চনে ৰচিত মণি মালা মুকুতাৰ ॥২৭
সুবিপুল নিতম্বক দেখিতে সুবেশ।
হৰৰ ডম্বৰু যেন ক্ষীণ মধ্য দেশ ॥২৮
কুন্দত কুন্দলা যেন মুঠিতে লুকায়।
বতাসতে হালে ভাগি পৰিল পৰায় ॥২৯
ৰত্নৰ মেখলা জ্বলে খোঙ্গাৰ ওপৰ।
সুবলিত উৰু ৰামকল সমসৰ ॥৩০
যাক দেখি স্তম্ভি ৰহে মদনৰ মন।
নৱ পদ্মকোষ যেন দুখানি চৰণ ॥৩১
মাণিক মঞ্জীৰ কাজুন কৰি বাজে।
সুবৰ্ণ উজটি দশ আঙ্গুলিৰ মাজে ॥৩২
পদতল ৰাতুল কমল আতিশয়।
ফুটি যেন সাক্ষাতে কধিৰ বাজ-হয় ॥৩৩
প্ৰথম যৌবনী ৰাজ হংসৰ গমনী।
সৰ্ব্বাঙ্গসুন্দৰী কন্যা আতি বিত্তোপনী ॥৩৪
ত্ৰৈলোক্যৰ ৰূপ হুয়া আছে এক থান।
অনেক যতনে বিধি কৰিলা নিৰ্ম্মাণ ॥৩৫
আতি শুভাম্বিতা জনকৰ জীউ সীতা।
বিষ্ণুত ভকতা সৰ্ব্ব গুণে আনন্দিতা ॥৩৬
আন একো নাহি তান হৰিচিন্তা বিনে।
যেন চন্দ্ৰকলা বাঢ়ি যান্ত দিনে দিনে ॥৩৭

ৰূপগুণ সীতাৰ কৰিবে কোনে সীমা।
স্ৰজিয়া থৈলন্ত বিধি মোহন প্ৰতিমা ॥৩৮
গুণন্ত মনত বসি জনক নৃপতি।
কমন বৰত বিহা দিবোঁ সীতা সতী ॥৩৯
সৰ্ব্বসুলক্ষণী কন্যা পৰম সুন্দৰী।
ইহান সমান বৰ পাইবোঁ কেনে কৰি ॥৪০
গুণি গুণি ৰাজা পাচে কৰিলন্ত সাৰ।
মৃগ মাৰি মহাদেৱে থাকন্ত আমাৰ ॥৪১
ধনু এৰি পূৰ্ব্বকালে গৈলা মহাশয়।
তাতে যিতো জনে গুণ দিবাক পাৰয় ॥৪২
ইতো লক্ষ্মীসমা কন্যা বিহা দিবোঁ তাত।
এহি অঙ্গীকাৰ ৰাজা কৰিলা সাক্ষাত ॥৪৩
আলচিয়া মনে জানকীৰ স্বয়ম্বৰ।
মিথিলাত সভা পাতিলন্ত নৃপবৰ ॥৪৪
বিশ্বকৰ্ম্মা সম শিল্পী আনি সৰ্ব্বজন।
কৰাইলন্ত পুৰ চিত্ৰ মন্দিৰ নিৰ্ম্মাণ ॥৪৫
অনেক উচ্ছ্ৰিত গৃহ বহল বিস্তৰ।
প্ৰকাশ কৰয় যেন কৈলাস শিখৰ ॥৪৬
সুবৰ্ণ ৰজত যত্নে কৰিলা আবন্ত।
অনেক সহস্ৰ ফটিকৰ দিলা স্তম্ভ ॥৪৭
হীৰা মণি মাণিক লগাইলা থানে থানে।
কৰিলা অনেক শিল্পী জানিলেক মানে ॥৪৮
নানা বৰ্ণে চিকিমিকি কৰে ঠাই ঠাই।
সূৰ্য্যৰ জ্যোতিক যেন চাহন নযায় ॥৪৯
সুবৰ্ণ ৰজতে বিৰচিল স্থলী যত।
থানে থানে মঞ্চ সজাইলন্ত নানা মত ॥৫০
ৰাজাক উচিত সিংহাসন থৈলা পাৰি।
নানা বিধ আসন থাপিলা সাৰি সাৰি ॥৫১
ৰাজাগণ ৰহিবাক প্ৰতি নৃপবৰ।
নানা স্থানে সজাইলন্ত যত বাসাঘৰ ॥৫২
ভোজন সম্ভাৰ বহুবিধ উপহাৰ।
ভৰাই থৈলন্ত ৰাজা অনেক ভণ্ডাৰ ॥৫৩
অনন্তৰে মাতি আনি দূত বহুতৰ।
সমস্তকে বচন বুলিলা নৃপবৰ ॥৫৪
দেশে দেশে যত ৰাজা আছে নিৰন্তৰ।
সমস্তকে কহ জানকীৰ স্বয়ম্বৰ ॥৫৫
শুনি দশো দিশে দূত গৈল অসংখ্যাত।
ঘোষিলেক স্বয়ম্বৰ সমস্তে ৰাজাত ॥৫৬
জানকীৰ স্বয়ম্বৰ শুনি ৰাজা যত।
অমৃত পিলেক যেন হৰিষ মনত ॥৫৭
বস্ত্ৰ অলঙ্কাৰ দিয়া দূতক সাদৰি।
পুছয় সীতাৰ কথা কহ ভাল কৰি ॥৫৮
শুনি দূতে ৰূপগুণ বৰ্ণায়ে সবাৰ।
কথাতে হৰয় মন সকলে ৰাজাৰ ॥৫৯
মনে গুণে কেন মতে পাইবোঁ জানকীক।
তাত বিনে জীৱন যৌৱন ধিক ধিক ॥৬০
এহি বুলি ৰাজ্যভাৰ ভাৰ্য্যা পৰিহৰি।
চতুৰঙ্গ সেনা সমে চলে শীঘ্ৰ কৰি ॥৬১
যাহন্তে গুণয় পথে মনে অৱগাই।
জানো আগে বিহা কৰে মোত আগে পাই ॥৬২
মই আগে পাওঁ যেবে নষ্টু পাৱে আনে।
মোৰ আগে সীতাক নিবেক কাৰ প্ৰাণে ॥৬৩
ৰূপে গুণে সমস্তে ৰাজাত মই চাৰ।
মোতে বৰিবেক ভাগ্য আছয় আমাৰ ॥৬৪
জনক নৃপতি ভালে জানন্ত আমাক।
অৱশ্যে মোতেসে বিহা দিবন্ত সীতাক ॥৬৫
এহি গুণি ৰাত্ৰি দিনে পথ বহি যায়।
উগুলথুগুল মনে সুখ শান্তি নাই ॥৬৬
হস্তী ঘোড়া ৰথে ৰাজাগণে নিৰন্তৰে।
মিথিলা পশিল গৈয়া মহা আড়ম্বৰে ॥৬৭
জনকে দেখিয়া ৰাজাগণ আসিবাৰ।
পাদ্য অৰ্ঘে পূজি কৰিলন্ত সৎকাৰ ॥৬৮
বসিবাক প্ৰতি ৰাজা দিলা সিংহাসন।
প্ৰিয় বাক্যে পুছন্ত কুশল আগমন ॥৬৯
বুলিলা সবাৰ প্ৰতি মধুৰ বচনে।
আজি সুপ্ৰভাত তোমাসাৰ দৰশনে ॥৭০
যাৰ যাৰ কথা কৰ্ণে শুনিয়া আছিলোঁ।
কিনো ভাগ্য তোমাসাক চক্ষুৰে দেখিলোঁ ॥৭১
এহি মতে চাটুপটু অনেক বুলিলা।
ৰহিবাৰ প্ৰতি দিব্য বাসাঘৰ দিলা ॥৭২
অন্নপান ষড়ৰস ভোজন সম্ভূত।
সমস্তকে দিলা যাক যেন সমুচিত ॥৭৩
এক এক ৰাজা আইল যেন দিগপতি।
সম্ভোষিলা সবাকে জনক নৰপতি ॥৭৪
পাত্ৰ মন্ত্ৰী সেনাগণ হয় হস্তী ৰথ।
নাহি তাৰ সীমা সংখ্যা আসি আছে যত ॥৭৫

সবাকে নৃপতি বহিবাৰ স্থান দিলা।
অন্নে পানে সমস্তৰে চিত্ত সন্তোষিলা ॥৭৬
এক গোটা পদ্ম ফুলি আছে সৰোবৰে।
তাৰ মধু আশে ধাৱে ভ্রমৰ বিস্তৰে ॥৭৭
সেহি মতে পৃথিবীৰ ৰাজা নিৰন্তৰ।
জানকীক আশে আইল মিথিলা নগৰ ॥৭৮
ভৈলা এক থান ৰাজা বৰিবেক মান।
সবাকো জনক কৰিলেক বহু মান ॥৭৯
অনন্তৰে শুভ দিন তিথি বাৰ চাই।
জনক আনিলা সবে ৰাজাক মতাই ॥৮০
বোলন্ত নৃপতি শুনা ৰাজা নিৰন্তৰ।
আজি পাতিবোঁহো জানকীৰ স্বয়ম্বৰ ॥৮১
এহি কাজে তুমি সব আইলা মোৰ ঠাই।
বহু দিন প্রবাসত আছা দুখ পাই ॥৮২
আশা বা নিৰাশা আজি পৰিচ্ছেদা হৌক।
বোলঁা ৰাম ৰাম সবে সভাসদ লোক ॥৮৩

৩৩ অধ্যায়।

ছুলৰি।

জনকৰ বাণী, ৰাজাগণে শুনি,
মহত হৰিষ ভৈল।
কৰিয়া সত্বৰ, আসি বাসাঘৰ,
কাছিবাক সবে লৈল ॥১
অগৰু চন্দন, কস্তুৰি কুঙ্কুম,
ভূষিলেক সবে গায়ে।
নানাবিধ দিব্য, বস্ত্র অলঙ্কাৰ,
পিন্ধিলেক ঠায়ে ঠায়ে ॥২
পাট পটোৱণে, বিচিত্র বসনে,
ভৈল আতি জাতিঙ্কাৰ।
সুবৰ্ণৰ মালা, শিৰত চৰায়া,
হৰিষৰ নাহি পাৰ ॥৩
দৰ্পণ ধৰিয়া, মুখ চায়া বোলে,
বিধি ভৈল সুপ্রসন।
মোক সমৰূপে, ইতিনি ভুবনে,
নাহি আৰ একজন ॥৪
ধনে জনে মান্যে, গুণে কুলে শীলে,
দেখিয়া মোক বিশিষ্ট।
জনকনন্দিনী, সীতা সুবদনী,
মোকেসে বৰিব নিষ্ট ॥৫
এহি বুলি আতি- শয় ৰঙ্গমনে,
ৰাজাগণ অসঙ্খ্যাত।
কাছি লাসে বেশে, পৰম সুবেশে,
বসিলা গৈয়া সভাত ॥৬
ৰত্ন সিংহাসনে, প্রকাশ কৰয়,
ৰাজাগণ ভাল ভাল।
মেৰুৰ ওপৰে, যেন জ্যোতি কৰে,
বসি দশ দিকপাল ॥৭
পাত্র মন্ত্রী যত, ৰাজাৰ পিচত,
বসিলা গৈয়া উৎসুকে।
আন যত জন, মঞ্চত বসিল,
মনত মহা কৌতুকে ॥৮
নটী নাচে গায়ে, মৃদঙ্গ বজায়ে,
বায়ে নানা যন্ত্র তাল।
ভাটে চাটুপটু, বোলে মাল সবে,
যুজয় কৰি আস্ফাল ॥৯
নানাবাদ্য ভণ্ডে, শবদ প্রচণ্ডে,
কৰ্ণত হানয় তাল।
ৰঙ্গ ঢঙ্গ বোলে, প্রজাৰ আন্দোলে,
সাগৰ যেন উল্লাল ॥১০

৩৪ অধ্যায়। ছবি।

এহি মতে নৃপগণে, জানকী সীতাক মনে,
দিব্য সভা মাজে বসি আছে।
মিথিলাৰ অধিপতি, সভাক নিৰাক প্রতি,
কছাইল সীতাক দিব্য কাছে ॥১
আগত সীতাক লৈয়া, সমাজক চলি গৈলা,
নানা বাদ্য শুভ সুমঙ্গলে।
অনেক যুবতী নাৰী, চলি যায় কাছি পাৰি,
সীতাৰ সঙ্গত কৌতুহলে ॥২
যত ইষ্ট বন্ধু জন, পাত্র মন্ত্রী পুত্রগণ,
চলি যান্ত মহা ৰঙ্গ মনে।
হাতে দিব্য ঘট ধৰি, নানা লাসবেস কৰি,
গায়ন্ত মঙ্গল নাৰীগণে ॥৩
ব্রাহ্মণ সকলে বেদ, পঢ়ি যান্ত অবিচ্ছেদ,
আতিশয় হৰিষে মনত।
চপয়া পঢ়য় ভাট, নটী সবে কৰে নাট,
কৰি লয়লাস নানা মত ॥৪

মিথিলাৰ নৃপবৰে, এহিমতে অনন্তৰে,
প্ৰবেশিলা স্বয়ম্বৰ শালা।
সীতাও লগত গৈলা, মেৰুত উদয় ভৈলা,
যেন অভিনৱ চন্দ্ৰকলা ॥৫
সীতাৰ মুখৰ কান্তি, দশো দিশে প্ৰকাশন্তি
যেন পূৰ্ণচন্দ্ৰৰ উদয়।
আছে যত ৰাজাগণ, সবাৰে হৰিষ মন,
দেখি আতি ভৈল তমোময় ॥৬
সীতাৰ কমল মুখ, দেখিতে পৰম সুখ,
সমস্তে এৰিল ধৈৰ্য্যভাৰ।
লাজকাজ পৰিহৰি, চাহয় নয়ন ভৰি,
মদনে কম্পিত সৰ্ব্ব গাৱ ॥৭
নভাসয় নেত্ৰে আতি, কৰয় মদনে সাতি,
আস উস কৰে উসমিস।
জ্বলে আতি কামানল, কৰে চিত্ত টলবল,
মনে একো নপাৱে উদ্দিশ ॥৮
হৃদয়ে কামশৰে, পশি মহা পীড়া কৰে,
কাহাৰো নুহিকে মন থিৰ।
চেতন হৰিয়া গৈল, বৃদ্ধ সবো যুৱা ভৈল,
দেখি ৰূপ সীতা গোসানীৰ ॥৯
নমো নমো ৰঘুনাথ, চৰণত থৈয়া মাথ,
মন মোৰ ৰহোক তোমাত।
সমজ্যাৰ যত লোক ৰাম হৰি বুলিয়োক
তেবে দুখ তৰিবা সাক্ষাত ॥১০

৩৩ অধ্যায়

পদ।

বিশ্বামিত্ৰ বদতি শুনিয়ো ৰঘুবৰ।
সভাত আছিল যত লোক নিৰন্তৰ ॥১
দেখিবা সীতাৰ আতি ৰূপ বিপৰীত।
কামবাণে সবাৰো মোহিত ভৈল চিত্ত ॥২
যেহি অঙ্গে সীতাৰ পৰিল দৃষ্টি যাৰ।
তাৰ হন্তে পুনৰপি নপলটে আৰ ॥৩
সবাৰে হৰিল মন সীতাৰ ৰূপত।
নিসিজিল মন যেন যোগীৰ ব্ৰহ্মত ॥৪
জানকীৰ মুখচন্দ্ৰমাক নিৰন্তৰে।
সুন্দৰ অমৃত পিয়ে নয়ন চকোৰে ॥৫
অমৃতক দেখি যেন তৃষ্ণীয়া বিকুৰে।
নচু পুৰে মন যেন লটপট কৰে ॥৬
সেহি মতে জানকীক দেখি ৰাজাগণ।
কেন মতে পাইবো বুলি নলৰে মন ॥৭
কেহো ৰাজগণে বসি গুণায় মনত।
বোলো গৈয়া ধৰি জনকৰ চৰণত ॥৮
তোমাৰ দুহিতা সীতা আমাক দিওক।
ভৃত্য বুলি প্ৰভু মোক কিনিয়া থৈয়োক ॥৯
সেৱা কৰি তোমাক থাকিবো অহৰ্নিশ।
নপাইবাহা জোৱাই আন আমাৰ সদৃশ ॥১০
কেহো জনে বোলয় মন্ত্ৰীৰ চাপো পাশ।
কত লক্ষ ধন দিয়া বুজোঁ তান আশ ॥১১
মন্ত্ৰীৰ অধীন ৰাজাগণ নিৰন্তৰ।
তান বোলে কন্যা মোক দিব নৃপবৰ ॥১২
কেহো বোলে ধৰো লাগ ৰাজাৰ পুত্ৰৰ।
শাকুতি কাকুতি তাৰ কৰিবো বিস্তৰ ॥১৩
হাতত ধৰিয়া বাক্য বুলিবো বিনয়।
তোমাৰ ভগিনী মোক দিয়ো মহাশয় ॥১৪
তযু ভগিনীৰ বৰ আমিসে উত্তম।
পুছি চাঁৱা আন কোন আছে মোৰ সম ॥১৫
শুনি ৰাজপুত্ৰে কন্যা আমাকেসে দিব।
ৰাজায়ো পুত্ৰৰ বাক্য অৱশ্যে কৰিব ॥১৬
কেহো বোলেচাটুবাণী বোলোঁহো কন্যাক।
শুনিয়ো সুন্দৰী তুমি বৰিয়ো আমাক ॥১৭
যত ৰাজ্যভাৰ ভাৰ্য্যা আছয় আমাৰ।
আজি ধৰি সকলো তোমাৰ অধিকাৰ ॥১৮
থাকিবোহো আমিও তোমাৰ পালি আশ।
কৰোঁহো শপত যদি সজাত নযাস ॥১৯
আমাক মহন্ত বুলি জানে সৰ্ব্ব লোক।
জানিলোঁ নিশ্চয় সীতা বৰিব আমাক ॥২০
হেটমাথে বসি আলোচয় কতো জন।
সীতাৰ সখীক বোলোঁ কাকুতি বচন ॥২১
বুজাইয়োক সীতা সতী বৰোক আমাকে।
যেহি চাইা তাকেমই দিবোহো তোমাক ॥২২
স্ত্ৰীৰ উতলে আতি চিত্ত লোভ পাই।
অৱশ্যে বুলিবে তেবে সীতাক বুজাই ॥২৩
নিশ্চয় ধৰিব সীতা সখীৰ বচন।
এহি মতে আলোচে সকলে ৰাজাগণ ॥২৪
শুনিয়োক কথা আৰে আত অনন্তৰ।
সমজ্যাত উঠিয়া জনক নৃপবৰ ॥২৫

কৃতাঞ্জলি হুয়া ৰাজা বুলিলা বচন।
সাৱধান হুয়া শুনিয়োক ৰাজাগণ ॥২৬
মহা মহা ৰাজা বহু দিন মোৰ ঠাই।
সীতাৰ নিমিত্তে ৰহি আছা দুঃখ পাই ॥২৭
আজি সবাহানে এক পৰিচ্ছেদা হৌক।
যিমতে কন্যাক পায় তাক শুনিয়োক ॥২৮
পূৰ্ব্বকালে হৰে মৃগ মাৰিয়া বনত।
এৰি গৈলা ধনুখান মোৰ দুৱাৰত ॥২৯
পৰম সুদৃঢ় ধনু যেন বজ্ৰসাৰ।
ঘৰে আনি থৈয়া কৰিলোঁহো অঙ্গীকাৰ॥৩০
পাৰয় ধনুত যেহি গুণ লগাইবাক।
মুচন্দ্ৰবয়নী সীতা দিবোঁহো তাহাক ॥৩১
আছোঁহো পূৰ্ব্বত এহি অঙ্গীকাৰ কৰি।
এবে যেহি গুণ দিবে পাৰে ধনু ধৰি ॥৩২
তাহাকে বৰিব সীতা বুলিলোঁ নিশ্চয়।
এহি বুলি লোক পাঞ্চি দিলা মহাশয় ॥৩৩
বৰ ঘৰ মাজে থৈয়া আছে ধনুখান।
সাজি বান্ধি সমজ্যাক লাগি গৈয়া আন ॥৩৪
ৰাজাৰ বচন শুনি তেতিক্ষণে গৈল।
অৰ্ব্বুদেক লোকে ধনু সাজি কৰি লৈল ॥৩৫
কুজি মুজি হুয়া সবে আনে বল দিয়া।
আদখান ধনু আসে মাটীতে লুটীয়া ॥৩৬
যেনে তেনে আনি সমাজৰ মাজে থৈল।
দেখিয়া ধনুক ৰাজাগণ ভয় ভৈল ॥৩৭
আছো গুণ দিব ডাণ্ডিবাকো নাই সাস।
জানকীৰ মুখ চাই তেজয় নিশ্বাস ॥৩৮
সমজ্যাত ধনু থৈয়া জনক নৃপতি।
সীতাক বোলন্ত শুনিয়োক মহাসতী ॥৩৯
তোক আশা কৰি মহা মহা ৰাজাচয়।
ৰাজ্য এৰি ৰবিষেক প্ৰবাস খাটয় ॥৪০
এক এক ৰাজা সুৰপতিৰ সমান।
তোমাৰ কাৰণে আসি আছে মোৰ থান॥৪১
সুবৰ্ণৰ মালা গাচি ধৰিয়া হাতত।
এতিক্ষণে থাকা গৈয়া সভাৰ মাজত ॥৪২
ধনুত লগাইবে গুণ যিজনে পাৰয়।
সেহি নিজ পতি তযু জানিবা নিশ্চয় ॥৪৩
তান মাথে মালা দিয়া কৰি নমস্কাৰ।
ৰৰিবাহা গই একো নকৰি বিচাৰ ॥৪৪

শুনিয়া জানকী পাচে পিতৃৰ বচন।
সখীৰ মাজক চলি গৈলা তেতিক্ষণ ॥৪৫
সুবৰ্ণৰ মালা মাত্ৰ হাতে তুলি লই।
পৃথিবীক নিৰক্ষীয়া থাকিলন্ত ৰই ॥৪৬
জনকে বুলিলা ৰাজাগণক বচন।
লগায়ো পচাৰ জানকীক যাৰ মন ॥৪৭
জনকৰ বাণী শুনি কতোহো নৃপতি।
কৰন্ত যতন গুণ লগাইবাক প্ৰতি ॥৪৮
কৰে ঊস্‌মিস উঠে বসে কতো জন।
আগে পাচে চায়ে কতো চোবায়ে দশন ॥৪৯
বাহু নিৰখীয়া কতো ফোকায় যেন নাগে।
ভাঙ্গো ধনু আজি কোন বস্তু মোৰ আগে॥৫০
দেখোক সকলে বাহুবলৰ মহত।
প্ৰথমত উঠি গৈলা ৰাজা শুভদন্ত ॥৫১
ওচৰ চাপিয়া গৈয়া আস্ফোট কৰিল।
বাহু দাম্ফি মাৰি বীৰে ধনুক ধৰিল ॥৫২
অনেক যতনে ধনু ধৰি বল দিল।
গুণ দিবে ছাৰি লাৰিবাকো নপাৰিল ॥৫৩
শুভদন্ত ৰাজাৰ ভাগিল চটীমটী।
লাজ হুয়া আসনত বসিলা পালটী ॥৫৪
অতি অনন্তৰে শতধনু নৃপবৰ।
মই গুণ দিবো বুলি চাপিলা ওচৰ ॥৫৫
দশন কামুৰি শৰীৰৰ বলে ধৰি।
কতো বেলি চাহিলেক দঙ্গাদঙ্গি কৰি ॥৫৬
বল দিয়া চাইল ৰাজা অনেক প্ৰকাৰে।
আছো গুণ দিব ধনু লাৰিবে নপাৰে ॥৫৭
তাক দেখি হাসিলন্ত সকল সমাজ।
বসিল উলটি শতধনু হুয়া লাজ ॥৫৮
তাত অনন্তৰে মগধৰ নৰেশ্বৰ।
আতি বৰ বলবন্ত পৰম প্ৰখৰ ॥৫৯
মই গুণ দিবোঁ বুলি হাম্ফোলিয়া গৈল।
উলটি বসিল আতি মৰা হেন ভৈল ॥৬০
লাৰিকে নপাৰে ধনু অনেক যতনে।
তাক দেখি বিঙ পাৰি হাসে সৰ্ব্ব জনে ॥৬১
মগধ ৰাজাৰ মহা গৰ্ব্ব ভাজি গৈল।
উলটি বসিল আতিশয় লাজ ভৈল ॥৬২
ক্ষীৰোদধি তীৰে বসে উত্তৰ দিশত।
সনাতন নামে ৰাজা অনন্ত ভকত ॥৬৩

হুঙ্কাৰতে সমস্তে ৰাজাৰ মান লয়।
লক্ষ্মী সৰস্বতী যেবে কন্দল কৰয় ॥৬৪
দুইকো বুজাই ৰাজা ভাঙ্গয় কন্দল।
পৰমবিক্রমী আতিশয় মহাবল ॥৬৫
হেন ৰাজা গুণ দিবে গৈলা বলে বাগি।
ভাঙ্গিবাকে নপাৰি বসিল গৰ্ব্ব ভাগি ॥৬৬
বৰ বৰ ৰাজা লাজ ভৈল বিপৰীত।
দেখি সবে নৃপতিৰ চমকিল চিত ॥৬৭
বলহীন মন ভৈল মুণ্ড নলাবয়।
পৰিল নিজম হুমনিশ্বাস তেজয় ॥৬৮
নোতোলয় মাথা মনে মিলে মহাদুখ।
কেৰ চকু কৰি জানকীৰ চায়ে মুখ ॥৬৯
ধনুক দেখিয়া পুণু চপৰাবে মাথ।
বিবৰ্ণ বদনে গুণে গালে দিয়া হাত ॥৭০
হৰি হৰি আজি বিধি কি কাম কৰিলোঁ।
মান হেৰুৱাইলোঁ আউৰ লাজতে মৰিলোঁ ॥৭১
ধনুত লগাইবে গুণ গৰ্ব্ব কৰি গৈলোঁ।
আছোক লগাইবোঁ গুণ লঘুমাত্র ভৈলোঁ ॥৭২
আগে জানো নপাৰিবোঁ উঠি গৈলোঁ কিক।
সমাজত লঘু ভৈলোঁ মৰণতোধিক ॥৭৩
আসিলোঁহো যত ৰাজ্য ভোগ পৰিহৰি।
বৰিষেক আছোঁ জানকীক আশা কৰি ॥৭৪
সীতাক নপাইলোঁ আক গৰ্ব্ব ভৈল ভঙ্গ।
ধনুৰূপে বিধাতা কৰিলে বিড়ম্বন ॥৭৫
আপোনাৰ নিজ ভাৰ্য্যা কৰি পৰিহাৰ।
জানকীৰ আশা মাত্র কৰিলোঁ অপাৰ ॥৭৬
নপাইলোঁহে সীতাক লভিলোঁ বৰ দুখ।
কিমতে চাহিবোঁ পূৰ্ব্ব কামিনীৰ মুখ ॥৭৭
আমাক এৰিয়া বিহা কৰিবাক গৈলা।
কি কাৰ্য্যক আমাৰ পাশক আহি ভৈলা ॥৭৮
যি জনীক ৰাজা আনি আছা বিহা কৰি।
হৈবেক সিজনী জানো পৰম সুন্দৰী ॥৭৯
তাইৰ পাশত থাকা কৰি সুখভোগ।
আমি পুণু নৃপতি তোমাৰ নোহোঁ যোগ ॥৮০
এহি মতে বিস্তৰ কৰিব পৰিহাস।
চাপিবোঁ কিমতে আৰে তাসবাৰ পাশ ॥৮১
কিসক আসিলোঁ মই কি কাম কৰিলোঁ।
সীতাৰ আশায়ে নিজকাৰ্য্যাতো নৰৈলোঁ ॥৮২
এক বাণ চাহন্তে হেৰাইলোঁ দুয়ো বাস।
এহি বুলি মনে মনে তেজয় নিশ্বাস ॥৮৩
দিবে পাৰোঁ ধন জন গজেৰ খোজয়।
ধনুত লগাইবো গুণ কিসক বোলয় ॥৮৪
নৈভৈল সুবুদ্ধি ইটো জনক ৰাজাৰ।
কিসক কৰিল হেন মত অঙ্গীকাৰ ॥৮৫
ধনুত লগাইবে গুণ নপাৰিলে কেহে।
জানিলোঁহে জ্ঞাতাখা নিবে মহাদেৱে ॥৮৬
আমি সবে গুছক নগাইবোঁ এতিক্ষণ।
ধনুত লগাইবে গুণ চাহোঁ কোন জন ॥৮৭
এহি বুলি গোষ্ঠি কৰি যতেক নৃপতি।
সয়ম্বৰ সভা মাজে আছন্ত সম্প্ৰতি ॥৮৮
আমি চলি যাও আসা সেই সমজ্যাক।
পাৰিবা ধনুত তুমি গুণ লগাইবাক ॥৮৯
তোমাৰ বিক্ৰম ৰাম কহিবোঁহো কিক।
ধনু ভাঙ্গি বিবাহ কৰিয়ো জানকীক ॥৯০
জানকীৰ স্বয়ম্বৰ শুনি অনুপাম।
হাসিয়া ঋষিক পাচে বুলিলন্ত ৰাম ॥৯১
শুনা ঋষিৰাজ মই কহোঁ স্বৰূপত।
পিতৃয়ে পঠাই আছে তোমাৰ লগত ॥৯২
যি কাৰ্য্যক লাগি তুমি পাকাহা আমাক।
অৱশ্যকে লাগে মোৰ তাকে কৰিবাক ॥৯৩
বুলিলাহা যাও তযু সঙ্গে মিথিলাক।
কেন মত ধনুখান দেখিবোঁহো তাক ॥৯৪
ৰামৰ বচনে বিশ্বামিত্ৰে বশ ভৈলা।
ৰাম লক্ষ্মণক ঋষিৰাজ লগে লৈলা ॥৯৫
কুতূহলে মিথিলাক কৰিলা গমন।
পিচত চলিলা অসংখ্যাত শিষ্যগণ ॥৯৬
কতো দুৰ যান্তে ভৈলা সূৰ্য্য অস্তগত।
ৰহিলন্ত গৈয়া এক নদীৰ কুলত ॥

---

৩৬ অধ্যায়—কাকুৎস্থ দেশৰ বৃত্তান্ত।

ঋষিত পুছিলা ৰামে কৰিয়া সাদৰ।
কাৰ ইতো ৰাজ্য কহিয়োক মুনিবৰ ॥১
মুনিয়ে বোলন্ত ৰাম শুনিয়ো হৰিষি।
কুশধ্বজ নামে আছিলন্ত ৰাজ ঋষি ॥২
উপজিল তান ঘৰে কন্যা এক শত।
বিদ্যাধৰী সবে সম নুহিকে কপাত ॥৩

নৃত্য গীত কৰি সদা থাকে পুষ্পবনে ।
দেখি কামে বিমোহিত ভৈলন্ত পৱনে ॥৪
আসিলন্ত বায়ু পাচে তাসম্বাৰ পাশ ।
কৰিলন্ত কন্যাগণে তাহাঙ্ক নৈৰাশ ॥৫
দেখি কোপ কৰি বায়ু ঊনপঞ্চাশত ।
ভাঙ্গিলন্ত মধ্যদেহ পশি শৰীৰত ॥৬
কান্যকুব্জ নাম দেশ ভৈল সেহি ধৰি ।
কুশধ্বজে মনত আছন্ত চিন্তা কৰি ॥৭
তাহান পাশক আইল ঋষি ব্ৰহ্মদত্ত ।
তাহাঙ্ক দিলন্ত দান কন্যা এক শত ॥৮
তুষ্ট ভৈলা ব্ৰহ্মদত্ত পায়া কন্যাগণ ।
হৰিষে বুলিলা কুশধ্বজৰ বচন ॥৯
হৈবেক তোমাৰ এক তনয় উত্তম ।
এহি বুলি গৈলা ঋষি অপোন আশ্ৰম ॥১০
হৰিষে আছন্ত কুশধ্বজ মহাশয় ।
ভৈলন্ত সুপাশু নামে তাহান তনয় ॥১১
কুশনাভ নামে পুত্ৰ ভৈল সুপাশুৰ ।
ভৈলন্ত তাহান গাধি নামে পুত্ৰবৰ ॥১২
আমাৰ জনক গাধি জানা মহাশয় ।
বিশ্বামিত্ৰ নামে আমি গাধিৰ তনয় ॥১৩
বংশাৱলী কথা ৰাম কহিলোঁ নিশেষ ।
কান্যকুব্জ নামে আমাসাৰ নিজ দেশ ॥১৪

---

৩৫ অধ্যায়—ঊনপঞ্চাশত বায়ুৰ উৎপত্তি বিবৰণ ।

পুনৰপি ৰামে কথা পুছিলা ঋষিত ।
এক লোকপাল বায়ু জগতে বিদিত ॥১
কিমতে পৱন ভৈলা ঊনপঞ্চাশত ।
শুনি বিশ্বামিত্ৰে কথা কহন্ত ৰামত ॥২
আছন্ত কাশ্যপ মৰীচিত হন্তে হুই ।
দিতি আৰু অদিতি তাহান ভাৰ্য্যা দুই ॥৩
কাশ্যপক সেৱা দুয়ো কৰে অনুক্ষণ ।
দুইত হন্তে উপজিল দেৱাসুৰগণ ॥৪
অদিতিত হন্তে দেৱগণ ভৈলা জাত ।
দিতিত অসুৰ ভৈলা জগতে প্ৰখ্যাত ॥৫
সৰ্ব্ব কালে দেৱাসুৰে কৰয় কন্দল ।
দেৱতাক জিনিলা অসুৰ মহাবল ॥৬
পাচে দেৱতাক শিক্ষা দিলা নাৰায়ণ ।
ভৈল সমৰস্তি যত দেৱাসুৰগণ ॥৭
কৰিলা যুকুতি দেৱাসুৰ নিৰন্তৰ ।
পাই দিব্য অমৃতক মথিয়া সাগৰ ॥৮
অজৰ অমৰ হৈবোঁ ভুঞ্জিয়া অমৃত ।
এহি বুলি দেৱাসুৰে কৰি এক চিত্ত ॥৯
মথিলন্ত গৈয়া পাচে ক্ষিৰোদ সাগৰ ।
কৰিলা মথনি দাণ্ডি পৰ্ব্বত মন্দৰ ॥১০
সৰ্পৰাজ বাসুকীক জৰী কৰিলন্ত ।
লাঙ্গুলৰ ভিতি দেৱগণে ধৰিলন্ত ॥১১
দৈত্যগণে টানে ধৰি সৰ্পৰ শিৰত ।
উপজিল কালকূট বিষ প্ৰথমত ॥১২
দেখি ভয় ভৈলা দেৱাসুৰ নিৰন্তৰে ।
তাক পান কৰি জীৰ্ণ কৰিলন্ত হৰে ॥১৩
দিব্য নাৰী অপেচৰাগণ ভৈলা জাত ।
তাৰে অনুচৰী উপজিলা অসংখ্যাত ॥১৪
অপেচৰী সমস্তক দেৱগণে নিল ।
দেখি দৈত্য সকলৰ অসুখ মিলিল ॥১৫
উপজিল উচ্চৈশ্ৰৱা ঘোঁড়া অনুপাম ।
ভৈলা জাত কল্পতৰু পাৰিজাত নাম ॥১৬
আঁঠ গোট দিগ্‌গজ ভৈলেক উপগত ।
উপজিল আসি গজৰাজ ঐৰাৱত ॥১৭
দিব্য মণি কৌস্তুভ জন্মিল তেজোময় ।
মাধৱৰ কণ্ঠ মাজে প্ৰকাশ কৰয় ॥১৮
জগতজননী লক্ষ্মী ভৈলন্ত বেকত ।
বিষ্ণুক বৰিয়া ৰহিলন্ত হৃদয়ত ॥১৯
লৈয়া মদ্য কলস বাৰুণী উপজিল ।
গন্ধ পায়া দানৱ সকলে তাক নিল ॥২০
অনন্তৰে আসি উপজিলা ধন্বন্তৰী ।
সম্পূৰ্ণ অমৃত ঘট আছা হাতে ধৰি ॥২১
দেখি দেৱ দানৱৰ হৰিষ মিলিল ।
দেৱতাক হেলি দৈত্যগণে তাক নিল ॥২২
পাচে নাৰায়ণে দুখ দেখি দেৱতাৰ ।
ধৰিলন্ত মাধৱে মোহিনী অৱতাৰ ॥২৩
কপটৰ ছলে বঞ্চি দৈত্য সমস্তক ।
পিয়াইলা অমৃত হৰি দেৱতা সবক ॥২৪
অজৰ অমৰ দেৱ ভৈলা সেহি ধৰি ।
দৈত্যক বধিলা দেৱে ঘোৰ ৰণ কৰি ॥২৫
শুনি দিতি ধৰি কাশ্যপৰ চৰণত ।
কৰন্ত ক্ৰন্দন দেৱী পৰম শোকত ॥২৬

কিসক কান্দস দেবী কাশ্যপে পুছিলা ।
পাচে দিতি কাশ্যপত দুখ নিবেদিলা ॥২৭
মোৰ পুত্ৰগণক মাৰিলা পুৰন্দৰ ।
অমৃতক খায়া ভৈল অজৰ অমৰ ॥২৮
সুশুচয় মোৰ হৃদয়ৰ পুত্ৰশোক ।
মোৰ পুত্ৰ ইন্দ্ৰ হৌক বৰ দিয়োঁ মোক ॥২৯
বৰ দিয়া কাশ্যপে বুলিলা হাস্য কৰি ।
শুচি হুয়া গৰ্ভ তুমি ধৰিবা সুন্দৰি ॥৩০
নিয়মে থাকিবে পাৰা দ্বাদশ বৎসৰ ।
হৈবে তযু পুত্ৰ ইন্দ্ৰ দিলোঁ মই বৰ ॥৩১
শুনি দিতি কাশ্যপ ঋষিক সেৱা কৰি ।
শুচি হুয়া গৰ্ভ পাচে ধৰিলা সুন্দৰী ॥৩২
হেন দেখি পুৰন্দৰ ত্ৰাস আতি ভৈলা ।
কপটে দিতিক সেৱা কৰিবাক লৈলা ॥৩৩
ছিদ্ৰ পাইলে আন গৰ্ভ কৰিবোঁ বিনাশ ।
অহৰ্নিশি দিতিৰ নাছাৰে ইন্দ্ৰে পাশ ॥৩৪
যেতিক্ষণ যেহি লাগে যোগান্ত সকল ।
গৰ্ভ নষ্ট কৰিবাক নপাৰন্ত ছল ॥৩৫
গৰ্ভভৰে দিতি নিয়মক পাসৰিলা ।
মুক্ত কেশে সন্ধ্যা বেলা শয়ন কৰিলা ॥৩৬
শীয়ৰে চৰণ দিয়া চৰণকে শিৰ ।
হেন ছিদ্ৰ পায়া হাসিলন্ত পুৰন্দৰ ॥৩৭
মায়া বলে গৰ্ভত পশিলা বজ্ৰ ধৰি ।
কাটিলন্ত ছৱালক সাতখান কৰি ॥৩৮
তাকো সাত সাত খান কৰিলা গৰ্ভত ।
কান্দয় ছৱাল হুয়া ঊনপঞ্চাশত ॥৩৯
চেতন লভিয়া দিতি দেখিলা বিস্ময় ।
কিসক মাৰস ছাৱা ইন্দ্ৰক বোলয় ॥৪০
শুনি ইন্দ্ৰে বুলিলন্ত দিতিক বচন ।
যি কাৰণে অনিয়মে কৰিলা শয়ন ॥৪১
সি কাৰণে গৰ্ভ নষ্ট কৰিলোঁ তোমাৰ ।
দেৱ হুয়া থাকিবেক লগত আমাৰ ॥৪২
বিশ্বামিত্ৰে বোলে ৰাম কহিলোঁ বেকত ।
ঊনপঞ্চাশত বায়ু ভৈলা এহি মতে ॥৪৩
বঞ্চিলা ৰজনী ৰাম হেন কথা মাতে ।
তৈৰপৰা চলি গৈলা ৰজনী প্ৰভাতে ॥৪৪
গৌতমৰ আশ্ৰমক দেখি অনুপাম ।
কৌতুকে ঋষিত কথা পুছিলন্ত ৰাম ॥৪৫
কাৰ ইতো আশ্ৰম কহিয়ো তপোধন ।
নানা ফলে ফুলে দেখিবাক সুশোভন ॥৪৬
সৰ্ব্বশূন্য আশ্ৰম নেদেখোঁ একো প্ৰাণী ।
ঋষিয়ে বোলন্ত ৰাম শুনিয়োক বাণী ॥৪৭
ভাল সুমৰাইলা ৰাম কমললোচন ।
ই ঠাইত তোমাৰ কিছু আছে প্ৰয়োজন ॥৪৮

---

৩৮ অধ্যায় অহল্যাৰ মুক্তি ।

পাচে ৰাম লক্ষ্মণক লৈয়া ঋষিৰাজ ।
প্ৰৱেশিলা গৈয়া পাচে আশ্ৰমৰ মাজ ॥১
গৌতম ঋষিৰ শাপ লভিয়া প্ৰচণ্ড ।
আছন্ত অহল্যা সতী হুয়া শিলাখণ্ড ॥২
বিশ্বামিত্ৰে ৰামক বুলিলা মৃদুভাৱে ।
এহি শিলাখণ্ড ৰাম পৰশিয়ো পাৱে ॥৩
শুনিৰামে শিলে মাত্ৰ পৰশিলা পাৱ ।
শাপ এৰাই অহল্যা ভৈলন্ত শুদ্ধ ভাৱ ॥৪
ঈশ্বৰৰ পদধূলা জগত দুৰ্লভ ।
মহা মহা মহন্তৰ দুহিকো সুলভ ॥৫
হেনয় ধূলাক সুখে অহল্যা পাইলন্ত ।
তাহান ভাগ্যৰ কোনে কহিবেক অন্ত ॥৬
ঘোৰ ঋষি শাপ এৰাই প্ৰকাশন্ত জ্যোতি ।
দেখিয়া ঋষিত ৰামে পুছিলন্ত মাতি ॥৭
কিবা নাম আন এন্তে ভাৰ্য্যা বা কাহাৰ ।
পৰম সুন্দৰী আতি ৰূপ চমৎকাৰ ॥৮
শিলা হুয়া আছে কেনে শূন্য আশ্ৰমত ।
ইহাৰ কাৰণ কহিয়োক স্বৰূপত ॥৯
শুনি বিশ্বামিত্ৰে দিলা ৰামক উত্তৰ ।
ইহান অহল্যা নাম ভাৰ্য্যা গৌতমৰ ॥১০
মহাঋষি গৌতমক জগতে জানয় ।
তান তপ দেখি ইন্দ্ৰ ভৈল মহাভয় ॥১১
ৰাত্ৰি দিনে মানে তান সুখ শান্তি নাই ।
আন তপ ভঙ্গ কৰোঁ কমন উপায় ॥১২
ইতো ঋষি যেনে তপ কৰয় দুৰ্যোৰ ।
কোন দিন ইন্দ্ৰপদ কাঢ়ি লৈবে মোৰ ॥১৩
মদনক আনি পাকিলন্ত পুৰন্দৰ ।
যেনে তেনে তপ ভঙ্গ কৰা গৌতমৰ ॥১৪
শুনিয়া মদনে বোলে নাপাওঁ আমি সাস ।
আহল্যা ৰহিতে কোনে কৰিবেক কাস ॥১৫

জীৱন্ত যমৰ কোনে চাপিবেক পাশ।
শুনি পুৰন্দৰে দীৰ্ঘ তেজিলা নিশ্বাস ॥১৬
দিগপাল সমস্তক বুলিলা সভাত।
কৰাঁ সবে গৌতমৰ তপক বিঘাত ॥১৭
দেৱগণে বচন বুলিলা একে বাৰে।
কালকূট খায়া কোনে মৰিবাক পাবে ॥১৮
যদি স্বৰ্গপদ ঋষি লন্ত এতিক্ষণে।
তথাপিতো আগ বাঢ়ি মৰিবোঁ কমনে ॥১৯
দেৱতা সবক ইন্দ্ৰে বুলিলেক বাণী।
স্বৰ্গপদ লৈলে তোমাসাৰ কিবা হানি ॥২০
যেহি ইন্দ্ৰ হোৱে তুমি সব হৈবা তাৰ।
মোৰে সে কেৱলে মাত্ৰ গুচে অধিকাৰ ॥২১
গৌতমৰ তপ ভঙ্গ মই কৰোঁ যাই।
কিন্তু তুমি সব হৈবা পিচত সহায় ॥২২
এহি বুলি নিশ্চয় কৰিয়া দেৱৰাজ।
আসিলন্ত গৌতমৰ তপোবন মাজ ॥২৩
ঋষিক দেখিয়া মহাভয়ে ভীত ভৈলা।
মায়া কৰি গৃহৰ ওচৰ চাপি ৰৈলা ॥২৪
প্ৰভাতৰ কাৰ্য্য যত কৰি সমাপতি।
ফলমূল আনিতে গৌতম মহামতি ॥২৫
প্ৰবেশিলা গৈয়া উপবনে আশ্ৰমৰ।
পাচে অহল্যাক দেখিলন্ত পুৰন্দৰ ॥২৬
ত্ৰৈলক্যমোহিনী আতি পৰম সুন্দৰী।
সুহিকে সমান বিদ্যাধৰী অপেচৰী ॥২৭
অহল্যাৰ ৰূপে বাসৱক পৰশিল।
কামে বিমোহিত হুয়া বুলিতে লাগিল ॥২৮
গৌতমৰ তপ ভঙ্গ এখন আছোক।
অহল্যাৰ ৰূপে আতি মোহিলেক মোক ॥২৯
মোক্ষ সুহিবেক আন সঙ্গমৰ সৰি।
কোন ছাৰ স্বৰ্গ বিদ্যাধৰী অপেচৰী ॥৩০
আহান অধৰ মধু পিবে যেবে পায়।
তেবে কোটি কোটি অমৃততো কাৰ্য্য নাই॥৩১
আক এৰি স্বৰ্গে গৈয়া কি কাম কৰিবোঁ।
প্ৰাণে যদি মৰোঁ আজি তথাপি হৰিবোঁ ॥৩২
এহি বুলি ইন্দ্ৰে মনে গুণিয়া অশেষ।
গৌতম ঋষিৰ পাচে ধৰিলন্ত বেশ ॥৩৩
গৃহত প্ৰবেশ পাচে ভৈলা ছদ্ম কৰি।
স্বামী আসিবাৰ দেখি অহল্যা সুন্দৰী ॥৩৪
আথবেথ কৰিয়া আসন আনি দিল।
কৰণ্ডি পেলায়া থৈয়া আসনে বসিল ॥৩৫
অহল্যা মধুৰ বাণী পুছিলা সাদৰে।
অৱণ্যক নগৈ কেনে উলটিলা ঘৰে ॥৩৬
ইন্দ্ৰে মনে বোলে বিধি সুপ্ৰসন্ন ভৈলা।
ছদ্মৰূপে গৌতমে মাতিবে পাচে লৈলা ॥৩৭
কি পুছস সুন্দৰী বিপাক আজি মোৰ।
ঘৰ হন্তে যাহন্তে দেখিলোঁ মুখ তোৰ ॥৩৮
শৰত কালৰ পূৰ্ণচন্দ্ৰ সুহি সৰি।
কাম বাণে পীড়া মোক কৰে সেহি ধৰি ॥৩৯
বিহা কৰি আনিবাৰপৰা কদাচিত।
হেন মত ৰূপ নতো দেখোঁ বিপৰীত ॥৪০
আজি জানো বিধাতা কৰিল বিড়ম্বন।
তোহোৰ নিমিত্তে পীড়া কৰয় মদন ॥৪১
চল যাওঁ শয্যাক পুছস আৰ কিক।
শুনিয়া অহল্যা সতী বোলয় স্বামীক ॥৪২
আজি দেখোঁ তুমি প্ৰভু কেনমত ভৈলা।
লাজ কাজ তপ ব্ৰত পাচ কৰি থৈলা ॥৪৩
ত্ৰিজগতে জানে তুমি মহা মুনিবৰ।
তোমাৰ অকাৰ্য্যে হাসিবেক নিৰন্তৰ ॥৪৪
সমস্তে শাস্ত্ৰত তুমি আপুনি পাৰ্গত।
কৰিব আলাপ স্ত্ৰীক ঋতু সময়ত ॥৪৫
ঋষি সকলৰ ধৰ্ম্ম এহি সে নিশ্চয়।
ঋতু বাজে স্ত্ৰীক আলাপিলে পাপ হয় ॥৪৬
তুমি কেনে ঋতু বিনে কৰিবা আলাপ।
নপাৰোঁহো বুজিবে তোমাৰ কিবা কাপ ॥৪৭
মোকেসে পৰীক্ষা কৰা জানিলোঁহো নিষ্ঠ।
সুহি কেনে ইবোল বুলিলা তুমি শিষ্ট ॥৪৮
হেন শুনি কপট গৌতমে বোলে বাণী।
ভাল তুমি অহল্যা বুলিলা ধৰ্ম্ম জানি ॥৪৯
কিন্তু মোৰ ধৰ্ম্ম তুমি কৰিলা বিঘাত।
তোমাৰ ৰূপেসে কামে কৰে উতপাত ॥৫০
যিহেতু ভৈলাহা তুমি পৰম সুন্দৰী।
ত্ৰৈলোক্যৰ ৰূপ থৈলে এক স্থান কৰি ॥৫১
যিকালত বিহা কৰি তোমাক আনিলোঁ।
হৈবে মোৰ ধৰ্ম্ম নষ্ট তৈখনি জানিলোঁ ॥৫২
তোমাৰ ৰূপত যাৰ নিমজিল মন।
ৰাখিবেক ধৰ্ম্ম হেন আছে কোন জন ॥৫৩

আজি মেৰে প্ৰাণ ৰহে মদন অনলে।
তবে তপ ধৰ্ম্ম কৰ্ম্ম পাইবোঁহো সকলে ॥৫৪
এখনে কামিনী মোৰ প্ৰাণ ৰক্ষা কৰা।
চলিয়োক শয্যাক বিলম্ব পৰিহৰা ॥৫৫
পুনৰপি বুলিলন্ত অহল্যা বচন।
শুনিয়োক প্ৰভু তুমি থিৰ কৰা মন ॥৫৬
হৰিক সুমৰি ব্ৰহ্মমন্ত্ৰ কৰা জপ।
কপট গৌতমে বোলে এৰা কাপ কাপ ॥৫৭
বাৰম্বাৰ হৰি স্মৰি ধৰিলোঁ ধিয়ান।
তোক বিনে সমাধিতো নেদেখিলোঁ আন ॥৫৮
কিবা মোক বুজাস নজানো কিবা মই।
মোত কৰি অধিক পণ্ডিত ভৈলি তই ॥৫৯
কামবাণে ফুটি মোৰ প্ৰাণ সঙ্কলয়।
কামাতুৰ ভৈলে পৰদাৰকো হৰয় ॥৬০
কৰিলন্ত ব্ৰহ্মা নিজ দুহিতা আলাপ।
তথাপিতো তান্ত দেখোঁ নিসিজিল পাপ ॥৬১
নিজ ভাৰ্য্যা আলাপিবো দোষ আত বৰ।
মোৰ প্ৰাণ যায় তই পাতস জগৰ ॥৬২
অহল্যা গুণয় জানোঁ মিলয় অকাজ।
আলাপ নাপায় শপিবেক ঋষিৰাজ ॥৬৩
জানিলোঁহো বিধাতা আমাক বিড়ম্বিল।
মহাভয় হুয়া অতি বচন বুলিল ॥৬৪
শুনিয়োক মহাঋষি বচন আমাৰ।
ধৰ্ম্মত থাকিয়া বুজাইলোঁহো বাৰ বাৰ ॥৬৫
স্ত্ৰী জাতি কিবা আমি জানো শাস্ত্ৰচয়।
আন আত মহা ঋষি তোমাত পুছয় ॥৬৬
তথাপিতো কৰা যদি ধৰ্ম্ম পৰিত্যাগ।
দিবা শুচি আসি তেবে হোক নিশা ভাগ॥৬৭
দিনত শৃঙ্গাৰ ধৰ্ম্ম সুহিকে উচিত।
সামান্য জনৰো ইতো আতি গৰহিত ॥৬৮
মায়াৰী গৌতমে বোলে শুনা প্ৰাণেশ্বৰী।
তই ধৰ্ম্ম চিনাস আছিলোঁ মই মৰি ॥৬৯
কামাতুৰ ভৈলে তাৰ ধৰ্ম্ম কৈত আছে।
চল যাওঁ শয্যাক বুজাবি মোক পাচে ॥৭০
অহল্যা বোলয় যেনে লাগে কৰা তাক।
হাতে কোনে পাৰয় হস্তীক ঠেলিবাক ॥৭১
শুনি বাসৱৰ অতি ৰঙ্গ ভৈলা মনে।
আশ্বৰেষ কৰিয়া উঠিল তৈতক্ষণে ॥৭২
শয্যাক নিলন্ত তাক ধৰিয়া নতত।
কৰিলা অনেক ক্ৰীড়া কামে হুয়া মত্ত ॥৭৩
মহাকামাতুৰ ইন্দ্ৰ ৰতি কুশল।
ষোড়শ শৃঙ্গাৰ তাক দেখাইলা সকল ॥৭৪
দেখিয়া বিস্ময় মন ভৈল অহল্যাৰ।
গৌতম ঋষিৰ নোহে ই মত শৃঙ্গাৰ ॥৭৫
জানিলোঁ সুহিকে ইতো বাসৱন্ত পৰ।
এহি বুলি ভৈলা দেৱী শয্যাৰ অন্তৰ ॥৭৬
ভৈলোঁ সৰ্ব্বনাশ বুলি ভৈলা মহাভয়।
থিৰ নোহে হাত ভৰি শৰীৰ কম্পয় ॥৭৭
মাতিলা অহল্যা পাচে কোপ কৰি মন।
অৰে তই কহ কোন পৰম দুৰ্জ্জন ॥৭৮
শুনিয়া ইন্দ্ৰৰ ভয়ে গৰ্ব্ব গৈল গলি।
প্ৰকম্পিত হুয়া মাতিলন্ত কৃতাঞ্জলি ॥৭৯
শুনিয়োক মহামতি মই দেৱৰাজ।
আনে কোনে কৰিবেক ই মত অকাজ ॥৮০
অহল্যা বোলন্ত দুৰ শুচ দুৰাচাৰ।
পতিব্ৰতা ধৰ্ম্ম নষ্ট কৰিলি আমাৰ ॥৮১
শপি তোক এখনে কৰিবে পাৰো ছাই।
তথাপিতো মোৰ আৰ পৰিক্ৰিয়া নাই ॥৮২
অৱশ্যকে মই ঘোৰ নৰকক যাইবো।
তোক শাপ দিয়ামই কোন ফল পাইবো ॥৮৩
মই তোক কিবা কাজে কৰিবোঁহো দণ্ড।
স্বামীৰ শাপত তোৰ হৈবে লণ্ডভণ্ড ॥৮৪
যি ভৈল সি ভৈল মোৰ শুনৰে বৰ্ব্বৰ।
তই মাত্ৰ আপোনাৰ প্ৰাণ ৰক্ষা কৰ ॥৮৫
নহো পাছু আসি তোক গৌতমে যাৱত।
সত্বৰে এথাৰ পাশী অন্তৰ তাৱত ॥৮৬
হেন শুনি মহাভয় লাজে পুৰন্দৰ।
তেখনে ধৰিলা বেশ বৃদ্ধ ব্ৰাহ্মণৰ ॥৮৭
সণ পাকি হেন কেশ ভোবোকাৰ দাড়ি।
ভগা ছাতি খানি বাম কান্ধে আছে পাৰি॥৮৮
হাতে গলে শিৰে মালা আছে ৰুদ্ৰাক্ষৰ।
লৰ লৰ দান্ত ফোটা কৰে চৰচৰ ॥৮৯
কৰে কম্পকম্প হাত পাৱ মূৰি থিৰ।
কান্ধে ভগী ঝুলি লাখুটিত দিয়া ভিৰ ॥৯০
ভিক্ষুকৰ বেশে নগৰৰ ভৈলা ৰাজ।
সেহি বেলা আসিলা গৌতম ঋষিৰাজ ॥৯১

সাৰি যাওঁ বুলি আগে বেগ দিয়া গৈল ।
গৌতমক দেখি পাচে বেগ থিৰ ভৈল ॥৯২
কাসে ঢুসু ঢুলু কৰি থিৰ মুহি মন ।
গৌতম বোলন্ত ইতো যায় কোন জন ॥৯৩
কাহাকো নেদেখি আগে গৈল সৰসৰি ।
মোকে দেখি ইহাৰ কম্পয় হাত ভৰি ॥৯৪
মুহিকে ভিক্ষুক ইটো জানিলোঁ নিশ্চয় ।
কপট ব্ৰাহ্মণ বেশ ভৈল মোক ভয় ॥৯৫
আন কোন নোহে ইটো জন পুৰন্দৰ ।
ছদ্মৰূপে জানো বিধ্বংসিল মোৰ ঘৰ ॥৯৬
এহি বুলি গৌতমে কৰিয়া মনে হাস ।
মাতিলন্ত ৰহ আৰে কোন তই যাস ॥৯৭
শুনিয়া বাসৱে আতি ভৈলা ভয়ে ত্ৰাস ।
নিশ্বাস তেজিয়া বোলে ভৈলোঁ সৰ্ব্বনাশ ॥৯৮
হা কি কৰিলোঁ কোন সময়ে লৰিলোঁ ।
গৌতমস্বৰূপ মৃত্যুমুখত পৰিলোঁ ॥৯৯
নাই শ্ৰুতি জ্ঞান ভয়ে উৰি গৈল জীৱ ।
কপট এৰিয়া গৈয়া আগে ভৈলা থিৰ ॥১০০
যম যেন গৌতমক দেখন্ত সাক্ষাত ।
মৰা যেন ভৈল থিৰ মুহি ভৰি হাত ॥১০১
নাই মাত বোলআতি সেপকে নোঢোকে ।
বুঢ়া বানৰক যেন পাইল পুত্ৰ শোকে ॥১০২
হৃদয় শুকাইল মুখে ধূলা উড়ি যায় ।
কৃতাঞ্জলি ৰহিলা তলক লাগি চাই ॥১০৩
কোপে বাসৱক ঋষি মাতিলন্ত হাসি ।
মোহোৰ ঘৰক বেটা বিধ্বংসিলি আসি॥১০৪
ছাগ যেন ভৈল একো নাই লাজ কাজ ।
এহিসে কৰ্ম্মক লাগি ভৈলি দেৱৰাজ ॥১০৫
নটত অগন তই ভৈলি দুৰাচাৰ ।
নিৰশঙ্ক হুয়া ভাৰ্য্যা হৰস আমাৰ ॥১০৬
মই ত্ৰৈলোক্যৰ ৰাজা বুলি গৰ্ব্ব তোৰ ।
একোকে নচাস কৰ্ম্ম কৰহ দুৰ্ঘোৰ ॥১০৭
বিশ্বৰূপ ব্ৰাহ্মণক কাটি পাইলি লাই ।
বাণ্টি দিয়া ব্ৰহ্মবধ পাপ কৈলি ছাই॥১০৮
আমাৰ ভাৰ্য্যাক হৰি সেহি মত চাস ।
মোৰ হাত সাৰি আজি সেহুৰে নযাস ॥১০৯
কোনে কি কৰিব মোক হেন মনে মান ।
গৌতম ঋষিৰ একো মহিমা নাজান ॥১১০
স্বৰ্গৰ যতেক নাৰী তোকে মুজুৰিল ।
গৌতমৰ স্ত্ৰীসে তোৰ মনক পূৰিল ॥১১১
পৰনাৰী হৰে যাৰ ঘৰে ভাৰ্য্যা নাই ।
তোৰ যত ভাৰ্য্যা তাৰ লেখাও নাপাই ॥১১২
তথাপিতো ব্ৰাহ্মণৰ ভাৰ্য্যাক হৰস ।
কৰোঁ শাস্তি যেন হেন কৰ্ম্ম নকৰস ॥১১৩
এহি বুলি ক্ৰোধে জ্বলি ভৈলা বহ্নি সম ।
ইন্দ্ৰ বোলে মুহি ঋষি পাইলে মোক যম ॥
কোপে বাসৱক ঋষি বুলিলন্ত মাতি ।
শুন পুৰন্দৰ হেৰ বিহোঁ তোৰ শাস্তি ॥১১৫
সৰ্ব্বদাই তই যোনিতেসে মাত্ৰ ৰত ।
সহস্ৰ হওক যোনি তোৰ শৰীৰত ॥১১৬
যেন আন ক্ষণ নকৰস হেন দোষ ।
এতিক্ষণে ছিণ্ডিয়া পৰোক অণ্ডকোষ ॥১১৭
বিহিলোঁ হো শাস্তি তোৰ যেহেন উচিত ।
ব্ৰাহ্মণক আৰু যেন নকৰ ইঙ্গিত ॥১১৮
হেন শাপ গৌতমে ইন্দ্ৰক যেবে দিল ।
পাতকৰ ফল আসি তেখনে মিলিল ॥১১৯
ইন্দ্ৰৰ শৰীৰ গোট যোনিময় ভৈল ।
দুই অণ্ডকোষ তেতিক্ষণে ছিণ্ডি গৈল ॥১২০
দেৱৰ ঈশ্বৰ আতি ভৈল লণ্ডভণ্ড ।
এৰাইতে শকতি নাহি ব্ৰাহ্মণৰ দণ্ড ॥১২১
মহাহিত উপদেশ শুনিয়োক সৰ্ব্ব ।
ব্ৰাহ্মণত অল্পো নকৰিবা অৱগৰ্ব্ব ॥১২২
এৰিয়ো বিপ্ৰত অৱহেলা সৰ্ব্বদাই ।
দেখা কেনমত ভৈল দেৱৰ বিলাই ॥১২৩
হুয়া আতি বীভৎস শাপত গৌতমৰ ।
মহাতাপে মনত গুণন্ত পুৰন্দৰ ॥১২৪
যাইবোঁহো স্বৰ্গক আৰে মই কোন লাজে ।
পূৰ্ব্বত দিলেক হাক দেৱতা সমাজে ॥১২৫
তথাপি আসিলোঁ তপ ভঙ্গ কৰিবাক ।
আছো তপ ভাঙ্গিবোঁ নাশিলোঁ আপোনাক ॥
কোনবা বিধিয়ে মোক ঠেকিলে বিপাক ।
জগতৰ লোকে আৰে হাসিবেক মোক ॥১২৭
হৰি হৰি বিধাতা নভৈলা মোৰ কাল ।
ই লাজত কৰি জানা মৰণেসে ভাল ॥১২৮
শাপ দিয়া ভস্ম ঋষি নকৰিলা কিক ।
ভৈলোঁহো বীভৎস মই মৰণতোধিক ॥১২৯

কোন কৰ্ম্ম কৰোঁ আবে কৈক লাগি যাওঁ।
ইতো লাজ অপমান কহিত এৰাওঁ ॥১৩০
এহি বুলি উত্তৰ দিশক লাগি যাউ।
পদ্মৰ তন্তুত গৈয়া থাকিলা লুকাই ॥১৩১
শাপ দিয়া ইন্দ্ৰক গৌতম মনিবৰ।
কোপমনে গৈয়া প্ৰৱেশিলা নিজ ঘৰ ॥১৩২
অহল্যা আছন্ত মহা মনে তাপ কৰি।
স্বামী আসিবাৰ পাচে দেখিলা সুন্দৰী ॥১৩৩
মহাত্ৰাসে স্বামীৰ নহন্ত সমুখ আগ।
অহল্যাক মাতিলা গৌতম মহাভাগ ॥১৩৪
শুনা সতী অহল্যা, কহিবা নিষ্ঠ কৰি।
কিবা ভাল মন্দ কৰ্ম্ম আছস আচৰি ॥১৩৫
শুনি অহল্যাৰ হেন উড়ি গৈল জীৱ।
যোৰহাতে গৌতমৰ আগে ভৈলা থিৰ ॥১৩৬
লাজে ভয়ে ধীৰে ধীৰে মাতন্ত স্বামীক।
আপুনি সৰ্ব্বজ্ঞ তুমি মোত পুছ কিক ॥১৩৭
তযু ৰূপ ধৰি ইন্দ্ৰ আইলা ছলিবাক।
নুচিকোঁ সৰ্ব্বজ্ঞ মই নজানিলোঁ তাক ॥১৩৮
তোমাকেসে জানিয়া কহিলোঁ ধৰ্ম্ম যত।
কপট বাসৰে তাক নধৰি মনত ॥১৩৯
কামে মত্ত হুয়া ইন্দ্ৰে হৰিলেক মোক।
শাপি ভস্ম কৰিয়োক প্ৰায়শ্চিত্ত হৌক॥১৪০
গৌতমে বোলন্ত মিছা নমাতিলি কই।
শাপি তোক ভস্ম আক নকৰোঁহে মই॥১৪১
অজ্ঞান দোষৰ তপাপিতো কৰোঁ দণ্ড।
কতো কাল মানে হুয়া থাক শিলাখণ্ড ॥১৪২
ৰামৰূপে হৰি আসি হৈব অৱতাৰ।
ৰাক্ষসক মাৰিয়া খণ্ডিব ভূমি ভাৰ ॥১৪৩
তান পদ ৰেণু পাইলে হৈবি পূৰ্ব্বৱত।
নকৰিবি সংশয় কহিলোঁ স্বৰূপত ॥১৪৪
আজি হন্তে কোন প্ৰাণী তোক নেদেখোক।
ইতো আশ্ৰমত আক লোক নাথাকোক॥১৪৫
এহি বুলি গৌতম তেখনে চলি গৈলা।
উত্তৰ দিশত গৈয়া তপ কৰি ৰৈলা ॥১৪৬
অহল্যা ভৈলন্ত শিলা স্বামীৰ শাপত।
সেহি ধৰি নাহি একো জন আশ্ৰমত ॥১৪৭
তযু পদ পঙ্কজৰ ৰেণু প্ৰসাদত।
এহেন্তে অহল্যা সতী ভৈলা পূৰ্ব্বৱত ॥১৪৮
গৌতমৰ ভাৰ্য্যা এহন্তে পানিলাহা ৰাম।
শুনি অহল্যাক ৰামে কৰিলা প্ৰণাম ॥১৪৯
বিশ্বামিত্ৰ মুনিক পুছি ৰঘুবৰ।
কহিয়োক পাচে কেনে ভৈল বাসৱৰ ॥১৫০
শাপ বোলে শুনা ৰাম ৰঘুবংশধৰ।
শচী এক দিনি নদেখিলা বাসৱৰ ॥১৫১
পাচে বৃহস্পতিক পুছিলা শচী সতী।
স্বামী কিবা ভৈলা কহিয়োক বৃহস্পতি॥১৫২
দেৱগুৰু বোলন্ত নজানোঁ মই তাক।
যেবেসে স্বামীক পাইবা পূজিয়ো দুৰ্গাক॥১৫৩
শুনি শচী দেৱী তেবে দুৰ্গাক পূজিলা।
তুষ্ট হুয়া দুৰ্গাও শচীক দেখা দিলা ॥১৫৪
শচীক বোলন্ত যেন লাগে লৈয়ো বৰ।
শচী বোলে কেথা কিবা ভৈল পুৰন্দৰ॥১৫৫
ইন্দ্ৰৰ বৃত্তান্ত দুৰ্গা কহিলা শচীত।
পাইবাহা স্বামীক বুলি ভৈলা অন্তৰ্হিত॥১৫৬
বৰ পায়া শচী আনন্দিত অতি ভৈলা।
বৃহস্পতি সমে সৰোবৰ তীৰে গৈলা ॥১৫৭
পাচে পুৰন্দৰক মাতিলা বৃহস্পতি।
হৈবেক কল্যাণ উঠিয়োক মহামতি ॥১৫৮
গুৰুৰ বচন শুনিলন্ত পুৰন্দৰ।
পদ্মৰ তন্তুত আছা সহস্ৰ বৎসৰ ॥১৫৯
তাৰপৰা উঠিয়া তীৰক লাগি গৈলা।
শচী বৃহস্পতি সমে এক থান ভৈলা ॥১৬০
শাপৰ বৃত্তান্ত কহিলন্ত পুৰন্দৰ।
দেখা গুৰু কেন মোৰ ভৈল অখন্তৰ ॥১৬১
কি কৰিবোঁ গুৰু আবে উপদেশ দিয়ো।
বৃহস্পতি বোলন্ত দেৱীক আৰাধিয়ো ॥১৬২
পাচে পুৰন্দৰে শুনি গুৰুৰ বচন।
এক চিত্তে কৰিলা দেৱীক আৰাধন ॥১৬৩
তুষ্ট হুয়া দেৱী আসি ভৈলন্ত সাক্ষাত।
দেখি পুৰন্দৰে প্ৰণামিলা নমাই মাথ ॥১৬৪
স্তুতি নতি ভকতি কৰিলা বহুতৰ।
পাৰ্ব্বতী বোলন্ত যেন লাগে লৈয়ো বৰ॥১৬৫
বাসৱে বোলন্ত মাত্ৰ বৰ দিয়া মোক।
মহাঋষি গৌতমৰ শাপ দূৰ হৌক ॥১৬৬
পাৰ্ব্বতী বোলন্ত ব্ৰহ্মশাপ আছা পাই।
তাক গুচাইবাক লাগি মোৰ শক্তি নাই॥১৬৭

তথাপিতো দিওঁ বৰ তাক শুনিয়োক ।
যোনি গুচি ইতো সহস্রেক চক্ষু হোক ॥১৬৮
হৈবেক তোমাৰ নাম সহস্রলোচন ।
ভৈলা অন্তৰ্দ্ধান বুলি এতেক বচন ॥১৬৯
দেবীক আৰাধি বৰ পাইলন্ত প্ৰত্যেক ।
যোনি গুচি ক্ষেণে ভৈল চক্ষু সহস্রেক ॥১৭০
তেবেসে স্বৰ্গক লাগি গৈলা পুৰন্দৰ ।
দেখিয়া হৰিষ ভৈলা দেৱতা সবৰ ॥১৭১
শচীৰ আনন্দ স্বামী আসিলন্ত ঘৰে ।
অশ্বিনীকুমাৰ দুইক আনি পুৰন্দৰে ॥১৭২
অণ্ডকোষ নাহি মোৰ কথা কহিলন্ত ।
ছাগলৰ অণ্ড বৈদ্যে আনি জোৰাইলন্ত॥১৭৩
তেবে ইন্দ্ৰ দেৱৰ সন্তুষ্ট ভৈল মন ।
খাসিক দিলন্ত বৰ সহস্ৰ লোচন ॥১৭৪
হৌক খাসি ছাগল পবিত্ৰ সুকোমল ।
লাগিবেক দেৱ পিতৃ কাৰ্য্যত সকল ॥১৭৫
ভৈল আসি পবিত্ৰ ইন্দ্ৰৰ পায়া বৰ ।
খাসি কৰিলাত বীৰ্য্য বাঢ়য় ইন্দ্ৰৰ ॥১৭৬
কহিলোঁ তোমাত ৰাম কথা নিৰন্তৰ ।
এহি মতে শাপমুক্ত ভৈলা পৰন্দৰ ॥১৭৭
অনন্তৰে জানিলন্ত গৌতমে ধ্যানত ।
ভৈলন্ত অহল্যা সতী মুকুত শাপত ॥১৭৮
পৰম হৰিষ মনে ঋষি সৰ্ব্বজ্ঞান ।
ভাৰ্য্যায়ে সহিতে আসি ভৈলা এক থান॥১৭৯
ৰাম লক্ষ্মণক ঋষি আশীৰ্ব্বাদ দিলা ।
দুয়ো ভাই গৌতম ঋষিক প্ৰণামিলা ॥১৮০
বিশ্বামিত্ৰ মুনিক গৌতম মুনিবৰ ।
পৰম গৌৰৱে প্ৰশংসিলা বহুতৰ ॥১৮১
সাধিলা আমাৰ কিনো বৰ উপকাৰ ।
অহল্যা মুকুত ভৈলা প্ৰসাদে তোমাৰ ॥১৮২
তযু উপকাৰ নপাৰিবোঁ শুজিবাক ।
নিজ গুণে কিনি যেন থৈলাহা আমাক ॥১৮৩
পাচে ঋষি গৌতমে ৰামক মাতিলন্ত ।
শুনিয়োক ৰাম তুমি পুৰুষ মহন্ত ॥১৮৪
অনাদি ঈশ্বৰ তুমি দেৱতাৰো দেৱ ।
অনাথৰ গতি তুমি বিনে নাই কেৱ ॥১৮৫
তযু পদ ধূলাৰ মহিমা অদভুত ।
যাহাৰ পৰশে ভৈলা অহল্যা মুকুত ॥১৮৬
ভালেসে তোমাৰ পদধূলা আশা কৰি ।
মহা মহা মহন্তে সমস্ত পৰিহৰি ॥১৮৭
তোমাৰ চৰণ সেৱা সদাই কৰন্ত ।
তযু মহা প্ৰসাদে মোক্ষকো নাদৰন্ত ॥১৮৮
এহি মতে কৰি স্তুতি ৰামক বিস্তৰ ।
অহল্যা সহিতে চলি গৈলা মুনিবৰ ॥১৮৯
শুনা সভাসদ পদ ৰামৰ চৰিত্ৰে ।
শুনন্তে কৰ্ণত যেন বৰিষে অমৃত ॥১৯০
অনায়াসে গুচিবেক সংসাৰৰ দুখ ।
বোলোঁ ৰাম লভিবা পৰমানন্দ সুখ ॥১৯১

---

৩৯ অধ্যায় ৰামৰ দ্বাৰা হৰধনু ভঙ্গ ।

ছুলৰী ।

অনন্তৰে মহা, ঋষি বিশ্বামিত্ৰে,
ৰাম লক্ষ্মণক লই ।
সহৰিষ মনে, মধুৰ গমনে,
মিথিলা পাইলন্ত গই ॥১
ঋষিৰ পাচত, হৰিষে মনত
চলন্ত ৰাম লক্ষ্মণ ।
যেন শিশু সিংহ, দেখিতে বিড়িঙ্গ,
গজৰ যেন গমন ॥২
মৃদু সুকোমল, চৰণ যুগল,
চলাৱন্ত লয়লাসে ।
দিশ পাশ আতি, কৰি প্ৰজ্বলিত,
ৰামৰ দেহা প্ৰকাশে ॥৩
পৰম মধুৰ, লাৱণ্য প্ৰচুৰ,
সাক্ষাত যেন মদন ।
মহা মনোহৰ, মূৰুতি সুন্দৰ,
দেখি চায়ে সৰ্ব্বজন ॥৪
ঈষৎ হসিত, বৰিষে অমৃত,
দেখন্তা লোকৰ গায়ে ।
জুৰায় মন প্ৰাণ, ন ভাসে নয়ন,
যেতেক ৰামক চায়ে ॥৫
নগৰ উভতি, চলে সৰ্ব্বজন,
প্ৰশংসিয়া বহুভায়ে ।
ইতো পুৰুষক, ভুলিলে কোনে নো,
সুবৰ্ণকুৰ্কীয়া মাৰে ॥৬

নিচৈ। ভাগ্যৱতী, পাইলা আক্ষ পুত্ৰ,
তাইৰ বিধি সুপ্ৰসন্ন।
সি জনীৰ সম, পুণ্য জানো আৰ,
নতো কৰে একো জন ॥৭
ৰামৰ সমান, পুৰুষ উত্তম,
ই তিনি লোকত নাই।
ত্ৰৈলোক্যৰ ৰূপ, ইহান শৰীৰে,
থৈলা বিধি এক ঠাই ॥৮
সীতাৰ সদৃশ, এহেন্তেসে বৰ,
বিধি নিৰ্ম্মিলন্ত জানি।
স্বয়ম্বৰ সম- য়ত মিথিলাত,
দৈৱে মিলাইলন্ত আনি ॥৯
জনক নৃপতি, কি কাৰ্য্য কৰিলা,
অঙ্গীকাৰ বিপৰীত।
কঠিন ধনুত, কোমল শৰীৰে,
ন পাৰিবে গুণ দিত ॥১০
ইহেন বৰত, আপোন ইচ্ছায়ে,
সীতাক দিবে ন পাইল।
যেন কোন জনে, হাতৰ অমৃত,
আপুনি ঠেলি পেলাইল ॥১১
যেন নৱনিধি, পায়া হেলয়ারে,
দৰিদ্ৰ আপোন দোষে।
ৰামক দেখিয়া, যত নৰ নাৰী,
এহি মতে সবে ঘোষে ॥১২
মুনিৰ পিচত, পৰম হৰিষে,
চলন্ত ৰাম লক্ষ্মণ।
বিশ্বামিত্ৰ মুনি, স্বয়ম্বৰ শালা,
পাইল গৈয়া কতক্ষণ ॥১৩
জনক নৃপতি, দেখি সচকিত,
উঠিলন্ত চালি গাৰ।
আপুনি আসন, পাৰিয়া দিলন্ত,
বুলি অতি মৃদু ভাৱে ॥১৪
পাচে জানুশিৰে, পৰশি সাদৰে,
কৰিলন্ত নমস্কাৰ।
সন্দৰ্ভে ঋষিক, কৰিলন্ত পূজা,
হৰিষৰ নাই পাৰ ॥১৫
সুখে আসনত, বসিয়া আছন্ত,
বিশ্বামিত্ৰ মুনিবৰ।

দক্ষিণত ৰাম, বামত লক্ষ্মণ,
আৰো শিষ্য নিৰন্তৰ ॥১৬
গৌতমৰ পুত্ৰ, নামে শতানন্দ,
পুৰোহিত জনকৰ।
বিশ্বামিত্ৰ মহা মুনিক দেখিয়া,
সাদৰিলা বহুতৰ ॥১৭
ৰাম লক্ষ্মণক, দেখি শতানন্দ,
পুছিলা বিশ্বামিত্ৰত।
কাহাৰ কুমাৰ, ৰূপে মনোহৰ,
দেখি নতো হেন মত ॥১৮
শতানন্দ আগে, ঋষি বিশ্বামিত্ৰে,
কহিলা কথা সকল।
দশৰথ মহা ৰাজাৰ তনয়
ৰাম এহন্তে মহাবল ॥১৯
ৰামৰ কনিষ্ঠ, এহেন্তে লক্ষ্মণ,
পৰম গুণে যুকুত।
চৰণে পৰশি, মাতৃক তোমাৰ,
কৰিলা ৰামে মুকুত ॥২০
ৰামৰ চৰণ, প্ৰসাদে অহল্যা,
ঘোৰ শাপ নিস্তৰিলা।
গৌতম আসিয়া, ৰামক প্ৰশংসি,
অহল্যাক সম্বৰিলা ॥২১
শুনি শতানন্দে, গৈলন্ত হৰিষ,
পাইলন্ত মাতৃ নিস্তাৰ।
ৰামক প্ৰশংসি, ঋষিক বোলন্ত,
প্ৰসাদ ইটো তোমাৰ ॥২২
নোহন্ত মানুষ, পৰম পুৰুষ,
জানিলোঁ ৰাম নিশ্চয়।
জগত নিস্তাৰ, হেতু অৱতাৰ,
ভৈলা এহন্তে মহাশয় ॥২৩
যিতো পদধূলি, সদা আৰাধন্ত,
ব্ৰহ্মা আদি দেৱগণে।
যাক আশা কৰি, সৰ্ব্ব পুৰুষাৰ্থ,
এৰে মহা মহাজনে ॥২৪
হেনয়পৰম, দুৰ্লভ ধূলাক,
পাইলা মাতৃ মোৰ লাগ।
জানি লোক তৰা, কোটি জনমৰ,
আছে তান মহাভাগ ॥২৫

আমিয়ো চক্ষুৰে, দেখিলোঁ ৰামক,
কত বা পুণ্যৰ ফলে।
এহি বুলি শতা নন্দে ৰাঘৱক,
অচ্ছিলন্ত কৌতূহলে ॥২৬
যত যত মহা, মহাৰাজগণ,
আছয় বসি সভাত।
ৰামক দেখিয়া, সমস্তে ৰাজাৰ,
মুখত হৰিল মাত ॥২৭
ৰাঘৱৰ মহা তেজে ধৰমিল,
ভৈল আতি সঙ্কুচিত।
প্ৰমত্ত সিংহক, দেখি মৃগগণ,
হোৱে যেন ভয়ে ভীত ॥২৮
স্বয়ম্বৰ সম, জ্ঞাত যত যত,
আছে নৰ নাৰীচয়।
ৰামৰ অদ্ভুত, ৰূপক দেখিয়া,
ভৈগৈলা মহা বিস্ময় ॥২৯
যাৰ যেহি অঙ্গে, ৰামৰ ৰূপত,
পৰি গৈল দৃষ্টিপাত।
পুনৰপি আৰ, পালটি নাসয়,
ৰহিল তস্তি তপাত ॥৩০
ৰামক দেখিতে, নথণ্ডে তৃপিতি,
লাগি গৈল যেন ধ্যান।
অমৃতক যেন, পিয়ন্তে পিয়ন্তে,
জুৰায় তনু মন প্ৰাণ ॥৩১
জনকনন্দিনী, দেখিলা ৰামক,
ৰূপ আতি বিপৰীত।
ৰামৰ ৰূপত, নিমজ্জিল মন,
ভৈগৈল গেল দেবী মোহিত ॥৩২
মনত বোলন্ত, কোন নো বিধিযে,
স্ৰজিলা ৰূপ ৰামৰ।
কোটি এক কাম, দেৰো জানো আন,
মুহিবেক সমসৰ ॥৩৩
এহেন্তেসে মোৰ, হৈবে নিজপতি,
কৰিলোঁ মনে নিশ্চয়।
ইহান আগত, দেখোঁ যেন মৰা,
আছে যত ৰাজাচয় ॥৩৪
ৰামত বিনাই, আন পুৰুষক,
নবৰিবোঁ কদাচিত।
কিবা কাজে মোৰ, পিতৃ কৰিলন্ত,
অঙ্গীকাৰ বিপৰীত ॥৩৫
তথাপি আনক, নভজিবোঁ যদি,
ধনুত গুণ গলাৱে।
পিতৃৃত বচন, ছন্ম কৰি গই,
ভজিবোঁ ৰামৰ পাৱে ॥৩৬
ৰামৰ নখৰ, সমান নাহিকে,
ইতিনি লোকৰ মাজে।
ইহাঙ্ক এৰিয়া, আন পুৰুষক,
ভজিবোঁ কমন কাজে ॥৩৭
মোহোৰ কৰ্ম্মৰ, ফলে জানো আনি,
ৰামক মিলাইলা বিধি।
অকস্মাৎ যেন, দৰিদ্ৰৰ হাতে,
উপগত নৱ নিধি ॥৩৮
ৰামক এৰিয়া, কোন অভাগিনী,
আনক ভজিবে যায়।
হাতৰ অমৃত, এৰি কোন জনী,
মৰিবেক বিষ খাই ॥৩৯
এহি মতে সীতা, দেবী কৰিলন্ত,
ৰামৰ চৰণ সাৰ।
তেজি আন কাম, বেলোঁ ৰাম ৰাম,
যত লোক সমজ্যাৰ ॥৪০

৮০ অধ্যায়।

পদ

ৰাম লক্ষণক দেখি জনক নৃপতি।
বিশ্বামিত্ৰ মুনিত পুছিলা মহামতি ॥১
কিবা নাম আন দুইৰ কাহাৰ তনয়।
মহাৰূপৱন্ত আতিশয় শুভাশয় ॥২
আপোনাৰ কহিয়ো কুশল আগমন।
আজ্ঞা কৰিয়োক কিবা সাধোঁ প্ৰযোজন॥৩
শুনি হাসি বিশ্বামিত্ৰ বুলিলা বচন।
আৰা দুই দশৰথ ৰাজাৰ নন্দন ॥৪
আন ৰাম নাম সৰ্ব্ব গুণৰ আলয়।
আন নাম লক্ষ্মণ পৰম শুভালয় ॥৫
শ্ৰেষ্ঠ ৰাম কনিষ্ঠ লক্ষ্মণ বীৰবৰ।
জানিবা ৰামক তুমি পৰম ঈশ্বৰ ॥৬
পৰম পুৰুষ হৰি জগত আধাৰ।
ৰামৰূপে ভৈলা পৃথিবীত অৱতাৰ ॥৭

হৰিবা ভূমিৰ ভাৰ ৰাক্ষস সংহাৰি ।
তযু গৃহে লক্ষ্মী আছে সীতা নাম ধৰি ॥৮
ৰামবেসে ভাৰ্য্যা সীতা জানা স্বৰূপত ।
দিয়োক সীতাক তুমি বিবাহ ৰামত ॥৯
হৈবেক তোমাৰ তেৰে পৰম কল্যাণ ।
এহি প্ৰয়োজনে আসি আছোঁ তযু থান ॥১০
ত্ৰৈলোক্য বিজয়া ৰাম মহা ধনুৰ্দ্ধৰ ।
ত্ৰিভুবনে নাহিকে ৰামৰ সমসৰ ॥১১
জনক নৃপতি মাতিলন্ত হেন শুনি ।
মোহোৰ বচন শুনিয়োক মহামুনি ॥১২
নাহি দশৰথ ৰাজা পৃথিবীত সম ।
তাহান তনয় ৰাম পুৰুষ উত্তম ॥১৩
মহা সুকুমাৰ ৰূপ লাবণ্য প্ৰচুৰ ।
ভুবন মোহন আতি মূৰুতি মধুৰ ॥১৪
এতেকে সে নিশ্চয় পতি হৈবন্ত সীতাৰ ।
কিন্তু মই এক কৰি আছোঁ অঙ্গীকাৰ ॥১৫
মৃগ মাৰি মহাদেৱে দুৱাৰে আমাৰ ।
এৰি গৈলা ধনুখান যেন বজ্ৰসাৰ ॥১৬
তাক ঘৰে থৈয়া মই বুলিলোঁ বচন ।
ইহাতে লগাইতে গুণ পাৰে যিটো জন ॥১৭
তাহানেসে বিবাহ সীতা দিবোঁহো নিশ্চয় ।
ন পাৰিলা গুণ দিবে যত ৰাজাচয় ॥১৮
ৰামক দেখিয়া বসি গুণে মনে মনে ।
মিছা অঙ্গীকাৰ কৰিলোঁহো কি কাৰণে ॥১৯
এতেকে সে জানিবা বৰ সীতাৰ উচিত ।
বিধাতা আনিয়া কৰিলন্ত উপস্থিত ॥২০
মহা উচপিচ মুনি কৰি মোৰ চিত্ত ।
ন পাৰিবে ৰাঘৱে ধনুত গুণ দিত ॥২১
ৰামক চাহন্তে অঙ্গীকাৰ লেখ্ৰাওঁ ।
অঙ্গীকাৰ চাহোঁ যেবে ৰামক নাপাওঁ ॥২২
একক চাহন্তে মোৰ অপৰ নঘটে ।
ৰাজিয়া ৰহিলোঁ সই উভয় সঙ্কটে ॥২৩
বিশ্বামিত্ৰে বোলন্ত জনক মহাভাগ ।
ইসব চিন্তাক তুমি কৰা পৰিত্যাগ ॥২৪
কোন বস্তু ধনুখান ৰামৰ আগত ।
ন জানাহা তুমি ৰামচন্দ্ৰৰ মহত্ব ॥২৫
ঈষত কটাক্ষে ধনু ভাঙ্গিবন্ত ৰামে ।
পাইবন্ত সীতাক চিন্তা কৰা কিবা কামে ॥২৬
বুলিলা জনকে বিশ্বামিত্ৰ শুনাই ।
কেমনে গুচিব চিন্তা শুনিয়ো আতাই ॥২৭
ধৰিলেক ধনু মহা মহা ৰাজাগণে ।
লাৰিবাকো ন পাৰিলা অনেক যতনে ॥২৮
কোমল শৰীৰ ৰাম বয়সত অল্প ।
পৰম কঠিন ধনু যেন বজ্ৰ কল্প ॥২৯
তাক ধৰি গৈয়া ৰামচন্দ্ৰে কি কৰিব ।
আছো গুণ দিবে লাৰিবাকো ন পাৰিব ॥৩০
ধনুত লগাইবে গুণ ৰামৰ না লাগে ।
সমাজত লঘু কেনে হৈব মহাভাগে ॥৩১
অঙ্গীকাৰ লাগি সীতা দিবোঁহো ৰামক ।
কৈত খুজি পাইবোঁ আৰ ঈমত বৰক ॥৩২
অভিপ্ৰায় পূৰ্ব্বত কৰিলোঁ অঙ্গীকাৰ ।
তাক এৰিলাত দোষ নাহিকে আমাৰ ॥৩৩
যদি দোষ হৱে তাক নকৰোঁহো ডৰ ।
গুচিবে সকলে দোষ প্ৰসাদে ৰামৰ ॥৩৪
শুনি বিশ্বামিত্ৰে হাসি বুলিলন্ত বাণী ।
কৰাহা সংশয় তুমি ৰামক ন জানি ॥৩৫
এতেকে সে ঈশ্বৰ চৰাচৰ জগতৰ ।
ধনু ভাঙ্গিবন্ত কোন প্ৰয়াস ৰামৰ ॥৩৬
চাহি থাকা জনক নৃপতি কৌতুহলে ।
ধনুত পৰীক্ষা আজি পাইবাহা সকলে ॥৩৭
শুনি সীতা মনে কোপ কৰন্ত ঋষিক ।
মোহোৰ বিপক্ষ এন্ত আচৰন্ত কিক ॥৩৮
অঙ্গীকাৰ লাগি মোক বিহা দিবে চান্ত ।
ঋষিৰ কাৰণে পিতৃ তাহাক ন পান্ত ॥৩৯
ধনু ভাঙ্গিবাক এন্ত বোলন্ত কিসক ।
ইতান নিমিত্তে মই ন পাইবোঁ ৰামক ॥৪০
ৰাম মোৰ স্বামী হাতে মিলাইলেক বিধি ।
বিশ্বামিত্ৰ হেতু হেৰুৱাইবোঁ নৱনিধি ॥৪১
লৱনু পুতলি যেন সুকোমল তনু ।
হেন ৰামে কিমতে ভাঙ্গিব বজ্ৰ ধনু ॥৪২
ন ধাপে ভাঙ্গিবে ধনু সীতা দেন্ত হোক ।
অঙ্গীকাৰ এৰি বিহা দিয়োক আমাক ॥৪৩
পাছে বিশ্বামিত্ৰ ঋষি বুলিলা বচন ।
শুনিয়োক ৰাম ৰঘুকুলৰ নন্দন ॥৪৪
ধনুখানি ভাজি বিহা কৰিয়ো সীতাক ।
উঠিয়ো সত্বৰে ৰাখিয়োক মোৰ বাক ॥৪৫

শুনি ৰামচন্দ্ৰে উঠিলন্ত তাৰক্ষণে ।
কঙ্কালত বস্ত্ৰ কাছিলন্ত ৰঙ্গমনে ॥৪৬
ঋষিক প্ৰণামি চলিলন্ত ৰঘুবৰ ।
দেখিহাসি তুলিলেক ৰাজা নিৰন্তৰ ॥৪৭
বৰ বৰ বীৰে না পাৰিলে লাৰিবাক ।
ভৈলেঁা লঘু লোকে বেঢ়ি হাসিলে আমাক ॥
শিশুমতি হুয়া তাক প্ৰতি কৰে সাস ।
হেনসে ইহাৰ জানকীক ভৈল আশ ॥৪৯
বিশ্বামিত্ৰ মুনি শুনি চপৰাইলা মাথ ।
জানো ধনু ভাঙ্গিবে না পাৰে ৰঘুনাথ ॥৫০
অসুখ অশান্তি আতি মনত সীতাৰ ।
হৰি হৰি বিধি সিদ্ধি ন ভৈল আমাৰ ॥৫১
হাসিয়া চলন্ত ৰামচন্দ্ৰ মহাবল ।
প্ৰত্যেক ভৰিত মহী কৰে টলবল ॥৫২
প্ৰমত্ত কেশৰী যেন যান্ত মহাশয় ।
দেখি ৰাজাগণ ভৈল পৰম বিস্ময় ॥৫৩
গুচিল সবাৰ হাসি বিবৰ্ণ বদন ।
সীতা গোসানীৰ মন ভৈগৈল প্ৰসন্ন ॥৫৪
ধনুৰ নিকটে গৈয়া চাপিলন্ত বামে ।
কৰে চিকি মিকি সুবৰ্ণৰ চিত্ৰ কামে ॥৫৫
বাম হাতে লীলায়ে ধৰিলা ধনুখান ।
ক্ষেপিলন্ত আকাশক কতোদূৰ মান ॥৫৬
পুনু বাম হাতে ধৰি পৰম নিপুণ ।
নিমিষেকে ধনুত লগাইলা বামে গুণ ॥৫৭
আগত থাপিলা নিয়া তুলি বাম ভৰি ।
দিলা টান গুণত দক্ষিণ পাচ কৰি ॥৫৮
টানন্তে ধনুৰ আগ পাচ নামি আইল ।
দেখি সবে ৰাজাগণ মাথা চপৰাইল ॥৫৯
বিশ্বামিত্ৰ মাথা তুলিলন্ত হাস্য কৰি ।
ৰামৰ ভৰত থিৰ নুহি বসুন্ধৰী ॥৬০
ধনু টানিবাৰ দেখি হৰিষ সীতাৰ ।
পৃথিবী কম্পিতে চিন্তা ভৈল আৰ বাৰ ॥৬১
ভৰি থিৰ ন ভৈলে ন পাইবে বল গাৱে ।
পৃথিবীক কাতৰ কৰিলা সীতা মাৱে ॥৬২
মাতৃ বসুমতী কৃপা কৰিয়োক মোক ।
থিৰ হুয়া প্ৰভু ৰাঘৱক ধৰিয়োক ॥৬৩
দিগগজ সকল তুমি সবে হৈবা থিৰ ।
শুনিয়ো অনন্ত তুমি ন লাৰিবা শিৰ ॥৬৪
হে কূৰ্ম্ম ভালে অনন্তক ধৰি ৰহা ।
দিগপাল সকল স্বামীৰ হৈব সহা ॥৬৫
এহি মতে সীতা হুয়া আছন্ত আকুল ।
পাচে ৰামচন্দ্ৰ জগতৰ আদি মূল ॥৬৬
গুণগাচ এৰি দিয়া টঙ্কাৰ কৰিলা ।
প্ৰচণ্ড শবদে আতি ব্ৰহ্মাণ্ড লৰিলা ॥৬৭
দশোদিশ ব্যাপি প্ৰতিধ্বনি গৈল ৰৱে ।
ত্ৰাস ভৈল সৰ্ব্বজনে বোলে বজ্ৰ পৰে ॥৬৮
সাতোখান স্বৰ্গ বাৰম্বাৰ লৰি গৈল ।
সপ্তদ্বীপা বসুমতী টলবল ভৈল ॥৬৯
কাখৰ লঙ্ঘিল সাতো সগৰ খলকি ।
জলজন্তু ভৈল ত্ৰাস প্ৰলয়াক শঙ্কি ॥৭০
দিগ্‌গজ সকল কম্পে তৰতৰিমানে ।
মহাত্ৰাসে কম্পিল পাতাল সাতোখান ॥৭১
কম্পিলন্ত অনন্ত যতেক নাগগণ ।
কূৰ্ম্ম কম্পি ফোকাৰ তেজয় ঘনে ঘন ॥৭২
মেৰু আদি কম্পিল যতেক গিৰিবৰ ।
ভয় হুয়া কম্পে আতি দেৱাসুৰ নৰ ॥৭৩
চৰাচৰ লোক কম্পি কম্পি নৈল থাই ।
সমাজৰ লোকৰ চেতন জ্ঞান নাই ॥৭৪
কৰ্ণত হানিলা তাল হৃদয় শুকাইল ।
পাচে কতোক্ষণে কথমপি ধাতু আইল ॥৭৫
পাচে ৰামে গুণত ধৰিয়া বল দিল ।
ঠাংকাৰ কৰি ধনু মাজতে ভাঙ্গিল ॥৭৬
পুনৰপি প্ৰকম্পিত ভৈল ত্ৰিভুবন ।
প্ৰলয় মিলিল হেন বোলে সৰ্ব্বজন ॥৭৭
মিথিলাৰ লোকমানে ভৈল পূৰ্ব্বৱত ।
চেতন লভিয়া পাচে ৰাজাগণ যত ॥৭৮
ৰামক নিৰখি মহাভয় চিত্ত ভৈল ।
হেট মাথে চক্ষু মুদি মৰা যেন ৰৈল ॥৭৯
ত্ৰাসত হৃদয় কম্পে বুদ্ধি নোহে থিৰ ।
মনে বোলে নভু দেখি শুনি হেন বীৰ ॥৮০
জানিলোঁ াহো এন্তে ৰাম মানুষ নোহয় ।
দেৱতো উত্তম দেৱ হেন মনে লয় ॥৮১
ৰামচন্দ্ৰে ধনুখান ভাঙ্গি অপ্ৰয়াসে ।
হাসি বসিলন্ত গৈয়া বিশ্বামিত্ৰ পাশে ॥৮২
ধৰিয়া ৰামক বিশ্বামিত্ৰে মুনিবৰ ।
চুম্বন কৰিয়া প্ৰশংসিলা বহুতৰ ॥৮৩

ধন্য ৰামচন্দ্ৰ তুমি বিক্ৰম তোমাৰ।
ৰহিল নিৰ্ম্মল যশ জুৰিয়া সংসাৰ ॥ ৮৪
ধনু ভাঙ্গিলন্ত ৰামচন্দ্ৰ মহাশয়।
আনন্দে নধৰে সীতা দেবীৰ হৃদয় ॥ ৮৫
পৰম প্ৰেমত নীৰ বহে নয়নৰ।
সুপ্ৰসন্ন বিধি বুলি উঠিলা সত্বৰ ॥ ৮৬
সুবৰ্ণৰ পুষ্প মালা হাতে তুলি লৈলা।
বিষ্ণুক বৰিবে যেন লক্ষ্মী সাজ ভৈলা ॥৮৭
সখীগণ ৰাজহংস্তে ৰাজ ভৈলা সতী।
হৰৰ পাশক যেন চলিলা পাৰ্ব্বতী ॥ ৮৮
দিশ পাশ প্ৰকাশিয়া শৰীৰ জ্বলয়।
গজেন্দ্ৰৰ পাশে যেন হস্তিনী চলয় ॥ ৮৯
ৰাজহংস জিনি আতি গতি লয় লাস।
চলি যান্ত ৰতি যেন মদনৰ পাশ ॥ ৯০
ৰাঘৱৰ নিকট চাপিয়া ৱৰবালা।
সাদৰে মাথাত দিলা সুবৰ্ণৰ মালা ॥ ৯১
ৰাখিল ৰামক আনন্দৰ নাহি পাৰ।
চৰণত ধৰি কৰিলন্ত নমস্কাৰ ॥ ৯২
দেখি ৰামচন্দ্ৰে পাচে সীতাক আশ্বাসি।
আপোনাৰ পাশক চপাইলা প্ৰভু হাসি ॥৯৩
প্ৰকাশন্ত সীতা সতী ৰাঘৱৰ পাশে।
চন্দ্ৰৰ পাশত যেন ৰোহিনী আকাশে ॥ ৯৪
লক্ষ্মীনাৰায়ণ দুই ভৈল এক থান।
জগতৰ ভৈল আসি পৰম কল্যাণ ॥ ৯৫
সমস্ত লোকৰ ভৈল পৰম মঙ্গল।
জয় জয় বুলি জোকাৰন্ত সৰ্ব্বজন ॥ ৯৬
আকাশত থাকি দেৱগণ অসংখ্যাত।
পুষ্প বৰিষিলা ৰাম সীতাৰ মাথাত ॥ ৯৭
দুন্দুভি বজায়া দেৱে কৰে জয় জয়।
মুখ্য মুখ্য অপেচৰা কাছিয়া নাচয় ॥ ৯৮
ত্ৰিজগত লোকৰ মিলিল মহোৎসৱ।
দশোদিশ ছানি মাত্ৰ শুনি জয় ৰৱ ॥ ৯৯
সাৰ্থক লভিল ৰৰ প্ৰায় সীতা সতী।
ভৈলন্ত আনন্দ আতি জনক নৃপতি ॥ ১০০
ৰাজাগণে দেখে সীতা ৰামক বৰিল।
বজ্ৰপাত ভৈল যেন মস্তকে পৰিল ॥ ১০১
সীতাক চাহিয়া সবে তেজিল নিশ্বাস।
কি কাৰণে ৰখিলেক খাটিলোঁ প্ৰবাস ॥১০২
সীতাত নৈৰাশ হুয়া যত ৰাজচয়।
মহা মৰ্ম্মে সবে তেজিলেক লাজ ভয় ॥১০৩
কোপে অপমানে আতি প্ৰজ্বলিত ভৈল।
জনক ৰাজাক আতি গৰ্জ্জিবাক লৈল ॥১০৪

৫১ অধ্যায়—ৰাম-লক্ষ্মণৰ সৈতে ৰজা বিলাকৰ যুদ্ধ।

দেখা দেখা কেনে বুঢ়া জনকৰ কাজ।
মাতি আনি সমস্ত ৰাজাক দিলা লাজ ॥১
জীয়েকক আনক দিবেক যেবে জানে।
কিসক আমাক দূত পাঠাই মাতি আনে ॥২
ৰাজ ঋষি হুয়া ভৈল পৰম অজ্ঞান।
ৰৱ ৰৱ ৰাজাক দিলেক অপমান ॥৩
ধৰি আন বুঢ়াক সকলে মান মাৰোঁ।
চাহোঁ কোনে ৰাখে আক বেঢি সবে মাৰো ॥৪
তেবেসে ছিয়াৰ শাল গুচিৰ আমাৰ।
কপট কপট ভাঙ্গো টামন বুঢ়াৰ ॥৫
আমাক আনিয়া দুখ দিলে বৰিবেক।
সবাকে বঞ্চিয়া সীতা ৰামক দিলেক ॥৬
নাহিকে বুঢ়াৰ দোষ কেহো বোলে বাণী।
কিসক মাৰিবে খোজা আহাক ন জানি ॥৭
বিচাৰি চাহিলো দোষ কেৱলে কন্যাৰ।
কৰিলেক আশাভঙ্গ সকলে ৰাজাৰ ॥৮
আতি নিদাৰুণী কন্যা কঠিন হৃদয়।
সবাকো বঞ্চিয়া শিশু ছৱাক বৰয় ॥৯
মাণিক এৰিয়া কাচ কৰিলেক সাৰ।
এইক আনে নিবে হনু আগত আমাৰ ॥১০
যত ৰাজ্যভাৰ ভাৰ্য্যা পুত্ৰ এৰ আশ।
এইৰ নিমিত্তে মৰোঁ খাটিয়া প্ৰবাস ॥১১
মহাকোপ কৰি উঠি বোলে কত জনে।
ধৰি আন আস্ফালিয়া মাৰোঁহো এখনে ॥১২
সীতাক মাৰিবে চাহোঁ ৰাখে কোন বীৰ।
কেহো জনে বোলে দোষ নাহি জানকীৰ ॥১৩
দৈৱ হন্তে আসিল চৰাল মন্দ বুদ্ধি।
আমাৰ ভাৰ্য্যাক নিবে চাহে কাত সুধি ॥১৪
হেনাসে অবধ্য সব জীৱন জানয়।
মত্ত সিংহ সমূহক হাতে হেলোচয় ॥১৫
জলা জুইৰ মাজত কৰিব বাস কৰে।
ঝাম্প দিয়া পাৰ হুইবে খোজয় সাগৰে ॥১৬

জীৱন্ত যমৰ মুখে পৰি তোলে হাস।
দেখা কেন মত ইতো ছৱালৰ সাস ॥১৭
বৰ বৰ ৰাজাগণ আছোঁ সাৱধানে।
পিসিয়া মাৰিবোঁ আমি তাহাক নজানে ॥১৮
একোকে নজানে আতি শিশু অল্পমতি।
সীতাক নিবেক দেখোঁ কাহাৰ শকতি ॥১৯
প্ৰাণে যেবে ৰক্ষিবেক এৰোক সীতাক।
মুহি তেবে ভালমতে নপঠাইবোঁ তাক ॥২০
কতো দুষ্ট ৰাজাগণে কৰে অহঙ্কাৰ।
চাহিবে নালাগে আক মুচৰিয়া মাৰ ॥২১
চাহোঁ আক মাৰন্তে ৰাখয় কোন জন।
এহি বুলি উঠিলা সকলে ৰাজাগণ ॥২২
সসৈন্যে ধাইলেক হাতে অস্ত্ৰ শস্ত্ৰ তুলি।
ধৰ মাৰ বুলি আতি কৰে হুলস্থুলি ॥২৩
হেন দেখি মহাভয়ে নৃপতি জনক।
আথে বেথে পলাই গৈলা ঋষিৰ মাজক ॥২৪
মিথিলাৰ লোক দশো দিশক পলাইল।
দেখি ৰামচন্দ্ৰে হাসি লক্ষ্মণক চাইল ॥২৫
দেখিয়োঁ লক্ষ্মণ ৰাজা সকলৰ টাই।
উঠা ঝাণ্টে সমস্তৰে দৰ্প কৰোঁ ছাই ॥২৬
সিংহক জোকাৱে আসি শৃগালৰ পালে।
তাৰ হোএ হোএ ঠাই লগায়ো সকালে ॥২৭
ৰামৰ আদেশ বাণী শুনিয়া লক্ষ্মণে।
প্ৰণামি ৰামক উঠিলন্ত তাৱক্ষণে ॥২৮
মাৰোঁ আজি ৰাজাগণ দাৰুণ সমৰে।
বান্ধিলা অক্ষয় তূণ পিঠিৰ ওপৰে ॥২৯
প্ৰচণ্ড ধনুক ৰাম হাতে তুলি ধৰি।
ধাইলন্ত মৃগক যেন প্ৰমত্ত কেশৰী ॥৩০
নাইস বুলি ৰাৱ তেজিলন্ত বীৰবৰ।
সাগৰৰ ঢউ যেন ৰাখিল কাখৰ ॥৩১
সিংহ যেন শশাৰ আগত ভৈল থিৰ।
সমস্ত ৰাজাৰ দেখি উড়ি গৈল জীৱ ॥৩২
কৰিলন্ত টঙ্কাৰ ধনুত পাক দিয়া।
ৰাজা সমূহৰ ভয়ে চমকিল হিয়া ॥৩৩
হাসিয়া লক্ষ্মণে শৰ বৰিষিবে লৈলা।
নিৰন্তৰে ৰাজা ফুটি জৰ্জ্জৰিত ভৈলা ॥৩৪
উৰু শিৰ নাসিকা ললাট মুখ কাণে।
বাহু বক্ষঃস্থল গল ফুটিল সন্ধানে ॥৩৫
পেট পিঠি শালিলেক আগুৱে পাগুৱে।
ছেদিলেক হাত ভৰি লক্ষ্মণৰ শৰে ॥৩৬
কাৰো মাজ কঙ্কালত ছিগিলন্ত বাণে।
পৰিয়া বাগৰে কতো আধা কাটা মানে ॥৩৭
কৰিলন্ত লণ্ডভণ্ড লক্ষ্মণৰ বাণে।
কদলী বনক যেন পাইলন্ত পৱনে ॥৩৮
লক্ষ্মণৰ কৰ্ম্ম দেখি পৰম বিস্ময়।
সাধু সাধু বুলি সৰ্ব্ব জনে প্ৰশংসয় ॥৩৯
শিশুমতি হুয়া কৰ্ম্ম কৰিলন্ত ভাল।
কতো বোলে নোহে শিশু এন্তে যমকাল ॥৪০
শৰে ফুটি আতি বৰ বৰ ৰাজাচয়।
ক্ৰোধে জ্বলি গৈলা আঠু বাহু কামোৰয় ॥৪১
ছাৱা গোটে এত বৰ কৰিলে আমাক।
একেবাৰে ধাইলেক সকলে ৰাজা জাক ॥৪২
চতুৰঙ্গ সেনাগণ ধাইলেক লগত।
বাহুতি দিলেক চুটি উঠি ঘোটকত ॥৪৩
হস্তী স্কন্ধে চড়ি সাজে মাহুত সকলে।
বেগে ৰথ গতি কৰি ৰথী সব চলে ॥৪৪
পদাতি কটকে বাজু ধৰি পটোৱাৰি।
ধাৱে ক্ৰোধ কৰি বাক খাণ্ডাক ঝঙ্কাৰি ॥৪৫
ধনুশৰ ধৰি ধাৱে ধানুকী সকল।
নসহে ধৰণী খণ্ড কৰে টলমল ॥৪৬
একে বাৰে ধাৱে মুখ্য মুখ্য ৰাজাগণ।
কটাক্ষ নাহিকে চাহি আছন্ত লক্ষ্মণ ॥৪৭
কৰে ধৰ মাৰ সেনা সাগৰ সঙ্কাশ।
হাসন্ত লক্ষ্মণে একো নাই ভয় ত্ৰাস ॥৪৮
ধনু ধৰি ৰাজা সবে টঙ্কাৰ কৰিল।
পৃথিবী আকাশ দিশ শবদে পূৰিল ॥৪৯
ঢাকিলেক লক্ষ্মণক শৰ বৰিষণে।
পৰ্ব্বতক যেন আবৰিলা মেঘগণে ॥৫০
নানাবিধ বাণ বৰিষয় অবিচ্ছেদ।
দেখি দেৱাসুৰ নৰ মুনি কৰে খেদ ॥৫১
নিদাৰুণ ৰাজাগণ পৰম দুৰ্জ্জয়।
মাৰিবেক লক্ষ্মণক বুলি ভৈল ভয় ॥৫২
ৰামৰ কনিষ্ঠ বীৰ লক্ষ্মণ কুমাৰ।
ৰণত সুজান আতিশয় অনিৰ্ব্বাৰ ॥৫৩
ৰাজাগণে শৰ বৰিষয় যত যত।
খান খান কৰিয়া কাটন্ত আকাশত ॥৫৪

সমস্তে শৰক ছয় কৰিলা লক্ষ্মণে।
শিশিৰ শুখিল যেন ৰবিৰ কিৰণে ॥৫৫
শৰচয় বিনাশি লক্ষ্মণে অনন্তৰে।
গোটে গোটে ৰাজাক তাড়িলা নিজ শৰে ॥৫৬
শৰ ছোটে ফুটি মহাকোপ কৰি মনে।
লক্ষ্মণক মধ্য কৰি বেড়িলা তেখনে ॥৫৭
একেশ্বৰ লক্ষ্মণ অনেক ৰাজাগণ।
ৰামচন্দ্ৰে দেখন্ত বিষম ভৈল ৰণ ॥৫৮
উঠিলা তেখনে কোপ কৰিয়া মনত।
সীতাক থৈলন্ত বিশ্বামিত্ৰৰ পাশত ॥৫৯
নমস্কাৰ কৰি ৰামে বুলিলা ঋষিক।
তোমাৰ হাততে সমৰ্পিলোঁ জানকীক ॥৬০
শিষ্যগণ সমন্বিতে ৰাখিবা সীতাক।
শৰে হানি সমৰত মাৰোঁ ৰাজা জাক ॥৬১
বাম হাতে ধনু ধৰি পিঠিত চোখৰ।
পৱন সঞ্চাৰে লাগ লৈলা লক্ষ্মণৰ ॥৬২
জনক নৃপতি আসি চতুৰঙ্গ দলে।
ৰাম লক্ষ্মণৰ লাগ লৈলা কৌতূহলে ॥৬৩
একে লক্ষ্মণৰ ৰণে নাই ভয় ভীত।
ৰামে লাগ পাইল গৈয়া জনক সহিত ॥৬৪
এক থান হুয়া পাচে তিনি বীৰবৰ।
পঞ্চ লক্ষ ৰাজা সমে কৰন্ত সমৰ ॥৬৫
আস্ফাল কৰিলা তিনি জনে আতিশয়।
তিনিৰ আন্দোলে মহীমণ্ডল কম্পয় ॥৬৬
কৰিলন্ত সিংহনাদ মহা ভয়ঙ্কৰ।
ত্ৰাস হুয়া কম্পিল সকলে চৰাচৰ ॥৬৭
তিনি মহাবীৰে ধনু ধৰি খৰতৰ।
নলক্ষয় কেহো কেতিক্ষণ কৰে শৰ ॥৬৮
যত যত শৰ প্ৰহাৰিল ৰাজা জাক।
পথতে কাটিল তিল সম কৰি তাক ॥৬৯
পাচে তিনি শৰ কৰি ছানিল গগন।
ৰাত্ৰি যেন ভৈল নাহি ৰবিৰ প্ৰসন ॥৭০
অবিচ্ছেদে মেঘে যেন কৰে বৰিষণ।
সেহিমতে শৰ প্ৰহাৰিলা তিনি জন ॥৭১
নিৰন্তৰে ৰাজাগণে ফুটি শৰ চোটে।
পৰম বিহ্বল ভৈলা সেপকো নোচোকে ॥৭২
বোম্বালে কধিৰ বহে শৰীৰ ঢাকিয়া।
সেনাগণ সকলে ভাগিল কাট দিয়া ॥৭৩
শৰে ফুটি ৰাজাগণ উঠিলা কিটাগ।
জ্বলিল পাবক যেন ঘৃতধাৰ পায় ॥৭৪
ধনু ধৰি টঙ্কাৰিলা বীৰ নাদ কৰি।
কৰ্ণে তাল হানিল কাম্পাল বসুন্ধৰি ॥৭৫
কৰিলেক নিৰন্তৰে শৰ বৰিষণ।
ভৈল অন্ধকাৰ ঢাকি ৰবিৰ কিৰণ ॥৭৬
মহাশৰ চোটে ফুটিলন্ত তিনি বীৰ।
বহয়ে ৰুধিৰ থিৰ নুহিকে শৰীৰ ॥৭৭
বৃদ্ধ ৰাজা জনক ভৈলন্ত অচেতন।
শৰে লালকাল আতি ভৈলন্ত লক্ষ্মণ ॥৭৮
ৰামে আশকত হুয়া থাকি কতোক্ষণ।
কোপে প্ৰজ্বলিত ভৈলা যেন হুতাশন ॥৭৯
বজ্ৰসম ধনুখানি বাম হাতে ধৰি।
বহুবাৰ ফুৰাইলন্ত চক্ৰাকাৰ কৰি ॥৮০
পৰম আটোপে কোপে কৰিল টঙ্কাৰ।
ত্ৰৈলোক্যৰ লোকৰ লাগিল চমৎকাৰ ॥৮১
পাকলক ৰাজাক ধাইলন্ত কোপ কৰি।
মৃগ দেখি ধাইল যেন প্ৰমত্ত কেশৰী ॥৮২
দেখিয়া ৰামক ৰাজাগণ ভৈলা ভয়।
কুপিত যমক দেখি যেন প্ৰজাচয় ॥৮৩
পাক দিয়া ধনুখানি কৰিয়া কুণ্ডলি।
ঘোৰ শৰচয় প্ৰহাৰিলা মহাবলী ॥৮৪
দাৰুণ সন্ধানে ৰাজাগণে তেজে প্ৰাণ।
ঢাকিল বিদিশ দিশ হানি কুশবাণ ॥৮৫
ঘোৰতৰ আটাস তেজিল ভয়ঙ্কৰ।
কৰ্ণত হানিলা তাল সমস্ত লোকৰ ॥৮৬
নিৰন্তৰে লোক ৰহি আছিল যথাত।
মহাভয়ে ফুৰিফুৰি পৰিল তথাত ॥৮৭
ভৈগেল ভবধ লোক যেন বজ্ৰপাতে।
কদলী বনক যেন নিদলিল বাতে ॥৮৮
ৰামশৰে ফুটি ৰাজাগণ সমুদায়।
ভৈল অচেতন ধাৰে তেজ বহি যায় ॥৮৯
কাহাকো মাজতে কাটি কৰিল দুখান।
কতো ৰাজাগণ মৰি গৈল যমথান ॥৯০
ৰাঘৱৰ শৰচয় পৰম প্ৰচণ্ড।
দীঘল বৰ্ত্তুল থুল যেন যমদণ্ড ॥৯১
আকৰ্ণ পূৰিয়া টানি কৰন্ত প্ৰহাৰ।
হস্তী ঘোঁড়া ৰথপতি কাটিলা অপাৰ ॥৯২

কৰিলন্ত ৰামচন্দ্ৰে দুৰ্ঘোৰ সমৰ ।
ৰুধিৰে বহিল নদী মহা ভয়ঙ্কৰ ॥৯৩
নতো শুনি দেখি হেন ৰণ বিপৰীত ।
পলাই ৰাজা প্ৰজাগণ হুয়া ভয় ভীত ॥৯৪
বাপে পোৱে নসম্বৰে লৰৰে ভয়ত ।
গিৰগিৰ মাত্ৰ শুনি সমস্ত দিশত ॥৯৫
পলায় প্ৰজা দেখি শুভদন্ত মহাৰাজ ।
ৰাঘৱক ধাইল কোপে সংগ্ৰামৰ মাজ ॥৯৬
ৰামে শুভদন্তক ধাইলন্ত কোপমনে ।
হস্তীক দেখিয়া যেন ধাইলা পঞ্চাননে ॥৯৭
দুয়ো বীৰে ধনুধৰি কৰন্ত আস্ফাল ।
দুইহানো আন্দোলে আতি যায় ভূমিচাল॥৯৮
ধনুক টঙ্কাৰি দুয়ো প্ৰহাৰিলা বাণ ।
দুয়ো শৰ আকাশত ভৈল একখান ॥৯৯
শৰত পৰিয়া শৰ বহ্নি জ্বলি গৈল ।
সেহি বহ্নি জ্বলি দুয়ো শৰ ভস্ম ভৈল ॥১০০
পাচে ৰামে প্ৰহাৰিলা দশপাট শৰ ।
শুভদন্তে দশ শৰ কাটিলা ৰামৰ ॥১০১
আন দশ শৰে ভেদিলেক ৰাঘৱক ।
দুৰ্জ্জয় শৰীৰ ৰামে সহিলা শৰক ॥১০২
শৰ পায়া ৰাঘৱৰ ক্ৰোধ জ্বলি গৈলা ।
কুৰি পাট শৰ তূণ হস্তে বাছি লৈলা ॥১০৩
গুণত চড়ায়া টানি আনি কৰ্ণ মানে ।
শুভদন্ত নৃপতিক হানিল সন্ধানে ॥১০৪
বাজ হুয়া গৈল শৰ পৰি হৃদয়ত ।
আৰু তিনি পাট ভেদিলন্ত ললাটত ॥১০৫
ধ্বজ গোট কাটি সাৰথিৰ লৈলা প্ৰাণ
চাৰি ঘোঁৰা মাৰি ভাঙ্গিলন্ত ৰথখান ॥১০৬
ধনুখান কাটিলন্ত মাৰি ক্ষুৰ বাণ ।
কৃপাযুত হুয়া তাৰ নলৈল পৰাণ ॥১০৭
লালকাল হুয়া আতি ৰামৰ শৰত ।
আধামৰা হুয়া পলাই গৈলা শুভদন্ত ॥১০৮
হেন দেখি শতধনু ৰাজা কোপমনে ।
আইস বুলি তাৰ লাগ লৈলন্ত লক্ষ্মণে ॥১০৯
সুমিত্ৰাৰ তনয় প্ৰচণ্ড ধনুৰ্দ্ধৰ ।
কৰিলন্ত সিংহনাদ আতি ভয়ঙ্কৰ ॥১১০
দিশ পাশ আকাশ পৃথিৱী কম্পি গৈলা ।
মহামন ত্ৰাসে ৰিপুগণ ভয় ভৈলা ॥১১১
মৃগপাল শুনি যেন সিংহৰ আটাস ।
প্ৰাণ ৰাখি শত্ৰুগণ পলাই দিশ পাশ ॥১১২
দেখি কোপ কৰি শতধনু বিপৰীত ।
ৰথে চড়ি লক্ষ্মণৰ আগে উপস্থিত ॥১১৩
ভূমিত লক্ষ্মণ ৰথে শতধনু বীৰ ।
লাগিল দাৰুণ ৰণ ৰথী বিৰথীৰ ॥১১৪
দেখি ৰাজা জনকৰ মনে নসহয় ।
মাতিয়া বোলন্ত পুত্ৰ শুনিয়ো অজয় ॥১১৫
ৰথ সাজি ঝাণ্টে লক্ষ্মণৰ লৈয়ো লাগ ।
তাতে চড়ি শত্ৰু মাৰন্তোক মহাভাগ ॥১১৬
হুয়োক সাৰথি ৰথী হৈৰন্ত লক্ষ্মণ ।
কৰিয়া সমৰ মাৰিয়োক ৰিপুগণ ॥১১৭
মই লাগ লৈবো চতুৰঙ্গ দলে সাজি ।
ৰাজা সকলক ৰণে জিনিয়োক আজি ॥১১৮
অজয় কুমাৰে শুনি পিতৃৰ বচন ।
দশ গোটা ঘোঁড়াৰে সাজিল ৰথখান ॥১১৯
আতি চমৎকাৰ কৰিলন্ত ৰথবৰ ।
বান্ধিলা বিজয় ধ্বজ ৰথৰ ওপৰ ॥১২০
নানা অস্ত্ৰ শস্ত্ৰচয় নিবন্ধিয়া থৈল ।
বায়ু বেগে গৈয়া লক্ষ্মণৰ লাগ লৈল ॥১২১
লক্ষ্মণক বুলিলন্ত বচন বিনয় ।
মোহোৰ অজয় নাম জনক তনয় ॥১২২
চড়িয়োক ৰথে মই সাৰথি তোমাৰ ।
কৰিয়োক লীলায়ে শত্ৰুক বুন্দামাৰ ॥১২৩
লক্ষ্মণে শুনিয়া পাচে বাণী অজয়ৰ ।
ডেও দিয়া চড়িলন্ত ৰথৰ ওপৰ ॥১২৪
প্ৰকাশন্ত লক্ষ্মণ ৰথত হুয়া থিৰ ।
ৰাজা সকলৰ দেখি উঠি গৈল জীৰ ॥১২৫
পৱন সঞ্চাৰে ৰথ ফুৰান্ত অজয় ।
নমনিয় ৰথবেগে পৃথিৱী কম্পয় ॥১২৬
ধূলায়ে ঢাকিল ৰণ ধৰণী সকল ।
পাচে ৰথখান থিৰ কৰি মহাবল ॥১২৭
ৰাখিলন্ত নিয়া শতধনুৰ পাশত ।
লক্ষ্মণক শতধনু দেখিয়া আগত ॥১২৮
আতি আড়ম্বৰে সাজ ভৈলা যুজিবাক ।
দুয়ো মহাবীৰ ধনু ধৰি দিলা পাক ॥১২৯
দুয়ো দুইকো শৰ প্ৰহাৰন্ত একেবাৰে ।
আকাশত চলে শৰ বিদ্যুত সঞ্চাৰে ॥১৩০

দুইৰো শব বৰিষণে ঢাকিল গগন।
ভৈল অন্ধকাব নাহি ববিব প্রসন ॥১৩১
সকলে আকাশখান দেখি শবময়।
সুবাসুব নব মুনি ভৈল মহাভয় ॥১৩২
দুইব শবে দুই কুটিলন্ত নিবন্তব।
জর্জ্জবিত ভৈল দুইহন্তব কলেবব ॥১৩৩
দুইহানো শবীব ঢাকি কধিব বহয়।
ফুলিল অশোক যেন প্রকাশ কবয় ॥১৩৪
বণে আতি সুজান লক্ষ্মণ বীবব।
কাটিলন্ত ধনু শতধনুব হাতব ॥১৩৫
খবতব শবে পাচে ভেদিলন্ত তনু।
শব চোটে বিহ্বল ভৈলেক শতধনু ॥১৩৬
স্বস্থ হুয়া পাচে শতধনু গৈলা বাগি।
প্রহাবিলা মুদগব লক্ষ্মণক লাগি ॥১৩৭
দেখিয়া লক্ষ্মণে কাটিলন্ত শবে হানি।
পাচে শতধনু শূল প্রহাবিলা টানি ॥১৩৮
তাকো খণ্ড খণ্ড কবি লক্ষ্মণে কাটিলা।
তাতে পাচে শতধনু শকতি মাবিলা ॥১৩৯
মহাশব্দ কবিয়া শকতি ধায়া আসে।
লক্ষ্মণে হানিয়া শব কাটিলা আকাশে ॥১৪০
দেখি শতধনু মহা অসন্তোষ পাইল।
ভয়ঙ্কব গদা গোট হানিয়া পাঠাইল ॥১৪১
আকাশত আসে গদা মহাবেগ ধবি।
কাটিলা লক্ষ্মণে গদা সাতখান কবি ॥১৪২
শতধনু দেখে ঘোব গদা ভৈল নাশ।
পাচে লক্ষ্মণক প্রহাবিলা নাগ পাশ ॥১৪৩
লক্ষ্মণে দেখন্ত নাগ পাশ আসে খেদি।
হানিয়া গৰুড় বাণ পেলাইলন্ত ছেদি ॥১৪৪
কৌতূহলে লক্ষ্মণে ছেদিলা নাগ পাশ।
হানিলন্ত বহ্নি বাণ দেখি লাগে ত্রাস ॥১৪৫
প্রলয়ব বহ্নি সম চলয় সত্ববে।
নিবাইলেক শতধনু বৰুণব শবে ॥১৪৬
দেখি বব কোপ জ্বলি গৈল লক্ষ্মণব।
শূল পাট লৈলন্ত দেখিতে লাগে ভব ॥১৪৭
প্রকাশ কবন্ত শূল ধবিয়া হাতত।
যেন মহেশ্বব আতি প্রলয় কালত ॥১৪৮
চাতব মুহুবা ঘটা আছে থানে থানে।
কালান্তক যম যেন দেখি বিদ্যমানে ॥১৪৯
কবে লহলহ অগ্র প্রদেশ শূলব।
দেখি ত্রাসযুত ভৈলা দেবাসুব নব ॥১৫০
মাবিলা লক্ষ্মণে শূল আস্ফালি কবি।
পলায় দেবগণ কম্পি গৈলা বসুন্ধবী ॥১৫১
দেখি মহাভয়ে শতধনু নৃপবব।
লবিব পলাইলা বেগে নামিয়া বথব ॥১৫২
বথে পবি শূল বহ্নি জ্বলি বিপৰীত।
ভস্ম হৈল বথ ঘোবা সাবথি সহিত ॥১৫৩
বাজাগণে দেখে শতধনু ভঙ্গ খাইল।
শব ধনু ধবি সবে লক্ষ্মণক ধাইল ॥১৫৪
একেবাবে ধায় সেনা সাগব সমান।
লক্ষ্মণে সবাকো ঢাকি বৰিষিলা বাণ ॥১৫৫
মহা তীক্ষ্ণতব শব ত্রিশূল সাক্ষাৎ।
হেন শবে হানি সেনা কবন্ত নিপাত ॥১৫৬
বাজা প্রজাগণ মাবি লৈযান্ত নিললি।
মৃগগণ পায়া যেন সিংহ মহাবলী ॥১৫৭
হস্তী ঘোবা বথপতি কাটিলা অপাব।
যমে যেন প্রজাগণ কবন্ত সংহাব ॥১৫৮
উৰু শিব কাবো কাটে বাহু বক্ষঃস্থল।
কাবো নাক কাণ কাবো ছিণ্ডিলন্ত গল॥১৫৯
কেহো আধা মবা কেহো সমূলি মবিল।
মবাশব সবে বণ ধবণী ভবিল ॥১৬০
কধিবে বহয়ে নদী দেখি লাগে ভব।
মহাভয়ে ভঙ্গ দিলা বাজা নিবন্তব ॥১৬১
হস্তী ঘোড়া বথছত্র ধ্বজ দণ্ড যত।
অস্ত্র শস্ত্র বস্ত্র এবে প্রাণব ভয়ত ॥১৬২
মুখত উশাসে আতি লববি পলায়।
কাব কোন কৈক গৈল থান থিতি নাই ॥১৬৩
খুবা জেঠা মামা পেদা মুহুদ সোদব।
বাপে পোৱে এবাএবি ভৈল নিবন্তব ॥১৬৪
পায়া আছে সেনাগণ লক্ষ্মণব কাণ্ডে।
বিন্দতে মবয় তেজ বহে খাবা দণ্ডে ॥১৬৫
বাটত পবিয়া থাকে যাইবাক নপাবে।
হস্তী ঘোড়া বথে পায়া চটকিয়া মাবে ॥১৬৬
সাগব সমান সেনা লণ্ডভণ্ড ভৈল।
কতোহো মবিল কতোকতো পলাই গৈলা॥১৬৭
পাচক নচাবে মাত্র পলায় বাজাগণ।
বথে চড়ি পবিহাস কবন্ত লক্ষ্মণ ॥১৬৮

বহু অৰে দুষ্ট ৰাজাসব কৈক যাস।
ছুৱালত ৰণ হাৰি কিসক পলাস ॥১৬৯
বৰিষেক আছস সীতাক আশা কৰি।
এবে কি কাৰণে যাস তাঙ্ক পৰিহৰি ॥১৭০
ক্ষত্ৰি হুয়া যুদ্ধ পায়া কৰ পৰিহাৰ।
ধিক বাহুবল ধিক জীৱন তোমাৰ ॥১৭১
পাঞ্চ লক্ষ ৰাজা একে ছুৱালত হাৰি।
শৃগালৰ পাল যেন পলাই লেঞ্জ মাৰি ॥১৭২
আসিলি সীতাক বিহা কৰিবাৰ কাজে।
নকৰি বিবাহ পলাই যাস কোন লাজে ॥১৭৩
স্ত্ৰীৰ আগত কিবা কহিবি মহন্ত।
বোলন্ত লক্ষ্মণে উপালম্ভ নানা মত ॥১৭৪
প্ৰাণৰ কাতৰে ৰাজাগণ নিৰন্তৰ।
সুশুনিল ভয়ে পলাই গৈল নিজঘৰ ॥১৭৫
অনায়াসে লক্ষ্মণ ভৈলেক ৰণজয়।
আকাশত দেৱগণে পুষ্প বৰিষয় ॥১৭৬
জয় জয় বুলিয়া কোৰাল কৰে ছানি।
ধন্য ধনুৰ্দ্ধৰ মহাবীৰ চূড়ামণি ॥১৭৭
অজয় সহিতে ৰণ জিনিয়া লক্ষ্মণে।
নিবৰ্ত্তিয়া আসি দুয়ো মহাৰঙ্গ মনে ॥১৭৮
প্ৰণামিল বিশ্বামিত্ৰ মুনিক হৰিষি।
আশীৰ্ব্বাদ কৰি গাৱ মাৰ্জ্জিলন্ত ঋষি ॥১৭৯
মুনিৰ প্ৰসাদে দুইৰো গুচিল ভাগৰ।
লক্ষ্মণে নমিলা পাচে চৰণে ৰামৰ ॥১৮০
ৰামে লক্ষ্মণক গলে বান্ধিয়া ধৰিলা।
মুখে চুম দিয়া বহু প্ৰশংসা কৰিলা ॥১৮১
ভৈলন্ত হৰিষ আতি নৃপতি জনক।
অজয় সহিতে প্ৰশংসিলা লক্ষ্মণক ॥১৮২
সীতা গোসানীৰ আতি আনন্দ বিস্তৰ।
শুনা ৰামায়ণ সভাসদ নিৰন্তৰ ॥১৮৩
লভিবা মুকুতি দুখ হৈব উপশাম।
ডাকি ঘনে ঘনে ঘোষিয়োক ৰাম ৰাম ॥১৮৪

---

৫২ অধ্যায়—দশৰথক অনাৰ ইচ্ছেৰে
শতানন্দক অযোধ্যালৈ প্ৰেৰণ।

ছবি।

জনক নৃপতি, পাচে মহামতি,
মনত মহা কৌতুকে।
বিশ্বামিত্ৰ সমে, ৰাম লক্ষ্মণক,
আগত লৈয়া উৎসুকে ॥১
জানকীক আগ, কৰি মহাভাগ,
চলি গৈলা নিজঘৰ।
আথানৰ ৰাজ, পাতিয়া সমাজ,
বসিলন্ত নৃপবৰ ॥২
পুৰোহিত শতা- নন্দক মাতিয়া,
বুলিলা মধুৰ বাক।
শুনিয়োক গুৰু, বিলম্ব নকৰি,
চলি যাইয়া অযোধ্যাক ॥৩
দশৰথ মহা- ৰাজাত জনায়ো,
তান পুত্ৰ ৰঘুবৰে।
ধনুক ভাঙ্গিয়া, জানকী সীতাক
লভিলন্ত স্বয়ম্বৰে ॥৪
বশিষ্ঠ সহিতে, আসন্ত সত্বৰে,
বিহা কৰাইবাক প্ৰতি।
শত্ৰুঘন ভৰ- তকো লগে আনি,
আসিবন্ত মহামতি ॥৫
শুনি শতানন্দে, পৰম আনন্দে,
অযোধ্যাক লাগি গৈলা।
দশৰথ আগে, ৰাম লক্ষ্মণৰ,
কথা প্ৰপঞ্চিয়া কৈলা ॥৬
ৰাম লক্ষ্মণৰ, কুশল কাহিনী,
শুনি ৰাজা দশৰথ।
শতানন্দ মুনি- বৰক সৎকাৰ,
কৰিলন্ত মহাৰথ ॥৭
বৃদ্ধ মন্ত্ৰী পাত্ৰ- গণক নৃপতি,
নগৰৰ ৰক্ষা দিলা।
ৰামৰ বিবাহ, নিমিত্তে পৰম,
উৎসুক মনে সাজিলা ॥৮
হস্তী ঘোঁড়া ৰথ- পতি চতুৰঙ্গ,
দল লগে ভৈলা সাজ।
শত্ৰুঘন ভৰ- তক লগে লৈয়া,
চলিলন্ত মহাৰাজ ॥৯
বশিষ্ঠ প্ৰমুখ্যে, ব্ৰাহ্মণ সকল,
কৌতূহলে চলি গৈলা।
বস্ত্ৰ অলঙ্কাৰ, অনেক সম্ভাৰ,
সুমন্ত্ৰ লগত লৈলা ॥১০

তুলি ছত্ৰদণ্ড, নানা বাদ্য ভণ্ড,
বজাৱে প্ৰজা সকল।
অসংখ্য সেনাৰ, পদধূলি ছন্ন,
কৰিল ৰবি মণ্ডল ॥১১
জয় জয় বোল, কৰয় কল্লোল,
প্ৰজাৰ বহু ঘকাল।
প্ৰমত্ত হস্তীৰ, ঘোৰাৰ শবদে,
কৰ্ণত হানয় তাল ॥১২
প্ৰজাৰ আন্দোলে, পৃথিবী হিন্দোলে,
কম্পে সুৰাসুৰ যত।
মহা আড়ম্বৰে, মিথিলা নগৰে,
প্ৰবেশিলা দশৰথ ॥১৩
জনক নৃপতি, অনেক ভকতি,
কৰি আগবাঢ়ি নিলা।
পৰম সাদৰে, দিব্য সিংহাসন,
আপুনি পাৰিয়া দিল ॥১৪
সুবৰ্ণ আসন, পাৰিয়া দিলন্ত,
বশিষ্ঠ মহা ঋষিক।
জনকে হৰিষে, সঅৰ্ঘে পুজিলা,
দশৰথ নৃপতিক ॥১৫
বশিষ্ঠকো পাদ্য, অৰ্ঘে পুজিলন্ত
কৰি আতি সতকাৰ।
শ্ৰীৰাম লক্ষ্মণে, পিতৃৰ চৰণে,
কৰিলন্ত নমস্কাৰ ॥১৭
পুত্ৰ দুইক পায়া, পৰম স্নেহত
সাৱটি ধৰিলা গলে।
শিৰ ত্ৰাণি দুইৰো, শৰীৰ তিয়াইলা,
হৰিষে নেত্ৰৰ জলে ॥১৮
দশৰথে বিশ্বা- মিত্ৰক দেখিয়া,
নমিলা কৰি আহ্লাদ।
কৰি বেদধ্বনি, বিশ্বামিত্ৰ মুনি,
কৰিলন্ত আশীৰ্ব্বাদ ॥১৯
দশৰথ মহা- ৰাজাৰ লগত,
আসিয়াছে প্ৰজা যত।
জনকে সবাকো, দিলা বাসাঘৰ,
হৰিষে আতি মনত ॥২০
ভোজন সম্ভাৰে, নানা ব্যৱহাৰে,
সমস্তকে সন্তোষিলা।
চাৰি পুত্ৰ সমে, ৰাজাক জনকে,
অন্তঃপুৰে বাসা দিলা ॥২১
বহু সতকাৰ, কৰিয়া ভোজন,
কৰাইলন্ত পঞ্চামৃতে।
বিবাহৰ কাৰ্য্য, চিন্তিবে লাগিলা,
ঋষিগণ সমন্বিতে ॥২২
বিশ্বামিত্ৰ মুনি, বোলন্ত জনক,
ঊৰ্ম্মিলা জীউ তোমাৰ।
লক্ষ্মণক বিহা, দিয়োক বচন,
পালিয়ো যেবে আমাৰ ॥২৩
জনকে বোলন্ত, লক্ষ্মণক বিহা,
দিবো জীউ ঊৰ্ম্মিলাক।
জনকৰ ভাতৃ, কুশধ্বজে দশ-
ৰথক বুলিলা বাক ॥২৪
শুনিয়োক বাক্য, আমাৰ দুই খানি,
দুহিতা ঘৰে আছয়।
শত্ৰুঘন ভৰ- তক বিহা দিওঁ,
তযু আজ্ঞা কিবা হয় ॥২৫
শুনি দশৰথে, বুলিলন্ত বাণী,
পুছিবে নলাগে আৰ।
বিবাহ কৰিয়া, সত্বৰে গৃহক,
পঠায়া দিয়া আমাক ॥২৬
কুশধ্বজ জন- কৰ শুনি বাণী,
হৰিষ ভৈলা মনত।
চাৰি বৰ চাৰি কন্যাক কৰাইলা,
অধিবাস কৰ্ম্ম যত ॥২৭
নানাবিধ জয় বাদ্য সুমঙ্গলে,
ৰজনী ভৈল প্ৰভাত।
দেৱ পিতৃ কাৰ্য্য, কৰি দশৰথে,
বসিলা গৈয়া সভাত ॥২৮
মিথিলা নগৰে, মহা মহোৎসৱ,
মিলিয়া গৈল অপাৰ।
হাটী বাটী যত, সাঞ্জ মাজি আতি,
কৰিলন্ত ভাতিকাৰ ॥২৯
পদুলি পদুলি, তাম্বুল কলসী,
কৰিলা চৰে সমে কাটি।
পতাকা তোৰণ, চৰে ৰচিল,
কৰি আতি পৰিপাটি ॥৩০

নানা চিত্ৰফল, পল্লবে ৰঞ্জিয়া,
থৈলা পূৰ্ণ ঘট পাতি।
প্ৰত্যেক দুৱাৰে, পাতিলেক দ্ৰোণি,
ঘৃতৰ লগায়া বাতি ॥৩১
থানে থানে আতি, প্ৰকাশ কৰয়,
ধ্বজ দণ্ড সাৰি সাৰি।
দিব্য অলঙ্কাৰে, বস্ত্ৰে কাছি পাৰি,
শোভা কৰে নব নাৰী ॥৩২
সমস্তে প্ৰজাৰ, হৰিষ অপাৰ,
বিবাহ হৈব সীতাৰ।
কিনো ভাগ্যৱতী, পাইলন্ত সুপতি,
ৰামক পুৰুষ সাৰ ॥৩৩
চাৰি অংশে হৰি, আছা অৱতৰি,
ৰূপ ধৰি মনুষ্যৰ।
বিহা কৰিবাক, প্ৰতি গৈয়া আছা,
জনক ৰাজাৰ ঘৰ ॥৩৪
সীতা ৰূপে লক্ষ্মী, ভৈলা উতপতি,
ৰাক্ষস বধ কাৰণে।
লক্ষ্মী নাৰায়ণে, একত্ৰ হৈবন্ত,
জানিয়া দেৱতাগণে ॥৩৫
মহাৰঙ্গ মনে, আসিলন্ত সবে,
সমজ্যাক জনকৰ।
পুত্ৰগণ সমে, আসিলন্ত ব্ৰহ্মা,
পাৰ্ব্বতী সহিতে হৰ ॥৩৬
গন্ধৰ্ব্ব চাৰণ, অপেচৰাগণ,
সমে আইলা পুৰন্দৰ।
পৰম হৰিষে, আইলা মিথিলাক,
আনো দেৱ নিৰন্তৰ ॥৩৭
বাসুকী সহিতে, যত নাগগণ,
আসিলা সবে হৰিষি।
বিবাহ দেখিতে, আসিলা আনন্দে,
নাৰদ প্ৰমুখ্যে ঋষি ॥৩৮
পৃথিবী মধ্যত, আছে যত যত,
ৰাজা প্ৰজাগণ মানে।
অনেক সম্ভাৰে, মঙ্গল আচাৰে,
আইলা বিবাহৰ থানে ॥৩৯
নানা বাদ্য দেৱ, দুন্দুভি বাজয়,
পৃথিবী আকাশ ছানি।
স্বৰ্গ মৰ্ত্ত নাগ- লোকত কৰয়,
জয় জয় ৰাম ধ্বনি ॥৪০
নমোঁ ৰঘুপতি, পূৰিয়ো সম্প্ৰতি,
জগতৰ মনস্কাম।
যত সমজ্যাৰ, লোক বাৰম্বাৰ,
বোলাঁ জয় ৰাম ৰাম ॥৪১

---

২৩ অধ্যায় — ৰামলক্ষ্মণাদি চাৰি ভাইৰ বিবাহ।

পদ।

নানা জয় মঙ্গল প্ৰজাৰ কোলাহল।
বহুবিধ শবদে কণত হানে তাল ॥১
ত্ৰৈলোক্যৰ লোক এক থান মিথিলাত।
ব্ৰহ্মা আদি বসি আছা বিয়াৰ সভাত ॥২
মধুৰ মৃদঙ্গ ধৰি বিদ্যাধৰে বাজে।
গন্ধৰ্ব্ব সকলে সুললিত গীত গাৱে ॥৩
মুখ্য মুখ্য বাছি অপেচৰা কৰে নাট।
নানা ছন্দে বিছন্দে চপয়া পঢ়ে ভাট ॥৪
নানা থানে নানাৰঙ্গ নানা কৌতূহলে।
নানা কুটি নাটি লোকে কৰয় সকলে ॥৫
প্ৰজায়ে জুৰিল হাট খাট বাট মানে।
নানাবিধ ৰস মিলি আছে থানে থানে ॥৬
সৰ্ব্বজান জনক নৃপতি মহামতি।
দেৱ পিতৃ কৰ্ম্ম যত কৰি সমাপতি ॥৭
দ্বিজ কন্যাগণ মাতি আনিয়া সমস্ত।
মঙ্গল আচাৰ কৰাইলন্ত যত যত ॥৮
লৌকিক বৈদিক ব্যৱহাৰ নিৰন্তৰ।
সমস্তে কৰাইলা ৰাজা বিধি বিদাম্বৰ ॥৯
আয়তী সকলে কৰি মঙ্গল বিধান।
চাৰি বৰ চাৰি কন্যা কৰাইলন্ত স্নান ॥১০
দিব্য বস্ত্ৰ অলঙ্কাৰে কৰাইলা ভূষণ।
হাতত দিলন্ত ফল কটাৰি দৰ্পণ ॥১১
মেনকা সুন্দৰী মহাদই জনকৰ।
সঙ্গে লৈয়া দ্বিজ কন্যাগণ নিৰন্তৰ ॥১২
সীতা সতী ঊৰ্ম্মিলা মাণ্ডৱী শ্ৰুতকীৰ্ত্তি।
চাৰিবো মঙ্গল আচৰিলা ভিনি ভিনি ॥১৩
নানাবিধ বিভূষণে কৰাইলা ভূষিত।
কপালে তিলক দিলা কৰি সুবলি ॥১৪

সিন্দুৰৰ মাজে দিলা চন্দন ধৱল ।
সুবিচিত্ৰ কৰি দিলা নয়নে কাজল ॥১৫
কুশধ্বজ মহামতি নৃপতি জনক ।
অচ্ছিলন্ত বিধিমতে চাৰি কুমাৰক ॥১৬
দিলন্ত চাৰিকো বিহা মণ্ডপৰ তলে ।
চাৰিৰ প্ৰকাশে সভাখান আতি জ্বলে ॥১৭
বিবাহৰ লগ্ন আসি ভৈল অনন্তৰে ।
জানি পাচে হৰিষে জনক নৃপবৰে ॥১৮
কন্যা সম্প্ৰদান কৰিবাক বসিলন্ত ।
ৰামে সমে দেৱতা সবাক অচ্ছিলন্ত ॥১৯
বিশ্বামিত্ৰে বিধি পাঠ কৰন্ত হৰিষি ।
যজ্ঞে হোম কৰন্ত বশিষ্ঠ মহাঋষি ॥২০
যেন অনুক্ৰমে বিধি আচৰিয়া তাক ।
ৰামৰ লগত নিয়া বসাইলা সীতাক ॥২১
তিল কুশ ধৰিয়া জনক নৰনাথে ।
উৎসৰ্গি সীতাক দিলা ৰাঘৱৰ হাতে ॥২২
সেহি সময়ত ভৈলা মহা মহোৎসৱ ।
উৰুলি জোকাৰ বহুবিধ জয় ৰৱ ॥২৩
দেৱ মনুষ্যৰ বাদ্য একত্ৰে বাজয় ।
সিদ্ধ মুনি সকলে কুসুম বৰিষয় ॥২৪
বেদধ্বনি কৰন্ত সকলে দেৱগণ ।
নানা শুভ মঙ্গল ঘোষয় সৰ্ব্বজন ॥২৫
সমস্ত লোকৰ মহা মিলিল হৰিষ ।
জয় জয় ৰামধ্বনি শুনি দশোদিশ ॥২৬
জনক নৃপতি আতি পূৰি মনোৰথ ।
অনেক যৌতুক দিলা সীতাৰ লগত ॥২৭
হয় হস্তী ৰথ দোলা দাসী দাস দেশ ।
মুকুতা মাণিক ৰত্ন দিলন্ত অশেষ ॥২৮
দিব্য বস্ত্ৰ অলঙ্কাৰ সুবৰ্ণ ৰজত ।
ষটশ্ৰৱা ধেনু উৎসৰ্গিলা শতে শত ॥২৯
এহেন্তে ঈশ্বৰ বুলি মনত জানিলা ।
ৰাজ্যভাৰ সমস্তে ৰামত সমৰ্পিলা ॥৩০
আজিসে কৰিলোঁ সবে পুৰুষ উদ্ধাৰ ।
পৰম ঈশ্বৰ জোঁৱাই ভৈলন্ত আমাৰ ॥৩১
ভৈলোঁহো কৃতাৰ্থ বুলি আনন্দে নাচন্ত ।
অনন্তৰে ব্ৰহ্মা আদি যতেক আছন্ত ॥৩২
যাৰ যেন মত ইচ্ছা তাকে উৎসৰ্গিল ।
সুবৰ্ণ মাণিক ৰত্নে যেন বৰিষিল ॥৩৩
ত্ৰৈলোক্যৰ লোক সবে উৎসৰ্গ কৰিল ।
যৌতুক সম্ভাৰে পুৰী মিথিলা ঢাকিল ॥৩৪
অনন্তৰে লক্ষ্মণক জনক নৃপতি ।
উৰ্ম্মিলাক বিবাহ দিলন্ত মহামতি ॥৩৫
লক্ষ্মণকো যৌতুক দিলন্ত বহুতৰ ।
তাত পাচে কুশধ্বজ ভ্ৰাতৃ জনকৰ ॥৩৬
নিজ জীউ মাণ্ডৱী সুন্দৰী মহাসতী ।
ভৰতক বিবাহ দিলন্ত মহামতি ॥৩৭
শ্ৰুতকীৰ্ত্তিক দিলা শত্ৰুঘনক উৎসুকে ।
অনেক যৌতুক দুইকো দিলন্ত কৌতুকে ॥৩৮
জনক নৃপতি কুশধ্বজ মহাসন্ত ।
দুই ভাইৰ চাৰি কন্যা চাৰিকো দিলন্ত ॥৩৯
বস্ত্ৰ অলঙ্কাৰ পুষ্প তাম্বুল চন্দনে ।
যথা যোগ্য সমজ্যা ৰঞ্জিলা ৰঙ্গ মনে ॥৪০
সৎকাৰ লভিয়া সন্তোষ আতি ভৈলা ।
স্বকী স্বকী থানে ব্ৰহ্মা আদি চলি গৈলা ॥৪১
জনক নৃপতি বৰ কন্যা আঠজন ।
পৰমানে পঞ্চামৃতে কৰাইলা ভোজন ॥৪২
পুষ্প শয্যা মাজে পাচে কৰাইলা শয়ন ।
সুখে অনন্তৰে ভৈলা ৰজনী প্ৰসন্ন ॥৪৩
কৰিলন্ত স্নান দান উঠি প্ৰভাতত ।
কৰাইলন্ত বাসি বিহা হৰিষে মনত ॥৪৪
দশৰথে মাতিলন্ত জনক ৰাজাক ।
বৰ কন্যা সমে বিদাই পাঠায়ো আমাক ॥৪৫
ৰাজা হয়া আসি আছোঁ পাট পৰিহৰি ।
শত্ৰু শঙ্কা লাগে চলি যাওঁ শীঘ্ৰ কৰি ॥৪৬
শুনি অন্তঃপুৰে গৈয়া জনক নৃপতি ।
সীতাক প্ৰবোধ বুলিলন্ত মহামতি ॥৪৭
অযোনিকা তোমাক লভিলোঁ যজ্ঞভূমি ।
পিতৃৰ মাতৃৰ প্ৰিয়তম জীউ তুমি ॥৪৮
ত্ৰিভুবনে নিৰুপমা তুমি মহাসতী ।
পৰম দুৰ্ল্লভ আতি লভিলা সুপতি ॥৪৯
সতী স্ত্ৰী সকলৰ স্বামীসে ভূষণ ।
কদাচিতো নলঙ্ঘিবা স্বামীৰ বচন ॥৫০
একচিত্তে সেৱা কৰিবাহা সৰ্ব্বক্ষণে ।
কৰিবা শুশ্ৰূষা শাশু শশুৰ চৰণে ॥৫১
অবহেলা নকৰিবা দেৱৰ সবক ।
কৰিবাহা দায়া আতি সমস্তে জনক ॥৫২

তেবে তয়ু শুদ্ধ যশে জুৰিব সংসাৰ
ইহ পৰলোকে সুখ মিলিবে তোমাৰ ॥৫৩
নালাগে শিখাবে সবে জানাহা আপোনে।
তোমাৰ সদৃশ আৰু নাহি একো গুণে ॥৫৪
পাচে আসি মেনকা জনক পটেশ্বৰী।
কৰন্ত ক্রন্দন জানকীৰ গলে ধৰি ॥৫৫
কাক লাগি এতমান কৰিয়ো জীয়াই।
ঘৰ শুৱনীয়া কৈক যাইবে সীতা আই ॥৫৬
সীতা সীতা বুলি নাম লৈবোহো কাহাৰ।
তই গৈলে প্ৰাণ কেনে ৰহিব আমাৰ ॥৫৭
আজি সৰ্ব্বশূন্য কৰি যাইবে মোৰ ঘৰ।
আনেসে আপোন ভৈল মই ভৈলোঁ পৰ ॥৫৮
মোৰ বুকু শূন্য কৰি কোনে লৈয়া যায়।
থাকিবি কাহাৰ গৈয়া ঘৰক শুৱাই ॥৫৯
কৌশল্যা বিহণী আছা কত তপসাই।
আজি তান বুকু জুৰাইবেক তোক পাই ॥৬০
সীতায়ো কান্দয় মেনকাৰ ধৰি গলে।
কৰয় ক্রন্দন আৰ সুহৃদ সকলে ॥৬১
একত্রে কান্দয় মিথিলাৰ নাৰীনৰ।
আতিশয় ঊৰ্ম্মি উথলিলা ক্রন্দনৰ ॥৬২
কৈক যাহা সীতা সতী জীউ জনকৰ।
আজি শূন্য কৰিলাহা মিথিলা নগৰ ॥৬৩
তই বিনে দুখত মৰিলোঁ সৰ্ব্বজন।
অযোধ্যাপুৰীৰ বিধি ভৈলা সুপ্ৰসন ॥৬৪
চক্ষুৰ লোতক মুছি জনক নৃপতি।
কৰিলন্ত দশৰথ ৰাজাত ভকতি ॥৬৫
বুলিলন্ত বিনয় ধৰিয়া তান হাতে।
সীতা জীউ খানি মোৰ সপিলোঁ তোমাতে॥৬৬
জীউ বুলি প্ৰতিপাল কৰিবা বিহাই।
বিহণীক বুলিবাহা আপুনি বুজাই ॥৬৭
ভুলিতালি বৰ কৰি দিলোঁ জানকীক।
আপুনি পালিবা কিবা বুলিবোঁ অধিক ॥৬৮
অনন্তৰে দশৰথ উৎসুকে মনত।
চাৰি পুত্ৰ চাৰি বধূ তুলি বিমানত ॥৬৯
সুমন্ত্ৰ যোগাইলা ৰথ তাতে চড়িলন্ত।
অযোধ্যাক প্ৰতি শুভ ক্ষণে লৰিলন্ত ॥৭০
আগে পাচে বজাৱয় ব্যাল্লিশ বাজন।
চমৎকাৰে সাজিয়া চলিল সেনাগণ ॥৭১

ধ্বজ দণ্ড তুলি প্ৰজা কৰে জয় জয়।
অসংখ্য প্ৰমাণ ৰথপতি হস্তীচয় ॥৭২
চানিলেক দিশ পাশ শবদ কল্লোলে।
প্ৰজাৰ আন্দোলে মহীমণ্ডল হিন্দোলে ॥৭৩
চলিল আনন্দে দশৰথ মহামতি।
মিথিলাৰ লোক সমে জনক নৃপতি ॥৭৪
আগ বঢ়াইবাক প্ৰতি গৈলা নৰেশ্বৰ।
হৰিষে চলিলা বিশ্বামিত্ৰ মুনিবৰ ॥৭৫
সীতাসমে ৰামচন্দ্ৰ যান্ত বিমানত।
ৰোহিনী সহিতে যেন চন্দ্ৰ আকাশত ॥৭৬
দুৰ্ব্বাদল শ্যাম ৰাম দেৱৰ শৰীৰ।
সুবৰ্ণ গৌৰাঙ্গ তনু সীতা গোসানীৰ ॥৭৭
দুইহন্তৰো ৰূপে দশোদিশ প্ৰকাশয়।
পথিক লোকৰ আতি মনক হৰয় ॥৭৮
ঊৰ্দ্ধমুখ হয়া চাহি আছে সৰ্ব্বজনে।
যেন অমৃতক পান কৰয় নয়নে ॥৭৯
নখশুৱ তৃপিতি চাহয় নেত্ৰ ভৰি।
ৰামৰ ৰূপক যেন পিয়ে চলু কৰি ॥৮০
জলকুম্ভ কাখে লৈয়া যুৱতী সকলে।
ৰামৰ ৰূপক চাহি থাকে কৌতূহলে ॥৮১
চিত্ৰৰ পুতুলি যেন নভাসে নয়ন।
ৰামৰ সীতাৰ ৰূপে হৰিলেক মন ॥৮২
পৰম তৃপিতি হয়া যত নাৰী নৰে।
ৰামক সীতাক প্ৰশংসয় নিৰন্তৰে ॥৮৩
ধন্য ৰামচন্দ্ৰ ধন্য সীতা বৰ নাৰী।
দুইহন্তৰ পটন্তৰ দিবাক নপাৰি ॥৮৪
পুৰুষ ৰতন ৰাম ত্ৰিভুৱনে সাৰ।
নাহিকে সমান আন জানকী সীতাৰ ॥৮৫
প্ৰবন্ধে স্ৰজিলা বিধি দুইহানো ৰূপক।
ধন্য মাৰ বাপ তুলিলেক দুইজনক ॥৮৬
এহিমতে প্ৰশংসয় পথিক সকলে।
দশৰথ ৰাজা চলি যান্ত কৌতূহলে ॥৮৭
গৈলন্ত জনক কতোদূৰ আনন্দতে।
বুলি মাতি পলটাই পঠাইলা দশৰথে ॥৮৮
পাত্ৰ পুৰোহিত চাৰি পুত্ৰ লৈয়া সঙ্গে।
অযোধ্যাক যান্ত চলি দশৰথ ৰঙ্গে ॥৮৯
সেহি বেলা বাত বৃষ্টি ভৈলা আকাশত।
ৰাজাৰ আগত আসি ভৈলা বজ্ৰপাত ॥৯০

নমনয় দিশপাশ ভৈল অন্ধকাৰ।
কৰে ঘৰঘৰ চক্ৰ ৰথৰ ৰাজাৰ ॥ ৯১
ঘোৰ শিলা সম্পা বায়ু বহে বিপৰীত।
হস্তী ঘোড়া সেনা যত ভৈল ভয়ে ভীত ॥৯২
শীতে পীড়িলেক থিৰ নোহে হাত ভৰি।
নাসে মুখে মাত বুকু কাম্পে তৰবাৰি ॥৯৩
যিবা যৈত আছিল তহিতে তম্ভি ৰৈল।
ৰাজাৰ আগত ৰক্তময় বৃষ্টি ভৈল ॥৯৪
নানাবিধ বিমঙ্গল দেখি আতিশয়।
বশিষ্ঠত নৃপে পুছিলন্ত হয়া ভয় ॥৯৫
ইহাৰ কাৰণ কহিয়োক মুনিবৰ।
কি কাৰণে পথত এতেক অধান্তৰ ॥৯৫
কোন বা বিঘিনি ভৈল আমাৰ ৰাজ্যত।
অন্ধকৰ শাপ জানো ভৈল উপগত ॥৯৭
গুচিল আমাৰ জানো ৰাজ্য ভাৰ যত।
কিবা মোৰ আয়ু আসি ভৈল সমাপত ॥৯৮
শুনিয়া ৰাজাক দিলা প্ৰবোধ বশিষ্ঠে।
নাহি কিছু শঙ্কা ৰাজা জানিবাহা নিষ্ঠে ॥৯৯

---

২২ অধ্যায় —বাটত পৰশুৰামৰ সৈতে ৰামৰ
সাক্ষাত আৰু পৰশুৰামৰ পৰাজয়।

সেহি সময়ত পাছে জামদগ্নি ৰাম।
ধনু ভঙ্গ শুনি কোপে নিকলিল ধাম ॥১
কমনে ভাঙ্গিল ধনু মোহোৰ গুৰুৰ।
সি জনৰ দৰ্প আজি কৰিবোঁহো চুৰ ॥২
পৰশু কুঠাৰ খান পাৰিয়া কান্ধত।
ভয়ঙ্কৰ ধনুখান ধৰিয়া হাতত ॥৩
ৰাজাৰ সেনাৰ মাজে ভৈলা উপগত।
শৃঙ্গে সমন্বিতে যেন সচল পৰ্ব্বত ॥৪
দুৰ্জ্জয় শৰীৰ ধনুৰ্দ্ধৰ মহাবীৰ।
ক্ৰোধৰ বেগত আতি দুহিকন্ত থিৰ ॥৫
ঘূৰাৱন্ত চক্ষু দুই অগনি সমান।
দেখি কটকৰ ভয়ে উড়ি গৈল প্ৰাণ ॥৬
বৃষ্টি অন্ধকাৰে নেদেখিয়া দিশপাশ।
পৰশুৰামৰ মূৰ্ত্তি দেখি ভৈল ত্ৰাস ॥৭
কিসে পাইলে বুলি ধাতু শুকতি উড়িল।
চক্ষু ঢুপাই সেনা সবে ঢুমিত পৰিল ॥৮
কৈয়া ৰাম বুলিয়া মাতন্ত শীঘ্ৰকৰি।
ব্ৰাহ্মণৰ চিহ্ন যজ্ঞসূত্ৰ জটা ধৰি ॥৯
ক্ষত্ৰিয় লক্ষণ হাতে আছে ধনুখান।
পৰম নিৰ্দ্দয় দায়া নাহি অনুমান ॥১০
পিতৃৰ বচনে কাটি আছন্ত মাতৃক।
হেন জনে আনক কৰিবে দায়া কিক ॥১১
শিৰে জটা ভাৰ গলে ৰুদ্ৰাক্ষৰ মালা।
কটিত বাকলি বস্ত্ৰ কুশৰ মেখলা ॥১২
ধক ধক দান্ত শোভা কৰে গোফ দাড়ি।
গাৱে মল পঙ্ক বনবাসী ৰূপ ধাৰী ॥১৩
হাতে মালা ধৰিয়া জপন্ত সৰ্ব্বক্ষণ।
উকৰন্ত ক্ৰোধত দেখিবে যম যেন ॥১৪
ভ্ৰুৱ চালি কপালৰ গাঠি শিহৰাই।
দশন চোবায়া কোপে মাতন্ত শেহাই ॥১৫
গৰ্জ্জিবে লাগিলা আতি নিষ্ঠুৰ বচনে।
আমাৰ গুৰুৰ ধনু ভাঙ্গিল কমনে ॥১৬
বামহাতে ধৰি ঘোৰতৰ ধনুখান।
পৃথিবীৰ ক্ষত্ৰি মাৰি কৰিলোঁ নিৰ্ব্বাণ ॥১৭
ক্ষত্ৰি হয়া কোন বীৰ পুনৰপি আইল।
জানিলোঁ সিজনে মোৰ বাৰ্ত্তাক নপাইল ॥১৮
মোৰ কথা শুনি ক্ষত্ৰি নাম কোন ধৰে।
কেনমত ভয় সিটো সাসক নকৰে ॥১৯
এবে কোন জনে মোক নগনে মনত।
এতিক্ষণ থিৰ হৌক মোহোৰ আগত ॥২০
ৰৌদ্ৰে ৰবিৰণে আতি পৰিয়া আছয়।
খুখুন্দা ধনুক ভাঙ্গি মুনিছ কৰয় ॥২১
আজি যেবে জীৱ লৈয়া যায় মোৰ আগে।
তেবে গৈয়া বীৰত্ব কহোক যত লাগে ॥২২
শুনি দশৰথ ৰাজা গুণন্ত মনত।
ভৈলোঁ বৃদ্ধ আমাৰ শৰীৰ অশকত ॥২৩
দেখিয়া দুৱাল নিজ পুত্ৰ চাৰি খানি।
বিপৰীত চিন্তা লভিলন্ত মহামানী ॥২৪
ৰামে সমে আৰি যদি আছোঁ দুই বীৰ।
তেবে কি কৰিবো আৰু দুৰ্জ্জয় শৰীৰ ॥২৫
বিপাকে ঠেকাইলা আনি বিধাতা আমাক।
বিবাহে নপৰি আৰু বোলোঁ প্ৰিয় বাক ॥২৬
এহি বুলি পৰশু ৰামক নমনাথে।
পাদ্যে অৰ্ঘে পূজি চৰণত ধৰি হাতে ॥২৭

স্তুতি নতি প্ৰণতি বোলন্ত দশৰথ ।
তথাপিতো দায়া তাৰ নোপজে মনত ॥২৮
হাতে ঘোৰ ধনু ধৰি চক্ষু পকাই চান্ত ।
বাঘে যেন গৰ্জ্জিয়া ৰামক ধায়া যান্ত ॥২৯
দেখি ৰামচন্দ্ৰে মুখে অল্পহাস্য কৰি ।
পৰশুৰামৰ আগ ভৈলা ধনু ধৰি ॥৩০
জামদগ্নি ৰামে শ্ৰীৰামক দেখিলন্ত ।
কৰিয়া তৰ্জ্জণ পাচে বাক্য বুলিবন্ত ॥৩১
নজানাহা ৰণ কিছু ছৱাল ৰাজাৰ ।
জানো তুমি কথা নতু শুনাহা আমাৰ ॥৩২
পৰশুৰাম নাম মোৰ বিদিত সংসাৰ ।
নিক্ষত্ৰি কৰিলোঁ মহী তিনি সাতবাৰ ॥৩৩
ক্ষত্ৰিয়ৰ নিমিত্তে সাক্ষাত মই যম ।
সম্প্ৰতি আছোঁহো মই পৰিয়া নিজম ॥৩৪
ডাকিয়া আনিলা মোক দেখায়া দৰ্পক ।
দাণ্ডি দিয়া জাগাইলাহা কাহাল গোমক॥৩৫
কুপিত সিংহৰ আগে পেলাইলাহা গাৱ ।
আনিলা যমক যেন দিয়া হাত বাৱ ॥৩৬
মই অন্তকৰ কোপ তুলিলা কিসক ।
শিশু হুয়া কৰাঁ কেনে দুৰ্ঘোৰ কৰ্ম্মক ॥৩৭
ধনু ভাঙ্গি যশ বৰ লভিলা ডাঙ্গৰ ।
উপাৰিয়া শৃঙ্গ যেন মেৰু পৰ্ব্বতৰ ॥৩৮
কাৰ বৰ পায়া তুমি কৰা হেন কৰ্ম্ম ।
আমাৰ গুৰুৰ ধনু ভাঙ্গি দিলা মৰ্ম্ম ॥৩৯
জানিলোঁ কৰিলা গুৰু দেৱত ভকতি ।
নুহি কেন মতে হৈব ই দূৰ শকতি ॥৪০
ত্ৰিভুবনে পৰম উজ্জ্বল ৰাম নাম ।
নাহি সংসাৰত ইটো নামক উপাম ॥৪১
সেহি ৰাম নাম ধৰি আমাৰ প্ৰকাশ ।
হেন নাম লৈলা তুমি কৰি অভিলাষ ॥৪২
বোলা ৰাম নাম লৈলে মোৰ হৈবে খ্যাতি ।
আমাক বিদ্বেষ তুমি কৰিলাহা আতি ॥৪৩
বৰ তেজৱন্ত বীৰ ভৈলাহা অধিক ।
কৰিবাহা লুপ্ত তুমি আমাৰ কীৰ্ত্তিক ॥৪৪
ত্ৰিজগত লোকে জানে মোৰ বিক্ৰমক ।
ক্ষত্ৰিয়ৰ নামে মই সাক্ষাতে অন্তক ॥৪৫
নপাৰোঁ জিনিবে যেবে তোমাক ৰণত ।
নিস্ফল জীবন মোৰ ইটো সংসাৰত ॥৪৬
জনকৰ ঘৰে ভাঙ্গি পচা ধনুখান ।
তাতে বোলাঁ নাহি মোত মুনিহ সমান ॥৪৭
মই চূৰ কৰিবোঁ তোমাৰ গৰ্ব্ব যত ।
পৰিলা চেঙেলি আজি বুঢ়াৰ হাতত ॥৪৮
বহি আছা বৃক্ষ যেন নদীৰ তীৰত ।
অলপতে পৰে শিকা নাহিকে তলত ॥৪৯
হোৱাঁ যদি ৰাম তুমি বীৰ অদভুত ।
লগায়োক গুণ দেখোঁ আমাৰ ধনুত ॥৫০
তেবেসে মুনিহ বুলি জানোহো সাক্ষাত ।
অনাযুদ্ধে ভঙ্গ মই মানিবোঁ তোমাত ॥৫১
তাক দেখি ৰামচন্দ্ৰে লাগিলা হাসিত ।
ধনু দেখি দশৰথ ভৈলা ভয় ভীত ॥৫২
প্ৰসন্ন বদনে ৰামে বুলিলা বচন ।
শুনিয়োক ঋষি জামদগ্নিৰ নন্দন ॥৫৩
ঋষি ধৰ্ম্ম অনুসৰি আছা মহাভাগ ।
আমাত তোমাৰ কেনে এত মান ৰাগ ॥৫৪
ক্ষমাসে উচিত ধৰ্ম্ম হোৱয় তোমাৰ ।
কিসক কৰিলা তুমি তাক পৰিহাৰ ॥৫৫
ধৰ্ম্ম এৰি অধৰ্ম্ম কৰয় যিতো নৰ ।
তাক দণ্ড কৰিবে লাগয় ক্ষত্ৰিয়ৰ ॥৫৬
ব্ৰাহ্মণত জন্ম ধৰ্ম্ম ধৰিছা ঋষিৰ ।
তাক এৰি ধৰ্ম্ম কেনে আচৰাঁ ক্ষত্ৰিৰ ॥৫৭
শম দম দান দায়া ক্ষমা তযু ধৰ্ম্ম ।
ক্ৰোধ অহঙ্কাৰ আদি ক্ষত্ৰিয়ৰ কৰ্ম্ম ॥৫৮
কৰিলাহা তুমি সিটো ধৰ্ম্ম বিপৰ্য্যয় ।
বিচাৰত দণ্ডিবাক তোমাক লাগয় ॥৫৯
ভাঙ্গিলোঁহো ধনু আৰি গুৰুৰ তোমাৰ ।
ক্ষত্ৰিয়ৰ ধৰ্ম্ম ইটো উচিত আমাৰ ॥৬০
কোন দোষে কৰাঁ তুমি আমাক বিৰোধ ।
ঋষিৰ তোমাৰ কেনে এতমান ক্ৰোধ ॥৬১
জ্ঞান শূন্য হুয়া অধৰ্ম্মত প্ৰবৰ্ত্তিলা ।
ভাল ভৈল আসি মোৰ আগত মিলিলা ॥৬২
কৰোঁ আজি তোমাক উচিত প্ৰায়শ্চিত ।
যেন আনক্ষণ অধৰ্ম্মত নেদা চিত্ত ॥৬৩
ধৰ্ম্মহীন হুয়া দৰ্প কৰাঁ মোৰ আগে ।
অৱশ্য তোমাক দণ্ড দিবে মোৰ লাগে ॥৬৪
ভাঙ্গো আজি সকলে তোমাৰ মিছা টৌল ।
বুজ কেন মত শিশু ছৱালৰ বল ॥৬৫

তুমি কেনমত বীৰ পৰীক্ষাক চাওঁ।
মুহি যেবে বোলোঁ৷ ক্ষমা কৰিয়া পঠাওঁ ॥৬৬
যদ্যপি আমাৰ মুনি মুহি ক্ষমা ধৰ্ম্ম।
বৃদ্ধ দেখি তোমাক লাগয় মোৰ মৰ্ম্ম ॥৬৭
যায়োক গৃহক গুৰু দিলোঁহো বিদায়।
তথাপিতো যদ্যপি তোমাৰ ক্ষমা নাই ॥৬৮
মোৰ দোষ নাহি তেবে কহোঁ৷ স্বৰূপত।
কৰোঁ চুৰ সকলে তোমাৰ গৰ্ব্ব যত ॥৬৯
তোমাৰ ধনুৰ বৰ বখানা মহত্ব।
বল বুদ্ধি চাও ধনুখান কেনমত ॥৭০
ইহাত লগাইলে গুণ ভঙ্গ যদি মানা।
লগাইবোঁহো গুণ ধনু মোক দিয়া আনা ॥৭১
তোমাৰ ধনুত গুণ পাৰোঁ৷ যেবে দিতে।
জিনিবোঁ ৰণত তেবে তোমাক ইঙ্গিতে ॥৭২
শুনিয় পৰশুৰামে ধনুখান দিলা।
শ্ৰীৰামে লগাইলা গুণ কৰি মহালীলা ॥৭৩
বল দিয়া ৰামে টানন্ত ধনুখান।
লেক লোক কৰে ফুল ধনুৰ সমান ॥৭৪
ধনু টানি ৰামচন্দ্ৰে হাসন্ত হৰিষি।
ইহাবেসে মহত্ব বখানা তুমি ঋষি ॥৭৫
এহি বুলি ৰামে পুনৰপি দিলা টান।
মহাশব্দে মাজতে ভাঙ্গিলা ধনুখান ॥৭৬
শব্দৰ ত্ৰাসত কম্পিল ত্ৰিভুবন।
মহাভয়ে অচেতন ভৈল সৰ্ব্বজন ॥৭৭
ৰামে বোলন্ত গুৰু কৰিলোঁ অকাজ।
টানন্তে ভাঙ্গিল ধনু ভৈলোঁ মই লাজ ॥৭৮
নসহিল ধনু ছৰালৰো টানিবাক।
বীৰ বোলাই তুমি কেনে লৈয়া ফুৰা আক॥৭৯
আমাকো কৰিলা লঘু আপুনিও ভৈলা।
দেখিয়া পৰশুৰাম স্তব্ধ হুয়া ৰৈলা ॥৮০
অনন্তৰে ৰামচন্দ্ৰ পুৰুষ নিপুণ।
নিজ ধনুখান লৈয়া লগাইলন্ত গুণ ॥৮১
বাণ যুৰি মাতিলন্ত পৰশুৰামক।
হেৰা দেখোঁ কৰো চাই তোমাৰ গৰ্ব্বক ॥৮২
ৰাখিবাহা প্ৰাণ যেবে মাগা পৰাজয়।
ভৈলন্ত পৰশুৰাম দেখি মহা ভয় ॥৮৩
বল দৰ্প গুচি মুখে হৰিল বচন।
হইল বিবৰ্ণ অতি মলিন বদন ॥৮৪
পৰশুৰামৰ ভাগি গৈল্‌ কাম্প আপ।
বৈন্য দেখি যেন মুণ্ড চম্বাইল সাপ ॥৮৫
শ্ৰীৰামৰ আগত ভাগি গৈল তেজ ভাস।
সূৰ্য্য আগে নাহি যেন চন্দ্ৰৰ প্ৰকাশ ॥৮৬
অস্তকালে যেন নকৰয় দিনকৰ।
গৰুড়ৰ আগে দৰ্প হৰয় সৰ্পৰ ॥৮৭
জামদগ্নি সুত ৰাম ভৈলা সেহি মত
লোক বিদ্যমানে লঘু ভৈলা অতিশয় ॥৮৮
যম হেন সাক্ষাতে দেখন্ত ৰাঘৱক।
মাৰিবন্ত শৰ বুলি লাগিল চমক ॥৮৯
দেখি ৰামচন্দ্ৰ অতি ভৈলা দয়াযুত।
হাসিয়া বোলন্ত শুনা জামদগ্নি সুত ॥৯০
আসিলাহা ধায়া তুমি আমাক মাৰিতে।
জানিলোঁহো তোমাৰ কঠিন বৰ চিত্ত ॥৯১
ঋষি হুয়া ভৈলা তুমি এগুৰা নিৰ্দ্দয়।
তোমাক মাৰিবে মন আমাৰ নলয় ॥৯২
ৰাখিলোঁ তোমাৰ প্ৰাণ নকৰিবা ভয়।
কিন্তু মোৰ বাণ জানা অমোঘ নিশ্চয় ॥৯৩
কদাচিতো বৃথা বাণ নুহিকে আমাৰ।
কহিয়োক তোমাৰ ছেদিবোঁ কোন ঠাৰ ॥৯৪
শুনিয়া ৰামৰ দয়াযুক্ত বচন।
বোলন্ত বিনয় জামদগ্নিৰ নন্দন ॥৯৫
চিনিলোঁ তোমাক বুদ্ধিত মন্দ আমি।
তুমিসে ঈশ্বৰ জগতৰ অন্তৰ্যামী ॥৯৬
ভৈলা অৱতাৰ তুমি আসি মনুষ্যত।
তোমাৰ অধীন ইটো সকলে জগত ॥৯৭
তুমিসে ঈশ্বৰ নিষ্ঠে জানিলোঁ সাক্ষাত।
আমাৰ বিক্ৰম যাই লাগিল তোমাত ॥৯৮
জগতৰ আত্মা তুমি পুৰুষ পুৰাণ।
হাৰিলোঁহো তোমাত দিয়োক প্ৰাণদান ॥৯৯
কৰিলাহা মোক যেন দায়া দামোদৰ।
শুনিয়োক মোৰ তেবে স্বৰূপ উত্তৰ ॥১০০
নাহিকে ধৰ্ণত কিছু মোৰ প্ৰয়োজন।
পৰে জানি প্ৰভু স্বৰ্গ পথ কৰা ছন্ন ॥১০১
হৰি অংশে আমি হুয়া আছোঁ অৱতাৰ।
আমাতে আছিল হৰি পৃথিৱীৰ ভাৰ ॥১০২
আপুনি বেকত আসি ভৈলাহা সাম্প্ৰত।
গুচাইলাহা আপুনি আমাৰ ভাৰ যত ॥১০৩

সম্প্ৰনক পালি সংহৰিবা দুষ্ট যত।
তীৰ্থ কৰি ফুৰোঁ মই তযু প্ৰসাদত ॥১০৪
নযাইবোঁ স্বৰ্গক নিষ্ঠে বুলিলোঁ বচন।
কৰিয়োক মোৰ স্বৰ্গ পথ নিবাৰণ ॥১০৫
শুনি ৰামচন্দ্ৰে পূৰ্ব্ব দিশে মুখ দিলা।
পৰশুৰামৰ স্বৰ্গ পথক ছেদিলা ॥১০৬
শ্ৰীৰামৰ কীৰ্ত্তি প্ৰকাশয় সংসাৰত।
অদ্যাপিও ৰামশৰ দেখিয়ো স্বৰ্গত ॥১০৭
পৰশুৰামক ৰামে কৰিলা আশ্বাস।
মোৰ বাণ দেখি ঋষি ভৈলা মহাত্ৰাস ॥১০৮
ক্ষত্ৰি জাতি আমাৰ দাৰুণ বৰ হিয়া।
পালোঁ অঙ্গীকাৰ ব্ৰাহ্মণক দুখ দিয়া ॥১০৯
মৰষিবা সকলে আমাৰ ইটো দোষ।
কৰোঁ হাতযোৰ নকৰিবা অসন্তোষ ॥১১০
শ্ৰীৰামৰ ভকতি দেখিয়া আতিশয়।
দুখ ভয় গুচি ভৈল প্ৰসন্ন হৃদয় ॥১১১
বুলিলা পৰশুৰামে বচন মধুৰ।
স্বভাৱতে ক্ষত্ৰিয়ৰ হৃদয় নিষ্ঠুৰ ॥১১২
হেন মহা ক্ষত্ৰি তুমি পুৰুষ উত্তম।
দেখিলো সাক্ষাতে আজি তোমাৰ বিক্ৰম॥১১৩
তথাপি কৰাইলা তুমি আমাকে প্ৰসন্ন।
ধন্য ধন্য ৰাম ৰঘুকুলৰ নন্দন ॥১১৪
শত্ৰু হুয়া প্ৰসন্ন কৰাইলা বুলি নতি।
তুমিও সন্তুষ্ট হৈবা আমাৰ ভকতি ॥১১৫
শুনিয়োক ৰাম বোলোঁ স্বৰূপ বচন।
অনাদি ঈশ্বৰ তুমি সত্য সনাতন ॥১১৬
তুমি নিত্য নিৰঞ্জন পুৰুষ পুৰাণ।
জগতৰ পতি তুমি বিনে নাহি আন ॥১১৭
তোমাত ভকতি মোৰ সততে থাকোক।
যাওঁ তপোবনে মোক বিদায় দিওক ॥১১৮
এহিমতে দুয়োজন জগত ঈশ্বৰে।
কৰিলন্ত লীলা নাজানিলা একো নৰে ॥১১৯
দুইহান্তৰো সম্বাদ বিবাদ যত যত।
চাহি আছে লোক সবে বিস্ময় মনত ॥১২০
অনন্তৰে বিদায় লইয়া শ্ৰীৰামত।
গৈলন্ত পৰশুৰাম হৰিষ মনত ॥১২১
দশৰথে দেখি আতি বিক্ৰম ৰামৰ।
মনত হৰিষে প্ৰশংসিলা বহুতৰ ॥১২২
ধন্য ধন্য পুত্ৰ তুমি ভৈলাহা আমাৰ।
ৰহিল তোমাৰ যশ জুৰিয়া সংসাৰ ॥১২৩
আসিলা পৰশুৰাম খেদি যেন যম।
তাহাক্কো জিনিলা ৰণে কৰিয়া বিক্ৰম ॥১২৪
সাধু সাধু ৰাম তুমি বংশৰ তিলক।
গলে বান্ধি ৰাজা ধৰিলন্ত ৰাঘৱক ॥১২৫
উপজিল প্ৰেম তনু ভৈলা পুলকিত।
পাইলেক সন্তোষ যেন পিয়ন্তে অমৃত ॥১২৬
আকাশত তৃপিতি ভৈলন্ত দেৱগণে।
অৰ্চ্চিলা ৰামক আতি পুষ্প বৰিষণে ॥১২৭
দেখিয়া জানকী বল বিক্ৰম ৰামৰ।
ভৈলন্ত তৃপিতি ৰোমাঞ্চিত কলেৱৰ ॥১২৮
বিশ্বামিত্ৰ বশিষ্ঠ প্ৰমুখ্যে ঋষিগণে।
পূজিলন্ত ৰাঘৱক প্ৰশংসা বচনে ॥১২৯
পৰম পুৰুষ ৰাম জগত আধাৰ।
ৰামৰূপে পৃথিবীতে ভৈলা অৱতাৰ ॥১৩০
পৰশুৰামৰ দৰ্প কৰিলন্ত চূৰ।
কাহাৰ শকতি কৰ্ম্ম কৰয় এদূৰ ॥১৩১
এহি মতে ৰামক প্ৰশংসে সৰ্ব্বজনে।
অনন্তৰে দশৰথ ৰাজা ৰঙ্গ মনে ॥১৩২
অযোধ্যাক প্ৰতি চলি গৈলা মহাশয়।
কৰয় কটকে বেঢ়ি ৰাম জয় জয় ॥১৩৩
নানা বাদ্যে সুমঙ্গলে চলে মমদলে।
অযোধ্যাত প্ৰবেশ ভৈলন্ত কৌতূহলে ॥১৩৪
দেখি নগৰীয়া লোকে ৰাজা আসিবাৰ।
তেতিক্ষণে কৰিলা নগৰী জাতিস্কাৰ ॥১৩৫
সাম্ভি মাঞ্জি লিপিলা বিচিত্ৰ গন্ধজলে।
পতাকা তোৰণ ধ্বজা বন্ধিলা চিৰলে ॥১৩৬
তাম্বুল কদলী কইল ঠোক সমন্বিত।
থানে থানে আলিপন কৰিলা ৰঞ্জিত ॥১৩৭
মুখত পল্লৱ ফলে পাতি পূৰ্ণঘট।
ঘৃতৰ প্ৰদীপ দিলা তাহাৰ নিকট ॥১৩৮
দুৱাৰে দুৱাৰে দুলি থাপিলা প্ৰবন্ধি।
লগাইলা বিচিত্ৰ ধূপ অগৰু সুগন্ধি ॥১৩৯
কুসুম চন্দন হাতে লৈয়া দুৰ্ব্বাক্ষত।
চড়িলন্ত নাৰীগণ গৃহ ওপৰত ॥১৪০
আতি মনোহৰ পুৰী অযোধ্যানগৰ।
তাৰ মাজে যান্ত দশৰথ নৰেশ্বৰ ॥১৪১

চাৰি পুত্ৰ চাৰি কন্যা যাত্ত বঙ্গ মনে।
দুৰ্ব্বাক্ষত পুষ্প বৰিষন্ত নাৰীগণে ॥১৫২
উৰুলি জোকাৰ জয় অনেক মঙ্গলে।
ভূমিত পৰিল পুষ্প শতেক সদলে ॥১৫৩
নগৰত মিলি গৈলা আনন্দ প্ৰচুৰ।
পুত্ৰগণ সমে ৰাজা পাইলা অন্তঃপুৰ ॥১৫৪
কৌশল্যা সুমিত্ৰা সতী সুন্দৰী কৈকেয়ী।
কন্যাগণ সমে দীপ ঘট হাতে লই ॥১৫৫
তিনি মহাদেই নানা মঙ্গল আচাৰে।
সিঞ্চি দুৰ্ব্বাক্ষত পুষ্প উৰুলি জোকাৰে ॥১৫৬
ভিন্নে ভিন্নে আসি পাচে তিনি পটেশ্বৰী।
আপোনাৰ পুত্ৰ বোহাৰীৰ হাতে ধৰি॥১৫৭
নানা ব্যৱহাৰে গৃহ কৰাইলা প্ৰবেশ।
পুত্ৰবধূ দেখি পাইলা আনন্দ অশেষ ॥১৫৮
সীতাৰ দেখিয়া ৰূপ কৌশল্যা দেবীৰ।
অমৃতৰ পানে যেন জুৰাইল শৰীৰ ॥১৫৯
চাৰি কুমাৰৰ বিহা ভৈল একেবাৰে।
দেখিয়া আনন্দ আতি মিলিল সবাৰে ॥১৬০
নানা নৃত্য গীত বাদ্য বাজন বজাইল।
ৰামক সীতাক লোকে দেখিবাক আইল॥১৬১
দুহানৰ ৰূপ আতি দেখি বিপৰীত।
নয়ন ভৰিয়া যেন পিয়য় অমৃত ॥১৬২
দিলা আনি লোকে যত যৌতুক অপাৰ।
সুবৰ্ণ ৰজত বস্ত্ৰ বস্ত্ৰ অলঙ্কাৰ ॥১৬৩
ৰাজাগণ আইলা লৈয়া যৌতুক সম্ভাৰ।
নানা ৰত্নে ভূপতিৰ ভৰাইলা ভাণ্ডাৰ ॥১৬৪
দশৰথে সমস্তকে প্ৰসাদে ৰঞ্জিলা।
বস্ত্ৰ অলঙ্কাৰ পুষ্প চন্দনে ভূষিলা ॥১৬৫
চাৰিয়ো পুত্ৰক সমুচিত বণ্টা দিলা।
হস্তী ঘোঁড়া ৰথ ৰাজ্যে মন সন্তোষিলা ॥১৬৬
অনায়াসে ভৈল বিহা চাৰিও পুত্ৰৰ।
পৰম কৃতাৰ্থ মন ভৈলা নৃপবৰ ॥১৬৭
শুনিয়োক সভাসদ পদ আদিকাণ্ড।
ৰামৰ চৰিত্ৰ যেন অমৃতৰ ভাণ্ড ॥১৬৮
সংসাৰ মধ্যত ইসি মহা ধৰ্ম্ম সাৰ।
বোলোঁ ৰাম ৰাম সুখে তৰিয়ো সংসাৰ॥১৬৯

৪০ অধ্যায়।

ছবি

যিটো দেৱ নাৰায়ণ, সদাশিৱ সনাতন,
নাহি আদি অন্ত মধ্য যাৰ।
বেদে যাক নজানন্ত, তেন্তে দেৱ জগন্নাথ,
ৰামৰূপে ভৈলা অৱতাৰ ॥১
নিজ যোগ মায়া বলে, জন্ম হয়া ক্ষীতলে,
দশৰথ নৃপতিৰ ঘৰে।
সীমা নাহি মহিমাৰ, মনুষ্যৰ ব্যৱহাৰ,
দেখাৱন্ত প্ৰভু নিৰন্তৰে ॥২
জনক নন্দিনী সীত, দেৱী জগতৰ মাতা
তাক বিহা কৰি আনিলন্ত ॥
লক্ষ্মীসমে এক থান, ভয়া নানা বিধান,
দিয়া সমস্তকে ৰঞ্জিলন্ত ॥৩
সীতা সমন্বিতে ৰাম, পূৰিয়া সবাৰেকাম,
বস্তুৰ মন্দিৰে ভৈলা থিত।
দশৰথ নৃপবৰ, বিহা কৰাই তনয়ৰ,
ভৈলা অতিশয় আনন্দিত ॥৪
মহামুনি বিশ্বামিত্ৰ, কহিলন্ত নৃপতিত
গুণ গ্ৰাম ৰাম লক্ষ্মণৰ।
তাড়কাক একেশৰে, মাৰিলন্ত ৰঘুবৰে,
সমৰে বধিলা নিশাচৰ ॥৫
অহল্যাৰ শাপ মুক্তি, ধনু ভাঙ্গি অদ্ভুত,
জিনিলন্ত ৰাজাগণ ৰণে।
পুত্ৰ দুইৰ পৰাক্ৰম, শুনিয়া অমৃত সম,
সন্তোষ ৰাজাৰ আতি মনে ॥৬
বিশ্বামিত্ৰক ৰাজা, কৰিলা অনেকপূজা,
চলি গৈলা মুনি মনৰঙ্গে।
অযোধ্যা নগৰৰাজা, দেৱতো অধিকৰাজ্য,
ভোগকৰন্ত পুত্ৰগণ সঙ্গে ॥৭
ৰামৰৰ গুণগণে, সমস্তে লোকৰ মনে,
মিলয় আনন্দ আসৰিণ।
ৰাজ্য প্ৰতি পালিবাক, সামৰ্থ ভৈলন্ত ৰাম,
দেখি দশৰথৰ চৰিণ ॥৮
কতো কাল অনন্তৰে, দেখিলন্ত নৃপবৰে,
নিশাকালে স্বপ্ন বিপৰীত।
পৰিল উল্কা পাত, আকাশৰ ৰাহুচন্দ্ৰ,
লাক্ষে লাক্ষে সুৰয় ভূমিত ॥৯

ৰক্ত শয্যা আকাশত, দেখে বসি শিথানত,
কান্দে কালনাৰী এক জন।
কৃষ্ণ কুসুমৰ মালা, দুই হাতেধৰি আনি,
সুঙ্গন্ত নৃপতি ঘনে ঘন ॥১০
মৃত্যুৰ সূচক স্বপ্ন, দেখি দশৰথ ৰাজা,
বসিয়া গুণন্ত মনে মন।
অন্ধক মুনিৰ শাপ, সমীপ চাপিল মোৰ,
নিকটতে মিলিব মৰণ ॥১১
যাৰত চেতন গাৱে, আছয় ৰামত তাৱে,
ৰাজ্য ভাৰ কৰোঁ সমৰ্পণ।
প্ৰাণতো অধিক মোৰ, ৰামচন্দ্ৰেপালিবেক,
পুত্ৰতো অধিক সৰ্ব্বজন ॥১২
ৰামক পাতন্তে ৰাজা, পাতিবে বিঘিনি জানো,
ভৰত আৰৰ শত্ৰুঘনে।
গুচোক বিঘিনি সবে, পঢ়িবাৰ ছলে দুইকো,
ৰাজ্যৰ গুচাওঁ এতিক্ষণে ॥১৩
এহিগুণি দুইহান্তকো, মাতি আনিলন্ত ৰাজা,
বুলিলন্ত মধুৰ বচনে।
যুদ্ধাজিত মাতুলৰ, ৰাজ্যক পঢ়িবেপ্ৰতি,
চলিয়া যায়োক দুয়োজনে ॥১৪
পিতৃৰ বচন শুনি, ভৰতবে শত্ৰুঘনে,
মাতামহ ৰাজ্যে চলি গৈলা।
পাচে দশৰথ ৰাজা, ৰামক হৰিষ মনে,
ৰাজা পাতিবাক সাজ ভৈলা ॥১৫
এহিমানে আদিকাণ্ড, যেন অমৃতৰভাণ্ড,
সাঙ্গোপাঙ্গে ভৈলা সমাপতি।
শুনিয়োক সাধুজন, পুণ্য কথা ৰামায়ণ,
ৰচিলা মাধৱ মূঢ়মতি ॥১৬
বোলোঁ কৃতাঞ্জলি বাণী মোক মূঢ় হেনজানি,
নিন্দা নুবুলিবা মহাজনে।
মোত পৰে মতি হীন, জ্ঞান শূন্য বুদ্ধি ক্ষীণ,
নাহি আন ইতিনি ভুবনে ॥১৭
কৰি আতি গৰ্ব্ব মদ, তথাপি ৰচিলোঁ পদ,
দেখাঁ কেনে মোৰ অহঙ্কাৰ।
ইটো মোৰ দোষচয়, ক্ষমিবে উচিত হয়,
মহন্তৰ ক্ষমা অলঙ্কাৰ ॥১৮
অন্তৰ্য্যামী নাৰায়ণে যেনে প্ৰবৰ্ত্তাইলা মনে
তাকে মুখে কৰিলোঁ বেকত।
কহিলোঁ সকলেসাৰ, জানি কৰাঁ পৰিহাৰ
বঢ়াটুটা দেখা যত যত ॥১৯
পৰে ৰাম চৰিত্ৰত, আনো সব কথা যত
সিও ৰাম কথাসে নিশ্চয়।
গঙ্গাৰ জলত যত, পৰে নদী নানা মত,
তাক কোনে তেজিয়া আছয় ॥২০

৪৩ অধ্যায়।

দুলৰী।

ইকথা থাকোক শুনা সবে লোক
চিন্তা হিত আপোনাৰ।
দুৰ্ঘোৰ সংসাৰ, সাগৰ নিকাৰ,
যিমতে পাইবা নিস্তাৰ ॥১
দেখিয়ো আকলি, কলি মহাবলী,
কৰিলে কেনে অকাজ।
সমস্তে লোকক, তল নিয়াইলেক,
পাপসাগৰৰ মাজ ॥২
পাপত মগন, হুয়া যিটোজন,
আন ধৰ্ম্মে আশা কৰে।
একো ফল তাত, নাহিকে মিছাত,
দুখ পায়া মাত্ৰ মৰে ॥৩
তাত পৰে আৰ, নাহি দুৰাচাৰ,
তাৰো হৰি নাম ধৰ্ম্ম।
নাম গুণ লৈলে, সংসাৰ তৰয়,
জানিবা ইসব মৰ্ম্ম ॥৪
ব্ৰহ্মা মুনি যাক, বাঞ্ছিয়া নপাৱে,
পায়া হেন কলেৱৰ।
হৰিৰ কীৰ্ত্তন, নকৰে যিজন,
আত্মঘাতী সিটো নৰ ॥৫
ইতো তত্ত্বসাৰ, জানিয়া সংসাৰ,
তৰিয়ো নাম সুমৰি।
কলিৰ যুগত, অন্যত্ৰ ধৰ্ম্মত,
থৈয়ো আশা দূৰ কৰি ॥৬
তেজি আন কাম, সুমৰিয়ো নাম,
ধৰ্ম্মৰ ঈশ্বৰ জানি।
কৰি থিৰ মন, হৰিত শৰণ,
লৈয়োক ঈশ্বৰ মানি ॥৭
নমো নমো ৰাম, কৰোঁহো প্ৰণাম,
দিয়া চৰণত চিত্ত।

মহা মূঢ়মতি, হয়া বিবচিলোঁ,
তোমাৰ ইটো চৰিত ॥৮
তুমি বুদ্ধি বৃত্তি, যেনে প্ৰবৰ্ত্তাইলা,
হৃদয়ে থাকি আমাৰ।
সেহিমতে ভয়, তৰিব সকলে,
কৰিলোঁ মুখে প্ৰচাৰ ॥৯
পদ ৰচনাত, আছয় যতেক,
দোষ মই অধমৰ।
তাক কৃপাময়, ক্ষমিবে লাগয়,
জানিবাহা জগদীশ্বৰ ॥১০
তযু কৃপাময়, সমস্তে যেকত,
আপুনি তুমি কৰিলা।
ভক্তবেশ মাত্ৰ, ধৰিলা পূতনা,
এতেকে তাইক তাৰিলা ॥১১
ভয়ত তোমাক, সুমৰিয়া গতি,
পাইলে পাপী কংস ৰায়।
ক্ৰোধ অন্তৰে, তোমাক নিন্দিয়া,
সিও মহা মোক্ষ পায় ॥১২
পৰম দুৰ্ম্মতি, পৌণ্ড্ৰক নৃপতি,
ধৰিল তোমাৰ বেশ।
এতেকতে তাৰ, উত্তম মুকুতি,
দিলা তুমি হৃষীকেশ ॥১৩

পাপী অজামিল, নামৰ আভাস,
সুমৰিল অজ্ঞানত।
তাকে এতেকতে, কৰি অনুগ্ৰহ,
থান দিয়া বৈকুণ্ঠত ॥১৪
পশুজাতি আতি, বনৰ বানৰ,
কৰিলে মাত্ৰ আশ্ৰয়।
তাতে তাসম্বাক, মহা অনুকম্পা,
কৰিলাহা কৃপাময় ॥১৫
মই মহা মূঢ়, পৰম পামৰ,
তোমাত লৈলো শৰণ।
তোমাত ভকতি, বহে যেন মতে,
কৃপা কৰা নাৰায়ণ ॥১৬
তযু গুণ নাম, ধৰ্ম্ম অনুপাম,
বহোক মোহোৰ মুখে।
পৰম দুৰ্লভ, তোমাৰ চৰণ,
সুমৰো পৰম সুখে ॥১৭
শ্ৰৱণ কীৰ্ত্তন, বিনে প্ৰভু ৰাম,
নাহি মোৰ আন কাম।
সামাজিক লোক, হওক সদ্গতি,
[illegible] বোলা ৰাম ৰাম ॥১৮

ইতি আদিকাণ্ড সমাপ্ত।

# ৰামায়ণ।

## অযোধ্যাকাণ্ড।

---

### ১ অধ্যায়।

শ্ৰীৰাম আদিৰ অযোধ্যালৈ পুনৰ্গমন আৰু ভৰত শত্ৰুঘ্নৰ মাতুলালয়লৈ গমন

জয় জয় ৰামচন্দ্ৰ জগত আধাৰ।
ব্ৰহ্মা হৰ পুৰন্দৰ সেৱক যাহাৰ ॥১
সৃষ্টি স্থিতি লয় যাৰ লীলা অনুপাম।
হেন ৰাম পদে কৰোঁ সদায় প্ৰণাম ॥২
স্বৰূপ আৱৰি নিজ মায়া বশ্য কৰি।
দশৰথ গৃহে লীলাৰূপে অৱতৰি ॥৩
মনুষ্যৰ নয় কৰ্ম্ম কৰিলা অপাৰ।
যাহাৰ শ্ৰৱণে মহাপাপীৰো উদ্ধাৰ ॥৪
লক্ষ্মণ সহিতে বিশ্বামিত্ৰ সঙ্গে আসি।
ৰাখিলা তাহান যজ্ঞ ৰাক্ষস বিনাশি ॥৫
ঋষি সমন্বিতে ৰঙ্গে গৈয়া মিথিলাক।
ধনুৰ্ভঙ্গ কৰি বিহা কৰিলা সীতাক ॥৬
পৰম সুন্দৰী ভাৰ্য্যা পায়া হৃষীকেশ।
পৰম উৎসুকে ভৈলা অযোধ্যা প্ৰবেশ ॥৭
চন্দ্ৰৰ উদয়ে যেন কুমুদ প্ৰকাশ।
ৰামক দেখিয়া সৰ্ব্ব জনৰ উল্লাস ॥৮
সুৰভি শীতল বহে মলয়া পবন।
পুষ্পবন সুগন্ধে আমোদ কৰে মন ॥৯
ধনে জনে বিচিত্ৰ মণ্ডিত সৰ্ব্বজন।
ৰাজ্যৰ পাতন যেন স্বৰ্গৰ ভুবন ॥১০
সুপক্ক কদলী কইল বাহিৰে তোৰণ।
কনকে ৰচিত ধ্বজ ভূষিত বসন ॥১১
জমকে জমকে জ্বলে মাণিক অপাৰ।
শেতেনেতে মণ্ডিত নগৰী জাতিষ্কাৰ ॥১২
পুৰুষ ৰমণী তৈত ভৈল উসমিশ।
নগৰৰ পথত যাইবাক নাই দিশ ॥১৩
শঙ্খপট হৰিষ ৰমাদলৰ জাক।
নন্দিনী নিনাদ বাদ্য বায়ে বীৰ ঢাক ॥১৪
ৰমণীৰ বদন নিৰ্ম্মল শশধৰ।
কুণ্ডল যুগল সুবলিত দিনকৰ ॥১৫
তাৰাগণ সদৃশ মাণিক সব জ্বলে।
অযোধ্যা নগৰী দেৱ ভুবনতো বলে ॥১৬
ঘণ্টাৰ শবদে হস্তী চলে সংহৰিষে।
আগে পাচে চলন্তে তুৰঙ্গ সব হ্ৰেঁষে ॥১৭
চতুৰঙ্গ দলত শবদ কোলাহল।
পূৰ্ব্বৰ কালত যেন স্বৰ্গৰ আস্ফাল ॥১৮
বিমান সদৃশ ৰথ চতুৰ্দ্দিশে চলে।
নেমিৰ সন্ধানে সবে নাগলোক টলে ॥১৯
উপাৰে শকতি ধনু নৰাচ কটাৰ।
নয়নত চমক খৰশ জাতিষ্কাৰ ॥২০
বিদগধ জন তৈত মিলিলা অশেষ।
বালবৃদ্ধ তৰুণ আসিল দেশ দেশ ॥২১
বন্দিগণে স্তুতি পঢ়ে ব্ৰাহ্মণে আশীষ।
জয় জয় শবদে পূৰিল দশোদিশ ॥২২
ৰাম আগমন শুনি কৌতুহল মনে।
কুন্দকখ জালে চাহে কেহো নাৰীগণে ॥২৩
ধৌলিয়ৰ উপৰত চড়িল যুবতী।
কৈলাস শিখৰে শোভে যেহেন পাৰ্ব্বতী ॥২৪
সখীগণ সম্মুখি বোলয় বৰনাৰী।
ৰামৰ স্বৰূপে চিত ধৰিতে নপাৰি ॥২৫
ৰাম মুখ পদ্ম মোৰ নয়ন ভ্ৰমৰ।
ৰাখিতে নপাৰোঁ ভোগ কৰে নিৰন্তৰ ॥২৬

কাঙ্কিৰ শবদ নূপুৰৰ রুন ঝুন।
বৰ্ণাইবেক কেমনে বামৰ ৰূপ গুণ ॥২৭
ৰম্ভা তিলোত্তমা আৰু উৰ্ব্বশী সুন্দৰী।
সীতাৰ ৰূপক কেহো নুহি সৰিবৰি ॥২৮
ৰথে সীতা আগমন দেখি সৰ্ব্বলোকে।
থানে থানে উৰুলি পাৰয় ঝোকে ঝোকে॥২৯
কেহো নৃত্য কৰে কেঁহো আনন্দ ৰথাৰ।
নটীন্দ্ৰে নাচয় কৰিয়া ভঙ্গীভাৱ ॥৩০
ৰামক সীতাক দেখি গৈলা থানে থানে।
নগৰীৰ লোকক ভুৰিলা দানে মানে ॥৩১
সুবৰ্ণ ৰজতবস্ত্ৰ যতেক সম্ভাৰ।
ৰামক সীতাক দিলা যৌতুক অপাৰ ॥৩২
ৰাম সীতা ৰথে থিত ভৈলন্ত চৌপথে।
উম্মিলা লক্ষ্মণ থিত ভৈলা একে ৰথে ॥৩৩
হাট বাট এৰাই গৈলা জঙ্গাল চৌপথ।
কৌশল্যাৰ ঘৰে চলি গৈলা দশৰথ ॥৩৪
কৌশল্যা গৃহত কৈলা বিবিধ আচাৰ।
কহিলা সুমন্ত্ৰ শুন বচন আমাৰ ॥৩৫
আগবাঢ়ি সুমন্ত্ৰ যুৰিলা যোৰহাত।
ৰাজ ৰাজেশ্বৰ বুলি নমিলন্ত মাথ ॥৩৬
দশৰথে আজ্ঞা কৰিলন্ত সুমন্ত্ৰক।
শীঘ্ৰে গৈয়া আন কুল নন্দন ৰামক ॥৩৭
মাথে ধৰি মন্ত্ৰী নৃপতিৰ আজ্ঞা বাণী।
ৰাম সীতা লক্ষ্মণক মিলাইলন্ত আনি ॥৩৮
থাপিলন্ত গৃহত সুবৰ্ণময় ঘট।
কন্যা সবে পাৰিল বাটত নেতপট ॥৩৯
আপোনাৰ আচাৰ কৰিল নাৰীগণে।
দশৰথ থিত ভৈলা সহৰিষ মনে ॥৪০
ৰামসীতা প্ৰবেশিলা ৰাজাৰ মন্দিৰি।
ভাৰ্য্যা সমে সূৰ্য্য যেন থিত অস্তগিৰি ॥৪১
নমিলন্ত বাপক আৰব নিজ মাৱ।
কৈকেয়ীৰ সুমিত্ৰাৰ নমিলন্ত পাৱ ॥৪২
ছয় শত মাৱ আৰ পঞ্চাশ বেকতি।
একে একে সবাহাক কৰিলা প্ৰণতি ॥৪৩
শ্ৰীৰাম লক্ষ্মণ আদি কৰি চাৰি ভাই।
চাৰি কন্যা লৈয়া চলি গৈলা নিজ ঠাই ॥৪৪
নাৰী মিলিলন্ত যত কৌশল্যাৰ ঘৰ।
সীতাৰ ৰূপক কেহো নোহে সমসৰ ॥৪৫
সীতাৰ প্ৰভাৱে মুখ মলিন সবাৰ।
পূৰ্ণচন্দ্ৰ উদয়ে নক্ষত্ৰে যেন প্ৰভাৱ ॥৪৬
কাশ্যপক আদিতিক গন্ধ সুৰপতি।
বাপক মাৱক নিতে কৰিলা ভকতি ॥৪৭
দেৱ দ্বিজ আৰাধিয়া সম্ভোষণ কৰি।
নিজগুণে বাঢ়িলন্ত সমস্তে নগৰী ॥৪৮
চাৰি ভাই মিলি ধৰ্ম্মপথ অনুসৰি।
হৰিষে আছন্ত নানাবিধ ভোগে কৰি ॥৪৯
মাতুলক দেখো ভৰতৰ ভৈল মন।
তুলত লৈলন্ত প্ৰাণ ভাই শত্ৰুঘন ॥৫০
ৰামৰ চৰণ দুই নমস্কাৰ কৰি।
অনুজ্ঞা মাগিলা পাচে পুটাঞ্জলি ধৰি ॥৫১
প্ৰণমিলা বাপক আৰব নিজ মাৱ।
পাইলন্ত ভৰত গৈয়া যুদ্ধাজিত ঠাৱ ॥৫২
ৰাজা যুদ্ধাজিতে তাৰ ভালে সাদৰিল।
মাস কতিপয় তথা ভৰতে বঞ্চিল ॥৫৩
বিবিধ সম্বাদ তথা মিলিল বহুত।
ৰামৰ কাহিনী আৰে শুনিয়ো প্ৰস্তুত ॥৫৪

---

২ অধ্যায়—শ্ৰীৰামক যুবৰাজ পাতিবলৈ প্ৰজাসকলৰ দশৰথক অনুৰোধ।

প্ৰজা সবে বোলয় হৰিষ কৰে মন।
ৰাম যুবৰাজ ভৈলে সাফল জীৱন ॥১
ধন্য উতপতি তেবে নেত্ৰৰ সাফল।
জীয়ন্তে স্বৰ্গ মহা মিলিবে মঙ্গল ॥২
মন্ত্ৰী পুৰোহিত যত ৰামত ভকত।
বশিষ্ঠ প্ৰমুখ্যে নৃপতিত অনুগত ॥৩
মুখ্য মুখ্য পাত্ৰে মিলি সমষ্ট কৰিল।
দশৰথ গুৱাৰিত সবহি মিলিল ॥৪
সিংহাসনে বসিয়া আছন্ত দশৰথ।
প্ৰতীহাৰে কৈলা গৈয়া বৃত্তান্ত সমস্ত ॥৫
যত মুখ্য মুখ্য জন তোমাত ভকত।
হৰিষে মিলিল আসি সিংহ দুৱাৰত ॥৬
নয়ন কটাক্ষে ৰাজা কৰিলা আদেশ।
দ্বাৰী জনে আনি সবে কৰাইলা প্ৰবেশ ॥৭
বশিষ্ঠক দেখি ৰাজা চাদিলন্ত গাৱ।
যেন ইন্দ্ৰে নমিলা গুৰুৰ দুই পাৱ ॥৮

বশিষ্ঠ বসিলা তথা আনন্দ বদনে।
দশৰথ বসিলন্ত ৰত্ন সিংহাসনে ॥৯
ৰাজাক প্ৰনামি ভক্তি কৰে সৰ্ব্বজনে।
ইন্দ্ৰক যেহেন স্তুতি কৰে দেৱগণে ॥১০
সমস্তৰে ভক্তি দেখি দশৰথ ৰাই।
বুলিলা বচন পাচে সমস্তকে চাই ॥১১
তোমাসাৰ দেখোঁ আজি প্ৰসন্ন বদন।
কিনো বাক্য বুলিতে সবাৰো আছে মন ॥১২
অনন্তৰে পাত্ৰলোকে কৃতাঞ্জলি ধৰি।
ৰাজাক মাতিলা পাচে নমস্কাৰ কৰি ॥১৩
শুনিয়ো গোসাঁই নিজ পৃথিবী পালক।
ৰাজ ৰাজেশ্বৰ ৰঘুবংশৰ তিলক ॥১৪
তোমাৰ তনয় ৰাম সাফল জীৱন।
নিজগুণে ৰঞ্জিলন্ত নগৰীৰ জন ॥১৫
দেৱৰ আগত আমি নোবোলোঁহো মিছা।
ৰাম যুবৰাজ হৈবে সমস্তৰে ইচ্ছা ॥১৬
ঘৰ্ম্মদুঃখে আতিশয় পীড়া পায়া জন।
মেঘ জল বৃষ্টিক যেহেন কৰে মন ॥১৭
ৰাম যুবৰাজ ভৈলে মিলে কৌতূহল।
হোৱয় আমাৰ তেবে জীৱন সাফল ॥১৮
হেন বাক্য শুনি ৰাজা সহৰিষ মন।
ধন্য ধন্য প্ৰজা ৰাজা বুলিলা বচন ॥১৯
অনুগ্ৰহ আছে মোক জানিলোহোঁ কাজ।
অবিলম্বে ৰামক কৰিবোঁ যুবৰাজ ॥২০

---

৩ অধ্যায়—শ্ৰীৰামৰ অভিষেকৰ আয়োজন

ফাল্গুন এৰায়া ভৈল চৈতৰ প্ৰবেশ।
বৃক্ষ সব পুষ্পিত মণ্ডিত সবদেশ ॥১
ইহাতে ৰামক ভালে অভিষেক কৰি।
ৰাজ্য ভাৰ সমৰ্পিবো অযোধ্যা নগৰী ॥২
শুনিয়ো বশিষ্ঠ কুলদেৱতা আমাৰ।
শীঘ্ৰে মিলায়োক আনি সমস্তে সম্ভাৰ ॥৩
ৰাজাৰ বচন সবে জানিল প্ৰস্তুত।
শীঘ্ৰে মিলাইলন্ত আনি সম্ভাৰ বহুত ॥৪
দশৰথে বোলন্ত সুমন্ত্ৰ মন্ত্ৰীবৰ।
ৰামক ৰথত তুলি আনিয়ো সত্বৰ ॥৫
ৰাজাৰ আদেশ মন্ত্ৰী মাথাত লৈলন্ত।
ৰামক আনিয়া আতি শীঘ্ৰে মিলাইলন্ত ॥৬
প্ৰাসাদ উপৰে ৰাজা মাথা তুলি চাইল।
হৃদয় নন্দন শ্ৰীৰামক ভেট পাইল ॥৭
গন্ধৰ্ব্ব ৰাজাৰ সমসৰ মনোহৰ।
সুকীৰ্ত্তি বিদিত দশো দিশ নিৰন্তৰ ॥৮
প্ৰলম্বিত বাহু মত্ত গজৰ গমন।
কোমল কমল দল সমান নয়ন ॥৯
দশৰথে নকৰিল চক্ষুক নিমেষ।
পুত্ৰ মুখ দেখি ভৈলা হৰিষ অশেষ ॥১০
প্ৰাসাদ নামত ৰথ কৰি কৰি পৰিত্যাগ।
পাচত সুমন্ত্ৰ ৰামচন্দ্ৰ ভৈলা আগ ॥১১
বাপক দেখিলা ৰাম প্ৰসাদ উপৰে।
কুবেৰ আছন্ত যেন কৈলাস শিখৰে ॥১২
প্ৰদক্ষিণ কৰি কৃতাঞ্জলি কৰিলন্ত।
যেন নলকুবেৰে চৰণ বন্দিলন্ত ॥১৩
ৰামক আনিয়া ৰাজা আলিঙ্গি ধৰিল।
গুণৰূপ বৰ্ণাই মাথে চুম্বন কৰিল ॥১৪
সুবৰ্ণৰ আসনক কৰিলা আদেশ।
তাহাতে বসিলা ৰামচন্দ্ৰ হৃষীকেশ ॥১৫
ৰামৰ দীপিতি সিংহাসনত লাগিল।
ৰবিৰ কিৰণে যেন মেৰু উজ্জ্বলিল ॥১৬
ৰামক দেখিলা ৰাজা হৰষিত মনে।
দৰ্পনত প্ৰতিবিম্ব যেহেন আপনে ॥১৭
সভাখন ভৈল যেন নিৰ্ম্মল গগন।
ৰাজা সব ভৈল যেন নক্ষত্ৰ শোভন ॥১৮
ৰাঘৱৰ কান্তি চন্দ্ৰ সন্দ্ৰ সমান বলিল।
স্বৰ্গৰ খণ্ডেক যেন ভূমিত পৰিল ॥১৯
অল্প হাস্য কৰিয়া বোলন্ত দশৰথ।
শুনিয়োক শ্ৰীৰাম তোমাৰ হিতপথ ॥২০
জনক পালিবা বুজিবাহা ৰাজ কায।
পুণ্য যোগে তোমাক পাতিবো যুবৰাজ ॥২১
বুলিতে নলাগে তুমি শোভন চৰিত।
স্নেহৰূপে ত্ৰিজগতে পাইলে প্ৰাণহিত ॥২২
আপোন পৰক কিছু নেদেখিবি ভিন।
জন প্ৰতিপালিবে জানিবে ছয়গুণ ॥২৩
সন্ধি বিগ্ৰহৰ তত্ত্ব আৰৰ আসন।
দ্বৈধ সখ্য যান ছয়গুণে দিবে মন ॥২৪
এহি ছয় গুণে হয় ৰাজাৰ লক্ষণ।
সৰ্ব্বকালে সুখে তেবে ৰক্ষে ৰাজগণ ॥২৫

শুন পুত্ৰ শ্ৰীৰাম আৰৰ কহোঁ বিধি।
এহি সাত প্ৰকাৰে ৰাজ্যৰ হোৱে সিদ্ধি ॥২৬
আপুনি পালিব ৰাজ্য আৰু মন্ত্ৰীগণ।
বহুমিত্ৰ কৰিব সঞ্চিব বহুধন ॥২৭
গড় দেশ বস্তু হৈব আনো নানা থান।
ৰাজা ভৈলে কৰিব সৈন্যক বহুমান ॥২৮
পৰজন সমে যেবে ৰাজা কৰে সঙ্গ।
হেন অষ্ট প্ৰকাৰে ৰাজ্যৰ হোৱে অঙ্গ ॥২৯
যিবা ৰাজা আক জানে তাৰ নাহি ভয়।
আছোক নৃপতি ত্ৰৈলোক্যতো পাৱে জয় ॥৩০
জ্যেষ্ঠ মহাদেই মোৰ সাফলা কৌশল্যা।
যাহাৰ গৰ্ভত তুমি উতপতি ভৈলা ॥৩১
কুলৰ নন্দন বাপ মোৰ বৰ ভাগ।
তুমি ৰাজা হৈবাহা জনৰ অনুৰাগ ॥৩২
বৃদ্ধ ভৈলো কৰিলো ৰাজ্যৰ উপভোগ।
যজ্ঞ শত কৰিলো ধনৰ উপযোগ ॥৩৩
দেৱপিতৃ পুত্ৰৰ নভৈল ঋণ শেষ।
প্ৰজাক পালিলো ভালে অনেক বিশেষ ॥৩৪
স্বপ্নক দেখিয়া বিচলিত মোৰ চিত।
ভূমিকম্প নিৰ্ঘাত পৰিল পৃথিবীত ॥৩৫
দুই গ্ৰহ মন্দ মোৰ ৰাশিৰ মঙ্গলে।
দৈবজ্ঞে গণিয়া মোৰ কহিলে সকলে ॥৩৬
হেন উপঘাতত ৰাজাৰ কাল হয়।
প্ৰজাৰ অনিষ্ট আসি মিলিল নিশ্চয় ॥৩৭
যাৱে নতু জানে লোকে হটো সবকাজ।
কালি শুভ দিনত তোমাক দিবো ৰাজ ॥৩৮
তোমাক ভকতি মনে ভৰত কুমাৰে।
তোমাৰেসে আজ্ঞা পালি অনুপান কৰে ॥৩৯
ধৰ্মিতো সুবুদ্ধোহোঁ কুমাৰ স্বভাৱ।
শীঘ্ৰে ৰাজা লেয়োক দেশত নাহি যাৱ ॥৪০
কালি ৰাজা হেবা চলা আপোনাৰ থান।
সীতায়ে সহিতে চাহিয়োক অনুষ্ঠান ॥৪১
ৰাজাৰ আদেশ ৰামে মাথে তুলি লৈলা।
কৌশল্যাৰ ঠাৱক সত্বৰে চলি গৈলা ॥৪২
ৰাম অভিষেক শুনি সহৰিষ মনে।
আসিয়া আছন্ত আগে সুমিত্ৰা লক্ষ্মণে ॥৪৩
কথা শুনি কৌশল্যাযে শুক্ল বস্ত্ৰ ধৰি।
আছন্ত দেৱৰ ঘৰে কৃতাঞ্জলি কৰি ॥৪৪

ঐকান্তিক ধ্যান মনে জগতৰ সাৰ।
বিষ্ণুক পূজন্তে ৰামে নমিলন্ত পাৱ ॥৪৫
শুনিলা কি মাৱ মোৰ কাৰ্য্য সবিশেষ।
প্ৰজা পালিবাক বাপে কৰিলা আদেশ ॥৪৬
হেন শুনি কৌশল্যাৰ পৰম হৰিষ।
চিৰকাল জীৱ বুলি কৰিলা আশীষ ॥৪৭
ধন্য মোৰ জীৱন ফলিল মনোৰথ।
তুষিলা তোমাৰ গুণে ৰাজা দশৰথ ॥৪৮
সাফল বিষ্ণুত আমি ভকতি কৰিল।
কশ্যপত লক্ষ্মী আসি আপুনি বৰিল ॥৪৯
দেৱগণ সহিতে বিষ্ণুৰে দেন্ত বৰ।
চিৰকাল জীয়া পুতা ৰাজা ৰাজেশ্বৰ ॥৫০
শ্ৰীৰামে বোলন্ত শুনিয়োক মোৰ মাৱ।
কালি ৰাজা হৈবাহোঁ জনাইলো তযুপাৱ ॥৫১
[illegible] মাৱ কৰিয়ো আশ্বাস।
[illegible] সমাপত মোৰ আজি অধিবাস ॥৫২
[illegible] কি মাৱ স্ত্ৰীৰ আচাৰ।
[illegible] লোক সীতাৰ আমাৰ ॥৫৩
[illegible] শুন কনিষ্ঠ লখাই।
প্ৰাণ সম তুমি মোৰ সুলক্ষিত ভাই ॥৫৪
আমাৰ ৰাজ্যত তোৰ নাহি বিপৰীত।
[illegible] ভোগ কৰ লোকজন চৰিত ॥৫৫
লক্ষ্মণক সম্বুধি আৱৰ গৈত মাৱ।
শীঘ্ৰে বেগে চলিয়া গৈলন্ত নিজ ঠাৱ ॥৫৬
বসিলন্ত সুবৰ্ণৰ আসন বিশেষে।
বশিষ্ঠ গৈলন্ত চলি ৰাজাৰ আদেশে ॥৫৭
সাদৰিলা তাঙ্ক ৰামে সৰ্ব্বিষ মনে।
চলিলন্ত কৌতুকে ব্ৰহ্মাৰ নন্দনে ॥৫৮
[illegible] দিলে মোক [illegible] পাশ।
কালে ৰাজা হৈব ৰাম আজি অধিবাস ॥৫৯
অধিবাস কৰাই গুৰু চলি গৈলা ৰথে।
দেখিলন্ত লোকত আনন্দ সব পথে ॥৬০
নগৰৰ প্ৰজা বোলে ৰাত্ৰি পাৱকৰি।
ৰাম অভিষেক দেখিবো নেত্ৰ ভৰি ॥৬১
হৱেসে আমাৰ হৈবে সাফল জীৱন।
কৰে কৌতুহল অযোধ্যাৰ যত জন ॥৬২
নগৰী জনৰ বাক্য শুনিয়া অশেষ।
ৰাজাত কহিয়া গুৰু গৃহত প্ৰবেশ ॥৬৩

বশিষ্ঠৰ বাক্য ৰামে শিৰত ধৰিল।
বেদমন্ত্রে অগণিত আহুতি কৰিল ॥৬৪
আহুতিৰ শেষে ৰামে আনন্দিত মনে।
দেৱ ঘৰে থাকিলন্ত কুশৰ শয়নে ॥৬৫
ৰাত্রি প্রহৰেক থিতে ৰামে চালি গাৱ।
শৰীৰত অলঙ্কাৰ পিন্ধি নানা ভাৱ ॥৬৬
ঊষা কাল ভৈল জানি বিধিৰ বিধানে।
পূর্ব্ব সন্ধ্যা উপাসিল হৰিক ধিয়ানে ॥৬৭
আনো সব নিয়মক কৰি এক চিতে।
আনন্দে ৰহিলা ৰাম সীতা সমন্বিতে ॥৬৮
নিৰন্তৰে প্রজাগণে মনত কৌতুকে।
নগৰীক অলঙ্কৃত কৰিল উৎসুকে ॥৬৯
বিচিত্র পতাকা ধ্বজ তুলিয়া ধৰিল।
হাট বাট পুষ্পে গন্ধে ধূপে আবৰিল ॥৭০
জীৱন সাফল প্রজা বোলে নিৰন্তৰ।
ৰামচন্দ্র হৈব আজি ৰাজ ৰাজেশ্বৰ ॥৭১
চিৰ কাল জীৱ বুঢ়া ৰাজা দশৰথ।
যাহাৰ প্রসাদে সাফলিল মনোৰথ ॥৭২
সূর্য্যৰ বংশত ধন্য ভৈলা উতপতি।
ৰাঘৱক ৰাজ্য দিতে যাৰ ভৈল মতি ॥৭৩
ৰাম অভিষেক শুনি সহৰিষ মনে।
নগৰী ভৰিল আসি আনো দেশীজনে ॥৭৪
হাসো হাসো কৰে পুৰী অযোধ্যা সম্প্রতি।
নৃত্য গীত বাদ্যে যেন দেখি অমৰাৱতি ॥৭৫

---

৪ অধ্যায় মন্থৰাৰ কৈকেয়ীক কুমন্ত্রণা।

কৈকেয়ীৰ কুবুজী মন্থৰা তাৰ নাম।
প্রাসাদ উপৰে চড়ি দেখে অনুপাম ॥১
হাট বাট নগৰী পূৰিল সর্ব্বজনে।
দেৱগণে ক্রীড়ে যেন স্বর্গৰ ভুবনে ॥২
কেহো গাৱে কেহো বাৱে কেহো কৰে ৰোল।
আউৰে আউৰ হৰিষে ধৰিয়া কোলে কোল॥৩
নৃত্য গীত শবদ বাজয় বাদ্য ভাণ্ড।
পতাকা তোৰণ ধ্বজ চিন চোণ্ডাদণ্ড ॥৪
ভৰতৰ ধাইত কুজীয়ে পুছে কাজ।
বিপৰীত ৰঙ্গ দেখোঁ ব্রাহ্মণ সমাজ ॥৫
আনন্দ উচাহ নগৰীত ভৈল জনে।
জয় নন্দি ঘোষে লোকে সহৰিষ মনে ॥৬
কৌশল্যা ৰাজাৰ মাৱ ৰাজাত বিনয়।
যেন স্বর্গ জনৰ আনন্দ জয় জয় ॥৭
ধাই বোলে কুজী তই নলক্ষিলি কাজ।
দশৰথে ৰামক কৰন্ত যুৱৰাজ ॥৮
এতেকে কৌশল্যা ভৈলা আনন্দিত চিত।
তনয়ৰ আনন্দ দেখিবা নিতে নিত ॥৯
ধাইৰ বচন শুনি কুজীয়ে খঙ্গাইল।
আথে বেথে গৈয়া কৈকেয়ীৰ পাশ পাইল॥১০
উঠ উঠ দুহা শয়নক পৰিহৰ।
তোহোৰ উপৰে কথা বৰ আথান্তৰ ॥১১
সচকিত মনে শয্যা হন্তে চালি গাৱ।
কুজীত সোধয় কথা ভৰতৰ মাৱ ॥১২
শুন বোলোঁ কুজী তোৰ কেনে দেখোঁ মন।
কিনো আথান্তৰ কথা কহ এতিক্ষণ ॥১৩
কৈকেয়ীক মন্থৰা বুলিল পাচে বাণী।
মিলিল তোমাৰ ক্ষয় কিসক নাজানি ॥১৪
তুমি যেন সুভাগিনী জানিলোঁ'হো কাজ।
দশৰথে ৰামক কৰন্ত যুৱৰাজ ॥১৫
অকল্যাণ বৰ আসি মিলিল দুর্ঘোৰ।
ইতো দুঃখ সাগৰে উদ্ধাৰ নাহি তোৰ ॥১৬
কিনো পাপ কৰিলো যৌতুকে দিল মোক।
সতিনীৰ চেড়ী হৈবি দেখিবোহো তোক ॥১৭
ৰাম অভিষেক শুনি সহৰিষ মনে।
গ্রীৱাৰ কাঢ়িয়া হাৰ দিলা তেতিক্ষণে ॥১৮
ৰাজ্য দেওক ৰামক নৃপতি দশৰথ।
লও কুজী প্রসাদ ফলিল মনোৰথ ॥১৯
ক্রোধত খঙ্গিল কুজী জাজ্বল্য সমান।
আছাৰিয়া পেলাইলেক কৈকেয়ীৰ দান ॥২০
হাতে হাতে পিষয় বজায় দান্তে দান্তে।
আসজ্ঞ শুনিয়া যেন তেলীয়াৰ জান্ত ॥২১
সাপে খায় মাৰোক গৰল নোহে খাহা।
গলে হাণ্ডি বান্ধি নোহে মৰিবাক যাহা ॥২২
আবে জানোঁ ভৈল তোৰ অধম বিপতি।
আপদ কালত তোৰ হেন ভৈল মতি ॥২৩
প্রলয়ে হৰিষ তোৰ পাচ নমনস।
ছান্দেবাসে তল যাস পাৱক গিলস ॥২৪
যেবে তোৰ জীৱেক স্বপুত্র পৰিবাৰ।
ৰাঘৱক ৰাজ্য দিতে ৰাজাক নিবাৰ ॥২৫

দশৰথ সাগৰ তৰঙ্গী নদী তই ।
অলপতে শুকাই যাইবি জানিলোঁহো মই ॥২৬
প্ৰিয়া গঙ্গা কৌশল্যা গম্ভীৰ বেগে বহে ।
ৰাম অভিষেকক বেকত কৰি কহে ॥২৭
কৈকেয়ী বোলে কুঁজী হেন সে দাৰুণ ।
মোহোৰ আগত আসি বোল নিদাৰুণ ॥২৮
ৰাম ৰাজা ভৈলে মন্দ নলখোহোঁ আন ।
ভাতৃক দেখিব ৰামে পুত্ৰৰ সমান ॥২৯
গুণৰ সাগৰ ৰাম দেখিলি তই কিস্ ।
অমৃত কুণ্ডত কুজা তই ঢাল বিষ ॥৩০
জ্যেষ্ঠ পুত্ৰক দিব ৰাজ্য ধন কোষ ।
দশৰথ ৰাজাৰ নেদেখোঁ কিছু দোষ ॥৩১
গুণৰ মন্দিৰ ৰাম বাপ শুদ্ধমতি ।
কৌশল্যাতোধিক মোত কৰয় ভকতি ॥৩২
সত্যে সত্যে বোলোঁ কিছু নাই অন্যথা ।
ভৰততোধিক মোৰ ৰামকেসে বেথা ॥৩৩
কতোকাল ৰাজ্য ভুঞ্জি সহৰিব মনে ।
ভৰতত ৰামে ৰাজ্য সম্পিব আপনে ॥৩৪
কুজী বোলে ভাল তুমি ৰামক বখান ।
ৰাজ বংশে উতপতি কিছুৱে নজান ॥৩৫
ৰাম ৰাজা ভৈলে পাচে তাহাৰ তনয় ।
পুত্ৰ পৌত্ৰ বংশে ৰাজা হৈবেক নিশ্চয় ॥৩৬
দুয়োকুলে ৰাজা তাৰ নাজানস কাজ ।
কহিত শুনিলি ভায়েকক দিয়ে ৰাজ ॥৩৭
তোহোৰ বাপৰ ভাই জগত বিদিত ।
তাঙ্ক ৰাজ্য নেদিয়া থাপিলা যুদ্ধাজিত ॥৩৮
হেন সব জানি তোৰ মতি বিপৰীত ।
বুদ্ধি হত ভৈলে বোলোঁ নুশুনস হিত ॥৩৯
সতিনীৰ পোৰ গুণ বখানস কিস ।
মুখত অমৃত তাৰ হৃদয়ত বিষ ॥৪০
অঙ্গাৰক দুগ্ধে কৰে শতেক প্ৰক্ষাল ।
তথাপিতো নেৰয় স্বভাৱ বৰ্ণ কাল ॥৪১
ৰাজা ভৈলে ৰামৰ ভৰত বনে যাইব ।
ৰামৰ হাতত দুহি প্ৰাণ হেৰাইব ॥৪২
মোৰ বোল নুশুনস নুবুজস কাজ ।
সন্তুষ্টে জানিলোঁ শেষ ভৈলে ৰাজ ॥৪৩

---

৫ অধ্যায়—মন্থৰাৰ উপদেশ মতে কৈকেয়ীয়ে
দশৰথক বৰ মাগে [illegible] দেৱৰথৰ থেক ।

হেন শুনি কৈকেয়াৰ বিহৰিল মন ।
বোলন্ত মন্থৰা তোঁৰ সাফল জীৱন ॥১
ৰামক গুচায়া ভৰতক দিবো দেশ ।
কোনবা উপায় কলে বুলিয়ো বিশেষ ॥২
কুজী বোলে কৈকেয়ী হৰিষ কৰ মন ।
একে উপদেশে ৰাম চলি যাইব বন ॥৩
আলধনী কুজীত শুধিলে তই কাজ ।
আৰ বুদ্ধি বোলোঁহো ভৰতে পাইব ৰাজ ॥৪
এতেক বচন শুনি ভৰতৰ মাৱ ।
বুলিও উপায় বুলি চালিলেক গাৱ ॥৫
ভৰত নৃপতি ভৈলে তই হৈবি সুখী ।
অন্তেস পুৰত তোক কৰিব প্ৰমুখী ॥৬
ৰাজা ভৈলে ভৰত কীৰ্ত্তিক তোক দিবো ।
তোৰ কুজগুটী শুদ্ধ সুবৰ্ণে বান্ধিবো ॥৭
বেটী শত দিবো আৰো বস্ত্ৰ অলঙ্কাৰ ।
গ্ৰীৱাত তোহোৰ দিবো সাতে সৰি হাৰ ॥৮
পদ্মকেশৰৰ বৰ্ণ প্ৰিয় দৰিশন ।
উৰুস্থল লাখি তোৰ অতি সুশোভন ॥৯
উন্নত নাসিকা মুখ দেখিয়া স্বভাৱ ।
কুচ গুচা দেখি হেন সুবৰ্ণ সৰাৱ ॥১০
আন সব কুবুজীৰ হিয়া থন খাল ।
গ্ৰীৱা গোট নলখিয় পেচা হেন গাল ॥১১
পেট গোট খাল অতি অশোভন দেখি ।
ইসব দোষক তোৰ কিছুৱে নলখি ॥১২
তোহোৰ উদৰ কৃশ সৰস জঘন ।
শোভন যৌবন দেখি যুৱত মোহন ॥১৩
আগত থাকিলে মন কৰয় উল্লাস ।
লীলা হংসী যেন কেলি কৰতেহি বাস ॥১৪
কুজী বোলে উপায় শুনিয়ো তোৰ হিত ।
যিমতে জিনিবি ৰাজা দশৰথ চিত্ত ॥১৫
পুৰণি কথাক তই সুমৰন কৰ ।
ৰাজা বুলিছাহে তোক দিবো দুই বৰ ॥১৬
দেৱাসুৰ ৰণ যব মিলিল পৰ্ব্বত ।
জিনিলা দেৱক ৰণে অসুৰ সমস্ত ॥১৭

মহেন্দ্ৰৰ সখা ভৈলা দশৰথ ৰাই ।
ভঙ্গায়া অসুৰ বল খেদাইলা লীলাই ॥১৮
যুদ্ধ জিনি আসিয়া ভৈলন্ত তিৰপিতি ।
আগ বাঢ়ি কৈলা তুমি ৰাজাত ভকতি ॥১৯
বৰ দুই দিবাক ৰাজাৰ ভৈল মন ।
তুমিও বুলিলা বৰ লৈবো আনখন ॥২০
ক্ৰোধ ঘৰে থাকিও মলিন বস্ত্ৰ লৈয়া ।
মাটীত কাপৰ পাৰি বিমন কৰিয়া ॥২১
কোপ কৰি থাকিবি মুকুত কৰি কেশ ।
ৰাজা আসি চাটু পাটু বুলিব অশেষ ॥২২
ৰত্ন মণি মানিবস্তু নিধিৰ ভণ্ডাৰ ।
যতেক মানিব তাক নকৰিবি সাৰ ॥২৩
বাক্যে ছান্দি নৃপতিক শপত কৰাইবি ।
হেন বুদ্ধি কৈলে তই দুয়ো বৰ পাইবি ॥২৪
এক বৰ মাগি ভৰতক দিবি ৰাজ ।
ৰাম বন যাইবাক বুলিবি আৰ কাজ ॥২৫
বৃদ্ধৰ তৰুণী ভাৰ্য্যা আতি বৰ ৰতি ।
তোৰ বোল বাধিবাক নুহিবে শকতি ॥২৬
চলিলা কুব্জীৰ বোলে হৰষিত মনে ।
ৰামৰ লিখিত বিধি বাধিব কেমনে ॥২৭
কুব্জী তোৰ বচনে ভূমিত থাকোঁ লুটি ।
হা ৰাম বোলন্তে পৰাণ যায় ফুটি ॥২৮
পাপিষ্ঠী কুবুজী মোৰ ভেদিলি হৃদয় ।
জনিলি কথাক কহি অনেক সংশয় ॥২৯
তোহোৰ বোলত আবে কৰোঁ মন্দ যত্ন ।
ভৰত কাচক লাগি হৰাওঁ ৰাম ৰত্ন ॥৩০
মোৰ বোলে ৰামাই বন যাইবে হেনজানি ।
মৰিবো কটাৰ হানি নখাই ভাত পানি ॥৩১
মনত বিষাদ কৰি ভৰতৰ মাৱ ।
ক্ৰোধঘৰে থাকিলন্ত বিমল স্বভাৱ ॥৩২
ৰাঘৱক ৰাজ্য দিবোঁ বুলি আইলা ঠাৱে ।
কৈকেয়ীক খোজে ৰাজা হৰষিত ভাৱে ॥৩৩
স্ত্ৰীগণ লৈয়া খুজি ফুৰা নৃপবৰে ।
দেখন্ত কৈকেয়ী শুতি আছে ক্ৰোধঘৰে ॥৩৪
হস্তিনী আছয় যেন পৰিয়া নৈৰাশ ।
মহাগজ সম ৰাজা চাপিলন্ত পাশ ॥৩৫
কৰে কৰ ধৰি ৰাজা বুলিলন্ত ভাৱ ।
ৰাম অভিষেক কালি শীঘ্ৰে চাল গাৱ ॥৩৬

উঠ প্ৰাণেশ্বৰি অৱসান ভৈল বেলা ।
তোক যি অনিষ্ট চিন্তে মোক কৰে হেলা ॥৩৭
নাৰীজন হোৱে অনুৰূপ কৰোঁ দণ্ড ।
পুৰুষৰ নামে কাটি কৰোঁ নৱ খণ্ড ॥৩৮
মই মন্দ কৰিলোহো নলখোঁহো হেন ।
বৃদ্ধৰ তৰুণী ভাৰ্য্যা দেখোঁ প্ৰাণ যেন ॥৩৯
কোনে মন্দ চিন্তিলেক পাইবে পাপফল ।
সপুত্ৰ বান্ধৱ সমে যাইব ৰসাতল ॥৪০
নিধনী হৈবেক ধনী ধনীয়ে নিধন ।
কাহাক দণ্ডিবোঁ বোল তোৰ যাক মন ॥৪১
যত ৰত্নভণ্ডাৰ আছয় এথা মেৰে ।
যেই লাগে লৈয়োক হৰিষ মনে তোৰ ॥৪২
উঠ উঠ প্ৰাণে প্ৰাণেশ্বৰি নতু শুন কাজ ।
পুণ্যযোগে কালি শ্ৰীৰামক দিবো ৰাজ ॥৪৩
এতেক বচন শুনি ভৰতৰ মাৱ ।
নৃপতিক দুঃখ দিবে চালিলন্ত গাৱ ॥৪৪
কৈকেয়ী বোলন্ত প্ৰভু বচন ধৰিয়ো ।
যি কাৰ্য্যক বোলোঁ তাক শপত কৰিয়ো ॥৪৫
হেন শুনি দশৰথ স্ত্ৰীবশ ভৈলা ।
আপোন বধক লাগি গলপাশ লৈলা ॥৪৬
ৰাজা বোলে প্ৰাণেশ্বৰি শুণিয়ো মনত ।
ৰামত তোমাত পৰে প্ৰিয় আছে কত ॥৪৭
ৰামক তেজিয়া আন যত মাগ বৰ ।
হৃদয় কাটিয়া দিবোঁ পুণ্য নিৰন্তৰ ॥৪৮
হেন সে আবুধি তই মিছা কৰ গ্ৰহ ।
কিনো মোত সাধিবি বেকত কৰি কহ ॥৪৯
কৈকেয়ী বোলয় আপোনাৰ মত ৰাখি ।
চন্দ্ৰ সূৰ্য্য বায়ু বসুমতী হৈবা সাখী ॥৫০
সত্য এৰিলতে যিবা আছে দোষ তাত ।
তুমি সব দৃষ্ট দেৱ দেখাহা সাক্ষাত ॥৫১
পূৰ্ব্বত নৃপতি মোক দুই বৰ দিল ।
সুমৰিয়ো প্ৰভু তাৰ সময় মিলিল ॥৫২
শুনিয়ো গোসাই দশৰথ মহাৰাজ ।
এই সব সাজে ভৰতক দিয়ো ৰাজ ॥৫৩
ৰামত সম্প্ৰতি তুমি হৈয়োক নৈৰাশ ।
চৌধ বৰিষক লাগি দিয়ো বনবাস ॥৫৪
ৰাজ্য এৰি গৈয়া ৰামে বঞ্চোক বনত ।
কৰি যুবৰাজ ৰাজ্যে থাপিয়ো ভৰত ॥৫৫

এই দুই বৰ মোক দিয়া প্ৰভু যেবে।
পূৰ্ব্ব অঙ্গীকাৰ তব সত্য হোৱে তেবে ॥৫৬
এতেকে আমাৰ হোৱে চিত্তত সন্তোষ।
সত্যক এৰিলে জানা যেন হৱে দোষ ॥৫৭
কৈকেয়ীৰ বচনত হৃদয় ভেদিল।
বাঘিনীক দেখি যেন মৃগ চমকিল ॥৫৮
ভয় সম্ভ্ৰমে নৃপতিৰ শিহৰিল গাৱ।
মৃতক স্বভাৱ ভৈলা কম্প হাত পাৱ ॥৫৯
শোকে দুঃখে ৰাজাৰ মোহিত ভৈল চিত।
বিমূৰ্চ্ছিত হুয়া ৰাজা পৰিলা ভূমিত ॥৬০
বিহ্বল ভৈলন্ত ৰাজা কম্প কলেৱৰ।
পৰিলা অনাথ যেন ৰাজ ৰাজেশ্বৰ ॥৬১
ক্ষণেকৰ দশৰথ পাইলন্ত চেতন।
মহাক্ৰোধে কৈকেয়ীক বুলিলা বচন ॥৬২
শুন বোলোঁ পাপিষ্ঠী বধিতে ভৈলি মোক।
কুল বিনাশক লাগি বিহাইলোহো তোক ॥৬৩
ৰাঘৱে বা মন্দ তোক কৰিলেক কিস।
হেন পুত্ৰক বধিতে বুলিলি বাক্য বিস ॥৬৪
ৰাম হেন পুত্ৰ মোৰ অতি শুদ্ধ মতি।
কৌশল্যাতোধিক তোত কৰয় ভকতি ॥৬৫
ৰাম গুণে তুমি সৰ্ব্ব জনৰ উল্লাস।
কোন অপৰাধে তাঙ্ক দিবে বনবাস ॥৬৬
শুদ্ধ চিত্ত ৰামৰ অনিষ্ট চিন্ত কিক।
মহা বৈৰী ভাগ্য আছে কোন হৃদয়ক ॥৬৭
চৰণত ধৰোঁ এবে কৃপা কৰ মোক।
নকৰিবি দ্ৰোহ দায়া কৰ ৰাম পোক ॥৬৮
মোৰ চিত্ত পৰীক্ষা কৰিলি পৰিহাস।
কৃপা কৰ মোক চৰণৰ ভৈলোঁ দাস ॥৬৯
হেন বুলি চৰণত পৰিলা নৃপতি।
কৈকেয়ী নিষ্ঠুৰ বোলে নিকৰুণ মতি ॥৭০
ত্ৰৈলোক্যত জানে দৃঢ় চিত্ত দশৰথ।
আল জাল এৰি তুমি পালিয়ো শপথ ॥৭১
শিবি ৰাজা কপোতক অভয় দিলন্ত।
আপোনাৰ মাংস কাটি সেন তুষিলন্ত ॥৭২
সত্য পালি ৰামক সত্বৰে পঠাও বন।
নুহিবা তোমাৰ আগে তেজিবো জীৱন ॥৭৩
হা বুলি দশৰথ পৃথিবীত লুটি।
হা ৰাম পুত্ৰ বলি প্ৰাণ ৰাজক লুটি ॥৭৪
অতি সুচৰিত্ৰ ৰাম বন যাইবি তই।
কেনে প্ৰাণ ধৰিবে কৌশল্যা মাৱ মই ॥৭৫
যদি মোত সোধে গাৰ্গ বৃদ্ধ গুৰুজন।
কেনে ৰাজা ৰাঘৱ পঠাইলন্ত বন ॥৭৬
সত্যে বোলোঁ প্ৰাণেশ্বৰি এৰা ই বচন।
কৰিবে গৰিহা মোক আনো দেশী জন ॥৭৭
স্ত্ৰীজিত ক্ৰুৰ ৰাজা নিকৰুণ মন।
শোক ত্যাজি ৰাঘৱক পঠাইলন্ত বন ॥৭৮
পৰম দুষ্কীৰ্ত্তি মোৰ বৈল দেশ দেশ।
হেন জনবাদে মোৰ প্ৰাণ ভৈল শেষ ॥৭৯
শিশুকালে ৰাঘৱৰ বৰ দুঃখ ভৈল।
ব্ৰহ্মচৰ্য্য আচৰন্তে কতো কাল গৈল ॥৮০
যেবে আসি মিলিল ৰাজ্যত উপভোগ।
বন বাস খাটিবেক কিনো বিধি যোগ ॥৮১
ছল পাশে কৰিলেক নৃপতিক বন্দি।
সম্মুখে বালিক যেন নানা বোলে ফান্দি ॥৮২
খনে মূৰ্চ্ছা যান্ত খনো চেতনক পাইল।
অনেক বিলাপে তান ৰজনী পুৱাইল ॥৮৩
মন্ত্ৰী পুৰোহিত যত ৰামত ভকত।
অভিষেক সাজে মিলিলন্ত দুৱাৰত ॥৮৪
সিংহাসন আদি কৰি সুমঙ্গল যত।
হাত ভৰি আছে কন্যা ভৈল উপগত ॥৮৫
শুকুল চামৰ ফল পুষ্প দধি ক্ষীৰ।
সুবৰ্ণ ঘটত লাৱে সাগৰৰ নীৰ ॥৮৬
গঙ্গা যমুনাক আদি যত তীৰ্থজল।
শ্বেত ছত্ৰ জ্বলে যেন চন্দ্ৰৰ মণ্ডল ॥৮৭
সুবৰ্ণৰ কুম্ভত সুগন্ধ ভৰি জল।
সুবৰ্ণ পতাকা ধ্বজ ৰচিল বিমল ॥৮৮
নিৰন্তৰে লৈয়া অভিষেক সাজ যত।
সৰ্ব্বে মিলিল আসি সিংহ দুৱাৰত ॥৮৯
মন্ত্ৰী পুৰোহিত মিলি আলোচিল কাজ।
সুমন্ত্ৰক বুলিল জনায়ো মহাৰাজ ॥৯০
ৰবিৰ উদয় ভৈল সুবুৰাই বেলা।
ৰাম অভিষেকৰ লগ্ন ভৈল বেলা ॥৯১
শুনিল সুমন্ত্ৰ হেন বচন বিশেষ।
অন্তেশ্বপুৰ দুৱাৰত ভৈলন্ত প্ৰৱেশ ॥৯২
জাগিয়োক প্ৰভু মন্ত্ৰীগণে পাচে যাৱ।
ৰবিৰ উদয় ভৈল চালিয়োক পাৱ ॥৯৩

ৰজনী প্ৰভাত ভৈল ৰাজা দশৰথ ।
ব্ৰহ্মা বিষ্ণু শঙ্কৰে পুৰন্তো মনোৰথ ॥৯৪
মন্ত্ৰীৰ বচন ৰাজা শুনিলা শ্ৰৱণে ।
সুমন্ত্ৰ সমীপ চাপি বুলিলা সঘনে ॥৯৫
কৈকেয়ীৰ বাক্যবহ্নি দহে কলেৱৰ ।
তোৰ বাক্য অমৃতে জুৰাইয়ো নিৰন্তৰ ॥৯৬
ৰাম মুখ দেখিলে হৈবেক নিৰ্ব্বান ।
ৰাম গুণ সাগৰক শীঘ্ৰ কৰি আন ॥৯৭
ৰাজাৰ আজ্ঞাক মন্ত্ৰী মাথে কৰি লৈল ।
ৰামক আনিবে প্ৰতি শীঘ্ৰে চলি গৈল ॥৯৮
হাট বাট এৰাইয়া ৰামৰ পাইল থান ।
ৰঙ্গকৰে সৰ্ব্বজনে দেখি বিদ্যমান ॥৯৯
যুবা জন ক্ৰীড়া কৰে ধৰি হাতে হাত ।
গ্ৰীৱে গ্ৰীৱে জড়িল লাগিল মাথে মাথ ॥১০০
দদা ভাই মিতা বুলি ধৰি কোলে কোল ।
বাহুত চাপৰ মাৰি কৰয় অস্ফাল ॥১০১
আউৰে আউৰক কেহো সাবটি ধৰিল ।
মুখ চাই কেহো কেহো বিগুতি কৰিল॥১০২
ৰাম ৰাজা হৈব আজি জীৱন সাফল ।
হেন বুলি প্ৰজাসবে কৰে কৌতুহল ॥১০৩
নগৰী জনৰ হেন লখিল স্বভাৱ ।
পাইলন্ত সুমন্ত্ৰ গৈয়া ৰাঘৱৰ ঠাৱ ॥১০৪
ৰামৰ প্ৰাসাদ শোভে কৈলাস সমান ।
বিদ্যুতৰ কান্তি যেন জ্বলে থানে থান ॥১০৫
সুবৰ্ণৰ মাগুলি চালত বলিয়াইল ।
বৈদুৰ্য্য কৰলি শুদ্ধ ৰজতে হিছাইল ॥১০৬
শতেক শতেক হাত চৌখয় মাগুলি ।
পঞ্চাশ পঞ্চাশ হাত একৈক কৰলি ॥১০৭
চৌসষ্টি তম্ভত তাক কৰিল নিবেশ ।
বৈজয়ন্ত সমসৰ দেখিতে সুবেশ ॥১০৮
ৰতনে খসিয়া সুবৰ্ণৰ পতা দিল ।
সূচি কামি সমন্বিতে একত্ৰ কৰিল ॥১০৯
ৰামৰ ওৱাৰি সব জগতে বখানি ।
প্ৰবেশিলে দিন ৰাতি একোকে নজানি ॥১১০
হস্তীদন্তে বাৰ দিলা হিঙ্গুলৰ কাম ।
কুন্দকথ জলা খৈলা দেখি অনুপাম ॥১১১
হিৰণ্য মাণিক জ্বলে মৰকত মোতি ।
জ্বলে বাস হৰে পূৰ্ণ চন্দ্ৰমাৰ জোতি ॥১১২
প্ৰাসাদ উপৰে দিল মাণিকৰ কান্তি ।
ইন্দ্ৰনীল মণি দিল থানে থানে জান্তি ॥১১৩
বিদ্ৰুম মণিৰ ভালে লাগি গৈল কাপ ।
শুক্ল মেঘখনে যেন জ্বলে শক্ৰ চাপ ॥১১৪
শঙ্কৰক লেখিল আছন্ত বৃষ যানে ।
পাৰ্ব্বতিক লেখি আছে সিংহৰ বাহনে ॥১১৫
মুসৰ পিঠিত লেখি আছে গণপতি ।
ময়ূৰৰ উপৰে কাৰ্ত্তিক সেনাপতি ॥১১৬
বামনক লেখিল কাঙ্কত দিব্য ছাতি ।
বলি ৰাইৰ আগত আছন্ত হাত পাতি ॥১১৭
তিনি পাৱ ভূমিক মাগন্ত বোলে ছান্দি ।
পাতালত বলিক থাপিলা কৰি বন্দি ॥১১৮
বিষ্ণুক লেখিলা গৰুড়ৰ স্কন্ধে আতি ।
ডাহিনত লক্ষ্মী বাম পাশে সৰস্বতী ॥১১৯
লেখিয়াছে ব্ৰহ্মাক কুবেৰ দেৱৰাজ ।
বায়ু বৰুণক আদি দেবতা সমাজ ॥১২০
ভূমিত পাৰিল নেত বস্ত্ৰ অহৰ্নিশ ।
শুকুল চামৰে সুমণ্ডিত চতুৰ্দ্দিশ ॥১২১
পুষ্পমালা সুগন্ধে আমোদ সৰ্ব্বক্ষণ ।
বস্ত্ৰ সব জ্বলে আতি দেখি সুশোভন ॥১২২
পূৰ্ণ ঘট পঁকতি মুখত ৰম্ভি ফলে ।
সুগন্ধি পূৰিত ভৈল সৰযুৰ জলে ॥১২৩
সুমণ্ডিত সিন্দুৰে সৰ্ব্বাঙ্গে কলেবৰ ।
ঐৰাৱত সমসৰ ৰামৰ কুঞ্জৰ ॥১২৪
ময়মত গজক মাহুতে আছে জান্তি ।
আকাশক লাগি যেন কৰয় আক্ৰান্তি ॥১২৫
ৰথ খান সাজিল বিচিত্ৰ অনুপাম ।
মাণিক ৰচিল শুদ্ধ সুবৰ্ণৰ কাম ॥১২৬
আঠ গোট ভুৰঙ্গম ধৱল যুৰিল ।
দিব্য বিমানেক যেন ভূমিত পাৰিল ॥১২৭
ওৱাৰিৰ লোকে বৰ আনন্দ কৰন্ত ।
থানে থানে অনেক মাঙ্গল্য নিৰ্ম্মিলন্ত ॥১২৮
হেন দেখি সুমন্ত্ৰ আনন্দ কৰি মনে ।
ৰামৰ সমীপ চাপিলন্ত তেতিক্ষণে ॥১২৯
সুবৰ্ণ খাটত ৰাম আছা ৰঙ্গ কৰি ।
সমীপত সীতা শ্বেত চামৰক ধৰি ॥১৩০
মেৰু গিৰি শিখৰত যেন বাসুদেৱ ।
ধৱল কমল ধৰি লক্ষ্মী কৰে সেৱ ॥১৩১

ৰূপে ৰতি কামদেৱ দেখি সমসৰ।
অলঙ্কাৰে মণ্ডিত দোহানো কলেৱৰ ॥১৩২
কৃতাঞ্জলি ধৰিয়া সুমন্ত্ৰ মন্ত্ৰীবৰ।
নন্দি বন্দিলন্ত যেন পাৰ্ব্বতি শঙ্কৰ ॥১৩৩
সুমন্ত্ৰে বুলিলা পাছে বচন বিশেষ।
দশৰথ নৃপতিৰ তোমাক আদেশ ॥১৩৪
বুলিলন্ত যাইবাক কৈকেয়া সভাৰ।
ৰথত চড়িয়ো কাণ্টে চালিয়োক গাৰ ॥১৩৫
সুমন্ত্ৰ বচনামৃতে সহৰিষ মনে।
সীতাক সম্ভাষি ৰামে বুলিলা তেক্ষণে ॥১৩৬
শুনা ৰামায়ণ সভাসদ নিৰন্তৰ।
শ্ৰৱণতে তৰি সুখে সংসাৰ সাগৰ ॥১৩৭
পৰম মঙ্গল ৰূপ মাধৱৰ নাম।
তাক মনে ধৰি ডাকি বোলা ৰাম ৰাম॥১৩৮

২ অধ্যায়।

ছবি।

ৰামৰে বোলন্ত, শুনিয়ো জানকী,
তোমাত বলোহো কাজ
নিচয় কৰিয়া, আবেসে জানিলোঁ,
আমি হৈবো যুবৰাজ ॥১
কৌশল্যা মাৱৰ, সদৃশ দেখোহো,
কৈকেয়ী শত মাৱক।
মোক ৰাজ্য দিতে, পুছিতে নৃপতি,
আসিছে তান ঠাৱক ॥২
আমি হেন মনে, বুজোহো ৰাজাত,
বুলিলন্ত মাৰে কাজ।
বিলম্ব নকৰি, সত্বৰে আনিয়া,
ৰামক দিয়োক ৰাজ ॥৩
জানা প্ৰাণেশ্বৰী, যুৱৰাজ হয়া,
আমি আছো যেতিক্ষণ।
মোৰ সঙ্গে চলি, আসিবেক সবে,
যত পাত্ৰ মন্ত্ৰীগণ ॥৪
তাসম্বাক অৰ্চ্চা, কৰিতে জানকী,
মই যেন নোহো লাজ।
জানিবা নিশ্চয়, তোমাতে লাগিল,
ইঠাৱৰ যত কাজ ॥৫
স্বামীৰ বচন, শুনি সীতা দেবী,
বুলিলা হৰিষ মনে।
ইঠানৰ কাৰ্য্য, চলিবো আমি,
চলিয়ো তুমি [illegible]ণে ॥৬
এহি বুলি স্বাৰ [illegible]ানে আগ বঢ়াই
থৈলা জগতৰ মাৱ।
স্বামীক সম্মুখি, পাছে সীতা সতী,
আসিলন্ত নিজ ঠাৱ ॥৭
আপোনাৰ নিজ, ধৰিলি স্বৰূপ,
ৰাজ হৈলা ৰঘুবৰ।
ৰশ্মিৰ ফাৰিয়া, শ্বেত মেঘ ছন্দে,
যেন পূৰ্ণ শশধৰ ॥৮
ৰত্নে বিৰচিত, সুবৰ্ণ ৰথত,
চড়িলা তেতিক্ষণ।
চামৰ ছত্ৰক, ধৰিয়া পাছত,
চড়িল পাছে লক্ষ্মণ ॥৯
মনত পৰম, আনন্দে পাছত,
সুমন্ত্ৰ চড়িলা যাই।
হাতত চাবুক, ধৰিয়া ৰথক,
ডাকিল যেন যুৱাই ॥১০
শ্ৰীৰাম লক্ষ্মণ, ইন্দ্ৰ বিষ্ণু যেন,
যান্ত দুই মহাৰথী।
সুমন্ত্ৰ মন্ত্ৰীক, দেখিয়া সাক্ষাত,
মাতলি যেন সাৰথি ॥১১
নয়ন আনন্দে, কুম্ভকৰ্ণ জালে,
চান্ত যত নাৰীগণে।
মুখ ভৰি ভৰি, ৰামৰ গুণক,
বখানন্ত নাৰীগণে ॥১২
জনমে জনমে, প্ৰয়াগ বটত,
সীতা তেজি কলেৱৰ।
সিকাৰণে গুণ, সাগৰ ৰামক,
পাইলা মনোনীত বৰ ॥১৩
অৱশ্যে তোমাক, দিয়ন্ত ৰাজ্যক,
মহাৰাজা দশৰথে।
শুনিয়ো গোসাই, আমাক পালিবা,
তুমি প্ৰভু পুত্ৰৱতে ॥১৪
সাফলা কৌশল্যা, গোসানী তোমাক
গৰ্ভত জালে ধৰিলা।
কি হৈল আনন্দ, কন্যাগত লক্ষ্মী
আপুনি যাক বৰিলা ॥১৫

অন্যে অন্যে বোলে, ৰাম ৰাজা ভৈলে,
বহুতৰ হৈবে সুখ।
নিশ্চয়ে জানিলোঁ, বিস্তৰ কালক,
লাগি পলাইবেক দুখ ॥১৬
এহি মতে ৰামে, নগৰী জনৰ,
শুনন্তে বোল আশেষ।
মধুৰ বচনে, প্ৰজাক সম্বুধি,
ওৱাৰি ভৈলা প্ৰবেশ ॥১৭
কৈকেয়ীৰ ঘৰে, মিলিলন্ত গৈয়া,
শ্ৰীৰাম চন্দ্ৰ লক্ষ্মণ।
আসনত বসি, আছন্ত নৃপতি,
পাইলা দুয়ো দৰিশন ॥১৮
পৰম নিশ্ৰীক, দেখিলন্ত ৰামে,
বদন দশৰথৰ।
ৰাহু গ্ৰস্ত হৈলে, নজ্বলয় আতি,
কিৰণ যেন সূৰ্য্যৰ ॥১৯
প্ৰথমতে নম্ৰ, ভাৱে নমিলন্ত,
নৃপতিৰ দুয়ো পাৱ।
ৰাম লক্ষ্মণক, আশীৰ্ব্বাদ পাচে,
দিলন্ত কৈকেয়ী মাৱ ॥২০
পৰম বিকল, স্বৰূপ বাপক,
দেখিলন্ত দুই ভাই।
কৰ যোৰে, নম্ৰ ভাৱে থাকিলন্ত,
পিতৃৰ চৰণ চাই ॥২১
পিতৃৰ আগত, আছে ৰামচন্দ্ৰ,
কৰিযা আতি ভকতি।
ৰামক নিষ্ঠুৰ, বুলিতে ৰাজাৰ,
নভৈল কিছু শকতি ॥২২
একো অপৰাধ, নাহিকে ৰামৰ,
চাইলা কৰি বিমৰিষ।
কেন মতে আৰে, সুপত্ৰ ৰামক,
বুলিবোহোঁ বাক্য বিষ ॥২৩
কতোক্ষণ ৰাজা, ৰাম হেন বুলি,
বিমন্যু আতি কৰিল।
মহামন দুখে, কিছু নবুলিল,
কণ্ঠত শোক ধৰিল ॥২৪
আতিশয় শোকে, অথাকে নয়নে,
লোতক বহে ৰাজাৰ।
ৰাহু গ্ৰস্ত হুয়া, যেন পূৰ্ণ চন্দ্ৰে,
অমৃত তেজে দুধাৰ ॥২৫
ৰাজাৰ বিষাদ, দুখক দেখিয়া,
ৰামৰ চিত্ত লৰিল।
কৰা বিমৰিষ, যেন সূৰ্য্যদেৱ,
ভূমিত আসি পৰিল ॥২৬
ভূমি পৰিৱৰ্ত্ত, যেন ভৈল আতি,
সাগৰ যেন শুকাইল।
হৰিষতে আতি, ৰাজা দশৰথ,
বিষাদক বৰ পাইল ॥২৭
মই জানোঁ একো, দোষ নয়ো কৰোঁ,
কায়ে বা বাক্যে বা মনে।
তথাপিতো মাথা, তুলি নচাৰন্ত,
মোক বিষাদিত মনে ॥২৮
এক বাৰ মোক, ৰাম হেন বুলি,
কিছু ন বুলিলা আন।
একো নজানিলোঁ, কি কাৰ্য্যে বাপৰ,
মিলি গৈল অপমান ॥২৯
ৰাঘৱে বোলন্ত, শুনিয়োক মাৱ,
কোনবা মিলিল দোষ।
কহিওক তুমি, কি কাৰণে ইটো,
কৰে বাপ অসন্তোষ ॥৩০
পৰম অমৃত, ৰামৰ চৰিত্ৰে,
শুনা সমাজিক জনে।
দশৰথ হেন, ৰাজায়ো আপদ,
এৰাইব আৰ কমনে ॥৩১
আতি দুখময়, বিষয়ক জানি,
কৰঁা মন উপসাম।
পৰম মঙ্গল, মিলোক সবাৰো,
ডাকি বোলা ৰাম ৰাম ॥৩২

---

৭ অধ্যায়—দশৰথৰ বিষাদ দেখি শ্ৰীৰামৰ আশ্বাসোক্তি।

পদ।

বাপৰ ইন্দ্ৰক প্ৰতি ভৈল ক্ৰোধ মন।
বান্ধিয়া আগত আনি দিবো এতিক্ষণ ॥১
দশ দিক পাল পুৰ খোজা নৃপবৰ।
বশ্য কৰি দিবো আজি ধৰি ধনুশৰ ॥২

পিতৃপুৰ পয়ান কৰিবো একেশ্বৰ ।
বন্দি কৰি আনিবো যমৰ পৰিকৰ ॥৩
ক্ষত্ৰ বীৰ যতেক আছয় ধৰিতলে ।
কেহো নোহে শকত মোহোৰ বাহুবলে॥৪
দণ্ডিকো মাৰিবো কাকো কমৰত ধৰি ।
বাপৰ আগত বান্ধি দিবো জড় কৰি ॥৫
গজ কন্ধে বীৰ মোক নাহি সমসৰ ।
ঘোঁড়াৰ পিঠিত মই অজয় পাথৰ ॥৬
ৰথে বা পয়দে মোক কেহো নোহে সম ।
অৰি বিমৰ্দ্দন সাক্ষাতে মই যম ॥৭
ত্ৰিভুবন বীৰ সমে একেশ্বৰ যোড়োঁ ।
দুৰ্জ্জয় মালক দৰে ধৰি ঘাৰ মোড়োঁ ॥৮
মহা মহা বীৰৰ হৃদয় কোণ্ডে ফোড়োঁ ।
খাণ্ডাৰ প্ৰহাৰে আজি ৰিপুশিৰ তোড়োঁ ॥৯
সাতে দ্বিপা পৃথিবী ৰুধিৰ ময় কৰি ।
তিনি সাত বাৰ ফুৰি ক্ষত্ৰিয় সংহৰি ॥১০
হেন যামদগ্নি ৰাম দুৰ্জ্জয় শৰীৰ ।
কান্ধত কুঠাৰে মোৰ আগে ভৈল থিৰ॥১১
জিনিলোহো তাহাক বাপৰ বিদ্যমান ।
নিষ্প্ৰভ হুয়া গৈলা আপোনাৰ থান ॥১২
দেখিলন্ত আপুনি নৃপতি দশৰথ ।
শৰে হানি নিৰুধিলো তান স্বৰ্গ পথ ॥১৩
দেৱৰাজ হৈবাক বাপৰ আছে মন ।
ইন্দ্ৰক খেদায়া থাপিবোহো এতিক্ষণে ॥১৪
সুৰগণ বন্দী কৰি দিবোহো সকলে ।
স্বৰ্গ ভোগ ভুঞ্জন্তোক মোৰ বাহুবলে ॥১৫
অভিলাষ আছে যেবে চৌদান্ত নাগত ।
দিগ্গজক বন্দী কৰি দিবোহো আগত ॥১৬
বহুতৰ বিতক বাপৰ মন জানি ।
মেৰু গিৰি উপাৰি আগত দিও আনি ॥১৭
মোহোৰ আগত কিছু নোহে দেৱাসুৰ ।
মুঠিৰ প্ৰহাৰে পৰ্ব্বতক কৰোঁ চুৰ ॥১৮
আজ্ঞা বাধে আসি যেবে নৃপতি নিকৰ ।
জিনিয়া আনিবো আজি বনৰ ভিতৰ ॥১৯
হাতত নৰাচ ধৰি পৃথিবীক ভেদোঁ ।
মুখ্য মুখ্য নাগৰ ফনাক সবে ছেদোঁ ॥২০
আজ্ঞা পাই বাপৰ পাতাল পুৰে যাওঁ ।
সৰ্পাৰাজ বাসুকীক বান্ধিয়া ভেটাও ॥২১
নিৰন্তৰে নাগক অন্ত[illegible]লাগি নিবোঁ ।
শৰৰ সন্ধানে সাত সাগৰ শুষিবো ॥২২
বজ্ৰ সব দিয়া মন বাপ[illegible] পূৰিবো ।
তিনি ভুবনক লুটি একত্ৰ কৰিবো ॥২৩
ব্যাঘ্ৰ মুখ চক্ৰ মুখ চন্দ্ৰ জেতাপন ।
দীৰ্ঘবাহু সুবাহু প্ৰচণ্ড সমৰ্দ্দন ॥২৪
সমভল নভাসন সমুদ্ৰ সমান ।
ত্ৰিভুবন কম্পন সৱ পাতাল নাশন ॥২৫
শম্বুক প্ৰলম্ব বাণ নৰক সমুৰ ।
অসুত্ৰাদ ত্ৰাদি এক নয়ন প্ৰবৰ ॥২৬
এহি আদি কৰিয়া দুৰ্জ্জয় মহাসুৰ ।
একো একো বীৰে দেৱ দৰ্প কৰে চুৰ ॥২৭
দেৱগণ গজ যেন অসুৰ কেশৰী ।
লোমৰ সন্ধানে কাঁপে নাগৰ নগৰী ॥২৮
বাপৰ আজ্ঞায়ে এসৱাতে মান ছাৰোঁ ।
সকলো দানৱ মুণ্ডে মুণ্ডে হানি মাৰোঁ ॥২৯
ইহিনিয়া ভুৱনে মোক নাহি সমসৰ ।
বাপক কৰিবো তিনি ভুৱন ঈশ্বৰ ॥৩০
যুবৰাজ কৰাক ইচ্ছা বাপৰ মনত ।
হেন বৃদ্ধ ভাৰ দেয়া কৰোঁ পৰিবৰ্ত্ত ॥৩১
মোৰ পাপ কৰি কোনে জানিল তৰাস ।
তান পৰিবৰ্ত্তে নৰকত দিবো বাস ॥৩২
পুত্ৰ হয়া নকৰয় পিতৃক নিস্তাৰ ।
সিটো পুত্ৰ ভৈল পৃথিবীৰ মহাভাৰ ॥৩৩
জায়ন্তে নোপোৱে মৰিবাক বাট চাই ।
নৰক ভুঞ্জিতে সিটো কৰয় উপাই ॥৩৪
বাপৰ আজ্ঞাক বাধে আছো তাক দিক ।
আজ্ঞা কৰা যেবে ঘৰে ঘৰে মাগোঁ ভিখ॥৩৫
দেশান্তৰ কৰোঁ নোহোকাতে খাণ্ডা ধৰোঁ ।
হৃদয়ত খাণ্ডা হানি প্ৰাণ পৰিহৰোঁ ॥৩৬
নিষ্ঠে বোলোঁ যদ্যপি বাপৰ আজ্ঞা পাওঁ ।
ৰাজ্য পৰিহৰি তেৱে বনবাসে যাওঁ ॥৩৭
যেহি বোলোঁ পিতৃতাক কৰিবাক পাৰোঁ ।
নোবোলন্ত কিছু পিতৃ আত মই হাৰোঁ ॥৩৮
বীৰৰ বচন শুনি প্ৰচণ্ড স্বভাৱ ।
নিষ্ঠুৰ বুলিতে ভৈল ভৰতৰ ৰাৱ ॥৩৯

## ৮ অধ্যায়

### কৈকেয়ীৰ মুখে বৰৰ বৃত্তান্ত শ্ৰৱণ আৰু ৰামৰ বনগমনত সম্মতি প্ৰকাশ।

শুন পুত্ৰ ৰাম তই বোলোঁ তোত কাজ।
হেন আজ্ঞা কৰন্ত তোমাক মহাৰাজ ॥১
দেৱাসুৰ যুদ্ধ মহা মিলিল পূৰ্ব্বত।
দানবে জিনিল দেৱতাক সমৰত ॥২
ইন্দ্ৰে নিলা নৃপতিক কৰিয়া সন্মান।
অসুৰক জিনিয়া আসিলা মোৰ থান ॥৩
তোমাৰ বাপক সেৱা কৰিলো বিস্তৰ।
সিকলত ৰাজা মোক দিলা দুই বৰ ॥৪
এক বৰ লৈলোঁ ভৰতক দিবোঁ ৰাজ।
তুমি বন যাইবাক বুলিলোঁ আৰ কাজ ॥৫
পিতৃ সত্য পালিতে আছয় যেবে মন।
ৰাজাৰ আদেশ ভৈল চলি যাইয়ো বন ॥৬
ৰাজ্যৰ বাসনা এৰি চিৰ জটাধৰ।
চৌধ বৰিষক লাগি বনবাস কৰ ॥৭
শুনিয়া ৰামৰ ভৈল ৰাজ্যত নৈৰাশ।
হাস্য কৰি বোলন্ত যাইবোঁহো বনবাস ॥৮
ইসে কাৰ্য্যে মায় মোৰ দহে কলেৱৰ।
আপুনি আদেশ নকৰিলা ৰাজেশ্বৰ ॥৯
ৰাঘৱে বোলন্ত মায় বাক্য শুনিয়োক।
শীঘ্ৰ দূত পঠাই ভৰতক আনিয়োক ॥১০
যাৱে প্ৰাণ ধৰিয়া আছন্ত মহাৰাজ।
অবিলম্বে ভৰতক আনি দিয়ো ৰাজ ॥১১
বাপক আশ্বাস বুলি পালিবেক জন।
পিতৃ দ্ৰোহী ৰাম হেৰা চলি গৈলোঁ বন॥১২
শুনিয়োক বাপদেৱ অজৰ নন্দন।
পিতৃ দ্ৰোহী ৰাম হেৰা বোলয় বচন ॥১৩
অনাথিনী মায় মোৰ পালিব কেমনে।
মই চলি যাওঁ হেৰা ঘোৰ তপোবনে ॥১৪
শুনিয়োক বাপ পৃথিৱীৰ নিজনাহা।
বদন কমল দেখোঁ মাথা তুলি চাহা ॥১৫
দেখোহোঁ দুৰ্লভ পুনৰপি দৰিশন।
আশীৰ্ব্বাদ কৰিয়োক চলি যাওঁ বন ॥১৬
কৈকেয়ী বোলে ৰাম বোলোহোঁ তোমাক।
যাৱে থাকা তুমি তাৱে সুতুলিব মাথ ॥১৭
লজ্জা ভৈলা বিস্তৰ ৰাজাৰ মন দুঃখ।
তুমি সত্য পালিলে ৰাজাৰ হৈবে সুখ ॥১৮
বুলিলি বচন হিত আনিবো ভৰত।
তুমি বন গৈলেহে ৰাজাৰ ৰহে সত ॥১৯
কৈকেয়ীৰ বাক্য শুনি নিষ্ঠুৰ স্বভাৱ।
হা ৰাম বুলি ৰাজা এৰিলন্ত গাৱ ॥২০
ক্ষণকতে ৰাজাৰ মোহিত ভৈল মতি।
আসনতে মূৰ্চ্ছা গৈলা অযোধ্যাৰ পতি ॥২১
দুঃখ দেখি ৰাজাৰ বুলিলা ৰামে কাজ।
কৈকেয়ীক বুলিলা এৰিয়া মুখ লাজ ॥২২
আমাৰ নিষ্ঠুৰ বাপে নোবোলন্ত বাণী।
হেৰ হাত যোৰো সুখে থাকিয়ো গোসানী॥২৩
মোত সুবুলিলা তুমি ভৰতৰ কাজ।
প্ৰাণ দিতে পাৰোহোঁ আছোক ধনৰাজ ॥২৪
মোৰ বনবাসত বাপক দিয়া দুখ।
ইনো ৰাজ্য ভাৰ কত বৰ হুইবে সুখ ॥২৫

## ৯ অধ্যায়—ৰামৰ মুখে কৈকেয়ীৰ বৰপ্ৰাপ্তি-বৃত্তান্ত শ্ৰৱণ আৰু ৰামৰ বনগমনত কৌশল্যাৰ নিষেধ।

অন্তেষপুৰে যতেক ৰামৰ শত মায়।
শুনি সন্তাপিত ভৈল উৰ বেশ ভায় ॥১
কৈকেয়ীক ভয়ে সবে সঙ্কুচিত মতি।
কৌশল্যাত জনাইবাক নভৈল শকতি ॥২
উদবেগে বিকলে ভ্ৰমন্ত মন্যু কৰি।
হা হা অনাথ ভৈলা অযোধ্যা নগৰী ॥৩
পাপিষ্ঠী কৈকেয়ীৰ কিনো মন্দমতি।
ভৰতক ৰাজ্য দেই ৰামৰ বিপতি ॥৪
এহি কাজে পাপিষ্ঠী ভৈগৈল সুভাগিনী।
ৰামৰ ৰাজ্যত বহু পাতিল বিঘিনি ॥৫
হা ৰাম বাপু তুমি আপুতিৰ পো।
সুমৰন্তে তোমাক চক্ষুৰ বহে লো ॥৬
কান্দন্তে থাকিলা কেহো ধৰণীত লুটি।
হা ৰাম বোলন্তে পৰাণ যাওক ফুটি ॥৭
কৈকেয়ীৰ বোলে চিত ৰামৰ ভাগিল।
বনক চলিতে ৰামে অনুজ্ঞা মাগিল ॥৮
অচেতন পিতৃ পাৱ শিৰে ধৰিলন্ত।
কুটিলা কৈকেয়ীক নমস্কাৰ কৰিলন্ত ॥৯

বাপৰ মাৱৰ আগে পুটাঞ্জলি ধৰি ।
চলি গৈলা ৰাম মন আনন্দিত কৰি ॥১০
গুৰুতৰ বিষাদে দগধ কৰে মন ।
নেত্ৰ জলে দেখিলন্ত পাচত লক্ষ্মণ ॥১১
মুগুচাইল মুখশ্ৰীক হুয়া ৰাজ্য হীন ।
ৰাত্ৰি যেন চন্দ্ৰ কান্তি নকৰে মলিন ॥১২
ধন জন ৰাজ্য ভাৱে ভৈলন্ত বৈৰাগ ।
যতী যেন ত্যজিল গৃহৰ অনুৰাগ ॥১৩
প্ৰদক্ষিণ কৰিয়া সেৱক সব সজ ।
লীলা গতি চলি গৈলা যেন মত্ত গজ ॥১৪
অসন্তোষ ৰাঘৱৰ নলখিলা জনে ।
সৰ্ব্বলোকে সন্তোষিলা হৰষিত মনে ॥১৫
মনত বিষাদ মুখ হৰিষ লক্ষ্মণ ।
কৌশল্যাৰ থান পাইলা পাচত লক্ষ্মণ ॥১৬
ব্ৰাহ্মণক দেখিলা দুৱাৰ পৰিহৰি ।
দেৱতাক পূজি আছে স্বস্ত্যয়ন কৰি ॥১৭
তাসম্বাক প্ৰণাম কৰিলা বিদ্যমান ।
পাচে প্ৰবেশিলা গৈয়া কৌশল্যাৰ থান ॥১৮
বিষ্ণুক পূজন্তে দেখিলন্ত নিজ মাৱ ।
দুই ভাই মিলি প্ৰণমিলা তান পাৱ ॥১৯
প্ৰণামোহোঁ হেৰা ৰাম আৱৰ লখাই ।
কল্যাণে ৰক্ষিয়ো কুশিধৰ মোৰ আই ॥২০
হেন শুনি কৌশল্যা ৰামৰ গলে ধৰি ।
কুলৰ নন্দন বুলি অভিনন্দা কৰি ॥২১
হাতে গাৱ মাজিলন্ত দিলন্ত আশীষ ।
ধেনু বৎস পায়া যেন বিবিধ হৰিষ ॥২২
শুন বাপ ৰাম মোৰ হৃদয় নন্দন ।
দেৱৰ নিৰ্ম্মাল্য হেৰা পিন্ধিয়ো চন্দন ॥২৩
বাপৰ আজ্ঞায়ে তুমি হৈবা যুৱৰাজ ।
জনক পালিবা বুঝিবাহা ৰাজকাজ ॥২৪
আৱৰ পালিবা তুমি যত দ্বিজগণ ।
পুত্ৰৱন্তে প্ৰজাক পালিবা সৰ্ব্বক্ষণ ॥২৫
দেখিবা সকলো মাৱ মোহোৰ সমান ।
শ্ৰাদ্ধ যজ্ঞ কৰিবা দিবাহা মহাদান ॥২৬
শুনি ৰামে বোলন্ত মাৱৰ মুখ চাই ।
আথান্তৰ ভৈল বৰ মতু শুনা আই ॥২৭
উলট পালট ভৈল আমাসাৰ কাজ ।
কৈকেয়ীৰ বোলে ভৰতক দিলা ৰাজ ॥২৮
ৰাজ্যে ৰাখি নৃপতিক দুই বৰ মাগি ।
আজি বন যাইবো চৌদ্ধ বৎসৰক লাগি ॥২৯
আউৰ এক বৰ ভৰতক দিলা দেশ ।
আমাক নিঠুৰ বাণী বুলিলা অশেষ ॥৩০
ভৰতক লাগি তেজিলোহোঁ ধন জন ।
ৰাজাৰ আদেশে আজি চলি যাইবো বন॥৩১
ৰাজ্য ভোগ তেজিলোহোঁ কুটুম্ব সকল ।
চিৰ জটা ধৰিবো ভুঞ্জিবো বনফল ॥৩২
হেন শুনি কৌশল্যাৰ মোহ ভৈল মন ।
গুৰিত ছেদিলে যেন বৃক্ষ হোৱে চন ॥৩৩
ভূমিত পৰিল গাৱ সন্তাপিত ভাৱ ।
পৰম বিকলে বিমূৰ্চ্ছিত ভৈলা মাৱ ॥৩৪
সন্তাপে পোৰন্ত যেন তুলাত অগনি ।
অচেতনে পৰিলন্ত ৰামৰ জননী ॥৩৫
আথে বেথে দুই ভাই তুলি ধৰি হাতে ।
সুশীতল জল আনি ঢালিলন্ত মাথে ॥৩৬
কদাচিতো মাৱৰ শৰীৰ নোহে থিৰ ।
দুৱাইবো দেখিয়া নয়নৰ ঝৰে নীৰ ॥৩৭
শ্ৰীৰামে বোলন্ত লখাই শুন মোৰ বাণী ।
আবেগে নিজিৰে মাৱ জগত গোসানী ॥৩৮
অগণি দহয়ে পিম্পালিৰ দিয়া পথ ।
আৰ মোৰ শোকত নিজিৰে দশৰথ ॥৩৯
সিংহৰ ভাৰ্য্যায়ে ছাগ প্ৰসবিল মোক ।
মোহোৰ কাৰণে কৌশল্যাৰ এত শোক ॥৪০
কেকেয়ী মাৱে আজি বৰ পাপ পাইল ।
পাচে কাতোকণে কৌশল্যাৰ প্ৰাণ আইল॥৪১
সঙ্কুচণ হয়া মাৱে মাথা তুলি চাইল ।
দুই পুত্ৰ কান্দে তাক দৰশন পাইল ॥৪২
উঠি বসি কৌশল্যা ৰামৰ গলে ধৰি ।
মৰিলোহোঁ বুলিয়া অনেক মন্যু কৰি ॥৪৩
হা বিধি মোৰ কোন কাৰ্য্যক কৰিলে ।
আগে নিধি দিয়া কেন পাচত হৰিলে ॥৪৪
মোহোৰ হৃদয় বজ্ৰ লোহায় গঢ়িল ।
তোৰ বনবাস শুনি প্ৰাণ নতাৰিল ॥৪৫
জানিলো কৈকেয়ী আগে স্বামীক বধিল ।
তোমাৰ আপদ বিধি মৰিবে নিদিল ॥৪৬
হাত যোৰ কৰি বোলে শ্ৰেষ্ঠ মহীপাল ।
সব দুখ এৰাই সহৰে কৰা কাল ॥৪৭

চিত্ৰ গুপ্ত তুমি কেনে পাসৰিলা মোক ।
পাঁজি মোচ সত্বৰে কাতৰ কৰোঁ তোক ॥৪৮
অপায় মিলিল কিনো অযোধ্যা নগৰ ।
শুচি মুখে কৈকেয়ীয়ে শুষিল সাগৰ ॥৪৯
টীপছিৰ বায়ে যেন্ধ পৰ্ব্বত উৰিল ।
তুনি সাপে সব নাগপুৰীক গিলিল ॥৫০
তোমাক পঠাইব বন দশৰথ ৰাই ।
তাস্তোধিক মোৰ বাক্য পালিতে যুৱাই ॥৫১
স্ত্ৰীজিত পিতৃৰ নকৰি তুমি বাক ।
বনক নযাইবে বাপ মোৰ পাশে থাক ॥৫২

---

১০ অধ্যায়—লক্ষ্মণৰ ক্ৰোধ লক্ষ্মণ আৰু কৌশল্যাক ৰামৰ প্ৰবোধ দান ।

শুনিয়া লক্ষ্মণে হেন বুলিলন্ত বাণী ।
উত্তৰ বুলিলা মায় জগত গোসানী ॥১
স্ত্ৰীজিত বৃদ্ধ বাপ কপট চৰিত ।
তান বোলে বন যাইবা কিনো বিপৰীত ॥২
কৈকেয়ী পাপিষ্ঠী নৃপতিত ৰাজ্য মাগে ।
বৈৰিনীৰ বোলত মৰিতে কেন লাগে ॥৩
হেন বুলি ক্ৰোধিলন্ত লক্ষ্মণ প্ৰচণ্ড ।
বুঢ়াৰে আগতে কাটি কৰোঁ খণ্ড খণ্ড ॥৪
ভৰতক সাৱাইল তোমাক পৰিহৰি ।
নিৰ্ম্মল কৰিবো আজি অযোধ্যা নগৰী ॥৫
সমদলে সাজি আসন্তোক মহীপাল ।
লক্ষ্মণৰ হাতত সবাৰো হৈব কাল ॥৬
অশ্বদল গজদল নৰদল ছেদি ।
আজি মই শোণিতে বোৱাইবোঁ একনদী ॥৭
মাতুলে সহিতে যদি সাজিয়া আসয় ।
লক্ষক ভৰতো মোৰ লাহাৰি নসয় ॥৮
দেবগণ সমে ভৰতত অনুবলে ।
ইন্দ্ৰ দেৱো ধায় যদি কৰে সমদলে ॥৯
তাহাকো জিনিবোঁ আজি সমৰৰ মাজ ।
মই আজি তোমাক কৰিবোঁ যুবৰাজ ॥১০
ভৰতৰ পক্ষ যক্ষ ৰাক্ষস অসুৰ ।
ৰণমাজে সবাৰে কৰিবোঁ দৰ্পচুৰ ॥১১
নন্দী মহাকালক জিনিবোঁ গণপতি ।
কাৰ্ত্তিকক জিনিবোঁ দেৱৰ সেনাপতি ॥১২
তোমাৰ চৰণ ভালে কৰিবোহোঁ সেৱ ।
ৰণে সমসৰ মোৰ নুহিকয় কেৱ ॥১৩
কাম বশ বাপৰ বচন পৰিহৰি ।
ৰাজ্য ভাৰ লৈয়ো ঝাণ্টে অযোধ্যানগৰী ॥১৪
হেন শুনি কৌশল্যায়ো বুলিলা বচন ।
হিত উপদেশ বোলে সুমিত্ৰা নন্দন ॥১৫
অনুদিনে লখাই ভকতি তোত কৰে ।
তোমাৰ অনিষ্ট দেখি অনুশোচ কৰে ॥১৬
আন বোল কৰিয়োক জীৱন উপাই ।
আমাৰ বচন ভালে কৰিতে যুৱাই ॥১৭
মাৱত ভকতি আৰে কৰি নিতে নিত ।
সিকাৰণে কাশ্যপৰ কৈলাসত থিত ॥১৮
মোৰ জীৱনক যেবে আছে অভিপ্ৰায় ।
বাপৰ বচনে বনে যাইতে নুযুৱাই ॥১৯
সাপত্ন্য ভাতৃক জিনি মাতৃৰ বচনে ।
ইন্দ্ৰে কাঢ়ি লৈলা অমৰাৱতী ৰঙ্গমনে ॥২০
হেন বুলি থাকিলা কোশল ৰাজীঋৰ ।
হাত যোৰে ৰামচন্দ্ৰ আগে ভৈল থিৰ ॥২১
অনুজ্ঞা দিয়োক মায় চৰণত ধৰোঁ ।
বাপৰ আদেশ মই কেনে পৰিহৰোঁ ॥২২
বিনয়ে কাতৰ কৰোঁ কুখিধৰ মায় ।
আজ্ঞা দিয়ো চলোঁ বনে তেজি নিজ ঠাই॥২৩
কৈকেয়ীৰ বোলে বন আদেশিলা ৰাই ।
সমত দিয়োক বাধিবাক নুযুৱাই ॥২৪
যামদগ্নি ৰামে যত বুলিলন্ত গৰ্ব্ব ।
মোৰ বাহুবলে তাক হৰিলেক সৰ্ব্ব ॥২৫
আমি হেন মহা বীৰ পিতৃক ভকত ।
আজ্ঞা ভৈলে ত্ৰিভুবন জিনিবে শকত ॥২৬
সত্য পাশে কৈকেয়ী ৰাজাক বন্দী কৈলা ।
পলয়ৰ চাৱত দিগগজ বন্দী ভৈলা ॥২৭
অনুমতি দিয়োক বাধিতে নুযুৱাই ।
এহিসে কৰিতে আদেশিলা মহাৰাই ॥২৮
মোৰ বিধি লিখিতক বাধিতে নোৱাৰি ।
ৰাজ্য শ্ৰী এৰিলোহোঁ আপোন ওৱাৰি ॥২৯
মোৰ শোকে দগধ বাপক ভালে চাইঁ ।
তাহাক নিঠুৰ বোলাঁ মোৰ মাথা খাবা ॥৩০
পৰশু ৰামক কোপে বাপে আদেশিল ।
কাটিয়া মাৱৰ মাথা পিতৃ আগে দিল ॥৩১

গণ্ডু নামে ঋষি পিতৃ আজ্ঞাক ধৰিল।
অদভুত কৰ্ম্ম ভেবে গোবধ কৰিল ॥৩২
স্বৰূপ বুলিলি বাপ লখাই মহাবীৰ।
তোহোৰ আগত কোনে হৈবে পাৰে থিৰ॥৩৩
এসাৰ জীৱন ৰাজ্য দিন কতিপয়।
ত্যাক লাগি চিন্তিবোহোঁ গোত্ৰৰ প্ৰলয় ॥৩৪
ভালে জানোঁ লখাই তোৰ আমাত ভকতি।
মোৰ অৰ্থে প্ৰাণ দিতে আছয় শকতি ॥৩৫
শুন শুন বোলোহোঁ লক্ষ্মণ বিদ্যমান।
পিতৃশোকে মৰোঁ হৃদয়ত দেস হান ॥৩৬
তই জান কৈকেয়ীৰ নিকৰুণ কায়া।
ভৰতত অভিষেক মোত বৰ দায়া ॥৩৭
মোৰ দৈৱে চিত্ত পৰিবৰ্ত্ত ভৈল তান।
অন্যথা সুহিকে বাপ সত্যে সত্যে জান ॥৩৮
ৰাজবংশে উতপতি স্বভাৱে কল্যাণী।
দৈৱ বশে তান চিত্ত হৈল হেন জানি ॥৩৯
মোৰ কৰ্ম্মে অভিষেকে মিলিল বিঘাত।
মন পৰিতাপ পৰিহৰিয়ো ইহাত ॥৪০
সুখ দুখ দুই ভুঞ্জিলেহে যাই ক্ষয়।
তুলা ধৰিয়াছে বিধি ভাগ্যেসে মিলয় ॥৪১
দৈৱে সমে যুজে কোনে কহতো কাহিনী।
কৈকেয়ীক দোষ কেন দিয়স নজানি ॥৪২
হেন শুনি ক্ৰোধিলন্ত লক্ষ্মণ প্ৰধান।
থাওাক আকাৰি কম্পে তৰতৰি মান ॥৪৩
তাৰা যেন ৰকত নয়ন দুই স্ফুৰে।
অবিৰল ধাৰে যেন মেঘজল ঝুৰে ॥৪৪
আকাশ নিৰ্ম্মল যেন খাণ্ডা তুলি লৈলা।
কৈকেয়ীক ধাৱে যমদূত সাজ ভৈলা ॥৪৫
ভ্ৰুকুটি কুটিল আখি ভৈগৈল বদন।
ৰামক বুলিলা মহা কোপ কৰি মন ॥৪৬
ক্ষত্ৰ কুলে উপজিলা ভৈলা বুদ্ধিনাশ।
প্ৰিয় বাক্য বুলিয়া বৈৰক দিলা আশ ॥৪৭
পৌৰুষ এৰিয়া দৈৱ কৰিলাহা সাৰ।
নপুংসক বৃত্তি সব ভৈগৈল তোমাৰ ॥৪৮
ভৈল দৈৱ তোমাৰ কুঞ্জৰ মদমত্ত।
পৌৰুষ অঙ্কুশে আজি কৰোঁ পৰিবৰ্ত্ত ॥৪৯
তুমি ৰাজা হৈবাক যাহাৰ নাহি মন।
মাৰিয়া পঠাইবোঁ তাক যমৰ ভৱন ॥৫০
ৰাজ ধৰ্ম্ম এৰি হৈলা তাপসৰ বেশ।
কেমন মুণ্ডথে হেন দিলা উপদেশ ॥৫১
কিনো পাপ কৰিলোঁ বচন শুনাহা।
মাৱৰ সতিনী বোলে মৰিবাক যাহা ॥৫২
কিসক তোমাৰ ভৈল হেন বুদ্ধি মোহ।
সকলো লোকক কৰাইলাহা অসন্তোষ ॥৫৩
লোকৰ বিদ্বেষ কৰিবাক নুযুৱাই।
ৰাজ্য ধৰ্ম্ম ধৰি দৃঢ় কৰিয়োক কায় ॥৫৪
দাব স্থহায়ন মোৰ নোহে চন্দ্ৰহাস।
টোন হাত স্থহায়ন নোহে বনবাস ॥৫৫
শৰীৰ শোভন মোৰ নোহে দুই বাহু।
জিনিবোঁহো শত্ৰুক চন্দ্ৰক যেন ৰাহু ॥৫৬
খৰতৰ লক্ষ্মণক ত্ৰিভুৱনে জানি।
বীৰগণে ভাত তযু পাচত বখানি ॥৫৭
কদলী বনক যেন শুৱিত ছেদিবোঁ।
বিপক্ষক মাৰি যম সদন পুৰিবোঁ ॥৫৮
কৈকেয়ীক নৃপতিক কোপ কৰি মনে।
মেলানি দিয়োক বুলি ধৰিলা চৰণে ॥৫৯
সত্যে সত্যে পালিবোহোঁ তোমাৰ আদেশ।
আজ্ঞা দিয়ো পৰিবৰ্ত্ত কৰিবোঁ নিশেষ ॥৬০
সকল ৰাজ্যৰ লোক ভৈলোহোঁ অসাৰ।
বাপকৰ গোসানীক কৰিলেক সাৰ ॥৬১
আজ্ঞা দিয়ো প্ৰভু মোক যোৰ্ণো বাৰেবাৰ।
বৃত্তাৰে আগতে কাটি কৰিবোঁ দোহাৰ ॥৬২
বাপক কৰন্ত কোপ লখাই মহাবীৰ।
নিৰন্তৰে কম্পে আতি সকল শৰীৰ ॥৬৩
ক্ৰোধ দেখি ৰামে লক্ষ্মণৰ হাতে ধৰি।
বিনয় বচন জনে চিত্ত শান্ত কৰি ॥৬৪
ভালে জানোঁ লখাই মোত ভকতি কৰস।
ব্যসনে মগন হৈলোঁ তাৰিতে পাৰস ॥৬৫
যদি স্নেহ আছে কৰা আমাৰ সন্মত।
পৰিহৰ বাপ ইটো ক্ৰোধ ভাব যত ৬৬
যদি প্ৰিয় হব মোৰ বাক্য কৰ হিত।
বাপৰ চৰণ সেৱা কৰ নিতে নিত ॥৬৭
মই বন গৈলে পাৰ্ণা মাতৃক সকলে।
ৰাজ্য ভাৰ বহিবে ভৰত অনুযত্নে ॥৬৮
শুনি লক্ষ্মণৰ কোপ উপশাম হৈল।
হস্তীমদ যেহেন হস্তীতে অন্ত গৈল ॥৬৯

যেহেন সৰ্পৰ বিষ শিখাগ্ৰক গৈল।
নমাই আনি গাৰুড়ি নিষ্প্ৰভ কৰি থৈল ॥৭০
একো পাকে ৰাঘৱৰ চিত্ত নলৰিল।
হাত যোৰে লথাই গৈয়া চৰণে পৰিল ॥৭১
শুনিয়োক দদাদেৱ কৃপাময় মতি।
ৰাজ্য ভোগ শতেক তোমাৰ পায়ে গতি ॥৭২
দুখৰ সহায় হৈবোঁ যোগাইবোহোঁ ফল।
সেৱা কৰি থাকিবোহোঁ চৰণ যুগল ॥৭৩
তোমাৰ সঙ্গতি হৈবোঁ মোৰ এহি সাৰ।
বনবাসে পৰিচৰ্য্যা কৰিবোঁ তোমাৰ ॥৭৪
ৰাঘৱে বোলন্ত শুন সুমিত্ৰা নন্দন।
বন্ধু জন এৰি তুমি নজাইবাহাঁ বন ॥৭৫
কৌশল্যা মাৱৰ শোক হৈব অনুপাম।
তোৰ দৰশনে কিছু হৈব উপশাম ॥৭৬
একুটীৰ পুত্ৰ মই বনবাসে যাইবোঁ।
সি কাৰণে মাৱ মোৰ বৰ দুখ পাইব ॥৭৭
আশ্বাসিবি ইহাক সুমিত্ৰা আৰ তই।
কেন বনে যাইবে তই লক্ষ্মণ ভৈয়াই ॥৭৮
বনবাসে গৈলে বৰ নিকাৰ পাইব।
চৌধ বৰিষক লাগি অন্নকে নখাইব ॥৭৯
ফল মূল এৰিয়া ভক্ষণ নাহি আন।
বৃক্ষৰ বাকলি মাত্ৰ হৈবে পৰিধান ॥৮০
বাপৰ আজ্ঞাক আমি শিৰোগত কৰি।
চলি যাইবো আজি অযোধ্যাক পৰিহৰি ॥৮১
ৰাজ্যৰ ভোগত আমি ভৈলোহোঁ নৈৰাশ।
আতি বৰ দুখে খপিবোহোঁ বনবাস ॥৮২
জটাৰ ভিতৰে পশি ওকনিয়ে খাইব।
হাতৰ পাৱৰ নখ বাঢ়ি বাঢ়ি যাইব ॥৮৩
বৰিষা কালত আমি বৰ দুখ পাইব।
একো একো ৰজনী বৰিষ সম যাইব ॥৮৪
কিশলয় সম তোৰ কুশল স্বভাৱ।
আদিত্যৰ ৰশ্মি ভালে নসহয় গাৱ ॥৮৫
বাহুৰিয়া চল ভৈয়াই আপোনাৰ ঠাৱ।
মৰিবন্ত কান্দিয়া সুমিত্ৰা তোৰ মাৱ ॥৮৬
আগবাঢ়ি লক্ষ্মণে মুৰিলা দুই হাত।
প্ৰাণদাদা ৰাম বুলি নমিলন্ত মাথ ॥৮৭
তুমি এৰি গৈলে মই যাইবোঁ দেশান্তৰ।
মুহি আজি কটাৰত কৰিবোহোঁ ভৰ ॥৮৮
হেন শুনি ৰামৰ কৌতুক বৰ ভৈল।
বনক যাইবাক লক্ষ্মণক লগে লৈল ॥৮৯
শুন শুন বোলোঁ তোক ভৈয়াই লক্ষ্মণ।
আমাৰ লগত বাপ তই যাইবি বন ॥৯০
আদি অন্ত কথা শুনি আপোনাৰ ঠাৱে।
আথে বেথে আসিলা সুমিত্ৰা নিজমাৱে ॥৯১
দুই বাহু মেলি দোহান্তৰ গলে ধৰি।
দীৰ্ঘ ৰাৱে কান্দিলা অনেক মন্যু কৰি ॥৯২
কিনো পাপ কৰিলোহো কৌশল্যায়ে বাই।
দুই আন্ধলীৰ লাটি কহি লাগি যাই ॥৯৩
এত হন্তে তান দুই চৰণত ধৰি।
আগে সবিনয়ে কোপ উপশাম কৰি ॥৯৪
হেন দেখি কৌশল্যা হৃদয়ে মুঠি হানি।
মুখ চাই ৰামক বুলিলা দেবী বাণী ॥৯৫
জপে তপে পাইলোহোঁ তোমাক গৰ্ভে ধৰি।
পৰম আশায়ে তুলিলোহোঁ বৰ কৰি ॥৯৬
কৈকেয়ী প্ৰচণ্ড সূৰ্য্য জনিল তৰাস।
পুত্ৰ তক ছায়াত কৰিলোঁ বৰ আশ ॥৯৭
ফল ধৰিবাৰ যেবে হৈগৈল সময়।
মোৰ কৰ্ম্ম বায়ু উৰে বিধি বিৰম্বয় ॥৯৮
সতিনীৰ পৰাভৱ কতক সহিবোঁ।
সত্যে সত্যে কহিলোহোঁ জীৱন ত্যজিবোঁ ॥৯৯
বৈৰিণীৰ বোলে ৰাম দেশৰ বৰ্জ্জাস।
ৰাজ ধৰ্ম্ম দেখ বাপু নজা বনবাস ॥১০০
সুশুনিলি বাপু তই মন্যুৰ বচন।
আমি কহোঁ শুন ৰাম ভালে দিয়া মন ॥১০১
কাম কাৰ্য্য সুবুজস বাতুল চৰিত।
হেন গুৰু বচন বাধিব নিতে নিত ॥১০২
দশ বিপ্ৰ অধিক গৌৰৱ উপাধ্যায়।
তাতো দশগুণ পিতা দেখিতে বুজাই ॥১০৩
বাপত অধিক দশগুণ হোৱে মাৱ।
পৃথিবীত গুৰুতৰ দেখিব সুভাৱ ॥১০৪
হেন মনু বাক্য তুমি নকৰিবা বাধা।
পাপ এৰি বাপু তুমি ধৰ্ম্ম পথ সাধা ॥১০৫
মোত পৰে তোৰ আৰ নাই গুৰুতৰ।
কাম বশ বাপৰ বচন পৰিহৰ ॥১০৬
হৰি হৰি ৰাম তই দহিবাক ভৈলে।
নিৰ্ব্বাণ কালৰ বাতি জ্বালিয়া নিভাইলে ॥১০৭

দুই পুত্ৰ হৰুৱাইলোঁ কি কাম কৰিলোঁ।
এৰেসে জানিলোঁ মই জীৱন্তে মৰিলোঁ॥১০৮
প্ৰাণ প্ৰভু স্বামী দশৰথ মহীপাল।
জানিলোহোঁ এৰেসে তোমাৰ ভৈল কাল॥১০৯
কৈক যাইবে ৰাম মোৰ একুটাৰ পো।
তোক সুমৰন্তে সদা ঝৰিবেক লো॥১১০
নৃপতিৰ বাক্য ৰাখি কৰ মোক মন্ত।
ৰাজাৰো হৰিষ হৈব জানিয়োক তত্ত্ব॥১১১
কৈকেয়ীক বাক্য বুলিবন্ত মহাৰাজ।
বুলিলোহোঁ ৰামক যাইবাক বনমাজ॥১১২
বচন নকৰে পুত্ৰ আবচন কৰ।
যেন অভিমত আৰে লৈয়ো আন বৰ॥১১৩
মোৰ বাক্য কৰিলে সবাৰো হোৱেহিত।
জ্যেষ্ঠ পুত্ৰক ৰাজ্য দিবাক উচিত॥১১৪
কাম বশ বাপৰ বচন পৰিহৰ।
লৰাই সমে বিমৰিষ কৰি ৰাজ্য কৰ॥১১৫
তুমি এৰি গৈলে শূন্য দেখোঁ দশোদিশ।
অগনিত প্ৰৱেশোঁ সুহিবা খাওঁ বিষ॥১১৬
যদি বন যাইবে বাপু মোকো লইয়া চল।
তোহোৰ লগতে মইও খাইবোঁ বনফল॥১১৭
শ্ৰীৰাম বোলন্ত মাৱ কোশল জিয়াৰী।
তোমাৰ আমাৰ নৃপতিসে অধিকাৰী॥১১৮
তাহাৰ বচন ৰাখি কত ফল পাইব।
গৃহ এৰা ত্ৰিভুবনে কুখিয়াতি যাইব॥১১৯
নাৰীৰ পতিসে গতি আন দেৱ নাই।
তান বোল হেলা কৰি পাপকেসে পাই॥১২০
ব্ৰতে দানে তুষিলা দেৱতা ব্ৰাহ্মণ।
মোহোৰ দায়াত তাক বিনাশিবে মন॥১২১
কৈকেয়ীক দেখিবা ভগিনী সম হিত।
প্ৰবলে সহিতে বন্ধ সুহিকে উচিত॥১২২
যাবত তোমাৰ আছা স্বামী দৃঢ়কায়।
আমাৰ তুলত বন যাইবে সুযুৱাই॥১২৩
ৰাজা বৰ দিলা লৈলা কৈকেয়ী সাদৰি।
তান অপৰাধ আচৰিবো কেন কৰি॥১২৪
কৈকেয়ীক নৃপতি পূৰ্ব্বত দিলা বৰ।
আত কিছু দোষ মই নেদেখোঁ বাপৰ॥১২৫
তোমাৰ স্বামীসে দেৱ শুশ্ৰূষা কৰিবা।
তাহান বচন মাৱ শিৰত ধৰিবা॥১২৬
পতিব্ৰতা ধৰ্ম্মে আই স্বৰ্গ চলি যাইবা।
তান বাক্য হেলা কৰি অধৰ্ম্মক পাইবা॥১২৭
দশৰথ বাপ মোৰ তুমি নিজ মাৱ।
জগতে বিদিত ৰঘুকুলে যাৰ ঠাৱ॥১২৮
ৰামৰ বচন শুনি কৌশল্যা কান্দন্ত।
পুত্ৰশোকে দুখৰ কমনে পাইবো অন্ত॥১২৯
যাহাৰ কিঙ্কৰে সবে হস্তী ৰথ বাই।
বিধিৰ বিপাকে ৰাম বন চলি যাই॥১৩০
ওৱাৰি শ্মশানশাল চিন্তা আম গাথি।
কৈকেয়ীৰ বচনে খোচনি ভৈল লাগি॥১৩১
শোক বহ্নি শ্বাস ধূম বিয়োগ তোমাৰ।
নিৰন্তৰে শৰ দাহ কৰিবে আমাৰ॥১৩২
তুমি এৰিলেতো মই শোক দুঃখ পাইবো।
নিহৰে নলিনী যেন ঠাৱতে শুকাইবো॥১৩৩
শেন্দু যেন বৎসৰ পাচত কৰে গতি।
তোমাৰ লগতে যাইবো হেন মোৰ মতি॥১৩৪
কৈকেয়ীক দেখিয়া শৰীৰ মোৰ কম্পে।
হৰিণীক নিতে যেন বাঘিনীয়ে জাম্পে॥১৩৫
সৰ্পিনীৰ আগে যেন মণ্ডুকীৰ গতি।
সেনীৰ আগত যেন কম্পে কপোত্ৰতী॥১৩৬
কৈকেয়ীৰ দাস ৰাজা মই যাইবো বন।
তুমি এৰি গৈলে মোৰ নাহিকে জীৱন॥১৩৭
ৰাঘৱে বোলন্ত মাৱ শোক এৰিয়োক।
চলিবোঁহো বনক মাঙ্গল্য কৰিয়োক॥১৩৮
ত্ৰিভুবনে বিদিত নৃপতি দশৰথ।
সত্যক এৰিবা কেনে তেজি ধৰ্ম্মপথ॥১৩৯
মোৰ কৰ্ম্মে আসিলা ভৈলন্ত উদ্ভাৰ।
চৰণত ধৰোঁ মোক আজ্ঞা দিয়ো মাৱ॥১৪০
যুগুত বচনে ৰামে মাৱক বুজাইল।
অনিচ্ছায়ে মাৱৰ অনুজ্ঞা ৰামে পাইলা॥১৪১
আখি মুখ পখালিলা ৰামে দিলা জল।
শিশিৰে প্ৰকাশে যেন ৰক্ত কমল॥১৪২
দেৱতা পূজিলা দেৱী কৰি সভাপতি।
মঙ্গল কৰিলা মন্ত্ৰ জপিয়া সম্প্ৰতি॥১৪৩
ৰক্ষা ৰাখিলন্ত মাথে ৰাম লক্ষ্মণৰ।
ৰক্ষা কৰত্তোক পথে দেৱ নিৰন্তৰ॥১৪৪
ৰক্ষা ঔষধক পিন্ধাইলন্ত দুইৰো হাতে।
দেৱৰ নিৰ্ম্মাল্য পিন্ধাইলন্ত দুইৰো মাথে॥

ধৃতি স্মৃতি কীৰ্ত্তি কান্তি সতী সৰস্বতী।
গতি মতি শান্তী আদি কৰি স্তুতি নতি॥১৪৬
অসংখ্য ৰহস্য শাস্ত্ৰ নিগম পুৰাণ।
ইতিহাস আদি কৰি কৰন্তো কল্যাণ১৪৭
সিংহ বাঘ ঘোঙ আদি কুঞ্জৰ মহিষ।
ৰাক্ষস পিশাচ সৰ্পগণ মহাবিষ ॥১৪৮
বৰাহ ভালুক গণ্ড গবয় সকল।
ঋষভ প্ৰভৃতি কৰি কৰন্তু মঙ্গল ॥১৪৯
ধাতা বিধাতাক আদি ইন্দ্ৰ দেৱৰাজ।
কুবেৰ বৰুণ আদি দেৱতা সমাজ ॥১৫০
স্বৰ্গ মৰ্ত্ত্য ৰসাতল অনিল অনল।
চন্দ্ৰ সূৰ্য্য দিন ৰাতি নক্ষত্ৰ সকল ॥১৫১
জলচৰ থলচৰ বনচৰ জন্তু।
ত্ৰিভুবনে পিত যত মঙ্গল কৰন্তু ॥১৫২
পুত্ৰ দুইকো কৌশল্যা কোলাক লাগি নিলা।
আপোন পাৱৰ ধূলি দুইৰো মাথে দিলা॥১৫৩
চৌধয় বৰিষ সুখে বনে গাণ্ডক কাল।
অবিৰোধে তৰিবাহা বিপিন বিশাল ॥১৫৪
আকাশে পৱন যেন থাকে নিৰন্তৰে।
এক প্ৰাণে দুয়ো ভাইবক্ষিবা দুস্তৰে ॥১৫৫
দুয়ো ভাই মাৱ দুইকো প্ৰদক্ষিণ কৰি।
মাৱ দুইৰো পদধূলি শিৰে আনি ধৰি ॥১৫৬
জনমন হৰন্তে চলিলা দুই ভাই।
লীলাগতি পাইলা গৈয়া আপোনাৰ ঠাই ॥
নমোঁ নমোঁ ৰঘুকুল কমল দীনেশ।
ব্ৰহ্মা হৰ আদি পালে যাহাৰ আদেশ ॥১৫৮
ভয় দুখ দূৰ হোৱে যাৰ লৈলে নাম।
তান কৈত দুঃখ আছে জানি বোলোঁ ৰাম ॥

---

১১ অধ্যায় শ্ৰীৰামে সীতাক লগত বনবাস আদেশৰ কথা কয় আৰু সীতাই লগত যাবলৈ আজ্ঞা লয়।

ছবি।

নবলি ওৱাৰিত, আছন্ত জানকী,
ৰাঘৱৰ মনোৰমা।
খেন মেঘ যেন, জগতে বিদিত,
ৰোহিণী দেবী উপমা ॥১

আতি অপৰ্য্যন্ত, হৰিষ কৰন্ত,
গাৱে অলঙ্কাৰ ধৰি।
মোৰ স্বামী ৰাম, ৰাজা হৈবা আজি,
আমি হৈবোঁ পটেশ্বৰী ॥২
মনে কৌতূহল, অনেক মঙ্গল,
কৰিলন্ত ঠায়ে ঠায়।
মনত হাসন্ত, নিয়মে আছন্ত,
সীতা জগতৰ মায় ॥৩
প্ৰসন্ন নয়ন, হৰিষ বদন,
কৰি দুৱাৰক চাইল।
প্ৰাণনাথ ৰাম, গুণে অনুপাম,
আসা দৰিশন পাইল ॥৪
পৰিল ঝামৰ, নোশোভে ৰামৰ,
মুখ অনুৰূপ দিন।
গধূলি কালৰ, যেন দিনকৰ,
প্ৰভায় ভৈলা বিহীন ॥৫
প্ৰদক্ষিণ কৰি, স্বামীক নমিল,
সীতা জনকৰ জীৱ।
হাত যোৰ কৰি, ৰামৰ পাচত,
সঙ্কোচে ভৈলন্ত থিৰ ॥৬
অন্তৰ্গতে পাচে, কাৰ্য্যক লখিয়া,
ৰাঘৱৰ বৰনাৰী।
ধীৰে ধীৰে মাৱ, বুলিলা বচন,
জনক ৰাজা জিয়াৰী ॥৭
কি কাৰণে প্ৰভু, মনত অসুখ,
মিলিল কোন প্ৰমাদ।
কহিয়োক প্ৰভু, হৰিষ কালত,
দেখিয় কেনে বিষাদ ॥৮
আতি অপ্ৰমাদী, মন্ত্ৰী পাত্ৰ আদি
ব্ৰাহ্মণ যত আছন্ত।
পঢ়ি মন্ত্ৰ মূল, দূৰ্ব্বাক্ষত ফুল,
নিদিলা তযু শিৰত ॥৯
তোমাৰ লগত, ধৱল চামৰ,
নাহি ৰাজ অলঙ্কাৰ।
কিনো বিপৰীত, অথিৰ চৰিত,
দেখোহোঁ চিত্ত তোমাৰ ॥১০
ৰাজলক্ষ্মী ধৰ, প্ৰমত্ত কুঞ্জৰ,
নাসিল কেনে লগত।

বলন্তে বেগত, মেৰু পৰ্ব্বতক,
তুলিতে পাৰে শকত ॥১১
আতি মনোৰম, অষ্ট তুৰঙ্গম,
যুগুত কাঞ্চন ময় ।
হেৰ পুষ্পৰথ, তোমাৰ লগত,
কেনে প্ৰভু নচলয় ॥১২
তোমাত ভকত, মন্ত্ৰী পাত্ৰ যত,
আনো ৰাজ সেনাগণ ।
সমৰে শকত, গোসাইৰ লগত,
নকৰে কেনে গমন ॥১৩
সুবৰ্ণৰ ৰথ, শুক্ল ঘোঁড়া যত,
শোভন কৰি যুগুত ।
কৰি কৌতুহল, কৰন্তে মঙ্গল,
নচলয় অদভুত ॥১৪
আনো নানা মত, তোমাৰ সঙ্গত,
নলখোহোঁ ৰাজ্য অঙ্গ ॥
কৈয়ো অভিপ্ৰায়, কি কাৰণে প্ৰভু
অভিষেক ভৈল ভঙ্গ ॥১৫
হেন শুনি নাচে, প্ৰভু ৰামচন্দ্ৰে,
সীতাক দিলা উত্তৰ ।
সাৱধান কৰি, শুনা প্ৰাণেশ্বৰী,
যেন ভৈল আথান্তৰ ॥১৬
পৰম নিৰ্ম্মল, ৰাজ ঋষি কুলে,
তুমি ভৈলা উতপতি ।
সুশোভন চিত, ধৰ্ম্মেসে চৰিত্ৰ,
গুণমতী শান্তী সতী ॥১৭
অভিষেক বিধি, বিধিয়া নৃপতি,
গৈলা কৈকেয়ীৰ ঠাৰ ।
বচনে ছান্দিয়া, বৰ দুই মাগি,
লৈলন্ত কৈকেয়ী মাৱ ॥১৮
তেজিয়া ৰাজ্যক, চৌধ বৰিষক,
আমি যাইবো বনমাজ ।
আউৰ বৰ মাগি, লৈলন্ত ৰাজাত,
ভৰতক দিতে ৰাজ ॥১৯
পাপক সঞ্চিলে, শৰীৰ দংশিলে,
কৈকেয়ীয়ে কাল সৰ্প ।
মিলিল বিঘাত, ৰাজা বিষে জ্বলি,
হৰি লৈল বলদৰ্প ॥২০

মাৱৰ বচন, শুনি আতিশয়,
ভৈল চিত উপশান্ত ।
কালে পাইলে আৰ, নাহিকে জীৱন,
সাক্ষাতে লৈ যায় যম ॥২১
নাহি আন মন, বাপৰ বচন,
আমি শিৰোগত কৰি ।
শ্ৰী ভৈল ছন্ন, আজি যাইবো বন,
অযোধ্যাক পৰিহৰি ॥২২
শুনা প্ৰাণেশ্বৰী, চিত্ত থিৰ কৰি,
নকৰিবা কিছু শোক ।
আসিয়োক ৰাজ্য, পৰিচ্ছেদ কৰি,
দেখিলোহোঁ মই তোক ॥২৩
পৰম দাৰুণ, ৰামৰ বচন,
শুনিয়া সীতা গোসানী ।
হা প্ৰভু বুলি, পৰিলা ভূমিত,
হৃদয়ত মুঠি হানি ॥২৪
বিষাদে মনত, শিৱৰ আগত,
যেহেন দেৱী পাৰ্ব্বতী ।
যেন মহাদেৱ, দহিলা কামক,
বিলাপ কৰন্ত ৰতি ॥২৫
আতি মহাভয়, শৰীৰ কম্পয়,
হাতৰ খসে বলয় ।
নাহি পাৰে তন্ত, সিংহৰ ত্ৰাসন্ত,
যেন মৃগ নলৰয় ॥২৬
চেতন লভিয়া সীতায়ে বোলন্ত,
কতনো পাপ কৰিলোঁ ।
মাটিৰ ভিতৰ, প্ৰৱেশি আজিলোঁ,
তথাপিতো নমৰিলোঁ ॥২৭
কিনো অপৰাধে, প্ৰভু তুমি মোক,
শোক অৰ্পণিত দিয়া ।
আমি পতিব্ৰতা, নাৰীক গোসাঞি,
চলিলা কেনে তেজিয়া ॥২৮
নযাইবাহা প্ৰভু, বুলিয়া জানকী,
আকুলত ধৰিলন্ত ।
যেন লক্ষ্মীদেৱী, ঈশ্বৰ বিষ্ণুৰ,
চৰণত পৰিলন্ত ॥২৯
ৰামৰে বোলন্ত, উঠা প্ৰাণেশ্বৰী,
শুনিয়োক হিতপক্ষ ।

বাপৰ বচন, তেজিয়া বনক,
নযাইবোঁ ইটো অশক্য ॥৩০
কৌশল্যা মাৰক, আদি কৰি যত,
তেজিলোঁহো বন্ধুগণ।
মায়াময় ইটো, গৃহ সুখ তেজি,
আজি চলি যাইবোঁ বন ॥৩১
নমোঁ নমোঁ ৰাম, যাহাৰ উপাম,
নাহি ইটো ত্ৰিভুবনে।
দুখ উপশম, হৌক ৰাম ৰাম,
বোলাঁ সামাজিক জনে ॥৩২

১২ অধ্যায়।

পদ

তেজিলোহোঁ মিত্ৰ যত অযোধ্যানগৰী।
মোহ এৰিলোহোঁ সীতা সৰ্ব্বাঙ্গসুন্দৰী ॥১
মুখচন্দ্ৰ অৰি অমৃতৰ অভিলাষে।
গ্ৰাসিবাক লাগি ৰাহু আসি ভৈলা পাশে ॥২
ভ্ৰুৰযুগ ধনুত কটাক্ষ যেন শৰ।
চমকিয়া ৰাহু গৈল গগণ ওপৰ ॥৩
নীলোৎপল দল সম নয়ন যুগল।
দেখি মুনিগণে হোৱে মোহিত সকল ॥৪
নাসা ভৈল তিল ফুল বন্ধুলি অধৰ।
মুকুতাপকতি দন্ত পান্তি মনোহৰ ॥৫
মনোহৰ অধৰ অধিক বিম্বফল।
তিনি ৰেখা সমে স্থলে সুশোভিত গল ॥৬
বাহু দুইখান তোৰ মৃণালত সৰি।
উদৰত ত্ৰিবলিকা মৰখাট থৰি ॥৭
হৰ কোপবহ্নি পীড়ে খুজি নাপাই জুৰ।
নাভি সৰোবৰে কামদেৱে দিল বুৰ ॥৮
নিজ পুৰ পশি কামে মুদিল দুৱাৰ।
উদৰৰ লোমপান্তি ধুম ভৈল তাৰ ॥৯
ডম্বৰুৰ মধ্যদেশ সদৃশ কঙ্কাল।
কাঞ্চিয়ে আতি বঞ্চিত নিতম্ব বিশাল ॥১০
অমৃতৰ কূপ সম মন্মথৰ পুৰ।
সৰস জঘন তোৰ প্ৰকাশে প্ৰচুৰ ॥১১
সুকুমাৰ উৰু ৰাম কদলীৰ সম।
জঙ্ঘা দুইৰ কান্তি আতি দেখি মনোৰম ॥১২
সুগুপুত গ্ৰন্থি আতি ৰঙ্গা দুই পাৱ।
নৱ কিশলয় দল সদৃশ স্বভাৱ ॥১৩
পদ্মৰ গমনে কুঞ্জৰৰ তেজ হৰে।
নুপুৰৰ শবদে সাৰস অনুসৰে ॥১৪
সূৰ্য্যৰ উপমা দুই কুণ্ডলৰ জ্যোতি।
তাৰাগণ চমক মাণিক গজমতি ॥১৫
সুৰগণ গন্ধৰ্ব্ব নাগৰ তেজ হৰে।
বেশ দেখি কিমতে যুবতে প্ৰাণ ধৰে ॥১৬
জীৱন্তে মৃতক মই তোক পৰিহৰোঁ।
গলে শিলা বান্ধিয়া সাগৰে জাম্প কৰোঁ ॥১৭
পৰিহৰ দুখ সীতা চিন্তা শোক ৰোগ।
মৰন্তা জনৰ দূৰ নোহে হেন যোগ ॥১৮
বাপৰ বচন মই কেনে পৰিহৰোঁ।
গ্ৰহ এৰ ক্ষমা কৰ হাতে তোৰ ধৰোঁ ॥১৯
সীতায়ে বোলন্ত প্ৰভু দেৱ নিজনাহা।
কোন দোষে প্ৰভু মোক পৰিহৰি যাহাঁ ॥২০
পূৰ্ব্বজন্মে নৰাধিলোঁ পাৰ্ব্বতী শঙ্কৰ।
সি কাৰণে মোক পৰিহৰে প্ৰাণেশ্বৰ ॥২১
সূৰ্য্যকুলে উতপতি অযোধ্যাৰ পতি।
দুখৱতী নাৰী কৰোঁ তোমাত ভকতি ॥২২
চৌধয় বৰিষ লাগি তুমি বন যাইবা।
ইজন্মক লাগি মোৰ মানে বুজুৱাইবা ॥২৩
চম্পক কলিকা যেন মোৰ কলেৱৰ।
লুণ্ডি ঘুণ্ডি আছিলাহা যেহেন ভ্ৰমৰ ॥২৪
যেবে আসি বিকশিত হৈল ফুল ফল।
উপভোগ এৰি কেনে কৰাঁহা নিষ্ফল ॥২৫
সূৰ্য্য অৱিহনে যেন নোশভয় দিন।
ৰজনী নোশোভে যেন শশধৰ হীন ॥২৬
বসন্ত নোশোভে বিনে কোকিলৰ বোলে।
নিষ্ফল জীৱন প্ৰভু তুমি বিনে কোনে ॥২৭
সুমৰন্তে প্ৰভু মোৰ লাগে হৃদি খেদ।
বোলোঁ স্বামী দেৱ নকৰিয়ো বন্ধু ছেদ ॥২৮
কমন অঙ্গত মোক হীন দেখিলাঁহা।
কি কাৰণে প্ৰভু মোক উপেক্ষিয়া যাহাঁ ॥২৯
তোমাক বোলোহোঁ তুমি ৰাজাৰ কুমাৰ।
দাৰুণ বনক কেনে যাইবা একেশ্বৰ ॥৩০
যমৰ কৰণ সম দুৰ্গম দুস্তৰ।
সুমৰন্তে হৃদি খেদ গহন গহ্বৰ ॥৩১
ৰাঘৱে বোলন্ত সীতা থিৰ চিত্ত কৰাঁ।
আমাৰ বচন তুমি দৃঢ় কৰি ধৰা ॥৩২

আমি বন গৈলে দেৱ দ্বিজ আৰাধিবা।
উপবাস ব্ৰতে মোৰ কল্যাণ সাধিবা ॥৩৩
ভাই মোৰ সুবোধ ভৰত শত্ৰুঘন।
দেৱ হেন আৰাধিবে সকল মন ॥৩৪
গৰ্ব মানএৰি তান চিত্তক তুষিবা।
তেবে অনুৰূপে তোমাক ভৰতে পুষিবা ॥৩৫
প্ৰভাত সময়ে উঠি চালিবাহা গাৱ।
কৰিবাহা প্ৰণাম আমাৰ বাপ মাৱ ॥৩৬
হিত সুহৃদক ছাৰি নেদেখিবা আন।
সব শাশু দেখিবাহা কৌশল্যা সমান ॥৩৭
সীতাৰে বোলন্ত প্ৰভু শুনিয়ো বচন।
মোৰ বাক্য হেলা নকৰিবা দিয়া মন ॥৩৮
বাপৰ সুকৃতে পোৱ সুপজন্ম সুখ।
পোৰ কৰ্ম্মে বাপেকবো নখণ্ডয় দুখ ॥৩৯
স্বামীৰ সুকৃত ভুঞ্জে পতিব্ৰতা জন।
প্ৰভুৰ লগত আৰ শোকে যাইবোঁ বন ॥৪০
বনক যাহন্তে আগে মিলিবেক যত।
ভাঙ্গিয়া কণ্টক বন চলিবোঁ আগত ॥৪১
মোৰ অভিপ্ৰায় যেন আপনি জানাহা।
অনুগত তেজি অপমানক পাইবাহা ॥৪২
কেশৰী কুঞ্জৰ বাঘ ভালুক মহিষ।
তুমি সঙ্গে থাকিতে কৰিবে মোক কিস ॥৪৩
নদী নদ দেখিবোঁ বিবিধ সৰোবৰ।
কুমুদিনী নলিনী অনেক মনোহৰ ॥৪৪
উৎসুক মনক গোসাই নকৰিয়ো ভঙ্গ।
তুমি সমে বনক যাইবাক বৰ ৰঙ্গ ॥৪৫
তুমি সমে ভ্ৰমন কৰিবোঁ বন মাজ।
যেহেন স্বৰ্গত শচীদেবী দেৱৰাজ ॥৪৬
বহুময় বিচিত্ৰ পৰ্ব্বত বন দেশ।
বিবিধ পুষ্পিত বন সুগন্ধি বিশেষ ॥৪৭
সমুচিত ক্ৰীড়া স্থান কুঞ্জৰ বিশেষ।
কাৰে সমে ৰতি যেন কৰিবোঁ আশেষ ॥৪৮
মাৱে মোক পূৰ্ব্বত শিখাইলা হাতে ধৰি।
নকৰিবা ভোজন স্বামীক পৰিহৰি ॥৪৯
সি সব বচন আমি শিৰোগতে ধৰোঁ।
নদী বনে তোমাৰ তুলতে অনুসৰোঁ ॥৫০
হেন শুনি বুলিলন্ত জগতৰ নাথে।
সীতা দেবী আগতে আছন্ত হেটমাথে ॥৫১

শুন শুন সীতা মোৰ জনক ঝিয়াৰী।
নাৰীসমে বনবাস খাটিতে নপাৰি ॥৫২
সিংহৰ নাদক শুনি গিৰিৰ কন্দৰে।
কাম্পে কলেবৰ চমকিত হৈবা ডৰে ॥৫৩
পৰ্ব্বত সমান হস্তী গৰ্জ্জে নিৰন্তৰে।
দ্বাদশ মাসৰ ভিতৰত মত্ত থৰে ॥৫৪
মহিষ বৰাহ বাঘ সৰভ গৱয়।
সিংহ ঘোড় বাৰে আতি ত্ৰাসক জনয় ॥৫৫
গোলাসন্তে বাজগোম পৰ্ব্বতীয়া ঘোৰ।
মাণ্ডলীক অজগৰ যাক নাহি ঘোৰ ॥৫৬
ইসবক আদি কৰি ভয়ঙ্কৰ সৰ্প।
দৰশন মাত্ৰেকতে হৰে বল দৰ্প ॥৫৭
কীট পতঙ্গ জোক নকুল ইন্দুৰ।
ইটো সব জন্তু আছে বনত প্ৰচুৰ ॥৫৮
গুণ্ডকুৰি পকা আছয় আসথান।
যাহাৰ প্ৰহাৰে সিংহে নসহয় টান ॥৫৯
বিহঙ্গম চাতক বনত সব মিলে।
আচোক মানুষ হস্তী গোটে গোটে গিলে ॥৬০
ৰকত কমল সম তোৰ হাত পাৱ।
সৰ্ব্বক্ষণে নেত কমলিত সাৰ গাৱ ॥৬১
বঞ্চ্যুহে ফুৰন্তে শোণিত পাৱে বহে।
উন্দু কণ্টকত ফুৰিবেক কোন সাহে ॥৬২
অনেক দিনৰ পথ হৈব মৰুস্থল।
মহাদুখ পান কৰো অপবিত্ৰ জল ॥৬৩
কুশৰ কণ্টক লতা গুল্ম যত দেশ।
মোৰ অৰণ্যত কেনে হৈবাহা প্ৰবেশ ॥৬৪
পৰিধান বল্কল হৈবেক জটা কেশ।
নখ লোম চৌকৰ হৈব ভোৰকাৰ বেশ ॥৬৫
অস্থি চৰ্ম্ম নাম মাত্ৰ হৈব মোৰ সাৰ।
কিনো প্ৰীতি হৈব তোৰ সঙ্গত আমাৰ ॥৬৬
ঘৰ্ম্মকালে পঞ্চ ব্ৰতক ধৰিবোঁ।
শিশিৰ সময়ে জলে নিবাস কৰিবোঁ ॥৬৭
উপবাস কৰিতে লাগয় ঘনে ঘন।
অন্নক তেজিয়া ফলমূলেসে ভোজন ॥৬৮
আমাৰ লগত বনবাসে কেনে যাইবা।
উপবাস ব্ৰতে মহা দুখ মাত্ৰ পাইবা ॥৬৯
জনক নন্দিনী মোৰ বচন নবাধা।
গৃহে পতিব্ৰতা ধৰ্ম্মে পৰলোক সাধা ॥৭০

বামৰ বচন শুনি জানকী গোসানী।
ক্রন্দন কৰিয়া দেৱী বুলিলন্ত বাণী ॥৭১
তুমি এৰি গৈলে মোৰ জীৱন নিষ্ফল।
কটাৰুত ভৰ সুহি ভুঞ্জিবোঁ গৰল ॥৭২
সীতাৰ বিলাপে চিত বামৰ দ্ৰবিল।
বনক যাইবাক তাঙ্ক অনুমতি দিল ॥৭৩
শুন শুন জানকী লখিলোঁ তোৰ কাজ।
মোহোৰ তুলত বনে যাইবে হোৱা সাজ ॥৭৪

---

১৩ অধ্যায় - লক্ষ্মণেও শ্ৰীবামৰ লগত যাবলৈ আজ্ঞা পায় আৰু বাম সীতা লক্ষ্মণ তিনিও বনলৈ যাবলৈ সাজু হয়।

বাঘৱে বোলন্ত লক্ষ্মণৰ হাতে ধৰি।
পলটা উমল বাপু গ্ৰহ পৰিহৰি ॥১
দুখী দুই মাৱ মোৰ বৰ শোক পাইব।
কৈকেয়ীত মান সাৰি লঘনক পাইব ॥২
শুনিয়া লক্ষ্মণে পাচে বুলিলন্ত বাণী।
লক্ষক পুষিতে পাৰে কৌশল্যা গোসাঁনী ॥৩
ধন জন সমন্বিতে গ্ৰাম দশ শত।
তোমাত গৌৰৱে তাঙ্ক পালিব ভৰত ॥৪
ভুলত যাইবাক মোক নিবোধাহা কিক।
কিনো মন্দ চিন্তিলোঁ মোহোৰ আছোঁ ধিক ॥৫
প্ৰাণ মোৰ দহে আতি এতমান স্নেহ।
হৃদয়ত খাণ্ডা হানি তেজিবোঁহো দেহ ॥৬
যেন অভিমত কৰ ভৈয়াই লক্ষ্মণ।
সুযজ্ঞ দ্বিজক গৈয়া আন এতিক্ষণ ॥৭
বশিষ্ঠৰ পুত্ৰ তেহোঁ বাঘৱৰ মিত্ৰ।
তেখনে লক্ষ্মণে আনি কৰিলা উপস্থিত ॥৮
সুযজ্ঞক বামদেৱে অৰ্চ্চনা কৰিলা।
আপোনাৰ অলঙ্কাৰ তাঙ্ক দান দিলা ॥৯
বাঘৱক দেখিয়া সীতাৰ অভিমত।
ব্ৰিতিনীক আনি দিলা অলঙ্কাৰ যত ॥১০
শয়ন কম্বলি আৰু সিংহাসন খাট।
বস্ত্ৰৰ বাহুতি দিলা চতুৰ্দ্দন্তি পাট্ ॥১১
পাট পট কুণ্ডল কঙ্কণ মণিহাৰ।
নূপুৰ পাণ্ডৰি দিলা নানা অলঙ্কাৰ ॥১২
কৌশল্যা সুমিত্ৰা আদি মাতৃগণ যত।
ব্ৰাহ্মণ প্ৰমুখ্যে আনো যত অনুগত ॥১৩
বন্ধুজন নট ভাট দাস দাসী জন।
মনোৰথ পূৰি বামে বিলাইলন্ত ধন ॥১৪
পাচে বৃদ্ধ ব্ৰাহ্মণে বামক পাইলে ভেট।
আমি পাক্ক বৰিষে বাজাত কৰি জ্যেষ্ঠ ॥১৫
শিশু সুত মোহোৰ বিস্তৰ পৰিজন।
পুষিতে নপাৰি মোক কিছু দিয়ো ধন ॥১৬
বাঘৱে বোলন্ত ধন আগে দিয়া গৈল।
সহস্ৰেক চক তাৰ অৱশেষ ৰৈল ॥১৭
ৰাখিতে পাৰিবা যত আপুনি লৈয়োক।
বিলম্ব নকৰি ঝাণ্টে লৈয়ো ধৰিয়োক ॥১৮
শুকাই গৈল চৰ্ম্মসম পাক্কি হেন কেশ।
দৃঢ় কৰি গাঠি বান্ধি আগত প্ৰবেশ ॥১৯
হাতে চাক ধৰি চলিলাহা দ্বিজবৰ।
পাৱ থিৰ নোহয় কাম্পয় কলেবৰ ॥২০
বাহুৰিয়ো গোসাঁই বুলি বামে দিলা বাৱ।
পৰিহাস বুলিলোঁ লখিলোঁ কুট ভাৱ ॥২১
গোৰক্ষে সহিতে গোসকল নিয়োক।
আৰো যত ধন লাগে মোত মাগিয়োক ॥২২
যজ্ঞ কৰিবোঁহো বুলি মাগি লৈয়া ধন।
বামক আশীষ কৰি চলিলা ব্ৰাহ্মণ ॥২৩
যত ধন দিয়া বামে কৰিলন্ত শেষ।
অস্ত্ৰ আন লক্ষ্মণক কৰিলা আদেশ ॥২৪
বৰুণে পিতৃক দিলা ধনু দুই খান।
তূণ দুই অক্ষয় সম্পূৰ্ণ যত বাণ ॥২৫
আৰো দিলা অভেদ কৱচ দুইখান।
বিমল কৱচ দুই ঝাণ্টে গৈয়া আন ॥২৬
দিব্য ধনু মোহোৰ আছয় গুৰু ঘৰে।
তাহাক আনিয়ো গৈয়া লক্ষ্মণ সত্বৰে ॥২৭
বাঘৱৰ আদেশ শিৰত কৰি লৈয়া।
ত্বৰিতে লক্ষ্মণে ধনু আনিলন্ত গৈয়া ॥২৮
বাম সীতা লক্ষ্মণ ধনুক দান কৰি।
বাজাক দেখিতে যান্ত থান পৰিহৰি ॥২৯
ওৱাৰিৰ নাৰী কান্দে সীতা পাৱে পৰি।
কৈকে যাহা মাৱ আম্যসাক পৰিহৰি ॥৩০
নকৰিলোঁ পাপ অকালত মৃত্যু নাই।
অন্তেৰ পুৰৰ লক্ষ্মী এৰি কৈক যাৱ ॥৩১

পূৰ্ব্ব কালত আছোঁ। খণ্ড তপ কৰি।
তাৰ ফলে সীতা মাৰ যান্ত পৰিহৰি ॥৩২
ধূলীধূসৰত পৰি কান্দে নাৰীজন।
যেন হিম শিখিত পৰিল তাৰাগণ ॥৩৩
ৰাজ পথে প্ৰজা যত আসি অন্ত নাই।
চতুৰ্ভিতি বেঢ়িয়া ক্ৰন্দন কৰি যাই ॥৩৪
নিৰন্তৰে প্ৰজা যত কান্দয় চৌপথে।
কিনো কৰ্ম্ম কৰিলে নৃপতি দশৰথে ॥৩৫
জানিলোঁ হো ইহাক আপদে আসি পাইল।
সি কাৰণে প্ৰিয় পুত্ৰ বনক পঠাইল ॥৩৬
আমি সব ৰামৰ সঙ্গতে চলি যাইবোঁ।
ইহান পাশতে গৈয়া নগৰী বসাইবোঁ ॥৩৭
নিৰন্তৰে লৈয়া যাইবোঁ পুত্ৰ পৰিবাৰ।
ইতো শূন্য নগৰী কৈকেয়ীৰ হৌক সাৰ ॥৩৮
ৰাজাৰ কুমাৰী তুলিলন্ত বাপে মাৰে।
প্ৰজাগণে দেখে সীতা যান্ত ভূমি পাৰে ॥৩৯
সুকোমলী সীতা দেবী ভূষিত চৰণ।
কিসক নভৈল বিধি আমাৰ মৰণ ॥৪০
নগৰী জনৰ বাক্য শুনি হেন কালে।
সিংহদ্বাৰ পাইলন্ত মনত অভিমানে ॥৪১
সুমন্ত্ৰক বোলন্ত জনোৱা মহাৰাজে।
বাপৰ চৰণ দেখোঁ যাইবো বনমাজে ॥৪২
সংক্ষেপ কৰিয়া কহিলোঁহো ইটো কথা।
দশৰথ নৃপতিৰ শুনিয়ো ব্যৱস্থা ॥৪৩

---

### ১৪ অধ্যায়—দশৰথক শ্ৰীৰামৰ বিদায় প্ৰাৰ্থনা আৰু দশৰথৰ শোক।

চেতন লভিয়া শোকে কৈকেয়ীক চাইল।
যোগযুক্ত গজে যেন সিংহ ভেট পাইল ॥১
কাল ৰাত্তি শুনিৰি কৈকেয়ৰাজ জীৱ।
ৰাম বন গৈল মই তেজিবোঁহো জীৱ ॥২
তোৰ পুত্ৰ কেন মতে কৰিবেক ৰাজ।
দুৰাল চৰিত্ৰ কিছু নাবুজয় কাজ ॥৩
মধুফল আশায়ে সেৱিলোঁ বৃক্ষমূল।
ফলকালে ভৈল দিয়ো শিমলীৰ ফুল ॥৪
বিধিৰ কালত হেন নিকাৰণ ভৈলে।
মুখৰ প্ৰবাস মোৰ তাকো কাঢ়ি লৈলে ॥৫
এবেসে জানিলোঁ। তোক কেনে পতিব্ৰতা।
মোহোৰ ৰুধিৰ পান কৰিতে শকতা ॥৬
জন্মে জন্মে হোৱে যেন তোৰ সদগতি।
ৰাজ্যলোভে বধ কৈলে মই হেন পতি ॥৭
কীৰ্ত্তি কৰ্ম্ম ধৰ্ম্ম মানে সবে পৰিহৰি।
অনাথ কৰিলি তই অযোধ্যা নগৰী ॥৮
হায়! প্ৰিয় পুত্ৰ মই পৰিহৰোঁ কিক।
স্ত্ৰীৰ অধীন মোক আছো ধিক ধিক ॥৯
প্ৰতিপাল কৰে মোক সুভাষিত ৰাম।
তিনিয়ো ত্ৰৈলোক্য যাক নাহিকে উপাম ॥১০
হা বিধি মই আৰে কৰিলোহো কিস্।
পাপিষ্ঠিয়ে ঢালিলন্ত অমৃতত বিষ ॥১১
পাপিষ্ঠ নিষ্ঠুৰ মই ভৈলো স্ত্ৰীৰ বশ।
ৰামক বনক পঠাই পাইলোঁ অপযশ ॥১২
কিনো আধোগামী তই পাপিষ্ঠী দাৰুণী।
বিহতা ৰামীত কেনে ভৈলি নিকৰুণী ॥১৩
বিলাপ কৰন্তে যেবে আছে মহাৰথ।
হাত যোৰে সুমন্ত্ৰ আগত উপসন্ত ॥১৪
শ্ৰীৰাম লক্ষ্মণ সীতা দুৱাৰত থিত।
বনে যাইতে আসিলন্ত চৰণ দেখিত ॥১৫
কান্দি ৰাজা সুমন্ত্ৰক বুলিলন্ত বাণী।
মহাদেই সমস্তক মিলায়োক আনি ॥১৬
পৰিচ্ছেদ দেখন্তোক ৰাম পুত্ৰমুখ।
ৰাম বনে গৈলে অন্তৰ্গতে পাইব দুখ ॥১৭
ৰাজাৰ আদেশে মন্ত্ৰী গৈলা অভ্যন্তৰে।
নিৰন্তৰে নাৰীগণ মিলাইলা সত্বৰে ॥১৮
বসিলা ৰাজাক বেঢ়ি ৰাণী সকলে।
চন্দ্ৰক বেঢ়িয়া যেন তাৰাগণ জ্বলে ॥১৯
দেৱতা ভূষিত যত সুন্দৰী সমাজ।
অপেচৰা বেঢ়িলে যেহেন দেৱৰাজ ॥২০
সুমন্ত্ৰয়ো নৃপতিৰ বচন প্ৰমাণি।
ৰাম সীতা লক্ষ্মণক ভেটাইলন্ত আনি ॥২১
বাপক দেখিলা হেন সিংহাসন থিত।
উদয় শিখিত যেন জ্বলন্ত আদিত্য ॥২২
কৈকেয়ী কৌশল্যা দুয়ো আছন্ত দুইভিতি।
কাশ্যপক বেঢ়ি যেন দিতি যে অদিতি ॥২৩
দশৰথ আছে কন্যাগণৰ মাজত।
হস্তীগণৰ মাজে যেন ঐৰাৱত ॥২৪

ৰাষক দেখিয়া ৰাজা ঢালিলন্ত গায় ।
সাবটি ধৰিতে লাগি বঢ়াইলন্ত পায় ॥২৫
শোকে শিহৰিল গায় নপাইলন্ত উলি ।
ঢলিয়া পৰন্তে ৰামে ধৰিলন্ত তুলি ॥২৬
শ্ৰীৰাম লক্ষ্মণে নিয়া থাপিলা আসনে ।
তিনিহন্তে কান্দিলা বিষাদ কৰি মনে ॥২৭
বিচিলন্ত অনেক চামৰ ধৰি হাতে ।
সুশীতল জল আনি ঢালিলন্ত মাথে ॥২৮
কৌশল্যাক প্ৰমুখ্যে ৰামৰ শত মায় ।
হা প্ৰাণ প্ৰভু বুলি তেজিলন্ত ৰায় ॥২৯
হৰি হৰি বিধি কত কৰিলে সঙ্গতি ।
দশৰথ নৃপতিৰ হেন সে বিপতি ॥৩০
সুখৰ ভিতৰে কেনে মিলিল অপায় ।
বন্ধুচ্ছেদ কৰি ৰামে বনবাসে যাই ॥৩১
কহি যাইবে সীতা আই সৰ্ব্বাঙ্গে সুন্দৰী ।
কৈকে যাহা লখাই বাপ দেশ পৰিহৰি ॥৩২
বিনাশ মিলিল আসি অযোধ্যা নগৰী ।
কৈকে যাইবে ৰামাই মোক অনাথিতি কৰি॥৩৩
কতোবেলে নৃপতিৰ আসিলেক জীৱ ।
কৰ যোৰে শ্ৰীৰাম আগত ভৈলা থিৱ ॥৩৪
তৱ সত্য পালিয়া চলিবোঁ বনমাজ ।
শুভ দৃষ্টি চাহি আজ্ঞা দিয়ো মহাৰাজ ॥৩৫
লক্ষ্মণ সীতাক মই বুলিলোঁহো ভাৱ ।
গ্ৰহ কৰি তেজিলন্ত আপোনাৰ ঠাৱ ॥৩৬
পলটাইতে নপাৰিলোঁ কৰিবোহোঁ কিস ।
তিনিহন্তে চলিলোহোঁ দিয়োক আশীস ॥৩৭
জগতৰ নাথে এই বুলি ৰহিলন্ত ।
মাথা তুলি পাচে দশৰথে বুলিলন্ত ॥৩৮
স্ত্ৰীজন বঢ়াই বৰ ভৈলোহোঁ হতাশ ।
কৈকেয়ীক বৰ দিয়া চিন্তিলোঁ বিনাশ ॥৩৯
জন্মে জন্মে মই কৰিলোঁহোঁ মন্দকৰ্ম্ম ।
জ্যেষ্ঠ পুত্ৰ বনে যাই কোন যোগ্যধৰ্ম্ম ॥৪০
অযোগ্য কৰিয়া গলে সত্য পাশে ধৰি ।
ৰাজ্য ভাৰ লৱয় নিগ্ৰহ মোক কৰি ॥৪১
দশৰথে বোলে শুনা হৃদয় নন্দন ।
এৰি যাইবে মোহোক বিকল কৰে মন ॥৪২
তুমি এৰি গৈলে মোৰ নাহিকে জীৱন ।
দুখ ত্যাগ লৈহোঁ মোক লৈয়া চল বন ॥৪৩

প্ৰদক্ষিণ কৰি ৰামে বুলিলন্ত বাণী ।
আমাৰ জীৱন যেন পদ্মপত্ৰ পানী ॥৪৪
পিতৃদেৱ তোমাৰ সত্যক ৰক্ষা কৰি ।
নিশ্চয়ে চলিবোঁ বন ৰাজ্য পৰিহৰি ॥৪৫
ধৰ্ম্মপথ ৰাখোঁ মোত তেজিয়োক স্নেহ ।
সত্যকে পালন কৰো দৃঢ় কৰা দেহ ॥৪৬
পুত্ৰ সঙ্গে ৰাজাৰ যাইবাক নোহে যোগ ।
বন্ধুজন পালি কৰিয়োক ৰাজভোগ ॥৪৭
দশৰথে বোলে ৰাম কুলৰ নন্দন ।
মায়ক বাপক বোলোঁ আশ্বাস বচন ॥৪৮
মায়ৰ বাপৰ পুত্ৰ সৰ্ব্বকালে ছোট ।
মাজ কৰি গলে বান্ধি থাকোঁ ৰাতিগোট ॥৪৯
ৰাজায়ে বোলন্ত ৰাম বুজিলোহোঁ চিত ।
এক বোল বোলোঁ তাক দেখিয়োক হিত॥৫০
আজি থাকি অনুগ্ৰহ কৰিয়ো আমাত ।
পৰিছেদা একে থানে ভুঞ্জো আজি ভাত ॥৫১
ৰাঘৱে বোলন্ত বাপ শুনিয়ো আপোনে ।
আজিদুয়োভাত খাইবো কালি খাইবোকোনে॥
মোহোৰ বাসনা এৰি পালিয়ো শপত ।
অবিলম্বে ৰাজ্যে আনি থাপিয়ো ভৰত ॥৫৩
মোহোৰ নিমিত্তে কিক শোকক জ্বলয় ।
গম্ভীৰ সাগৰ কদাচিতো নটলয় ॥৫৪
নিশ্বাস কাঢ়িয়া ৰাজা মাথা তুলি চাইলা ।
সুমন্ত্ৰ আগতে আছে তাক ভেট পাইলা॥৫৫
বোলোহোঁ সুমন্ত্ৰ শুন বচন আমাৰ ।
চতুৰঙ্গ দল মোৰ সত্বৰে হাক্কাৰ ॥৫৬
শ্ৰীৰামৰ লগতে চলোক সেনা কৰি ।
ভৰতে আসিয়া লোক ইশূন্য নগৰী ॥৫৭
প্ৰথম যৌবনী যত বিবিধ সুন্দৰী ।
ৰাঘৱৰ লগতে চলায়ো ক্ষান্ত কৰি ॥৫৮
ভণ্ডাৰ বেহাৰ ধন জন যত দেশ ।
ৰামৰ তুলত হৌক বনত প্ৰবেশ ॥৫৯
পাত্ৰ মন্ত্ৰী সকল যতেক বীৰ সাৰ ।
একো একো বীৰে ৰাসয়কো দেই থাৰ ॥৬০
ৰামৰ তুলত গৈয়া বৈসায়োক নগৰী ।
কৈকেয়ীক ৰাজ্য ইটো দেওঁ শূন্য কৰি ॥৬১
শুনি কৈকেয়ীৰ মুখ জিহ্বা শুকাই গৈল ।
ক্ৰোধে নৃপতিক বাক্য বুলিবাক লৈল ॥৬২

সাৰভাগ কাঢ়ি লৈলা পাইলোঁ সত্য বোল।
ফুত কাঢ়ি লৈলা মই কি কৰিবোঁ বোল ॥৬৩
ৰাজাৰ চৰিত্ৰ দেখি ভৰতৰ মাৰ।
চমৎকাৰ জ্বলিল কাম্পয় হাত পাৱ ॥৬৪
বিবৰ্ণ বদন ভৈল নিশ্ৰীক কুচান্দ।
অমৃত পানক যেন ৰাহুগ্ৰস্ত চান্দ ॥৬৫
তোমাৰ উপৰি বংশ সগৰ আছিল।
শুনি আছা তেহোঁ শ্ৰেষ্ঠ পুত্ৰক ত্যজিল ॥৬৬
সেহি মতে ৰামক কৰিয়ো পৰিহাৰ।
তাঙ্ক যোগ্য দুহিকে অযোধ্যা ৰাজভাৰ ॥৬৭
ধিক তোক পাপিষ্ঠী বুলিলা মহাৰায়।
লাজে শোকে থাকিলা ভূমিক লাগি চাই ॥৬৮
হেন দেখি বুলিলন্ত বৃদ্ধ মহাপাত্ৰ।
নামত সিদ্ধাৰ্থ তেহোঁ চিৰকালি পাত্ৰ ॥৬৯
আছিলা অসমঞ্জ শঙ্কট বৰ খলে।
শিশু মাৰি পেলাৱয় সৰযুৰ জলে ॥৭০
শোকে বিনাৱয় প্ৰজা নৃপতিত-কাজ।
সিকাৰণে তেজিলা সগৰ মহাৰাজ ॥৭১
গুণৰ সাগৰ ৰাম সৰ্ব্বজন হিত।
দেৱ দ্বিজ ভক্ত পিতৃ মাতৃত বিনীত ॥৭২
জল মল কুমুদ প্ৰকাশ শশধৰ।
কোন দোষে শ্ৰীৰামক গুচাইবে ৰাজ্যৰ ॥৭৩
বাৰে বাৰে বোল তই ৰামক গুচিত।
মই জানোঁ তোক যেনে কৰিব উচিত ॥৭৪
সৰৰাজে সাজিয়া ৰামৰ পাশে যাউক।
কুকুৰ শৃগালে তোক লাৰি চাৰি খাউক ॥৭৫
ৰাজাৰ কুমাৰী ৰূপে আইলি ৰাক্ষসিনী।
দশৰথে হেন স্বামী হৈলি নিলাক্ষী ॥৭৬
পৰম পাপিনী দেখিবাক নোহে যোগ।
অচিকিৎস্য ব্যাধি ভৈলে যেন গৰ্ভৰোগ ॥৭৭
নৃপতি বোলন্ত শুন হাওৰে পাপিষ্ঠি।
তোক দেখি পৰে যেন নৰকত দৃষ্টি ॥৭৮
ৰাজভোগ তেজি মই ভৈলোহোঁ নিৰাশ।
সুখে থাক ৰাম সঙ্গে চলোঁ বনবাস ॥৭৯
ৰাঘৱে বোলন্ত পিতৃ চিত্ত কৰা থিৰ।
বনবাস যোগ মোক দিয়ো আনি চীৰ ॥৮০
পুত্ৰৰ লগত বন যাইতে নোহে যোগ।
বচন পালিয়ো কৰিয়ো ৰাজ্য ভোগ ॥৮১

১৩ অধ্যায় - শ্ৰীৰাম আদিৰ বাকলি বস্ত্ৰ ধাৰণ আৰু সকলোৱে প্ৰতি আশ্বাস বাক্য প্ৰদান।

শুনিয়া কৈকেয়ী আতি সহৰিষ মনে।
তিনিকো বাকলি বস্ত্ৰ দিলা তেতিখনে ॥১
লাজ এৰি বোলয় নিষ্ঠুৰ মন কৰি।
চীৰ পিন্ধি চল কাণ্ডে দেশ পৰিহৰি ॥২
ভৰতে আসিয়া লোক এহি দণ্ডপাট।
চৌধয় বৰিষ লাগি বনবাস খাট ॥৩
দেৱাঙ্গ বস্ত্ৰক তেজিলন্ত তেতিক্ষণে।
পিন্ধিলা বাকলি বস্ত্ৰ শ্ৰীৰাম লক্ষ্মণে ॥৪
সীতাদেৱী ধৈলন্ত গলত চীৰবাস।
মৃগী যেন দেখিয়া গলত লৈল পাশ ॥৫
লাজে নমাইলন্ত মাথ জনকৰ জীয়।
স্বামীৰ পাশত ধীৰে ধীৰে ভৈলা থিয় ॥৬
শুনিয়োক প্ৰভুৰাম মোৰ নিজপতি।
কেন মতে চীৰ পিন্ধো কহিয়ো সম্প্ৰতি ॥৭
হেন বুলি চীৰ নেত্ৰ উপৰে ধৰিল।
মহাদই লোকে দেখি ক্ৰন্দন কৰিল ॥৮
হা বিধি বুলি বোল উথালল জাৰি।
সীতা গোসানীক লাগি নাহি পাট সাৰি ॥৯
ৰাজাবোলে পাপিষ্ঠী অখ্যাতি বৰ থৈলে।
একে ৰামে বনে যাইতে বৰ মাগি লৈলে॥১০
কিনো নিলাক্ষী তোৰ পাপৰ শৰীৰ।
লক্ষ্মণ সীতাক কেনে পিন্ধাৱস চীৰ ॥১১
ৰাঘৱে বোলন্ত বাপ তযু পায়ে ধৰোঁ।
একুচীৰ পুত্ৰ মই আটক পৰিহৰোঁ ১২
মোহোৰ বিয়োগে আইৰ জীৱন সংশয়।
হেন কাজ কৰা যেন তান প্ৰাণ ৰয় ॥১৩
পৰিলা কৌশল্যা মাৰ শোকৰ সাগৰে।
ইহাৰ শৰীৰ ৰক্ষা কৰা নিৰন্তৰে ॥১৪
হেন শুনি নৃপতি বিকল আতি ভৈলা।
ভূমিত পৰিয়া তেতিখনে মূৰ্চ্ছা গৈলা ॥১৫
কতোক্ষণে চেতন লভিলা মহাৰাই।
কৰিলা আদেশ ৰাজা সুমন্ত্ৰক চাই ॥১৬
ৰোৰ ৰথখান আন শীঘ্ৰে যোড়া সাজি।
ৰামে বনে যাইতে সাৰথি হুয়ো আজি ॥১৭

ৰাজাৰ আদেশ মন্ত্ৰী মাথে তুলি লৈয়া ।
সব সাজে ৰথ সাজি আনিলন্ত গৈয়া ॥১৮
ভণ্ডাৰীক নৃপতিয়ে কৰিলা হাঙ্কাৰ ।
সীতাক দিয়োক ৰাজ যোগ অলঙ্কাৰ ॥১৯
ৰাজাৰ বচন মন্ত্ৰী শিৰোগতে লৈয়া ।
তেখনে আনিলা দিব্য অলঙ্কাৰ গৈয়া ॥২০
নৃপতি বোলন্ত কুল বোহাৰী আমাৰ ।
পৰিছেদা দেখোঁ পিন্ধিয়োক অলঙ্কাৰ ॥২১
তেতিক্ষণে সীতা বস্কলক তেজিলন্ত ।
সুনিৰ্ম্মল বস্ত্ৰ পৰিধান কৰিলন্ত ॥২২
শাশু পাঞ্চশতে পিন্ধাইলন্ত অলঙ্কাৰ ।
মুকুট কুণ্ডল গ্ৰীৱে সাতেসৰি হাৰ ॥২৩
নেপুৰ পগৰি আনো অলঙ্কাৰ যত ।
থানে থানে প্ৰতি প্ৰতি পিন্ধাইলা সমস্ত॥২৪
কঙ্কণ কুণ্ডল ৰত্নাঙ্গুলী আৰো কাঞ্চী ।
সমস্ত শৰীৰ অলঙ্কাৰে নিলা থাঞ্চি ॥২৫
মঙ্গল কৰিলা ভালে জনকৰ জীৱে ।
গাৱচালি কৌশল্যায়ো ধৰিলন্ত গ্ৰীৱে ॥২৬
মাৱে জীৱে যেন ধৰিলন্ত গলে গলে ।
লোহো মলচিলা সীতা নেত্ৰৰ অঞ্চলে ॥২৭
মাথাত চুম্বন দিয়া ৰামৰ জননী ।
বোলন্ত শুনিয়ো মাৱ জনক নন্দিনী ॥২৮
নিগুৰ্ণ সুস্বামী তোৰ দুৰ্গতিপতিত ।
আৰ মান নাসাধিয়া কৰিবাহাঁ হিত ॥২৯
সীতায়ে বোলন্ত মাৱ তেজা চিন্তা শোক ।
ইতৰ নাৰীৰ সম নেদেখিবা মোক ॥৩০
সুস্বামী থাকন্তে শোভে সবে অলঙ্কাৰ ।
স্বামী হীন হৈলে হোৱে সবে ছাৰখাৰ ॥৩১
পৰিমিত ধন মাত্ৰ দেন বাপ ভাই ।
পুত্ৰত থাকিলে ধন হাততো নাপাই ॥৩২
স্বামীৰ ধনক সুখভোগে কৰে দান ।
কোন নাৰী কৰাৱে স্বামীক অপমান ॥৩৩
কোকিল শোভন হোৱে সুশোভন ৰাৱে ।
নাৰীগণ শোভে পতিব্ৰতা ধৰ্ম্মভাৱে ॥৩৪
পুৰুষ শোভন গুণ সদা বিদ্যাভাৱে ।
তাপস শোভন হোৱে ক্ষমা অলঙ্কাৰে ॥৩৫
শুনিয়ো গোসাঁনী বোলোঁ সীতা পৰবাহু ।
জন্মে জন্মে ৰাম স্বামী তুমি হৈবা শাশু ॥৩৬

কৌশল্যা শুনিলা হেন বচন কুশল ।
হৰিষ বিষাদে পৰে নয়নৰ জল ॥৩৭
ৰামৰ গলত ধৰি বুলিলা বিশেষ ।
সীতাক ৰাখিয়া যত্নে দিলা উপদেশ ॥৩৮
সুকুমাৰ বাপ মোৰ লক্ষ্মণ কুমাৰ ।
তাহাকো দেখিবা যেন নিজ কলেৱৰ ॥৩৯
ৰাঘৱে বোলন্ত মাৱ তেজিয়োক চিন্তা ।
লক্ষ্মণ ডাহিন বাহু ছায়া মোৰ সীতা ॥৪০
আক্ষ পৰাভৱে পশে হৰত শৰণে ।
পাতি মলছিল তাৰ যমৰ কৰণে ॥৪১
মোৰ লগে শোভন লক্ষ্মণ বীৰবৰ ।
ৰবিতলে নাহিকে আমাক সমসৰ ॥৪২
একে আৰো অগ্নি মই লক্ষ্মণ পৱন ।
ৰিপু অৰণ্যক কৰিবোহোঁ পুৰি ছন ॥৪৩
কৌশল্যা মুঠিক ধৰি হানিলন্ত হিয়ে ।
চাপিয়া ধৰিলা গৈয়া লক্ষ্মণৰ গ্ৰীৱে ॥৪৪
শুন শুন বাপু মোৰ লক্ষ্মণ কুমাৰ ।
সীতাক ৰাখিবা ভালে বনৰ ভিতৰ ॥৪৫
লক্ষ্মণে বুলিলা বাণী যোৰ হাত কৰি ।
চিন্তা তেজিয়োক শোক মন্যু পৰিহৰি ॥৪৬
সীতাৰ নিমিত্তে মাৱ নকৰিবা ভয় ।
ধনু ধৰি ৰাখিবোহোঁ লক্ষ্মণ দুৰ্জ্জয় ॥৪৭
অশ্বিনীকুমাৰো মোক সুহিৰন্ত সম ।
হাতে ধনুশৰ ধৰি জিনিবোহোঁ যম ॥৪৮
কাল বিকালক জিনি কীৰ্ত্তি বৰ থৈবোঁ ।
মহেশৰ হাতৰ ত্ৰিশূল কাঢ়ি লৈবোঁ ॥৪৯
একেশ্বৰে জিনিবোঁ সকলে দেৱাসুৰ ।
মুঠিতে কৰিবোঁ বাসৱৰ বজ্ৰ চুৰ ॥৫০
হাতে ধৰি ছিণ্ডিবোহোঁ বৰুণৰ পাশ ।
গদা ভাঙ্গি কুবেৰক কৰিবোঁ উদাস ॥৫১
শ্ৰীৰামে বোলন্ত মাৱ তেজিয়োক তাপ ।
আশ্বাসিয়ো ভালে মোৰ দশৰথ বাপ ॥৫২
ভক্তিভাৱে তুষিয়ো শঙ্কৰ দেৱ হৰি ।
সত্বৰে আসিবোঁ মই বনবাস তৰি ॥৫৩
সুবিনয় সুৰূপ পুত্ৰৰ শুনি বোল ।
স্ত্ৰীসব মাজে ভৈল ক্ৰন্দনৰ ৰোল ॥৫৪
ক্ৰৌঞ্চ সমূহে যেন নাদয় আকাশে ।
ক্ৰন্দনৰ ঊৰ্ম্মি দশৰথৰ আবাসে ॥৫৫

ৰাম সীতা লক্ষ্মণ ৰাজাক নমিলন্ত ।
পুনু পুনু পাৱে ধৰি ধূলিক লৈলন্ত ॥৫৬
বন্দিলন্ত পাচত কৌশল্যা দেৱী মাৱ ।
অনন্তৰে নমিলন্ত সুমিত্ৰাৰ পাৱ ॥৫৭
চৰণ বন্দিল, সখাই বিনয় স্বভাৱে ।
বসাইলন্ত কোলাত সুমিত্ৰা নিজ মাৱে ॥৫৮
সাফল জীৱন মোৰ কল্যাণ সাধিলোঁ ।
কত জন্ম পুণ্যে মই হেন পুত্ৰ পাইলোঁ ॥৫৯
উজ্বাবিলি বংশক সাম্ফল উতপতি ।
জ্যেষ্ঠ ভাইত ভৈল তোৰ ইমত ভকতি ॥৬০
সীতা তোৰ মই সম ৰাম দশৰথ ।
অবিৰোধে চল বাপ কল্যাণৰ পথ ॥৬১
শুনা ৰামায়ণ মন সাৱধান কৰি ।
ভকতিক ইচ্ছা যাৰ ডাকি বোলা হৰি ॥৬২

---

১৬ অধ্যায়—শ্ৰীৰাম আদিৰ বনগমন ।

ছবি ।

অনন্তৰে ৰাম, সীতা একে ৰথে,
চড়িলন্ত ৰঙ্গে সহি ।
পাচত লক্ষ্মণ, চড়িলা হৰিষে,
হাতে ধনুশৰ লই ॥১
চৌধ বৰিষক, লাগিয়া সীতাৰ,
বস্ত্ৰ অলঙ্কাৰ লৈয়া ।
পেটাৰিত ভৰি, লৈয়া কান্ধে কৰি,
সুমন্ত্ৰ চড়িলা গৈয়া ॥২
সমস্তে প্ৰজাৰ, তিনি ৰক্ষাসাৰ,
চড়িলা থান তেজিয়া ।
ওৰাৰি জনৰ, সাৰত সাক্ষাতে,
অগনি কুণ্ড জ্বালিয়া ॥৩
সিংহ দুৱাৰক, এৰি অনন্তৰে,
পাইলা গৈয়া ৰাজপথ ।
শোকে দুখে মৰ্ম্মে, পৰিজন সমে,
পাচে ৰাস্ত দশৰথ ॥৪
উচ্চল প্ৰচল, ভৈলা ভল বল,
অযোধ্যা যত নগৰী ।
ৰাম সঙ্গে যাই, আগ পাচ চাই,
পলাই যত দেশান্তৰি ॥৫
যোগীৰ কান্ধত, কানি ঝুলি যত,
হাতে দোৱাদশ কাখি ।
লৰৰঙ্গে লৰ ৰঙ্গে, পাচে চান্তে,
হিয়া মানে গৈল ফাটি ॥৬
পাইলেক ভাগৰ, তোকণা কান্ধৰ,
সবে পৰি গৈল খসি ।
মুখে শিৰ শিৰ, সুস্বৰঙ্গে আতি,
পলাইলা যত তপসি ॥৭
আস বলি যোগী, আচাৰি পেলাইলে,
পূজাৰ দেৱতা মান ।
পূজিবাক লাগি, পাচে পাইবো দেৱ,
থাকয় যেৱে পষাণ ॥৮
ৰামৰ পাচত, পকাশ ছাপন,
কোটি যায় কোণ্ডকৰ ।
তাৰ সীমা সংখ্যা, নাহিকে যতেক,
চলি যাই ধনুৰ্দ্ধৰ ॥৯
ৰাক থাণ্ডা ধৰ, যতেক যুজাৰ,
আদি অন্ত নাহি তাৰ ।
একো একো বীৰে, সাগৰ পৰ্য্যন্তে,
যুজিবাক দেই ধাৰ ॥১০
পুত্ৰক কান্ধত, ধৰিয়া পাচত,
চলিলা ব্ৰাহ্মণ মানে ।
নট ভাট আদি, কিঙ্কৰ লৰিল,
আছিল যতেক মানে ॥১১
সূৰ্য্য দেৱতায়ো, যাৰ ৰূপ দেখি,
চলিয়া নযান্ত ৰথে ।
হেনয় সুন্দৰী, সকলে কান্দয়,
পৰি পৰি চতুষ্পথে ॥১২
নয়ন কটাক্ষ, কৰি ৰামদেৱে,
পাচক লাগিয়া চাইলা ।
ভূমি পাৱে চলি, আছয় কান্দন্তে,
নৃপতিক ভেট পাইলা ॥১৩
হা বাপ ৰাম, লক্ষ্মণ জানকী,
এৰি মোক কৈক যাহা ।
ইক্ষণক লাগি, দেখো পৰিজনা,
মাথা তুলি মোক চাহা ॥১৪
বাপৰ বচন, শুনি ৰামদেৱে,
মন আকৰষি আনি ।

মক মক কৰি, ক্ৰন্দন কৰন্ত,
মুখত নাসয় বাণী ॥১৫
সুমন্ত্ৰ মন্ত্ৰীক, বুলিলন্ত ৰামে,
শীঘ্ৰে ৰথখান ডাক।
শুনৰে সুমন্ত্ৰ, নডাকিবি ৰথ,
দশৰথে দেন্ত হাক ॥১৬
নযা থাক থাক, ডাক ডাক ডাক,
উথলিল দুই বোল।
সুমন্ত্ৰ মন্ত্ৰীৰ, মন দোধা ভৈল,
কৰয় চিত্ত আন্দোল ॥১৭
খৰতৰ কৰি, ৰাঘৱে বোলন্ত,
মন্ত্ৰী আৰ কিবা চাহা।
বাপৰ বচন, নুশুনিলা ভাৱে,
ৰথখান ঝাণ্টে বাহা ॥১৮
শুনিয়া সুমন্ত্ৰ, মন্ত্ৰীয়ে ৰাজাক,
চাই কৰি হাত যোৰ।
আতি শাস্ত্ৰ বেগ, কৰিয়া ৰথৰ,
ডাকিলন্ত চাৰি ঘোড় ॥১৯
মন পৱনৰ, বেগে চলে ৰথ,
ধৰি অৰণ্যৰ পথ।
ক্ষণেকতে সবে, পাচ কৰিলন্ত,
নগৰৰ লোক যত ॥২০
সবাকে তেজিয়া, শীঘ্ৰ বেগে আতি,
চড়িয়া গৈলন্ত ৰথে।
হিয়া ধাকুৰিয়া, পৰি বাহুৰিয়া,
নাৰীগণ কান্দে পথে ॥২১
ৰাজা দশৰথ, কান্দন্ত পথত,
চলি যান্তে ভূমি পাৰে।
মহাদই যত, কান্দন্তে চলন্ত,
ৰাম বুলি দীৰ্ঘ ধাৰে ॥২২
বশিষ্ঠ প্ৰমুখ্য, কৰিয়া যতেক,
আছন্ত গুৰু ব্ৰাহ্মণ।
ৰাজাক সম্মুখি, মধুৰ বচন,
বুলিলন্ত তেতিক্ষণ ॥২৩
ৰামৰ পুনৰা- গমনে তোমাৰ,
আছে যেবে অভিপ্ৰায়।
যতদূৰ তাঙ্ক, আগ বঢ়াইবাক,
এতিক্ষণ সুযুৱাই ॥২৪

শুনিয়োঁ নৃপতি, আপুনি ছিস্তিলা,
আপোনাৰ সৰ্ব্বনাশ।
আগে সত্য কৰি, বৰ দুই দিয়া,
কৈকেয়ীক দিলা আশ ॥২৫
বশিষ্ঠে দেখন্ত, ৰাজা দশৰথ,
মত্ত গজ যেন আছে।
যুগুত বচন, অঙ্কুশে তাহাঙ্ক,
পলটাইলা গুৰু পাচে ॥২৬
গুৰুৰ যুগুত, বচন শুনিয়া,
ৰহিলা তথা নৰেশ।
ৰামৰ ভিতিক, চাহিয়া নৃপতি,
নকৰে চক্ষু নিমেষ ॥২৭
কাঢ়ন্ত নিশ্বাস, ভৈলন্ত নৈৰাশ,
পুনু পুত্ৰ দৰশনে।
মৰ্ম্মে পোৰে হিয়া, ভূমিত পৰিয়া,
মূৰ্চ্ছা গৈলা তেতিক্ষনে ॥২৮
হাহাকাৰ কৰি, ডাহিনে কৌশল্যা,
ধৰিলা বিকল ভাৱে।
বাম পাশ চাপি, ধৰিলন্ত পাচে,
ভৰতৰ নিজ মাৱে ॥২৯
কতোক্ষণে পাচে, ৰাজা দশৰথ,
গাৰত চেতন পাইলা।
ক্ৰোধ দৃষ্টি আতি, কৰিয়া নৃপতি,
কৈকেয়ীক লাগি চইলা ॥৩০
হাওৰে পাপিষ্ঠি, পৰম অনিষ্ঠি,
মুচুৰি মুচুৰি মোক।
গুচ ইথানৰ, জীওঁ মানে আৰ,
মইতো নচাইবোঁ তোক ॥৩১
শুন ছাৰি ওৰে, তোৰ বাক্যে যেবে,
ভৰতে লৱয় ৰাজ্য।
নলৈবোঁ তাহাৰ, পিণ্ড জলাঞ্জলি,
আদি কৰি যত কাৰ্য ॥৩২
দেখিয়া সুন্দৰী, তোক বিহা কৰি,
নষ্ট ভৈলোঁ মই ছাৰ।
নথাক এথাত, তোহোঁৰ আস্ত্ৰাত,
পৰি যাউক মহামাৰ ॥৩৩
ধিকা'ছোক তোক, ৰাম হেন পোক,
দিলি তই বনবাস।



রাম লক্ষ্মণ সীতার বনগমন

শুনৰে পাপিষ্ঠী, দূৰ যাহা তই,
মোক বধিবাক চাস ॥৩৪
ৰামে তৈত বন, ফলক খাইবন্ত,
মই ভুঞ্জিবোহোঁ ভাত।
ৰাজ্য ভোগ সবে, তেজিবোঁ বাসনা,
ইটো পুৰী অযোধ্যাত ॥৩৫
নাইস্মাৰ সিদ্ধি, হৰি হৰি বিধি,
কি কৰিলি তই মোক।
মৰিবাৰ কালে, পাইলোহোঁ দাৰুণ,
প্ৰিয় পুত্ৰ ৰাম শোক ॥৩৬
কৌশল্যা গোসানী, গদ গদ বাণী,
বুলিলা বচন হিত।
কেন মতি হীন, ভৈলা প্ৰভু এবে,
থিৰ কৰিয়োক চিত ॥৩৭
নাহি ভুলা যাৰ, ত্ৰিভুবনে আৰ,
তুমি মোৰ নিজ পতি।
ভাল কাৰ্য্য আৰ, নেদেখোহোঁ প্ৰভু,
মিলি গৈল বিসঙ্গতি ॥৩৮
বিষাদে মনত, বুলিলন্ত পাচে,
অযোধ্যাৰ নিজনাথ।
ৰাত নাসে আৰ, থানে কৌশল্যাৰ,
মোক আৰে লৈয়া সাথ ॥৩৯
কিছু স্বস্থ মন, শাস্তাৰ বচন,
মন্ত্ৰীগণে যেবে পাইল।
কৌশল্যা দেবীৰ, ঠাৱত ৰাজাক,
প্ৰবেশ নিয়া কৰাইলা ॥৪০
পটেশ্বৰী সব, সহিতে নৃপতি,
পশিলা নিজ পুৰত।
ৰামৰ উত্তম, ওৱাবিক ৰাজা,
দেখিলা কতো দূৰত ॥৪১
মলিন পৰিল, পকড়ে এৰিল,
সৰ্পৰ যেন গহ্বৰ।
কেশৰী খেদিল, কুঞ্জৰে তেজিল,
যেহেন গিৰি কন্দৰ ॥৪২
পাচে শোকে দুখে, কৌশল্যা সহিতে,
শয্যাত এৰিলা গাৱ।
হা ৰাম বুলি, বাহু দুই তুলি,
কান্দে দিয়া দীৰ্ঘ ৰাৱ ॥৪৩

হৰি হৰি ৰাম, মোক শোক দিয়া,
এৰি কৈক লাগি গৈলা।
কিনো তোৰ চিত, মোহোক বধিত,
লাগি উতপতি ভৈলা ॥৪৪
পূৰ্ব্ব জন্মে হৈবে, মই পিতা পুত্ৰে,
কৰায়া আছোঁ বিয়োগ।
তাৰ ফলে ঘোৰ, মিলিল মোহোৰ,
নিদাৰুণ পুত্ৰ শোক ॥৪৫
প্ৰাণেশ্বৰী মোৰ, শুনিয়ো কৌশল্যা,
গাঁৱত চাপিয়া ধৰ।
তোমোৰ গৰ্ভত, ভৈল উতপতি,
ৰাম মোৰ পুত্ৰবৰ ॥৪৬
আৰ নেদেখিবোঁ, গৈল কৈক লাগি,
মোহোৰ কুল নন্দন।
মহা বীৰবৰ, শৰীৰ সুন্দৰ,
গজৰ যেন গমন ॥৪৭
পৰম নিৰ্ম্মল, নীল উতপল,
সমান শোভে বদন।
অঙ্গুলি বলিত, আজানুলম্বিত,
বাহু প্ৰিয় দৰশন ॥৪৮
আতি সুশোভন, শিশু তিনি জন,
মোৰ দেশে বনে গৈল।
বিধিৰ বিপাকে, আমি যেন নাথে,
পুত্ৰ অনাথিতি ভৈল ॥৪৯
কোমল কুঞ্চিত, নেত কামলিত,
শুতি উতপাত কৰে।
তৃণৰ শয্যাত, শুতিয়া সাক্ষাৎ,
এবে কেনে প্ৰাণ ধৰে ॥৫০
অল্প বয়সৰ, সুখিয়া কুমৰ,
ৰাজাৰ ভোগ উচিত।
তেজি গৃহ সুখ, বনবাস দুখ,
ভুঞ্জিবেক নিতে নিত ॥৫১
শৰীৰক জানি, পুত্ৰ শোক বহি,
ধৰে দুইকো নিৰন্তৰ।
শোকে সৰ্ব্বক্ষণ, বধিৰ কিৰণে,
যেন শোষে সৰোবৰ ॥৫২
নিদ্ৰাক নপাইলা, বিষাদে থাকিলা,
ৰাজা আৰু পটেশ্বৰী।

ৰামৰ শোকত, ভৈল নিশবদ,
অযোধ্যা সিটো নগৰী ॥৫৩
শুনিয়োক লোক, সংক্ষেপে আছোক,
ইটো কথা এহি মানে।
মহা লাভ জানি, ৰামৰ কাহিনী,
শুনিয়োক বিগ্রমানে ॥৫৪
ঘোৰ কলিকাল, নাহি আত ভাল,
ৰামত বিনে ভকতি।
জীৱা কতকাল, তেজি আলজাল,
ৰাম পাৱে দিয়া মতি ॥৫৫
পৰম অথিৰ, মনুষ্য শৰীৰ,
পৰে কেতিক্ষণ জানি।
জন্মৰ সাফল, হৌক লোক ডাকি,
বোলাঁ ৰাম ৰাম বাণী ॥৫৬

---

১৭ অধ্যায়

প্ৰজা সকলৰ প্ৰতি শ্ৰীৰামৰ প্ৰবোধ বাক্য।

পদ।

অযোধ্যা তেজিয়া ৰাম গৈলা যেতিক্ষণ।
নগৰীয়া লোক নথাকিল্ একোজন ॥১
নিজ প্ৰাণ তিনি জন বন চলি যাই।
মৃতক শৰীৰে থাকিবোহো কাক চাই ॥২
এহি বুলি প্ৰজা ৰাঘৱৰ লাগ লৈলা।
যাইবে কতো নপাৰি পথতে পৰি ৰৈলা ॥৩
ৰাঘৱে বোলন্ত শুনা অযোধ্যাৰ জন।
যদি দায়া থাকে মোৰ কৰিয়ো বচন ॥৪
মোহোৰ বাসনা এৰি অযোধ্যাক যাহা।
ভৰতক ৰাজা পাতি ধৰ্ম্মপথ চাহা ॥৫
মোহোৰ শোকতে দগ্ধ ৰাজা দশৰথ।
তাঙ্ক যেবে আশ্বাসিয়ো মোৰ হিতপথ ॥৬
প্ৰজা বোলে ৰাম প্ৰভু ধৰ্ম্ম চাহিয়োক।
বাহুবায়া মন অযোধ্যাক চলিয়োক ॥৭
নোহে আমি তেজিলোঁহো পুত্ৰ পৰিবাৰ।
তোমাৰ ভুলত বন কৰিলোঁহো সাৰ ॥৮
কৈকেয়ীৰ বচনক দৃঢ় মনে ধৰি।
কোথা চলি যাহা আমাসাক পৰিহৰি ॥৯
ৰাগ ৰোষ সকলো আমাত ক্ষমা কৰি।
প্ৰতিপাল কৰিয়োক অযোধ্যা নগৰী ॥১০
পিঠি দিয়া প্ৰজাক নিৰ্দ্দয় ৰাম বীৰ।
শীঘ্ৰবেগে পাইলেক তমসা নদীতীৰ ॥১১
ৰাঘৱে বোলন্ত শুনা লক্ষ্মণ বিনীত।
প্ৰথম প্ৰবাসে আমি ভৈলোঁ উপস্থিত ॥১২
অসুখ নকৰ বাপু মন্যু পৰিহৰি।
ৰাত্ৰি গোট ৰক্ষিয়ো প্ৰজাক ৰক্ষা কৰি ॥১৩
কেন মতে ফলমূল ভুঞ্জিবোঁহো আজি।
ঝাণ্ট কৰি তৃণ শয্যা দিয়ো মোক সাজি ॥১৪
ৰামৰ বচন শুনি লখাই মহা বীৰে।
তৃণ শয্যা নিৰ্ম্মিলা তমসা নদীতাৰে ॥১৫
ৰাম সীতা পাচে তথা শয়ন কৰিলা।
নিদ্ৰা গৈলা দুয়ো দুখ শোক পাসৰিলা ॥১৬
চতুৰ্ভিতি বেঢ়ি শুইলা অযোধ্যাৰ লোকে।
নিচেষ্টে গৈলন্ত নিদ্ৰা পীড়িলেক শোকে॥১৭
ৰামৰ বিবিধগুণ কথা আতি কহি।
সুমন্ত্ৰ লক্ষ্মণ জাগি থাকিলন্ত ৰহি ॥১৮
সমধিকে গৈল যেবে নিশা দুইপৰ।
পাইলন্ত চেতন নিদ্ৰা ভাঙ্গিল ৰামৰ ॥১৯
ৰাঘৱে বোলন্ত লখাই প্ৰজাৰ বিপত্তি।
পুত্ৰ দাৰা গৃহ তেজি আমাত ভকতি ॥২০
দাৰুণ বনত আসি তমসা কুলত।
মোত অনুৰাগে শুইল বৃক্ষৰ মূলত ॥২১
প্ৰজাক আমাৰ দুখ দিতে নুযুৱাই।
সবাহাকো পৰিহৰোঁ চিন্তাহা উপায় ॥২২
শুনা বোলোঁ বচন সুমন্ত্ৰ সদভাৱ।
অযোধ্যাক লাগি মোৰ ৰথ বাহুবাৱ ॥২৩
কতো দূৰ গৈয়া পাচে আন পন্থা ধৰি।
অন্তৰীক্ষ ভাৱে ৰথ আন ঝাণ্ট কৰি ॥২৪
শ্ৰীৰামৰ বচন সুমন্ত্ৰে পৰিমাণি।
সেহিমত কৰি ৰথ যোগাইলন্ত আনি ॥২৫
ৰাঘৱে সীতায়ে সেহি ৰথত চড়িয়া।
তমসাৰ পাৰ ভৈলা প্ৰজাক এৰিয়া ॥২৬
পাৰ হুয়া ৰাম যেবে বহু দূৰ গৈলা।
প্ৰভাতত আদিত্য উদয় আসি ভৈলা ॥২৭
জাগি প্ৰজা সবে বোলে হৰি হৰি বিধি।
খুজি ফুৰে হাতৰ হৰাইল যেন নিধি ॥২৮
অযোধ্যাক গৈল ৰাম দেখি ৰথ চিন।
জানি নিবৰ্ত্তৰ প্ৰজা ভৈল শোক হীন ॥২৯

ক্ষমাশীল ৰাম কোপ উপশাম ভৈল।
হেন বুলি প্ৰজা সব অযোধ্যাক গৈল ॥৩০
পাচে প্ৰজা দেখে ৰাম নাহি অযোধ্যাত।
সূৰ্য্য অস্ত গৈলে পদ্ম সঙ্কোচ সাক্ষাত ॥৩১
মূৰ্চ্ছিত পৰিয়া প্ৰজা আপোনাৰ ঠায়ে।
পুত্ৰ পৰিবাৰ সঙ্গে কান্দে দীৰ্ঘ ৰায়ে ॥৩২
নাৰীগণে স্বামীক বোলয় অনুভৱ।
ৰাম গুণ পাসৰিয়া আসি সোলে ঘৰ ॥৩৩
দিনেকৰো গুণ তান সুজিতে নপাৰি।
স্বামী সকলক গালি পাৰে যত নাৰী ॥৩৪
স্বামীৰ মাথাত কেকো দেয় ঘোৰঘোৰ।
এৰি আইলি ৰামক টেণ্টন যেন চোৰ ॥৩৫
এতো কেন কৰহ ৰামৰ পাশে যাহা।
সেৱা কৰি বিনয় ৰামক মনৱাহা ॥৩৬
ফল মূল গোটাই আনি ৰামক তুষিব।
তোমাক আমাক ৰাম সীতায়ে পুষিব ॥৩৭
স্ত্ৰী মুখ চাইতে আইলি ৰামক তেজিয়া।
পাপী মোক তেজি মৰে নৰকে মজিয়া ॥৩৮
এহিমতে প্ৰজায়ে ৰামক কৰে মৰ্ম্ম।
তেজিল সমস্তে লোকে যাৰ যেন কৰ্ম্ম ॥৩৯
দেৱৰীয়ে দেৱ পূজা কৰিলে বিচ্ছেদ।
ব্ৰাহ্মণ সকলে নপঢ়য় আৰু বেদ ॥৪০
ক্ষত্ৰে এৰিলেক অস্ত্ৰ শস্ত্ৰ কৰ্ম্ম ধৰ্ম্ম।
বৈশ্যে এৰিলেক কৃষি বাণিজ্যৰ কৰ্ম্ম ॥৪১
শূদ্ৰে এৰিলেক সেৱা বিষাদিত লোক।
পুত্ৰে মাতৃ এৰিলে তেজিল মাৰে পোক ॥৪২
সকলে প্ৰজাৰ ভৈল অসুখ আধৃতি।
ছত্ৰিশ জাতিয়ে তেজিলেক নিজ বৃত্তি ॥৪৩
দেশে দেশে প্ৰজা সবে কান্দে মন্যু কৰি।
সকলে নগৰী জানি শুনি হৰি হৰি ॥৪৪
দশৰথ কৈকেয়ীক প্ৰজা বোলে ধিক।
বিনা দোষে ৰামক পঠাইলা বনে কিক ॥৪৫
কতো দিনে প্ৰজা সবে খাইলে অন্ন পানী।
শুনিয়া পথত যেন ৰামৰ কাহিনী ॥৪৬

১৮ অধ্যায়—শ্ৰীৰামচন্দ্ৰৰ গুহ ৰাজাৰ নগৰ সাক্ষাৎ।

উপায় বিশেষে প্ৰজাগণে পৰিহৰি।
অবিলম্বে পাইলা আসি কোশল নগৰী ॥১
তাকো এৰাই গৈলা বেদশ্ৰুতি নদী তৰি।
লক্ষ্মণ জানকী সমন্বিতে মন্যু কৰি ॥২
গোপকুল পাইলা গৈয়া ঘৃত দধি সাৰ।
শীঘ্ৰ বেগে ভৈলা গৈয়া গোমতীৰ পাৰ ॥৩
ৰথনেমি সন্ধানে পৃথিবী তল ভেদি।
শীঘ্ৰ বেগে তৰিলা সৰযু মহানদী ॥৪
মন্ত্ৰীক সম্বুধি ৰামে বুলিলা বচনে।
বিষাদ থাকিল মোৰ সৰযুৰ বনে ॥৫
কোন কালে আসি মাৱবাপ ভেট পাইবোঁ।
সৰযুৰ বনে মৃগ মাৰিবাক যাইবোঁ ॥৬
হেনয় বিষাদে যেবে গৈলা বহু দূৰ।
গোধূলিৰ বেলা পাইলা শৃঙ্গবেৰ পুৰ ॥৭
দেৱনদী গঙ্গাক দেখিলা গৈয়া তথা।
জগত পবিত্ৰ কৰি বহন্ত সৰ্ব্বথা ॥৮
শত যোজনত থাকি স্মৰণ কৰে।
তেতিক্ষণে দুৰ্ঘোৰ দুস্তৰ পাপ তৰে ॥৯
স্নানত দুষ্কৃত যত গুচয় নিশেষ।
কল্যাণ লভিয়া পায় পুণ্য কথা শেষ ॥১০
দেখিলে পাতক তৰে একজনমৰ।
পৰশিলে নষ্ট হোৱে জনম শতৰ ॥১১
স্নানিলাতে সহস্ৰ জন্মৰ পাপ নাশ।
স্নান দান জপে হোৱে ব্ৰহ্মৰ প্ৰকাশ ॥১২
অন্তকালে যিবা জনে গঙ্গাত মজয়।
মুকুতি লভিয়া ঘোৰ সংসাৰ তৰয় ॥১৩
চাৰি মুখে ব্ৰহ্মা গুণ বৰ্ণাইতে নপাৰি।
হেন গঙ্গাতীৰ পাইলা ৰাঘৱ মুৰাৰি ॥১৪
বায়ুৰ পৰশে ঢৌ উঠলন্ত আছে।
ৰাম দৰশনে গঙ্গাদেৱী যেন নাচে ॥১৫
ফেনগণ হৈল যেন সচকিত হাস।
জলৰ উল্লোল যেন দেখয় প্ৰকাশ ॥১৬
নিজাৱৰ্ত্ত হাতে গঙ্গা আহ্বান কৰিল।
গঙ্গাক দেখিয়া ৰামে শোক পাসৰিল ॥১৭
কুম্ভীৰ কচ্ছপ মৎস্য শিশু ঘৰিয়াল।
নানাবিধ জলজন্তু কৰয় আস্ফাল ॥১৮
হাঁস সাৰসৰ মধ্যে বক চক্ৰবাক।
জলচৰ পক্ষীগণ লখি ডাকে ডাক ॥১৯
সুখেতে হৰিষ কিছু ভৈল গঙ্গাকূলে।
বসিলা ৰঘৰ নাথ ইঙ্গুদিৰ মূলে ॥২০

সুমন্ত্র ৰথৰ ঘোঁড়া কৰিলা উদাস।
জলপান কৰায়া ঘোঁৰাক দিলা ঘাস ॥২১
শৃঙ্গবেৰ পুৰে বীৰ ইন্দ্ৰ সমসৰ।
গুহ নামে ৰাজা বৰ সুহৃদ ৰামৰ ॥২২
চাণ্ডালৰ ৰাজা তেহো বাৰ্ত্তা পাচেপাইল।
মুখ্য মুখ্য পাত্ৰ লৈয়া ৰাম পাশে আইল॥২৩
দূৰতে ৰামক দেখি নমাইলেক মাথ।
সাষ্টাঙ্গ প্ৰণামি যুৰিলেক যোৰহাত ॥২৪
কৰ্পূৰ তাম্বুল যত বিবিধ ভক্ষণ।
ৰামৰ আগত কৰিলেক উপসন ॥২৫
আইস আইস গুহ বুলি ৰামে দিলা বাৰ।
সম্বিত চাপিলা গৈয়া বিনয় স্বভাৱ ॥২৬
দুই বাহু মেলি ৰামে সাবটি ধৰিলা।
গ্ৰীৱাত ধৰিয়া মাথে চুম্বন কৰিলা ॥২৭
কিনো শুভদিন আজি দেখিলোঁহো তোক
এৰাইলোঁহো ক্ষণতেক হৃদয়ৰ শোক ॥২৮
কুশল বাৰ্ত্তাক পুছি দিলন্ত সিদ্ধান্ত।
আদি অন্তে কহিলন্ত আপোন বৃত্তান্ত ॥২৯
পৰিগ্ৰহ তেজিলোঁহো তাপসৰ ভাৱ।
অন্ন পান দ্ৰব্য যত ঠাৱক পঠাক ॥৩০
বাকলি বসন ফল মূলে মোৰ আশ।
পাইলোঁ তোৰ আদৰ ঘোঁৰাক দিয়ো ঘাস ॥৩১
সন্ধ্যা কৰিলন্ত ৰাম লখাই মহাবীৰে।
তৃণ শয্যা নিৰ্ম্মিলা লক্ষ্মণ গঙ্গাতীৰে ॥৩২
তৃণৰ শয্যাত ৰামে মেলাইলন্ত গাৱ।
সীতাও চাপিলা গৈয়া সলজ্জিত ভাৱ ॥৩৩
সুমন্ত্র লক্ষ্মন গুহ গঙ্গাৰ কূলত।
তিনি জনে বিষাদিত বৃক্ষৰ মূলত ॥৩৪
গুহ ৰাজে বোলে লক্ষ্মণৰ মুখ চাই।
তোমাক দিবাক আছে পত্ৰক বিছাই ॥৩৫
ইহাতে শুতিয়ো তুমি মনুষ্য পৰিহৰি।
সসৈন্যে পহৰা দিবোঁ হাতে ধনুধৰি ॥৩৬
লক্ষ্মণে বোলন্ত শুনা গুহ মহাবীৰ।
কেনে নিদ্ৰা যাইবোঁ শোকে দগধ শৰীৰ ॥৩৭
কৌশল্যা সুমিত্ৰা মাৰ বাপ দশৰথ।
ছুট কটাই মৰে ছুইয়ো দহে অন্তৰ্গত ॥৩৮
যাহাৰ তুলত লৰে চতুৰঙ্গ দল।
স্বৰ্গদ্বাৰ জেদয় নৈভৰ কোলাহল ॥৩৯
হেন ৰাম সীতা শুতিলন্ত তৰুতল্।
নৰহয় প্ৰাণ মন কৰয় বিকল ॥৪০
যাহাৰ সেৱক হস্তী ঘোঁড়ে ৰথে চড়ি।
আগে পাচে সেৱা কৰি চলে দৰদৰি ॥৪১
তাহান বিপতি হেন মিলিল আপায়।
জীৱনতো ধিক মোৰ পৰাণ নযাই ॥৪২
শুনি গুহ নৃপতিৰ পৰাণ নসহে।
দশৰথ বহ্নি জ্বলি অন্তৰ্গত দহে ॥৪৩
তিনিকো পীড়িলে শোক জ্বলিয়া প্ৰচণ্ড।
কান্দন্তে পুহাইল ৰাত্ৰি উদিত মাৰ্ত্তণ্ড ॥৪৪
ৰাঘৱে বোলন্ত লখাই ঝাণ্টে চালগাৱ।
পুহাইল ৰজনী কুলি তেজিলেক ৰাৱ ॥৪৫
ময়ূৰৰ নাদে শুন পূৰিলেক বন।
ধনু কাণ্ড লৈয়ো ভাই কৰিয়ো গমন ॥৪৬
ৰামৰ বচন শুনি বিনীত লক্ষ্মণে।
তূণ বাণ খৰ্গ সাজি লৈলা তেতিক্ষণে ॥৪৭
আগত লক্ষ্মণ সীতা পাচে ৰঘুনাথ।
আগ বাঢ়ি সুমন্ত্র যুৰিলা যোৰহাত ॥৪৮
লখিলোঁহো ভূমি পাৱে ধৰিলাহা দিশ।
আজ্ঞা দিয়ো প্ৰভু মই কৰিবোহো কিস্ ॥৪৯
ৰাঘৱে বোলন্ত মন্ত্ৰি অযোধ্যাক চল।
লোকত জনাইবে মোৰ বাৰ্ত্তাক কুশল ॥৫০
হেন শুনি মন্ত্ৰী ভৈল বিকল স্বভাৱ।
মৰিলোঁহো বুলিয়া দিলেক দীৰ্ঘৰাৱ ॥৫১
আশেষ কান্দিয়া বোলে চৰণত ধৰি।
দেশক নযাইবোঁ থাকোঁ তযু সেৱা কৰি ॥৫২
শ্ৰীৰামে বোলন্ত মন্ত্ৰী হেন নোহে যোগ।
তিম দিন ৰাপৰ নাহিকে ৰাজভোগ ॥৫৩
জীৱন্তে কি দশৰথে তেজিলন্ত মোক।
আশ্বাসিবি ভালে তাঙ্ক যেন পলাই শোক॥৫৪
ৰামৰ চৰিত্ৰ কথা অমৃত পৰম।
সংসাৰ তৰস ইটো উপায় সুগম ॥৫৫
জানিয়া ৰামৰ পাৱে থিৰ কৰি মন।
বোলা ৰাম ৰাম সবে সমাজিক জন ॥৫৬

---

১৯ অধ্যায় – সুমন্ত্র বিদায়।

ছবি।

আমাৰ বাপৰ, তুমি প্ৰিয়মন্ত্ৰী,
ৰচন মোৰ শুনহ।

দুখৰ ভাজন, বাপৰ আগত,
কুশল বাৰ্ত্তাক কহ ॥১
জীয়ন্তে আছন্ত, দুখৰ ভাজনী,
কৌশল্যা সুমিত্ৰা আই ।
কৈৰে দুইৰো আগে, সুখে জীয়ে তিনি,
স্বাদু বনফল খাই ॥২
কৈকেয়ী প্ৰমুখ্যে, মাৱক প্ৰণামি,
জনাইবাহা পাচে মোক ।
ৰামে বুলিলন্ত, ভালে মই আছোঁ,
তুমি সব তেজা শোক ॥৩
বাপৰ চৰণ, বন্দিয়া বুলিবা,
তোমাত ৰাম ভকত ।
আছো বনবাস, তথু সত্য পালি,
নৰক যাইতে শকত ॥৪
[illegible] কাণ্ডে, বাক্য পালিয়োক,
তেজিয়োক সব শোক ।
অবিৰোধে বন, তেজিয়া যাইবো,
ঝবিতে দেখিবা মোক ॥৫
[illegible], বচন বুলিবা
শুভাশিত মোৰ ভাই ।
কৈকেয়ী সদৃশ, দেখিবে মোহোৰ
কৌশল্যা সুমিত্ৰা আই ॥৬
লক্ষ্মণে বোলন্ত, বাপক বুলাব,
গুচিল তোমাৰ ছাল ।
কৈকেয়ীৰ হিত, চিন্তিয়া আমাক,
বনক পঠাইলা বুলি ॥৭
লোক পতিয়ান, বিষাদ এৰিয়া
হৰিষে কৈকেয়ীক চাহা ।
সাত পুৰুষৰ, তেমাৰ গোসানী,
কান্ধত কৰি বুলাহা ॥৮
তুমি তেন ৰাজা, স্ত্ৰীবশ হৈয়া,
বৰ হটো ধৰ্ম্ম পাইলা ।
দেশে দেশে খ্যাতি, থাকিল তোমাৰ,
ৰামক বনে পঠাইলা ॥৯
সকলে লোকক, অসাৰ দেখিলো,
কৈয়া কৈকেয়ীক সাৰ ।
মৰিবাৰ কালে, কামবশ্য হুয়া,
ধৰ্ম্ম ঘট আপোনাৰ ॥১০

লক্ষ্মণক বাধি, ৰামে বুলিলন্ত,
মন্ত্ৰী শুনা পৰিমাণ ।
লক্ষ্মণৰ বোল, ৰাজাক জনাইলে,
তেখনে তেজিব প্ৰাণ ॥১১
শোক দুখ এৰি, কিছু সুবুদ্ধি ধৰি,
হৰিষে অযোধ্যা যাহা ।
আমাৰ কুশল, সবে বাৰ্ত্তা কহি,
নৃপতিক ভালে চাহা ॥১২
গুহ নৃপতিক, ৰামে বুলিলন্ত,
আঠ আন এতিক্ষণ ।
মাথে জটা ধৰি, তাপসৰ বেশে,
দুভায়ে চলিবো বন ॥১৩
আজ্ঞা শিৰে ধৰি, তেতিক্ষণে গুহে,
আনি দিলা বড় আঠ ।
জটা নিৰ্ম্মি শিৰে, দুভায়ে গঙ্গাৰ,
পাৰ হৈতে গৈলা ঘাট ॥১৪
গঙ্গাতীৰ চাহি, গুহয়ো সুমন্ত্ৰ,
আছয় বিকল ভাৱে ।
[illegible], ধৰিলা লক্ষ্মণে,
[illegible] মাৰে ॥১৫
ৰাম সীতা [illegible], গুহ সুমন্ত্ৰ,
[illegible] ।
দুইভায়ো সম্মুখে, [illegible] চলি গৈলা,
[illegible] ॥১৬
[illegible], ৰামৰ চৰিত্ৰ,
[illegible] ।
[illegible], [illegible] আশা এৰি,
[illegible] ৰাম ॥১৭
ৰামৰ ভকতি, [illegible],
[illegible] ।
থিৰ মন কৰি, [illegible] হৰি,
[illegible] ॥১৮

২০ অধ্যায় — [illegible]
[illegible] ।

পদ ।

মাত পঞ্চ পাইলা সেৱা লইয়া নাওৱালী ।
[illegible] বোলন্ত গঙ্গাক সীতা চাহি ॥১

শুনিয়ো গোসানী তুমি দেব নদী গঙ্গে।
আমি যিটো বোলোঁ তাক শুনিয়োক সঙ্গে ॥
প্ৰণামোহোঁ গঙ্গাদেবী কৰি যোৰ হাত।
দশৰথ সুত ৰাম মোৰ প্ৰাণনাথ ॥৩
ৰক্ষা কৰাঁ মাৱ আক্ষ দুৰ্গতি তৰন্ত।
বনবাস খাটি আসি ৰাজ্যক কৰন্ত ॥৪
লক্ষ্মণকো পালিবাঁহা আমাৰ দেৱৰ।
মোক ৰক্ষা কৰাঁ সবে তৰোহোঁ দুস্তৰ ॥৫
অযোধ্যাক আসিলে কৰিবোঁ বহুমান।
তোমাৰ উদ্দেশে দিবোঁ সহস্ৰ গোদান ॥৬
সীতা স্তুতি কৰন্তে গঙ্গাৰ ভৈলা পাৰ।
প্ৰণমিয়া গঙ্গাক বনত পয়সাৰ ॥৭
সীতা আগে চলে লখাই ধনুশৰ ধৰি।
পাচত চলন্ত ৰাম দুইকো ৰক্ষা কৰি ॥৮
তিনিও অনেক বন বিসম এৰাইলা।
কতোদূৰ গৈয়া বৰ বৃক্ষ মূল পাইলা ॥৯
হৰিণেক মাৰিয়া ৰান্ধিয়া তৈতে খাইলা।
বৃক্ষমুলে লখাই পত্ৰ শয্যাক বিছাইলা ॥১০
শ্ৰীৰামে বোলন্ত বাপ শুনিয়ো লখাই।
তোৰ শয্যা কৰ মোৰ সন্নিত চপাই ॥১১
আজি ভালে জানিবি প্ৰথম পৰবাস।
সুমন্ত্ৰে এৰিল দেখি তেজিলা নিশ্বাস ॥১২
কতো নিশা যাহন্তে উদিত ভৈল শশী।
লক্ষ্মণক বুলিলা শয্যাতে ৰামে বসি ॥১৩
আজি জানো সাফলিলোঁ বাপৰ শপত।
কৈকেয়ী মাৱৰ সিদ্ধি ভৈল মনোৰথ ॥১৪
হৰি হৰি বাপ দশৰথ মহীপাল।
কৈকেয়ী তোমাৰ ভৈলন্ত নিজ কাল ॥১৫
ভৰত নৃপতি ভৈলে লখাই বুজ উলি।
মাৰিবে কৈকেয়ী মোৰ মাৱ বাপ পুলি ১৬
এতেকে তই লখাই দেশক চলি যাহা।
অনাথিতি মাৱক বাপক ভালে চাহা ॥১৭
তোক দৰশনে কিছু সন্তাপ তেজিব।
সীতা সমে আমি পিতৃ সত্যক পালিবোঁ ॥১৮
লক্ষ্মণে বোলন্ত শোকে তোমাক বাধয়।
ইসব ক্ৰন্দনে আক কিছু নলাধয় ॥১৯
পুসু পুসু বোলাহাঁ দেশক লাগি চল।
মই প্ৰাণ তেজিলে পাইবাহাঁ কোন ফল ॥২০

লক্ষ্মণৰ বোলে ভৈল শোক উপশাম।
পুহাইল ৰজনী গাৱ চলিলন্ত ৰাম ॥২১
আগ ভৈলা লক্ষ্মণ সীতাক মাজ কৰি।
চলি যান্ত ৰাম বৃক্ষমূল পৰিহৰি ॥২২
নদী নদ গহন পৰ্ব্বত মহাদেশ।
সীতাক আপুনি বিনাৱন্ত হৃষীকেশ ॥২৩
দেখিয়োক সীতা গঙ্গা যমুনা সঙ্গম।
পাইলোঁহো প্ৰয়াগ ভৰদ্বাজৰ আশ্ৰম ॥২৪
ভৰদ্বাজ ঋষিয়ে কৰন্ত হোম জাপ।
ত্ৰিভুবন দহিতে পাৰন্ত দিয়া শাপ ॥২৫
হোম ধুম পকঁতি দেখিয়ো সীতা আগ।
মুক্তি ক্ষেত্ৰ আসি আমি পাইলোঁহো প্ৰয়াগ ॥
গধূলি সময়ে যেবে আদিত্য নামিলা।
ঋষিৰ দুৱাৰে গৈয়া তিনিও মিলিলা ॥২৭
ৰাম আসিবাৰ পাচে ঋষি বাৰ্ত্তা পাইলা।
শিষ্যক পঠাইয়া ঋষি ৰামক আনাইলা ॥২৮
সৰ্ব্বে মুনিগণে ভৰদ্বাজক আবৰি।
বাঘ ঘোঙ ভালুকে আছয় সেৱা কৰি ॥২৯
ভৈল যজ্ঞ সবে মুনি তপে উপশাম।
নমিলন্ত মুনিক লক্ষ্মণ সীতা ৰাম ॥৩০
ঋষিয়ে ৰামক কৰিলন্ত আশীৰ্ব্বাদ।
বেদধ্বনি উথলিল ব্ৰাহ্মণৰ নাদ ॥৩১
আসনে বসিলা ৰাম ঋষি সভা মাজে।
ফলে মূলে জলে অৰ্চ্চিলন্ত ভৰদ্বাজে ॥৩২
কমন কাৰণে ৰাম অথিৰ চৰিত।
ঋষিয়ে সুধিলা তব কিবা অপেক্ষিত ॥৩৩
ৰাঘৱে বোলন্ত শুনিয়োক ঋষিৰাজ।
আদি অন্তে সংক্ষেপে কহিবোঁ সবে কাজ ॥৩৪
কৈকেয়ী মাৱে বৰ লৈলন্ত ৰাজাত।
ভৰতক ৰাজ্য পাতিবন্ত অযোধ্যাত ॥৩৫
চৌধ বৰিষক মোক পঠাইলন্ত বন।
তুলত লৰিল সীতা ভৈয়াই লক্ষ্মণ ॥৩৬
তোমাৰ চৰণ আসি দেখিলোঁ বনত।
এৰাইলোঁহো শোক কিছু হৰিষ মনত ॥৩৭
কমন থানত আসি হৈবোঁ উপস্থিত।
উপদেশ বুলিয়োক আমাক উচিত ॥৩৮
সসম্ভ্ৰম ৰূপে ঋষি বুলিলা বচন।
ত্ৰিভুবনে সাৰ ইটো মোৰ তপোবন ॥ ৩৯

প্ৰয়াগ সুতীৰ্থ গঙ্গা যমুনা সঙ্গমে ।
আমি সমে হয়ো স্থিত এহিতো আশ্ৰমে ॥৪০
ৰাঘৱে বোলন্ত শুনিয়োক ঋষি ৰত্ন ।
ইথানে থাকিতে মোক নকৰিবা যত্ন ॥৪১
লোক দেখিবাক আসিবন্ত বন্ধুজন ।
নিৰজন থানে উপদেশিয়োক বন ॥৪২
ঋষিয়ে বোলন্ত আমি কিমবিধি চাইলোঁ ।
অনুৰূপে তোমাৰ থানক খুজি পাইলোঁ ॥৪৩
তৃতীয় প্ৰহৰ পথে আছে গুপ্ত দেশ ।
চিত্ৰকূট পৰ্ব্বতত হয়োত প্ৰবেশ ॥৪৪
মুনিগণ দেখিবাহা বহু ফল মূল ।
ভালুক বানৰ সম গোদা গোলাঙ্গুল ॥৪৫
কতো কতো ঋষি তাতে স্বৰ্গপথ চাইলা ।
কেহোঁ কহোঁ মুনিগণ মুকুতিক পাইলা ॥৪৬
ঋষি সমে কথা যন্তে ৰজনী প্ৰভাত ।
মুনি সমে পাইলা গৈয়া যমুনা সাক্ষাত ॥৪৭
পথ উপদেশি মুনি বাহুৰি আসিলা ।
ভেল বান্ধি তিনিহন্তে যমুনা তৰিলা ॥৪৮
শ্যাম নামে বটবৃক্ষ পাইলা কতোদূৰে ।
ভাল ৰূপে তাহাক জানয় দেৱাসুৰে ॥৪৯
মুনি উপদেশে সীতা বৃক্ষক আৰাধি ।
চলি গৈলা তিনিও অনেক বৰ সাধি ॥৫০
দণ্ডদুইৰ পথে পাইলা নীল নামে বন ।
মৃগ মাৰি বান্ধি তৈতে কৰিলা ভোজন ॥৫১
তৰুতলে লখাই পত্ৰশয্যাক বিছাইলা ।
প্ৰয়াস তেজিয়া সুখে নিদ্ৰা তাতে পাইলা ॥৫২
লখাইক জগাইলা ৰামে জানিয়া প্ৰভাত ।
হাত মুখ ধুইয়া সন্ধ্যা কৰিলা তথাত ॥৫৩
অবিলম্বে চিত্ৰকূট বন পাচে পাইলা ।
হৰিষ বদনে ৰামে সীতা মুখ চাইলা ॥৫৪
দেখা দেখা জানকী হৰিষ কৰি মন ।
ফল মূল মুকুত বিবিধ তৰুবন ॥৫৫
জাঁই যুতি বকুল বন্ধুলি কৰ্ণিকাৰ ।
কাঞ্চন টগৰ কুন্দ শেৱালি মন্দাৰ ॥৫৬
অশোক পলাশ ফুলি গৈল হিসা হিসি ।
নাগেশ্বৰ চম্পক ফুলিল অহৰ্ন্নিশি ॥৫৭
পীত তগৰ বক ফুলিল সেৱতি ।
ধুন্দুৰ কনৌৰ আৰু ফুলিল মালতি ॥৫৮

ওড় পুষ্প মালি গুৱামালি আৰু মালি ।
তমাল তুলসী মাধৈ মৰুৱা শেৱালি ॥৫৯
বসন্ত সময়ে কাম ৰাজাৰ পয়ান ।
পুষ্পৰ ধনুত আৰোহিয়া পাচবান ॥৬০
ভাৰ্য্যা পুৰুষৰ কাম বাণে কৰে লখ ।
বিৰহী জনৰ ভৈল সহন আসখ ॥৬১
সেনাপতি ৰবি ভৈল মলয়ৰ বায় ।
মহাবীৰ নাদ ভৈল কোকিলৰ ৰাৱ ॥৬২
পক্ষীগণ ৰাৱে যেন বাজে বাদ্যভাণ্ড ।
নাগেশ্বৰ ফুল কাম নৃপতিৰ দণ্ড ॥৬৩
গুঞ্জৰিত ৰাৱে সবে ভ্ৰমৰ লৰিল ।
কেতকী কুসুমে যেন কৌতুক গঢ়িল ॥৬৪
কোকিল ভ্ৰমৰ পক্ষী ময়ূৰৰ ৰাৱে ।
কাম ব্যাধি পীড়িয়া নসহে মোৰ গাৱে ॥৬৫
শুনি মন মোহিত পাৱয় নিৰন্তৰে ।
ভালেসে ক্ৰোধত কাম দহিলা ঈশ্বৰে ॥৬৬
দেখ দেখ সীতা আম জাম পনিয়াল ।
তাম্বুল কঁঠাল নাৰিকল নানা ফল ॥৬৭
কমলা মোহৰি শ্ৰীফলৰ গন্ধ বহে ।
নানা ফুল ফলৰ সুৰভি বায়ু বহে ॥৬৮
সব বৃক্ষে বাৰয় মাসৰ ফল ধৰে ।
আশেষ চটকে পৰি পৰি বোল কৰে ॥৬৯
জলচৰ থলচৰ ডাকে ডাকে পক্ষী ।
সীতাক বিনাস্তে চলি যান্ত লখি লখি ॥৭০
কঙ্ক বক মউপিয়া পক্ষী মনোনীত ।
নানাবিধ চিত্ৰ পক্ষী দেখিতে শোভিত ॥৭১
কোকিলৰ ৰাৱ পেচা কিকা শুকসাৰি ।
মনোহৰ পক্ষী যত বৰ্ণাইতে নপাৰি ॥৭২
মন্দাকিনী নদীত দেখিয়া পক্ষীগণ ।
সীতাক সম্মুখে ৰামে বুলিলা বচন ॥৭৩
ৰাজহংস দেখা সীতা তোমাৰ গমন ।
চক্ৰবাক যুগল তোমাৰ দুই স্তন ॥৭৪
কল হংস ৰাৱ কাঢ়ি নূপুৰৰ নাদ ।
বদন কমল তোৰ দেখন্তে আহ্লাদ ॥৭৫
বদন উপৰে তোৰ নয়ন যুগলে ।
খঞ্জন দুটয় যেন চলয় কমলে ॥৭৬
জনকৰ জীৱ দেখ নদী মন্দাকিনী ।
তোমাৰ সদৃশ সুশোভিত মধ্যখিনি

বিদুৰ গমনে যেন মিলিল প্ৰয়াস।
কৃশ ভৈল শৰীৰ ঈষত কেন হাস ॥৭৮
চিত্ৰকূট পৰ্ব্বতক দেখিয়োক সীতা।
পকা আমে গৌৰবৰ্ণ কৰিল চৌভিতা ॥৭৯
ওপৰত মেঘ যেন দেখিয় শোভন।
বাঢ়িল নিকলি যেন পৃথিবীৰ তন ॥৮০
শিখৰী ওপৰে মন্দাকিনী শুক্ল জল।
তনক ঢাকিয়া যেন বস্ত্ৰৰ আঞ্চল ॥৮১
সুৰভি শীতল বায়ু বহে বৃক্ষ তলে।
উপভোগ কৰিও অমৃত সম ফলে ॥৮২
সুশোভন গৈৰিক বিচিত্ৰ ধাতু ভাল।
সুবৰ্ণৰ তন মণি ৰতন পোৱাল ॥৮৩
পাৰিজাত মন্দাৰ চম্পক শাল তাল।
আশেৰ ৰমন সুখে বঞ্চিয়োক কাল ॥৮৪
তুমি সমে চিত্ৰকূট হৈবোঁ আমি থিত।
গৌৰী মহাদেৱে যেন কৈলাস গিৰিত ॥৮৫
মৃগ সব মাৰিয়া ভুঞ্জিবোঁ নিতে নিত।
অযোধ্যাৰ জন এবে ভৈলা অবিদিত ॥৮৬
এহি মতে নানা বন পৰ্ব্বত এৰাইলা।
কথামাতে জানকীৰ পথ পাসৰাইলা ॥৮৭
শিথিল গমনে ৰাম জানকী লক্ষ্মণে।
পৰ্ব্বত নিকট গৈয়া পাইলা কতোক্ষণে ॥৮৮
দুয়ো ভাই তেতিক্ষণে পৰ্ব্বত মূলত।
আশ্ৰম নিৰ্ম্মিলা মন্দাকিনীৰ কূলত ॥৮৯
বাসা দুই সাজিলা লক্ষ্মণে ৰঘুনাথে।
মাটি জল লৈয়া সীতা লিপিলন্ত হাতে ॥৯০
ৰাঘৱে বোলন্ত যজ্ঞ কৰিবো এখন।
কৃষ্ণসাৰ মৃগ মাৰি আনিও লক্ষ্মণ ॥৯১
জ্যেষ্ঠ ভাইৰ আদেশক শিৰে তুলি লৈয়া।
তেতিক্ষণে মৃগমাৰি আনিলন্ত গৈয়া ॥৯২
সীতায়ে ৰান্ধিলা ৰামে হুনি বহ্নি মুখে।
যজ্ঞ সমাপিয়া তিনি ভুঞ্জিলন্ত সুখে ॥৯৩
ফল মূল ভুঞ্জিয়া ৰহিলা সেহি থানে।
ৰাম লক্ষ্মণৰ কথা আছা এহি মানে ॥৯৪
গঙ্গা পাৰ হৈয়া ৰামে বনত পশিলা।
দেখি গুহ সুমন্ত্ৰৰ শোক উথলিলা ॥৯৫
দুই প্ৰান্তকো দুই পাচে ধৰি গলে বান্ধি।
হা ৰাম বুলিয়া বিহ্বল ভৈলা কান্দি ॥৯৬

ৰাম সীতা লক্ষ্মণৰ শোকে দেহা দহে।
নেত্ৰৰ লোতক দুইৰো অবিচ্ছেদে বহে ॥৯৭
সুমন্ত্ৰ বোলন্ত গুহ কৰোঁ কোন কাম।
দশৰথে দিলন্ত তেজিলা মোক ৰাম ॥৯৮
ৰথ লৈয়া অযোধ্যাক যাইবোঁ কেন মতে।
এভো বনে গৈয়া থাকোঁ ৰামৰ লগতে ॥৯৯
পাচে গুহে সুমন্ত্ৰক বুলিলা বচন।
তেজিয়া সন্তাপ মন্ত্ৰী থিৰ কৰা মন ॥১০০
আপুনি বুজায়া ৰামে তেজিলে তোমাক।
তান আজ্ঞা শিৰে লৈয়া চলা অযোধ্যাক ॥১০১
অনেক যুকুতি গুহে মন্ত্ৰীক বুজাইল।
ৰামশোকে পোৰা দেহা কিঞ্চিত জুৰাইল ॥১০২
গুহক সম্মুখি মন্ত্ৰী ৰথে চড়িলন্ত।
মনত অসুখে অযোধ্যাক লৰিলন্ত ॥১০৩
ৰামক তেজিয়া মন্ত্ৰী নিবৰ্ত্তিয়া আইলা।
গোধূলিৰ সময়ে অযোধ্যাপুৰ পাইল ॥১০৪
মন্ত্ৰী বোলে মনত আসন্ন ভৈল কাজ।
ৰাম শোকে দগধ ভৈলন্ত মহাৰাজ ॥১০৫
নগৰত দেখোঁ প্ৰজাগণ আতি দিন।
দিৱসৰ তৰা যেন দীপিতি বিহীন ॥১০৬
শূন্য দেখোঁ প্ৰজাগণ নিশবদ ভৈল।
কমল সঙ্কোচ যেন সূৰ্য্য অস্ত গৈল ॥১০৭
কুমুদ মলিন যেন দিবা সৰোবৰে।
হৰিষ নকৰে প্ৰজা অযোধ্যা নগৰে ॥১০৮
কুন্দকখে নাৰীগণে মন্ত্ৰীক চাহাৱে।
বেঢ়াৰ ওপৰে কত গভুৰা বঢ়াৱে ॥১০৯
শূন্য ৰথ দেখি সবে কান্দিবাক লৈলা।
হা ৰাম লখাই সীতা এৰি কৈক গৈলা ॥১১০
নিৰন্তৰে বেঢ়িয়া মন্ত্ৰীক পাৰে গালি।
এৰি আইলি ৰামক চণ্ডাল পাপশালী ॥১১১
কিনো হিয়াখন তোৰ বজ্ৰেসে গঢ়িল।
ৰামক এৰিতে কেনে মনত ফলিল ॥১১২
জানিলোঁ হো ইটো ভৰতৰ ভাবি থাইলে।
ছলে নিয়া ৰামক বনত এৰি আইলে ॥১১৩
নগৰৰ ৰাজ্য কৰি খেদাও ইহাক।
মাৰ ধৰ বুলিয়া গালিৰ দেই জাক ॥১১৪
কৰে হুল মূল বহু ক্ৰন্দনৰ ৰোল।
অন্তৰপুৰত গৈয়া সকৰিল ৰোল ॥১১৫

নিবন্তবে যতেক বাজাব মহাদই।
ধৌলিবব শিখবত চড়িলন্ত গই ॥১১৬
হাঁ বাম আমাক অনাথ কবি গৈলি।
দুখ নদী কৈকেয়ী তবিয়া বাজ ভৈলি ॥১১৭
এতদিনে তোহোঁব গুচিল অনুবাগ।
আলি ভৈলোঁ কৈকেয়ীব অষ্টমীব ছাগ ॥১১৮
আমি আপুত্ৰীব আন্ধলীব লাঠি তই।
জল শূন্য তক যেন পবিবোঁহো ভুঁই ॥১১৯
কৈক গৈলি বাপু তই আমাক বিছুই।
আমাক মাবয় পুবি তোব শোক জুই ॥১২০
পাচে সুমন্ত্রত সবে সুধিলন্ত কথা।
কহিলা সুমন্ত্র সবে বনব ব্যবস্থা ॥১২১
নাবীগণ পবাভব শুনন্তে আশেষ।
কান্দন্তে সুমন্ত্র সাত বেবদ্ধা প্রবেশ ॥১২২
ছটফট কবে বাজা বসি আসনত।
আসুই অশান্তি সুস্থ নাহিকে মনত ॥১২৩
শূন্য বথ দেখি ভৈলা বিয়াকুল চিত।
আসনব হন্তে শোকে পবিলা ভূমিত ॥১২৪
কৌশল্যা সুমিত্রা দুয়ো বাজ পাটেশ্ববী।
ক্রন্দন কবন্তে হাতে তুলিলন্ত ধবি ॥১২৫
উঠাঁ উঠাঁ প্রভু তুমি চিন্তা তেজিয়োক।
বাম সীতা লক্ষ্মণব বার্তা পুছিয়োক ॥১২৬
শুনি পুত্র পুত্র বুলি বিমোহিত ভৈলা।
বাতুল চবিত্র যেন পবি মূচ্ছা গৈলা ॥১২৭
দেখিয়া কৌশল্যা পবিলন্ত স্বামী কোলে।
ওবাবি পুবিলা সব ক্রন্দনব বোলে ॥১২৮
চিবকালে দশবথ চেতনক পাইল।
পটেশ্ববী কৌশল্যাব পাচে প্রাণ আইল ॥১২৯
প্রথমে ধবিল যেন অবণ্যব হাতী।
নিশ্বাস কোঁকাবে যেন ঠাঠাবিব ভাটি ॥১৩০
প্রণমিয়া সুমন্ত্রে যুবিলা দুই হাত।
ধীবে ধীবে সুধিলন্ত অযোধ্যাব নাথ ॥১৩১
মোহোব তনয় বাম পিতৃ পিতামহ।
কোথা এবি আসিলি প্রকৃত কথা কহ ॥১৩২
হস্তী ঘোড়া বথে বাক আগ পাচ কবি।
হেন পুত্র বনে আছে বাজ্য পবিহবি ॥১৩৩
খুলিতে না পাবে সীতা কোমল থানত।
হেন মাত্র হাঁটে কেনে কণ্টক বনত ॥১৩৪
কুমাব লক্ষ্মণ যাত মোব বব স্নেহ।
কেনে বনবাস খাটে সুকুমাব দেহ ॥১৩৫
বাজাব বচন শুনি পাচে মন্ত্রীবব।
লোতক মলছি দিলা বাজাক উত্তব ॥১৩৬
শুনিয়ো গোঁসাই মোব বচন সন্দেশ।
প্রণাম অঞ্জলি দেবা বামব আদেশ ॥১৩৭
প্রদক্ষিণে ভূমিত থাপিলা পাচে মাথ।
কৃতাঞ্জলি বোলে শুনা পৃথিবীব নাথ ॥১৩৮
বামে বুলিলন্ত মোব ধবিয়া গ্রীবত।
জনাইবা আমাব বার্তা বাপব পাবত ॥১৩৯
শোক দুখ এবি পালন্তোক নিজ শত।
আতি শীঘ্রে বাজ্যে আনি থাপন্তো ভবত ॥১৪০
লক্ষ্মণে বুলিলা পাচে তোমাক সিদ্ধান্ত।
থিব মন কবি শুনা সিসব বৃত্তান্ত ॥১৪১
সর্ব্বজন হিতে বত বাম মহা ভাগ।
বনক পাঠাইলা বাজা কবি পবিত্যাগ ॥১৪২
ভবতে তাহাঙ্ক বব কবিবেক হিত।
কাহ্ন কবি কৈকেয়ীক কুবাক্যোক নিত ॥১৪৩
লবতক বুলিলন্ত নিদাৰুণ বাক।
গর্ব্বমান এবিয়া অবস্থা বাখি আক ॥১৪৪
দেখিবে সমস্তে মাত্র কৈকেয়ীব সমে।
সুখে অবিলম্বে পাতি মলছিল যমে ॥১৪৫
কৌশল্যাক বুলিলন্ত তেজিয়োক শোক।
বনবাস তবি যাইবোঁ দেখিলন্ত মোক ॥১৪৬
মন কষ্টে বামে বাক্য বুলি পঠাইলন্ত।
দুই ভায়ে বড় আঠে জটা নির্ম্মিলন্ত ॥১৪৭
আগত লক্ষ্মণ জানকীক মাজ কবি।
তিনিহন্তে চলি গৈলা গঙ্গানদী তবি ॥১৪৮
গুহ বাজা সমে চাহি থাকিলোঁ সন্তাপে।
মোক এবি গৈলা বাম জগতব বাপে ॥১৪৯
বনে প্রবেশিলা তিনি ভৈলোঁহো উদাস।
নবকব পশুব সর্পত নাহি আশ ॥১৫০
হয়া আতি নৈবাশ আছোঁহো হাতযোবে।
আব পানী তেজিয়া কান্দয় চাহি ঘোড়ে ॥১৫১
চিহবিতে লাগিল বামব দিশ চাই।
গুহব মোহোব দেখি প্রাণ ফুটি যাই ॥১৫২
শীঘ্র বেগে আসি মই পাইলোঁহো চিয়াদি।
শূন্য বথ দেখি লোকে মোক পাবে গালি ॥১৫৩

কেহোঁ দেই মাৰমোৰ কেহো তোলে লাথি ।
কেহোঁ বোলে মাৰকিলে কেহো ঘড়াকাতি ॥
কেহোঁ বোলে ইটো ভৰতৰ আইঠা খাইলে ।
সিকাৰণে চণ্ডালে ৰামক এৰি আইলে ॥১৫৫
যাত ভেক নিশা নবাজয় বীৰ ঢাক ।
হেন অযোধ্যাত শুনু ক্ৰন্দনৰ জাক ॥১৫৬
হাঁহাঁকাৰে কান্দে সবে শত্ৰু মিত্ৰবৰ্গ ।
জীৱন্ততে ৰামৰ মিলিল মহা স্বৰ্গ ॥১৫৭
কৰিয়ো শৰীৰ থিৰ মন্যু পৰিহৰি ।
সত্বৰে আসিবা ৰাম বনবাস তৰি ॥১৫৮
ৰাজা বোলে সুমন্ত্ৰ বিকল কৰে গাৱ ।
আজি গৈয়া সত্বৰে ৰামক বাহুৰাৱ ॥১৫৯
যাহন্তে আসন্তে চিৰকাল দেখোঁ তই ।
কাণ্টে নিয়ো মোক তথা প্ৰাণ সঙ্কলয় ॥১৬০
যদিবা সুমন্ত্ৰ তোক কৰি আছোঁ হিত ।
এতিক্ষণে থৈয়ো নিয়া ৰামৰ সন্নিত ॥১৬১
কণ্ঠাগত প্ৰাণ মোৰ প্ৰমাণক পাইল ।
হৃদয় লৰিল মোৰ জিহ্বায়ো শুকাইল ॥১৬২
সিংহ বক্ষ স্কন্ধ ৰাম দীৰ্ঘবাহু দুই ।
দেৱাসুৰ মাজে যাক কেহোঁ সম নুই ॥১৬৩
আয়ত নয়ন চন্দ্ৰ সমান বদন ।
পুত্ৰ নেদেখিলে যাইবোঁ যমৰ সদন ॥১৬৪
হা ৰাম লখাই সীতা জনকৰ ঝাৱ ।
পৰিত্ৰাণ কৰ মোৰ সঙ্কলয় জীৱ ॥১৬৫
আশেষ মিনতি কৰি মতিহীন ভৈলা ।
পুনৰপি ধৰণীক পৰি মূৰ্চ্ছা গৈলা ॥১৬৬
স্বামীক দেখিলা যেবে ভূমিত পতন ।
কৌশল্যায়ে সুমিত্ৰায়ে বুলিলা বচন ॥১৬৭
আমাকো বনত মন্ত্ৰী থৈয়া আস গৈয়া ।
গলে বান্ধি তিনিকো ধৰিবোঁ কোলেলৈয়া ॥
শুনা বোলোঁ মন্ত্ৰী মোৰ প্ৰণখানি যাই ।
ঘোৰ বনে তিনি জনে বন ফল খাই ॥১৬৯
কণ্টক ভাঙ্গিয়া ঘোৰ বনমধ্যে থিত ।
বাপৰ মাৱৰ শোকে অতীৱ চকিত ॥১৭০
মন্ত্ৰী বোলে মাৱ শোক কৰা উপশাম ।
দেখিবাহা সত্বৰে লক্ষ্মণ সীতা ৰাম ॥১৭১
স্বামীৰ কুলত থিত সীতা বনবাসে ।
লক্ষ্মী দেৱী ক্ৰীড়ন্ত যেহেন বিষ্ণুপাশে ॥১৭২

শ্ৰীৰাম লক্ষ্মণ দুয়ো দুইহন্তৰ হিত ।
দুইকো দুই ৰাখন্তে বনত ভৈলা থিত ॥১৭৩
মধুময় ফল তিনি ভক্ষণ কৰন্ত ।
তিনিকো তিনিয়ো দেখি দুঃখ পাসৰন্ত ॥১৭৪
বাপ মাৱ বন্ধুজন সবাকো পাসৰি ।
তিনি জনে বনত আছন্ত ক্ৰীড়া কৰি ॥১৭৫
তাহান নিমিত্তে শোক দুঃখ পৰিহৰি ।
অবিকলে থাকিয়োক স্বামী সেৱা কৰি ॥১৭৬
সুমন্ত্ৰৰ বাক্যে তান শৰীৰ জুৰাইল ।
সন্ধুকিয়া আগতে ৰাজাক ভেট পাইল ॥১৭৭
কৌশল্যা বোলন্ত শুনা পৃথিবীৰ নাহা ।
মৰিবাৰ বেলা সত্য বোল হেৰাইলাঁহা ॥১৭৮
একশত অশ্বমেধ একভিতি কৰি ।
আউৰ দিকে সত্যদিয়া দুইকো তুলি ধৰি ॥১৭৯
মহা যজ্ঞ শততো কৰিয়া সত্য বলে ।
হেন সত্য এৰিলাঁ তোমাৰ দৈৱ ছলে ॥১৮০
ৰাম অভিষেক লাগি সম্ভাৰ মিলাইলা ।
সকলো লোকত হেন কাৰ্য্যক জনাইলা ॥১৮১
গৰ্ভৰ পুত্ৰৰ ভৈলা এমুৱা নাদৰ ।
ৰাজ্য নেদি দিলা তুমি অৰণ্য সাগৰ ॥১৮২
অজ্ঞানত বুৰাইলা তোমাৰ নাহি লাজ ।
মোক হিংসি সাধিলাঁহা কৈকেয়ীৰ কায ॥১৮৩
ৰামক দেখুৱা হেন আশে প্ৰাণ ধৰোঁ ।
মুহি আজি আগতে কটাৰ হানি মৰোঁ ॥১৮৪
সুমিত্ৰায়ে বোলন্ত কৌশল্যা শুনা বাই ।
হা ৰাম বোলন্তে ৰজাৰ প্ৰাণ যাই ॥১৮৫
ইটো দোষ পৰিহৰা স্বামীৰ সকল ।
মৰন্তাক মাৰিলে নাহিকে কিছু ফল ॥১৮৬
ছোট হন্তে ৰামে পিতৃআজ্ঞা নবাধিল ।
বনবাস কৰি ৰামে কল্যাণ সাধিল ॥১৮৭
হেনয় পুত্ৰক একো নকৰিবা চিন্তা ।
দেখিবাহা সত্বৰে লক্ষ্মণ ৰাম সীতা ॥১৮৮
সুমিত্ৰাৰ বোলে শান্ত চিত্ত কৌশল্যাৰ ।
স্বামীক নিষ্ঠুৰ বলি ভৈলা চমৎকাৰ ॥১৮৯
ক্ষমিয়োক প্ৰভু বুলি চৰণে ধৰিল ।
প্ৰবোধ বচনে তেওঁক কাতৰ কৰিল ॥১৯০
পুত্ৰৰ শোকত বিমোহিত মোৰ মন ।
প্ৰভুক বুলিলোঁ তাতে লাঘৱ বচন ॥১৯১

পাচদিন ভৈল ৰাম বনবাসে গৈল।
আতে মোৰ শত ৰবিৰৰ সম ভৈল ॥১৯২
হেন শুনি দশৰথ শান্ত কিছু ভৈলা।
অনন্তৰে সুমন্ত্ৰেয়ো বুলিবাক লৈলা ॥১৯৩
ছোট হন্তে সেৱা কৰোঁ তোমাৰ চৰণ।
একোকালে নবাধিলোঁ আমাৰ বচন ॥১৯৪
মৃত্যুকাল পাইলে আসি তোমাক বিবুধি।
কৈকেয়ীক বৰ দিলা আমাক সুবুধি ॥১৯৫
বৃদ্ধৰ তৰুণী ভাৰ্য্যা লোকত শুনিল।
সি সব সকলো কথা তোমাত মিলিল ॥১৯৬
ৰাম অমৃতক তুমি তেজিলা তৰজ।
মৰিবাৰ বেলা খাইলা কৈকেয়ী গৰল ॥১৯৭
গুৰু বন্ধু জন কিছু নভৈল তোমাৰ।
বংশক বিনাশি কৈলা কৈকেয়ীক সাৰ॥১৯৮
সাৰ্থক বুলিল বাক্য কৌশল্যা গান্ধাৰী।
কেনে মতে তোমাৰ ৰহিল সত্য বাণী ॥১৯৯
সমস্ত লোকত শুনাই বুলিলাহা কাম।
কালি আনি ৰামক পাতিবোঁ যুবৰাজ ॥২০০
সিসৱ বচন কেনে পৰিবৰ্ত্ত ভৈল।
গুণিচোৱা তযু সত্য কেন মতে ৰৈলা ॥২০১
কোন ফল পাইলা তুমি অসতীক সেৱি।
কৈকেয়ী তোমাৰ মাত্ৰ ভৈল মৃত্যুদেৱী ॥২০২
তাহাক কান্ধত লৈয়া ফুৰিয়ো ৰাজ্যত।
তেৱে পৰিপূৰ্ণ হৈবে তোমাৰ শপত ॥২০৩
কৌশল্যা বোলন্ত মন্ত্ৰী নোবোলা অধিক।
পুত্ৰ শোকে মৰিছে আউৰ মাৰা কিক॥২০৪
কৌশল্যাৰ বোলে মন্ত্ৰী কিছু শান্ত ভৈল।
বিদায় কৰিয়া নিজস্থানে চলি গৈলা ॥২০৫
অনন্তৰে আসিয়া ৰজনী উপগত।
শোকে দুঃখে পীড়ি নিদ্ৰা গৈল দশৰথ॥২০৬

---

২১ অধ্যায় দশৰথ ৰজাৰ মৃত্যু।
কৌশল্যা সুমিত্ৰা দুয়ো সতী শোকমনে।
ৰাজাৰ দুই পাশে শুতিলন্ত দুইজনে ॥১
মধ্য নিশা ভৈলে ৰাজা চেতনক পাইল।
শয্যাত বসিয়া দুয়ো ভাৰ্য্যাক জগাইল ॥২
পূৰ্ব্বৰ কথাক মই সুৱৰিয়া পাইলোঁ।
নিশ্চয় জানিলোঁ এবে প্ৰাণ হেৰুৱাইলোঁ ॥৩
আম্ৰবন দেখি যেন কইলোহোঁ পলাশ।
কালে ফল পুষ্প দেখি হইলোহোঁ হতাশ ॥৪
সুগুণিয়া ৰামক দিলোহোঁ বনবাস।
ঋষি শাপে আসি মোৰ মিলালে বিনাশ ॥৫
পূৰ্ব্বকালে মন্দকৰ্ম্ম কৰিলোঁ দুৰ্ম্মতি।
তাৰ ফলে মন্দ গতি ফলিল সম্প্ৰতি ॥৬
তোক নতু বিহাকৰোঁ যুবৰাজ ভৈলোঁ।
ধাৰিয়া কালত হাতে ধনুশৰ লৈলোঁ ॥৭
তূণ বান সাজিয়া দুৰ্জ্জয় মহাবীৰ।
নিশাকালে পাইলোঁ গৈয়া সৰযুৰ তীৰ ॥৮
শব্দভেদীময় লুকি দিলোহোঁ তথাত।
শব্দ লক্ষি পশু মাৰিলোহোঁ অসংখ্যাত ॥৯
কতো বেলি আছোঁ যেবে ধনুশৰ ধৰি।
জল কুম্ভ ভৰান্তে বাজিল ঘটা কৰি ॥১০
মই বোলোঁ হস্তী গোটে জলপান কৰে।
গৰজন্তে আছয় মুখত জল ধৰে ॥১১
যাৰে আছি নতু উঠে সৰযুৰ ঘাট।
এই বুলি শীঘ্ৰে হানিলোহোঁ শৰপাট ॥১২
হাঁ মৰিলোহোঁ বুলি দিলেক আটাস।
কোন হেন মতে মোৰ চিন্তিলে বিনাশ ॥১৩
কাৰো মন্দ নিচিন্তিলোঁ ঋষিৰ তনয়।
অন্ধমাৰ বাপ দুইৰো শোকক জ্বালায় ॥১৪
মইতো জানো কাৰো নতো চিন্তো অপকাৰ।
কোনে নো পাপীষ্ঠে কৈল কলয়ে প্ৰহাৰ॥১৫
অন্ধ মাৰ বাপ মোৰ দুইৰো মই লাঠি।
তিনিকে মাৰিল কোনে এহি শৰকাটি ॥১৬
হেন শুনি মোৰ সব জন্মিল ত্ৰাস।
ধীৰে ধীৰে গৈয়া তাৰ চাপিলোহোঁ পাশ॥১৭
ভয়ে গাৱ কম্পয় লাগিল থৰমৰি।
ৰাহুৰ আগত যেন পূৰ্ণিমাৰ শশী ॥১৮
জলন্ত শৰ দেখোঁ ঋষিৰ কুমাৰ।
সৰ্ব্বাঙ্গ পানীত আছে ঢটে জটাভাৰ ॥১৯
জাজ্বল্য সমান কৰি কটাক্ষ নয়নে।
মোক চাই বুলিলেক নিষ্ঠুৰ বচনে ॥২০
হাঙৰে পাপীষ্ঠ নষ্ট কিকৰিলোঁ তোক।
কি কাৰণে শৰে হানি মাৰিলিহি মোক ॥২১
অন্ধ মাৰ বাপৰ জলাঞ্জলি কোনে দেখ।
বাপৰ শাপত আজি যাইবি যমলোক ॥২২

আমাৰ বাপৰ শাপ প্ৰচণ্ড অগনি ।
শুকান বনক যেন দহিবেক ছম্নি ॥২৩
এবাইতে পাৰস যদি বিনয় ভাৰত ।
আমাৰ বাৰ্ত্তাক কহি ধৰ চৰণত ॥২৪
ব্ৰহ্ম বধ ভৈল তাক নজানিবি তই ।
ব্ৰহ্মঋষি জনিল শূদ্ৰাৰ পুত্ৰ মই ॥২৫
হৃদয়ৰ কাঢ় শৰ প্ৰাণক সুজাওঁ ।
সৰযু জলত মৰি স্বৰ্গে চলি যাওঁ ॥২৬
হেন শুনি তাৰ মই খসাইলোহোঁ বাণ ।
কতোক্ষণে ঋষিৰ পুত্ৰৰ গৈল প্ৰাণ ॥২৭
প্ৰাণ বায়ু তেজি মৰি গগণক চাইল ।
তাক দেখি বৰ আমি দুঃখশোক পাইলোঁ॥২৮
শুনবোলোঁ কৌশল্যা প্ৰাণৰ পটেশ্বৰী ।
ঋষি পাশে গৈলোঁ কান্ধে জল ঘট ধৰি ॥২৯
মনে মনে গুণো আজি ভৈলোহোঁ নিৰ্য্যাণ ।
ঋষিৰ শাপত মোৰ ছাৰিবেক প্ৰাণ ॥৩০
পথ চাহি আছে দুয়ো নেদেখয় আখি ।
বৃদ্ধ চাতকৰ যেন ছেদিলোহোঁ পাখী ॥৩১
ধীৰে ধীৰে গৈয়া মই ছাপিলোহোঁ কোল ।
পুত্ৰবুলি দুইহান্তৰ উছলিল ৰোল ॥৩২
তোহোক নেদেখি দুইৰো প্ৰাণ যায় ফুটি ।
বিলম্ব কৰিলি কিয় অন্ধৰ লাখুটী ॥৩৩
আন থন চিৰকাল নকৰিবি বাপে ।
প্ৰাণক তেজিলোঁ হয় তোহোৰ সন্তাপে॥৩৪
হেন শুনি আগত যুৰিলোঁ যোৰহাত ।
ক্ষত্ৰিজাতি মই গোসাঁই জনাইলো তোমাত ॥
ঋষি পুত্ৰ নহো মই অন্ধ মোৰ বাপ ।
সূৰ্য্য কুলে কলঙ্কিত দশৰথ পাপ ॥৩৬
সূৰ্য্যৰ কুলত মই ভৈলোঁ পাপ ৰোগ ।
অপৰাধ কৰিলো দেখিতে নোহে যোগ ॥৩৭
বংশনাশ কৰিলোঁ চিন্তিয়ো প্ৰতিকাৰ ।
চণ্ডশাপ দিয়ো যেন হুওঁ ছাৰ খাৰ ॥৩৮
সৰযুক আসিলোহোঁ মৃগক বধিতে ।
হাতে ধনু ধৰি লুকি দিয়া ভৈলোঁ খিতে॥৩৯
জল কুম্ভ ভৰন্তে শুনিলোঁ গজবায় ।
শৰে হানি মাৰিলোহোঁ অজ্ঞান স্বভায় ॥৪০
হেন শুনি অন্ধ দুয়ো বিমোহিত ভৈলা ।
বজ্ৰপাত ভৈলা যেন পৰি মূৰ্চ্ছা গৈলা ॥৪১

কিছুক্ষণে ঋষি পাচে চেতনক পায়া ।
ছাটি ফুটি কৰি বুলিলন্ত মোক চায়া ॥৪২
হাওঁৰে পাপীষ্ঠ আজি তোৰ মান সাৰোঁ ।
সব ৰঘুবংশ নাশ কৰিবাক পাৰোঁ ॥৪৩
শাপিয়া দহিবে পাৰোঁ দেৱাসুৰ নৰ ।
জ্ঞানত মাৰিলি হন্তে যাইবি যমঘৰ ॥৪৪
জানিয়া মাৰিলি মোৰ তনয় তাপস ।
গৈল হন্তে নৰকে পুৰুষ চতুৰ্দ্দশ ॥৪৫
আপুনি জানাইলি আসি হুয়া গৃহাগত ।
তোহোক মাৰিলে মোৰ কেমন মহত্ব ॥৪৬
ভৈল আসি বেকত মোহোৰ কৰ্ম্ম ফল ।
দুইহান্তক পুত্ৰৰ পাশক লৈয়া চল ॥৪৭
হেন শুনি মোৰ বৰ জন্মিল ত্ৰাস ।
লৈয়া গৈলোঁ দুহান্তকো মৰা পুত্ৰপাশ ॥৪৮
দুই হান্তক নিয়া পাচে থাপিলোঁ তথাতে ।
দিলোঁ নিয়া মৰা পুত্ৰ দুইহান্তোৰ হাতে ॥৪৯
দীৰ্ঘৰাৱে কান্দি আসি হিয়াত ধৰিল ।
কোলে তুলি লৈয়া মুখে চুম্বন কৰিল ॥৫০
মায়ে বুলিলন্ত পুতাই তেজিলিহি মোক ।
মৰিবাৰ দিনে দিলি নিদাৰুণ শোক ॥৫১
মোক এৰি যাস বাছা নিকৰুণ মনে ।
অন্ধমাৰ বাপ ভোৰ পুষিব কমনে ॥৫২
হৰি হৰি বাপ মোত কোপ পৰিহৰাঁ ।
পাচে এবে যাইবি মোৰ গ্ৰীৱে চাপি ধৰা॥৫৩
ছট ফটাই মৰোহোঁ তোহোৰ বাপ মায় ।
ক্ষণিতেক প্ৰাণ ধৰো মাথা তুলি চায় ॥৫৪
চিৰকালে ঋষি পাচে ক্ৰন্দন ত্যজিল ।
সৰযুত বুৰ দিয়া অঞ্জলি কৰিল ॥৫৫
স্বৰ্গ হন্তে ৰথ তেতিক্ষণে নামি আইল ।
তাতে বসি ঋষিপুত্ৰে মাতক লগাইল ॥৫৬
শুনিয়োক বাপ কুখিধৰ মোৰ আই ।
ইটো ৰাজ কুমাৰৰ কিছু দোষ নাই ॥৫৭
প্ৰাণ ৰাখি ইহাক দেশক পঠায়োক ।
মনুষ্য এৰি লিখিত কৰ্ম্মক চাহিয়োক ॥৫৮
অবিলম্বে তোমাসাৰ হৈব সদ গতি ।
মই চলি গৈলো হেৰা পুৰী অমৰাৱতী ॥৫৯
হেন বুলি ঋষিপুত্ৰ স্বৰ্গে চলি গৈল ।
দেখি দুই হান্তৰ পাচে বৰ শোক ভৈল ॥৬০

আগত থাকিয়োঁ মই পুটাঞ্জলি ধৰি।
বুলিলন্ত ঋষিয়ে নিষ্ঠুৰ মন কৰি ॥৬১
মহা শুদ্ধ বংশ তোৰ ভুবনতে সাৰ।
হেন ৰঘু বংশৰ জনাইলি খিলিকাৰ ॥৬২
পুত্ৰৰ শোকত আজি প্ৰাণক মুকাইব।
অন্তকালে তোৰো পুত্ৰশোকে প্ৰাণ যাইব ॥
পূৰ্ব্বত আমাৰ হেন ঋষি শাপ ভৈল।
দিন কতিপয়ে দুয়ো অন্ধ স্বৰ্গে গৈল ॥৬৪
সেহি ঋষি শাপে মোৰ মৰণ মিলিল।
যম দূত দেখোঁ মোৰ সন্নিত চাপিল ॥৬৫
চক্ষুৰে নেদেখোঁ মই দুশুনোঁ নাহোঁ বোল।
পুত্ৰ স্মৰণন্তে ভৈল হৃদয় আন্দোল ॥৬৬
এবে যেবে ৰামে বাপ বুলিয়া মাতয়।
স্নেহৰূপে আসি প্ৰীৰে চাপিয়া ধৰয় ॥৬৭
অমৃতক পীয়া যেন জীৱয় আতুৰ।
তবে প্ৰাণ ৰহে মোৰ নযাওঁ যমপুৰ ॥৬৮
মৰণ কালত ৰাম নেদেখিলোঁ তোক।
যম কবলকো গৈলে নেৰাইবোঁহো শোক ॥৬৯
শুনা ৰাণ্ধে কৌশল্যা নকৰা ক্ৰন্দন।
তোমাৰ আমাৰ এবে ভৈল পৰিচ্ছেদ ॥৭০
চৌধ্য বৰিষ ৰামে বনবাস ভবি।
পুনৰপি আসিবন্ত অযোধ্যা নগৰী ॥৭১
স্বৰ্গ হন্তে যেহেন আসিব সুৰবাকে।
লোকে বেঢ়িবেক যেন দেৱতা সমাকে ॥৭২
তাক দেখিবাক কপালত ভাগ্য নাই।
পুত্ৰশোকে হেৰা মোৰ প্ৰাণ ফুটি যাই ॥৭৩
হা ৰাম বুলিয়া শয্যাত এৰি গাৱ।
ভৈলন্ত নিচেষ্ট ৰাজা বিমোহিত ভাৱ ॥৭৪
বনত যাইবাৰ ছয়দিন ভৈল কাল।
মধ্যনিশা ভৈল মৰিলন্ত মহীপাল ॥৭৫
কৌশল্যা দেখন্ত ৰাজা আশেষ বিলাপে।
অচেতন দশৰথ পুত্ৰৰ সন্তাপে ॥৭৬
নাজানিলা নিৰ্য্যাণক ৰাঘৱৰ মাৱ।
নজগায়া শুইলা শয্যাত এৰি গাৱ ॥৭৭
কৌশল্যা সুমিত্ৰা দেৱী আৰৰ কৈকেয়ী।
ৰাজাক বেঢ়িয়া শুইলা সবে মহাদেৱী ॥৭৮
তুঁই গোট মুখে যেন শুকিলা সাগৰ।
কৈকেয়ীৰ কাজে মৰিলন্ত নৃপবৰ ॥৭৯

২২ অধ্যায়—ৰাজপুৰী দশৰথ ৰজাক মৃত
দেখি মহাদেৱী সকলৰ বিলাপ।

প্ৰভাত সময়ে বাজি গৈল ঢোল ঢাক।
বন্দীগণে স্তুতি বোলে আশংসি ৰাজাক ॥১
শবদৰ ৰোলে সবলোক জাগি গৈল।
নাৰীগণে আপোন নিয়োজ কৰ্ম্ম কৈল ॥২
স্নীৰ আচাৰ যত কৰিলা সকল।
সুবৰ্ণ কুম্ভত কৰি আনিলেক জল ॥৩
তিল, ফুল, গন্ধ, ধূপ, চন্দন মিলাইলা।
স্নানৰ সমস্ত সাজনীয়া আনি থইলা ॥৪
নাৰীগণে বোলয় পীড়িল পুত্ৰশোকে।
জগাইবাক লাগিলন্ত মহাদেই লোকে ॥৫
উঠা উঠা প্ৰভু আমাসাৰ নিজনাথ।
সূৰ্য্যৰ উদয়ে তযু সন্ধ্যা হৈল পাত ॥৬
আশেষ প্ৰকাৰে জগাৱন্ত নাৰীগণ।
তথাপিতো নৃপতিৰ নভৈল চেতন ॥৭
শঙ্কা বৰ দেখিলন্ত স্বামীৰ কাৰন।
চণ্ডবাৰে কাম্পে যেন কদলীৰ বন ॥৮
কাপ চাপি গাৱৰ বস্ত্ৰক গুচাইলন্ত।
মৃতক শৰীৰ নৃপাতক দেখিলন্ত ॥৯
চাপৰি চাপৰি কতো নাৰীগণে চায়।
গাৱত ধৰিবা কতো স্বামীক জগায় ॥১০
তবধ নয়নে দেখে হিম যেন গাৱ।
জিহ্বা খান ফুঁকিলা নাসাত নাহি বায় ॥১১
নিষান দশন পাতি শুকাইল অধৰ।
নিশ্চল চৰণ দুই নলৰয় কৰ ॥১২
স্বামীৰ মৰণ দেখি ৰমণী সকলে।
বেঢ়িয়া কান্দিল সৱে হাকলে বিকলে ॥১৩
মহামৰ্ম্মে মৃৰত চাপৰ মাৰে টানি।
কেশমণি চিৰে কতো হিয়ে মুঠি হানি ॥১৪
হা নাথ হা প্ৰভো হা মহাৰাজ।
বেঢ়িয়া কান্দিল সবে সুন্দৰী সমাজ ॥১৫
বোল শুনি কৌশল্যা সুমিত্ৰা পাটেশ্বৰী।
চমকি উঠিলা চক্ষু তৱৰৰ কৰি ॥১৬
কৌশল্যা বোলন্ত প্ৰভু কিনো পুণ্যকৈল।
ৰাম ৰাম স্মৰন্তে প্ৰাণ ছুটি গৈল ॥১৭
কিনো কৰ্ম্মে প্ৰভু এৰাইলন্ত পুত্ৰশোক।
যম পুৰী গৈলা প্ৰভু স্মৰি ৰামক ॥১৮

ওৱাৰিৰ লোকে শুনি ৰাজাৰ অৱস্থা।
উৰ্দ্ধা সঞ্চাৰিল যেন বাজভৈল কথা ॥১৯
স্ত্রী বাল বৃদ্ধ সব যত যুবা লোকে।
মূৰ্চ্ছা গৈয়া পৰিল ৰজাৰ মহাশোকে ॥২০
যেহেন শুকান কাষ্ঠ মোৰ কলেৱৰ।
ৰাম শোক ৰবিজালে শোষে নিৰন্তৰ ॥২১
স্বামীশোক অগনিয়ে পুৰি পুৰি দহে।
এতো প্ৰাণ নযাই শৰীৰ কেনে বহে ॥২২
উলট পালট স্বৰ্গ মৰ্ত্ত্য পাতালত।
যুগ পৰিৱৰ্ত্ত যেন ভৈল অকালত ॥২৩
মৰিবাহা তুমি সব কোনে পতিয়ায়।
হাঁ প্ৰভু বোলন্তে মোহোৰ প্ৰাণ যাই ॥২৪
ৰামাই বন গৈলা ছাড়ি তুমি গৈলা স্বৰ্গ।
চতুৰ্ভিতে বেঢ়ি কান্দে মহাদই বৰ্গ ॥২৫
সমিধান নিদিলা টিকৰ নিজনাহা।
আমাক অনাথ কৰি কৈক লাগি যাহাঁ ॥২৬
ৰাঘৱৰ শোকে তুমি গৈলা যমপুৰ।
খণ্ডাইলাহাঁ অলঙ্কাৰ শিখৰ সিন্দুৰ ॥২৭
হেন মন কৰয় যাইবোঁহোঁ মই মৰি।
পুত্ৰ ৰাসনাতহে জীৱন আছোঁ ধৰি ॥২৮
হাঁ স্বামী দশৰথ বৃদ্ধ মহীপাল।
হাঁৰাম লখাই সীতা মোৰ ভৈল কাল ॥২৯

---

২৩ অধ্যায় কৌশল্যাৰ কৈকেয়ীক ভৰ্ৎসনা কৰে আৰু সকলোৱে ৰাজ্য ৰক্ষাৰ মন্ত্ৰণা।

বিষাদে কৌশল্যা কৈকেয়ীক লাগি চাইলা।
কুল সংহাৰিণীক আগতে ভেট পাইলা ॥১
হাওৰে পাপিষ্ঠী চাৰী তই স্বামী খাইলি।
সমস্ত লোকক শোক সাগৰে পেলাইলি ॥২
তোৰ গৰ্ভে ঠাই ভৈল সুস্বামী আমাৰ।
সব ৰঘু বংশৰ চিন্তিলি বুদ্দামাৰ ॥৩
তোৰ কুখিয়াতি তিনি ভুৱনক যাইব।
নৰকৰ পোকে তোক লাৰি ছাৰি খাইব ॥৪
যাৱে চন্দ্ৰ দিবাকৰ পৃথিবী সাগৰ।
ঘোৰ ক্ৰিমি কুণ্ডত থাকিবি একেশ্বৰ ॥৫
ৰামত ভকত যেন লখাই মহাবীৰ।
ভৰতো ৰামত তেন একে সে শৰীৰ ॥৬
পুতেয়ো নলৈবে ৰাজ্য স্বামীকো বধিলি।
একোয়ে নফৈল তই নৰক সাধিলি ॥৭
তোহোৰ কাৰণে ৰামচন্দ্ৰ গৈলা বন।
পুত্ৰশোকে নৃপতিয়ো তেজিলে জীৱন ॥৮
সিংহ গৰ্জ্জনায় শুনি জনকৰ জীৱে।
চমকিয়া ৰাঘৱৰ ধৰিবন্ত গ্ৰীৱে ॥৯
তই ভৈলি প্ৰজাৰ দুঃখৰ আদিমুল।
কৰিলি নিৰ্ম্মূল তই ইটো ৰঘুকুল ॥১০
এহি বুলি মুঠি হানি পৰিলন্ত শোকে।
প্ৰবোধিতে নপাৰিল সব নাৰী লোকে ॥১১
পাচে বশিষ্ঠক গৈয়া মাতাইয়া আনাইল।
কুলগুৰু কৌশল্যাক প্ৰবোধ কৰাইল ॥১২
বিষাদে থাকিলা দেবী অস্থি চৰ্ম্মমাত্ৰ।
বশিষ্ঠ বসিলা গৈয়া আউৰ যত পাত্ৰ ॥১৩
সেনাপতি, যুথপতি, মন্ত্ৰী, সদ্ধিকৈ।
মহা মহা সাধু যত সবাহাঙ্কে লই ॥১৪
বামদেৱ, যাজ্ঞবল্ক, বিশ্বামিত্ৰ, গৰ্গ।
মাৰ্কণ্ডেয় গৌতম ৰজাৰ গুৰুবৰ্গ ॥১৫
বশিষ্ঠক মধ্য কৰি বসিলা বিমনে।
আদিত্যক বেঢ়িয়া যেহেন গ্ৰহগণে ॥১৬
সবে বিমৰিষি পাচে কৰিলন্ত থিৰ।
তৈলদ্ৰোণী কৰি থৈল ৰাজাৰ শৰীৰ ॥১৭
পাত্ৰ পুৰোহিত মিলি আলোচিলা কাজ।
অৰাজকে নিৰন্তৰে ছন্ন হৈবে ৰাজ ॥১৮
সবে হস্তে বুলিলন্ত বশিষ্ঠক চাই।
ৰাজ্য ছন্ন হৈবেক নৃপতি কেহো নাই ॥১৯
দশৰথ চক্ৰবৰ্ত্তী ভৈলন্ত বিনাশ।
ৰাম লক্ষ্মণেও এৰি গৈলা বনবাস ॥২০
পৰদাৰা হৰণ কৰিব মহাপাপ।
পুত্ৰ হুয়া নমানিব আপোনাৰ বাপ ॥২১
নাৰীগণ স্বামীত হৈবেক অবিনীত।
অনিয়মে সবে দোষ হৈবে উপস্থিত ॥২২
মাতুলৰ ঘৰত ভৰত শত্ৰুঘন।
সত্বৰে আনায়ো যেবে ৰাজ্য নোহেচ্ছন্ন ॥২৩
অৰাজকে দুষ্ট খলে আসন্নক পাইব।
অনেক দুৰ্জ্জন চোৰ মস্তক উঠাইব ॥২৪
ৰাজায়ো আহন্তে মোত পুছিলন্ত কাজ।
সত্বৰে চিন্তিয়ো যেবে ছন্ন নোহে ৰাজ ॥২৫

শুনিয়ো সমাজে ইটো বাঘব চৰিত্ত।
বাৰ বাৰ বুলি মুখে তৰিয়ো কলিত ॥২৬

---

২৪ অধ্যায়।

দূত পঠিয়াই ভৰতক আনয়ন।

ছবি।

হেন শুনি পাচে, নিজ কুল গুৰু,
বশিষ্ঠে বুলিলা বাণী।
কহিলা সুমন্ত্ৰ, মন্ত্ৰী কাণ্ডে কৰি,
দূত মিলায়োক আনি ॥১
শুনি মন্ত্ৰীবৰ, আজ্ঞা বশিষ্ঠৰ,
মাথাত লৈয়া সাদৰি।
পৰম চতুৰ, দূতগণ মন্ত্ৰী,
মিলাইলন্ত শীঘ্ৰ কৰি ॥২
বশিষ্ঠ দূতক, বুলিলন্ত বাণী,
বিলম্বক পৰিহৰি।
আমাৰ বচনে, তুমি সব শীঘ্ৰে,
চলাঁ বাতি দিন কৰি ॥৩
কেকয় ৰাজাৰ, ৰাজ্য এথা হন্তে,
হোৱে আতি বহুদূৰ।
মোৰ বাক্য ধৰি, চলাঁ শীঘ্ৰ কৰি,
যথা গিৰিবজ্ৰ পুৰ ॥৪
এথাৰ বৃত্তান্ত, কথা তুমি সবে,
ভৰতক নকহিয়া।
ৰজাৰ আদেশ, বুলি কাণ্ড কৰি,
আনিয়ো এথা লাগিয়া ॥৫
বশিষ্ঠৰ বাণী, শুনি দূতগণ,
লৰিলা চৰি ৰথত।
নাহি অন্ন পান, সাত দিন মাত্ৰ,
বাহন্তে ভৈলা পথত ॥৬
যেবে দূতগণ, গিৰিবজ্ৰ পুৰে,
শীঘ্ৰ বেগে প্ৰবেশিলা।
ভৰতে তথাত, অনিষ্ট সূচক,
সাপোন বৰ দেখিলা ॥৭
নাই সুস্থ মন, মলিন বদন,
হৈল ভৰতৰ মুখ।
শ্ৰীহানি দেখি, মিত্ৰ সকলৰ,
মনত বৰ অসুখ ॥৮
হাত যোৰ কৰি, পুছিলন্ত পাচে,
দেখিয়া তান অৱস্থা।
মিত্ৰ সকলত, কহিলা ভৰত,
বত্ত সপোনৰ কথা ॥৯
এহিসে কাৰণে, জানিবাহা মোৰ,
বিকল কৰয় মন।
শৰীৰ দহয়, হৃদয় কম্পয়,
শুকাই মুখ সঘন ॥১০
কি কহিবোঁ আৰ, তোমৰা সবৰ,
কথা শুনি বিমৰিষ।
জানিলোঁ াহোঁ নিষ্ট, কোনবা অনিষ্ট,
আসি ভৈলা অসদৃশ ॥১১
পৰম দুৰ্ঘোৰ, স্বপ্ন দেখি মোৰ,
থিৰ আৰ নোহে চিত্ত।
আকাশ ভানিয়া, দেখিলোঁ সম্পূৰ্ণ,
পৰিল চন্দ্ৰ ভূমিত ॥১২
আৰৰ দেখিলোঁ, সাগৰ শুকাইল,
ৰাহুয়ে গ্ৰাসিল সূৰ।
বিনা মেঘে আসি, নিৰ্ঘাত পৰিয়া,
যেন ভূমি ভৈলা চুৰ ॥১৩
আমাৰ পিতৃৰ, শৰীৰ দেখিলোঁ,
ৰক্ত বস্ত্ৰ আনি দিল।
থিৰ মুহি কায়া, মাটিত বসাইয়া,
দক্ষিণক লাগি নিল ॥১৪
দেখি গাৱে পোৰে, ওপৰক গোড়ে,
মুৰ দিলা তৈল কুণ্ডে।
কৰিয়া আক্ৰান্তি, আতিশয় ৰাত্তি,
তৈল দিলা গাৱে মুণ্ডে ॥১৫
আৰো এক স্বপ্ন, দেখিলোঁ াহোঁ মই,
গাৱে ক'লা বস্ত্ৰ লই।
পিতৃ দশৰথ, লোহাৰ খাটত,
খেপেকাই বসিলা পৈ ॥১৬
দেখিলা আওৰ, ৰাতুল পুষ্পৰ,
মালা মাথে তুলি দিল।
পিঙ্গল বৰণী, নাৰী একজনী,
আলিঙ্গি আসি ধৰিল ॥১৭
ইসব স্বপ্নৰ, ফলে নিৰন্তৰ,
কৰয় যাপৰ কাল।

লয় মোৰ মন, নোহেবা জীৱন,
তেজিলন্ত মহীপাল ॥১৮
নেদেখোঁহো ভাল, ভৈল বহুকাল,
আসিলো তেজি নগৰ।
নজানো তথাত, কোনবা বিঘাত,
মিলিয়াছে অথন্তৰ ॥১৯
মনে অনুমানি, স্বপ্নৰ কাহিনী,
কৈলা কৈকেয়ীৰ সুত।
সেহি সময়ত, নগৰ পশিল,
আহি অযোধ্যাৰ দূত ॥২০
ৰাজাক প্ৰণামি, পাচে নমিলেক,
ভৰতৰ দুই পাৱ।
ভৰতক দূতে, বচন বোলয়,
ঝাণ্টে চলিয়োক গাৱ ॥২১
চলাঁ এতিক্ষণ, চাৰি কোটি ধন,
ৰাজাৰ লোৱাঁ সন্দেশ।
নবাধিবিঁ বাক, আমি দেখোঁ তাক,
কৰাইয়ো আগে প্ৰবেশ ॥২২
হেন শুনি পাচে, ভৰতে বোলন্ত,
শুনিয়ো দূত সকল।
দশৰথ নিজ, পিতৃৰ আমাৰ,
কহিয়ো বাৰ্ত্তা কুশল ॥২৩
পৰম শ্ৰীমন্ত, ভালে কি আছন্ত,
ৰাম পিতৃ সম ভাই।
ৰামৰ পাচত, মোক সুমৰন্ত,
কৌশল্যায়ে বৰ আই ॥২৪
প্ৰকৃতি সুন্দৰ, বাৰ্ত্তা লক্ষ্মণৰ,
কহিয়োক সদভাৱ।
আতি মহা শান্ত, ভালে কি আছন্ত,
সুমিত্ৰায়ে শত মাৱ ॥২৫
বাপৰ সুভগা, কলহত প্ৰিয়,
প্ৰচণ্ড যাৰ স্বভাৱ।
স্বামী সেৱা কৰি, ভালে কি আছন্ত,
আমাৰ কৈকেয়ী মাৱ ॥২৬
হেন শুনি দূতে, শোকক তন্তায়া,
কহিলন্ত ধৈৰ্য্য ধৰি।
সকলে কুশল, ৰাজাৰ আদেশ,
চলাঁ তুমি ঝাণ্ট কৰি ॥২৭
শুনা ৰামায়ণ, সভা সদগণ,
ৰামক মনত ধৰি।
ৰামৰ চৰণে, পশিয়ো শৰণে,
বিলম্বক পৰিহৰি ॥২৮
জানা সাৰ তত্ত্ব, কালৰ মুখত,
পৰিয়া আছোঁ নিশ্চয়।
কেতিক্ষণে গিলে মিলে একেতিলে,
দাৰুণ মৰণ ভয় ॥২৯
পৰম চঞ্চল, বিষয় সকল,
তেজিয়ো বিশ্বাস আত।
ইসে নিজ কাম, বুলি ৰাম ৰাম,
এৰায়ো কালৰ হাত ॥৩০

২৩ অধ্যায়।

পদ।

সিংহাসনে থিত ভৈলা গিৰিবজ্ৰ নাথ।
তেতিক্ষণে ভৰতে যুৰিলা যোৰ হাত ॥১
দেখি ৰাজা বোলে মোৰ নাতি সদভাৱ।
বাপৰ আদেশে ঝাণ্টে চলিয়োক গাৱ ॥২
দশৰথ কৌশল্যা ৰাঘৱ লখমন।
কৈকেয়ী সুমিত্ৰা আৰু যত বন্ধুগণ ॥৩
বশিষ্ঠ প্ৰমুখ্যে গুৰুপাত্ৰ যত জন।
সবাকো সন্দেশ দিল তিনি কোটি ধন ॥৪
ভৰতকো দিলা পাচে আশেষ সম্ভাৰ।
সহস্ৰেক ঘোড়া দিলা পবন সঞ্চাৰ ॥৫
মাণিকে মণ্ডিয়া দিলা ৰথ দশ খান।
ময় মত্ত হস্তী দিলা দশশত মান ॥৬
লক্ষ তোলা সুৱৰ্ণ সহস্ৰ অতিৰেক।
কোটি এক ধন দিলা সন্দেশ অনেক ॥৭
কেকয়ক নমিলা মাতুল যুদ্ধাজিত।
চড়িলা ভৰত ৰথে হৈয়া সুনন্ত্ৰিত ॥৮
আগত ভৰত পাচ ভৈলা শত্ৰুঘন।
ৰথ খন গতি কৰে যেহেন পৱন ॥৯
পূৰ্ব্ব দিশ লাগি দুয়ো ভাই চলিলন্ত।
নদীনদ নগৰ অৰণ্য এৰাইলন্ত ॥১০
যমুনাৰ তীৰ পাইল কটক সকল।
সবে প্ৰজা সন্তুকিল পান কৰি জল ॥১১
এৰাইল অনেক গ্ৰাম নগৰ আশেষ।
ধীৰে আস প্ৰজা বুলি কৰিলা আদেশ ॥১২

প্ৰজাক এৰিয়া নানা দেশক এৰাইল।
শীঘ্ৰে গৈয়া আতি নদী গোমতী ছাৰাইল ॥১৩
চলিলা ভৰত বেগে গোমতীক তৰি।
বিশি বিশি দেখি যায় অযোধ্যা নগৰী ॥১৪
সাত দিনে পাইলা গৈয়া নগৰীৰ কোল।
এদিনাৰমন্তে তাত নুশুনিয়া বোল ॥১৫
বিপৰীত দেখি বোলে কৈকয়ীৰ সুত।
কিবা আপান্তৰ মোত নকহিলি দূত ॥১৬
তিনি প্ৰহৰৰ পথ যাৰ ধ্বনি গৈল।
অযোধ্যা নগৰী দেখোঁ নিশবদ ভৈল ॥১৭
সাগৰ মথন্তে যেন আসিল আস্ফাল।
বেদধ্বনি নৃত্যগীত নাহি কোলাহল ॥১৮
কিছুৱে নুশুনি আজি সিসব শবদ।
বায়ু থিৰ ভৈলা যেন সাগৰ তবধ ॥১৯
নিৰন্তৰে চলে যত হাঁতী ঘোড়া ৰথ।
চৌদোলৰ নিমিত্তে যাইবাক নাহি পথ ॥২০
কি কাৰণে আজি নাৰীশূন্য দেখোঁ বাট।
কোলাহল নুশুনোহোঁ পাকশত হাট ॥২১
মলিন দেখোহোঁ নগৰ উপবন।
বিলাস বিনোদ যৈত কৰে নাৰীগণ ॥২২
বৃক্ষত চাতক সবে নকৰয় বোলি।
নগৰৰ লোকৰ নেদেখোঁ কিছু কেলি ॥২৩
শুন ওৰে সাৰথি বচন বোলোঁ তোক।
আমাক নমাতে কিয় নগৰৰ লোক ॥২৪
মলিন বস্ত্ৰক পিন্ধি কৰে নৰে শোক।
কিকাৰণে অভিনন্দা নকৰয় মোক ॥২৫
হেন বুলি প্ৰবেশিলা অন্তেন পুৰত।
দুৱৰী দেখিয়া মাথা নামাইল দূৰত ॥২৬
কাতৰিত কৰে দেখোঁ অযোধ্যা নগৰী।
বুলিলন্ত ভৰতে বিষাদ মন কৰি ॥২৭
নাশ হেতু ৰাজাৰ দেখিলোঁ বিমঙ্গল।
সি সব অনিষ্ট স্বপ্ন মিলিল সকল ॥২৮
প্ৰজা সবে মোক মাথা তুলিয়া নচায়।
চক্ষু দুই টেৰ কৰি পিঠি দিয়া যায় ॥২৯
আশেষ বিষাদে ৰাজ ওৱাৰীক পাই।
কাণ্ড কৰি ৰথৰ নামিলা দুয়ো ভাই ॥৩০
আথে বেথে পাইলন্ত বাপৰ নিজ ঠাই।
হাতীশাল শূন্য যেন মত্ত গজ নাই ॥৩১

নেদেখিয়া বাপক বিকল দুয়ো ভৈলা।
মাৱৰ থানক শীঘ্ৰে চাহিবাক গৈলা ॥৩২

২৬ অধ্যায়। কৈকেয়ীৰ সকলো বৃত্তান্ত শুনি ভৰতৰ ক্ৰোধ।

পুত্ৰক দেখিয়া পাচে ভৰতৰ মাৱ।
কৌতুহলে আসনৰ চালিলন্ত গাৱ ॥১
মাৱক দেখিয়া কিছু সন্তৰিল মন।
পাৱে পৰি প্ৰণাম কৰিলা তেতিক্ষণ ॥২
দুই বাহু মেলি মাৱে সাবটি ধৰিল।
গ্ৰীৱত সাবটি মুখে চুম্বন কৰিল ॥৩
যুদ্ধাজিত ভাতৃৰ কুশল বাৰ্ত্তা কহ।
ভালে কিবা আছন্ত তোমাৰ মাতামহ ॥৪
কল্যাণে আছন্ত মোৰ সৈহৰীৰ লোক।
কিবা বস্ত্ৰ সন্দেশ পাঠাইল দিয়া মোক ॥৫
আমাৰ বাপৰ দেশ অনেক বিদূৰ।
কৈসানি এৰিলা বাপ গিৰিবজ্ৰপুৰ ॥৬
পথত কতেক দিন ভৈগৈল প্ৰবাস।
তোক দেখি বাপ মোৰ শৰীৰ উল্লাস ॥৭
ভৰতৰ মাৱে যাৰ কল্যাণ ইচ্ছন্তি।
সকলে কুটুম্ব মাৱ সকলে আছন্তি ॥৮
সাত দিনে ভৈলোঁ আসি অযোধ্যাপুৰত।
তোমাৰ সন্দেশ আছে কতোহো দূৰত ॥৯
আনিল বাপৰ দূতে সত্বৰ গমন।
সিকাৰণে পাচে এৰি আইলোঁ যত ধন ॥১০
মলিন দেখোহোঁ কেনে অযোধ্যানগৰী।
বিয়াকুল মন মোৰ কোৱাঁ কাণ্ডকৰি ॥১১
শুন্য নগৰীক মই আসিলোহোঁ চাই।
দিবসৰ চন্দ্ৰ যেন তাৰাগণ নাই ॥১২
পতাকা নলড়ে যেন বিজুলী চটক।
লণ্ড ভণ্ড পুৰী দেখোঁ উৎসন্ন কটক ॥১৩
শুনিয়োক মাৱ, কথা কহিয়োক তত্ব।
আছে পিতৃ দশৰথ কমন গৃহত ॥১৪
তোমাৰ থানত পিতৃ আছে হেন আশে।
আসিয়া দেখোহোঁ কিন্তু নাহি তযু পাশে ॥১৫
আমাৰ বাপক কোন থানে ভেট পাইবোঁ।
উতপাত কৰে মন ভেবেসে জুৰাইবোঁ ॥১৬
ভৰতৰ বোল শুনি লাজ পৰিহৰি।
কহিবাক লাগিলা মনত দম্ভকৰি ॥১৭

সুশুনিলি বাপু তই ভৈল কাজ যত ।
মাজ নিশা মৰিল নৃপতি দশৰথ ॥১৮
'আপোন সুকীৰ্ত্তি কৰি চলিলন্ত স্বৰ্গ ।
অনাথ কৰিলা আপোনাৰ বন্ধুবৰ্গ ॥১৯
হেন শুনি ভৰতে তেজিলা দীৰ্ঘাবাৰ ।
যেন বজ্ৰপাত মাথে যোনিত স্বভাৱ ॥২০
হাঁ মোৰ পিতৃ তুমি কেনে গৈলা যমে ।
কান্দিলা অনেক কৰি শত্ৰুঘ্ন সমে ॥২১
বাপ পাঠাইবাৰ দূতে শীঘ্ৰে আনিলেক ।
মনত মানিলো ইটে ৰাম অভিষেক ॥২২
কৌতুকে আছিলোঁ হেন মনে মনে গুনি ।
সকলে নিষ্ফল ভৈল পিতৃনাশ শুনি ॥২৩
এহি বুলি মহাদুঃখে পৃথিবীত লুটি ।
বিলাপ কৰন্ত যেন প্ৰাণ যাই ফুটি ॥২৪
দেখিয়া কৈকেয়ী পাচে তুলি ধৰিলন্ত ।
প্ৰবোধ বচনে ভৰতক বুলিলন্ত ॥২৫
উঠাউঠা বাপ শোক নকৰিয়ো মনে ।
উলটি কি আসিবন্ত তোমাৰ ক্ৰন্দনে ॥২৬
বহুতৰ কীৰ্ত্তিক থৈলন্ত মহীপাল ।
বৃদ্ধ বয়সত নৃপতিৰ ভৈল কাল ॥২৭
প্ৰজাক পালিয়া কৰিলন্ত ৰাজ্যভোগ ।
সত্য পালি মৰিলা কান্দিতে সুহি যোগ ॥২৮
মৰিবাৰ বেলা ৰাজা বুলিলা বচন ।
ক্ষান্ত কৰি আসোক ভৰত শত্ৰুঘ্ন ॥২৯
ৰাম সীতা লক্ষ্মণক বনক পাঠাইল ।
হেন দেখি সব লোকে কৌতুক পাইল ॥৩০
শুনি ভৰতৰ হৃদয়ৰ কম্প ভৈল ।
যোগীৰ মুণ্ডত যেন বজ্ৰপৰি গৈল ॥৩১
হাঁয় বিধি যমে কিয় নিনিলেক মোকে ।
এহি বুলি পৃথিবীত পৰিলন্ত শোকে ॥৩২
অচেতনে আছে যেন ভৈল আয়ুপাত ।
মৃতকৰ যেন প্ৰাণ নেথেলে নাশাত ॥৩৩
ৰাম লক্ষ্মণৰ শোকে পৰি শত্ৰুঘ্ন ।
ভৰতক ধৰি ধীৰে কৰন্ত ক্ৰন্দন ॥৩৪
কতোক্ষণে ভৰতে চেতন লভিলন্ত ।
শোকক তন্তায়া পাচে বাক্য বুলিলন্ত ॥৩৫
কি কাৰণে নৃপতিৰ মতি বিহৰিল ।
ৰাম সীতা লক্ষ্মণক বন বাস দিল ॥৩৬
ৰামে কিনো ব্ৰহ্মবধ গোবধ কৰিল ।
নোহে মহাপাপ গুৰু ভাৰ্য্যাক হৰিল ॥৩৭
সিকাৰণে প্ৰাণ ভাইক দিলা বনবাস ।
চিন্তিলন্ত কিয় পিতৃ আপোনাৰ নাশ ॥৩৮
সবে ৰাজ্য স্নেহ এক ভিতি কৰিলন্ত ।
আউৰ দিকি ৰাম স্নেহ তুলে ধৰিলন্ত ॥৩৯
ৰামত বাসনা আতি বাপৰ মিলিল ।
মৰিবাৰ বেলা কেন বিধিয়ে ছলিল ॥৪০
কৈকেয়ী বোলয় সবে পাত্ৰে আলোচিলা ।
ৰাজাৰ পাশক শীঘ্ৰে সবহি আসিলা ॥৪১
ৰাজায়ে সহিতে পাচে বিমবিধি কায ।
কৌশল্যাৰ তনয়ত সমৰ্পিলা ৰাজ ॥৪২
বশিষ্ঠে আনিলা অভিষেকৰ সম্ভাৰ ।
কালি ৰাজ দিব হেন কৰিলন্ত সাৰ ॥৪৩
ৰামৰ সীতাৰ পাচে অধিবাস কৈল ।
এতেক দেখিয়া মোৰ হৃদিকম্প ভৈল ॥৪৪
আলোচিয়া থিত সব কৰিলোহোঁ কায ।
তোমাক লাগিয়া মই মাগি লইলোঁ ৰাজ ॥৪৫
শপত কৰায়া নৃপতিক কৈলোঁ বন্দি ।
ৰামক পাঠাইলোঁ বনে সত্য পাশে ছান্দি ॥৪৬
হৰাইল দেখিলোঁ ৰাজ্য সপোনৰ নিধি ।
কত মতে সাধিলোঁ সহায় ভৈল বিধি ॥৪৭
বপাহাঙ্ক লাগি বাপ নকৰিবি মৰ্ম্ম ।
কান্তে ৰাজ্য লৈয়ো মোৰ সাফলোক শ্ৰম ॥৪৮
ৰাজাৰ আদেশ ৰাম শিৰোগতে লৈল ।
সীতায়ে লক্ষ্মণ সমে বনবাসে গৈল ॥৪৯
হাঁহাকাৰ শবদে কান্দিল সবলোকে ।
মৰিলন্ত মহীপাল সেহি পুত্ৰশোকে ॥৫০
ৰাজাৰ শৰীৰ-আছে নাৰাণ তেলত ।
তান কৰ্ম্ম কৰি ৰাজ্য লৈয়োক ভৰত ॥৫১
এবেসে পলাইল মোৰ ইদুখ ললাট ।
শুভক্ষণ কৰি বাপ লৈয়ো দণ্ডপাট ॥৫২
দুয়ো ভাই জানিল ৰামৰ বনবাস ।
কুঁজীৰ কাৰণে ভৈল ৰাজাৰ বিনাশ ॥৫৩
চাৰিগুণে ভৰতৰ ক্ৰোধ উপজিল ।
গৰিহা বচনে পাচে কৈকেয়ীক বুলিল ॥৫৪
হাওঁৰে পাপিষ্ঠী মাৰ কি কৰিলি কায ।
কোননো বাপেৰে তোত মাগিলেক ৰাজ ॥৫৫

ৰাম লক্ষ্মণৰ খণ্ডিলিহি ৰাজ্যভোগ।
বাপক মাৰিলি তই অচিকিৎস ৰোগ ॥৫৬
কিবা ৰাম দদা তোক অনিষ্ট কৰিল।
সিকাৰণে তান তই ৰাজ্য বিহৰাইল ॥৫৭
ৰাজ্যলোভে আপুনিও নৰকক গৈলি।
মোৰ কেনে ত্ৰিভুৱনে অখ্যাতিক থৈলি ॥৫৮
একেবাৰে তিনিগোট অকাৰ্য্য কৰিলি।
মোহোৰ দুষ্কীৰ্ত্তি ৰাম বনবাস দিলি ॥৫৯
স্বামীক মৰাইলি দশৰথ মহাৰাজ।
তথাপিতো দাৰুণী তোহোৰ নাহি লাজ ॥৬০
ইহ লোকে পৰলোকে শুভ নাহি তোৰ।
দেশে দেশে মোহোৰ কুযশ থৈলি ঘোৰ॥৬১
স্বামী ঘাতিনীক পৃথিবীয়ে কেনে ধৰে।
কাট দিয়া লুকাই থৈয়া তোক নসম্বৰে ॥৬২
শুষিনী নাগিনী নিকাৰুণী সংহাৰিণী।
নিৰ্দ্দয়িনী ৰাক্ষসিনী বাঘিনী দাৰুণী ॥৬৩
যক্ষিনী ডাহিনী তই স্বস্বামী ভক্ষিনী।
পিশাচিনী আৰে ৰাণ্ডী ভৈলি অলক্ষণী ॥৬৪
সকলো লোকক শোকে মাৰিলি বিছুই।
অযোধ্যা ৰাজ্যত তই ভৈলি সোনশুই ॥৬৫
বাপক মাৰিলি আগে আৰে মোক খাহা।
নিলাজী বৈৰিনী চাৰী মৰিবাক যাহা ॥৬৬
কৌশল্যা সুমিত্ৰা বিকলিত পুত্ৰশোকে।
নৰকত পচিৰি থাইবেক জোকে পোকে॥৬৭
দশোদিশে ব্যাপিল নিৰ্ম্মল যাৰ যশে।
তান ভাৰ্য্যা ভৈলি তোক জনিল ৰাক্ষসে॥৬৮
কৌশল্যা মাৱক তই দিলি বৰশোক।
মযো আৰে পেট পুড়ি মাৰিবোহোঁ তোক॥৬৯
এতিক্ষণে মযো আজি যাইবোঁ বনমাজ।
স্বতন্ত্ৰী দাৰুণী আপুনি লহ ৰাজ ॥৭০
হা বাপ বুলিয়া বিকল বৰ ভৈলা।
হা ৰাম ভাই বুলি পৰি মূৰ্চ্ছা গৈলা ॥৭১
আশেষ কান্দন্তে শত্ৰুঘনে গৈয়া পাইল।
আৱাসি অনেক তুলি ধৰিয়া বসাইল ॥৭২
লক্ষ্মণ দদাৰ ভৈল কমন মহত।
সব প্ৰতীকাৰ তেহেঁ কৰিতে শকত ॥৭৩
ৰাঘৱৰ সঙ্গতি গৈলন্ত বন মাজ।
পিছু বোল ৰাখিয়া ৰাজক দিবি ৰাজ ॥৭৪

২৭ অধ্যায়।

শত্ৰুঘ্নৰ হাতত কুঁজীৰ বিপত্তি।

শুনিলেক কুজীয়ে ভৰত আসি ভৈল।
সত্বৰ গমনে কৈকেয়ীৰ পাশে গৈল ॥১
পিন্ধিলেক হৰিষে বত্ৰিশ অলঙ্কাৰ।
মুকুট কুণ্ডল গ্ৰীৱে সাতেশৰি হাৰ ॥২
বলয় কঙ্কন কাঞ্চি নূপুৰৰ সাজে।
হংসী কেলি কৰে যেন সৰোবৰ মাজে ॥৩
সুবৰ্ণৰ খোল নিয়া কুঁজত চড়াইল।
কটাক্ষ দৃষ্টিয়ে ভৰতৰ মুখ চাইল ॥৪
শৰীৰত পিন্ধিলেক অগুৰু চন্দন।
কৈকেয়ীৰ গৃহ লাগি কৰিল গমন ॥৫
ৰাজ যোগ্য অলঙ্কাৰ পিন্ধি উৰি গায়ে।
কপিলা থাকিলা যেন চণ্ডালৰ ঠায়ে ॥৬
বিমৰিষ কৰে কুঁজী আউৰ কিবা চাওঁ।
ভৰতৰ সমীপক কিসক নযাওঁ ॥৭
মই ৰাক্ষো ৰূপ বৰ হেনয় নোহয়।
মোহোৰ স্বৰূপে দেখো আথান হৃদয় ॥৮
বয়সত বৰ মই ভৰতত কৰি।
কাম বশ ভৈলে সিটো দোষক নধৰি ॥৯
বিদিতে কুমাৰে যেৱে লাজ কিছু কৰি।
গুপ্তৰূপে তথাপিতো হৈবো পটেশ্বৰী ॥১০
অনন্তৰে অন্তঃপুৰে ভৰতে চাহিল।
সেহিবেলা কুঁজী আসি আগতে মিলিল ॥১১
দেখ ভাই সমস্তৰে বহি কুণ্ড আইল।
হেন বুলি কুঁজীক তাহন্তে সকটাইল ॥১২
সকল আপদ হেতু এইসে আগুধী।
লাথি ভুকু চৰৰ মাৰস যথাবিধি ॥১৩
হেন শুনি শত্ৰুঘনে মহৰাক পাইল।
যেন ক্ষুদ্ৰ মৃগী দেখি কেশৰী খেদাইল ॥১৪
যাৰে ধৰি কুঁজীক ঘুৰাইল বহুপাক।
সঘনা ঘুৰয় যেন কুমাৰৰ চাক ॥১৫
কতো বেলি পেলাহন্ত আচাৰি হাতৰ।
হিয়া মাটি পাইল যেন কুৰ লাঙ্গলৰ ॥১৬
মাৰিলন্ত কুঁজত অনেক শত কীল।
চিত কৰি হিয়াত ভাঙ্গৰ শিল দিল ॥১৭
দুই কোৰে মাৰিলন্ত নিদাৰুণ লাঠি।
ঘুকুচা যাবত দিল বহু দন্তাকাটি ॥১৮

পুনু পুনু কেশত ধৰিয়া আজুৰিল।
কান্দন্তে মাৰিল ভুকু মুখে ধূলি দিল ॥১৯
বাৰে বাৰে তুলি তুলি ভূমিত আস্ফালি।
চৰণত ভাঙ্গি গৈল দন্ত দুই পাৰি ॥২০
কুঁজীৰ বিলাই দেখি তাইৰ বন্ধুজন।
হাঁ বান্ধে বুলিয়া কান্দিল ঘনে ঘন ॥২১
মাৰিবেক আমাক দুৰ্ব্বাৰ শত্ৰুঘনে।
কৌশল্যাত সবে গৈয়া পশিল শৰণে ॥২২
পাচ চাই পলাইল কুঁজীৰ চেড়ীগণ।
কৈকেয়ীক চাহি বুলিলন্ত শত্ৰুঘন ॥২৩
তোৰ বাক্যে আমাৰ জ্বলিল বৰ শোক।
কুল সংহাৰিনী আসি নৰাখয় তোক ॥২৪
এহি মুখে বুলিলি ৰাঘৱ বনে যাউক।
আৰু বোল বুলিলি ভৰতে ৰাজ্য পাউক॥২৫
হেন বুলি কুমাৰৰ হৃদয় ভাগিল।
আৰৰ কুঁজীক গৈয়া কিলাইবে লাগিল ॥২৬
ৰাম সীতা লক্ষ্মণ গৈলন্ত বনমাজে।
ৰাজায়ো মৰিলা এই পাপিনীৰ কাজে ॥২৭
হেন বুলি গালত নিৰ্দ্দয় দিলা মুঠি।
একো মতে কুবুজীৰ প্ৰাণ নযাই ফুটি ॥২৮
চিজি সিক্কিলন্ত কুবুজীৰ অলঙ্কাৰ।
স্বৰ্গে যেন আতিশয় ঝিকমিক তাৰ ॥২৯
শত্ৰুঘ্নৰ কোপ দেখি ভৰতৰ মাৱে।
ভয়ে চমকিয়া গৈল ভৰতৰ ঠাৱে ॥৩০
অথিৰ নয়ন তাৰ মুখে নাহি পান।
শত্ৰুঘ্নৰ হাতে আজি হৈবোহোঁ নিৰ্য্যাণ ॥৩১
ভয়ে তৰতৰি কাম্পে অধৰ শুকাইল।
এক দোক্ কৰি ভৰতৰ কাষ পাইল ॥৩২
মোৰ প্ৰাণ ৰাখ বাপ তোহোঁত শৰণ।
আসন্ন মিলিল দেখোঁ শুনিয়ো বচন ॥৩৩
মই তোক বোলোহোঁ অলপমতি ছোট।
কুঁজীক মাৰিল নিদাৰুণ পুত্ৰগোট ॥৩৪
দুই গোটা ভায়েকত পৰে গৰ্ব্বি নাই।
ঘনে ঘনে মোক চাৱে চক্ষুক পকাই ॥৩৫
নিদাৰুণ দেখোঁ বৰ সুমিত্ৰাৰ পোক।
দুয়ো গোটা ভায়েকে মাৰিতে চাহেমোক॥৩৬
লক্ষ্মণেও মোক মাৰিবাক সাজ ভৈল।
ৰামৰ বচনে পাচে বাহুৰিয়া গৈল ॥৩৭
ভৰতে বোলন্ত শত্ৰুঘ্নৰ মুখ চাহি।
মৰাকে মাৰিলে আৰু কিছুফল নাহি ॥৩৮
কুঁজী পৰ চেৰীসে সুহিকে স্বতন্তৰ।
বোকাৰ ওপৰে শাক যেন পটন্তৰ ॥৩৯
গুৰুতৰ বচন শুনিয়া শত্ৰুঘনে।
হেম্পোচিয়া কুঁজীক পেলাইলা তেতিক্ষণে॥৪০
চুঞ্চৰিয়া পাইল কুজী কৈকেয়ীৰ পাশ।
ধীৰে ধীৰে কৈকেয়ীয়ে বুলিলা আশ্বাস ॥৪১
ভৰতে বুলিলা শত্ৰুঘ্ন মুখ চাই।
দৈৱে বিমোহিত ভৈলা কৈকেয়ীয়ে আই ॥৪২
ৰামক বাসনা আনো মোতো অতিবেক।
দদাৰ বিপদ দৈৱে কোনে ৰাখিবেক ॥৪৩
হৰি হৰি দুখিনী কৌশল্যা শত আই।
কেনে সম্বুধিবোহোঁ তোমাৰ মুখ চাই ॥৪৪
বুলিতে নথৈল মোৰ কৈকেয়ী মাৱে।
হেন বুলি তহিতে কান্দিলা দীৰ্ঘৰাৱে ॥৪৫

## ২৮ অধ্যায়।

কৌশল্যা আৰু ভৰতৰ কথোপকথন।

ক্ৰন্দনৰ বোল বৰ কৈকেয়ীৰ ঠাই।
বুলিলা কৌশল্যা পাছে সুমিত্ৰাক চাই ॥১
আসিলেক ভৰত দাৰুনী যাৰ মাৱ।
দেখেয়োক আসা গৈয়া চালিয়োক গাৱ ॥২
হেন বুলি দুইহন্তো লৰিলা সেহিক্ষণে।
ভৰতো আসন্ত দুইকো দেখিবাক মনে ॥৩
সুমিত্ৰাৰ তনয় পাচত শত্ৰুঘন।
বাটতে তাহাৰা দুইকো পাইলা দৰিশন॥৪
কৌশল্যাক দেখিয়া ভৰত দুঃখী ভৈলা।
হাঁ মৰিলোহোঁ বুলি পৰি মূৰ্চ্ছা গৈলা ॥৫
আসিলি বোপাই কুলনাশিনীৰ পো।
দুইকো ধৰি কান্দিলা নয়নে বহে লো ॥৬
উঠ উঠ বাপু তই সুখে এৰ লাজ।
মাৱেৰৰ হাতে তই মাগি ললি ৰাজ ॥৭
ৰাজাকো মৰাইলি ৰাম বনবাস দিলি।
পিতৃ বধ কৰি কোন কৰ্ম্মক সাধিলি ॥৮
মোহোত বুলিলি হন্তে এহি ৰাজকাৰ।
ৰামে কৰিলন্ত হন্তে তোক যুবৰাজ ॥৯
কিকাৰণে আমাসাক বিছেদ কৰিলি।
সুমিত্ৰাক মোক বহি কুত্ত থাপিলি ॥১০

একে শোকে মৰো আৰু জ্বালিলি সন্তাপ।
যেন গঙ্গাজল মোৰ ৰামাই নিষ্পাপ ॥১১
কৌশল্যাৰ সুমিত্ৰাৰ হেন বাণী শুনি।
ফিৰো বুলিবন্ত নশাৰন্ত মনে গুণি ॥১২
কতো বেলি মনে থিৰ কৰিলা ভৰত।
দুইহন্তৰো আগে পাছে কৰন্ত শপত ॥১৩
মোহোৰ কপট যেবে সত্য ঘতুৰাওঁ।
মিছা যেবে বোলোঁ ব্ৰহ্ম বধ পাপ পাওঁ ॥১৪
দশ কপিলাক মাৰোঁ গুৰু ভাৰ্য্যাহৰোঁ।
ৰামক পঠাইলো বনে আত্মঘাত কৰোঁ ॥১৫
মোৰ বোলে বুলিলা কৈকেয়ী নিজ মাৱ।
মোৰ নৰকত তেবে মোৰ হৌক ঠাৱ ॥১৬
বচনে দিলেক দান নিষিলে অধৰ্ম্ম।
ৰাজদ্ৰোহ কৰিলে যতেক পাপকৰ্ম্ম ॥১৭
সৰ্ব্বপাপ পাওঁ যেবে মোৰ আছে মন।
যত ধৰ্ম্ম কৰি আছো সিও হোৱে ছন ॥১৮
কৌশল্যা বোলন্ত তোক জানো শুদ্ধভাৱ।
দাৰুণ শপত শুনি পোৰে মোৰ গাৱ ॥১৯
চিৰকাল জীৱি আশীৰ্ব্বাদ দিলোঁ তোক।
ৰাম আইলে দেখি পাশৰিবো সবে শোক ॥২০
কৌশল্যাৰ কোলে দুঃখে আছন্ত ভৰত।
তপত খোলাত কৰে যাহু যেন মত ॥২১
মন্দকৰ্ম্মে মাৰ্থ শৰীৰে দেই তাপ।
সুৰাপান কৰি যেন দ্বিজৰ সন্তাপ ॥২২
আশেষ কৰন্ত শোক কৌশল্যাৰ ঠাৱে।
পিতৃশোক বহ্নি যেন জ্বলে তান গাৱে ॥২৩

---

## ২৯ অধ্যায়

বশিষ্ঠাদিৰ আগমন আৰু ৰাজাৰ প্ৰেতকাৰ্য্যৰ ব্যৱস্থা।

সূৰ্য্য অস্ত গৈল নিশা দুঃখ বৰ পাইল।
ৰবিৰ সমান তান ৰজনী পোহাইল ॥১
প্ৰভাতে বশিষ্ঠ গুৰু চলিলন্ত পাৱ।
মন্ত্ৰী পাত্ৰ লৈয়া গৈলা ভৰতৰ ঠাৱ ॥২
দশৰথ ৰাজাৰ দেখিলা বাসঘৰ।
ইন্দ্ৰ নাহিকন্ত যেন স্বৰ্গৰ ভিতৰ ॥৩
পাত্ৰ সব দেখিলা ৰাজ্যৰ মহাহিতে।
ভৰতে বোলন্ত আইলা আমাক দেখিতে ॥৪
বাপ ভাইৰ দ্ৰোহিয়া আমাৰ নাহি গতি।
কৈকেয়ী মাৱে কৈলা চাণ্ডাল সঙ্গতি ॥৫
তেজিলোঁহোঁ ৰাজ্যধন সবে বন্ধুজন।
বিনে বাপ ভাই মোৰ নিষ্ফল জীৱন ॥৬
হেন বুলি ভৰত ভূমিত পৰিলন্ত।
পাত্ৰ সবে দেখিয়া ক্ৰন্দন কৰিলন্ত ॥৭
বশিষ্ঠ বোলন্ত দশৰথৰ তনয়।
তোমাৰ কিসক ইটো সন্তাপ হৃদয় ॥৮
পিতৃকাৰ্য্য কৰিয়া লৈয়োক ৰাজ্যপাট।
খণ্ডোক লোকৰ দুঃখ দুৰ্গতি ললাট ॥৯
আছিলন্ত ভূমিচ্ছত্ৰ ৰাজা ৰবিতলে।
গৈলন্ত স্বৰ্গক আপোনাৰ কৰ্ম্মফলে ॥১০
সকলে কুটুম্বে পাছে শোকে কান্দিলন্ত।
সিকাৰণে পুণ্য ক্ষয় হৈয়া পৰিলন্ত ॥১১
হেন জানি শোক ভূমি কৰা উপশাম।
ভূমিতে দেখিবা সীতা লক্ষ্মণ শ্ৰীৰাম ॥১২
স্বৰ্গে গৈল দশৰথ ৰাজা শুদ্ধভাৱ।
ক্ৰন্দন কৰিয়া তাক পেলাইবাক চাৱ ॥১৩
ভৰতে বোলন্ত হেন কিয় বোলাঁ মোক।
মাৱে দৈলা অপযশ কিমতে শুছোক ॥১৪
পিতৃৰ কৰিবোঁ আমি দশপিণ্ড কাম।
কৰিবোঁ ৰামক সেবা নলাগয় ৰাজ ॥১৫
হেন শুনি বশিষ্ঠ মনত ৰঙ্গ ভৈলা।
ভৰতক লৈয়া মৰাশৰ পাশে গৈলা ॥১৬
মৰা বাপ দেখিলন্ত কৈকেয়ীৰ সুত।
দুই ভাই লুটি পৰি কান্দিলা বহুত ॥১৭
তৈল হন্তে নৃপতিক তুলিলন্ত কোলে।
দুই ভাই নিয়া থাপিলন্ত চতুৰ্দ্দোলে ॥১৮
অগুৰু চন্দনে দেহা ভূষিত কৰাইল।
সব অলঙ্কাৰ দিয়া পাৰত চড়াইল ॥১৯
আগে পাছে বহন্ত ভৰত শত্ৰুঘনে।
দুইপাশে ধৰিলা ৰাজাৰ বন্ধুজনে ॥২০
মুখ্য মুখ্য নৃপতিৰ যত বন্ধুলোকে।
ৰাজাক দহিতে লাগি চলি গৈলা শোকে ॥২১
ৰাজাক থাপিলা নিয়া নদীৰ তীৰত।
বেঢ়িয়া কান্দন্ত মহাদৈই লোক যত ॥২২
হাঁ প্ৰভু আমাৰ টিকৰ নিজ নাহা।
আমাক তেজিয়া তুমি কৈক লাগি যাহা ॥২৩

মুকুট কুণ্ডল শোভে বিবিধ মণ্ডল।
হাসোঁ হাসোঁ কৰে আতি ৰাজাৰ বদন ॥২৪
মহাদেই সকলে ক্রন্দন কৰে আগে।
উত্তৰ নেদন্ত যেন মনত বৈৰাগে ॥২৫
অগুৰু চন্দন দাৰু নির্ম্মিলন্ত চিতা।
বন্ধু জনে কান্দন্ত ৰাজাৰ চতুর্ভিতা ॥২৬
চিতাত থাপিলা নিয়া উত্তৰ শিথানে।
ওপৰতে যজ্ঞ পাত্র থৈল থানে থানে ॥২৭
ওহিক ব্রাহ্মণে তিনি অগনি থাপিয়া।
ঘৃতাহুতি দিলন্ত হাতত শ্রুৱ দিয়া ॥২৮
উদূখল মুষলকো থাপিলন্ত নিয়া।
অগ্নিত হুমিলা পশু গোটক মাৰিয়া ॥২৯
সবৎসা অনেক ধেনু প্রদান কৰিল।
বিধিৰ নিয়মে পাচে মুখাগ্নি কৰিল ॥৩০
কলসে কলসে ঘৃত অনেক ঢালিল।
জাজ্বল্য সমান চিতা অগনি জ্বলিল ॥৩১
অগনি লাগিল যেবে নৃপতিৰ গাৱে।
প্রণমিল কুমাৰে ৰাজাৰ দুই পাৱে ॥৩২
আর্ত্তনাদ কৰি কান্দিলন্ত দুই ভাই।
হাঁ বাপ কৈক যাহা আমাক পেলাই ॥৩৩
মোৰ এৰি কৈক যাহা দশৰথ বাপ।
সহিতে নপাৰোঁ আক হৃদয়ৰ তাপ ॥৩৪
অনুদিনে বাপ যাত সমর্পণা কৰি।
পিতৃ সম ৰাম গৈলা দেশ পৰিহৰি ॥৩৫
হাঁ ৰাম দাদা মই কত পাপ কৈলোঁ।
তুমি হেন ভ্রাতৃক বঞ্চিত মই ভৈলোঁ ॥৩৬
বশিষ্ঠে বোলন্ত সবে অৱশ্যে মৰিব।
মৃতক পৰাণ পুনৰপি উপজিব ॥৩৭
অনুশোচ এৰিও সংসাৰ বিধি বক্র।
সংহাৰিব সবাকো দুর্ব্বাৰ কালচক্র ॥৩৮
তুমি আমি প্রমুখ্যে আৰৱ যত জন।
দিন কতিপয় থাকি সবে হৈবোঁ ছন্ন ॥৩৯
পদ্মৰ পত্রৰ যেন নীৰ বহি যাইব।
শোক এৰাঁ সবে হন্তে প্রাণ হৰুৱাইব ॥৪০
দুই ভাইক বশিষ্ঠে তুলিলা হাতে ধৰি।
গুৰুৰ বচন শুনি শোক পৰিহৰি ॥৪১
লোতকে তিতিল দুইৰো শৰীৰ সকলে।
শুক্রধৱজ যুগ যেন বৰিষণ জলে ॥৪২

নিশেষ দগধ ভৈলা দশৰথ ৰাজ।
সৰযুত বুৰ দিয়া প্রেতাঞ্জলি কাৰ ॥৪৩
জলদান কৰিতে ভৰত লৰি গৈলা।
নিৰন্তৰে তীর্থ যত তৈতে আসি ভৈলা ॥৪৪
পয়স্বিনী গঙ্গা দেৱী যমুনা গোমতী।
চন্দ্রভাগা কাবেৰী লৌহিত্য সৰস্বতী ॥৪৫
নর্ম্মদা সুৰেখা সোন নদী হীৰন্মতী।
গোদাৱৰী কৃতমালা নদী ভানুমতী ॥৪৬
সব তীর্থ আসি ভৈলা সৰযুৰ জলে।
কুমাৰে তর্পণ কৈলা কুটুম্ব সকলে ॥৪৭
নিৰন্তৰে জ্ঞাতীয়ে কৰিল জলদান।
তেতিক্ষণে আসি ভৈলা ইন্দ্রৰ বিমান ॥৪৮
তীর্থজল পান কৰি তৃপিতি ভৈলন্ত।
ৰথে চড়ি দশৰথ স্বর্গক গৈলন্ত ॥৪৯
ইন্দ্রে আসি কতো দূৰ আগ বঢ়াই নিলা।
আপোনাৰ অর্দ্ধাসন তাঙ্ক এৰি দিলা ॥৫০
পাচে প্রজা সব উঠি চালিলন্ত গাৱ।
পিণ্ড দিয়া ভৰত লৰিলা নিজ ঠাৱ ॥৫১
আগে পিছে গৈল প্রজা পীড়িলেক শোকে।
ইন্দ্রক পীড়িল যেন অসুৰৰ লোকে ॥৫২
দূৰতে ভৰতে দেখি অযোধ্যা নগৰী।
প্রজাক সম্বুধি মাতিলন্ত মন্যু কৰি ॥৫৩
ৰাম দশৰথে শূন্য গ্রাম দেখা জনে।
নাৰীক নোশোভে যেন স্বামী অবিহনে ॥৫৪
তেজিলোঁহো সবেদেশ যত বন্ধুজন।
বিনা বাপ ভাই মোৰ নিষ্ফল জীৱন ॥৫৫
ভৰতক বুলিলা ব্রাহ্মণ মহামাত্র।
ধর্ম্মপাল নামে নৃপতিৰ পূর্ব্বপাত্র ॥৫৬
অনুশোচ পৰিহৰা ভৰত কুমাৰ।
কান্দিলেকি আসে আউৰ জনক তোমাৰ॥৫৭
স্বর্গে গৈলা দশৰথ ৰজা মহাজন।
ক্রন্দন কৰিয়া তাঙ্ক পেলাইবাক মন ॥৫৮
কান্দিলে বাহুড়ে যেবে মৰাৰ জীৱন।
আজি কান্দি জীয়াইব সকলে বন্ধুজন ॥৫৯
শুনিয়া ভৰতে পাছে তেজিলন্ত শ্বাস।
অযোধ্যা পশিলা পাচে বাপৰ আবাস ॥৬০
শূন্য থান দেখিয়া সবাৰে মন খিন।
তৃণ শয্যা দোভাৱে কৰিলা দশদিন ॥৬১

দশ পিণ্ড দিলন্ত আৰু দশ কৰ্ম্ম ।
ত্ৰিদশা কৰিলা যতেক কুল ধৰ্ম্ম ॥৬২
একদশা দোৱা দশা শ্ৰাদ্ধ নিৱৰ্ত্তিল ।
নানাবিধ দান পাছে ব্ৰাহ্মণক দিল ॥৬৩
হাঁতী ঘোড়া ৰথ যত চতুৰ্দ্দোল যান ।
দাসী দাস ৰূপা সোণা গৃহ বস্ত্ৰদান ॥৬৪
তাম্বূল ভোজন মাল্য আৰু বৰবস্ত্ৰ ।
শয্যা ধেনু বৃষভ দিলন্ত বৰছত্ৰ ॥৬৫
ইসব পূৰ্ব্বকে যত বাপৰ উদ্দেশে ।
দিলা দান কৰ্ম্মকাণ্ড কৰিলা বিশেষে ॥৬৬

---

৩০ অধ্যায় ।

ৰামক ঘুৰোটাই আনিবৰ নিমিত্তে বনলৈ ভৰতৰ উদ্যোগ ।

সৰ্ব্বকাৰ্য্য নিৱৰ্ত্তিলে ৰজনী পোহাইল ।
বৰ বৰ পাত্ৰ ভৰতৰ পাশে আইল ॥১
শুনিয়োক ভৰত আমি সবৰ বচন ।
মনুষ্য পৰিহৰ সবে দেশ হৈবে ছন্ন ॥২
অন্তকালে বাপে তোৰ মতিহীন ভৈল ।
ৰামে বনবাস দিয়া ৰাজা স্বৰ্গে গৈল ॥৩
পাত্ৰ সবে আসি আমি আলোচিলো কাম ।
সম্ভাৰ মিলাইলোঁ আৰে কাণ্ডে লৈয়ো ৰাজ ॥৪
ভৰতে বোলন্ত যেবে মই লৈবো ৰাজ ।
মইসে কৰিলো তেবে যতেক অকাজ ॥৫
দেশে দেশে অখ্যাতি থাকিব ত্ৰিভুবনে ।
এতেক অকাৰ্য ভৈল ভৰতৰ মনে ॥৬
জ্যেষ্ঠ ভাই গুৰু সম তান মই ভৃত্য ।
চৰণত সেৱা কৰি থাকিবোহোঁ নিত্য ॥৭
আউৰ বাৰ হেন নিদিবাহা উপদেশ ।
সৈন্য সজায়োক বনে হৈবোহোঁ প্ৰবেশ ॥৮
জ্যেষ্ঠ ভাইৰ ৰাজ্য মই কেনেকৰোঁ ভোগ ।
বেদত শাস্ত্ৰত জ্যেষ্ঠবেসে ৰাজ্যযোগ ॥৯
কিমতে লঙ্ঘিবোঁ সিটো বেদৰ বচন ।
ৰামক আনিবে প্ৰতি চলিবাইবোঁ বন ॥১০
ৰামক আনিয়া ৰজা পাতিবোঁ ৰাজ্যত ।
মই প্ৰতিপালিবোহোঁ পিতৃৰ শপত ॥১১
ৰাম বিনে ইটো ৰাজ্য পালে কোনজনে ।
সিংহৰ কাৰ্য্যক মৃগে কৰিব কমনে ॥১২

নিশ্চে বোলোঁ মোহোৰ ৰাজ্যত নাহি আশ ।
ৰামৰ বদলে খাটিবোঁহো বনবাস ॥১৩
শুনিয়ো সুমন্ত্ৰ মোৰ বচন পালিয়ো ।
পহুভাল কৰিবাক সৈন্য পাকি দিয়ো ॥১৪
শৃঙ্গবেৰপুৰ গুহ নৃপতিৰ পাট ।
গঙ্গা তীৰ সীমা কৰি চাঞ্চিয়োক বাট ॥১৫
দীঘি সৰ নিৰ্ম্মল কৰোক থানে থানে ।
অসংখ্যাত ভণ্ডাৰ চলায়ো বিদ্যমানে ॥১৬
ভোজন সম্ভাৰ চলায়োক বহুতৰ ।
সৈন্যৰ বিহাৰ সজায়োক বাসাঘৰ ॥১৭
নকৰিয়ো বিলম্ব শুনিয়ো মন্ত্ৰীবৰ ।
মই সুখে আছোঁ ৰাম বনৰ ভিতৰ ॥১৮
যেন ঈশ্বৰৰ উপবাস পৰে নিত ।
ভৃত্য সবে ভোজন কৰয় পঞ্চামৃত ॥১৯
ভৰতৰ আজ্ঞা মন্ত্ৰী শিৰত ধৰিল ।
তেতিক্ষণে অসংখ্য সৈন্যক পাকিদিল ॥২০
খাল খোপ পুৰি কৰিলেক ৰাজ বাট ।
দীঘিসৰ খানিল কৰিল শিলে ঘাট ॥২১
ভৰতৰ ৰহিবাক আবাস কৰাইল ।
ভোজন সম্ভাৰে বহু ভাণ্ডাৰ ভৰাইল ॥২২
দোকান বজাৰ হাট কৰে থানে থান ।
অনন্তৰে মন্ত্ৰী ভৰতক দিলা জান ॥২৩
শুনিয়া ভৰতে চলিবাক সাজ ভৈলা ।
দেখিয়া বশিষ্ঠে তাঙ্ক বুলিবাক লৈলা ॥২৪
শুনিয়ো ভৰত তুমি বচন আমাৰ ।
ভালমতে সুবুজিলোঁ চৰিত্ৰ তোমাৰ ॥২৫
তোমাৰ মাতৃৰ বোলে তেজি ইটো ৰাজ ।
ভাৰ্য্যা ভ্ৰাতৃসমে ৰাম আছে বন মাজ ॥২৬
ৰাজ্য সুখ এৰি বন ফল কৰে ভোগ ।
তাঙ্ক হিংসা কৰিতে তোমাৰ নোহে যোগ ॥২৭
তোমাৰ মাতৃয়ে দিয়া আছে বহু খেদ ।
তুমিয়ো কৰিতে কেনে চাহা বন্ধুচ্ছেদ ॥২৮
বুলিবাহা ৰামক আনিবে প্ৰতি যাওঁ ।
ইটো বচনক আমি কেনে পতিয়াওঁ ॥২৯
তোমাৰ কপট ভৈল বিদিত পূৰ্ব্বত ।
ছলে ৰাজ্য লোৱাইলাহা মাতৃৰ হাতত ॥৩০
এবে কেনে জানিবোঁ তোমাৰ শুদ্ধ মন ।
বুলিলা ভৰতে শুনি কৰি ক্ৰোধ মন ॥৩১

অপকাৰ তোমাক কৰিছোঁ মই কিস।
কেনে বৰিষিলা গুৰু ইটো বাক্য বিষ ॥৩২
ভূত ভবিষ্যতে তুমি জানাহা আপুনি।
বুলিলা ইসব বাক্য কিসক মুগুণি ॥৩৩
তুমিও জানিলা মোৰ কপট চিত্তত।
হিয়া নোহে কাটি দেখাওঁ তোমাৰ আগত ॥৩৪
নিদাৰুণ বাক্যে দিলা হৃদয়ত শাল।
কুলগুৰু হুয়া আজি খাইলা তুমি কাল ॥৩৫
আনে কি ইসব বাক্য বুলিবেক মোক।
দেখাইলোহোঁ হস্তে আজি তাক যমলোক ॥৩৬
স্বৰূপত নাহিকে তোমাৰ গুৰু দোষ।
কৈকেয়ী মায়েসে কৰাইলে অসন্তোষ ॥৩৭
স্বপ্নতো যি সব কাৰ্য্য নজানোহোঁ মনে।
পাইলোঁ ইটো দুষ্কীৰ্ত্তিক মাতৃৰ কাৰণে ॥৩৮
মইৰাজা হওঁ ৰাম যাইব বন বাস।
সপোনতো যদি মোৰ আছে ইটো আশ ॥৩৯
কৰোহোঁ শপত গুৰু তোমাৰ আগত।
তুমি হেন সহস্ৰ ব্ৰাহ্মণ কৰোঁ হত ॥৪০
সহস্ৰ কপিলা মাৰো গঙ্গাৰ তীৰত।
পূৰ্ব্ব পুণ্য আছে যত সিও হোক হত ॥৪১
গোত্ৰহত্যা সুৰাপান অগম্যা গমন।
মহাপাপ ব্ৰাহ্মণৰ সুবৰ্ণ হৰণ ॥৪২
ইসব প্ৰমুখ্যে পাপ কৰোঁ নিৰন্তৰ।
যেবে মই দ্ৰোহ চিন্তি আছোহোঁ ৰামৰ ॥৪৩
মইতো জানো ৰামেসে সুহৃদ মোৰ প্ৰাণ।
ৰামৰ চৰণ বিনে নজানোহো আন ॥৪৪
ৰামে জপ তপ মোৰ ৰামে ইষ্ট দেৱ।
ৰামৰেসে চৰণক কৰিবোহোঁ সেৱ ॥৪৫
যত যত মহাগুণ আছয় ৰামত।
ত্ৰিভুবন মধ্যে কোনে কহিবে শকত ॥৪৬
সৰ্ব্বক্ষণে দেৱ দ্বিজ গুৰুত ভকত।
পিতৃত মাতৃত সৰ্ব্বক্ষণে অনুগত ॥৪৭
পৰম বিনীত বেদ শাস্ত্ৰত কুশল।
ধনুৰ্ব্বেদ আদি বিদ্যা জানন্ত সকল ॥৪৮
ক্ৰোধে যমকাল যেন ক্ষমাই বসুমতী।
গম্ভীৰে সাগৰ যেন বুদ্ধে বৃহস্পতি ॥৪৯
সৰ্ব্বগুণে বিধি যেন বেশত গন্ধৰ্ব্ব।
ৰাজাৰ লক্ষণ ৰামতেসে আছে সৰ্ব্ব ॥৫০
চলিবোহোঁ নিশ্চয় ৰামক আনিবাক।
কাতৰ কৰোহোঁ গুৰু নিদিবাহা হাক ॥৫১
প্ৰীতি কৰি আনি থাপি ৰামক ৰাজ্যত।
মই বনে থাকি পালোঁ পিতৃৰ শপত ॥৫২
বশিষ্ঠে বোলন্ত দশৰথৰ কুমাৰ।
মই ভালে জানো শুদ্ধ মতিক তোমাৰ ॥৫৩
চিত্তক লখিতে কৰিলোহোঁ পৰিহাস।
সাৰ্থক ৰঘুৰ বংশে তোমাৰ নিবাস ॥৫৪
বিলম্ব নকৰি চল সত্বৰে বনক।
তোমাৰ প্ৰসাদে দেখোঁ আমিও ৰামক ॥৫৫
ভৰতে বোলন্ত মন্ত্ৰী চালিয়োক গাৰ।
সেনাপতি সব মোৰ সত্বৰে চলাও ॥৫৬
হস্তী ঘোড়া ৰথ আগে কৰোক পয়ান।
ৰথখান সাজিয়া সত্বৰ কৰি আন ॥৫৭
শিৰত ধৰিয়া ভৰতৰ আজ্ঞা বাণী।
সৈন্যক চলায়া ৰথ মিলাইলন্ত আনি ॥৫৮
দেখি শত্ৰুঘনে সমে চড়িলা ৰথত।
ৰক্ষণ বিহিয়া চলি গৈলন্ত ভৰত ॥৫৯
শুনা সামাজিক ৰাম চৰিত্ৰ উপাম।
সংসাৰ নিৰ্ম্মল হোক বোলাঁ ৰাম ৰাম ॥৬০

---

## ৩১ অধ্যায়।

ৰামক আনিবলৈ ভৰতৰ যাত্ৰা। ৰামৰ মিত্ৰৰ আশঙ্কাত গুহৰ যুদ্ধিবলৈ উদ্যোগ।

ছুলড়ি।

চড়িয়া ৰথত, লৰিলা ভৰত,
ৰক্ষণ বিহি ৰাজ্যত।
কৌশল্যা সুমিত্ৰা, কৈকেয়ী চলিলা,
ৰথত চড়ি পাচত ॥১
নিজ কুল গুৰু, বশিষ্ঠ প্ৰমুখ্যে,
ব্ৰাহ্মণ আছন্ত যত।
ভৰতৰ আগ, হৈয়া চলিলন্ত,
চড়িয়া নিজ ৰথত ॥২
কত্ৰী বৈশ্যগণ, কায়স্থ সজ্জন,
নট ভাট তেলি তান্তি।
ঠঠাৰি সোণাৰি কঁহাৰ শখাৰি
ভৰতৰ সঙ্গে যান্তি ॥৩

বনিয়া চম্মাৰ, কমাৰ সুতাৰ,
ধোবা আৰু কুম্ভকাৰ।
ইসব প্ৰমুখ্যে, চলিল যতেক,
আদি অন্ত নাহি তাৰ ॥৪
মনত উৎসুকে, নাৰীগণে বোলে,
স্বামী আৰু কিবা চাই। ?
চলিয়ো সত্বৰে, ভৰতৰ লগে,
ৰামক আনিবে যাই। ॥৫
বিলম্ব নকৰা, হেৰা দিওঁ ধৰা,
কৰ্পূৰ তাম্বুল খাই।
ৰামক দেখিবোঁ, শোক পাসৰিবোঁ,
সত্বৰে গৈয়া আনাহা ॥৬
শুনি চলিলন্ত, নাহি আদি অন্ত,
লৰিল পদাতি যত।
পাৱৰ প্ৰহাৰে, পৃথিবী কম্পায়া
চলে হস্তী ময়মত্ত ॥৭
বেগে বায়ু জিনি, তেজিয়া হেসনি,
চলিল যত ঘোটক।
আড়ম্বৰ কৰি, খাণ্ডা ৰাক ধৰি,
অসংখ্য চলে কটক ॥৮
বাৱে ঢাক ঢোল, শবদৰ বোল,
যেহেন মেঘে গৰ্জ্জয়।
চমক মনত, গিৰি গহ্বৰত,
নিৰ্ঘাত যেন পৰয় ॥৯
এহিমতে চলি, গৈয়া নিৰন্তৰে,
পাইল পাচে গঙ্গাতীৰ।
পথ শ্ৰম যত, এৰাইল সমস্ত,
পান কৰি গঙ্গানীৰ ॥১০
ভৰতে বোলন্ত, সম্প্ৰতি ৰহোক,
সবে প্ৰজা এহি থান।
সুৰ নদী জলে, আমি কৌতূহলে,
কৰোহোঁ অঞ্জলি দান ॥১১
ভৰতৰ বাণী, নিৰন্তৰে প্ৰজা
শিৰোগত কৰি লৈল।
কটক অপাৰ, সবে আপোনাৰ,
থানে থানে থিত ভৈল ॥১২
অনন্তৰে শৃঙ্গ বেৰ অধিপতি,
দেখিলন্ত গুহ ৰাজ।
মুখ্য মুখ্য পাত্ৰ, গণক বোলন্ত,
মিলিল দেখোঁ অকাজ ॥১৩
দশো দিশে পৰ, দলে বেড়িলেক,
সমুদ্ৰ যেন অপাৰ।
পক্ষী পৰিবাৰো, নাহিকয় থল,
ধূলায়ে ভৈল আন্ধাৰ ॥১৪
দিশক ব্যাপিল, অকাৰ্য্য মিলিল,
মোৰ অন্তৰ্গতে ভয়।
ইক্ষ্বাকু বংশৰ, সেনা নিৰন্তৰ,
নাহিকে তাত সংশয় ॥১৫
ইটো ধ্বজ দণ্ড, পতাকা দেখিয়া,
জানিলোহোঁ স্বৰূপত।
আনহেতু নাই, ৰামক মাৰিতে,
আসিলা সাজি ভৰত ॥১৬
কৈকেয়ী মাৱৰ, হাতে ৰাঘৱৰ,
কৰিলা ৰাজ্য নৈৰাশ।
বাপেকৰ হাতে, কপটে ৰামক,
দিয়াইলেক বন বাস ॥১৭
ৰাজ্য ভাৰ লৈয়া, বনবাস দিয়া,
তথাপিতো ক্ষমা নাই।
সবাকে হানিয়া, মাৰিবোঁ সেহুৰে
এৰাইয়া আজি নযাই ॥১৮
মোৰ প্ৰভুৰাম, আছে বনমাজে,
তেবে মোৰ মহাভাগ।
ধিক ধিক মোৰ, জীৱন নিষ্ফল,
মোহোৰ ইটো অযোগ ॥১৯
হৃদয়ৰ যত, আছে গুল গুলি,
ভৰতত সবে সাৰোঁ।
হস্তী ঘোড়া যত, পদাতি সমস্ত,
মুণ্ডে মুণ্ডে হানি মাৰোঁ ॥২০
ৰামসে মোহোৰ, নিজ অধিকাৰী,
মই ভৃত্য ৰাঘৱৰ।
যত সেনা বল, চতুৰঙ্গ দল,
সজায়ো মোৰ সত্বৰ ॥২১
ইটো পৰদল, সেনাৰ সকলে,
লগাইবোহোঁ ভূমিকম্প।
অতি আড়ম্বৰে, গৰুড়ে সাগৰে,
যেন কৰিবোহোঁ ঝাম্প ॥২২

ভৰতে আগত, চাহিয়া দেখোক,
মোহৰ বল বিক্ৰম ।
বীৰ সৈন্য মাৰি, হৃদয় বিদাৰি,
শোণিতে কৰোঁ কৰ্দ্দম ॥২৩
আউৰ কিবা চাৱ, কোটি সংখ্যা নাৱ,
সজায়ো ঝাণ্টে আমাৰ ।
নকৰিবা দৈন্য, যেন পৰ সৈন্য,
গঙ্গাত নুহিকে পাৰ ॥২৪
শুনিয়া অশেষ, ৰাজাৰ আদেশ,
পৰি তৈতে তল পাইল ।
সেনাপতি সবে, অশেষ সেনাক,
সাজিয়া আনি মিলাইল ॥২৫
হাঁতী ঘোড়া ৰথ, সাজিয়া বজাইল,
চণ্ডাল সেনা সকল ।
দেৱতাক ধাৱে, যেন চমৎকাৰে,
চলে অসুৰৰ দল ॥২৬
সেনা ভৈলা সাজ, দেখি গুহৰাজ,
হৰিষ কৰে মনত ।
আতি খৰতৰ, সেনা ভৰতৰ,
দেখিল কত দূৰত ॥২৭
হাঙ্কাৰ কৰিল, সেনা ঝিঙ্কৰিল,
ডেৱ দাম্ফি আতিকৰে ।
গৰ্ব্বে ছাড়ে ডাক, জোকাৰে খাণ্ডাক,
পৃথিবী কাম্পয় ভৰে ॥২৮
উভয় সেনাৰ, আৰাৱে অপাৰ,
লাগি গৈল ধসমসি ।
পায়া পয়োভৰ, খলকে সাগৰ,
পৰ্ব্বতো পৰয় খসি ॥২৯
কৰয় আস্ফাল, কম্পয় পাতাল,
সৰ্পগণ তলবল ।
ভৰ সহিবাক, নপাৰি পৃথিবী,
যেন যান্ত ৰসাতল ॥৩০
শুনা ৰামায়ণ, সভাসদ গণ,
শ্ৰৱণ লৈয়ো ৰামত ।
ৰাম গুণ নাম, গোৱাঁ অবিশ্ৰাম,
তৰাঁ সুখে সংসাৰত ॥৩১
ভকত জনৰ, জানা নিজধন,
ৰামৰ চৰণ দুই ।
মুখ ভৰি ভৰি, বোলা ৰামহৰি,
লনোক পাপত জুই ॥৩২

## ৩২ অধ্যায় ।

ভৰতৰ লগত গুহৰ মিলন আৰু ৰামৰ বৃত্তান্ত শুনি ইখুদিগছৰ তলত ভৰতৰ বিলাপ ।

পদ

এহিমতে পাছে ভাগীৰথী তীৰ জুৰি ।
উভয় সেনাৰ লাগি গৈল হুড়াহুড়ি ॥১
দুই গোটা সেনাৰ লাগিল পঞ্চ কাণ্ডি ।
শৰক প্ৰহাৰি শালি থোৱে মুণ্ডেগাণ্ডি ॥২
যুজিবাক দিয়ো হাক আমাৰ সেনাক ।
দেখি গুহে মন্ত্ৰীক বুলিলা পাছে বাক ॥৩
অঁবিচাৰে প্ৰথমত যুদ্ধ কৰোঁ যেবে ।
পৰ্য্যন্তে আমাৰ ঘাটি মিলিবেক তেবে ॥৪
প্ৰথমতে ভৰতক ভেটিবাক যাওঁ ।
ভালমতে তান চিত্ত জিজ্ঞাসিয়া চাওঁ ॥৫
শুনি আছোঁ ভৰতৰ ৰামত ভকতি ।
ৰামক নিবাক যেবে আসিছে সম্প্ৰতি ॥৬
তেবে যুজিবাক যোগ্য আমাৰ নোহয় ।
ৰাম যেন আমাৰ ভৰতো সেহি নয় ॥৭
ৰামৰ চৰণে মাত্ৰ মোৰ যেন চিত ।
ভৰততো হয় সেৱা কৰিতে উচিত ॥৮
এখন উচিত নেদেখোহোঁ যুজিবাক ।
এহি বুলি আপোন সৈন্যক দিলা হাক ॥৯
তেতিক্ষণে অনেক সৈন্যক সাজি লৈলা ।
ভৰতক ভেটিবাক গুহ চলি গৈলা ॥১০
পাত্ৰ মন্ত্ৰী সেনা বেঢ়ি চলিল অপাৰ ।
সমস্তে দেখিল পাছে গুহ আসিবাৰ ॥১১
আথে বেথে মন্ত্ৰী ভৰতত জান দিল ।
তোমাক ভেটিতে গুহ নৃপতি আসিল ॥১২
ৰামৰ পৰম এহোঁ সখা মহাহিত ।
সতকাৰ কৰিবাক তোমাৰ উচিত ॥১৩
দেখিলোঁহোঁ ৰামে যেন আশ্বাস কৰিল ।
আলিঙ্গি ধৰিয়া আন মাথে চুমা দিল ॥১৪
জানি আক ভালমতে কৰিয়ো সাদৰ ।
আতে হন্তে বাৰ্ত্তা তুমি পাইবাহা ৰামৰ ॥১৫
ভৰতে দিলন্ত সুমন্ত্ৰক আজ্ঞাবাণী ।
আপুনি সংকাৰ মন্ত্ৰী কৰা আক জানি ॥১৬

শুনিয়া সুমন্ত্ৰ আথেবেথে গৈলা চলি।
তুলিলন্ত হাঁসি দুয়ো দুহাকো আকুলি ॥১৭
গুহ নৃপতিক মন্ত্ৰী আলিঙ্গি ধৰিল।
মধুৰ বচন বুলি আশ্বাস কৰিল ॥১৮
ভৰতৰ আগত দুইহন্তো গৈলা চলি।
দেখি ভৰতক গুহে কৰি কৃতাঞ্জলি ॥১৯
বিদূৰতে দেখি দণ্ডৱতে পৰিলন্ত।
পাছে জানু পাৰি নম্ৰভাৱে বহিলন্ত ॥২০
গুহৰ ভকতি দেখি ভৰত কুমাৰ।
প্ৰিয়বাক্যে পূজা কৰিলন্ত বহুতৰ ॥২১
সুমন্ত্ৰ কহিছে মোত তোমাৰ গুণ যত।
মহাশুদ্ধভাৱ তুমি ৰামত ভকত ॥২২
ৰামৰ বৃত্তান্ত যত তুমি আছা জানি।
কহিয়ো আমাত তান কল্যাণ কাহিনী ॥২৩
ৰামৰ বৃত্তান্ত তব নাহি অবিদিত।
কহিয়ো ৰামৰ বাৰ্ত্তা হৌক থিৰ চিত্ত ॥২৪
শুনি গুহ ৰজা পাছে বুলিলা বচন।
কেন মতে জানিবো তোমাৰ শুদ্ধমন ॥২৫
ভালমন্দ তোমাৰ জানিতে মই চাওঁ।
তেৱেঁসে ৰামৰ বাৰ্ত্তা তোমাত জনাওঁ ॥২৬
কেন মতে কহিবোহোঁ ৰামৰ কাহিনী।
পৰচিত্ত অন্ধকাৰ একোৱে নজানি ॥২৭
ভৰতে শুনিলা বাক্য গুহ নৃপতিৰ।
বজ্ৰৰ প্ৰহাৰে হিয়া যেন ভৈল চিৰ ॥২৮
চাণ্ডালে গৰিহা মোক কৰিবাক পাইল।
কৈকেয়ী মায়েসে মোক দুৰ্য্যশ কৰাইল ॥২৯
চুইবে ভাল নহে সৰ্ব্ব জাতিতো অধম।
তাহাৰো ৰামত ভৈল ভকতি উত্তম ॥৩০
আমাক গৰিহা কৰে অধম চণ্ডাল।
ইলাজত কৰি মোৰ মৰণেসে ভাল ॥৩১
এহিবুলি তেজি বীৰ দীৰ্ঘনিশ্বাসক।
মহা মনোদুঃখে পাছে বুলিলা গুহক ॥৩২
যিবোল বুলিলা গুহ উচিত তোমাৰ।
মাতৃসে লিয়াইল মোক ইসব সংসাৰ ॥৩৩
মইতো জানো ৰামেসে জীৱন মোৰ প্ৰাণ।
পিতৃতো অধিক মোৰ ৰামেসে প্ৰধান ॥৩৪
তান বনবাস দুঃখ মাতৃৰ কাৰণে।
তাহাক নিবাক প্ৰতি প্ৰবেশিলোঁ বনে ॥৩৫
ৰামত কপট চিত্ত নাহিকে আমাৰ।
কহিলোঁ স্বৰূপকথা আগত তোমাৰ ॥৩৬
পিতৃ তুল্য শ্ৰীৰামক আনিবাক যাওঁ।
মিছা যদি বোলোঁ ব্ৰহ্ম বধ পাপ পাওঁ ॥৩৭
ভৰতৰ সত্য শুনি সহৰিষ মনে।
গুহৰাজে সম্মুখি বুলিলা তেতিক্ষণে ॥৩৮
স্বৰ্গক সাধিলা তুমি ভৰত কুমাৰ।
ৰাম হেন শ্ৰেষ্ঠ ভাইত ভকতি তোমাৰ ॥৩৯
সাফল জীৱন তুমি সুকৃতি সাধিলা।
তুমি হেন ভাই ৰামে ভাগ্যে সে লভিলা ॥৪০
দশৰথ সুত তুমি ৰাঘৱৰ ভাই।
মোৰ ঘৰ জানা যেন আপোনাৰ ঠাই ॥৪১
ৰাতি গোট থাকিও অৰ্চ্চনা কিছু কৰোঁ।
সকলে সেনাক এক সাজ আলধৰোঁ ॥৪২
হেন শুনি বুলিলন্ত ভৰত কুমাৰ।
কিনো অদভুত দেখোঁ শকতি তোমাৰ ॥৪৩
ধন্য তোৰ জীৱন সাফল তোৰ সাস।
এতেক সৈন্যক আল ধৰিবাক চাস ॥৪৪
প্ৰশংসি ভৰতে হৰিষক বৰ পাইল।
মনুষ্য পঠাইয়া সব সম্ভাৰ আনাইল ॥৪৫
ভক্ষ্য ভোজ্য মৎস্য মাংস বহু ফলমূল।
থানে থানে থোৱাইল পৰ্ব্বত যেন থুল ॥৪৬
ভৰতে সসৈন্যে পাছে আহাৰ কৰিল।
দুয়ো ভাই কিছু শোক দুখ পাসৰিল ॥৪৭
পৰ্ব্বত সমান শোকে পুনুহো জাগিল।
গুহ নৃপতিক পাছে সম্মুখি মাতিল ॥৪৮
মোহোৰ দদাৰ শোক নুহি উপশাম।
কোথা গৈয়া দেখিবোঁ লক্ষ্মণ সীতা ৰাম ॥৪৯
তিনিক সুমৰি আমি নিদ্ৰাক নপাওঁ।
ইঙ্গদি বৃক্ষৰ মূলে তৃণ শয্যা চাওঁ ॥৫০
শ্ৰীৰামৰ সন্তাপে দগধ ভৈলা চিত্ত।
মন উতপাত কৰে তুৰিতে দেখিত ॥৫১
আগত কুমৰ দুই গুহ ভৈল পাছ।
দেখাইলা দুইহাকো নিয়া ইঙ্গুদিৰ গাছ ॥৫২
দেখা হেৰা শ্ৰীৰামৰ তৃণ শয্যাখন।
পহৰ ধৰিলোঁ মই সুমন্ত্ৰ লক্ষ্মণ ॥৫৩
দুই ভাই প্ৰভাততে নিৰ্ম্মিলন্ত জট।
সুমন্ত্ৰৰ মোৰ দেখি মিলিল সঙ্কট ॥৫৪

সুমন্ত্ৰ সহিতে এথা এৰিলন্ত ৰথ।
তিনি জনে ভূমি পাৰে ধৰিলন্ত পথ ॥৫৫
গঙ্গা পাৰ হুয়া ভৈলা বনত প্ৰবেশ।
সুমন্ত্ৰ সহিতে পৰি কান্দিলোঁ অশেষ ॥৫৬
ভৰতে ৰামৰ সিটো তৃণ শয্যা চাই।
শত্ৰুঘনে সমে কান্দিলন্ত দুয়ো ভাই ॥৫৭
মহামৰ্ম্মে দুইৰো যেন প্ৰাণ যাই ফুটি।
হাঁ ৰাম বুলি কান্দে পৃথিবীত লুটি ॥৫৮
ইসব অৱস্থা দেখি কেনে জীওঁপ্ৰাণে।
তোমাৰ নিকাৰ মই পাপীৰ নিদানে ॥৫৯
আশেষ কান্দন্ত দুয়ো আৰ্ত্তনাদ কৰি।
গুহৰাজ সুমন্ত্ৰ কান্দন্ত দুইকো ধৰি ॥৬০
হাঁ ৰাম বলিয়া কান্দন্ত চাৰিজন।
চমকি উঠিল শুনি কৌশল্যাৰ মন ॥৬১
শত্ৰুঘন ভৰতৰ শুনিলন্ত মাত।
ৰাম ৰাম বুলি কান্দে শুনিলা সাক্ষাত ॥৬২
বুলিলা ৱচন পাছে সুমিত্ৰাক চাই।
ৰামৰ অবাৰ্ত্তা জানো পাইলে দুয়ো ভাই ॥৬৩
ৰাম বুলি অন্যথা কান্দিবে কি কাৰণে।
ৰাম সীতা লক্ষ্মণৰ কিবা ভৈলাবনে ॥৬৪
সুমিত্ৰা সহিতে এহি বুলি ৰাম মাৰে।
মিলিলা তহিতে গৈয়া বিয়াকুল ভাৱে ॥৬৫
শত্ৰুঘন ভৰত কান্দন্ত পৰি দুই।
কৌশল্যাৰ গাৱত লাগিল যেন জুই ॥৬৬
কৌশল্যা সুমিত্ৰা ধৰি দুইহান্তৰ গলে।
দীৰ্ঘ ৰাৱে কান্দিলন্ত হাকলে বিকলে ॥৬৭
বৎসক নপায়া যেন ধেনু হামলাৱে।
কুৰুই বিলাপ যেন কৰে আৰ্ত্তৰাৱে ॥৬৮
ঐ বাপ শত্ৰুঘন কহিও ভৰত।
ৰামৰ অবাৰ্ত্তা কিবা শুনিলি বনত ॥৬৯
জানিলোঁ তাতেসে দুয়ো কান্দ আৰ্ত্তনাদে।
প্ৰাণ ফুটি যাই মোৰ ৰামৰ বিষাদে ॥৭০
সত্বৰে কহিও কিবা ভৈল অথন্তৰ।
কিবা মন্দ বাৰ্ত্তা বাপু পাইলিহি ৰামৰ ॥৭১
হাঁ ৰাম লক্ষ্মণ জানকী মোৰ আই।
তোমাসাৰ বনে কিবা মিলিল বিলাই ॥৭২
কিসক নমাতা মোক ঐ বাপ ভৰত।
কহিয়োক নিষ্ঠ কৰি মোহোৰ শপত ॥৭৩
এহি বুলি মূৰ্চ্ছা গৈলা শ্ৰীৰামৰ মাৱে।
দেখি আনো নাৰী সবো কান্দে দীৰ্ঘৰাৱে ॥৭৪
হাঁ ৰাম ক্ৰন্দনৰ উথলিল ৰোল।
দশো দিশ বিয়াপি লঙ্ঘিল স্বৰ্গকোল ॥৭৫
অনন্তৰে শত্ৰুঘন ভৰত দুভাই।
দেখিলন্ত মূৰ্চ্ছা গৈয়া আছে দুয়ো আই ॥৭৬
আথেবেথে দুইকো দুই ধৰি তুলিলন্ত।
সুস্থ হুয়া দুয়ো আই প্ৰবোধ যোলন্ত ॥৭৭
ৰামৰ অবাৰ্ত্তা মাৱ আন কিছু নাই।
কান্দিলোহোঁ আমি তান তৃণ শয্যাচাই ॥৭৮
ইঙ্গুদি বৃক্ষৰ তলে তৃণৰ শয্যাত।
সীতা সমে ৰামে শুতি আছিলা এথাত ॥৭৯
ইহাক দেখিয়া কান্দো কিছু নাহি আন।
হস্তী ঘোড়া ৰথে যাক ধৰয় যোগান ॥৮০
দুগ্ধফেন সম শুক্ল কোমল শয্যাত।
ইন্দ্ৰ সম সুখে শুতি থাকন্ত সাক্ষাত ॥৮১
কুসুম চন্দন গন্ধে ভূষিত কৰিয়া।
পদ্মিনী সেৱয় কৰে চামৰ ধৰিয়া ॥৮২
হেনয় প্ৰভুৰ তৃণশয্যা তৰুতলে।
ইহাক দেখিয়া মোৰ গাৱে জুই জ্বলে ॥৮৩
নানা বাদ্য নৃত্য গীতে জগাৱে যাহাক।
বনৰ চাতকে আৰে চিয়াৱে তাহাক ॥৮৪
ধ্বজ দণ্ড ছত্ৰ আদি যাহাৰ যোগান।
নানাবিধ তৰু ভৈল ধ্বজদণ্ড তান ॥৮৫
সদাই ভুঞ্জন্ত যিটো দিব্য পঞ্চামৃত।
আৰে বন ফল শাক মাংস ভুঞ্জা নিত ॥৮৬
দিব্য বস্ত্ৰ অলঙ্কাৰ যাৰ পৰিধান।
বৃক্ষচৰ্ম্ম জটায়ে ভূষণ ভৈল তান ॥৮৭
ভাল ভাল মনুষ্যেসে যাহাৰ পহৰী।
এবে বন জন্তুসে পহৰ থাকে ধৰি ॥৮৮
হস্তী ঘোড়া ৰথে যাৰ পয়ান স্বভাৱে।
হেন ৰামে কিমতে হাম্বন্ত ভূমি পাৱে ॥৮৯
পদ্মকোষ সম যাৰ সুকোমল ভৰি।
শিলা খোলা কণ্টক সহয় কেন কৰি ॥৯০
ৰাজ্যভোগ অলঙ্কাৰ ময়ো পৰিহৰোঁ।
বন ফল ভুঞ্জোহোঁ শিৰত জটা ধৰোঁ ॥৯১
তৃণ শয্যা কৰোহোঁ পিন্ধোহোঁ বৃক্ষচৰ্ম্ম।
ৰামৰ সেৱক মই ধৰোঁ তান ধৰ্ম্ম ॥৯২

এহি মতে অঙ্গীকাৰ কৰিলন্ত যত ।
তাপসৰ চিহ্ন যত ধৰিলা ভৰত ॥৯৩
আপোনাতে দেখি বীৰে ৰাঘৱৰ বেশ ।
মোৰ প্ৰভু ৰাঘৱৰ হেন ভৈলা ক্লেশ ॥৯৪
ৰাঘৱৰ দুখক স্মৰৰি পোৰে মন ।
মাতৃক শুনায়া বীৰে বুলিলা বচন ॥৯৫
হাঁ মাৱ কৈকেয়ী কৰিলি তই কিস ।
পূৰ্ণ অমৃতৰ ঘটে ঢালিলিহি বিষ ॥৯৬
ৰামৰ নিকাৰ তই পাপিনীৰ কাজে ।
ৰাজ্য এৰি ৰামচন্দ্ৰ আছে বনমাঝে ॥৯৭
স্বামীক মৰাইলি মোক কৰাইলি দুৰ্যশ ।
আচৰি ৰামৰ দ্ৰোহ এখনো জীৱস ॥৯৮
গলে কাঠ চিপি তোক মাৰিবাক পাৰোঁ ।
মাতৃবধ লাগিবে ইহাতে মই হাৰোঁ ॥৯৯
কিনো নিদাৰুণী তোৰ ৰামত কপট ।
দুহিকে ৰজাৰ বীৰ জনিলেক নট ॥১০০
ভৰতৰ বাণী শুনি জননী ৰামৰ ।
কিছু সুস্থ ভৈলা শোক গুচিল চিত্তৰ ॥১০১
গুহক ভৰতে পাছে বুলিলা বচন ।
শ্ৰীৰাম দদাক কেনে পাওঁ দৰশন ॥১০২
চৰণত ধৰিয়া ৰাজ্যক লাগি নিবোঁ ।
পিতৃৰ পাটত তাঙ্ক নৃপতি পাতিবোঁ ॥১০৩
অযোধ্যাৰ লোক তান সেবিব চৰণ ।
পালন্তোক ৰামে ৰাজ্য মই পাটোঁ বন ॥১০৪
শুন গুহৰাজ তই নিজ গৃহে চল ।
আমাৰ শোকতে তইও হোৱস বিকল ॥১০৫

## ৬৩ অধ্যায়

গুহই নাও যোগাৱ আৰু ভৰতাদি নৈ পাৰ হয় ।

গুহ নৃপতিক যেবে গৃহক পঠাইল ।
শত্ৰুঘন সমে শোকে নিদ্ৰাক নপাইল ॥১
যুগৰ সমান তান ৰজনী পোহাইল ।
ভৰতে মাতিয়া শত্ৰুঘনক জগাইল ॥২
প্ৰভাত সময় ভৈল কুলি ডেকে ৰাৱ ।
গুহক বুলিয়ো কাণ্টে আনন্তোক নাৱ ॥৩
ভৰতে উঠিয়া পাছে মুখে দিলা জল ।
কৌশল্যা সুমিত্ৰা আদি জাগিলা সকল ॥৪
শত্ৰুঘনে বোলে কিয় জগাইবাহোঁ মোকে ।
জগায়া আছয় মোক বাপ ভাইৰ শোকে ॥৫
গুহক আনিতে প্ৰতি দূতক পঠাইল ।
দূত নতো যান্তে গুহ আপুনি আইল ॥৬
গুহে বোলে উঠিয়োক ভৰত কুমৰ ।
ভৰতে বোলন্ত ভৃত্য তইসে ৰামৰ ॥৭
অব্যাহতে সৈন্য মোৰ কৰায়োক পাৰ ।
তুৰিতে অনায়ো বাপ যতেক নাৱৰ ॥৮
হেন শুনি গুহ ৰাজা নথাকিল ৰহি ।
আপোনাৰ কটকক শীঘ্ৰে গৈলা কহি ॥৯
ভৰতৰ আজ্ঞা নিয়া শিৰত চড়াইল ।
তেতিক্ষণে শক্ষশত নাৱৰা অনাইল ॥১০
নিৰন্তৰে নাৱৰা গঙ্গাত কেলি কৰে ।
কতো কতো নাৱত সহস্ৰ লোক ধৰে ॥১১
পঞ্চদশ শত লোক কাহাতো ধৰয় ।
কাহাতো ষোড়শ শত কাতো সত্তৰয় ॥১২
গৈলা লৰি ৰঙ্গে বৰ অশ্বগজ দলে ।
দিন গোটে পাৰ ভৈল কটক সকলে ॥১৩
পঞ্চিশে তিৰিশে চল্লিশে সে হাতী চড়ে ।
তথাপিতো নাৱ সব খানিকো নলৰে ॥১৪
পৰ্ব্বত সমান নাৱসব হাহি যাই ।
ছাপে ছাপে নাৱ যেন পৱন উড়াই ॥১৫
হস্তী ঘোড়া ৰথ পতি কটক অপাৰ ॥
গুহৰ কিঙ্কৰ সবে কৰিলেক পাৰ ॥১৬
কতো হাপিন্ট কতো ডুবে কতো লোক ভেলে
কতো কতো সান্তুৰিয়া পাৰহোৱে হেলে ॥
গুহৰাজা যোৰহাতে সাকুত স্বভাজ ।
ভৰতৰ আগে গৈয়া যোগাইলেক নাৱ ॥১৮
ৰজতৰ পতা দিল সুবৰ্ণৰ ছাল ।
জমকে জমকে জ্বলে ৰত্ন পৱাল ॥১৯
ৰশিষ্ঠ প্ৰমুখ কৰি যত দ্বিজগণ ।
ৰাজভাৰ্য্যা যতেক ভৰত শত্ৰুঘন ॥২০
সেহি নাৱে ভৈলা গুহ আপুনি কাণ্ডাৰ ।
অব্যাহতে গঙ্গাৰ ভৈলন্ত সবে পাৰ ॥২১
পাৰ হৈয়া ভৰতে গুহত শোধে কাজ ।
কোন পথে চলিবো দেখিতে ৰঘুৰাজ ॥২২
নিষাদ নৃপতি পথ কৰিলা উদ্দেশ ।
সসৈন্যে ভৰত ভৈলা বনত প্ৰবেশ ॥২৩
নদী নদ দুৰ্গ বন বহুত এৰাইল ।
প্ৰহৰ ডেৰেকে গৈয়া প্ৰয়াগক পাইল ॥২৪

মহাক্ষেত্র থান সিতো মুকুতি দুৱাৰ।
সেনা সমন্বিতে সেহি থানে পয়সাৰ ॥২৫
শঙ্কৰক প্ৰণামি আসন ধৰিলন্ত।
মাতৃগণ সমে প্ৰদক্ষিণ কৰিলন্ত ॥২৬
নিৰন্তৰে প্ৰজাক থৈলন্ত সেহি ঠাৱ।
মন্ত্ৰীগণ সহিতে আৱৰ যত মাৱ ॥২৭
কুলগুৰু বশিষ্ঠক আগত লৈলন্ত।
ভৰদ্বাজ থানে গৈয়া প্ৰবেশ ভৈলন্ত ॥২৮
বশিষ্ঠক দেখি ঋষি চালিলন্ত গাৱ।
চমকিয়া আসনৰ নমাইলন্ত পাৱ ॥২৯
ভৰতক দেখি ভৈলা মনত উল্লাস।
বশিষ্ঠ সহিতে ভৈল তত্তুল্য সম্ভাষ ॥৩০
মায়ে ভাই ভৰতেও প্ৰদক্ষিণ কৰি।
কৰিলন্ত নমস্কাৰ ঋষিক সাদৰি ॥৩১
কৃতাঞ্জলি ধৰি পাছে আগে ভৈলা থিৱ।
ঋষিয়ে বোলন্ত সবে হৈয়ো চিৰঞ্জীৱ ॥৩২
যথাযোগ্য ভৰদ্বাজে সবাকো অৰ্চ্চিল।
বসিবাক লাগিয়া আসন অনাই দিল ॥৩৩
সাদৰ কৰিলা যেবে ঋষি ভৰদ্বাজে।
সবহি বসিলা মুনি গণৰ সমাজে ॥৩৪

---

## ৩৪ অধ্যায়।

**ভৰদ্বাজ আৰু ভৰতৰ কথা বাতৰা আৰু ভৰদ্বাজ মুনিৰ অতিথি সৎকাৰ।**

হাঁসিয়া বুলিলা পাছে মহা ঋষিৰাজ।
ভৰত তোমাৰ ভাল নেদেখোহোঁ কাজ ॥১
পৰম ধাৰ্ম্মিক ৰাম তাপসৰ বেশ।
বাপৰ আজ্ঞাত ভৈলা বনত প্ৰবেশ ॥২
চতুৰঙ্গ দলে সাজি মাৰিবাক যাহা।
অকণ্টকে সৰৰাজ্য ভুঞ্জিবাক চাহাঁ ॥৩
ভৰতে বোলন্ত মোক দৈবেসে নাশিল।
তোমাৰ মুখত হেন বচন আসিল ॥৪
পিতৃসম জ্যেষ্ঠ ভাই আনিবাক যাওঁ।
মিছা যেবে বোলোঁ ব্ৰহ্মবধ পাপ পাওঁ ॥৫
মাৱৰ কাৰণে বৰ অখ্যাতিক পাইলোঁ।
সিকাৰণে ৰামক নিবাক প্ৰতি আইলোঁ ॥৬
ৰামক স্মৰিতে তান লোতক বৰ্ষাইল।
দেখি ঋষি ৰাজে পাছে প্ৰত্যয়ক পাইল ॥৭
ঋষিয়ে বোলন্ত দশৰথৰ কুমাৰ।
ভালে জানিলোহোঁ চিত্ত উত্তম তোমাৰ ॥৮
তোমাক কৰিলো আমি পৰিহাস লীলা।
সূৰ্য্যৰ বংশত তুমি সাফল জন্মিলা ॥৯
অনুগ্ৰহ কৰিয়োক বোলোহোঁ তোমাতে।
ৰাম সেনা সামৰিবোঁ চলিবা প্ৰভাতে ॥১০
ভৰতে বোলন্ত তযু বাক্যত শৰণ।
নিশা গোটথাকোঁ দেখি তোমাৰ চৰণ ॥১১
দেৱ বিশ্বকৰ্ম্মাক বুলিলা মুনিবৰ।
ভৰতক লাগি ভাল নিৰ্ম্মিয়ো নগৰ ॥১২
ঋষিৰ বচন বিশ্বকৰ্ম্মে শিৰে ধৰি।
দণ্ড দুইৰ ভিতৰত নিৰ্ম্মিলা নগৰী ॥১৩
পতকা সঞ্চৰে যেন বিজুলী ছটক।
দশ প্ৰহৰৰ পথ জুৰিল কটক ॥১৪
উত্তম ধৱলিবৰ ৰাজাৰ ওৱাৰী।
হাতী ঘোৰা শাল নিৰ্ম্মিলন্ত সাৰিসাৰি ॥১৫
দীঘীসব থৈলন্ত নিৰ্ম্মল জলে ভৰি।
মৎস্য মাংস দ্ৰব্য থৈলা পৰিপূৰ্ণ কৰি ॥১৬
ভৰদ্বাজে আদেশ কৰিলা তেতিক্ষণ।
দেৱলোক ছাৰি আইল অপেস্বৰাগণ ॥১৭
ঘৃতাচী, মেনকা, গৌৰী ৰম্ভা, তিলোত্তমা।
অলম্বুষা, উৰ্ব্বশী, কনকা ৰতি লোমা ॥১৮
মহেন্দ্ৰৰ লগৰীয়া অপেস্বৰাগণ।
ভৰতৰ ঠাৱত ভৈলন্ত উপসন ॥১৯
পদ্মৰ ভিতৰ যেন শৰীৰৰ কান্তি।
বদন কমল সুবলিত দন্ত পান্তি ॥২০
উন্নত কঠিন ঘন পীন তনভাৰ।
উপৰত হাৰ জিকমিক কৰে তাৰ ॥২১
যাক যেন ৰুচয় ভুঞ্জিল অন্নপান।
পুষ্পগন্ধ চন্দন কৰিলা পৰিধান ॥২২
কুবেৰ পঠাইয়া দিলা আঠ কোটি নাৰী।
অপেস্বৰাগণ সংখ্যা কৰিতে নপাৰি ॥২৩
মহামুনি সবৰো কটাক্ষে মন হৰে।
হেন দেৱসুন্দৰী মানুষে অনুসৰে ॥২৪
অপেস্বৰা নাৰীসমে ক্ৰীড়িলা আমোদে।
নিশাগোট ৰঞ্জিলন্ত বিবিধ বিনোদে ॥২৫
সকল প্ৰজায়ে বোলে পলাইলেক দুঃখ।
ৰামৰ কল্যাণ ভৰতৰ হৌক সুখ ॥২৬

এৰিলোহোঁ ছাড় নাৰী পুত্র পৰিবাৰ।
ঋষিৰ কটাক্ষে এহি ভোগ হোক সাৰ ॥২৭
ভৰতে প্ৰভাত জানি চালিলন্ত গাৱ।
কৰিলন্ত প্ৰণাম ঋষিৰ দুই পাৱ ॥২৮
ভাৰদ্বাজে বোলন্ত ভৰত সদভাৱ।
পৰিচয় কৰায়ো কাহাৰ কোন মাৱ ॥২৯
শুনিয়া ভৰতে কৰি ঋষিক প্ৰণতি।
যাৰ যিতো মাৱ চিনায়ন্ত প্ৰতি প্ৰতি ॥৩০
দশৰথ ৰাজাৰ প্ৰথম পটেশ্বৰী।
নম্ৰভাৱে আছা যিটো কৃতাঞ্জলি ধৰি ॥৩১
ত্ৰৈলোক্যতো যাকগুণে নাহি পটন্তৰ।
দুখৰ ভাজনী এন্তে মাতৃ শ্ৰীৰামৰ ॥৩২
তোমাৰ চৰণ চাহি তান ৰামভীতা।
শত্ৰুঘন লক্ষ্মণৰ মাতৃ শোভনিতা ॥৩৩
তানপাশে হাত যোৰে তোমাত ভকতি।
তপ্ত সুবৰ্ণৰ বৰ্ণ নিকাক্ষ মতি ॥৩৪
কলহত প্ৰিয় এহোঁ প্ৰচণ্ড প্ৰভাৱ।
কৈকেয়ী নামত আমি চণ্ডালৰ মাৱ ॥৩৫
ৰাম হেন ভাতৃক দিলেক বনবাস।
ইহানে কাৰণে ভৈলা বাপৰ বিনাশ ॥৩৬
জন্মান্তৰে কতেক পাতক মই কৈলোঁ।
সিকাৰণে আনগৰ্ভে উতপতি ভৈলোঁ ॥৩৭
ভৰদ্বাজে বোলন্ত ইহান নাহি দোষ।
দেৱ কাৰ্য্য হৈব তুমি এৰাঁ অসন্তোষ ॥৩৮
ঋষিৰ চৰণ ধূলি শিৰত কৰিল।
মুনি উপদেশে নদী যমুনা তৰিল ॥৩৯
কটক সাগৰে জুৰিলেক সবে বন।
ভৰতে বুলিলা শত্ৰুঘনক বচন ॥৪০
চিত্ৰকূট গিৰি দেখি নদী মন্দাকিনী।
ইথাৱতে আছে ৰাম লখাই সীতা তিনি ॥৪১
ভৰতৰ কথা আৰে এহিমানে থওঁ।
ৰামৰ চৰিত্ৰ কিছু সংক্ষেপিয়া কওঁ ॥৪২

---

### ৩৮ অধ্যায়।

চিত্ৰকূটত ৰামৰ আশ্ৰমৰ কথা আৰু ভৰতৰ
সৈন্যৰ কোলাহল শ্ৰৱণ।

ৰাম সীতা ক্ৰীড়া কৰে চিত্ৰকূট বনে।
শচী সমে দেৱৰাজ যেহেন নন্দনে ॥১
সীতাক বুলিল ৰাম হৰিষ বদনে।
অযোধ্যাৰ ভোগ আউৰ নপৰয় মনে ॥২
গিৰিৰ কন্দৰে গন্ধ সুৰভি অপাৰ।
আছোক মনুষ্য মন মোহে দেৱতাৰ ॥৩
পুত্ৰ পুত্ৰ বুলি শুনু পক্ষী কাঢ়ে ৰাৱ।
এহিমতে কান্দিয়া, মৰন্ত মোৰ মাৱ ॥৪
ফল পুষ্প দেখি সীতা নানা চিত্ৰবন।
অনেক সন্তোষ কৰিয়োক বিতোপন ॥৫
থানে থানে দেখিয়ো কিন্নৰী বিদ্যাধৰী।
ৰমণ কৰন্ত নানা বিধ বেশ কৰি ॥৬
মানস শিলাৰ ফোট সীতাদেৱী দিল।
স্থূলিঙ্গন্তে ৰামৰ হিয়াত সঞ্চৰিল ॥৭
হেন দেখি সীতায়ে কৰিলা পৰিহাস।
সুৰত শৃঙ্গাৰ বৰ ভৈল অভিলাষ ॥৮
মৃগমাৰি লক্ষ্মণে যোগান্ত নিতে আনি।
সীতা দেৱী ৰান্ধন্ত ভুঞ্জন্ত তিনি প্ৰাণী ॥৯
মৃগ হেতু লক্ষ্মণ চলিলা আন ভিতি।
শৃঙ্গাৰে থাকিলা ৰাম সীতায়ে সহিতি ॥১০
অনেক হৰিষ ভৈল ৰামৰ শৰীৰে।
সীতাৰ উৰুত শিৰে শুইলা নদীতীৰে ॥১১
লক্ষ্মণ গৈলন্ত যৱে মৃগ মাৰিবাক।
সীতাৰ সন্নিতে বৃক্ষডালে পৰি কাক ॥১২
সীতাৰ ৰূপক দেখি কাক ভৈলভোল।
এক দোৱা কৰিগৈয়া চাপিলেক কোল ॥১৩
ৰাঘৱৰ আতিশয় নিদ্ৰাক দেখিয়া।
সীতাৰ তনত পৰিলেক ঝাম্প দিয়া ॥১৪
তনমাঝে গোসাঁনীৰ কৰিলেক ঘাৱ।
ক্ৰোধিলন্ত সীতা মাৰ কাম্পে হাতপাৱ ॥১৫
কোপে শোকে সীতাদেৱী ক্ৰন্দন কৰিল।
ৰামৰ শৰীৰ সবে লোতকে ভৰিল ॥১৬
সীতাৰ আগত কাকে কেলি কৰে ৰবে।
থপা মুণ্ডি দিয়াবেগে তন মাঝে পৰে ॥১৭
মাৰিব নপাৰে সীতা কান্দিল বহুত।
জাগিয়া দেখিলা ৰাম দশৰথ সুত ॥১৮
সীতাৰ তনৰ মাঝে বহুয় ৰুধিৰ।
ক্ৰোধিলন্ত ৰামে দেখি নসহে শৰীৰ ॥১৯
নগনিয়া ৰামক সীতাক প্ৰহাৰয়।
পুনু পুনু প্ৰহাৰিয়া তনত পৰয় ॥২০

ক্ৰোধিয়া বোলন্ত ৰাম লৈবোহোঁ পৰাণ।
মন্ত্ৰ পঢ়ি মাৰিলেক ঈষিকৰ বাণ ॥২১
অগ্নি সম শৰ দেখি বায়স উৰায়।
ৰাঘৱৰ শৰে তাৰ পাছে খেদি যায় ॥২২
ইন্দ্ৰৰ তনয় কাক অতি বৰখল।
শৰে খেদিনেই পলাই গগন মণ্ডল ॥২৩
কাকে মনে গুণে এবে মিলিল মৰণ।
দেৱ সমাজত গৈয়া পশিলা শৰণ ॥২৪
দেৱলোকে বোলে গুচ গুচৰে পাপিষ্ঠ।
সীতাক হিংসিলি তই সবাৰে অনিষ্ঠ ॥২৫
একো থানে কাকে যেবে শৰণ নপাইল।
শীঘ্ৰবেগ কৰিয়া ৰামৰ পাশে আইল ॥২৬
খেদে যমদূত সম ৰাঘৱৰ বাণ।
বোলে নিচিনিলো প্ৰভু ৰাখিয়োক প্ৰাণ ॥২৭
ক্ষমা কৰিয়োক মোৰ অজ্ঞানৰ পাপ।
তুমিসি ত্ৰৈলোক্য নাথ জগতৰ বাপ ॥২৮
বৰ দ্ৰোহ আচৰিলো জগতৰ মাৰে।
এহিবুলি বায়স পৰিল দুই পাৰে ॥২৯
ৰাঘৱে বোলন্ত আসি শৰণ পশিলি।
আপোনাৰ পাপে তই আপুনি নশিলি ॥৩০
অবাধ্য মোহোৰ বাণ জান তই সাঙ্গ।
প্ৰাণে যেবে জীৱি ছাৰি দেহ এক অঙ্গ ॥৩১
বিমৰিষি কাকে এক চক্ষু এৰিলেক।
ৰাঘৱৰ শৰে তাক ছন্ন কৰিলেক ॥৩২
ৰামক প্ৰণামি কাক গৈল প্ৰাণ ৰাখি।
সেহি ধৰি কাকে নেদেখয় এক আখি ॥৩৩
ঘাৰ গোট পালটায়া এক আখি চাই।
সচকিত মনে সি আহাৰ পানী খাই ॥৩৪
অমৃত সমান জুৰ ৰাঘৱৰ হস্ত।
মাজিলা সীতাৰ তন ভৈলা দেৱী সুস্থ ॥৩৫
শ্ৰীৰাম লক্ষ্মণ দুয়ো শিৰে জটা জুটে।
সুখে উপস্থিত ভৈলা গিৰি চিত্ৰকূটে ॥৩৬
ৰাঘৱৰ চৰিত্ৰ আছোক এহি খন।
ভৰতে পশিলা যেবে চিত্ৰকূট বন ॥৩৭
কটকৰ বোলে বন পূৰিল সকল।
পাৱ ধূলি ব্যাপিলেক গগন মণ্ডল ॥৩৮
বৃক্ষৰ চটক সবে সাগৰান্ত গৈল।
ৰাম সীতা লক্ষ্মণৰ চমৎকাৰ ভৈল ॥৩৯
সীতায়ে ৰামৰ গলে সাৱটি ধৰিল।
বীৰত্ব বচনে ৰামে আশ্বাস কৰিল ॥৪০
ৰাঘৱে বোলন্ত লখাই বাৰ্ত্তাক নপাইল।
কমন নৃপতি মৃগ মাৰিবাক আইল ॥৪১
শীঘ্ৰ কৰি চলা হাতে ধনুশৰ ধৰি।
সুধি আসি আমাত কহিয়ো ঝাণ্ট কৰি ॥
ৰামৰ বচন যেবে পৰিতোল পাইল।
শালবৃক্ষে চড়িয়া লক্ষ্মণ বীৰে চাইল ॥৪৩
দেখে চতুৰঙ্গ দল বন জুৰি আইল।
প্ৰলয় কালৰ যেন সাগৰ জন্তাইল ॥৪৪
হেন দেখি লক্ষ্মণৰ বিয়াকুল মন।
বৃক্ষ হন্তে নামি আসি জনাইল তেখন ॥৪৫
শুনিয়োক দাদা আমি অনুমানি পাইল।
ভৰতে সেনাক সাজি মাৰিবাক আইল ॥৪৬
মায়েকৰ হাতে ৰাজ্য লৱাইলেক মাগি।
তোমাক পাঠাইলে ঘোৰ বনবাস লাগি ॥৪৭
তথাপি নভৈল ক্ষমা মাৰিবাক চায়।
মাৰিবোঁ ভৰত আজি শ্ৰীৰস্তে নযায় ॥৪৮
ভৰত বিশিষ্ট হেন বুলি আছা ৰাণী।
পানীৰ কণ্টক যেন বিন্ধিলেসে জানি ॥৪৯
আততায়ী ভৰতক কাটিবোঁ সমূলি।
কৈকেয়ীক মাৰিবোহোঁ পুত্ৰ শোকে পুলি ॥
হাতী ঘোৰা ৰথ সেনা মাৰোঁ নিৰন্তৰ।
শোণিতে কৰিবোঁ আজি নদী ভয়ঙ্কৰ ॥৫১
অযোধ্যাত পাতোঁ নিয়া নৃপতি তোমাক।
দিয়া অনুমতি মোক নিদিবাহাঁ হাক ॥৫২
বধোহোঁ তোমাৰ শত্ৰু কিছু দোষ নাই।
ৰাঘৱে বোলন্ত বাপু শুনিয়ো লখাই ॥৫৩
জানোঁ মোত ভকতি কৰিস শুদ্ধমতি।
ভৰতক দোষ ভাই নিদিবি সম্প্ৰতি ॥৫৪
তই মোৰ যিমত ভৰতো সেহি নয়।
তাক মন্দ বোলা মোৰ দুখ সে জনয় ॥৫৫
ভৰতক কষ্ট আৰু নকৰিবি তই।
যি কাযে ভৰত আসে ভালে জানোঁ মই ॥
অযোধ্যাত নিয়া মোক নৃপতি পাতিব।
মোৰ বনবাস সিটো আপুনি খাটিব ॥৫৭
মোক চাই হেসে দেখ ঘোটক বাপৰ।
শত্ৰুঞ্জয় নামে পাট হস্তী ভয়ঙ্কৰ ॥৫৮

আৰু দ্ৰোহ কৰিলে বাপৰ দ্ৰোহ হয়।
সত্য ধৰ্ম্ম নাশি সিটো পাতক সাকয় ॥৫৯
আন সব প্ৰজা মোক নিবাক আশ্ৰয়।
দশোদিশে ৰাম ধ্বনি শুনো জয় জয় ॥৬০
শুনি ৰাঘৱৰ পাচে নিষ্ঠুৰ বচন।
লাজ পাইয়া হেট মাথে ৰহিলা লক্ষ্মণ ॥৬১
আপোনাক আপুনি কাটিলা যেন মত।
ধন্য ৰাম ধন্য ৰাম বোলন্ত মনত ॥৬২
অনন্তৰে গুহ ৰাজা গুণিলা মনতে।
ভৰতৰ চিত্ত বুজিয়া ভাল মতে ॥৬৩
সৈন্য সমন্বিতে ভৰতৰ লাগ ধৰোঁ।
ভাল মন্দ জানি পাছে তাৰ কাৰ কৰোঁ ॥৬৪
এহি বুলি গুহ যমুনাৰ পাৰ ভৈল।
আতি শীঘ্ৰ বেগে ভৰতৰ লাগ লৈল ॥৬৫

---

৩৬ অধ্যায়—ভৰত আৰু শ্ৰীৰামৰ মিলন

ৰাম পাশে ভূমি পাৰে চলিলা ভৰত।
শত্ৰুঘনে সুমন্ত্ৰয়ে চলন্ত পাচত ॥১
সুধি সুধি যান্ত বাৰ্ত্তা তপসী লোকত।
ধোৱাঁ দেখিলন্ত মন্দাকিনীৰ পাৰত ॥২
ৰামৰ আশ্ৰম গৈয়া পাইলা ধীৰে বীৰ।
বাহিৰৰ পৰা চাইলা কৰি আঁখি থিৰ ॥৩
বসি আছে ৰামচন্দ্ৰ তৃণৰ গৃহত।
আছন্ত অগনি যেন ভস্মৰ মাজত ॥৪
শ্ৰীহানি ৰামৰ শৰীৰ গৈল জ্বলি।
মেঘৰ সম্মিত যেন পূৰ্ণিমাৰ শশী ॥৫
ডাহিনত লখাই বামে জনকৰ ঝীৱ।
নন্দী গৌৰী সমে যেন বসি আছে শিৱ ॥৬
দেখি ভৰতৰ নীৰ নেত্ৰৰ ঝৰিল।
হাঁ প্ৰাণ দাদা বুলি চৰণে পৰিল ॥৭
দেখিয়া বিষাদ বৰ পাইলা শত্ৰুঘনে।
হাঁ মৰিলোহোঁ বুলি পৰিলা চৰণে ॥৮
সুমন্ত্ৰ ৰামৰ আগে ধৰি কৃতাঞ্জলি।
ৰামৰ চৰণে গৈয়া কৰিলা সেৱলি ॥৯
হাত যোৰে গুহে কৰিলন্ত নমস্কাৰ।
সবাৰে চক্ষুৰ পৰা বহে জলধাৰ ॥১০
শুনা ৰামায়ণ পদ সভাসদ যত।
পৰম সম্পদ ইসে কলিৰ যুগত ॥১১
আপোনাৰ কুশলক ইচ্ছা আছে যাৰ।
বোলা ৰাম ৰাম সুখে তৰিবা সংসাৰ ॥১২

---

৩৭ অধ্যায়।

পিতৃৰ মৃত্যু শুনি ৰামৰ শোক।

ছবি।

ৰাম শত্ৰুঘন, ভৰত লক্ষ্মণ,
আৰৰ সীতা গোসাঁনী।
দাৰুণ শোকৰ, ঘাৱে পীড়িলেক,
মুখে নসৰে বাণী ॥১
ৰাঘৱে বোলন্ত, ভৈয়াই ভৰত,
তোহ চিন্তা বৰ পাইলি।
মোৰ বৃদ্ধ মাৱ, বাপক এৰিয়া,
কি কাৰ্য্যে বনক আইলি ॥২
বশিষ্ঠ গুৰুৰ, বাৰ্ত্তা কহ বাপ,
আৰো যত মুনি বৰ্গ।
সব লোক মন্ত্ৰী, পাত্ৰ আছে যত,
আৰো শত মাৱ বৰ্গ ॥৩
কৌশল্যা সুমিত্ৰা, আইৰ বাৰ্ত্তা কহ,
যত অযোধ্যাৰ লোক।
বৃদ্ধ দশৰথ, বাপে কোন দিন,
কৰে যুবৰাজ তোক ॥৪
ভেদ দণ্ড সাম, দানৰ উপাই,
বুজিলা তাক বিচাৰি।
দেৱ দ্বিজ গুৰু, পিতৃৰ চৰণ,
ভালে ভূষিবাক পাৰি ॥৫
মুখ্য মুখ্য লোক, মাহুত ৰাহুত,
তাক পাল ভাল কৰি।
সকল দেশক, মাৱ বাপ এৰি
কেনে আইলি জটা ধৰি ॥৬
ৰামক প্ৰণাম, কৰিয়া ভৰতে,
নমিলা পাচে সীতাক।
কান্দো কান্দো মুখ, কৰি বুলিলন্ত,
কিয় হেন বোলা মোক ॥৭
শ্মশান-শালীৰ, পোৰা ছাইক যেন,
দেখিতে সুহিকে ভাল।
কৈকেয়ীৰ গৰ্ভে, উপজিলোঁ আমি,
অধম যেন চণ্ডাল ॥৮

তোৰা তিনি যেবে, বনক আসিলা
পূৰ্ণ ছয় দিন ভৈল।
মধ্য ৰাত্ৰি ভৈলে, তোমাৰ শোকত,
বাপৰ পৰাণ গৈল ॥৯
বশিষ্ঠ গুৰুৱে, নাৰাণ তেলত,
মৃতক দেহক থৈয়া।
অযোধ্যাক লাগি, শীঘ্ৰ বেগে দূতে,
আমাক আনিলে গৈয়া ॥১০
শত্ৰুঘনে সমে, দুইহস্তে আসিয়া,
দুৱাৰ পাইলোঁ বাপৰ।
পিতৃৰ গৃহক, শূন্য দেখি পাচে,
ঠাৱক গৈলোঁ মাৱৰ ॥১১
বাপৰ মৰণ, তযু বন-বাস,
কহিলা দাৰুণী মাৱে।
হৃদয় বিকল, ভৈল আতি মোৰ,
দাৰুণ বচন ঘাৱে ॥১২
শব সতকাৰ, কৰিলোঁ বাপৰ,
দিলোহোঁ দান দক্ষিণা।
এক দণ্ড যেন, যুগ যাই মোৰ,
তোমাৰ চৰণ বিনা ॥১৩
আসি ভৈলোঁ বন, তোমাৰ চৰণ,
দেখিয়া এৰাইলোঁ শোক।
বোলোঁ প্ৰভু কায, আসিলৈয়ো ৰাজ,
অনুগ্ৰহ কৰাঁ মোক ॥১৪
আপাত মধুৰ, শুনিয়া প্ৰচুৰ,
স্বাদত পাচে কাজি।
সউৱা বৃক্ষক, কইল মোৰ মাৱে,
উত্তম বট উভাজি ॥১৫
তোমাক নৈৰাশ, কৰি বন বাস,
দিয়াই ৰাজ্য লৈলা মাগি।
হেনয় কৈকেয়ী, মাৱ আছে আসি,
তোমাক নিবাক লাগি ॥১৬
ইটো বনাশ্ৰম, তোমাৰ নিয়ম,
কাৰ্য্যক আমি গঞ্জাইবো।
কৰিয়া হৰিষ, চৌধয় বৰিষ,
বনে ফলমূল খাইবোঁ ॥১৭
শাস্ত্ৰৰ বিধানে, জ্যেষ্ঠ বিত্তমানে,
কনিষ্ঠৰ নোহে ৰাজ।
ৰাজ্যক চলিয়ো, আপুনি কৰিয়ো
পিতৃৰ অঞ্জলি কায ॥১৮
বাপৰ মৰণ, শুনিয়া বচন,
ৰাঘৱৰ পোৰে গাৱে।
অলপ জলত, মৎস্য যেন মত,
দহৱৈ সূৰ্য্য-প্ৰভাৱে ॥১৯
শোক কালমেঘ, ভৈল যেন আতি,
মুখ যেন ভৈল শশী।
নদীৰ তীৰত, বৃক্ষ যেন মত,
পৰিলন্ত ৰাম খসি ॥২০
কৰন্ত সন্তাপ, হাঁ হাঁ বৃদ্ধ বাপ,
দশৰথ মহীপাল।
জানিলোহোঁ নিষ্ঠে, আমিসে পাপিষ্ঠে,
তোমাৰ কৰিলোঁ কাল ॥২১
পাপে তল গৈলোঁ, জ্যেষ্ঠ পুত্ৰ ভৈলোঁ,
পৃথিবীৰ মহাভাৰ।
বাপ গৈলা কহি, নিজ কান্ধে বহি,
নকৰিলোঁ সংস্কাৰ ॥২২
ধন্য ধন্য তযু, তনয় ভৰত,
ধন্য শত্ৰুঘন বীৰ।
নিজ কান্ধে বহি, দহিল আপুনি,
পিতৃৰ সিটো শৰীৰ ॥২৩
শুন শুন সতী, প্ৰাণেশ্বৰী সীতা,
বিধি কৈল এত দুৰ।
দুখে দহে মোক, পীড়ি পুত্ৰ শোকে,
মৰিলা তযু শ্বশুৰ ॥২৪
ৰামৰ চৰিত্ৰ, পৰম অমৃত,
শুনা সামাজিক জন।
ধৰ্ম্ম শিৰোমণি, সংসাৰ তৰণী,
ইসে ভকতৰ ধন ॥২৫
ৰাম গুণ গান, মুক্তি বিত্ত মূল,
সকলো শাস্ত্ৰৰ সাৰ।
এহি মুখ্য কাম, বোলা ৰাম ৰাম,
গুচোক দুখ ত্ৰিকাৰ ॥২৬

---

## ৩৮ অধ্যায়।

### ৰামৰ পিতৃ তৰ্পণ।

পদ।

সীতা দীৰ্ঘৰাৱে কান্দি বোলন্ত শ্বশুৰ।
তোমাৰ বিনাশ শুনি ভৈলোঁ অসিমূৰ ॥১
বাপে নিজ কীৰ্ত্তি যেন পালিলেক লোক।
কাক দেখি পাসৰিবোঁ সেহৰিব শোক ॥২
লক্ষ্মণে বোলন্ত মই নৰক সাধিলোঁ।
বাপক নিষ্ঠুৰ বুলি পুনু নেদেখিলোঁ ॥৩
শ্ৰীৰাম লক্ষ্মণ সীতা কান্দিলা বহুত।
প্ৰবোধিয়া বুলিলন্ত কৈকেয়ীৰ সুত ॥৪
উঠা উঠা দাদা শোক এৰিয়োক সৰ্ব্ব।
ৰঘুৰ বংশৰ সবে তোমাতেসে গৰ্ব্ব ॥৫
নিৰন্তৰে প্ৰজাৰ তুমিসি নিজ নাহা।
ক্ৰন্দনক ত্যজিয়া অঞ্জলি কাৰ্য্য চাহা ॥৬
মাজ কৰি সীতাক লক্ষ্মণ ভৈলা আগ।
পাচে ৰাম চলন্ত বিষাদে নেৰে লাগ ॥৭
জানকীক আগ কৰি জলত নামিল।
নদীজলে বুৰদিয়া অঞ্জলি কৰিল ॥৮
ইঙ্গুদীৰ দ্ৰব্য আম জাম আদি ফল।
একখান কৰিলন্ত মন্দাকিনী জল ॥৯
কুশ পাৰি ভূমিত উপৰে পিণ্ড দিল।
হেৰা পিণ্ডলোৱাঁ বনে যেহেন মিলিল ॥১০
দক্ষিণক সমুখে অঞ্জলি দিল জল।
নাস্তিল ভূমিৰ ভোগে ভুঞ্জা বনফল ॥১১
তিতাছালে পাইলা গৈয়াথান আপোনাৰ।
তিনিহন্তে বৰ শোকে কান্দিলা অপাৰ ॥১২
ভৰতৰ লক্ষ্মণে শ্ৰীহস্ত ধৰি টানি।
আস বাপ বুলিয়া কান্দিল দীৰ্ঘ বাণী ॥১৩

---

## ৩৯ অধ্যায়।

### মাতৃ আক গুৰি সকলেৰে ৰামৰ সাক্ষাৎ আৰু কথাবাৰ্ত্তা।

প্ৰজা সবে শুনিলেক ক্ৰন্দনৰ ৰাৱ।
নিৰন্তৰে লোক সবে চালিলেক গাৱ ॥১
ৰাঘৱক দেখি ক্ৰন্দনৰ কোলাহল।
প্ৰলয় কালত যেন সাগৰ আস্ফাল ॥২
যাক যেন যোগ্য ৰামে আশ্বাস কৰিল।
কাহাকো হিয়াত কে লে সাৱটি ধৰিল ॥৩
দশৰথ ৰাজাৰ যতেক পটেশ্বৰী।
ধীৰে ধীৰে যিচে নেস্ব প্ৰতিপাল কৰি ॥৪
কতোবেলি গৈয়া মন্দাকিনী কূল পাইল।
কৌশল্যায়ে সুমিত্ৰাক মাত লগাইল ॥৫
দেখতো সুমিত্ৰা ৰাম নাহিবাৰ ঘাট।
হেৰ দেখ লখাই পানী বহিবাৰ বাট ॥৬
কিনো সুদুষ্কৰ কৰ্ম্ম লক্ষ্মণে কৰিল।
ৰামত ভকতি ৰাজ্য ভোগক এৰিল ॥৭
কুশৰ উপৰে দেখিলন্ত নানা ফল।
ৰামেসে কৰিলা পিতৃ কৰ্ম্মক সকল ॥৮
হা কিনো প্ৰভু ভৈল বিপত্তি তোমাৰ।
ৰাজভোগ এৰি বনফল ভৈল সাৰ ॥৯
মহাদই সবো শোক পাইল মহত্তৰ।
বহুত কান্দিয়া পাশ পাইলন্ত ৰামৰ ॥১০
ৰামচন্দ্ৰ আছন্ত সভাৰ মাজে বসি।
স্বৰ্গহন্তে যেন ইন্দ্ৰদেৱ আইলা খসি ॥১১
ৰাম সীতা লক্ষ্মণৰ অৱস্থা দেখিল।
মহাশোকে উথলিয়া সবাকো পীড়িল ॥১২
কৌশল্যা সুমিত্ৰা আদি মহাদই যত।
গুণক বৰ্ণায়া ধৰি কান্দন্ত শোকত ॥১৩
হা সীতা সতী আই জনকৰ জীৱ।
তোৰ দুখ দেখি আই কেনে ধৰোঁ জীৱ ॥১৪
সুন্দৰ বদনশ্ৰী হৰিল সকল।
শিশিৰে বিনষ্ট যেন শোভিত কমল ॥১৫
হৰি হৰি ৰাম দশৰথৰ তনয়।
লখাইৰ বিপত্তি দেখি দহৰে হৃদয় ॥১৬
চক্ষু চল চল কৰি প্ৰণামিল ৰাম।
দেখি ৰাম মুখ শোক ভৈল উপশাম ॥১৭
সূৰ্য্যৰ তাপত দেহা দহিল সকল।
চন্দ্ৰৰ ৰশ্মিয়ে যেন কৰিলে শীতল ॥১৮
ৰামক দেখিয়া লোক ভৈল আনন্দিত।
পাসৰিল দুখ যেন পীয়া পঞ্চামৃত ॥১৯
চতুৰঙ্গ দলে ৰঙ্গে বেঢ়িয়া থাকিল।
পাত্ৰ সবে ৰাঘৱৰ সমীপ চাপিল ॥২০
শত্ৰুঘন ভৰত সুমন্ত্ৰ গুহৰাজ।
ইন্দ্ৰক বেঢ়িয়া যেন দেৱতা সমাজ ॥২১

নযাতি আছন্ত বসি বঘুবংশনাথ ।
গায় চালি ভৰতে ঘুৰিলা যোৰহাত ॥২২
শুনিয়োক প্ৰাণ দাদা মন্যু পৰিহৰি ।
লৈয়ো আপোনাৰ ৰাজ্য অযোধ্যা নগৰী ॥২৩
আমি নথাকন্তে মাৱ কৰিলন্ত দোষ ।
চৰণত ধৰোঁ এৰিয়োক অসন্তোষ ॥২৪
পিতৃসম ভাই তুমি মোৰ গুৰুদেৱ ।
তোমাৰ চৰণ ছাৰি গতি নাহিকেৱ ॥২৫
ধৰ্ম্মত থাকিয়া আমি নকৰোহোঁ দণ্ড ।
মাতৃকাযে কাটিয়া নকৰোঁ খণ্ড খণ্ড ॥২৬
নিষ্ফল জীৱন মোৰ কৈকেয়ী আই ।
যেন কাক জীৱয় বলিৰ ভাত খাই ॥২৭
তোমাৰ দ্ৰোহত মাতৃ দৈবে পাইলে ফল ।
সবাহাক্কে শোক দিয়া গৈল ৰসাতল ॥২৮
গুচায়োক বল্কল তেজিয়ো জটাভাৰ ।
সকালে পিন্ধিয়ো ৰাজযোগ্য অলঙ্কাৰ ॥২৯
মোত যেবে দয়া দাদা আছয় তোমাৰ ।
ঝাণ্টে গৈয়া লৈয়োক অযোধ্যা ৰাজ্যভাৰ॥৩০
কৰিলন্ত নৃপতিয়ে পাত্ৰক আদেশ ।
ভৰতে বনত গৈয়া হৈবেক প্ৰবেশ ॥৩১
শ্ৰীৰামক বাপসম দেখয় ভৰত ।
বনবাস খাটি মোৰ পালিব শপত ॥৩২
ৰাঘৱক আনিয়া দিবেক সব দেশ ।
হেনয় বুলিয়া ভৈল প্ৰাণ অৱশেষ ॥৩৩
শ্ৰীৰামে বোলন্ত শুনা ভৰত কুমৰ ।
তোমাৰ মুখত আসে অধৰ্ম্ম উত্তৰ ॥৩৪
হুয়া তুমি কনিষ্ঠ ভাণ্ডিতে মোক চাহা ।
চাপচুপে এৰিয়া দেশক চলি যাহা ॥৩৫
সাফল ভৰত ভাই স্বৰ্গপথ সায় ।
পিতৃ আজ্ঞা বোলায়া ৰামক নিতে চায় ॥৩৬
ইসব বচনে আৰ আমাত নোশোভে ।
পিতৃসত্য বাধিবোহোঁ ৰাজ্যভোগ লোভে॥৩৭
আছিলেক মান্ধাতা ইন্দ্ৰকো দিল ধাৰ ।
কৰিলেক কাল সৰ্পে তাহাকো সংহাৰ ॥৩৮
সগৰ নৃপতি তেহোঁ খনাইল সাগৰ ।
যমৰ এৰাইতে ধাৰ নভৈল নাগৰ ॥৩৯
হিৰণ্যকশিপু সম নাছিলেক কেৱ ।
ৰাখিলেক সকলে ত্ৰিদশ কোটি দেৱ ॥৪০
নৰসিংহ ৰূপে তাকো কৰিল সংহাৰ ।
কমন মুণ্ডধে জীৱনক দেখে সাৰ ॥৪১
হেন বুলি ৰামদেৱ বৈলা মৌন হুই ।
থাকিলন্ত ভৰত জাণ্টিয়া পদ দুই ॥৪২
বাপ এৰি গৈলা তুমি খাটিবাহাঁ মন ।
এবেসে জানিলো মোৰ মিলিল মৰণ ॥৪৩
ভৰত থাকিলা যেবে বিষাদিত মনে ।
ৰামক মাতিলা পাচে জাবালি ব্ৰাহ্মণে ॥৪৪
ইটো ৰঘুবংশত তুমিসে ভৈলা সাৰ ।
সত্য পালি কৰিবাহাঁ বংশক উদ্ধাৰ ॥৪৫
শুনিয়োক ৰাঘৱ তোমাত বোলে কায ।
সত্যে সত্যে কৈকেয়ী তোমাক দিল ৰাজ॥৪৬
পালিলা নিশ্চয়ে তুমি বাপৰ বচন ।
দেশ চলা ভৰতে খাটিব সত্যে বন ॥৪৭
তুমি যেবে হেন সত্য ধৰ্ম্মক্ এৰিবা ।
বহিব দুষ্কীৰ্ত্তি তাক কমনে খণ্ডিবা ॥৪৮
জ্যেষ্ঠৰেসে ৰাজ্য কনিষ্ঠৰ নোহে যোগ ।
এৰিয়োক মন্যু কৰিয়োক ৰাজ্যভোগ ॥৪৯
কুলগুৰু পুৰোহিত বোলন্ত বশিষ্ঠ ।
কি কাৰণে ৰাঘৱ কৰাহাঁ মনে নিষ্ঠ ॥৫০
নিৰ্দ্দয় উচিত নোহে ক্ষমা কৰিয়োক ।
মন্যু পৰিহৰিয়া দেশক চলিয়োক ॥৫১
তোমাৰ শোকত ৰাজা তেজিল শৰীৰ ।
ৰাত্ৰি দিনে শোক মাত্ৰ তোমাৰ মাতৃৰ ॥৫২
সকলে ৰাজ্যৰ লোকে হৰিষ কৰন্ত ।
তোমাক দেখিয়া সবে শোক পাসৰন্ত ॥৫৩
কৌশল্যা বোলন্ত ৰাম বচন বাধস ।
হেন গ্ৰহ কৰি কোন কাৰ্য্যক সাধস ॥৫৪
ৰঘুবংশে হুয়া মোক বধিসে খোজস ।
গঙ্গাজল এৰি কূপজলত নাৱস ॥৫৫
সকল প্ৰজায়ে বেঢ়ি বুলিলেক বাক ।
যায়োক যায়োক বুলি কোলাহল ডাক ॥৫৬
তথাপিতো ৰামৰ মনেসে বিমৰিষ ।
কৌটিয়েক নদী সাগৰক কৰে কিস ॥৫৭

---

৫০ [illegible] ধ্যায়।

বাম [illegible] খ্যা আক বামৰ
খবৰ দ [illegible]চৰ বিদায়।

সবাকো বোলন্ত ৰামে কৰি দৃঢ় মন।
সবে লোকে মোক গ্ৰহকৰা কি কাৰণ ॥১
জলৰ বদ্বুদ যেন অথিৰ জীৱন।
আমি কেনে এৰিবোহোঁ বাপৰ বচন ॥২
নৃপতি তিলক যত জগতে বখানি।
মৰি মৰি গৈল যেন জোৱাৰৰ পানী ॥৩
চক্ষুনেদেখিলোঁ তাক শুনিলো শ্ৰৱণে।
আছিল নাছিল হেন পতিয়াইৱ কোনে ॥৪
পুৰুকুৎস ধুন্ধুসাৰ নৃপতি দিলীপ।
চক্ৰবৰ্ত্তী ভৰত সগৰ ৰঘু নৃপ ॥৫
ভগীৰথ যযাতি মান্ধাতা হেন বীৰে।
সবে মৰি মৰি গৈলা যমৰ মন্দিৰে ॥৬
বলি ৰাইৰ পয়ানত ভুবন টলিল।
বামন স্বৰূপে তাকো বিষ্ণুৱে ছলিল ॥৭
ৰবিৰণ জল যেন শোষে ৰবিজালে।
সংহৰয় সবাকো দুৰ্ব্বাৰ যমকালে ॥৮
পূৰ্ণচন্দ্ৰমাৰ কান্তি হৰয় সকল।
যেবে শুকাই পৰে সাত সাগৰৰ জল ॥৯
পাতাল পৰ্য্যন্তে সাতো পৃথিবী নশয়।
মেৰু মন্দৰক আদি পৰ্ব্বত খসয় ॥১০
সূৰ্য্য আদি গ্ৰহ খসি ভূমিত পৰিব।
তথাপিতো আমি পিতৃবাক্যক নেৰিব ॥১১
প্ৰাণৰ সংশয় যেবে মিলয় আমাৰ।
তথাপিতো নজাইবে মোহোৰ অঙ্গীকাৰ॥১২
মোহোৰ বচন নিত্ত জানিয়া মনত।
অযোধ্যাক লাগি চলা উলটি ভৰত ॥১৩
যাৱে ছয় নতো হোৱে মোৰ পিতৃৰাজ।
তাৱত ভৰত গৈয়া চাৱা ৰাজ কাৰ ॥১৪
কৌশল্যা সুমিত্ৰামাৰ মৰিৱন্ত শোকে।
দুইকো পালিবি জুৰাইৱ দেখি তোকে ॥১৫
কৈকেয়ী মাৱে মন্দ চিন্তিলা আমাক।
মোৰ দৈৱ আছে কোনে বাধিবেক তাক॥১৬
তাঙ্ক কোপ নকৰিবি দেখোহোঁ সম্প্ৰাত।
এতিক্ষণে মোহোৰ মাথাত দেস হাত ॥১৭
মোৰ বাক্য বাদিয়া [illegible] বা[illegible] তায়।
জীৱ মানে তেবে [illegible] ন[illegible]ভবে [illegible]॥১৮
জানিয়া কমন জনে ব্ৰাহ্মণ [illegible]ধিব।
কমন অধমে মূৰা পানিক [illegible]ৰিব ॥১৯
কোন জনে ব্ৰাহ্মণৰ সুৰ্ণ হৰিব।
অগম্যাগমন পাপ কমনে কৰিব ॥২০
ভৃত্য হুয়া ঈশ্বৰৰ বোল নকৰিব।
কমন মুণ্ডখে গুৰুবচন বাধিব ॥২১
ইসব পাতেক কৰিবোহোঁ কেনে জানি।
নজাইবোঁ দেশক বুলিলাহোঁ সত্যবাণী ॥২২
আসিলি ভৰত তই মোক পৰীক্ষিত।
যেন শিশুমতি মোৰ নজান চৰিত ॥২৩
ৰামৰ নিষ্ঠুৰ বাণী শুনিয়া ভৰত।
যেন বজ্ৰপাতে দুঃখ মিলিলা মনত ॥২৪
বুলিলন্ত ৰাঘৱৰ চৰণত ধৰি।
তোমাক এৰিয়া মই যাওঁ কেনে কৰি ॥২৫
চৌধয় বৰিষ খাটিবাহাঁ বনবাস।
তযু দুখে আমাৰ জীৱনে নাহি আশ ॥২৬
পৰম দাৰুণ বোল আমাক বুলিলা।
হানিলাহাঁ আমাৰ হিয়াত বজ্ৰশিলা ॥২৭
তযু আজ্ঞাপালি দেশ চলিবোঁ নিশ্চয়।
পাৰন্তে কি জীয়ন্তা পৰাণী কি নসয় ॥২৮
তোমাৰ দুখানি পানৈ প্ৰভু দিয়ো মোক।
মাথাত ধৰিয়া তাক পাশৰিবোঁ শোক ॥২৯
সেহি পানৈ জুৰি সিংহাসনত থাপিবোঁ।
তাকে ৰাজা পাতি সবে ৰাজ্যভাৰ দিবোঁ॥৩০
তোমাৰ চৰণ সেৱা তাহাতে কৰিবোঁ।
বনবাস ব্ৰত যত গৃহতে ধৰিবোঁ ॥৩১
ভৰতৰ ভকতিতে ৰাঘৱে দেখিল।
কুশৰ খৰম জুৰি পাছে তাঙ্ক দিল ॥৩২
এক ঋষি থানত পাইলন্ত ৰঘুনাথে।
সাদৰে ভৰতে তাক চৰাইলন্ত মাথে ॥৩৩
ফুৰি ফুৰি প্ৰদক্ষিণ কৰিয়া ভৰত।
প্ৰণামিলা ৰামক ধৰিয়া চৰণত ॥৩৪
শিৰত ধৰিয়া আছিলন্ত কতোক্ষণ।
সলোতক মনে পাছে বুলিলা বচন ॥৩৫
তোমাৰ চৰণ মই তেজিলা অভাগী।
তযু আজ্ঞা পালি যাওঁ অযোধ্যাক লাগি॥৩৬

আসিলোহোঁ বুলি পুনু কৰিয়া প্ৰণাম।
কান্দন্তে চলিলা মুখে বুলি ৰাম ৰাম ॥৩৭
ৰাম দেশ যাইব হেন আশা গৈল টুটি।
নিৰন্তৰ লোকে কান্দে পৃথিবীত লুটি ॥৩৮
ঋষিবৰ্গে কান্দন্ত মুহিকে চিত ডাট।
পৰম আকুলে কান্দে যত নট ভাট ॥৩৯
সীতায়ে ৰাঘৱে কান্দে আশ্ৰমত পশি।
সকলে বৃক্ষৰ ফল ফুল গৈল খসি ॥৪০
আনো ঋষি কান্দে কুশাসনত বসিয়া।
বন জন্তু কান্দিলেক আহাৰ তেজিয়া ॥৪১
ভৰতৰ কান্দন্তে শৰীৰ ভৈল জীণ।
চিত্ৰকূট পৰ্ব্বতকো কৰি প্ৰদক্ষিণ ॥৪২
পৰিবৰ্ত্তি পাইলা পাচে ভৰদ্বাজ ঠাৱ।
নমিলন্ত ভৰতে ঋষিৰ দুই পাৱ ॥৪৩
পুছিলন্ত বাৰ্ত্তা পাচে ঋষি ভৰদ্বাজে।
কহিলা ভৰতে বসি ঋষিৰ সমাজে ॥৪৪
মনে বিমৰিষি ঋষি ৰাৱন বিনাশ।
ভৰতৰ বোলে কিছু কৰিলন্ত হাঁস ॥৪৫
গুহ ৰাজা গৈলা পাচে শৃঙ্গবেৰ পুৰে।
অযোধ্যাক ভৰতে দেখিলা কতো দূৰে ॥৪৬
নোশোভে নগৰি যেন প্ৰজা ভৈলে হীন।
চন্দ্ৰ সূৰ্য্য বিনে নোশোভয় ৰাতি দিন ॥৪৭
ভৰতে বুলিলা পাচে সুমন্ত্ৰক বাণী।
অযোধ্যানগৰ দেখিয়োক মহামানি ॥৪৮
স্বৰ্গতো অধিক কৰি যাৰ কীৰ্ত্তি গৈল।
হেনপুৰী যেহেন শ্মশান শাল ভৈল ॥৪৯
ৰাম দশৰথে ছিৰি গৈলন্ত সঙ্কলি।
হাটখান মলিন যেহেন শূন্য স্থলি ॥৫০
কৈকেয়ী মাৱে ভৈলা প্ৰচণ্ড অগনি।
শুকান অৰণ্য প্ৰজা লাগি গৈল ছন্নি ॥৫১
জাজ্বল্য সমান ভৈল ৰামহিংসাবাৱে।
প্ৰজা অৰণ্যক দহি অগণি উধাৱে ॥৫২
সবৰাজ পুৰি দশৰথ গৈলা চলি।
অযোধ্যানগৰী ভৈল যেন পোৰা থলি ॥৫৩
অযোধ্যানদীত ভৈলা দশৰথ জল।
কৈকেয়ী ৰবিজালে শুখিল সকল ॥৫৪
প্ৰজামৎস্য কচ্ছপ তৰত পৰি মৰে।
ৰাম শোক মৎস্য ৰঙ্গে খেদি খেদি ধৰে ॥৫৫
শোকানলে ভৈল যেন জল সাগৰৰ।
তাতে খেদিলেক যেন কুঞ্জৰ কন্দৰ ॥৫৬
বন্ধুজন সমে থাকিলন্ত বিমৰিষি।
সব জন আপুনি গৈলন্ত দিশাদিশি ॥৫৭
শুনা সভাসদ ৰাম চৰিত্ৰ সকল।
বোলা ৰাম ৰাম ইসি পৰম মঙ্গল ॥৫৮

---

## ৫১ অধ্যায়।

ভৰতে নন্দিগ্ৰামলৈ গৈ খৰম সিংহাসনত
থাপন কৰে।

ছবি।

প্ৰভাতে উঠিয়া, নিত্য সমাপিয়া,
মিলিলা পাত্ৰ সমাজ।
মধুৰ বচনে, সম্বুধি সবাকে,
ভৰতে বুলিলা কায ॥১
ৰামৰ মন্দিৰ, শূন্য দেখি মোৰ,
শোক নোহে উপশাম।
অযোধ্যা নগৰী, পৰিহৰি মই,
চলি যাইবোঁ নন্দিগ্ৰাম ॥২
সেহি নন্দিক্ৰামে, থিত হুয়া কিছু,
জুৰাইবোঁ শোক ৰামৰ।
সবে ৰাজকায, সাধিবোঁ তথাতে,
আজ্ঞা পালি ৰাঘৱৰ ॥৩
হেন শুনি পাচে, যত পাত্ৰ মন্ত্ৰী,
হৰিষ কৰিল মনে।
নন্দিগ্ৰাম প্ৰতি, চলিবাক সবে,
সাজিলন্ত তেতিক্ষণে ॥৪
কৌশল্যা প্ৰমুখ্যে, মাতৃক প্ৰবোধি,
অযোধ্যাপুৰত থৈলা।
প্ৰদক্ষিণ কৰি, প্ৰণাম্মি সবাকে,
শিৰে ধৰি তুলি লৈলা ॥৫
শত্ৰুঘ্ন ভ্ৰাতৃ, সহিতে ভৰত,
ৰথত গৈয়া চৰিলা।
বশিষ্ঠ প্ৰমুখ্যে, যত গুৰুগণ,
আগত সবে লৰিলা ॥৬
সবাৰে আগত, ভৰত লৰিলা,
পাচে যান্ত শত্ৰুঘ্ন।

পাত্র মন্ত্রী যত, সবহি লবিল,
আনন্দিত কৰি মন ॥৭
সমদলে শীঘ্র, বেগে নন্দিগ্রাম,
কতো বেলি গৈয়া পাইল।
ৰথৰ নামিয়া, পাচে পানৈজুৰি,
ভৰতে যাবে চৰাইল ॥৮
ভৰতে বোলন্ত, ৰাম ভৈল সিংহ,
আমি ভৈলোঁ যেন শশ।
প্ৰাণ দাদা মোৰ, ভৈলন্ত গৰুড়,
তান আগে আমি মশ ॥৯
ৰাম দদা ভৈল, প্ৰফুল্ল পঙ্কজ,
আমি ভৈলোঁ তাত ভৃঙ্গ।
মই ভৈলোঁ যেন, ক্ষুদ্ৰ সৰিস্থপ,
দদা ভৈল মেৰুশৃঙ্গ ॥১০
প্ৰভু ৰাঘৱৰ, মই সে সেৱক,
তান পদ মনে ধৰি।
সত্যে সত্যে মই, আদেশ তাহান,
পালিবোহোঁ নিষ্ঠ কৰি ॥১১
চৌধয় বৰিষ, মোৰ প্ৰভুৰাম,
যাৱে থাকে বন মাজ।
তাহান পাদুকা, শিৰে ধৰি মই,
চৰ্চ্চিবোহোঁ তাৱে ৰাজ ॥১২
বশিষ্ঠ প্ৰমুখ্যে, যত পুৰোহিত,
পঢ়িলন্ত সুমলঙ্গ।
ধৱল ছত্ৰেক, ভৰতে ধৰিল,
প্ৰজা কৰে কৌতূহল ॥১৩
পানৈজুৰি নিয়া, পাটত বৈসায়া,
তাঙ্কে ৰাজ্য ভাৰ দিল।
জয় জয় ৰাম, বুলি প্ৰজা সবে,
আনন্দ আতি কৰিল ॥১৪
ঢোল ঢাক শঙ্খ, বাজয় অসংখ্য,
ঝমকে বাজে মাদল।
উটত নিশান, অনেক বিশাল,
ঘোড়াত বাজে তবল ॥১৫
বেমুচি, খুৰচি, ডিণ্ডি মদগৰ,
বাজে ভাঙি কাংশতাল।
মুহৰী দোশৰি, কড় কড়ি ভেৰী,
শবদৰ কোলাহল ॥১৬
অনন্তৰে শক্ৰ- ঘন কুমৰক,
অযোধ্যালাগি পঠাইল।
ভৰতে তহিতে, পাত্ৰ সমন্বিতে,
যত ৰাজকাৰ্য্য চাইল ॥১৭
অন্যায় তেজিয়া, সমুচিতে যত,
ধন উপাৰ্জ্জন ভৈল।
হুয়া অৱনত, পানৈৰ আগত,
সমস্তে তাক যোগাইল ॥১৮
সততে ৰামৰ, ভক্তিতৎপৰ,
ভৰতএ সুবিনীত।
ৰাজকায নিত, কৰি সমুচিত,
নন্দিগ্ৰামে ভৈল থিত ॥১৯
যত শিষ্ট শান্ত, জন পালিলন্ত,
দুষ্টক দণ্ডি সৰ্ব্বথা।
এহি মানে আৱে, ভৈলা সমাপতি,
অযোধ্যাকাণ্ডৰ কথা ॥২০
অযোধ্যা নগৰে, দশৰথ গৃহে,
শ্ৰীৰাম অৱতাৰ।
ৰূপে গুণে মানে, দানে ত্ৰিভুবনে,
সমান নাহিকে যাৰ ॥২১
সনৎকুমাৰ, আদি যোগেশ্বৰ,
নজানে যাৰ ৰহস্য।
যিটো কোটি কোটি, ব্ৰহ্মাণ্ডৰ পতি,
তেন্তো ভকতিত বশ্য ॥২২
সকল নিগম, গণে কহি যাৰ,
গুণৰ নপাৱে অন্ত।
ব্ৰহ্মা হৰপুৰ- ন্দৰ আদিদেৱে,
যাহাৰ পদ সেৱন্ত ॥২৩
অনন্ত শকতি- ধৰ মহেশ্বৰ,
যিটোদেৱ ভগৱন্ত।
ভকতিত বশ্য, হুয়া ভকতৰ,
তেহেন্তো আজ্ঞা পালন্ত ॥২৪
পিতৃৰ সত্যক, পালিয়া বনক,
গৈলা ভ্ৰাতৃ ভাৰ্য্যা সঙ্গে।
মাধৱ কন্দলী, ভনিলন্ত ৰাম,
ৰহিলা বনত ৰঙ্গে ॥২৫
ভকত জনৰ, মনক পূৰণ,
কৰন্ত ৰামে নিশ্চয়।

হেনয় পৰম, কৃপালু দেৱতা,
আৰৰ কোন আছয় ॥২৬
হেন মহেশ্বৰ, প্ৰভু ৰাঘৱৰ,
কৃপালু গুণক জানি।
ৰামৰ চৰণ, পঙ্কজক মাত্ৰ,
ভজিয়োক সবে প্ৰাণী ॥২৭
শুনা নিৰন্তৰ, দুৰ্জ্জন জনৰ,
নকৰিবা জানি সঙ্গ।
একেজনী দুষ্টা, কুঁজীৰ নিমিত্তে,
ঈশ্বৰৰো ছত্ৰ ভঙ্গ ॥২৮
অযোধ্যা নগৰে, আছে যত জন,
ৰামত সবে ভকত।
মন্থৰাত হন্তে, পাইলা যত দুখ,
কহিবে কোনে শকত ॥২৯
হেন নিষ্ঠ জানি, দুঃসঙ্গ তেজিয়া,
লৈয়ো সঙ্গ মহন্তৰ।
তেসম্বে সহিতি, বসি এক প্ৰীতি,
শুনিয়ো কথা ৰামৰ ॥৩০
সকলে শাস্ত্ৰৰ, এহি তাতপৰ্য্য,
জানিয়া তেজিয়ো হেলা।
অথিৰ জীৱন, যাই কেতিক্ষণ,
অপেক্ষাৰো আৰো বেলা ॥৩১
কলিৰ সম্প্ৰতি, নাহি আন গতি,
বিনে মাধৱৰ নাম।
মাধৱ কন্দলী, কহে নিৰন্তৰে,
ডাকি বোলা ৰাম ৰাম ॥৩২

---

ইতি অযোধ্যাকাণ্ড সমাপ্ত।

# ৰামায়ণ।

## অৰণ্যকাণ্ড।

---

### ১ অধ্যায়।

ওঁ নমঃ শ্ৰীকৃষ্ণায় ॥

ভৰতাদিৰ বৃত্তান্ত শ্ৰীৰামচন্দ্ৰাদিৰ অত্ৰি
ঋষিৰ আশ্ৰম প্ৰবেশ ; ঋষি পত্নীৰ
ওচৰত সীতাৰ জন্ম আৰু
স্বয়ম্বৰ বৃত্তান্ত।

জয় নমো ৰামচন্দ্ৰ প্ৰভু ভগৱন্ত।
যাহাৰ লীলাৰ কেহোঁ নপাৱন্ত অন্ত ॥১
ইচ্ছামাত্ৰে হোৱে সৃষ্টি পালন সংহাৰ।
হেন ৰামপদে কৰোঁ কোটি নমস্কাৰ ॥২
যাক স্মৰি তৰে মহা মহাপাপী চয়।
ভজোহোঁ সাদৰে হেন ৰাম কৃপাময় ॥৩
যাৰ কৃপালেশে সিদ্ধি হোৱে মনস্কাম।
মহাপুৰুষাৰ্থ ৰূপ যাৰ গুণনাম ॥৪
যাহাৰ কিঙ্কৰ হৰ পুৰন্দৰ বিধি।
হেন ৰাম স্মৰণে আৰম্ভ হৌক সিদ্ধি ॥৫
কবি শিৰোগত ৰাম দেৱৰ চৰণ।
মাধৱ কন্দলী বিৰচিলা ৰামায়ণ ॥৬
শুনিলাহা যত সমাজিক নিৰন্তৰ।
ৰামৰ অমৃত কথা অযোধ্যা কাণ্ডৰ ॥৭
শুনিয়োক আৰ ৰাম চৰিত্ৰ উত্তম।
আৰণ্য কাণ্ডত যেন ভৈল অনুক্ৰম ॥৮
ৰামৰ পাদুকাযুৰি পূজি নিৰন্তৰ।
নন্দিগ্ৰামে স্থিতি ভৈলা ভৰত কুমৰ ॥৯
অযোধ্যা নগৰে ৰহিলন্ত শত্ৰুঘন।
ৰামৰ আদেশ শিৰে ধৰি দুয়োজন ॥১০
পৰম সাদৰে প্ৰজা পালন্ত সকল।
পূৰ্ব্ব কালৰ মতে নাই কৌতূহল ॥১১
সুমৰিয়া সিতো ৰাঘৱৰ বনবাস।
হা ৰাম বুলি সদা তেজন্ত নিশ্বাস ॥১২
অহৰ্নিশে ৰামৰ চৰণ যুগ স্মৰি।
নাহিকে হৰিষ সদা থাকে মন্যুকৰি ॥১৩
চৌধয় বৰিষ বহি যাইব কেতিক্ষণ।
হুইবোহোঁ হৰিষ দেখি ৰামৰ চৰণ ॥১৪
কৌশল্যা প্ৰমুখে আছে যত মাতৃগণ।
ৰামক সুমৰি সদা কৰন্ত ক্ৰন্দন ॥১৫
কৃষ্ণপক্ষে চন্দ্ৰ যেন টুটে প্ৰতিদিন।
পুত্ৰশোকে সবাৰে শৰীৰ ভৈল ক্ষীণ ॥১৬
ৰাম সীতা লক্ষ্মণৰ কল্যাণ সাধন্ত।
কৌশল্যা সুমিত্ৰা দুয়ো বিষ্ণুক পূজন্ত ॥১৭
শোক জুৰাৱন্ত আশ্বাসিয়া শত্ৰুঘনে।
ৰামক সুমৰি মাত্ৰ থাকে অনুক্ষণে ॥১৮
অযোধ্যাত আছে নৰ নাৰী যত মান।
ধৰ্ম্ম আচৰিয়া সাধে ৰামৰ কল্যাণ ॥১৯
ৰাম সুমৰিয়া ৰক্ষে দুঃখশোক যত।
ৰামৰ চৰিত্ৰ আৰে শুনিয়ো সাম্প্ৰত ॥২০
ৰামক তেজিয়া যেবে আসিলা ভৰত।
শোকাকুল হয়া ৰাম থাকিলা মনত ॥২১
চিত্ৰকূট বনে সীতা লক্ষ্মণ সহিত।
কতোদিন আছে প্ৰভু স্থিৰ নুহি চিত্ত ॥২২
লক্ষ্মণক সম্বোধি মাতিলা ৰঘুবৰে।
নপাৰোঁ ৰহিতে চিত্ত উতপাত কৰে ॥২৩
মহাদুঃখ দিলে আসি ভৰত ভৈয়াই।
সুমাইল অগনি যেন জ্বালিল দুনাই ॥২৪
আমাক সুমৰি মনে সুখ নাই তাৰ।
এই স্থানে থেদি জানো আসে আৰোবাৰ ॥২৫
মহাদুঃখ দিলে মোৰ আনি প্ৰজাগণ।
দেখি ভৰতৰ দুঃখ পোৰে মোৰ মন ॥২৬

ভৰত ভৈয়াই যাৱে আসি নতো পাৱে।
ইথানক চাৰি আনদেশ যাওঁ তাৱে ॥২৭
এহি হৌক বুলিয়া লক্ষ্মণ ভৈলা আগ।
পাচত চলন্ত ৰামচন্দ্ৰ মহাভাগ ॥২৮
লাসে লাসে সীতা সতী মাজত চলন্ত।
কতোক্ষণে চিত্ৰকূট বন ত্যাজিলন্ত ॥২৯
নদীনদ গহন বিশেষ বন দেশ।
দল বিল এৰাইলন্ত নিকুঞ্জ অশেষ ॥৩০
নাহিকে প্ৰয়াস ৰাম হৰিষে চলন্ত।
দণ্ডকবনত গৈয়া প্ৰবেশ ভৈলন্ত ॥৩১
পাইলন্ত প্ৰথমে অত্ৰি ঋষিৰ আথান।
প্ৰণামিলা তিনিয়ো ঋষিক কৰি মান ॥৩২
অত্ৰি বৰ হৰিষ দেখিয়া ৰাঘৱক।
পৰম ঈশ্বৰ মোৰ আইলা আশ্ৰমক ॥৩৩
আজিসি জানিলোঁ মই জন্ম সাফলিলোঁ।
ঈশ্বৰৰ পাদপদ্ম সাক্ষাতে দেখিলোঁ ॥৩৪
বিধিৱতে ফলে জলে পূজিয়া ৰামক।
পৰম সাদৰে পুছিলন্ত কুশলক ॥৩৫
ব্ৰহ্মাৰ নন্দনে যেবে কুশল পুছিল।
শুনি ৰাঘৱৰ মনে হৰিষ মিলিল ॥৩৬
ঋষিত কহিলা ৰামে আপোন কুশল।
শুনিয়া ঋষিৰ মনে ভৈল কুতূহল ॥৩৭
পাচে অভ্যন্তৰে ঋষি সীতাক পঠাইল।
মুনিৰ ভাৰ্য্যাক গোসাঁনীয়ে লাগ পাইলা ॥৩৮
অত্ৰিৱৰ ভাৰ্য্যা তান অনসূয়া নাম।
ৰূপে গুণে ত্ৰিভুৱনে নাহিকে উপাম ॥৩৯
চন্দ্ৰৰ জননী পতিব্ৰতা শুদ্ধভাৱ।
হৰ্ষিত বদনে সীতা নমিলন্ত পাৱ ॥৪০
বিনয়ে থাকিলা দেৱী জনকনন্দনী।
আসন বঢ়ায়া দিলা চন্দ্ৰৰ জননী ॥৪১
অনসূয়া বুলিলন্ত প্ৰফুল্ল বদনে।
ৰামৰ লগত কেনে আসি ভৈলাঁ বনে ॥৪২
বাপৰ আদেশে ৰাম আইলা বনবাসে।
তুমি কেনে নথাকিলাঁ শাশুৰীৰ পাশে ॥৪৩
দাৰুণ বনত মাৱ বৰ দুঃখ পাইবাঁ।
তৃণৰ শয্যাত শুইবাঁ ফলমূল খাইবাঁ ॥৪৪
সীতায়ে বোলন্ত কেনে লঘুবোলাঁ মাতি।
আমাক জানিবা শাস্তি পতিব্ৰতা জাতি ॥৪৫
দেশত থাকিলে আমি কোন ফল পাইবোঁ।
স্বামী ভকতিত স্বৰ্গ মুকুতিক পাইবোঁ ॥৪৬
সত্যব্ৰতী ৰমণী সাবিত্ৰী যেন সতী।
চন্দ্ৰৰ ৰোহিণী বশিষ্ঠৰ অৰুন্ধতী ॥৪৭
অত্ৰিৱৰ তুমি যেন শঙ্কৰৰ মায়া।
আমাৰো ৰামত জানা তেহ্ন দৃঢ়কায়া ॥৪৮
তোমৰা সবৰো যেন স্বামী আদিদেৱ।
আমাৰো ৰামত পৰে আননাই কেৱ ॥৪৯
বাপ মাৱ সুহৃদৰ বাসনা বিষয়।
স্বামীত ভকতি স্বৰ্গ মুকুতি সাধয় ॥৫০
অনসূয়া শুনিলন্ত সীতাৰ বচন।
গ্ৰীৱে চাপি ধৰিলন্ত হৰ্ষিত বদন ॥৫১
মনত সন্তোষৰূপে দিলা কণ্ঠহাৰ।
অঙ্গৰাগ দিলন্ত বত্ৰিশ অলঙ্কাৰ ॥৫২
পতিব্ৰতা নাৰীত মোহোৰ অনুৰাগ।
হৰিষ কৰাইলা মাৱ মোত বৰমাগ ॥৫৩
সীতায়ে বোলন্ত মাৱ দায়া দৃষ্টি চাইল।
এতেকতে আমিও সকল বৰ পাইল ॥৫৪
অনসূয়া বোলে যত দিলোঁ অলঙ্কাৰ।
সিন্দুৰ চন্দন তোৰ সুগুচোক আৰ ॥৫৫
কদাচিতো ভাঠি তোৰ সুহিব যৌৱন।
মহাসুখে ৰামে সমে কৰিবা ৰমণ ॥৫৬
বৰদিয়া আৰো বুলিলন্ত অনসূয়া।
স্বামীত ভকতি কৰ পতিব্ৰতা হুয়া ॥৫৭
তযু স্বয়ম্বৰৰ শুনিছোঁ কিছু কথা।
কহিয়োক মিথিলাৰ যিমত ব্যৱস্থা ॥৫৮
হেন শুনি সীতা সতী বুলিলন্ত বাণী।
উতপতি ধৰি মোৰ শুনিযো কাহিনী ॥৫৯
বাপ মোৰ ৰাজা ভৈল মিথিলানগৰে।
যাহাৰ প্ৰসিদ্ধি গৈল দেৱাসুৰ নৰে ॥৬০
জনক মোহৰ বাপ অপুত্ৰক ভৈলা।
ভাৰ্য্যাসমে যজ্ঞভূমি চাহিবাক গৈলা ॥৬১
মনৰ কৌতুকে বাপে মাথা তুলি চাইলা।
ত্ৰৈলোক্য মোহিনী কন্যা এক ভেট পাইলা ॥৬২
নামত মেনকা তেহেঁ দেৱ অপেশ্বৰী।
ৰূপে গুণে ত্ৰিভুৱনে নাহি পটন্তৰী ॥৬৩
দেখিয়া বাপৰ বৰ বাঢ় গৈল মন।
বিমৰিষি তথাতে আছিলা কতোক্ষণ ॥৬৪

এতেহন্তে আকাশত শুনিলন্ত বাণী।
তোমাৰ কুশল দেৱে মিলাইলেক আনি ॥৬৫
পাইবাঁ মনোৰথ হাল বাহাঁ এহি থান।
লভিবাঁ অপত্য তুমি ইহানে সমান ॥৬৬
হেন শুনি পিতৃ মোৰ মনে ৰঙ্গ কৰি।
যজ্ঞ ভূমি বাহিলন্ত হাতে হালধৰি ॥৬৭
শুনিয়োক অনসূয়া আমাৰ সঙ্গতি।
ভূমি ভেদি সীৰলত ভৈলোঁ উতপতি ॥৬৮
ধূলিযে ধুষৰ মই কৰোহোঁ ঘৰ্কাল।
বিস্ময় স্বৰূপে চাহি আছা মহীপাল ॥৬৯
কোলে কৰি গৈলা নিজ মহিষীৰ ভিটা।
সীৰলত উপজিলোঁ নাম ভৈল সীতা ॥৭০
জনক ৰাজাৰ যত মুখ্য পাটেশ্বৰী।
তাসম্বাত সুম্পিলা আমাক জীউ কৰি ॥৭১
সুখে বৰ ভৈলোঁ তাসম্বাৰো নাহি আন।
আমাক দেখন্ত শত পুত্ৰৰ সমান ॥৭২
ত্ৰৈলক্য মোহিনী মই ভৈলোঁ বৰবালা।
বাঢ়িলোঁ তাহান ঘৰে যেন চন্দ্ৰকলা ॥৭৩
দিনমানে মোহোৰ যৌৱন ভৈল ভেদ।
বৰ নপাই সদৃশ বাপৰ হৃদিখেদ ॥৭৪
চিন্তা অগ্নি সদাযে দহৱে কলেৱৰ।
বিমৰিষি পাতিলা আমাৰ স্বয়ম্বৰ ॥৭৫
পূৰ্ব্বকালে যজ্ঞভূমি বাহিলন্ত বাপ।
সেহিকালে মহাদেৱে দিলা নিজ চাপ ॥৭৬
ৰাজাসব মতাইলা জনক মহীপালে।
নৃপতি সমাজ ভৈল স্বয়ম্বৰ শালে ॥৭৭
অনেক সহস্ৰ লোকে ধনু তুলি লৈল।
সবাৰো আগত মহেশৰ ধনু থৈল ॥৭৮
সবাকে সম্বুধি বুলিলন্ত নৃপবৰে।
সবে আসি আছা মোৰ জীউৰ অন্তৰে ॥৭৯
যিটো দিতে পাৰে এই ধনুত পচাৰ।
সিসি মোৰ জমাই বৰ হৈবেক সীতাৰ ॥৮০
হেন শুনি যতেক নৃপতি আসি ভৈল।
ধনুক প্ৰণামি সবে দিশাদিশি গৈল ॥৮১
জোৰ দিবে লাগি কতো চাপিল সৰিত।
আছো জোৰ দিবে ধনু দেখি ভৈল ভীত ॥৮২
ৰাজাসব গৈল যেবে মনত বিৰঙ্গে।
বাপৰ বিষাদ ভৈল স্বয়ম্বৰ ভঙ্গে ॥৮৩
বিশ্বামিত্ৰে পাচে ৰাম লক্ষ্মণক নিলা।
ভালমতে জনকে তিনিকো সাদৰিল ॥৮৪
ৰঙ্গমনে বাপৰ চাপিলোঁ গৈয়া কোল।
ৰূপদেখি ৰামৰ ভৈলোহোঁ আতি ভোল ॥৮৫
সুন্দৰ ৰূপক দেখি সন্তোষ মিলয়।
মনে মনে গুণো জোনো বিধিয়ে চলয় ॥৮৬
সবহি গৈলন্ত পাচে স্বয়ম্বৰ শালে।
ধনু উপদেশিলা জনক মহীপালে ॥৮৭
ধনু দেখি ৰাঘৱে ঈষত হাঁস কৰি।
লীলাৰূপে বামহাতে ধনু তুলি ধৰি ॥৮৮
নিমেষেকে ৰাঘৱে ধনুত গুণ দিল।
টঙ্কাৰ কৰিলা তিনি ভুবন কম্পিল ॥৮৯
অল্পহাস্য কৰিয়া ধনুত বল দিল।
প্ৰচণ্ড শবদে ধনু মাজতে ভাগিল ॥৯০
শিলাৰ উপৰে যেন নিৰ্ঘাত পৰিল।
সসাগৰা সাতোদ্বীপা পৃথিবী লৰিল ॥৯১
বিশ্বামিত্ৰ জনকেয়ো থাকিলন্ত চাই।
লক্ষ্মণ ৰামৰ কটাক্ষও কিছো নাই ॥৯২
আনসব নৃপতি যতেক আসি ভৈলা।
ৰাম লক্ষ্মণত হাৰি নিজ স্থানে গৈলা ॥৯৩
বাপৰ আজ্ঞাক মই শিৰত ধৰিলো।
পদ্মৰ মালাক দিয়া ৰামক বৰিলোঁ ॥৯৪
পাচে দশৰথক জনক ৰাজা নিল।
তাহানে আগত মোক বাপে বিহা দিল ॥৯৫
আপোনাৰ জীউ আছে জনক ৰাজাৰ।
কনিষ্ঠা উৰ্ম্মিলা নামে বহিনী আমাৰ ॥৯৬
ত্ৰৈলোক্য মোহিনী কন্যা মহাৰূপৱতী।
সুন্দৰ নাসিকা দন্ত মুকুতাৰ পান্তি ॥৯৭
মৃণাল যুগল বাহু কৃশ মধ্যদেশ।
কমল নয়নী আকুঞ্চিত কেশ ॥৯৮
বন্ধুলিকো জিনিয়া অধৰ ৰুচি কৰ।
পূৰ্ণচন্দ্ৰ জিনি মুখ পদ্ম সমসৰ ॥৯৯
কৰ্ণত কুণ্ডল কম্বুকণ্ঠ মনোহৰ।
উন্নত কঠিন স্তন ত্ৰিবলি উদৰ ॥১০০
গলে গজমুক্তা শোভে সাতেসৰি হাৰ।
বাহুত কঙ্কন টাড় বলয়া সোণাৰ ॥১০১
ৰত্নৰ শলকা সম আঙ্গুলিৰ পান্তি।
আঙ্গুঠি উজ্জ্বল নখচন্দ্ৰে কৰে কান্তি ॥১০২

জঙ্ঘা মনোহৰ উৰু যেন ৰামকল।
ৰত্নৰ নূপুৰে শোভে চৰণ যুগল ॥১০৩
চম্পাৰ পাকৰি সম আঙ্গুলিৰ পান্তি।
উজটী উজ্জ্বল নখ মণি কৰে কান্তি ॥১০৪
আৰকত পদ হস্তে প্ৰকাশে কমলে।
শৰীৰৰ কান্তিএ চন্দ্ৰতো কৰি বলে ॥১০৫
চন্দ্ৰকলা সম বাঢ়ে গজেন্দ্ৰ গমন।
লক্ষ্মী সম ৰূপে গুণে মোহে মুনিগণ ॥১০৬
পৰম সুন্দৰ কন্যা জনকৰ ঘৰে।
কটাক্ষতে ত্ৰিভুবন মোহিবাক পাৰে ॥১০৭
উৰ্ম্মিলা বহিনী পাচে জনকে মতাইল।
সব অলঙ্কাৰে তাঙ্ক লক্ষ্মণে বিহাইল ॥১০৮
পূৰ্ব্ব জন্মে অনেক অপস্যা কৈলোঁ আমি।
তাৰ প্ৰতিফলে ৰাঘৱক পাইলোঁ স্বামী ॥১০৯
মোৰ মনে ৰাঘৱ স্বামীসে নিজ দেৱ।
ৰামক এৰিয়া আন নজানোহো কেৱ ॥১১০
হেন শুনি অনসূয়া আনন্দক পাইলা।
ৰামৰ পাসক লাগি সীতাক পঠাইলা ॥১১১
দেখি ৰাম লক্ষ্মণে কৌতুক বৰ পাইলা।
কথা কহি অলঙ্কাৰ আগত যোগাইলা ॥১১২
সীতাৰ সম্পত্তি দেখি শ্ৰীৰাম লক্ষ্মণে।
ৰাত্ৰি গোট বঞ্চিলন্ত হৰিষিত মনে ॥১১৩
প্ৰভাততে ঋষিক কৰিয়া নমস্কাৰ।
তিনিহন্তে দণ্ডকা বনত পয়সাৰ ॥১১৪

---

## ২ অধ্যায়

ৰামৰ দণ্ডকাৰণ্যত প্ৰবেশ, ঋষিৰ অভ্যৰ্থনা,
বিৰাধ ৰাক্ষস বধ।

হাতে ধনুশৰ ধৰি লক্ষ্মণ শ্ৰীৰাম।
আশ্ৰমক পাইলা ৰবিমণ্ডল উপাম ॥১
ভৈলা মহাতৃপিতি আশেষ স্তুতিভাৱে।
আকৰ্ণ শবদ ঋষিসব গলৰাৱে ॥২
ৰামক দেখিয়া সবে পৰম হৰিষে।
সহস্ৰ সন্ধ্যাত বেঢ়িলেক চতুৰ্দ্দিশে ॥৩
বেদ পাঠ উচ্চৰিয়া আশংসাৰ ডাক।
সবেহন্তে সম্বোধি বুলিলা স্তুতি বাক ॥৪
যাহাৰ বিনোদ ইটো সকলে সংসাৰ।
তেন্তে ধৰ্ম্ম ৰক্ষা হেতু ভৈলা অৱতাৰ ॥৫
অত্যন্ত পাপীয়ো তবে যাহাক সুমৰি।
হেন ঈশ্বৰক দেখিলোহোঁ নেত্ৰ ভৰি ॥৬
জগত কাৰণ তুমি বিধাতাৰো বিধি।
তযু দৰশনে তপস্যাৰো ভৈল সিদ্ধি ॥৭
জন্মৰো সাফল ভৈল তযু দৰশনে।
ৰহোক ভকতি প্ৰভু তোমাৰ চৰণে ॥৮
পাচে ৰামে বুলিলন্ত শুনিয়োক ঋষি।
নিৰ্ভয়ে কৰিয়ো তপ এহি বনে বসি ॥৯
ঘোৰ অন্ধকাৰ যেন পূৰ্ণিমাৰ শশী।
মাৰিবোঁ ৰাক্ষস সব তপোবনে পশি ॥১০
ঋষি সমে হৰিষে ৰজনী গোট বঞ্চি।
চলিলা ঋষিক ৰামে নিৰ্ভয়ক সঞ্চি ॥১১
হাতে ধনু কাণ্ড গাৱে সন্নাহ চড়াইল।
মাজ কৰি সীতাক গহন বন পাইল ॥১২
ৰাম সীতা লক্ষ্মণ ভ্ৰমন্ত বনে বন।
ৰাক্ষস গোটক গৈয়া পাইলা দৰিশন ॥১৩
নামত বিৰাধ একো অঙ্গ নোহে ছোট।
বসিয়া আছয় সিতো যেন গিৰিগোট ॥১৪
চক্ষু যেন ধোন্দ কায়া আঙ্গাৰৰ বৰ্ণ।
নাক গোট বেঙ্কা কুলা হেন দুই কৰ্ণ ॥১৫
লহ লহ জিহ্বা মুখ মাজতে লৰয়।
অগনি খণ্ডেক যেন গহ্বৰে জ্বলয় ॥১৬
দুই ভৰি ভেঙ্গুৰা পিঙ্গলবৰ্ণ কেশ।
বিকট দশন মুখ বিভঙ্গ কুবেশ ॥১৭
মাথা গোট জোঙ্কাৰি গগনে উধাই গৈল।
দেখি জানকীৰ বৰ চমৎকাৰ ভৈল ॥১৮
আঠ গোটা শিঙ্গ সিটো কপালে লৈলেক।
হস্তিৰ মাথাক কাটি তাতে আলাইলেক ॥১৯
ক্ষণিকতে গৈয়া বাঘ মাৰিয়া খাইলেক।
ৰুধিৰে সহিতে চৰ্ম্ম গাৱে মেৰাইলেক ॥২০
ঋষি সব মাৰিয়া ভুঞ্জয় প্ৰতিনিত।
নিৰ্ভয় স্বৰূপে দণ্ডকৰ বনে স্থিত ॥২১
তিনিকো দেখিয়া ঘোৰ নাদে খেদি গৈল।
বিৰাধে পাইলেক ঋষি সব ভয় ভৈল ॥২২
চিলে যেন থাপ্পদিয়া মাছক নিলেক।
মায়া কৰি সীতাক গগনে উঠাইলেক ॥২৩
ৰাক্ষসৰ অঙ্গে ৰূপ সীতাৰ বলিল।
অঞ্জন পৰ্ব্বতে যেন মাণিক জ্বলিল ॥২৪



বনত ৰাম লক্ষ্মণ সীতাৰ ৰাত্রি যাপন

সীতা ভৈলা সুবৰ্ণ বিৰাধ কাঠ নয় ।
যেন হেমলতা কাল পৰ্ব্বতে জ্বলয় ॥২৫
নিশাচৰ ঘোৰ মেঘ সীতা ভৈল তাড় ।
অঙ্গাৰ ওচৰে যেন বহ্নিৰ সঞ্চাৰ ॥২৬
হাঁসিয়া বিৰাধে বোলে অন্তৰীক্ষে বসি ।
কহিৰ টেণ্টন দুই ভৈলাহাঁ তপসী ॥২৭
হাতে ধনু শৰ দেখোঁ লগত সুন্দৰী ।
আনো তপস্বীৰ ফুৰ ভিক্ষা ছদ্ম কৰি ॥২৮
পৰিধান বাকলি শিৰত জটা ভাৰ ।
ত্ৰৈলোক্য মোহনী কন্যা লগত তোমাৰ ॥২৯
ধৰ্ম্ম বিৰোধীক দেখিবাক নুহি যোগ ।
তোৰা দুইক মাৰি কন্যা কৰোঁ উপভোগ ॥৩০
হেৰ দেখি ত্ৰিশূল হাতত তুলি ধৰোঁ ।
তোৰা দুইক মাৰিয়া ৰুধিৰ পান কৰোঁ ॥৩১
আৰাধিলোঁ ব্ৰহ্মাক দিলন্ত তেহেঁ বৰ ।
তুমি হেন লক্ষকো মোহোৰ নাহি ডৰ ॥৩২
হেন শুনি ৰামে পাচে বুলিলা বচন ।
দশৰথসুত আমি আসি ভৈলোঁ বন ॥৩৩
ত্ৰিভুৱনে বীৰ মোক নাহি সমসৰ ।
প্ৰাণে যেবে জীবি জানকীক পৰিহৰ ॥৩৪
হেন শুনি বিৰাধৰ পৰম হৰিষ ।
এহেন্তেসে ৰাম মন কৰি বিমৰিষ ॥৩৫
আন হাতে মৰোঁ মোৰ পাপ অন্ত ভৈল ।
এহিমনে গুণি খঙ্গ তোলাইবাক লৈল ॥৩৬
ক্ৰোধ কৰি নিশাচৰে বোলে খৰ্ব্ব বাণী ।
বিৰাধ ৰাক্ষস মোৰ কথা লৈয়ো জানি ॥৩৭
ত্ৰিভুৱন বীৰ মাজে আমাক বখানি ।
পেসোঁ যম ঘৰে আজি এই শূলে হানি ॥৩৮
ক্ষত্ৰী জাতি হুয়া তুমি ভৈলাহাঁ তস্কৰ ।
পৰ নাৰী হৰিলাহাঁ বনৰ ভিতৰ ॥৩৯
চোৰ দুই টেণ্টনক মোৰ নাই ডৰ ।
মাৰিয়া পঠাওঁ যাহাঁ যমৰ নগৰ ॥৪০
নাৰী চুৰি কৰিলাহাঁ আতি বৰ ৰঙ্গে ।
প্ৰাণ হেৰুৱাইলাঁ আসি কামিনীৰ সঙ্গে ॥৪১
ভৈলাহাঁ মানুষ জাতি ৰাক্ষসৰ ভক্ষ ।
তোমাক জিনিতে কিছো নাহিকে আশক্য॥৪২
শ্ৰীৰামে বোলন্ত লখাই কেনে ধৰোঁ জীউ ।
বিৰাধৰ অঙ্কে দেখোঁ জনকৰ জীউ ॥৪৩
বাঘে যেন ধৰিলে হৰিণী নোহে স্থিৰ ।
হৰি হৰি ৰাক্ষে মোৰ নসহে শৰীৰ ॥৪৪
অঞ্জননয়নী পূৰ্ণ চন্দ্ৰমা বদনী ।
জনক ৰাজাৰ তুমি কুলৰ নন্দিনী ॥৪৫
দশৰথ মহাবীৰ জেনেসে বিপত্তি ।
ৰাহুয়ে গ্ৰসিলে চন্দ্ৰ নক্ষত্ৰ ৰেৱতী ॥৪৬
আমি বিদ্যমানত সীতাৰ এতদূৰ ।
বাসৱৰ স্ত্ৰীক যেন হৰিলে অসুৰ ॥৪৭
প্ৰাণ তেজোঁ কৈকেয়ী পুৰোক মনোৰথ ।
আবে অবিকলে ৰাজ্য কৰোক ভৰত ॥৪৮
কৌশল্যা জননী পিতৃ অযোধ্যাৰ পতি ।
দুই হন্তো কৈকয়ীত কৰিলোঁ ভকতি ॥৪৯
তথাপিতো নুপূৰিল পাপিষ্ঠীৰ মন ।
মাৰিবাক লাগি মোক পঠাইলেক বন ॥৫০
লক্ষ্মণে বুলিলা পাচে হাত যোৰ কৰি ।
চিত্ত থিৰ কৰিয়োক মন্যু পৰিহৰি ॥৫১
মই ভৃত্য থাকন্তে তোমাৰ কিবা ডৰ ।
ত্ৰিভুৱন জিনিতে শকতি একেশ্বৰ ॥৫২
আজ্ঞা কৰিয়োক মই বিৰাধক মাৰোঁ ।
ভৰতৰ যত মান ৰাক্ষসতে সাৰোঁ ॥৫৩
হেন বুলি বীৰে ধনু টঙ্কাৰ কৰিল ।
শবদে পৃথিবী স্বৰ্গ আশেষ লৰিল ॥৫৪
ৰামে বুলিলন্ত বাপ শুনৰে লখাই ।
ৰাক্ষসে বুলিল নিন্দা মোৰ মুখ চাই ॥৫৫
মোৰ বিদ্যমানত সীতাক নিলে হৰি ।
বিৰাধক মাৰি পেসোঁ যমৰ নগৰী ॥৫৬
বিৰাধক চাই ৰামে তুলিলন্ত হাঁস ।
মাৰিলোঁ পাপিষ্ঠ আজি জীৱন্তে ন যাস ॥৫৭
ঋষিসব ভুঞ্জি তই ভৈলি মহামাল ।
তোৰ মোক গুচাওঁ আজি পৃথিবীৰ শাল॥৫৮
মই ভালে জীৱন্তে সীতাক তই পাইবি ।
মোহোৰ হাতত আজি যম ঘৰে যাইবি ॥৫৯
ক্ষুদ্ৰ মৃগ হুয়া মত্ত সিংহক জগাইলি ।
মৰিবাক লাগিয়া গৰল বিষ খাইলি ॥৬০
সি হৰ ভাৰ্য্যাক তই শৃগালে বাঞ্ছস ।
আপোনাৰ মৃত্যু মূঢ় আপুনি সাধস ॥৬১
মোৰ বিদ্যমানত সীতাক হৰি নেস ।
শিয়ালত শৃঙ্গ পৰ্ব্বততো মৰদেশ ॥৬২

এহি বুলি ক্রোধে ৰাম ধনুক ধৰিল।
সাতোটা নৰাচ নিয়া গুণত যুৰিল ॥৬৩
খল খল কৰি ৰামে তুলিলন্ত হাঁস।
মাৰিলোঁ পাপিষ্ঠ হেৰা ভৈলে সৰ্ব্বনাশ ॥৬৪
আকৰ্ণ পুৰিয়া ধনু আঁজুৰি আনিল।
মাৰোঁ মাৰোঁ বুলি শৰ সত্বৰে হানিল ॥৬৫
বিজুলি ছটক যেন চলিল নৰাচ।
হৃদয়ত ফুটিয়া বঝাইল পিঠি পাচ ॥৬৬
নৰাচ ৰামৰ যেন্নে নিশাচৰে পাইল।
অন্তকালে যমে যেন বিৰাধ কিটাইল ॥৬৭
আঠগোটা সিদ্ধ হাতে আচাৰি পেলাইল।
ত্রিশূল সম্মুখ কৰি লক্ষ্মণক ধাইল ॥৬৮
প্রলয়ৰ মেঘে যেন তেজিলে আটাস।
ঋষিগণ বন জন্তু ভৈলা মহা ত্রাস ॥৬৯
মাৰোঁ মাৰোঁ তোক আজিকৰোহোঁ নিৰ্ম্মূল।
এহি বুলি লক্ষ্মণক হানিলা ত্রিশূল ॥৭০
বাসৱৰ বজ্র যেন শূল যাই বৈয়া।
চাহিয়া আছন্ত ৰাম হাতে ধনু লৈয়া ॥৭১
বিস্বাদ শবদে যেন যাই যমদণ্ড।
খুৰপতি বাণে ৰামে কৈলা খণ্ড খণ্ড ॥৭২
পুনৰপি ৰামে মহা ক্রোধত জ্বলিল।
সুবর্ণে ৰচিত শৰ গুণত যুৰিল ॥৭৩
হানিলন্তে বিৰাধক লাগিয়া চুটিল।
নপাৰিল এৰাইবাক হিয়াত ফুটিল ॥৭৪
ৰামে যেন্নে ৰাক্ষসক প্রহাৰ কৰিল।
সীতাক ভূমিত থৈয়া ঢলিয়া পৰিল ॥৭৫
ভূমিকম্প যান্তে যেন পৰ্ব্বত লৰয়।
সেহিমতে ৰাক্ষসৰ শৰীৰ কম্পয় ॥৭৬
মুখৰ শোণিতে গেৰুধাৰা নিকলয়।
কাকুতি কৰিয়া পুৰাতন কথা কয় ॥৭৭
হাতযোৰ কৰি বাক্য বোলয় বিৰাধ।
ক্ষমিয়ো গোসাঞি কৰিলোহোঁ অপৰাধ ॥৭৮
নামত তুম্বৰু কুবেৰৰ অনুচৰ।
তাহান চৰণ সেৱা কৰিলোঁ বিস্তৰ ॥৭৯
শুনিয়োক প্রভু তিনি লোকৰ ঈশ্বৰ।
তাহানেসে শাপে আসি ভৈলোঁ নিশাচৰ॥৮০
বাসৱৰ অপেস্বৰী ৰম্ভা যাৰ নাম।
ৰূপে গুণে ত্রিভুৱনে নাহিকে উপাম ॥৮১
দেখিয়া মোহিত হুয়া মহা অভিলাষে।
বিবিধ বিনোদে আছিলোহোঁ তান পাশে॥৮২
ক্রীড়াকৌতূহলত অনেক কাল গৈল।
এহি মতে কুবেৰত মন্দ সেৱা ভৈল ॥৮৩
কোপ কৰি মোক প্রভু বুলিলা বচন।
নিশাচৰ হুয়া চল দণ্ডকৰ বন ॥৮৪
ৰাম ৰূপে হুই দশৰথৰ নন্দন।
তাহান হাতত তোৰ হৈবেক মৰণ ॥৮৫
তৈসানিসি হৈব তোৰ শাপৰ উদ্ধাৰ।
আসিয়া দেখিবি তোৰ পুত্র পৰিবাৰ ॥৮৬
কুবেৰৰ শাপে আসি নিশাচৰ ভৈলোঁ।
ব্রাহ্মণ ঋষিক মাৰি মহাপাপ কৈলোঁ ॥৮৭
তযু দৰশনে পূৰ্ব্ব কথা সুমৰিলোঁ।
শান্তী সীতা হৰি ঘোৰ দোষ আচৰিলোঁ ॥৮৮
তোমাৰ হাতত মোৰ মৰিবাক সাধ।
সিকাৰণে কৰিলোঁ দাৰুণ অপৰাধ ॥৮৯
এবে তযু শৰ পৰি প্রকৃতিক গৈলোঁ।
মাতৃ বুলি সীতাক ন মাৰি হেৰা থৈলোঁ ॥৯০
ত্রিজগত নাথ মোক কৰিয়োক দায়া।
গাত খানি পুৰিয়ো আমাৰ নিজ কায়া ॥৯১
ৰাক্ষসৰ আমাৰ এহিসে কুল ধৰ্ম্ম।
হোক মোৰ গতি ৰাম কৰিয়োক কৰ্ম্ম ॥৯২
এহি বুলি নিশাচৰ ঢলিয়া পৰিল।
ৰাম ৰাম বোলন্তে জীৱন নিকলিল ॥৯৩
পৰ্ব্বত সদৃশ পৰি গৈল কলেৱৰ।
দেখিয়া হৰিষ ভৈল ৰাম লক্ষ্মণৰ ॥৯৪
লক্ষ্মণে খানিলা গাত পৰ্ব্বত গহ্বৰ।
তাতে দহিলন্ত ৰাক্ষসৰ কলেৱৰ ॥৯৫
দিব্যৰূপ ধৰি সিটো স্বৰ্গ চলি গৈল।
পুত্র পৰিবাৰ সমে এক থান ভৈল ॥৯৬
ৰামৰ চৰিত্রে শুনিয়োক নিৰন্তৰ।
পৰম কৃপালু গুণ দেখিয়ো ৰামৰ ॥৯৭
ভাৰ্য্যা বৈৰী ৰাক্ষসৰ কৰিলন্ত কৰ্ম্ম।
দেখা কেন ঈশ্বৰৰ বিপৰীত ধৰ্ম্ম ॥৯৮
নৰাচন্ত জাতিকুল ভজন মাত্রকে।
এতেকে পৰম সিদ্ধি দিবন্ত সবাকে ॥৯৯
জানিয়া কৃপালু গুণ ভজিয়ো ৰামক।
ৰাম বুলি দহিয়োক পাপৰ বীৰ্য্যক ॥১০০

## ৩ অধ্যায়।

শ্ৰীৰামৰ সীতাদেৱীক আশ্বাস প্ৰদান। শৰভঙ্গ মুনিৰ দৰ্শন; সুতীক্ষ্ণৰ আশ্ৰম প্ৰবেশ, আৰু মুনিৰে সৈতে কথোপকথন।

### ছবি।

অনন্তৰে ৰামে, হাঁ৷ ৰাঙ্কে! বুলিয়া,
সীতাৰ গলে ধৰিল।
অনেক নিৰ্ভয়, বচন বুলিয়া,
আশ্বাস তাঙ্ক কৰিল ॥১
দাৰুণ ৰাক্ষসে, তোমাক হৰিল,
মিলিল পৰম দুঃখ।
তাহাক মাৰিয়া, সন্তোষ লভিলোঁ,
দেখিয়া তোমাৰ মুখ ॥২
পূৰ্ব্বত তোমাক, বুলিলোঁ৷ বনত,
লভিবাঁ দুখ অপাৰ।
সিসব বচন, সাক্ষাতে ফলিল,
পুহাইল বোল আমাৰ ॥৩
পাচে লক্ষ্মণক, ৰাঘৱে বুলিল,
ৰাক্ষস ঐত আশেষ।
সীতা ৰক্ষা কৰি, ইটো বন এৰি,
চলি যাওঁ আন দেশ ॥৪
লক্ষ্মণ জানকী, সমন্বিতে ৰাম,
মনে বিমৰিষি চাইল।
কৰি মনো ৰঙ্গ, ঋষি শৰভঙ্গ,
আশ্ৰমক গৈয়া পাইল ॥৫
এক অদভুত, দেখিলন্ত পাচে,
ৰামে কতো দূৰে বসি।
ধৱল ছত্ৰেক, প্ৰকাশন্তে আছে,
যেন পূৰ্ণিমাৰ শশী ॥৬
দিব্য পুৰুষেক, সাক্ষাতে দেখন্ত,
আদিত্য যেন প্ৰভাৱ।
জাজ্জ্বল্য সমান, জ্বলন্তে আছয়,
ভূমি নোচোৱয় পাৱ ॥৭
ৰত্নে বিৰচিত, মুকুট শিৰত,
এতিনি ভুৱনে সাৰ।
সুনিৰ্ম্মল বস্ত্ৰ, গাৱত শোভয়,
নানা দিব্য অলঙ্কাৰ ॥৮
তান সমসৰ, পুৰুষেক তৈত,
কৰি আছে হাত যোৰ।
কতোহো৷ দূৰত, হৰিত বৰণ,
দেখিলন্ত চাৰি ঘোড় ॥৯
সুবৰ্ণৰ মুঠি, ৰচিত ধৱল,
চামৰ দুতয় ধৰি।
দুই পাশে দুই, নাৰী সেৱে ৰঙ্গে,
ত্ৰৈলোক্য মোহে সুন্দৰী ॥১০
দেৱতা সকলে, স্তুতি নতি কৰে,
গন্ধৰ্ব্বে গীত যোগাৱে।
হেন চমৎকাৰ, ৰূপে তৈতে থিত,
ভৈল অন্তৰীক্ষ ভাৱে ॥১১
ৰাঘৱে বোলন্ত, ভৈয়াই লক্ষ্মণ,
কাহাঁ৷ শুনিয়োক কায।
হৰিত বৰণ, ঘোটক সহিতে,
এহেন্তেসে দেৱৰাজ ॥১২
এহি বুলি পাচে, ৰামে লক্ষ্মণক,
সীতাক পাশত থৈলা।
বৰ অদভুত, দেখিয়া ৰাঘৱে,
কথা সুধিবাক গৈলা ॥১৩
কতোহো৷ দূৰত, দেৱগণ সমে,
ৰামক ইন্দ্ৰে দেখিল।
ঋষিক সম্বোধি, আথ বেথ কৰি,
স্বৰ্গক লাগি চলিল ॥১৪
শৰভঙ্গ মহা- মুনিত বাসৱে,
কথা কহন্তহি যান্ত।
হেৰা দেখিয়োক, আমাক দেখিতে,
শ্ৰীৰামচন্দ্ৰ আসন্ত ॥১৫
দেৱতা সৱৰ, কাৰ্য্যক সাধিয়া,
মাৰিবা ৰামে ৰাৱণ।
জানা মুনিবৰ, তৈসানি ইহান,
আমাসাৱ দৰিশন ॥১৬
হেনয় সম্ভেদ, কহি ইন্দ্ৰদেৱ,
স্বৰ্গক চলি গৈলন্ত।
পাচে ৰাম সীতা, লক্ষ্মণে ঋষিক,
কৌতুহলে দেখিলন্ত ॥১৭
ৰামক দেখিয়া, চালিলন্ত গাৱ,
মহাঋষি শৰভঙ্গ।

পৰম ঈশ্বৰ, আসিলা আনক,
বুলি ভৈলা বৰ ৰঙ্গ ॥১৮
অনন্তৰে ৰঙ্গে, ঋষিক প্ৰণামি,
পুছিলন্ত সেহি কথা ।
ঋষিয়ে ৰামত, আদি অন্ত কহি,
কহিলা যেন ব্যৱস্থা ॥১৯
আমাক স্বৰ্গক, নিবাক লাগিয়া,
আসি ভৈলা দেৱৰাজ ।
তোমাক দেখিয়া, আথবেথ কৰি,
চলি গৈলা স্বৰ্গ মাজ ॥২০
তুমি হেন মহা, অতিথিক আসি,
ভাগ্যে দৰশন ভৈলোঁ ।
সেহিসে কাৰণে, জানিবাহাঁ ৰাম,
স্বৰ্গক লাগি ন গৈলোঁ ॥২১
তোমাৰ প্ৰসাদে, তপৰ প্ৰভাৱে,
পাইলোহোঁ অক্ষয় লোক ।
তোমাৰ চৰণ, সাদৰিলোঁ আৰে,
অনুজ্ঞা মোক দিয়োক ॥২২
ৰাঘৱে বোলন্ত, শুনিয়োক মুনি,
কথা শুনি ভৈলোঁ ৰঙ্গ ।
আমাক উচিত, স্থান উপদেশি,
স্বৰ্গে যায়ো শৰভঙ্গ ॥২৩
ঋষিয়ে ৰামক, বোলন্ত সুতীক্ষ্ণ,
মুনিৰ পাশক যায়ো ।
তান উপদেশে, পৰম হৰিষে,
ফল মূল সুখে খায়ো ॥২৪
হেন বুলি মহা- মুনি শৰভঙ্গে,
আপুনি কুণ্ড জ্বালিল ।
বিষ্ণুক সুমৰি, মন্ত্ৰক উচ্চৰি,
আশেষ ঘৃত ঢালিল ॥২৫
কৌতূহলে দেখি, আছন্ত লক্ষ্মণ,
সীতা ৰাম হৃষীকেশ ।
ৰাম বুলি ডেৱ, দিয়া অগনিত,
ভৈলন্ত মুনি প্ৰবেশ ॥২৬
কতোক্ষণে পাচে, তাহাঙ্ক দহিয়া,
অগনি যেবে নিমাইল ।
পৰম হৰিষে, শৰভঙ্গ ঋষি,
দিব্য শৰীৰেক পাইল ॥২৭

ৰামক সুমৰি, দিব্যৰূপ ধৰি,
ঋষি স্বৰ্গ চলি গৈলা ।
লক্ষ্মণ জানকী, ৰাঘৱে দেখিয়া,
বৰ কুতূহল ভৈলা ॥২৮
তৈৰহন্তে গৈয়া, ৰাক্ষসে খাইবাৰ,
ঋষিক তিনি দেখিল ।
আন সব ঋষি- গণক ৰাঘৱে,
অভয় দানক দিল ॥২৯
অনন্তৰে তিনি, সুতীক্ষ্ণ মুনিৰ,
প্ৰবেশিলা গৈয়া থান ।
ফল মূল জলে, ৰামক ঋষিয়ে,
কৰিলন্ত বহুমান ॥৩০
সুতীক্ষ্ণ মুনিয়ে, ৰামক অনেক,
সাদৰিলা অনুপাম ।
হৰিষে আশ্ৰম, সমীপত থিত,
ভৈলন্ত প্ৰভু শ্ৰীৰাম ॥৩১
অনেক পুৰাণ, কাহিনী কহিলা,
ৰাঘৱে ঋষি সহিত ।
হৰিষে হৃদয়, দিন কতিপয়,
বঞ্চিলা সুখে তহিত ॥৩২
পৰম আনন্দে, ঋষিৰ চৰণে,
ধূলা শিৰে তুলি ধৰি ।
ৰঙ্গ মনে তিনি- হন্তে চলি গৈলা,
আশ্ৰমক পৰিহৰি ॥৩৩
দুই ভাইৰ হাতে, ধনু তূণ বাণ,
খড়্গক ধৰি বিশেষ ।
তিনিহন্তে মিলি, হৰিষে ভ্ৰমন্ত,
নানাবিধ বন দেশ ॥৩৪
পৰম পবিত্ৰ, ৰামৰ চৰিত্ৰ,
শুনা সামাজিক সুখে ।
জগত তাৰণ, হেতু বনে বন,
ভ্ৰমন্ত ঈশ্বৰ দুঃখে ॥৩৫
যাহাৰ চৰণ, ধূলাক নপান্ত,
মহা মহা যোগী জনে ।
ভকতৰ পদে, হেনয় ঈশ্বৰে,
ফুৰন্ত কণ্টক বনে ॥৩৬
যিটো মহেশ্বৰ সমস্তে জীৱৰ,
আত্মা অন্তৰ্য্যামী সম ।

ভকত জনৰ, শত্রু মিত্র হেতু,
তাহাঙ্ক দেখি বিষম ॥৩৭
ভকতৰ শত্রু, ভৈল তান শত্রু,
ভকতৰ মিত্রে মিত্র।
পৰম ঈশ্বৰ, দেৱৰ দেখিয়ো,
চৰিত্র কৈন বিচিত্র ॥৩৮
শান্তক তাৰন্ত, দুষ্টক মাৰন্ত,
এহি বেলা বিপদত।
হেনয় গুণক, জানিয়া ৰামৰ,
চৰণত দিয়া চিত্ত ॥৩৯
সমস্ত ধৰ্ম্মৰ, শিৰত প্ৰকাশ,
কৰে যাৰ গুণ নাম।
হেনয় ৰামক, চিত্তত ধৰিয়া,
ডাকি বোলা ৰাম ৰাম ॥৪০

---

## ৪ অধ্যায়।

ধৰ্ম্মভৃত মুনিৰ দ্বাৰা শ্ৰীৰামচন্দ্ৰৰ আগত মাণ্ডকৰ্ণি
মুনিৰ বৃত্তান্ত বৰ্ণন আৰু পুনৰ্ব্বাৰ
সুতীক্ষ্ণ মুনি দৰ্শন।

পদ।

আপোনাৰ কৃপা গুণ বৃদ্ধিৰ কাৰণে।
ভাৰ্য্যা ভ্ৰাতৃ সমে ৰাম ঘূৰে বনে বনে ॥১
নিস্তাৰোক লোক মোৰ এহি গুণ গাই।
এহি বুলি আনন্দে ফুৰন্ত বন চাই ॥২
ফল মূল সহিতে দেখিল তৰুবৰ।
সৰোবৰ দেখিলা বিবিধ জলচৰ ॥৩
হৰিণ চৌয়াৰি পশু দেখিলা বিস্তৰ।
শূকৰ গৱয় শশা ভালুক কুঞ্জৰ ॥৪
যেবে আসি তথা অস্ত যান্ত দিবাকৰ।
প্ৰহৰ মানত দেখিলন্ত সৰোবৰ ॥৫
কাহাকো নেদেখি তৈত শুনৈ নৃত্যগীত।
ধৰ্ম্মভৃত ঋষিৰ গৈ চাপিলা সন্নিত ॥৬
প্ৰণামিয়া ৰাঘৱে পুছিলা সেহি কায।
কিবা বাদ্য ভণ্ড শুনোঁ সৰোবৰ মাজ ॥৭
ৰামক সম্বোধি ঋষি সহৰিষ মনে।
আদি অন্তে কহিবাক লাগিলা তেখনে ॥৮
মাণ্ডকৰ্ণি নামে আছিলন্ত মুনিবৰ।
তপৰ প্ৰভাৱে নিৰ্ম্মিলন্ত সৰোবৰ ॥৯
উগ্ৰ তপস্যাক তান ভৈল নিৰবিধ।
বায়ু ভক্ষিলন্ত দশ হাজাৰ বৰিষ ॥১০
তপ দেখি ইন্দ্ৰৰ ব্যাকুল ভৈল মন।
আমাক খেদায়া জানো লৱে ত্ৰিভুবন ॥১১
সৱে দেৱে মিলি পাচে বিমৰিষ কৰি।
ঋষিক মুহিতে পঠাইলন্ত অপেস্বৰী ॥১২
ইন্দ্ৰৰ আজ্ঞাক অপেস্বৰী গৈয়া লৈল।
তপ ভঙ্গ কৰিবাক লাগি চলি গৈল ॥১৩
ভঙ্গী ভাৱে লয়লাসে কৰে নৃত্যগীত।
হাতে তাল ধৰি গাৱে গীত সুললিত ॥১৪
বিচিত্ৰ ভাষন বোলাৱয় তান সনে।
শুনি মোহ ভৈল ঋষি ভাগিল ধিয়ানে ॥১৫
পঞ্চ অপেস্বৰা নাম এহি সৰোবৰ।
পঞ্চ কন্যা লৈয়া ঋষি আছন্ত ভিতৰ ॥১৬
পুণ্য বলে জলে স্থিত মাণ্ডকৰ্ণি ঋষি।
পঞ্চকন্যা লৈয়া আছে সৰোবৰে পশি ॥১৭
হেন শুনি হৰিষ লক্ষ্মণ ৰাম সীতা।
মুনিৰ আশ্ৰম চাই ফুৰে চতুৰ্ভিতা ॥১৮
ঋষিগণে ৰাখক আৰাধে অহৰ্নিশ।
বিবিধ বিনোদে গৈল এদশ বৰিষ ॥১৯
দশম বৰিষ যেবে ভৈল নিবৰ্ত্তন।
পুনৰপি সুতীক্ষ্ণ মুনিক দৰিশন ॥২০
সুতীক্ষ্ণ মুনিত ৰামে পুছিলন্ত কায।
কোন দিশে আছন্ত অগস্তি ঋষিৰাজ ॥২১
ঋষিয়ে ৰামক ৰঙ্গে অৰ্চ্চনা কৰিল।
অগস্তিৰ ভাইৰ ঠাইক পন্থ উদ্দেশিল ॥২২

---

## ৫ অধ্যায়।

ৰাম আৰু লক্ষ্মণৰ ওচৰত ইল্বল বাতাপিৰ বৃত্তান্ত
বৰ্ণন আৰু অগস্তিমুনিৰ আশ্ৰম প্ৰবেশ

ঋষিৰ চৰণ ধূলি শিৰত লৈলন্ত।
তিনি হন্তে আশ্ৰমক পৰিহৰি যান্ত ॥১
বাটৰে বোলন্ত লখাই বাৰ্ত্তাক নপাইল।
দুই গোটা অসুৰে অনেক ঋষি খাইল ॥২
ইল্বল বাতাপি নামে অসুৰ দুই ভাই।
স্বচ্ছন্দ স্বৰূপে আসিলেক এহিঠাই ॥৩
জ্যেষ্ঠ গোট ইল্বল ব্ৰাহ্মণ বেশ ধৰে।
পিতৃ শ্ৰাদ্ধ বুলি ঋষি নিমন্ত্ৰণ কৰে ॥৪

বাতাপিক মেষ পশু গোট কৰি থয় ।
ঋষিগণ আনি তান পাৰ পখালয় ॥৫
নিদাৰুণ অসুৰে অনেক মায়া জানে ।
মায়া মেষ গোটক আগক লাগি আনে ॥৬
সবাৰে আগত মেষ মাৰি প্ৰাণলয় ।
শ্ৰাদ্ধ দিন বুলি সেই মাংস বিলাৱয় ॥৭
দিব্য শালি তণ্ডুলে ঋষিক দেই ভাত ।
মেষ মাংসে ৰান্ধয় ব্যঞ্জন পাঞ্চ সাত ॥৮
আচমন কৰি ঋষি বৈসে তাৰ ঠাৱ ।
আইস অৰে বাতাপি ইল্বলে পাৰে ৰাৱ ॥৯
ঋষিপেট ফুটিয়া ওলাৱে তেতিক্ষণ ।
দুই ভাই মিলি পাচে কৰয় ভোজন ॥১০
অগস্তি সকলে কথা শুনিলা শ্ৰবণে ।
ইল্বলৰ থানত গৈলন্ত তেতিক্ষণে ॥১১
দেখি দুয়ো ভাই কনাকনি কৰি চাইল ।
যাহাক খুজিব সিটো আপুনিয়ে আইল ॥১২
অগস্তিয়ে দুই ভাইক কৰি সম্ভাষণ ।
ছলে ভুঞ্জিবাক মনে প্ৰাৰ্থিলন্ত অন্ন ॥১৩
অনেক দিনৰ পৰা মহা হাবিলাসে ।
অন্ন ভুঞ্জিবাক লাগি আইলোঁ তয়ুপাশে ॥১৪
আন ঋষি মতে তাঙ্কো অন্নদান কৰে ।
আতিবুদ্ধি কচ্ছপ তৰত পৰিমৰে ॥১৫
হাঁসিয়া ইল্বলে বোলে আতিপেট ছোট ।
একেশ্বৰে কেমনে ভুঞ্জিবা মেষ গোট ॥১৬
নিকটতে হুইব আসি শ্ৰাদ্ধৰ বাসৰ ।
এতিক্ষণ নিবৰ্ত্তিয়া যায়ো মুনিবৰ ॥১৭
আনো ঋষিগণ সমে আনিবোঁ মতাই ।
পৰিপূৰ্ণ ৰূপে পাচে ভুঞ্জিবাঁ আতাই ॥১৮
অগস্তি বোলন্ত ভোক ধৰিতে ন পাৰোঁ ।
আউৰ কিছু নাহি পদে ইহাতেসে হাৰোঁ ॥১৯
শুনা দানপতি মই বোলোহোঁ তোমাত ।
আউৰ আছে নাহি মেষ গোটা পাঞ্চসাত ॥
মাৰিলেক মেষ গোট তাহান আগত ।
মেষ সঙ্গে বান্ধিল ব্যঞ্জন পাঞ্চসাত ॥২১
ইল্বলে বোলয় মোৰ বিধি সুপ্ৰসন্ন ।
এহি বুলি আগস্তিত ভুঞ্জাইলেক অন্ন ॥২২
হেনবুলি ঋষি মেষ ভোজন কৰিল ।
মন্ত্ৰে গঙ্গাজল কমণ্ডলুত ভৰিল ॥২৩
মন্ত্ৰন্যাস কৰিয়া আশেষ জল পীল ।
তপৰ প্ৰভাৱে মেষ জীৰ্ণতা কৰিল ॥২৪
ইল্বলে বোলয় অৰে ভয়াই বাতাপি ।
মেষৰূপ এৰিয়া সত্বৰে আস বাপি ॥২৫
ঋষিয়ে বোলয় কেনে বোল হেন বাক্ ।
অগস্তিৰ গৰ্ভবহ্নি দহিলেক তাক ॥২৬
অস্ত্ৰ ধৰি ইল্বলে আসিল আগ বাঢ়ি ।
ডেৱ দিয়া অগস্তি খড়্গ লৈলা কাঢ়ি ॥২৭
ক্ৰোধ দৃষ্টি চাহিলন্ত সংহৰিত মনে ।
চক্ষু অগনিত ভস্ম ভৈ গৈল তেখনে ॥২৮
এহিমতে ঋষি দুয়ো ভাইক সংহৰিল ।
দেৱ ঋষিগণে তাঙ্ক প্ৰশংসা কৰিল ॥২৯
হেনয় ঋষিক আমি হুইবোঁ দৰিশন ।
তেহেঁ সমে হৰিষে কৰিবোঁ সম্ভাষণ ॥৩০
এই কথাগোট ৰামে কহি লক্ষ্মণত ।
অগস্তিৰ ভাইৰ প্ৰবেশিলা আশ্ৰমত ॥৩১
বঞ্চিলা ৰজনী ঋষি কৈলা বহুমান ।
আৰ দিন পাইলা গৈয়া আগস্তিৰ স্থান ॥৩২
পৰম হৰিষে গৈলা দক্ষিণৰ দিশ ।
দেখিলা সহস্ৰ সন্ধ্যা অগস্তিৰ শিষ্য ॥৩৩
বিদূৰতে ৰামৰ ঋষিক লক্ষ ভৈল ।
হাতৰ পাৰৰ নখ ফুলি ফুলি গৈল ॥৩৪
ভোবোকাৰ দাৰি সন পাঞ্জি কেশপাশী ।
সকলে গাৰৰ লোম ফুলি গৈল কাশি ॥৩৫
যেন পুণ্ডা কুমুণ্ডাক দেখোতে বিশেষ ।
তাপলীয়া মুণ্ড তালু মানে নাই কেশ ॥৩৬
এহেন্তেসে বাতাপিক পৰিণাম নিল ।
গণ্ডুষতে সাতো সাগৰৰ জল পীল ॥৩৭
এহেন্তেসে ব্ৰাউল হৰি শঙ্কৰৰ সম ।
ক্ষমায়ে পৃথিবী কোপে কালান্তক যম ॥৩৮
ৰামৰ বাৰ্ত্তাক লখাই ঋষিত জানাইল ।
শিষ্যক পঠায়া ঋষি ৰামক নিয়াইল ॥৩৯
পৰম বিনয়ে ৰামে সহৰিষ ভাৱে ।
সীতায়ে লক্ষ্মণ সমে নমিলন্ত পাৱে ॥৪০
আশংসা কৰিয়া ঋষি পুছিলা কুশল ।
বহুভাৱে অৰ্চ্চিয়া দিলন্ত ফলজল ॥৪১
ৰামক বুলিলা ঋষি ধৰ্ম্মৰ চৰিত্ৰ ।
তুমি আসি ভৈলা মোৰ থানৰ পৱিত্ৰ ॥৪২

হেন বুলি ঋষি দিব্য ধনু এক দিল।
তূণ দুই অক্ষয় ৰামত সমৰ্পিল ॥৪৩
ধনু পাই ৰামে বৰ সহৰিষ ভৈলা।
ঋষিয়ে তাহাৰ গুণ কহিবাক লৈলা ॥৪৪
এহি ধনু বিষ্ণুৱে থাপিলা দেৱৰাজ।
অসুৰক দেখিয়া স্বৰ্গৰ কৈলা মাজ ॥৪৫
ব্ৰহ্মায়ে স্ৰজিলা অস্ত্ৰ শত্ৰু খেদি খাই।
যাহাক হানিলে শৰ ব্যৰ্থক নযাই ॥৪৬
বিশ্বকৰ্ম্মে গঢ়িলেক অনেক যতনে।
বাসৱে দিলন্ত মোক কৌতূহল মনে ॥৪৭
ধনুৰ্ব্বান ভৰে বসুমতী নোহে থিৰ।
ত্ৰিভুৱন বিজয়ী তুমিসি মহাবীৰ ॥৪৮
ধনুৰ্ব্বাণ ৰামে যেবে শিৰত চড়াইল।
আকাশ নিৰ্ম্মল আৰো খড়গেক পাইল ॥৪৯
ঋষিয়ে বোলন্ত ৰাঘৱক মনোৰমে।
সুখে থিত হুয়ো তুমি আমাৰ আশ্ৰমে ॥৫০
শ্ৰীৰামে বোলন্ত আৰু বৰ ভাগ্য পাই।
সীতা সমে এথা থাকিবাক সুযুৱাই ॥৫১
বঞ্চিবাক যোগ্য থান কৈয়ো বিতোপন।
ঋষিয়ে বোলন্ত যায়ো পঞ্চবটীবন ॥৫২
সাৱধানে থাকিবাহঁ। ৰাক্ষস আশেষ।
সীতাক ৰাখিবাঁ ভালে মোৰ উপদেশ ॥৫৩
লক্ষ্মণে যুৰিয়া কৰ বুলিলন্ত বাণী।
মোক একখানি ধনু দিয়ো মহামুনি ॥৫৪
হেন কথা শুনি মুনি হাঁস তুলিলন্ত।
দিব্য ধনু খন আনি তাহাঙ্ক দিলন্ত ॥৫৫
বিশ্বকৰ্ম্মে নিৰ্ম্মিলন্ত ধনু অনুপম।
শৰচয় দীৰ্ঘ শুদ্ধ মাণিকৰ কাম ॥৫৬
ৰত্নবিৰচিত দিলা অক্ষয় দুই তূণ।
ধনুশৰ পায়া ভৈলা হৰিষ লক্ষ্মণ ॥৫৭
ঋষিৰ চৰণ ধূলা শিৰত লৈলন্ত।
তিনি হন্তে আশ্ৰমক পৰিহৰি যান্ত ॥৫৮

---

### ৬ অধ্যায়।

"পঞ্চবটী বনপথত জটায়ুৰে শ্ৰীৰামৰ কথোপকথন"
লক্ষ্মণৰ সূৰ্পণখাৰ নাককান ছেদন।

ৰঙ্গে তিনিহন্তে পঞ্চবটীক চলন্ত।
পথত জটায়ু গৃধ্ৰৰাজে দেখিলন্ত ॥১
ৰামক বোলন্ত দশৰথৰ তনয়।
বাপাহাৰ মিত্ৰ মই হুয়ো পৰিচয় ॥২
পিতৃ হেন জানি ৰাম মহা তুষ্ট মনে।
তাঙ্ক বহুমান কৰিলন্ত তেতিক্ষণে ॥৩
ৰাঘৱে বোলন্ত শুনিয়োক গৃধ্ৰৰাজ।
কোন বংশে উতপতি কহিয়োক কাজ ॥৭
হেন শুনি কহিতে লাগিলা পক্ষীবৰ।
নামত বৈনতা তেহেঁ দুহিতা দক্ষৰ ॥৫
স্বামীত ভকতা আতি পৰম সুন্দৰী।
ৰূপে গুণে ত্ৰিভুৱনে নাহি সৰিবৰী ॥৬
কাশ্যপে বিহাইলা তাঙ্ক শুনিয়োক কায।
তাহান গৰ্ব্ভত উপজিলা পক্ষীৰাজ ॥৭
গৰুড়ৰ পুত্ৰ আমি কাশ্যপৰ নাতি।
জ্যেষ্ঠ ভাই আৰো মোৰ আছন্ত সম্পাতি ॥৮
নাম মোৰ জটায়ু জানিবাঁ শুদ্ধভাৱ।
মোৰ থান জানা যেন বপাহৰ ঠাৱ ॥৯
হেন শুনি ৰাঘৱ হৰিষ বদ্ধ ভৈলা।
গৃধ্ৰৰাজ সমে পঞ্চবটী চলি গৈলা ॥১০
স্নান পান কৰি নিতে গোদাৱৰী জলে।
মহাসুখে ভুঞ্জিলা অমৃত সম ফলে ॥১১
জটায়ুক ৰাঘৱে কৰিলা বহুমান।
আশংসিয়া পক্ষী গৈলা আপোনাৰ থান ॥১২
বন্ধুজন দেখি যেবে পক্ষীৰাজ গৈলা।
বিবিধ বিনোদে তিনিহন্তে থিত ভৈলা ॥১৩
শ্ৰীৰাম লক্ষ্মণ সীতা ত্ৰিভুৱন পাল।
পঞ্চবটী দেশত বঞ্চিলা কতো কাল ॥১৪
ৰাৱণৰ বহিনীৰ সূৰ্পণখা নাম।
ফুৰন্তে ভ্ৰমন্তে দেখে বসি আছে ৰাম ॥১৫
কমল নয়ন দীৰ্ঘ বাহু মনোৰম।
মনোহৰ বেশ ত্ৰিভুৱনে নাহি সম ॥১৬
বদন মণ্ডল শোভে পূৰ্ণ শশধৰ।
ৰুচিকৰ কৰ্ণ কম্বুকণ্ঠ মনোহৰ ॥১৭
সুন্দৰ নাসিকা সম নোহে তিলফুল।
বন্দুলি অধিক শোভে অধৰ ৰাতুল ॥১৮
সিংহৰক্ষ স্কন্ধ কেশ নীল আকুঞ্চিত।
বক্ষস্থলে সুন্দৰ উদৰ ত্ৰিবলিত ॥১৯
ভুজযুগ মৃণাল কোমল সুললিত।
মদনৰ ধনুসম ভ্ৰুৱ সুবলিত ॥২০

ৰত্নৰ শলাকা নম আঙ্গুলী জ্বলয় ।
হস্ত পদ্মে শোভে আৰকত নখচয় ॥২১
উৰু ৰামকল সুবলিত জঙ্ঘা দুই ।
চৰণৰ কান্তি পদ্ম কেশো সম দুই ॥২২
অঙ্গুলি উজ্জ্বল নখ চন্দ্ৰমাক গঞ্জে ।
পদতল ধ্বজ বজ্র যৱে আতি ৰঞ্জে ॥২৩
হেন চমৎকাৰ ৰূপ লাৱণ্য প্ৰচুৰ ।
কোটি কন্দৰ্পৰ দৰ্প দেখি হোৱে চুৰ ॥২৪
সুন্দৰী সীতাক দেখি মনে পৰি তাই ।
কিনো স্বামী পাইলে এই কত তপসাই ॥২৫
দেৱ দেৱী ক্ৰীড়ে যেন স্বৰ্গে-সুখে বসি ।
ৰোহিনী সহিতে যেন ক্ৰীড়ে পূৰ্ণশশী ॥২৬
বিমৰিষ কৰে সূৰ্পণখা মনেমন ।
এহেঁ স্বামী নোহে যেৱে নিষ্ফল জীৱন ॥২৭
হেন বেশ ধৰোঁ আমি ত্ৰৈলোক্যমোহন ।
মোক দেখি ৰামৰ ভোলয় যেন মন ॥২৮
তাহান ঘৰিণী আছে কোন বা সুন্দৰী ।
ভক্তিবন্ত মোহোত তাহাঙ্ক পৰিহৰি ॥২৯
বৃদ্ধা ৰাক্ষসীৰ মায়া জানয় অশেষ ।
নিজৰূপ এৰি ভৈল মোহিনীৰ বেশ ॥৩০
যথা বসি আছন্ত ৰাঘৱ হৃষীকেশ ।
পাৱ চালি ৰাক্ষসী আগত পৰবেশ ॥৩১
ত্ৰিভুৱন মোহিনী সুন্দৰী ভৈল বালা ।
ৰামৰ আগত গৈয়া কৰে কেলি কলা ॥৩২
অল্পহাঁস্য কৰি হেন বুলিলা বচন ।
কেনে হেন বেশ ধৰি আসি ভৈলা বন ॥৩৩
স্বৰূপ এৰিয়া কেনে তাপসৰ বেশে ।
কহিৰ গন্ধৰ্ব্ব আসি ভৈলা বনদেশ ॥৩৪
অসখ্যাত ৰাক্ষস আছয় এহি থান ।
ঋষি সব মাৰিয়া ৰুধিৰ কৰে পান ॥৩৫
কোথা হন্তে আসিলা কোনৱা বাপমাৱ ।
কিকাৰণে তেজিলাহাঁ আপোনাৰ থাৱ ॥৩৬
কিবা নাম তোমাৰ কমন জাতিকুল ।
স্বৰূপ কৰিয়া কহিয়োক আদিমূল ॥৩৭
ৰামে বুলিলন্ত বাপ দশৰথ ৰাজ ।
তান সত্য পালি আসি ভৈলোঁ বনমাজ ॥৩৮
কৌশল্যা জননী জানা মোৰ নাম ৰাম ।
মোৰ ভাই কনিষ্ঠ লক্ষ্মণ আন নাম ॥৩৯
জনকৰ জীউ এন্তে সুবদনী সীতা ।
পতিব্ৰতা ৰমণী আমাৰ বিবাহিতা ॥৪০
ৰাজ্যৰ ভোগত এন্ত কৰিয়া নৈৰাশ ।
আমাৰ লগত আসি লৈলা বনবাস ॥৪১
কিবানাম তোমাৰ কহিবা বিতোপনী ।
কোন থানে উতপতি সংসাৰ মোহিনী ॥৪২
কাহাৰ ৰমণী কোন থানে তোৰ বাস ।
কিকাৰণে আসিলাঁ আমাৰ তুমি পাশ ॥৪৩
শঙ্কৰৰ ভাৰ্য্যা কিবা তুমি সে পাৰ্ব্বতী ।
ৰোহিনী ভৰণী চিত্ৰা সুহিবা ৰেৱতী ॥৪৪
কিবা অপেস্বৰী তুমি গন্ধৰ্ব্বৰ নাৰী ।
কটাক্ষতে ত্ৰিভুৱন মোহিবাক পাৰি ॥৪৫
শুনিয়েক ৰাম মই কহয়োঁ কাহিনী ।
সূৰ্পণখা নাম লঙ্কেশ্বৰৰ বহিনী ॥৪৬
ঋষিসব মাৰিয়া ভুঞ্জোহোঁ প্ৰতিনিত ।
ধৰ্ম্মস্থান বিধ্বংসি দণ্ডকাৰণ্যে থিত ॥৪৭
তোমাৰ স্বৰূপ দেখি হুয়া গৈলোঁ ভোল ।
সুন্দৰ বদনে মাগোঁ আলিঙ্গন কোল ॥৪৮
মানুষৰ চাৰনাৰী পৰিহৰিয়োক ।
তোমাৰ আমাৰ দৃঢ় আলিঙ্গন হোক ॥৪৯
মই যাৰ ভাৰ্য্যা ভৈলোঁ তাৰ কিবা ডৰ ।
শ্ৰেষ্ঠ ভাই আমাৰ দুৰ্জয় লঙ্কেশ্বৰ ।
ত্ৰিভুৱন বিজয়ী সমান নাহি কেৱ ॥৫০
তান পাশে থাটয় ত্ৰিদশ কোটিদেৱ ॥৫১
বিভীষণ কুম্ভকৰ্ণ ভাই ৰাৱণৰ ।
আৰো খৰ দূষণ আছয় বীৰবৰ ॥৫২
ৰাৱণৰ পুত্ৰ মহাবীৰ ইন্দ্ৰজিত ।
যাৰ নাম শুনি ত্ৰিভুৱনে ভয়ভীত ॥৫৩
সীতাক এৰিয়া ৰাম মোক কৰাঁ সাৰ ।
আপুনি পশিলোঁ আসি সুলক্ষ্মী তোমাৰ ॥৫৪
প্ৰভুৰ মুখৰ যেৱে বচনেক পাওঁ ।
মানুষী সীতাক এতিক্ষণে মাৰি খাওঁ ॥৫৫
তোমাৰ স্বৰূপ দেখি বিয়াকুল গাৱ ।
সীতাক এৰিয়া ৰাম মোত কৰাঁ ভাৱ ॥৫৬
মোহিনীৰ বোলে ৰাম বিস্ময়ক পাইল ।
কৰিয়া ঈষত হাঁস্য লক্ষ্মণক চাইল ॥৫৭
পৰিহাঁস বোল তাইক বুলিলন্ত ৰাম ।
ধন্যতো জীৱন তোৰ সূৰ্পণখা নাম ॥৫৮

মহা পতিব্ৰতা নাৰী আছে মোৰ সীতা ।
মোহোক নলাগে চল লক্ষ্মণৰ ভিতা ॥৫৯
আমাৰ বচন তই দৃঢ়মনে ধৰ ।
ভয়াই অনাথ শিশু তাৰো গতি কৰ ॥৬০
সীতাৰ ৰামৰ চিত্ত দৃঢ় ভাৱে লখি ।
লক্ষ্মণৰ পাশক চলিলা সূৰ্পণখী ॥৬১
তাহান স্বৰূপ দেখি কৌতূহল মন ।
কৰযোৰে সুন্দৰী আগত উপসন্ন ॥৬২
সূৰ্পনখা বোলে শুনা লখাই মহাবীৰ ।
কামদেৱ যেন শোভে তোমাৰ শৰীৰ ॥৬৩
সম্পূৰ্ণ চন্দ্ৰতো কৰি শোভয় বদন ।
প্ৰফুল্লকমল জিনি প্ৰকাশে নয়ন ॥৬৪
ৰুচি কৰ কৰ্ণ কম্বুকণ্ঠ মনোহৰ ।
নাসা তিলফুল জিনি চিবুক সুন্দৰ ॥৬৫
মদনৰ ধনু সম ভ্ৰুৱে কৰে কান্তি ।
অৰুণ অধৰ দন্ত মুকুতাৰ পান্তি ॥৬৬
শিৰ চক্ৰাকৃতি নীল আকুঞ্চিত কেশ ।
ত্ৰিভুৱন জিনি ৰূপ মনোহৰ বেশ ॥৬৭
তপ্ত সুৱৰ্ণৰ কান্তি শৰীৰ নিৰুজ ।
মৃণাল সদৃশ সুবলিত দুই ভুজ ॥৬৮
নখচন্দ্ৰ জিনি আৰকত কৰতল ।
বজ্ৰৰ শলকা সম অঙ্গুলী উজ্জ্বল ॥৬৯
বক্ষস্থল সুন্দৰ উদৰ ত্ৰিবলিত ।
ঊৰু কৰিকৰ সম জঙ্ঘা সুবলিত ॥৭০
নৱ পদ্মকোষ সম দুই খানি চৰণ ।
ৰূপ দেখি মোহ হয় দেৱ মুনিগণ ॥৭১
চম্পক কলিকা সম অঙ্গুলীৰ পান্তি ।
আৰকত নখচন্দ্ৰচয় কৰৈ কান্তি ॥৭২
পদতল ৰাতুল পঙ্কজ মনোৰম ।
শৰীৰ শীতল কান্তি কোটি চন্দ্ৰ সম ॥৭৩
দণ্ডকৰ বন তিনি ভুৱনত সাৰ ।
ইহাত ৰমণ হোক তোমাৰ আমাৰ ॥৭৪
যেহেন নদীৰ জল ন থাকয় বহি ।
সেহি মতে নৱৰ যৌৱন যাই বহি ॥৭৫
তোমাৰ আমাৰ ৰূপ জগততে সাৰ ।
গুচায়ো বিৰহ দুঃখ আশেষ নিকাৰ ॥৭৬
লক্ষ্মণে বোলন্ত শুন অৱে সূৰ্পণখী ।
তোৰ ৰূপে কমন বুকতে প্ৰাণ ৰাখি ॥৭৭
পৰাধীন প্ৰাণীৰ জীৱন আছোধিক ।
নিস্ফল প্ৰাৰ্থনা মোত কৰিবয় কিক ॥৭৮
ৰাঘৱৰ কৃত্য মই নোহো স্বতন্তৰ ।
মোহোত ভজিলে দুঃখ লভিবি বিস্তৰ ॥৭৯
উত্তম কুলত তোৰ জন্ম সূৰ্পণখা ।
ৰাৱণৰ বহিনী দাসত কৰা আশা ॥৮০
তোৰ কথা শুনন্তে মোহোৰ উখে হাসি ।
মোৰ ভাৰ্য্যা ভৈলে জানকীৰ হুইবি দাসী ॥৮১
উৎসৃষ্ট গুচায়া নিতে থাকিবি সীতাৰ ।
অনিদ্ৰে থাকিবি পাইবি ক্ষুধাৰ নিকাৰ ॥৮২
তোৰ মোৰ দেখা দেখি হুইবেক নপাইব ।
শোকে দুঃখে তোহোৰ যৌৱন বহি যাইব ॥৮৩
তোহোৰ যৌৱন ভাৰ ভেবেসে সাফল ।
পৰিবৰ্ত্তী হুনাই ৰামৰ পাশে চল ॥৮৪
লক্ষ্মণৰ বচনক সাৰ কৰি লৈল ।
পৰিহাস নুবুজি ৰামৰ পাশে গৈল ॥৮৫
মদনে দগধ ভৈল বিয়াকুল চিত্ত ।
এক দোৱা কৰি পাইল ৰামৰ সন্নিত ॥৮৬
ৰাঘৱত কহে মোক এৰিল লক্ষ্মণে ।
স্বৰূপতো আসি ভৈলোঁ তোমাৰ কাৰণে ॥৮৭
মানুষী সীতাক তুমি মানাসা সুন্দৰী ।
পাপিষ্ঠীৰ কাষে মোক অৱমান কৰি ॥৮৮
মোৰ সতিনীক দেখিবাকো নোহো যোগ ।
সীতাক মাৰিয়া আজি কৰোঁ উপভোগ ॥৮৯
মানুষী নাৰীক মাৰি পেলোঁ যম পাশে ।
তুমি সমে ক্ৰীড়োঁ পাচে মনত উল্লাসে ॥৯০
ৰামৰ ভাৰ্য্যাক তাই ভুঞ্জিবাক মনে ।
ৰাক্ষসীৰ বেশক ধৰিলে তেতিক্ষণে ॥৯১
ভয়ঙ্কৰ বেশ ভৈল পেট গোট খাল ।
লহ লহ জিহ্বা খন দেখিতে বিশাল ॥৯২
আকট বিকট দন্ত উচ্চ নাক গোট ।
কেশ পাশ বিকৃত লেতৃৰা দুই ওঁঠ ॥৯৩
ডিমৰুৰ পাত্ত যেন খসমস গাৱ ।
লোমচয় উভতা ভেকুৰা দুই পাৱ ॥৯৪
দুই গোট চক্ষু জ্বলে অগনিৰ ঠান ।
কুৰি গোটা নখ তাইৰ বজ্ৰৰ সমান ॥৯৫
ভয়ঙ্কৰ বেশে জানকীৰ পাশ পাইল ।
ৰাহুৰ ভাৰ্য্যায়ে যেন ৰোহিণীক খাইল ॥৯৬

আথ বেথ কৰি ৰামে ভেশ্টিলন্ত আগ।
প্ৰাণ ভাই লক্ষ্মণ সত্বৰে লইয়ো লাগ ॥৯৭
দুঃখ কালে জানকীক দেহ প্ৰাণ দান।
ঝাণ্টে আসি কাট ৰাক্ষসীৰ নাক কাণ ॥৯৮
ৰামৰ বচন যেবে পৰিতোল পাইল।
হাতে খাণ্ডা ধৰিয়া লক্ষ্মণ বীৰে ধাইল ॥৯৯
শিয়ালীক লাগি যেন কেশৰী কিটাইল।
নাক কাণ কাটি তাইক ডাকিয়া পঠাইল॥১০০
স্ত্ৰীজাতি কাৰণেসে ৰাক্ষসী জীলেক।
নাকৰ কাণৰ তেজ আপুনি পীলেক ॥১০১
আৰ্ত্তনাদ কৰি তাই কান্দন্তহি যাই।
লক্ষ্মণে পাইলেক বুলি ফিৰি চাই ॥১০২
আখি দুই তৰল মুখত নাই পান।
লক্ষ্মণৰ হাতে আসি ভৈলোহোঁ নিৰ্য্যাণ ॥
কটা নাক কাণ দুই হাতে ধৰি নেই।
গিৰিসাই পৰিল খৰৰ আগে গই ॥১০৪
খৰ দুষনৰ আগে পৰিয়া কান্দয়।
নাকৰ কাণৰ বিষে বচন নাসয় ॥১০৫
বিপৰীত দেখি দুয়ো চাহিয়া আছয়।
থন থন কৰি সূৰ্পণখা কথা কয় ॥১০৬
শুন খৰ দূষণ কৰিয়ো প্ৰতিকাৰ।
নাকৰ কাণৰ পীড়া সৈবোঁ কত আৰ ॥১০৭
তোমাৰ ভগিনী মোৰ দেখিয়ো বিপত্তি।
মানুষে কৰিলে মোৰ এদুৰ সঙ্গতি ॥১০৮
তাইৰ বিপত্তি দেখি ক্ৰোধিলেক খৰ।
কমন মুণ্ডধে যাই যমৰ নগৰ ॥১০৯
ৰাৱণৰ বহিনীক কৰাইলে অবমান।
মৰিবাক লাগিয়া কাটিলে নাক কাণ ॥১১০
আপোনাৰ দোষে সিটো আপুনি নাশয়।
কোপকৰি ছাগে গল কটাৰ ঘৰয় ॥১১১
কটকটই ঘাৰ কোনে খুজি ফুৰে কাটি।
যমক ৰণত কাৰ মোলচিল পাতি ॥১১২
মৃগ হয়া কেনে জনে জগাইলেক বাঘ।
ক্ৰোধকৰি শৃগালে সিংহৰ ভৈল আগ ॥১১৩
ক্ষুদ্ৰ পশু হয়া কোনে জকালেক হাতী।
খজাল গোমৰ কঙ্কালত দিলে লাঠি ॥১১৪
স্বভাৱে মানুষ জাতি আমাসাৰ ভক্ষ।
অসুৰেয়ো কদাচিতো নাচৰে বিপক্ষ ॥১১৫
নাহিকে প্ৰয়াস জিনিবাক নাগলোক।
ঝাণ্টে কহ কোনে হেন কৰিলেক তোক ॥
কোন জনে নাক কাণ কাটিলে তোমাৰ।
কহ শীঘ্ৰ কৰি মোত সাধোঁ প্ৰতিকাৰ ॥১১৭
হেন শুনি সূৰ্পণখা বুলিলেক বাণী।
শুন দুই ভাই মই কহওঁ কাহিনী ॥১১৮
ফুৰন্তে ভ্ৰমন্তে মই গৈলোঁ পঞ্চবটী।
দেখিলোঁ মানুষ দুই তাপসীয়া জাতি ॥১১৯
তূণবাণ খড়্গ হাতত ধৰি চাপ।
বৰ বৰ বীৰকো লগাইতে পাৰে কাপ ॥১২০
ৰামলক্ষ্মণৰ মাজে সীতা বৰ নাৰী।
তাইৰ ৰূপক কোনে বৰ্ণাইবাক পাৰি ॥১২১
তৰুণ সুন্দৰ তিনি এক থানে থিত।
ভুঞ্জিবাক লাগি মই চাপিলোঁ সম্বিত ॥১২২
ধৰিয়া লক্ষ্মণে কাটিলেক নাক কাণ।
সিকাৰণে মোহোৰ বিপত্তি এতমান ॥১২৩
তিনিৰো শোণিত কৰিবাক পাওঁপান।
তেবেসে হোৱয় মোৰ যশ বহুমান ॥১২৪
সূৰ্পণখা বাক্যে খৰ ক্ৰোধে ভৈল বশ।
তেতিক্ষণে পাঞ্চি দিলা চৌধয় ৰাক্ষস ॥১২৫
শুনিয়োক চৌধয় ৰাক্ষস মহাবীৰ।
সত্বৰে মাৰিয়ো এই পীয়োক ৰুধিৰ ॥১২৬
চৌধয় হাজাৰ দল তুলত আছিল।
সহস্ৰেক দলমাঝে একৈক বাচিল ॥১২৭
আগুৱান যুঝে পাচ গুচিল থাকিল।
ৰণক যাইবাক বীৰ কাচনে কাচিল ॥১২৮
বাঘহেন চৌধ গোটা ৰাক্ষসে জাম্পিল।
চৰণৰ প্ৰহাৰত পৃথিৱী কাম্পিল ॥১২৯
ৰাৱণৰ বহিনী চলিলা আগুৱান।
সমৰ ভূমিক লাগি কৰিল পয়ান ॥১৩০
চৌধয় বীৰৰ আঙ্গাৰৰ বৰ্ণ গাৱ।
চলি গৈল মেঘ যেন বাঘৰৰ থাৱ ॥১৩১
সত্বৰ গমনে পঞ্চবটী দেশ পাইল।
ৰামে দেখি লক্ষ্মণত তৈখনে জনাইল ॥১৩২
শুনা ৰামায়ণ হৌক জন্মৰ সাফল।
কলি মল গুচি মহা মিলিবে মঙ্গল ॥১৩৩
ঘোৰ সংসাৰক তেবে তৰিবাহা সুখে।
পলাউক পাতক ৰাম ৰাম বোলা মুখে ॥

৭ অধ্যায়।

চতুৰ্দ্দশ ৰাক্ষসৰ যুদ্ধ, আৰু উক্ত ৰাক্ষস বধ।

ঝুমুৰি।

ৰামে লক্ষ্মণক চাই।
বোলন্ত দেখিয়ো ভাই ॥১
চৌধয় ৰাক্ষস আসে।
যুঝিবাক অভিলাষে ॥২
সীতাক ৰাখিবি তই।
ৰাক্ষসক যুজোঁ মই ॥৩
এতিক্ষণে ঘোৰ শৰে।
মাৰি পেশোঁ যমঘৰে ॥৪
এহি বুলি আদেশিল।
জানকীক ৰক্ষা দিল ॥৫
কৱচে ঢাকিল তনু।
সুৱৰ্ণে ৰচিত ধনু ॥৬
হাতে দিব্য শৰ লৈলা।
ৰামে আগবাঢ়ি গৈলা ॥৭
ৰাক্ষসক ভগৱন্ত।
সম্মুখিয়া বুলিবন্ত ॥৮
দশৰথ সুতৰাম।
জানিবি আমাৰ নাম ॥৯
পিতৃৰ আজ্ঞাক ধৰি।
নিজ থান পৰিহৰি ॥১০
তাপসৰ ধৰি বেশ।
আসি ভৈলোঁ বন দেশ ॥১১
আমাসাক কি কাৰণে?
খেদিয়া আসস বনে ॥১২
কিসক লগাস খেদ।
যেবে নোহে কন্ধ ছেদ ॥১৩
তাৱে পৰিবৰ্ত্তি চল।
সুহি তেবে পাইবি ফল ॥১৪
শুনিয়া ৰাক্ষস ৰাক।
ৰাখৱক বোলে বাক ॥১৫
আপুনহি মৰিবাক।
আমাসাক দিলি ডাক ॥১৬
জান তোক পাইলে যমে।
খৰ মহাবীৰ সমে ॥১৭
বিৰোধ সঙ্কিলি কিক।
তোহ্মোক আছোক ধিক ॥১৮
সূৰ্পণখা নাক কাণ।
কাটি তয়ু বিদ্যমান ॥১৯
কেনে মন্দ কৰ্ম্ম কৈলি।
অপুনি ত্রিশূল লৈলি ॥২০
খৰ প্ৰভু পাঠিলেক।
তোক আজি দিবোঁ সেক ॥২১
আমি চৌধ বীৰবৰ।
তই আছ একেশ্বৰ ॥২২
আজি আমি থৈবোঁ যশ।
ইন্দ্ৰত শৰণ লস ॥২৩
তথাপি এৰাণ নাই।
খেদিয়, মাৰিবোঁ যাই ॥২৪
দুৰ্ঘোৰ সঙ্কট বনে।
তোক ৰাখে কোন জনে ॥২৫
বেঢ়ি বোলে থাক থাক।
দিলেক অস্ত্ৰৰ ঝাক ॥২৬
মুষল শকতি শৰ।
আৰো গদা মুদগৰ ॥২৭
চৌধ জনে মাৰে আসি।
দেখি ৰামে ভুলি হাসি ॥২৮
ধনুগু'ণ মাজিলন্ত।
প্ৰভু দেৱ ভগৱন্ত ॥২৯
ৰাক্ষসৰ অস্ত্ৰ ঝাক।
অৱলেপ কৰি তাক ॥৩০
হাঁসিয়া হানিলা শৰ।
ছেদিলন্ত নিৰন্তৰ ॥৩১
নিজ অস্ত্ৰ ভৈল ছন্ন।
দেখি বীৰ চৌধজন ॥৩২
ৰাঘৱক ক্ৰোধ কৰি।
চতুৰ্দ্দিশে শূল ধৰি ॥৩৩
ৰাম যেন কৰিলেক।
চাৰি পাশে বেঢ়িলেক ॥৩৪
মাৰোঁ মাৰোঁ ৰাম তোক।
দেখ গৈয়া যম লোক ॥৩৫
ৰাঘৱক এহি বুলি।
হানিলেক শূল তুলি ॥৩৬

হানি ৰামে চৌধ শৰ।
শূল ছেদি ৰাক্ষসৰ ॥৩৭
থাক থাক বুলি মাতি।
ৰাক্ষসক খেদি যান্তি ॥৩৮
ত্ৰৈলোক্যৰ নাথ ৰাম।
মহাক্ৰোধে বহে ঘাম ॥৩৯
শিলীমুখ চৌধ পাটে।
প্ৰহাৰ কৰিলা ঝাণ্টে ॥৪০
হৃদয়ত ফুটি গৈল।
পিঠি পাচে বাজ ভৈল ॥৪১
দেখ নেদেখ বেগে।
পৃথিবীত সেহি ছেগে ॥৪২
পাতালক গৈল বই।
তৈত ন থাকিল বই ॥৪৩
নাগৰ লোকক গৈল।
পৰিবৰ্ত্তি আসি ভৈল ॥৪৪
দশো দিশ পৰকাশি।
ৰামক নমিল আসি ॥৪৫
তূণত পশিলা পাচে।
দেৱগণ দেখি আছে ॥৪৬
চৌধয় ৰাক্ষস মাৰি।
পানে গিৰি চিত কৰি ॥৪৭
ধৰণীত পৰি বৈল।
ভূমি কম্পি কম্পি গৈল ॥৪৮
শুনিয়োক সভাসদ।
ৰামৰ চৰিত্ৰ পদ ॥৪৯
পাপৰ সাক্ষাতে যম।
শুনিয়োক মনোৰম ॥৫০
ইসে ধৰ্ম্ম অনুপাম।
জানি শুনা অবিশ্ৰাম ॥৫১
পোৰোক পাপৰ দাম।
ডাকি বোলা ৰাম ৰাম ॥৫২

---

৮ অধ্যায়।

শ্ৰীৰামৰ লগত খৰ দূষণৰ যুদ্ধ, আৰু বধ। ৰাৱণৰ ৰূপবৰ্ণন মাৰীচৰ ওৰচলৈ ৰাৱণৰ গমন।

পদ।

ৰাক্ষসক মাৰি ৰামে ৰণ জয় ভৈলা।
ৰঙ্গমনে আপোন থানক লাগি গৈলা ॥১
সীতায়ে লক্ষ্মণে দেখিলন্ত দূৰে বসি।
ৰাহুত মুকুত যেন পূৰ্ণিমাৰ শশী ॥২
ৰাম সীতা লক্ষ্মণে কৌতুক বৰ পাইল।
একথান হুয়া তিনি ফল মূল খাইল ॥৩
সুমিত্ৰাৰ সুত যেবে বাৰ্ত্তাক পুছিলা।
আপোনাৰ জয় কথা সমস্তে কহিলা ॥৪
চৌধয় ৰাক্ষস ৰামে মাৰিলন্ত লখি।
আগ পাচ চাহন্তে পলাইল সূৰ্পনখী ॥৫
ৰামৰ বীৰত্ব দেখি বৰ ভয় ভৈল।
খৰৰ আগত গৈয়া কান্দিবাক লৈল ॥৬
খৰে বোলে মাৱ কেনে বিলাপ কৰস।
বৈৰ মাৰিবাক গৈল চৌধয় ৰাক্ষস ॥৭
আৰ কিবা সতকাৰা কৰিবোঁ তোমাৰ।
ঝাণ্ট কৰি কহ মাৱ সাধো প্ৰতিকাৰ ॥৮
সূৰ্পনখা বোলে তই কি কাৰ্য্য কৰিবি।
ৰামৰ হাতত খৰ আপুনি মৰিবি ॥৯
ৰাঘবে মাৰিলে তোৰ চৌধয় ৰাক্ষস।
দণ্ডকৰ বনে তই বীৰ বোলাৱস ॥১০
তোহোৰ বীৰত্ব নিতে ঋষি মাৰি খাস।
ঝাণ্টে বন পৰিহৰি দেশক ন যাস ॥১১
দুঃখ সাগৰত মোৰ নাহিকে উদ্ধাৰ।
তই বীৰ ভৈলে পৃথিবীৰ মহাভাৰ ॥১২
ৰাৱণৰ ভাই হুয়া ভৈলি কুলাঙ্গাৰ।
এহি মুখে মোহোৰ কৰিবি প্ৰতিকাৰ ॥১৩
ৰাৱণৰ আগে তই মুনিব বোলাইলি।
ৰাক্ষসগণৰ তই অধিকাৰ পাইলি ॥১৪
আপোনাৰ প্ৰাণ খালি ৰাখিবাক চাইলি।
চৌধগুটি বপুৰাক মিছাত মৰাইলি ॥১৫
শ্ৰীৰমে লক্ষ্মণ দুইক বীৰ ভালে জান।
মোহোৰ বাক্যৰ তই জানিবি প্ৰমাণ ॥১৬
ৰাৱণৰ বহিনীৰ গতি হেন মান।
প্ৰতিকাৰ নোহে যেৱে তেজিবোঁ পৰাণ ॥১৭
কোপকৰি খৰে বোলে খৰতৰ বাক।
কিকাৰণে মাৱ হেন বোলস আমাক ॥১৮
তোৰ দুঃখ দেখি মোৰ দহে সৰ্ব্বগাত্ৰ।
মাৰিবোঁ ৰামক আজি মানুষসে মাত্ৰ ॥১৯
দুই ভাইক মাৰিয়া পঠাইবোঁ যমঘৰ।
কোটিয়েকো ৰামে মোৰ নোহে সমসৰ ॥২০

গদাহানি ৰাম লক্ষ্মণৰ হৰোঁ জীৱ।
দুহানো শোণিত আজি ধৰণীত পীৱ ॥২১
শুনা বোলোঁ বহিনী কৰিয়ো মনৰঙ্গ।
শুনিয়াছ কহিত আমাৰ ৰণভঙ্গ ॥২২
ইন্দ্ৰ আদি কৰিয়া যতেক আছে দেৱ।
সমৰত আমাৰ সমান নাহি কেৱ ॥২৩
হেন শুনি সূৰ্পণখা উল্লসি গৈলেক।
আশেষ প্ৰসংসা তাক বুলিবে লৈলেক ॥২৪
ভৈলাহঁা সাৰ্থক তুমি ৰাৱণৰ ভাই।
ৰঙ্গমন ভৈলোহোঁ বিপুল বল পাই ॥২৫
খৰে বোলে দূষণ শুনহ মোৰ বাণী।
সব সাজে ৰথ খান সাজি দেহ আনি ॥২৬
চৌধয় সহস্ৰ আৰো ৰাক্ষসৰ বল।
এতিক্ষণে সব সাজে চলাউ সকল ॥২৭
সেনাপতি দূষণেয়ো সৈন্যক সজাইল।
সবে অস্ত্ৰ সস্ত্ৰ নিয়া ৰথত চৰাইল ॥২৮
টাঙ্গি চুৰি কটাৰি শকতি ধনুশৰ।
পৰশু মুষল ভেন্দিপাল মুদগৰ ॥২৯
ত্ৰিকণ্টক পৰিঘ পাষাণ কুম্ভ প্ৰাষ।
গদা বজ্ৰ লোহাৰ ত্ৰিশূল নাগপাশ ॥৩০
অৰ্দ্ধচন্দ্ৰ চন্দ্ৰহাঁস খড়্গ পটিশ।
শতঘ্নী তোমৰ শৰ বেলেখ কুলিশ ॥৩১
খৰ বীৰ বচন দূষণে শিৰে লৈল।
সুবৰ্ণে মণ্ডিত ৰথ আগে নিয়া থৈল ॥৩২
তাহাত চৰিল খৰ যুঝিবাক মন।
মেৰুৰ শিখৰে যেন কাল মেঘ ঘন ॥৩৩
চতুৰ্দ্দিশে বেঢ়ি যাই নিশাচৰ বলে।
যেন কাল পৰ্ব্বত মেঘ ঘন চলে ॥৩৪
চলয় ৰামক ধৰি তেজয় আটাস।
জ্বলন্ত অগ্নিত যেন পতঙ্গৰ ধাস ॥৩৫
খৰৰ ঘোটক সব আকাশক জাম্পে।
ৰথভৰে সকল পৃথিবীখন কাম্পে ॥৩৬
উদয়াস্ত গিৰি মেৰু মন্দৰ টলিল।
স্বৰ্গ মাজে দেৱতাৰ হৃদয় লৰিল ॥৩৭
খৰ মহাবীৰ যেবে যুদ্ধক চলিল।
ৰথৰ উপৰে তাৰ শগুণ পৰিল ॥৩৮
ৰুধিৰৰ বৰ্ণ গাৰে আকাশে উদয়।
মাংস শোণিতৰ ধাৰ পুষ্পে বৰিষয় ॥৩৯
যেনোঁ পূৰ্ব্বকালে ৰাহু সূৰ্য্যক গ্ৰাসিল।
পাতাল পৃথিবী কাম্পে নিৰ্ঘাত পৰিল ॥৪০
গৰ্দ্দভে কাঢ়য় ৰাৱ শৃগালে নাদয়।
ৰামৰ লোকৰ মাংস ভুঞ্জিতে সাধয় ॥৪১
দক্ষিণ দিশত পৰি ৰাৱে ঢোণ্ডা কাক।
মুখত অগনি নিকলয় জাকে জাক ॥৪২
ৰাম হাত পাৱ চক্ষু ফুৰে নিৰন্তৰ।
উতপাত দেখি বৰ বুলিলেক খৰ ॥৪৩
হেন লক্ষণ্ডণ যদি হোৱে উতপাত।
তথাপিতো মোহোৰ কটাক্ষে নাহি আত ॥
মোক বুলি অজয় বিজয় বীৰ খৰ।
ত্ৰিভুবন জিনিতে শকত একেশ্বৰ ॥৪৫
খৰ বীৰবচনে নিৰ্ভয় সবে ভৈল।
চতুৰ্দ্দিশে বেঢ়ি নিশাচৰ বল গৈল ॥৪৬
আকাশত কৌতুকে যতেক দেৱগণ।
আসিয়া মিলিল যুদ্ধ চাহিবাক মন ॥৪৭
শ্যেনগামী পৃথুশ্যাম যজ্ঞ শত্ৰু বীৰ।
দুৰ্জ্জয় পৰবীৰাক্ষ বিকঙ্কম ধীৰ ॥৪৮
পুৰুষ কশিকামুক মেঘমালী খ্যাত।
ৰবাস্য ৰুধিৰাসন মহামালী তাত ॥৪৯
বাৰ বীৰ লৰি গৈল খৰ বীৰ আগে।
আৰো চাৰি বীৰ মহা দূষণৰ লগে ॥৫০
স্থূলাক্ষ প্ৰমাথি আউৰ মহাকপাল।
লড়িগৈলা ত্ৰিশিৰা পিছত যত কাল ॥৫১
বাসৱক ধাৱে যেন দৈত্যগণ ধাইলা
নিশাচৰ বলে ৰাঘৱৰ পাশ পাইল ॥৫২
বিদূৰতে ৰামৰ সৈন্যক লক্ষা গৈল।
লক্ষ্মণক সম্বুধিয়া বুলিবাক লৈল ॥৫৩
দেখ দেখ লখাই পৰিহৰ বনফল।
সূৰ্পণখা চলাইলেক নিশাচৰ বল ॥৫৪
শ্ৰাৱণৰ মেঘে যেন ঢাকিল গগন।
নিশাচৰ বল হেৰা পাইল দৰিশন ॥৫৫
আজিসি মিলিল আসি প্ৰলয় সমৰ।
ৰণৰ উপৰে দেখ মহাবীৰ খৰ ॥৫৬
উতপাত দেখ সব সৈন্যৰ উপৰে।
সকল ৰাক্ষস মাৰিবোহোঁ একেশ্বৰ ॥৫৭
মোৰ বোলে লখাই হাতে ধনু শৰ ধৰ।
জানকীক লৈয়া যাহা গহ্বৰ ভিতৰ ॥৫৮

আপোনাৰ শকতি জানি নেদিবি উত্তৰ।
জানকী সীতাক মাত্ৰ ভালে ৰক্ষাকৰ ॥৫৯
ৰাঘৱৰ বচনক শিৰে তুলি লৈলা।
জানকীক লৈয়া গিৰি গহ্বৰক গৈলা ॥৬০
হেন দেখি ৰামচন্দ্ৰে হৰিষক পাইলা।
অভেদ সন্নাহ নিয়া গাৱত চৰাইলা ॥৬১
সুৱৰ্ণ সন্নাহ লৈলা বাকলি এৰিয়া।
আদিত্য উদয় যেন আন্ধাৰ ফেড়িয়া ॥৬২
হাতে ধনু ধৰি ৰাম মেদিনীত থিউ।
ৰাক্ষস বলৰ দেখি উৰি গৈল জীউ ॥৬৩
তীৰক পাইলেক যেন সাগৰৰ জল।
দমকিয়া থাকি গৈল ৰাক্ষসৰ বল ॥৬৪
সৈন্যক আকলি ৰামে থাকি গৈল হাসি।
ৰাক্ষসৰ বলে বেড়ি গালি পাৰে আসি ॥৬৫
কেহোঁ বোলে ধৰ ধৰ কেহোঁ বোলে মাৰ।
মানুষ গোটক কেনে ৰাখি আছোঁ আৰ ॥৬৬
সৈন্য তম্ভিবাৰ দেখি বাৰ্ত্তাক ন পাইল।
খৰ বীৰে দূষণক বাক্য পুকজাইল ॥৬৭
শুনৰে দূষণ তই মোহোৰ বচন।
কি কাৰণে স্তম্ভিয়া ৰহিল সৈন্যগণ ॥৬৮
সাগৰ স্তম্ভিল যেন কাথৰক পাই।
ইহাৰ কাৰণ ভাই দেখি আস যাই ॥৬৯
দূষণে দেখিয়া আসি খৰত জনাইল।
ৰামক দেখিয়া সব প্ৰজাভয় পাইল ॥৭০
একল ৰামক দেখি কৌতুকক পাইল।
চন্দ্ৰক গ্ৰসিতে যেন ৰাহুয়ে কিটাইল ॥৭১
সাৰথিক বোলয় সত্বৰে ৰথ ডাক।
ৰামৰ পাশক লাগি চপাউ আমাক ॥৭২
সাৰথিয়ে ৰথ নিয়া চপাইলেক কোল।
ধৰ ধৰ বুলি ৰৱ উথলিল বোল ॥৭৩
চতুৰ্দ্দিশে বেড়িয়া বোলয় মাৰ মাৰ।
গদা মুদ্গৰ হানে শকতি কুঠাৰ ॥৭৪
মেৰুক বেড়িয়া যেন বাৰিষাৰ মেঘে।
ৰামক বেড়িয়া শৰ বৰিষয় বেগে ॥৭৫
ৰাক্ষসৰ অস্ত্ৰ যেন নদী যাই বহি।
ৰাঘৱ সাগৰে তাক থাকি গৈলা ৰহি ॥৭৬
পৰিঘ পট্টিশ পড়ে পাষাণ ত্ৰিশূল।
অৰ্দ্ধচন্দ্ৰ ছুৰিপাশ আদি অস্ত্ৰ মূল ॥৭৭
শতঘ্নী ত্ৰিকণ্টক পৰিল বহুত।
দেখিয়া হাসন্ত ৰাম দশৰথ সুত ॥৭৮
ৰামক বেড়িল দেখি নিশাচৰ বলে।
আকাশত ডৰি গৈল দেৱতা সকলে ॥৭৯
কণাকাণি লাগি গৈল দেখন্ত সংশয়।
ৰাঘৱে জিনন্ত কিবা ৰাক্ষসে জিনয় ॥৮০
চৌধয় সহস্ৰ ৰাক্ষসৰ শৰ জাক।
ধৰ ধৰ মাৰ মাৰ উথলিল বাক ॥৮১
হৈ হৈ শবদে দিলন্ত কোলাহল।
প্ৰচণ্ড বাৱত যেন সাগৰ আস্ফাল ॥৮২
ক্ৰোধিলন্ত ৰাম যেন কালান্তক ৰুদ্ৰ।
মাৰোঁ আজি ৰাক্ষস পিম্পৰাবল ক্ষুদ্ৰ ॥৮৩
টঙ্কাৰ কৰিলা ৰাম ধনুৰ আস্ফাল।
নিৰন্তৰে ৰাক্ষসৰ কাণে দিল তাল ॥৮৪
জগতৰ নাথে ক্ৰোধ কৰিয়া মনত।
এক কোটি নৰাচক চৰাইলা গুণত ॥৮৫
কাটন ফুটন বান গুণৰ ছুটিল।
বায়ুবেগে গৈয়া সবে সেনাত ফুটিল ॥৮৬
শ্ৰীৰাম চন্দ্ৰৰ শৰ ব্যৰ্থক ন যাই।
ৰাক্ষস বলক সবে বেড়ি বেড়ি খাই ॥৮৭
যাৰ গাত পৰে সিটো তেতিক্ষণে মৰে।
কতো কতো অস্ত্ৰ দেখিলাতে প্ৰাণহৰে ॥৮৮
পলায় ৰাক্ষস বল নাহিকে বিশ্ৰাম।
যি দিশক পলায় আগত দেখে ৰাম ॥৮৯
শ্ৰীৰাম চন্দ্ৰৰ শৰ যেন যম দণ্ড।
সহস্ৰ সন্ধ্যাত কৰিলন্ত খণ্ড খণ্ড ॥৯০
শৰ অগনিত ৰাক্ষসৰ ছাৰ খাৰ।
সূৰ্য্যৰ কিৰণে যেন ফেৰিল আন্ধাৰ ॥৯১
বহ্নিলাগি যেহেন পুৰিল বাঁশবন।
ৰামৰ নৰাচে ৰাক্ষসক কৰে ছন্ন ॥৯২
শৰৰ প্ৰহাৰে নিশাচৰ বল ছেদি।
মাংসে ভৈল কৰ্দ্দম শোণিতে ভৈল নদী ॥৯৩
অস্ত্ৰে ভৈল ঝাৰি কেশে যেহেন শেৱাল।
দেখিয়া হাসন্ত ৰাম ত্ৰিভুৱন পাল ॥৯৪
দেখিলন্ত ৰাম তিনিভাগ ৰণ শেষ।
গন্ধৰ্ব্ব অস্ত্ৰক হানিলন্ত হৃষীকেশ ॥৯৫
আশেষ বলক মাৰি যমল ডাকিল।
কিছুমাত্ৰ অৱশেষ সেনাৰ থাকিল ॥৯৬

যিব। কিছু বল ৰণে নভৈলেক ছন্ন ।
আশ্বাস বচনে তাক বুলিলা দূষণ ॥৯৭
মই মাৰোঁ ৰামক হুয়োক সন্মুক্ষণ ।
সৈন্যক চাহিয়া হেন বুলিল বচন ॥৯৮
দিব্য এক শৰক ৰাঘৱে তুলি লৈল ।
দূৰহস্তে তাহাক খৰৰ লক্ষ্য গৈল ॥৯৯
মায়া অস্ত্ৰ ধৰি পাচে ক্ৰোধ কৰ কৰি ।
হুংবুলি ৰাঘৱক হানিলেক ধৰি ॥১০০
মায়া অস্ত্ৰ খৰৰ ৰামক লাগি যাই ।
অগনি গুণ্ডুক যেন গগনে উধাই ॥১০১
ৰামে মায়া অস্ত্ৰ হানিলন্ত তেতিক্ষণ ।
অস্ত্ৰে অস্ত্ৰ লাগি আকাশত ভৈলছন্ন ॥১০২
অস্ত্ৰ গোট খৰৰ নিষ্ফল যেবে ভৈল ।
যমদণ্ড সদৃশ শৰেক ৰামে লৈল ॥১০৩
জ্বলন্ত অগ্নিত যেন দহে তৃণবণ ।
ৰাঘৱৰ শৰে সবে প্ৰজা ভৈল ছন্ন ॥১০৪
সৈন্য পৰিবাৰ দেখি দূষণে খঙ্গাইল ।
সচল পৰ্ব্বত যেন ৰাঘৱক ধাইল ॥১০৫
ধনুত জুড়িয়া আনি পাঞ্চটা নৰাচ ।
হৃদয়ত ফুটিয়া বজ্ৰাইল পিঠিপাছ ॥১০৬
কধিৰে প্ৰকাশে আতি শ্যাম শৰীৰত ।
তমোময় দেখিলন্ত ৰাম ভগৱন্ত ॥১০৭
ক্ষণেকে চেতন পাই কোপে ৰঘুৰাজ ।
ষাঠি শৰে ভেদিলন্ত হৃদয়ৰ মাঝ ॥১০৮
অচেতন হুয়াবীৰ পৰিল ৰথত ।
জীৱ আসি ভৈল স্বস্থ পাইল ক্ষণিকত ॥১০৯
ধনু ধৰি বোলে আজি লৈবোহোঁ পৰাণ ।
ৰাঘৱক হানিলেক অসংখ্যাত বাণ ॥১১০
ৰাঘৱে দেখন্ত শৰে চতুৰ্দ্দিশে চাইল ।
আপোনাৰ শৰ হানি কাটিয়া পেলাইল॥১১১
শৰ ছন্ন দেখি বীৰ কোপে জ্বলি গৈল ।
তিনি পাট ভল্ল শৰ হানিয়া পঠাইল ॥১১২
দেখি ৰামচন্দ্ৰে শৰ প্ৰহাৰিলা ডাটি ।
ৰাঘৱৰ বানে তাক পেল্লালেক কাটি ॥১১৩
পাছে ৰামে প্ৰহাৰিল একপাট বান ।
দূষণৰ হাততে কাটিল ধনুখান ॥১১৪
ধনু কাটিবাক দেখি দূষণ খঙ্গাইল ।
পৰ্ব্বত শিখৰ সম পৰিঘেক পাইল ॥১১৫
বাজৰ লোহাক শুদ্ধ সুবৰ্ণে জড়িল ।
চতুৰ্দ্দিকে তাক বজ্ৰ অগনি গঢ়িল ॥১১৬
চাহিতে নোৱাৰি অস্ত্ৰ যেহেন আদিত্য ।
ত্ৰিদশ দেৱতা দেখি ভৈল ভয়ভীত ॥১১৭
সুৰাসুৰগণ দিশাদিশ পলাই গৈল ।
চমৎকাৰ আদিত্য মেঘৰ আৰ ভৈল ॥১১৮
দুই হাতে ধৰিয়া দূষণ বীৰে ধাইল ।
যমদণ্ড লৈয়া যমে যেহেন কিটাইল ॥১১৯
শিখৰ সহিতে যেন পৰ্ব্বতেক যাই ।
আতি মদ গৰ্ব্বিত কাহাকো নডৰাই ॥১২০
যেন বৃত্ৰ অসুৰে ইন্দ্ৰক ৰণে ধাইল ।
পৰিঘ ধৰিয়া ৰাঘৱৰ পাশ পাইল ॥১২১
দেখিয়া ৰামৰ কিছু মন গৈল ভাগি ।
হানিলা সহস্ৰ শৰ পৰিঘেক লাগি ॥১২২
পৰিঘত পৰি শৰ গৈল দিশাদিশ ।
বৰিষণ জলে পৰ্ব্বতক কৰে কিস ॥১২৩
আগ মুড়ি মুড়ি শৰ ভূমিত পৰিল ।
দেখিয়া ৰামৰ বৰ হৃদয় কম্পিল ॥১২৪
পৰিঘ বিনাশ নাই মনত গুণিল ।
খুৰ পতি অস্ত্ৰ দুই গুণত যুৰিল ॥১২৫
সেহি অস্ত্ৰ হানি কতো দূৰক খেদিল ।
পৰিঘে সহিতে দুই বাহুক ছেদিল ॥১২৬
বাহু ছেদ ভৈল বীৰ ভূমিত পৰিল ।
একভৰে সাতোখান পৃথিৱী লৰিল ॥১২৭
প্ৰমত্ত হস্তিৰ যেন দাত কাঢ়ি লৈল ।
দূষণ বীৰৰ হেন মতে প্ৰাণ গৈল ॥১২৮
দূষণ পৰিল দেখি শৰে খঙ্গে আইল ।
মাৰোঁ মাৰোঁ বুলি পাছে ৰাঘৱক ধাইল ॥১২৯
ত্ৰিশিৰা বোলয় ক্ৰোধ কৰা উপশাম ।
দেখিয়োক এতিক্ষণে মাৰিবোহোঁ ৰাম ॥১৩০
ৰাম অগনিক আজি নিৰগ্নি কৰিবোঁ ।
মুহিৰাম শৰে পৰি স্বৰ্গক চলিবোঁ ॥১৩১
ত্ৰিশিৰাৰ বোলে খৰ মনে পৰিতাই ।
ৰামক যুঝিবে লাগি তাহাক পঠাই ॥১৩২
ত্ৰিশিৰাবীৰক যেবে পঠাইলেক খৰে ।
হৃদয়ত ৰামৰ বিন্ধিলে দশশৰে ॥১৩৩
শৰৰ প্ৰহাৰ যেবে ৰাঘৱে পাইলন্ত ।
ক্ষুদ্ৰ হৰিণক যেন সিংহয়ে ধাইলন্ত ॥১৩৪

ৰথে চৰি যুঝয় ত্ৰিশিৰা মহাবীৰ।
ক্ৰোধিল ৰামৰ দেখি নসহে শৰীৰ ॥১৩৫
বায়ুবেগে চৌধ পাট শৰ প্ৰহাৰিল।
বজ্ৰ যেন ত্ৰিশিৰাৰ হিয়াত ফুটিল ॥১৩৬
ষোলশৰ মাৰি চাৰি ঘোড়াক কাটিল।
একবানে ধ্বজ কাটি ভূমিত পাৰিল ॥১৩৭
আউৰ সাত শৰ মাৰি ৰথক ভেদিল।
আঠ শৰে সাৰথিৰ কন্ধক ছেদিল ॥১৩৮
অন্তৰীক্ষ ভাৱে তাক নে দেখিল কেৱ।
হাতে ধনুশৰ মেদিনীত দিল ডেৱ ॥১৩৯
ক্ৰোধিলেক ত্ৰিশিৰা কম্পায় কলেৱৰ।
হৃদয়ত ৰামৰ ভেদিল দশ শৰ ॥১৪০
ত্ৰিশিৰাক বহুশৰে ৰাঘৱে ভেদিল।
নব শৰ হানি তিনি শিৰক ছেদিল ॥১৪১
তিনি শৃঙ্গ কটা যেন পৰ্ব্বত টলিল।
অনেক শোণিত তিনি কন্ধৰ ঝৰিল ॥১৪২
ত্ৰিশিৰা পৰিল ৰণে দেখি আছে খৰ।
মনত গুণয় এবে ভৈলোঁ একেশ্বৰ ॥১৪৩
ৰামৰ শকতি দেখি বোলে বীৰ খৰ।
কিনো ইতো অদ্ভুত শকতি মানুষৰ ॥১৪৪
চক্ষু মুদিলেয়ো আৰ ভয় নপলাই।
ইহেন সমৰ এৰিবাকো নুযুৱাই ॥১৪৫
নিশাচৰ বল পলাই দশোদিশ যাই।
ৰামৰ অবাধ্য শৰে খেদি খেদি খাই ॥১৪৬
খৰে বোলে সাৰথি সত্বৰে ডাক ৰথ।
আজিসে দেখিবি মোৰ যুঝৰ মহত ॥১৪৭
ৰামক মাৰিয়া যম কবলে পঠাওঁ।
নুহি সংগ্ৰামত পৰি স্বৰ্গে চলি যাওঁ ॥১৪৮
সাৰথিয়ো তেতিক্ষণে চলাইলেক ৰথ।
শৰে হানি নিৰোধিলা মাৰুতৰ পথ ॥১৪৯
দশোদিশ নিৰোধিল মহাবীৰ খৰে।
নিৰন্তৰে আকাশক ছানিলেক শৰে ॥১৫০
বায়ুৰ সঞ্চাৰ নাই ইকুল সিকুল।
সূৰ্য্যৰশ্মি নাশি ভৈল আন্ধাৰ বিপুল ॥১৫১
মেঘে ঢাকিলেক যেন সূৰ্য্য আড়ভৈল।
খৰে বোলে বৈৰ মৰি যম ঘৰে গৈল ॥১৫২
ক্ৰোধে ৰাম দেৱে ধনু আস্ফাল কৰিল।
একেবাৰে স্বৰ্গ মৰ্ত্ত পাতাল নৰিল ॥১৫৩
আপোনাৰ শৰে তাৰ বানক ছেদিল।
সহস্ৰেক শৰে তাৰ শৰীৰ ভেদিল ॥১৫৪
চৌত্ৰিশ অস্ত্ৰকো ভালে দুই হস্তো জানন্ত।
নৰাচ তোমৰ শৰ দুহস্তো হানন্ত ॥১৫৫
দুহন্তৰো শৰসবে ছানিলা গগন।
আউৰে আউৰে লাগি শৰ আকাশত ছন্ন ॥
হাতে ধনুৰ্ব্বাণ খৰ ৰথে ভৈল থিত।
সুৰাসুৰ গণে দেখি ভৈল ভয় ভীত ॥১৫৭
সিংহক দেখিয়া যেন সিংহয়ে কিটাইল।
ৰামক দেখিয়া খৰ মহাবীৰে ধাইল ॥১৫৮
ধনুৰ্ব্বাণ ধৰি ৰাম যুঝন্তে আছন্ত।
টঙ্কাৰ কৰিয়া ৰাম সমৰে নাচন্ত ॥১৫৯
খুৰপতি বানে তাৰ ধনুক ছেদিল।
অনেক সহস্ৰ শৰে শৰীৰ ভেদিল ॥১৬০
আন ধনু ধৰি খৰে শৰ প্ৰহাৰিল।
ৰাঘৱৰ ধনু ছেদি কৱচ কাটিল ॥১৬১
ৰামৰ কৱচ ধনু মাটিতে পৰিল।
হেন দেখি খৰে বৰ আটাসেক দিল ॥১৬২
উভকোল কৰিয়া খৰৰ শৰ বহে।
বিহ্বল ভৈলন্ত ৰাম শৰীৰ নসহে ॥১৬৩
কতো বেলি ৰঘুনাথে চেতন পাইলন্ত।
অগস্তি দিবাৰ ধনু তুলিয়া লৈলন্ত ॥১৬৪
জাজ্বল্য সমান কোপে জগতৰ বাপে।
বিষ্ণুৰ শৰক নিয়া যুৰিলন্ত চাপে ॥১৬৫
আগ পাছ মন কৰি ভৈলা সব সাজ।
শৰে হানি ছেদিলন্ত সুৱৰ্ণৰ ধ্বজ ॥১৬৬
ক্ৰোধিয়া বোলন্ত আজি লৈবোহোঁ পৰাণ।
দুই তন মাজত হানিলা দশবান ॥১৬৭
খৰতৰ প্ৰহাৰে কোপিত ভৈল খৰ।
হৃদয়ত ৰামৰ বিন্ধিলা দশশৰ ॥১৬৮
দুই হন্তৰো শৰে দুয়ো ভৈলন্ত জৰ্জ্জৰ।
পঙ্কাকুল ভৈলন্ত ৰুধিৰে কলেৱৰ ॥১৬৯
একেবাৰে ধনুশৰ দুই হন্তো ধৰিল।
অনেক সহস্ৰ শৰ দুয়ো প্ৰহাৰিল ॥১৭০
পুষ্পিত পলাশ সম দুইৰো কলেৱৰ।
দুৰ্ঘোৰ ৰণত দুয়ো বীৰসম সৰ ॥১৭১
ৰামে পাছে তিনিশৰ হিয়াত তাড়িল।
এক বাণে ধ্বজ কাটি ভূমিত পৰিল ॥১৭২

ধনুকাড়ি সাৰথিৰ কন্ধক ছেদিল।
মৰিয়া সাৰথি পাছে ভূমিত পৰিল ॥১৭৩
ৰথ ভঙ্গ দেখিয়া খৰৰ হৃদি খেদ।
মোৰ ৰথ ভাঙ্গিলেক অভেদ অছেদ ॥১৭৪
ত্ৰিদশয়ো দেখন্ত খৰৰ ৰথ ভঙ্গ।
বৈৰৰ বিপত্তি দেখি আতি ৰবৰঙ্গ ॥১৭৫
আকাশত থাকিয়া কৌতুক আতিমনে।
দুন্দুভি সম্বাদ কৰিলন্ত ঘনে ঘনে ॥১৭৬
গদাধৰি খৰে ধৰণীত ডেৱ দিল।
পৃথিবী কম্পিয়া সাতো পাতাল লৰিল ॥১৭৭
ৰাঘৱে বোলন্ত খৰ শুনৰে পাপিষ্ঠ।
সকলো ঋষিৰ তই চিন্তিল অনিষ্ট ॥১৭৮
দণ্ডকা বনত তই ভৈলি মন্দৰোগ।
তোক ৰাখিবেক খানিতেকো নুহিযোগ॥১৭৯
অন্যায় কৰিলি যত তাৰ ফল পাইবি।
মোহোৰ হাতত বেটা যমঘৰে যাইবি ॥১৮০
হেন শুনি খৰে পাছে বুলিলেক বাণী।
মোহোক মাৰিবে এতিক্ষণে কেনেজানি॥১৮১
মিচাত কৰস ৰাম মনত উল্লাস।
গদাৰ চোটত কিবা যমঘৰে যাস ॥১৮২
অলপিক মনুষ্য তোহোৰ আছে ধিক।
বীৰহয়া বীৰক গৰিহা কৰ কিক ॥১৮৩
গুণবন্ত জনৰ আনেসে গুণ কহে।
সুগন্ধ পুষ্পৰ গন্ধ পৱনেসে বহে ॥১৮৪
ত্ৰিদশ দেৱতা তোৰ হোক অনুবল।
তথাপিতো মাৰিতোক নিবোঁ ৰসাতল ॥১৮৫
হাতে গদা ধৰি খৰে ৰামক কিটাইল।
যেন নাৰায়ণক কৈটৱ বীৰে ধাইল ॥১৮৬
হানিলেক গদা গোট যেন যম দণ্ড।
টল বল কৰয় মেদিনী সাতো খণ্ড ॥১৮৭
খলকিল সাগৰ লৰিল নাগ পুৰ।
ৰথে চৰি চমকিল দেৱতা অসুৰ ॥১৮৮
গদাবহি যাই যেৱে ৰামৰ সমিত।
মনত তবহি ভৈলা বিহ্বল চৰিত ॥১৮৯
শৰ হানিবোহোঁ হেন কৈলা বিমৰিষ।
এনি সাপে পৰ্ব্বতক কৰিবেক কিস ॥১৯০
অগনিৰ অস্ত্ৰক ৰাঘৱে তুলি লৈল।
শঙ্কৰৰ শূল ত্ৰিপুৰক সাজ ভৈল ॥১৯১
হানিল অগ্নিৰ অস্ত্ৰ গগনে উধাই।
সৰ্প গিলিবেক যেন গৰুড়েক যায় ॥১৯২
বিস্তৰ তুলাত যেন অগনি লাগিল।
ৰামৰৰ শৰে গদা নিৰ্য্যাণ কৰিল ॥১৯৩
গদা গোধ ছন্ন ভৈল দেখি আছে খৰ।
তৰতৰি কম্পিল সকল কলেৱৰ ॥১৯৪
ধূমকেতু যেন গদা ভূমিত পৰিল।
কম্পিল অনন্ত ফণা মুনিয়ো লৰিল ॥১৯৫
বুলিলন্ত ৰাঘৱে চাণ্ডাল নিশাচৰ।
পাপৰ চৰিত্ৰে তই দুৰ্জ্জন বৰ্ব্বৰ ॥১৯৬
তোহোক মাৰিয়া যম কৱলে পাঠাওঁ।
পাছে আন্ত বিচাৰিয়া ঋষি সৱ চাওঁ ॥১৯৭
খৰে বোলে ৰাম নতো যম ঘৰে যাস।
সিকাৰণে তই মোক মাৰিবাক চাস ॥১৯৮
অস্ত্ৰহীন দেখি তোৰ হৰষিত মন।
মোৰ অস্ত্ৰ আছয় পৰ্ব্বত তৰুগণ ॥১৯৯
হেন বুলি ৰাক্ষস কুপিত বৰ ভৈল।
দুই হাতে পৰ্ব্বতেক উপাড়িয়া লৈল ॥২০০
লীলায়ে হানিলা বীৰ ৰাঘৱক চাই।
নিৰ্ঘাতৰ সদৃশ পৰ্ব্বত গোট যাই ॥২০১
ক্ৰোধিয়া ৰাঘৱে হাতে ধনুক ধৰিল।
শৰে হানি গিৰি খণ্ড খণ্ডক কৰিল ॥২০২
খৰৰো শৰীৰ শৰে জৰ্জ্জৰ কৰিল।
যেন মন্দৰৰ গেৰু ৰুধিৰ ৰবিল ॥২০৩
শোণিতৰ গন্ধত প্ৰমত্তৱৰ ভৈল।
খড়্গেক ধৰি ৰাঘৱক খেদি গৈল ॥২০৪
ৰাক্ষসক দেখি ৰাম ক্ৰোধৱৰ পাইল।
ৰাসৱে দিবাৰ অস্ত্ৰ গুণত চৰাইল ॥২০৫
শৰ হানি ৰাঘৱে বোলন্ত থাক থাক।
অস্ত্ৰৰ অগনি নিকলয় জাকে জাক ॥২০৬
বজ্ৰে ভেদিলেক যেন পৰ্ব্বতৰ মাজ।
হৃদয়ত ফুটিয়া পিঠিয়া পিঠিত ভৈল বাজ॥২০৭
প্ৰলয়ত যেন মেৰু পৰ্ব্বত টলিল।
শৰ পৰি খৰৰ জীৱন নিকলিল ॥২০৮
ৰামৰ হাতত যেৱে ৰাক্ষস পৰিল।
সুৰাসুৰ নৰে জয়ৰাম জোকাৰিল ॥২০৯
দেৱতা সকলে পুষ্প বৃষ্টি কৰিলন্ত।
ব্ৰহ্ম ঋষিগণে শুভ দৃষ্টি চাহিলন্ত ॥২১০

আকাশৰ সিদ্ধগণ ভূমিত নামিল ।
বেদ পঢ়ি ৰাঘৱক আশীৰ্ব্বাদ দিল ॥২১১
আকাশত থাকি ব্ৰহ্মা অৱনত হুই ।
কৰিবে লাগিলা পাছে স্তুতি চাৰি মুখি ॥২১২
নমো নমো ৰাম কৰোঁ চৰণে প্ৰণতি ।
তুমি নাৰায়ণ সদানন্দ লক্ষ্মীপতি ॥২১৩
যাক স্মৰি তৰে মহা মহাপাপী গণ ।
প্ৰণামোঁ দেৱৰো দেৱ প্ৰভু নিৰঞ্জন ॥২১৪
তুমি ব্ৰহ্মা তুমি বিষ্ণু তুমি ত্ৰিপুৰাৰি ।
জগৎ কাৰণ নমোঁ তুমি সে মুৰাৰি ॥২১৫
তুমি সত্য সবে মিছা জগত যতেক ।
সংসাৰত নাহিকে তোমাত ব্যেতিৰেক ॥২১৬
নাহি আদি 'মন্ত মধ্য পুৰাতন হৰি ।
জগতকে ব্যাপিয়া আপুনি আছা ধৰি ॥২১৭
কাৰণ মায়া আদি যত অধীন যাঁহাৰ ।
পূৰ্ণ ব্ৰহ্ম মূৰ্ত্তিৰাম কৰোঁ নমস্কাৰ ॥২১৮
নমো ভৱতৰ চিত্ত বিত্ত আত্মা দেৱ ।
এহি বুলি দেৱে সমে কৰিলন্ত সেৱ ॥২১৯
ব্ৰহ্মা হৰ পুৰন্দৰ আদি দেৱগণ ।
ৰাম কথা কহি গৈলা স্বৰ্গৰ ভুৱন ॥২২০
গৌৰী মহাদেৱ দুয়ো গৈলন্ত কৈলাশ ।
ৰাঘৱে গৈলন্ত সীতা লক্ষ্মণৰ পাশ ॥২২১
তিনিহন্তে তহিতে লাগিলা গলাগলি ।
আউৰে আউৰ চাহি হাসিলন্ত খলখলি॥২২২
ৰাক্ষসৰ বধ যত কহিলন্ত ৰাম ।
সীতাৰ মনৰ ভয় ভৈল উপশাম ॥২২৩
ঋষি সৱে ৰামক কৰিলা বহুমান ।
আশংসা কৰিয়া গৈলা আপোনাৰ থান॥২২৪
সীতায়ে ৰামৰ গলে ধৰিলন্ত টানি ।
সজল নয়নে দেৱী বুলিলন্ত বাণী ॥২২৫
প্ৰতিজ্ঞা পালিয়া প্ৰভু ৰাক্ষস মাৰিলা ।
দুৰ্ঘোৰ ভয়ত ঋষি গণক তাৰিলা ॥২২৬
শ্ৰীৰাম লক্ষ্মণ সীতা সুখে ভৈল থিত ।
খৰ বধ দেখি ভয় সূৰ্পণখা ভীত ॥২২৭
ভয়কৰ শোকে তাইৰ দহে সৰ্ব্ব গাৱে ।
লঙ্কা লাগি চলি গৈলা অন্তৰীক্ষ ভাৱে ॥২২৮
বিমানত দেখিল দুৰ্জ্জয় লঙ্কেশ্বৰ ।
চৌপাশে বেঢ়িয়া আছে পাত্ৰ নিৰন্তৰ ॥২২৯
মুখ্য মুখ্য মন্ত্ৰী সৱে থিৰ ভৈল আগে ।
বাসুকিক বেঢ়ি যেন মহা মহানাগে ॥২৩০
বসি আছে ৰাজা সিংহাসনৰ উপৰে ।
বাহু থিৰ ভৈল যেন মেৰুৰ শিখৰে ॥২৩১
কাল মেঘ ঘন যেন শৰীৰৰ বৰ্ণ ।
কুণ্ডলে মণ্ডিত শোভে কুৰি খন কৰ্ণ ॥২৩২
আৰকত কুৰি গোটা চক্ষু জাতিকাৰ ।
মেঘত জ্বলয় যেন কুৰি গোটা তাৰ ॥২৩৩
পাঞ্চ পাঞ্চ আঙ্গুলি এ কুৰি ঘন কৰ ।
পাঞ্চ পাঞ্চ শিৰে যেন কুৰি অজগৰ ॥২৩৪
ভয়ঙ্কৰ পাৱ দুই দশ গোট শিৰ ।
দশ শৃঙ্গ সম যেন কাল গিৰি থিৰ ॥২৩৫
ঐৰাৱত গজৰ দন্তৰ মহা ঘাৱে ।
কৰ বাঙ্কি প্ৰলম্বিল ৰাৱণৰ গাৱে ॥২৩৬
ইন্দ্ৰে কৰিলন্ত যত বজ্ৰৰ প্ৰহাৰ ।
সাঙ্ক বাঙ্কি আছে তাৰ শৰীৰে তাঁহাৰ ॥২৩৭
বৰ্ষ দশ হাজাৰ ব্ৰহ্মাক আৰাধিল ।
তপৰ প্ৰভাৱে সিটো দুষ্কৰ সাধিল ॥২৩৮
পাতালৰো বাসুকিক ৰণ চেৰ কৰি ।
তক্ষক নাগৰ ভাৰ্য্যা আনিলেক হৰি ॥২৩৯
পৃথিৱীৰ ৰাজাৰ স্বৰ্গৰ দেৱলোক ।
স্ত্ৰী কাঢ়ি কাঢ়ি আনি জ্বালিলেক শোক॥২৪০
লঙ্কামাজে নিৰ্ভয় ৰাৱণ ভৈল থিত ।
দেখি সূৰ্পণখা গৈয়া চাপিল সম্বিত ॥২৪১
সূৰ্পণখা বোলে শুন দাদা লঙ্কেশ্বৰ ।
সুখে থিৰ ভৈলা তুমি লঙ্কাৰ ভিতৰ ॥২৪২
ৰাজা ৰাজেশ্বৰ শুনা ত্ৰিভুৱন নাহা ।
মোহোৰ বিপত্তি হেৰ মাথা তুলি চাহা ॥২৪৩
এতমান ৰাজা হুয়া চিন্তা হীন ভৈলা ।
এৱেসে জানিলোঁ তুমি যমঘৰে গৈলা ॥২৪৪
তিনিয়ো ভুৱন মাজে তোৰ ভৈল যশ ।
চৰ পঠাই দেশে দেশে বাৰ্ত্তা নলৱস ॥২৪৫
মতোৱাল হুয়া তুমি নুবুজিলা কাষ ।
ফুকতে হৰাইলা দাদা লঙ্কা হেন ৰাজ ॥২৪৬
দূষণ ত্ৰিশিৰা খৰ আৰো সেনা যত ।
মানুষে কৰিলা সব সংগ্ৰামত হত ॥২৪৭
পৰম দুৰ্জ্জয় বীৰ ৰাম বুলি যাক ।
সেহিসে বিপত্তি হেন কৰিলে আমাক ॥২৪৮

হেন শুনি ৰাৱণৰ ক্ৰোধ বৰ ভৈল।
ঘৃত পাই যেহেন অগনি জ্বলি গৈল ॥২৪৯
শুন বোলো সূৰ্পণখা কহ মোত কায।
কহিব মানুষ আসি ভৈল বন মাজ ॥২৫০
কিবা ঋষি ব্ৰাহ্মণ নুহিবা ক্ষত্ৰিজাতি।
কি কাৰণে তোক হেন কৰিলেক শাস্তি ॥২৫১
কিবা অস্ত্ৰ ৰণত হানিল তাক খৰ।
ঝাণ্ট কৰি কহ মোত তাৰ কোন শৰ ॥২৫২
কিবা জাতি কিবা কুল তাৰ কোন থান।
কিকাৰণে তোমাৰ কাটিল নাককাণ ॥২৫৩
সিংহৰ লাঙ্গুল ধৰিবাক হাত মেলে।
কংহাল গোমৰ সঙ্গে পৰিহাস খেলে ॥২৫৪
প্ৰমত্ত গজৰ দন্ত আকুৰিতে চায়;
মৰিবাক লাগি কোনে বাঘে হালবায় ॥২৫৫
শঙ্কৰ ব্ৰহ্মাত যেবে পশয় শৰণ;
তথাপি মোহোৰ হাতে হৈবেক মৰণ ॥২৫৬
কোনজনে মোৰ মাথে দিলেক চৰণ।
অবিলম্বে যেখিবেক যমৰ কৰণ ॥২৫৭
সূৰ্পণখা বোলে শুনা থিৰ কৰি মন।
দশৰথ পুত্ৰ দুই আসি ভৈল বন ॥২৫৮
জ্যেষ্ঠ গোট মহাবলী তাৰ নাম ৰাম।
চোট গোট খৰতৰ লখাই তাৰ নাম ॥২৫৯
ৰাম লক্ষ্মণৰ মাজে সীতা বৰনাৰী।
তাইৰ ৰূপক কোনে বৰ্ণাইবাক পাৰি ॥২৬০
ত্ৰিভুবন মোহিনী সুন্দৰী বৰবালা।
মন্দোদৰী নুহি কাণিঅঙ্গুলিৰ কালা ॥২৬১
দেৱ বিদ্যাধৰী তাই কিবা অপেশ্বৰী।
লক্ষ্মীএ আছন্ত কিবা সীতাৰূপ ধৰি ॥২৬২
সেহিবৰ ৰমণী থাৱত নাহি যাৰ।
নিষ্ফল জীৱন তাৰ সব ৰাজ্য ভাৰ ॥২৬৩
কোল চাপিলোহোঁ মই ভুঞ্জিবাক মনে।
ধৰি নাক কাণ মোৰ কাটিল লক্ষ্মণে ॥২৬৪
খৰে সমে পাছে মই সমৰ কৰাইলোঁ।
ৰামৰ হাতত খৰ ভয়াইক মাৰাইলোঁ ॥২৬৫
ফুৰি ফুৰি মই ৰামৰ যুদ্ধ চাওঁ।
কেন মতে হানে শৰ উদিশ নপাওঁ ॥২৬৬
বিজুলি চটক যেন সত্বৰ গমন।
আগতে দেখিলোঁ নিশাচৰ ভৈল চূৰ্ণ ॥২৬৭
বজ্ৰ সদৃশ দেখোঁ ৰামৰৰ চাপ।
তাহাক ৰণত যুঝিবেক কাৰ বাপ ॥২৬৮
শক্ৰচাপ যেহেন স্বৰ্গত প্ৰকাশয়।
ৰাঘৱৰ চাপ তাতো অধিক জ্বলয় ॥২৬৯
দূষণ ত্ৰিশিৰা খৰ তিনি মহাবীৰ।
প্ৰাণ ছৰাইলন্ত ৰামে পৰিল শৰীৰ ॥২৭০
চৌধয় সহস্ৰ আৰো যতেক ৰাক্ষস।
ৰাম অগনিত যেন পৰি গৈল মশ ॥২৭১
ৰামৰ বীৰত্ব দেখি হৃদয় নৰিল।
গৰল বৃক্ষত যেন নিৰ্ঘাত পৰিল ॥২৭২
খৰ বধ শুনি শোক অনেক কৰিল।
সীতাৰ শুনিয়া নাম দুখ পাসৰিল ॥২৭৩
ৰাঘৱ দুৰ্জ্জয় হেন মনে গুণি চাইল।
সীতাৰ ৰূপক শুনি হৰিষক পাইল ॥২৭৪
জানকীক হৰি আনি সৱ মান সাৰোঁ।
উপায় বিশেষে পাছে দুয়ো ভাইক মাৰোঁ ॥
উপায় গুণিল পাছে হৰিবাক সীতা।
ৰথে চৰি চলি গৈল মাৰীচৰ ভীতা ॥২৭৬
সাগৰৰ পাৰ ভৈল দিব্যৰথে চৰি।
মাৰীচৰ থানে গৈয়া পাইল দড়া দড়ি ॥২৭৭
মাৰীচক দেখিল শিৰত জটাভাৰ।
কৃষ্ণসাৰ ছাল পৰিধান গাৱে তাৰ ॥২৭৮
কৃশ ভৈল দেহা তাৰ আতি ধ্যান মনে।
তপ কৰি আছয় দুৰ্ব্বাৰ তপোবনে ॥২৭৯
ৰাৱণক মাৰীচে কৰিলা বহুমান।
সতকাৰ লভিয়া বসিল সেহি থান ॥২৮০
ৰাৱণে বোলয় মাৰীচৰ মুখ চাই।
তুমি হেন হিতকাৰী লঙ্কাতকে নাই ॥২৮১
বুদ্ধিবলে পৌৰুষে তোমাক নাই সম।
অৰিৰ দমনে যেন কালান্তক যম ॥২৮২
সহস্ৰেক প্ৰমত্ত হস্তিৰ সম বল।
তুমি সমে জিনিলোহোঁ দেৱতা সকল ॥২৮৩
তুমি হেন হিত মোৰ আন কেহোঁ নাই।
বোলোঁ এককাৰ্য্য মোক দিয়োক উপাই ॥
সাধিতে নপাৰে আনে বিৰবিৰি পাইলোঁ।
তবু তপভঙ্গ সেহি কাৰণে কৰিলোঁ ॥২৮৫
শ্ৰীৰাম লক্ষ্মণ দুই দশৰথ সুত;
যি থানে মাৰিল মোৰ ৰাক্ষস বহুত ॥২৮৬

ত্রিশিৰা দূষণ আৰো প্ৰাণ ভাই খৰ।
সবাকে মাৰিয়া বামে নিলা যম ঘৰ ॥২৮৭
মনুষ্য গোটৰ আচৰিত এত মান।
মোৰ বহিনীৰ কাটিলেক নাক কাণ ॥২৮৮
মোহোঁত থাটয় নিৰন্তৰে দেৱাসুৰ।
কৰয় মানুষ গোটে মোক এতদূৰ ॥২৮৯
মোৰ বোল কৰ মমাই যুঝিবাক যাওঁ।
বামক মাৰিয়া যম কৰলে পঠাওঁ ॥২৯০
বামৰ চৰিত্র শুনিয়োক সবে নৰে।
নামেসে তাৰিবে ঘোৰ সংসাৰ সাগৰে ॥২৯১
বাম হেন নাম শুনিবাক মনোৰম।
কলিৰ পাপৰ যেন কালান্তক যম ॥২৯২
ব্ৰহ্মাৰ বাঞ্ছনি নৰতনু আছাপাই।
জানিয়া সন্তৰে ফুৰা বাম নাম গাই ॥২৯৩
সংসাৰৰ দুঃখ ইসে উপশম কৰে।
জানি বাম বাম ঘুষিয়োক নিৰন্তৰে ॥২৯৪

৯ অধ্যায়।

ছবি।

বামৰ ঘৰিণী আছে, সীতানামে সুবদনী,
ত্রিভুৱন সাৰ এক বালা।
মন্দোদৰী আদিকৰি, যত মোৰ পটেশ্বৰী,
পূৰিত নপাৰে এক কলা ॥১
হেন মোত কহিলেক, সূৰ্পণখা বহিনীএ,
শুনি চিত্ত ধৰিতে ন পাৰোঁ।
জনক জীউক হৰি, মুখ্য পটেশ্বৰী কৰি,
বামত সকলে মান সাৰোঁ ॥২
সীতাৰ শোকত তাৰ, তেজবল হানি হৈব,
শৰীৰ যাইবেক তাৰ জৰি।
হাতে ধনুকাণ্ড ধৰি, বামক নির্ভয়ে মাৰোঁ,
দণ্ডকা বনত পাছে পশি ॥৩
আমাৰ বচন ভঙ্গ, নকৰা মাৰিচ মমা,
বাক্য মোৰ দৃঢ় কৰি ধৰ।
সুৱৰ্ণৰ মৃগ হুই, সীতাৰ আগত গই,
কোমল বনত তই চৰ ॥৪
সীতাৰ বচন শুনি, শ্ৰীবাম লক্ষ্মণ দুই,
যাইব তোক ধৰিবাক লাগি।
গাণ্ডি দেখা যেন কৰি, ত্বৰিত গমন ধৰি,
গহন বনক যাইবা ভাগি ॥৫

শূন্য আশ্ৰমত পাছে, সীতাক ৰথত তুলি,
চলি যাইবোঁ আপনাৰ থাম।
এত কাৰ্য্য কৰিলাভ, মোক অনুগ্ৰহ হয়,
কৰিবোঁ তোমাক বহুমান ॥৬
এতেক বচন শুনি, মাৰীচে মনত গুণি,
হাত যোৰে আগে ভৈল থিৰ।
বামৰ নামক শুনি, ৰাৱণক বুলিলেক,
কম্পে তাৰ সকলে শৰীৰ ॥৭
বাম যেন বীৰবৰ, নজানস লঙ্কেশ্বৰ,
কাৰ বোলে মাৰিবাক যাস।
সুখৰ ভিতৰে তোৰ, এতমতি কৰিলেক,
কুলক্ষয় কৰিবাক চাস ॥৮
নৃপতি সবত চাটু, প্ৰিয়বোল বোলন্তাক,
শতেক সহস্ৰ কৈত নাই।
হিতপথ্য অপ্ৰিয়ক, বুলিবেক যিতো জনে,
কোটিমাজে গুটি এক পাই ॥৯
বামৰ বীৰত্ব মই, ভালমতে জানি আছোঁ,
ত্বৰিতে লঙ্কাক লাগি যাহা।
ইটো সব যত গ্ৰহ, তেজিয়া ভাগিন তুমি,
জ্ঞাতি সমে ৰাজ্যক কৰাহা ॥১০
হৰি হৰি লঙ্কেশ্বৰ, তোহোৰ প্ৰসাদে সব,
ৰাক্ষসৰ হৰিলেক শঙ্কা।
হৃদয়ৰ মাজে তোৰ, হেন বুদ্ধি ফিৰিগৈল,
হৰাইল মাণিক পুৰী লঙ্কা ॥১১
আসন্নকালত আসি, বিনাশন বুদ্ধি ভৈল,
মাথে তোৰ যমকাল নাচে।
অগনিৰ শিখা সম, সীতাক হৰিবে চাস,
মৰিবাৰ কত কাল আছে ॥১২
বাম যেন বীৰবৰ, নজানস লঙ্কেশ্বৰ,
তাহান আগত তই মাখি।
আমাৰ বচন ধৰি, সীতাদেৱী পৰিহৰি,
দেশক চলাহা প্ৰাণ ৰাখি ॥১৩
মোৰ বোলহিত যেৱে, নুশুনস লঙ্কেশ্বৰ,
দেৱ ধৰ্ম্ম সবে হুইব সাক্ষী।
যিতো পাত্ৰমন্ত্ৰী তোক, হেন উপদেশ দিল,
তাহাৰ ফুটিল দুই আঁখি ॥১৪
বামদেৱ সুচৰিত, সকল জনৰ হিত,
দেৱ দ্বিজ গুৰুত বিনীত।

পিতৃৰ বচনে থিত, সৰ্ব্ব দোষ বিবৰ্জ্জিত,
ত্ৰিভুৱন ৰাজ্যাক উচিত ॥১৫
জনকৰ জীউ সীতা, ৰাঘৱৰ বিবাহিতা,
পতিব্ৰতা ধৰ্ম্মে আতি থিতা।
তোৰ মৃত্যু সন্নিহিত, মতি ভৈল বিপৰীত,
সিকাৰণে যাস তান ভিতা ॥১৬

---

### ১০ অধ্যায়।

মাৰীচৰ সৈতে ৰাৱণৰ কথোপকথন।

ছুলড়ি।

ৰাৱণে বোলয়, মাৰীচ মমাই,
তুমি মোৰ মহাপাত্ৰ।
মোক কি কৰিতে, পাৰয় ৰাঘৱে,
মানুষ গোটসে মাত্ৰ ॥১
দশৰথ সুত, পাপৰ চৰিত্ৰ,
নজানয় ধৰ্ম্মলেশ।
স্ত্ৰীৰ বচনে, ভাৰ্য্যাভাতৃসমে,
আসি ভৈল বন দেশ ॥২
মানুষ ৰাঘৱ, হোৱে বৰ বীৰ,
কেমনে তই জানস।
কি কাৰণে মোক, মাৰীচ মমাই,
বাক্য বিষ বৰিষস ॥৩
ত্ৰৈলোক্য বিজয়ী, দুৰ্জ্জয় ৰাৱণ,
মোক বীৰ নেদেখস।
মোহোৰ আগত, মানুষ ৰাঘৱ,
মুনিৰ বুলি লেখস ॥৪
বাপেকে বনক, ডাকিলে নহয়,
পিতৃত সিটো ভকত।
তেত্ৰয় সহস্ৰ, কোটি একোবাৰে,
সুহিকে মোক শকত ॥৫
কুবেৰ দাদাক, যুদ্ধত জিনিয়া,
লঙ্কাদেশ কাঢ়ি লৈলোঁ।
ত্ৰিদশক জিনি, বশচেৰ কৰি,
কীৰিতিক বৰ থৈলোঁ ॥৬
পাতাল পুৰত, ন ভৈলে শকত,
মোক বৰ বৰ নাগে।
মানুষ গোটক, মুনিৰ বোলস,
কি হেতু মোহেৰে আগে ॥৭
ইটো পৃথিবীৰ, ৰাজাগণ যত,
মহাবীৰ বোলাইলেক।
সি সব সমস্ত, মোহোৰ আগত,
উচিত দণ্ড পাইলেক ॥৮
মাৰীচ মমাই, তুমি মহাবীৰ,
মোহোৰ বচন শুন।
সুপুছিলে কথা, আপুনি কহয়ে,
মন্ত্ৰীৰ সুহিকে গুণ ॥৯
ত্ৰিদশে ৰাঘৱ, সহায়ক ভজি,
এহি যে কাৰ্য্য সাধিব।
তথাপি সীতাক, হৰি লঙ্কা নিব,
দৈৱে তাক ন বাধিব ॥১০
জানিবা মমাই, মোহোৰ সীতাক,
ৰামে আৰ নপাইবেক।
গম্ভীৰ সাগৰ, তৰিয়া কেমনে,
লঙ্কাক লাগি যাইবেক ॥১১
অবশ্যেকে মই, জানিবা খবৰ,
কৰিবোহোঁ প্ৰতিকাৰ।
পুনৰপি তুমি, হেন লঘু বোল,
মোক সুবলিবা আৰ ॥১২
হেন শুনি পাছে, মাৰীচে বোলয়,
ৰাৱণৰ মন জানি।
কেনেনো বিধাতা, জানকী সীতাক,
এথা মিথাইলেক আনি ॥১৩
তোহোৰ কমৰ, কাৰণেনে জানোঁ,
সীতা উতপতি ভৈল।
সকলে ৰাক্ষস, কুলৰ মাথাত,
কালী পেচা পৰি গৈল ॥১৪
কমন মূৰুখ, মন্ত্ৰীয়ে তোহোক,
হেনয় বুদ্ধি দিলেক।
তোক ন সহিয়া, কোনে হেন মতে,
লঙ্কা পুৰী দহিলেক ॥১৫
ৰাৱণ ৰাজাৰ, শ্ৰী সম্পত্তিক,
দেখিতে কোনেনো পাৰে।
সেহিসে কাৰণে, ৰামৰ হাতত,
উপায় কৰিয়া মাৰে ॥১৬
আপোনাৰ মই, কথাক কহওঁ,
শুনিবি ৰাজা ৰাৱণ

বলৰ গৰ্ব্বত, পূৰ্ব্ব কালে মই,
গৈলোঁ দণ্ডকাৰ বণ ॥১৭
বাছিয়া অনেক, ৰাক্ষস সেনাক,
তুলত কৰিয়া লৈলোঁ।
মহা মহা ঋষি, সবক মাৰিয়া,
ভুঞ্জিয়া তৃপিতি ভৈলোঁ ॥১৮
পাছে এক বাৰ, বিশ্বামিত্ৰ নামে,
ঋষিৰ থানক গৈলোঁ।
ৰাক্ষসে সহিতে, যজ্ঞ ছন্ন কৰি,
অনেক ঋষিক খাইলোঁ ॥১৯
ধৰ্ম্মৰ চৰিত্ৰ, ঋষি বিশ্বামিত্ৰ,
তেহোঁ আতি বৰ তপী।
পৰম কৃপালু, অধৰ্ম্মক ডৰে,
মোকন মাৰিলা শাপি ॥২০
আতি মহাক্ৰূৰ, ৰাক্ষসৰ জাতি,
আসঙ্গক বৰ পাইলোঁ।
ৰাক্ষসক লৈয়া, নিতে নিতে গৈয়া,
ঋষিগণ মাৰি খাইলোঁ ॥২১
হেন দেখি আছে, বিশ্বামিত্ৰ পাছে,
গৈলা অযোধ্যাক লাগি।
দশৰথ মহা- ৰাজাত ঋষিয়ে,
ৰামক আনিলা মাগি ॥২২
পূৰ্ব্বকাল মতে, যজ্ঞ আৰম্ভিয়া,
ঋষি সৱে কৰে কাম।
দিব্য ধনু-শৰ, হাতত ধৰিয়া
ৰাখিয়া থাকিলা ৰাম ॥২৩
ঋষিক ভুঞ্জিয়া, লাণ্টা পায়া পাছে
চাপিলোঁ হোঁ গৈয়া কোল।
দেখোঁ দেখোঁ ৰাম, বুলিয়া ঋষিৰ,
উথলিল মহাবোল ॥২৪
আকাশত দেখি, পাছে মোক লাগি,
ৰামে কৰিলন্ত শৰ।
মহাবেগে গৈয়া, হিয়াত পৰিয়া,
কম্পি গৈল কলেৱৰ ॥২৫
দেখোঁ অন্ধকাৰ, ৰামৰ প্ৰহাৰ,
যেন শঙ্কৰৰ শূল।
চেতন না পাইলোঁ, আকাশে উৰাইলোঁ
যেন শিমলীৰ তুল ॥২৬

ইন্দ্ৰৰ বজ্ৰৰ, প্ৰহাৰতে শালি,
গাৱত মোৰ পৰিল।
বৰৰ প্ৰসাদে, মোহোৰ গাৱৰ,
লোম গাছো ন লৰিল ॥২৭
যত যত অস্ত্ৰ, কৰিল প্ৰহাৰ,
মোহোক দেৱ অসুৰ।
মোহোৰ কঠিন, গাৱত পৰিয়া,
সৱে ভৈল মসিমুৰ ॥২৮
আপুনি জানাহা, নৃপতি ৰাৱণ,
মাৰীচ যিমত বীৰ।
কহোঁ স্বৰূপত, ৰামৰ শৰত,
পৰিল দেখোঁ শৰীৰ ॥২৯
তুলা যেন ঠানে ৰাঘৱৰ বাণে,
গগনক খেদাইলেক।
নিমিষেকে নিয়া, সাগৰ চড়ায়া,
সি কূলত পেলাইলেক ॥৩০
পাচে চিৰ কালে, কথমপি তথা,
চেতন মই লভিলোঁ।
বন্ধু জন দেখি- বাক ধীৰে ধীৰে,
লঙ্কাক লাগিয়া গৈলোঁ ॥৩১
অদ্যাপি ৰামৰ, প্ৰহাৰ সুমৰি,
ধৰিতে ন পাৰোঁ মন।
সবে পৰিহৰি, সি কাৰণে তপ,
কৰোঁ এহি এহি তপোবন ॥৩২
শুনা লঙ্কেশ্বৰ, বিস্তৰ দুঃখক;
পাইলোঁ আমি অনুপম।
যেখন তেখন, সুমৰন্তে দেখোঁ,
হেৰ আসি পাইলে ৰাম ॥৩৩
এহিসে নিমিত্তে, এৰিলোঁ হোঁ চাৰ,
ভাৰ্য্যা পুত্ৰ পৰিবাৰ।
প্ৰাণ অৱশেষ, কেৱলে মোহোৰ,
তপ মাত্ৰ ভৈল সাৰ ॥৩৪
স্বৰ্গৰ ভিতৰে, যতেক দেৱতা,
পাতালৰ যত নাগ।
ইটো পৃথিবীৰ, যত ৰাজা আছে,
তোমাক কৰিয়া আগ ॥৩৫
যেৱে সৱে মিলি, একল ৰামক,
একেবাৰে কৰে ৰণ।

ৰাঘৱৰ শৰ, চোটত জানিবা,
সবাৰে হুইবে মৰণ ॥৩৬
মোহোৰ বচন, সাৰ জানি তুমি,
উলটি লঙ্কাক যাহা।
বিভীষণ যুক্তি- মন্তত ইসব,
কথাক পুছিয়া চাহা ॥৩৭
ত্ৰিজটা তোমাৰ, বহিনীত সুধি,
যেৱে তাৰা দেই সাহা।
তিনিৰ সম্মতে, পাচে নৃপবৰ,
জানকীক হৰিবাহা ॥৩৮
তোৰ হিত পক্ষ, ত্ৰিজটা বহিনী,
হিত বিভীষণ ভাই।
দুইহন্তত পৰে, লঙ্কাৰ ভিতৰে,
তোৰ ইষ্ট কেহোঁ নাই ॥৩৯
তাৰা দুইজনে, তোক যিটো বোলে,
সেহি বোল সাৰ কৰাঁ।
চটুৰা মন্ত্ৰীৰ, বচন নৃপতি,
বিদূৰতে পৰিহৰাঁ ॥৪০
হেনয় হিতক, সুশুনিয়া তুমি,
কৰা যেৱে আন মন।
সব বন্ধু জন, মৰাইবাহা তেৱে,
লঙ্কাৰাজ্য হুইবে ছন ॥৪১
দুৰ্জ্জয় ৰামৰ, হাতত সমস্তে,
বলদৰ্প হুইবে চুৰ।
অবিলম্বে তেৱে, দেখিবা নৃপতি,
দুৰ্ব্বাৰ এ যমপুৰ ॥৪২
ৰামৰ চৰিত্ৰ, পৰম অমৃত,
শুনা সভাসদ জন।
নিশ্চয় জানিবা, ইসে মহাধৰ্ম্ম,
কলিমল কৰে ছন ॥৪৩
পুণ্যক সঞ্চিয়ো, যমক বঞ্চিয়ো,
সংসাৰ কৰি মোচন।
এৰি আন কাৰ, বোলাঁ ৰাম ৰাম,
দুখিয়োক ঘনে ঘন ॥৪৪

---

## ১১ অধ্যায়।

ৰাৱণৰ আৰু মাৰীচৰ (পৰস্পৰ) কটূক্তি।
মাৰীচ কৰ্ত্তৃক মায়া মৃগশৰীৰ ধাৰণ
আৰু ৰাৱণৰ তপসী বেশে
সীতাৰ সমীপলৈ গমন।

পদ।

মাৰীচৰ বচনত কুপিত ৰাৱণ।
আতি বৰ ক্ৰোধে পাছে বুলিল বচন ॥১
হাওঁৰে পাপিষ্ঠ মই কৰিলোঁহো কিস।
কি কাৰণে মোক বৰিষস বাক্য বিষ ॥২
নিষ্ঠুৰ বচন কিয় বোল এত মান।
ভূমিত বৈলেক যেন বীৰ্য্য হীন বান ॥৩
লখিলোঁ পাপিষ্ঠ ৰাঘৱৰ ভাৰি খাইলে।
সি কাৰণে মোক অপমান কৰাইলে ॥৪
ঘূৰি ঘূৰি বোলস নিষ্ঠুৰ মোক বাণী।
দুৰ্ব্বাৰ ৰাৱণ মোৰ কথাক নজানি ॥৫
খাণ্ডে হানি তোক আজি কৰিবোঁ দোহাৰ।
ৰাঘৱে কৰোক আসি তোৰ প্ৰতিকাৰ ॥৬
তোৰ বচনক মই কৰিলোঁহোঁ লক্ষ।
মোক এৰি বোল ৰাঘৱৰ হিতপক্ষ ॥৭
প্ৰাণে যেৱে বৰ্ত্তিবি মোহোৰ বাক্য কৰ।
সুহি এতিক্ষণে পেৰাইবোহোঁ যমঘৰ ॥৮
ৰাম পাশে গৈলে তোৰ জীৱন সংশয়।
মোহোৰ হাতত এতিক্ষণে হুইবি ক্ষয় ॥৯
যাবি বা নযাবি ঝাণ্টে বোল কে· ম্মন।
যাবে নতো পেলোঁ আজি যমৰ কৰণ ॥১০
হেন শুনি মাৰীচৰ ত্ৰাস বৰ ভৈল।
সক্ৰোধ বচনে তাক মাতিবাক লৈল ॥১১
মৰিবাৰ কালে আচম্বিয়োঁ অসদৃশ।
সুহৃদৰ বচনক দেখ যেন বিষ ॥১২
ৰামৰ হাতত পৰি স্বৰ্গে চলি যাইবোঁ।
তোৰ দুখ শোক কিছু দেখিতে নপাইবোঁ॥১৩
সীতাক হৰিলে তোৰ হুইবে গলপাশ।
ৰামৰ হাতত ঝাণ্টে হুইবে বিনাশ ॥১৪
অনিষ্ট কৰিয়া আছ যত দেৱাসুৰ।
ৰামৰ হাতত আটি মুটি হুইবে চুৰ ॥১৫
ত্ৰিদশৰ শাপে তোৰ আয়ু ভৈল ক্ষীণ।
জগতৰ মনুষ্যে জীৱন্ত কত দিন ॥১৬

বামতো মৰিবোঁ মৰিবোহোঁ বাৱণত।
জীৱন নাহিকে হেন গুণিলোঁ মনত ॥১৭
তোমাৰ হাতত কিয় প্ৰাণক সুঝাওঁ।
বামৰ হাতত পৰি স্বৰ্গে চলি যাওঁ ॥১৮
হেন শুনি বাৱণ হৰিষ বৰ পাইল।
আশেষ প্ৰশংসি তাক ৰথত চড়াইল ॥১৯
বামক সুমৰি তাৰ মনে ভয় ঘোৰ।
কাটিবাক লাগি যেন লৈয়া যাই চোৰ ॥২০
শীঘ্ৰ বেগে গৈয়া ৰাঘৱৰ থান পাইল।
মাৰীচক বাৱণে বচন পুৰুজাইল ॥২১
দেখিয়ো কদলীবন ৰাঘৱৰ থান।
মৃগৰূপ ধৰি মোৰ সাধাঁ বহু মান ॥২২
ৰথে চড়ি ৰাৱণ লুকায়া ভৈল থিত।
মাৰীচ ৰাক্ষস তেবে নামিল ভূমিত ॥২৩
ধীৰে ধীৰে যাই ভৰি ন বাঢ়য় আগ।
কাটিবাক নেই যেন অষ্টমীৰ ছাগ ॥২৪
বিমৰিষ কৰয় মাৰীচ মহাবীৰ।
হৰি হৰি হৰুৱাইলোঁ সুন্দৰ শৰীৰ ॥২৫
ৰাৱণ ৰাজাৰ আজি হিত পথ চাওঁ।
বামৰ হাতত পৰি স্বৰ্গে চলি যাওঁ ॥২৬
হেন বুলি মাৰীচে ধৰিল মৃগমায়া।
মনোহৰ বেশ শুদ্ধ সুৱৰ্ণৰ কায়া ॥২৭
ৰজতৰ অৰ্দ্ধ চন্দ্ৰ দুই পাৰে বলয়।
তাৰা সম থানে থানে মাণিক জ্বলয় ॥২৮
জাজ্বল্য সমান জ্বলে বত্নময় বুক।
থানে থানে প্ৰকাশয় সোণৰ ভুমুক ॥২৯
তৰঙ্গ ৰৰঙ্গ কৰি চতুৰ্দ্দিশে যায়।
সীতাদেৱী দেখন্ত কোমল ঘাঁস খায় ॥৩০
সুৱৰ্ণৰ মৃগক দেখিয়া ৰঙ্গ মন।
বামক সন্মুখি সীতা বুলিলা বচন ॥৩১
আশ্চৰ্য্য মৃগক প্ৰভু দেখিয়োক বাম।
মাণিক খচিত শুদ্ধ সুৱৰ্ণৰ কাম ॥৩২
তিনিয়ো ভুৱনে সাৰ দণ্ডকাৰ বন।
হেন সব মৃগ যত হোৱে উতপন ॥৩৩
এতেক কাৰ্য্যক প্ৰভু তোমাত মেলাও।
ইহাৰ চালত যেৱে বসিবাক পাও ॥৩৪
এহি মৃগ মাৰি চাল আনি দিয়া মোক।
অযোধ্যাক গৈয়া কথা কহিবাক হৌক ॥৩৫
এহি ছাল আনি নগৰক লৈয়া যাও।
অন্তেষ পুৰত কথা কহিবাক পাও ॥৩৬
টীকৰ সুস্বামী প্ৰভু চৰণত লাগোঁ।
কৌতূহল মনে ইটো মৃগগুটি মাগোঁ ॥৩৭
আতি বৰ আশা মোৰ ন কৰিয়ো ভঙ্গ।
আক পাইলে প্ৰভু তেৱে হোৱে মহাৰঙ্গ ॥
ধৰিবাক পাৰা যেৱে আতি বৰ ভাল।
নোহে মৃগ মাৰি মোক আনি দিয়া চাল ॥৩৯
তুমি আমি দুইহন্তে থাকিবোহোঁ বসি।
বোহিনী সহিতে যেন আকাশত শশী ॥৪০
সীতাৰ বচন পাছে ৰাঘৱে আকলি।
নিশ্চয়ে জানিলোঁ সীতা তুমিসে আজলী ॥৪১
কৈতে শুনি আছা মৃগ সুৱৰ্ণৰ কায়া।
নিষ্ট কৰি জানা ইটো ৰাক্ষসৰ মায়া ॥৪২
পুনৰপি সীতাদেৱী বুলিলা উত্তৰ।
নিশ্চয়ে জানিলোঁ আৱে ভাণ্ডিলি বৰ্ব্বৰ ॥৪৩
তাহাক ভাণ্ডাহা যাক দেখিলোঁ সাক্ষাত।
আন কিবা বস্তু প্ৰভু খুজিলোঁ তোমাত ॥৪৪
পতিব্ৰতা ধৰ্ম্ম ৰাখি তোমাৰ লগত।
ৰাজ্য সুখ এৰি ফুৰোঁ ঘোৰ অৰণ্যত ॥৪৫
কোন বস্তু ছাৰ খুজিলোহোঁ পশুছাল।
ইহাক নিদিয়া পাতিলাহা আল জাল ॥৪৬
পশু হুই যদি হুই ৰাক্ষস নিশ্চয়।
তথাপি মাৰিতে প্ৰভু তোমাৰ লাগয় ॥৪৭
এহি হেতু তুমি আসি আছা বন মাজ।
ইহাক মাৰিয়া সাধিয়োক দেৱ কায ॥৪৮
সীতাৰ বচন বাম শুনি ৰঙ্গ মন।
সম্মুখি বোলয় শুন ভৈয়াই লক্ষণ ॥৪৯
জনক জীউৰ বাপ শুনিলি বচন।
এহি মৃগ চঁৱৰিত বসিবাক মন ॥৫০
অৱশ্যে পূৰিবোঁ জানকীৰ মনোৰথ।
আক অপমান দিবোঁ কমন মহত ॥৫১
সুৱৰ্ণৰ মৃগছালে বসি থাকিবেক।
নেত কমলৰ সুখ ইহাতে পাইবেক ॥৫২
মই চলিগৈলোঁ হেৰা মৃগ মাৰিবাক।
যাৱে নাসোঁ তাৱত সীতাক ৰাখিয়োক ॥৫৩
লক্ষ্মণে বোলন্ত দাদা দেখোঁ অসদৃশ।
মৃগ হেন বেশ নোহে কৰা বিমৰিষ ॥৫৪

ঋষিগণে কহিয়া আছন্ত মোত কাষ।
মাৰীচ ৰাক্ষস আছে দণ্ডকাৰ মাজ ৫৫
ৰাজাগণ যত মৃগ মাৰিবাক যাই।
সুৱৰ্ণৰ মৃগহয়া সবাহাকে খাই ॥৫৬
কহিত দেখিলা মৃগ সুৱৰ্ণৰ বৰ্ণ।
মাণিক কাঞ্চন দেখা বজ্ৰ পৱাল ॥৫৭
হিত পক্ষ চিন্তিয়োক বিমৰিষ কৰি।
মাৰীচ ৰাক্ষস আইল মায়ারূপ ধৰি ॥৫৮
ৰাঘৱে বোলন্ত যেবে মাৰীচেসে আইল।
ঋষিৰ যতেক কোপ সুজিবাক পাইল ॥৫৯
দণ্ডকা বনৰ আজি শুচাই এৰো জাল।
সীতাক আনিয়া দিবোঁ সুৱৰ্ণৰ ছাল ॥৬০
সকলে গাৱত দেখোঁ ৰাজ যোগ্য বস্ত্ৰ।
অৱশ্য ইহাক লাগি কৰিবোহোঁ যত্ন ॥৬১
তাৰা মৃগগোট আৰো স্বৰ্গত আছয়।
তাহাৰ সদৃশ ইটো বনত নাচয় ॥৬২
যি সব আছিল বস্ত্ৰ আমসাৰ থাৱে।
তাতো অতিৰেক দেখোঁ হৰিণৰ গাৱে ॥৬৩
এতিক্ষণে আমি মৃগ মাৰিবাক যাইব।
সাৱহিত ৰূপে তুমি জানকীক চাইব ॥৬৪
এহি বুলি ৰামে মৃগ মাৰিবাক মনে।
সুসজ্জিত হয়া চলি গৈলা তেতিক্ষণে ॥৬৫
ধনুৰ্ব্বান সাজি গৈলা থান পৰিহৰি।
লক্ষ্মণ থাকিলা জানকীক ৰক্ষা কৰি ॥৬৬

১২ অধ্যায়—শ্লোক।

কৰ্ম্মনা বাধ্যতে বুদ্ধিৰ্ন বুধ্যা কৰ্ম্ম বাধ্যতে।
সুবুদ্ধিৰপি ৰামোহঙ্গ হৈমং হৰিণমন্বগাৎ ॥

পদ।

ৰামক দেখিয়া তাৰ হৃদয় কম্পিল।
গহন বনক লাগি গমন কৰিল ॥১
দেখ নেদেখ বেগে হৰিণ পলাই।
দাৰুণ ৰাক্ষসী মায়া কৰন্তেহি যাই ॥২
তেতিক্ষণে দেখি তেতিক্ষণে দেই লুকি।
জুই আঙনীৰ মতে দিবয় ভুমুকি ॥৩
আধা মুণ্ডী যেন নিশাচৰ মায়া ধৰে।
দণ্ড দুইৰ পথে গাণ্ডি দেখায় নকৰে ॥৪
খণ্ড খণ্ড মেঘে যেন চন্দ্ৰক ঢাকিল।
থনো থনো দেখি থনো লুকায়া থাকিল ॥৫
শ্ৰান্ত ভৈল ৰাম ৰৰ ৰাক্ষসক চাই।
বৃক্ষৰ গোৰত লুকাইলন্ত ছায়া পাই ॥৬
ৰামো থাকিলন্ত যেৱে ভ্ৰম পৰিহৰি।
মৃগগণ মাজে পশি চৰে মায়া ধৰি ॥৭
দূৰত মাৰীচ চৰে হেনয় জানিল।
আকৰ্ণ পূৰিয়া তাক শৰ প্ৰহাৰিল ॥৮
হিয়াত পৰিল যেবে ৰাঘৱৰ বাণ।
তেতিক্ষণে মাৰীচৰ ছাৰি গৈল প্ৰাণ ॥৯
মাৰণৰ হিতপক্ষ মৰন্তে বুলিল।
লক্ষ্মণক সম্বুধিয়া আটাসেক দিল ॥১০
হাহা লখাই মোৰ সুভাষিত তই ভাই।
ঝাণ্টে লাগ লৱ মোৰ প্ৰাণ খানি যাই ॥১১
আটাস শুনিয়া হিয়া ঋষিৰ লৰিল।
পৰ্ব্বত আকাৰ হয়া ৰাক্ষস পৰিল ॥১২
শুনিলন্ত সীতায়ে ৰামৰ থানে ৰায়।
স্বামীৰ মৰণ শুনি কাম্পে হাত পায় ॥১৩
তৰল নয়ন কৰি চতুৰ্দ্দিতি চান্ত।
লক্ষ্মণক সম্বুধিয়া শীঘ্ৰে বুলিলন্ত ॥১৪
শুনিলাকি লখাই তুমি ৰাঘৱৰ বাণী।
কমন বিধিয়ে মৃগ মিলাইলেক আনি ॥১৫
হাহা প্ৰভু কিনো মই অকাৰ্য্য কৰিলোঁ।
দণ্ডকা বনত আনি স্বামীক মাৰিলোঁ ॥১৬
ঝাণ্টে কৰি চলাঁ লখাই শুনাঁ মোৰ বাক।
সত্বৰে ৰামৰ গৈয়া প্ৰাণ খানি ৰাখ ॥১৭
তুমি সখা ভৈলে নৰাইবন্ত যম শূল।
ঝাণ্টে চল ৰাখা মোৰ শিখৰ সিন্দুৰ ॥১৮
ভ্ৰাতৃত ভকত তুমি লক্ষ্মণ কুমাৰ।
ৰামক মাৰয় হেৰা ঘোৰ নিশাচৰ ॥১৯
আপদ কালত সৱে হিতাহিত জানি।
স্বামীভিক্ষা মাগোঁ বাপু মোক দিয়া আনি॥২০
ভয়ে চমকিলা যেবে জনকৰ জীউ।
হাত যোৰে লক্ষ্মণ আগত ভৈলা থিউ ॥২১
ভয় পৰিহৰি দেৱী কৰিয়োক ৰঙ্গ।
ইটো ৰবি তলত ৰামৰ নাই ভঙ্গ ॥২২
সমৰ কৰন্ত যেৱে দেৱাসুৰ নৰে।
সবাকো ৰাঘৱে জিনিবন্ত একেশ্বৰে ॥২৩
পৰম দুৰ্জ্জয় ৰাম ত্ৰিভুবনে বীৰ।
ভয় পৰিহৰি দৃঢ় কৰিয়ো শৰীৰ ॥২৪

যিবা বাৰ শুনি দেৱী পঠোৱা আমাক।
কদাচিতো সুহিবে ৰামৰ হেন বাক ॥২৫
স্ত্ৰীজাতি কাৰণে তোমাৰ হেন ভয়।
মৃগমাৰি আসিৱন্ত নাহিকে সংশয় ॥২৬
হেন শুনি সীতা দেৱী কোপমন ভৈলা।
নিষ্ঠুৰ বচন তাঙ্ক বুলিবাক লৈলা ॥২৭
হাওঁৰে পাপিষ্ঠ দুৰাচাৰ দুৰচিত্ত।
আজিসি জানিলোঁ ৰাঘৱৰ যেন হিত ॥২৮
ৰামৰ মৰণে তোৰ আতিৱৰ সুখ।
গাৱ গুটি বাঘ তোৰ হৰিণৰ মুখ ॥২৯
মুখত অমৃত তোৰ চিত্ত বিষঘট।
কাৰ্য্য পায়া আৱে হেৰ পাতিলি কপট ॥৩০
মোক ভাণ্ডি বোলস ৰামৰ সুহি বাৱ।
আজিসি আছোহোঁ মই ৰাঘৱৰ ঠাৱ ॥৩১
হাওঁৰে চণ্ডাল ভৰতৰ ভাৰি খাইলি।
চাটু বাটু কৰিয়া ৰামৰ লগে আইলি ॥৩২
সতিনীৰ পুত্ৰ কদাচিত নোহে হিত।
নজানিয়া ৰামে তোক চপাইলে সম্বিত ॥৩৩
লখিলোঁহো পাপিষ্ঠ তোহোৰ যেন আশ।
ৰামৰ মৰণে মেকে ভজিবাক চাস ॥৩৪
স্বামী অবিহনে অগণিত ঝাস দিবোঁ।
গলত কটাৰ হানি তেখনে মৰিবোঁ ॥৩৫
চৰণে সুচুইবোঁ পৰ পুৰুষক আন।
কি কাৰণে পাপিষ্ঠ কৰস অপমান ॥৩৬
আপুনি ইতৰ হুয়া বাঞ্ছা কৰ মোক।
ৰাম মত্তগজ আগে মৃগ দেখোঁ তোক ॥৩৭
হেন বুলি সীতা হৃদয়ত মুষ্টি হানি।
কেশ আজুৰিয়া ৰবে কান্দন্ত গোসাঁনী ॥৩৮
সীতাৰ দুৰ্ব্বাৰ বাক্য শুনিয়া লক্ষ্মণে।
ভূমিকাণ পৰশি বুলিলা তেতিক্ষণে ॥৩৯
তুমি মোৰ দেৱী ৰামচন্দ্ৰ আদিদেৱ।
দুইহান চৰণ চাৰি আন নাহি কেৱ ॥৪০
হেনয় স্বভাৱ নিদাৰুণ স্ত্ৰীজাতি।
ভাই ভাই বেলগাৱে মাৰে দিয়া কাটি ॥৪১
অযুগুত বোল মোক বুলিলাহা কিক।
ক্ষিপ্ৰবাদী দাৰুণী তোমাক আছো ধিক ॥৪২
চন্দ্ৰ সূৰ্য্য বায়ু বসুমতী হুইবা সাখি।
সীতা পৰিহৰি চলোঁ আপোনাক ৰাখি ॥৪৩
বাসনায়ে বুলিলন্ত বিয়াকুল মনে।
কেনে একেশ্বৰে থিত হুইবা ঘোৰ বনে ॥৪৪
বিমঙ্গলোঁ দেখোঁহোঁ অনেক বিপৰীত।
কত ভাগ্যে পাইয়া তুমি ৰামৰ সম্বিত ॥৪৫
আপুনি জানাহা এথা ৰাক্ষস আশেষ।
যাইবোকি নযাইবো ঝাণ্টে কৰিয়ো আদেশ ॥
সীতায়ে বোলন্ত ঝাণ্টে চল লখাই বীৰ।
ৰাম বাৱ শুনি মোৰ নসহে শৰীৰ ॥৪৭
স্বামী অবিহনত গৰল বিষ খাইবোঁ।
সুহি গোদাৱৰী জলে প্ৰাণক সুঝাইবোঁ ॥৪৮
লক্ষ্মণে সীতাক গৈয়া প্ৰদক্ষিণ কৰি।
চৰণে প্ৰণামি হাতে ধনুৰ্ব্বাণ ধৰি ॥৪৯
ৰামৰ পাশক লাগি চলিলা বিমনে।
সীতাৰ লিখিত তাক বাধিব কমনে ॥৫০
ৰাঘৱৰ পাশক লক্ষ্মণ যেবে যান্ত।
সীতাৰ স্নেহত পুনু উলটিয়া চান্ত ॥৫১
লক্ষ্মণে গৈলন্ত যেবে ৰাঘৱৰ ভিতা।
ঘোৰ অৰণ্যত একেশ্বৰী ভৈল সীতা ॥৫২
শ্ৰীৰাম লক্ষ্মণ যেবে নাইকন্ত পাশে।
কান্দন্তে আছন্ত স্বামী মৰণ তৰাসে ॥৫৩
ধূলি ধূসৰিত আতি চান্ত চাৰি দিশা।
চন্দ্ৰ অবিহনে যেন অন্ধকাৰ নিশা ॥৫৪
লক্ষ্মণ গৈলন্ত জানকীক দিয়া পিঠি।
ৰৱণীয়া ৰাৱণৰ পুঙাতেসে দৃষ্টি ॥৫৫
বসিয়া আছন্ত সীতা সুনিৰ্ম্মল দেশে।
সম্বিত চাপিল গৈয়া ভিক্ষুকৰ বেশে ॥৫৬
মেৰাইলেক গাৱত কপিন এক বস্ত্ৰ।
পানৈত চৰিল সিটো কান্ধে এক ছত্ৰ ॥৫৭
কাখে ঝুলি কন্থা কমণ্ডলু ধৰি হাতে।
মাথাত ৰুদ্ৰাক্ষ মালা তপসী সাক্ষাতে ॥৫৮
শ্ৰীৰাম লক্ষ্মণ দুই চন্দ্ৰ সূৰ্য্য ভৈলা।
সীতা সন্ধ্যা এৰিয়া বহুত দূৰ গৈলা ॥৫৯
অন্ধকাৰ ৰাৱণ চাপিল গৈয়া কোল।
সীতাৰ ৰূপক দেখি হুয়া গৈল ভোল ॥৬০
মদনে দগধ দেহ শৰীৰ নসহে।
সীতাক পাইলেক যেন শনৈশ্চৰ গ্ৰহে ॥৬১
সীতাক দেখিয়া চক্ষু ন ভাৱয় আৰ।
মনে মনে গুণে কন্যা জগতৰ সাৰ ॥৬২

ৰাৱণক ভৱে পক্ষী নকাঢ়য় ৰাব।
মাৰিবাক ডৰে ধীৰে ধীৰে বহে বাব ॥৬৩
সূৰ্য্যে এবিলন্ত নিজ প্ৰচণ্ড প্ৰভাৱ।
অনুকূল হুয়া :যোগাৱন্ত তাৰ গাৱ ॥৬৪
দুৰ্ব্বাৰ ৰাক্ষসে ভিক্ষুবেশক ধৰিল।
কতোহোঁ দূৰত থাকি আশংসা কৰিল ॥৬৫
বেদধ্বনি উচ্চৰিল দীৰ্ঘ কৰি বাৰে।
সীতাক বুলিবে লৈল বিনয় স্বভাৱ ॥৬৬
কাহাঁৰ ৰমণী তই কহিয়োক কাম।
কি কাৰণে আসি ভৈল ঘোৰ বনমাঝ ॥৬৭
শৰীৰৰ কান্তি দেখিবাক অনুপাম।
কৈৰহন্তে আসিলা তোমাৰ কিবা নাম ॥৬৮
তোহোৰ বদন পূৰ্ণচন্দ্ৰৰ উদয়।
চামৰক জিনিয়া প্ৰকৈশেকেশ চয় ॥৬৯
ভ্ৰুৰ যুগ জ্বলে যেন চাপ মদনৰ।
মনোহৰ কটাক্ষ কামৰ পঞ্চশৰ ॥৭০
কুণ্ডল লৱয় দেখি মিলিল তৰাস।
তোৰ মুখ দেখি ৰাহু গৈল সমীপাশ ॥৭১
যুৱত মোহন কিনো অধৰৰ কান্তি।
সুপক দাড়িম বীজ দশনৰ পান্তি ॥৭২
বদন উপৰে দুই নয়ন জ্বলয়।
খঞ্জন যুগল যেন কমলে চৰয় ॥৭৩
ললিত বলিত নিৰন্তৰ স্তনভাৰ।
উপৰত পৰি জ্বলে গজমতি হাৰ ॥৭৪
গগনত যেন চন্দ্ৰ ৰেখা দ্বিতীয়াৰ।
আতিশয় ৰঞ্জয় গঞ্জয় যত তাৰ ॥৭৫
ৰাতুল কমল যেন পদতল তোৰ।
বলিত অঙ্গুলী যেন চন্দ্ৰকৰ কোৰ ॥৭৬
ত্ৰিবলিত উদৰ কঙ্কাল আতি সৰু।
সাক্ষাতে দেখিয় যেন হৰৰ ডম্বৰু ॥৭৭
সুবলিত বাহু পীন নিতম্ব জঘন।
ৰাতুল চৰণ যুগে মোহে মুনিগণ ॥৭৮
দেখি তোৰ লীলা গতি আতিবৰ লাজে।
মত্তগজ গুচি গৈল সৰোবৰ মাজে ॥৭৯
ৰত্নকাঞ্চি কঙ্কণ নূপুৰ ৰুণু ঝুণু।
জলে পশি থাকিল সকলে হংসগণ ॥৮০
তোৰৰূপে অলঙ্কাৰ শোভে আতিশয়।
কমল প্ৰকাশে যেন ৰবিৰ উদয় ॥৮১
শঙ্কৰৰ ভাৰ্য্যা কিবা তুমি মহামায়া।
মাধৱৰ লক্ষ্মী কিবা আদিত্যৰ ছায়া ॥৮২
বাসৱৰ ভাৰ্য্যা কিবা ৰম্ভা অপেশ্বৰা।
দেৱ গুৰু ভাৰ্য্যা কিবা তুমি সতী তাৰা ॥৮৩
জকতৰ ৰূপগুণ একত্ৰ কৰিল।
অনেক প্ৰয়ত্নে তোক বিধিয়ে গঢ়িল ॥৮৪
ত্ৰৈলোক্য জিনিতে মদনৰ পঞ্চ বান।
বেশ দেখি কমন মুগুধে ধৰে প্ৰাণ ॥৮৫
ৰাজৰাজেশ্বৰ পটেশ্বৰীক উচিত।
হেন তোৰ বনবাস কিনো বিপৰীত ॥৮৬
দণ্ডকাৰ বন এথা ৰাক্ষস বহুত।
কোথা হন্তে আসি ভৈলা কহিয়ো প্ৰস্তুত ॥৮৭
হেন শুনি সীতা বৰ বিস্ময়ক পাইল।
ঋষি বেশ দেখি তাঙ্ক মাত পুকজাইল ॥৮৮
জনকৰ জীউ আমি নাম মোৰ সীতা।
দশৰথ শ্বশুৰ ৰামৰ বিবাহিতা ॥৮৯
বাপৰ আদেশে ৰাম আসি ভৈলা বন।
তুলন্ত আসিল মোৰ দেৱৰ লক্ষ্মণ ॥৯০
বনবাস দুখে আতি ভিনিবো নিকাৰ।
পঞ্চিশ বৰিষ আবে স্বামীৰ আমাৰ ॥৯১
ৰূপে গুণে ত্ৰিভুবনে ধনুৰ্দ্ধৰ সাৰ।
ষোড়শ বৰিষ আৰে সম্পূৰ্ণ আমাৰ ॥৯২
শুনিয়োক মুনিৰাজ কৌতূহল মনে।
নিশাচৰ বল মাৰিলন্ত এহি থানে ॥৯৩
ত্ৰিশিৰা দূষণ খৰ পৰম দুৰ্জ্জয়।
ৰামৰ হাতত গৈল যমৰ নিলয় ॥৯৪
চৌধয় সহস্ৰ আসিলেক নিশাচৰ।
ৰামৰ হাতত পৰি গৈলা যম ঘৰ ॥৯৫
দুৰ্ব্বাৰ ৰাক্ষস ৰামে যত যত পাইল।
ৰাঘৱৰ বানে সবে খেদি খেদি খাইল ॥৯৬
ৰাৱণে বোলয় সীতা তোৰ ৰূপ সাৰ।
হেন ৰূপৱতী ত্ৰিভুবনে নাহি আৰ ॥৯৭

---

১৩ অধ্যায়।

ৰাৱণৰ আত্ম পৰিচয় প্ৰদান আৰু সীতাৰ কটূক্তি।

বদন জ্বলয় যেন পূৰ্ণিমাৰ শশী।
দেখি যুৱজন মৰে কামশৰ পশি ॥১

সীতায়ে বোলন্ত শুনিয়োক তপোধন।
মৃগমাৰিবাক গৈলা শ্ৰীৰাম লক্ষ্মণ ॥২
খানিতেক ঋষিৰাজ কৰিয়ো বিশ্ৰাম।
এতিক্ষণে আসিব্ৰন্ত লক্ষ্মণ শ্ৰীৰাম ॥৩
তুমি হেন ঋষিক দেখিব কৌতূহলে।
পূজিব্ৰন্ত আসি যথাযোগ্য ফলে জলে ॥৪
দশস্কন্ধে বোলে বাক্য শুনাঁ মোৰ সীতা।
মই লঙ্কেশ্বৰ আসি ভৈলোঁ তযু ভিতা ॥৫
দেশতে আছন্তে সব্ৰে কাহিনী শুনিলোঁ।
সাক্ষাতে দেখিয়া বৰ কৌতুক লভিলোঁ ॥৬
পাতালৰ নাগ লোকে মোকে কৰে সেৱা।
স্বৰ্গ গৈয়া জিনিলোঁ ত্ৰিদশ কোটি দেৱ ॥৭
হৰি শঙ্কৰক আৱে মোৰ নাহি শঙ্কা।
সাগৰ মধ্যত মোৰ স্বৰ্ণপুৰী লঙ্কা ॥৮
চৌষষ্টি কলাক জানোঁ চৌধ শাস্ত্ৰ নয়।
যতেক পঞ্চিশ তত্ত্ব আমাত আছয় ॥৯
অৰি বীৰ দমন ৰাৱণ মত্ত গজ।
মানুষ ৰামক এৰি সীতা মোক ভজ ॥১০
আন সব ৰাজাৰ যতেক পটেশ্বৰী।
জিনি আনি দিবোঁহোঁ তোমাৰ চেড়ী কৰি ॥
ইহাত অধিক কিনো কৰিবোঁহোঁ তোক।
ইন্দ্ৰৰ শচীয়ো আসি তোমাতে খাটোক ॥১২
দশদিকপালৰ নাৰীক সব্ৰে জিনি।
তাকো দিবোঁ আদি কৰি তোৰ সেৱকিনী ॥১৩
মন্দোদৰী মোহোৰ প্ৰধান পটেশ্বৰী।
সবে কন্তা লৈয়া তোতে থাকোঁ সেৱা কৰি ॥
আজি হন্তে দূৰ হৈব তোহোৰ দুৰ্গতি।
কোটি কোটি ৰাক্ষসৰ মইসে অধিপতি ॥১৫
মোহোৰ বদন সীতা মাথা তুলি চাহা।
বনফল এৰি ত্ৰিভুৱন ফল খাহা ॥১৬
তিনিয়ো ভুৱন মাজে যতেক সুন্দৰী।
স্বামীক মাৰিয়া সবে আনি আছোঁ হৰি ॥১৭
তোকে সেৱা কৰি সবে থাকোক হৰিষি।
তাৰাগণ মাজে তই পূৰ্ণিমাৰ শশী ॥১৮
ব্ৰহ্মাৰ বৰত কামদেৱ ৰূপ ধৰোঁ।
তুমি আমি লঙ্কাত বসিয়া ৰাজ্য কৰোঁ ॥১৯
পৰিহৰ মানুষক মোত কৰ ভাৱ।
গাৱ চাল সীতা ৰাণ্টে যাওঁ নিজ ঠাৱ ॥২০
মদনে দগধে মোৰ নসহে অন্তৰ।
ত্ৰৈলোক্যৰ নাথ ৰাৱণক স্বামী বৰ ॥২১
ৰাৱণৰ বোল শুনি অন্তৰ্গতে ভয়।
ৰাক্ষস জানিয়া তান শৰীৰ কম্পয় ॥২২
দাৰুণ বচন শুনি সীতা কুপিলন্ত।
নিষ্ঠুৰ বচন তাক বুলিবে লৈলন্ত ॥২৩
হাওঁৰে ৰাৱণ বৰ্ব্বৰ নিশাচৰ।
অবিলম্বে যাইবাক চাহা যমঘৰ ॥২৪
ৰামৰ ঘৰণী মোক ভজিবাক চাস।
মৰিবাক লাগি কালকুট বিষ খাস ॥২৫
ত্ৰিশূলৰ উপৰত নাচিবাক চাস।
মহাপাপী হুয়া তই স্বৰ্গে কৰ আশ ॥২৬
হুয়া জুই আঙনী চন্দ্ৰক ধাৰ দেস।
জ্বলন্ত অগ্নিক বেটা বস্ত্ৰে বান্ধি নেস ॥২৭
তিখান খাণ্ডাত জিহ্বা ঘষিবাক চাস।
বহ্নিকুণ্ড মাজে যেন পতঙ্গৰ ঝাস ॥২৮
ৰামৰ ভাৰ্য্যাক নীচ ৰাক্ষসে বাঞ্ছস।
শুচীৰ মুখত দিয়া নয়ন জান্তস ॥২৯
গলে শিলা বান্ধি তই তৰ সমুদ্ৰেক।
ক্ষুদ্ৰপক্ষী হুয়া ধাৰ দেহ গৰুড়ক ॥৩০
বেঙ্গ হুয়া তেৰঙ্কৰ আগত মিলস।
এণি সাপ হুইয়া তই পৰ্ব্বত গিলস ॥৩১
বিৰাইল বাঘিনি সমে কৰ পৰিহাস।
পৃথিবীৰ জন্তু আদিত্যৰ ধাৱে যাস ॥৩২
সিংহৰ ভাৰ্য্যাক শৃগালৰ অভিলাষ।
শান্তী সীতা মোক তই ভজিবাক চাস ॥৩৩
সুখৰ ভিতৰে তোৰ মতি ভৈল মন্দ।
অবিলম্বে ৰাঘৱে ছেদিবে দশ স্কন্ধ ॥৩৪
গৰুড়ৰে কাকৰে যেহেন পটন্তৰ।
শিয়াল সিংহৰ হোৱে যেহেন অন্তৰ ॥৩৫
গিৰি নদী সমুদ্ৰে অন্তৰ হোৱে যত।
ৰাম দেৱে তোহোৰ দেখয় সেহি মত ॥৩৬
ৰাঘৱক এৰি কেনে তোহোক ভজিবোঁ।
গঙ্গাক এৰিয়া কেনে কূপত মজিবোঁ ॥৩৭
গাধক ভজিবোঁ কেনে সিংহক এৰিয়া।
শুকুতাক খাইবোঁ কেনে অমৃত তেজিয়া ॥৩৮
আমাৰ আগত কিক লঘু বোল মাতি।
আমাক জানিবি পতিব্ৰতা মহাশান্তী ॥৩৯

স্বপ্নে জ্ঞানে মনে ৰাঘৱত দৃঢ় কায়া।
চৰণে খুঁচুইবোঁ পৰ পুৰুষৰ ছায়া ॥৪০
ঘৃত পৰিহৰিয়া কিসক ঘোল পিবোঁ।
ৰামৰ আপচু কাচু তোৰ মুণ্ডে দিবোঁ ॥৪১
ৰাঘৱৰ শৰে তোৰ জিহ্বা ছিৰিবেক।
ৰাক্ষস সকলে তোৰ কিবা কৰিবেক ॥৪২
সীতাৰ বচনে তাৰ ক্ৰোধ সম্পজিল।
অগনিত নিয়া যেন ঘৃত দান দিল ॥৪৩
মোহোৰ বীৰত্ব সীতা তই নজানস।
সিকাৰণে ৰামক মুনিষ বখানস ॥৪৪
মুহি ধনুৰ্দ্ধৰ ৰাম তেজবল হীন।
নজানয় শাস্ত্ৰ নয় ধৰ্ম্মতো বিহীন ॥৪৫
এতেকেসে ৰাম পিতৃ ৰাক্যত থাকিল।
নীচ জানি দশৰথে দেশৰ ডাকিল ॥৪৬
গুণৱন্ত ভৰতক দিলা সবে ৰাজ।
নিগুৰ্ণ ৰামক পঠাইলন্ত বন মাজ ॥৪৭
তোৰ স্বামী ৰাম যেৱে মুনিষ হোৱয়।
ভায়েকক মাৰি কেনে ৰাজ্য নলৱয় ॥৪৮
ক্ষত্ৰিজাতি হয়া বহে শিৰে জটাভাৰ।
হেন দেখি হাস্য বৰ উঠয় আমাৰ ॥৪৯
তোৰ স্বামী মানুষ জীয়েক কত দিন।
অলপ কালেতে তাৰ আয়ু হুইবে ক্ষীণ ॥৫০
মৃতক স্বামীৰ সীতা গৃহ পৰিহৰ।
লঙ্কাত পশিয়া যুগে যুগে ৰাজ্য কৰ ॥৫১
ব্ৰহ্মাৰ বৰত মোৰ অবধ্য শৰীৰ।
স্বৰ্গ মৰ্ত্ত পাতালতো মোক নাহি বীৰ ॥৫২
ত্ৰিদশক জিনিলোঁ আৰৰ নাহি শঙ্কা।
জ্যেষ্ঠ ভাই কুবেৰৰ কাঢ়ি লৈলোঁ লঙ্কা ॥৫৩
আক লৈলোঁ ধন জন পুষ্পক বিমান।
সব দেশ চলে সিটো মহা দিব্য যান ॥৫৪
কৈলাসক গৈয়া লৈল হৰত শৰণ।
সিকাৰণে কুবেৰৰ নভৈল মৰণ ॥৫৫
বাসৱক জিনি লৈলোঁ বীৰত্ব মোৰ শুন।
যমক জিনিয়া আক জিনিলোঁ বৰুণ ॥৫৬
সুৰগণ জিনিলোঁ জিনিলো ৰুদ্ৰগণ।
মোক সম বীৰ নাহি ই তিনি ভুবন ॥৫৭
লঙ্কাত খাটন্ত আসি সব দেৱলোক।
তাক দেখি সীতা তোৰ কৌতূহল হোক॥৫৮
ভুঞ্জিবি মানুষ হুয়া ৰাক্ষসৰ ভোগ।
বনবাস নিকাৰ তোহোৰ মুহি যোগ ॥৫৯
আপুনি আসিয়া তোত পশিলোঁ শৰণ।
মুহিঁৰি সুন্দৰি তই নিকাৰুণ মন ॥৬০
এতিক্ষণ মোক যেৱে স্বামী নৰৰিবি।
পাচ কালে সীতা মোক সুমৰি মৰিবি ॥৬১
পৃথিৱীৰ ৰাজা সব যুজি বশ্য কৈলোঁ।
মহাদেৱে সহিতে কৈলাস তুলি লৈলোঁ ॥৬২
জগতত সাৰ যত আমাকেসে যোগ।
লঙ্কাত পশিয়া সীতা কৰিয়োক ভোগ ॥৬৩
ত্ৰিভুবন নৃপতি তোহোঁৰ ভৈলোঁ দাস।
অনুগত জন পৰিহৰিবাক চাস ॥৬৪
মোহোৰ বচন যেৱে নৈৰাশ কৰিব।
সুখে দুঃখে তোক আজি অৱশ্য হৰিব ॥৬৫
ৰাৱণৰ বোল শুনি উৰি গৈল জীউ।
কোপে ভয় বুলিলন্ত জনকৰ জীউ ॥৬৬
মোহোক হৰিয়া যেৱে পাতালক যাস।
তথিতো ৰাঘৱে তোৰ চিন্তিব বিনাশ ॥৬৭
হাড়ী জাতি হুয়া পঢ়িবাক চাস বেদ।
অবিলম্বে ৰাঘৱে কৰিব স্কন্ধ ছেদ ॥৬৮
হৰৰ ঘৰিণী হৰি জীৱাক আশস।
ইন্দ্ৰৰ শচীক হৰি মৰণক লস ॥৬৯
হৰিবাক পাৰস চন্দ্ৰৰ ৰোহিণীক।
সত্যৱন্ত ভাৰ্য্যা নিৱে পাৰ সাবিত্ৰীক ॥৭০
বশিষ্ঠৰ অৰুন্ধতী পাৰ হৰিবাক।
তথাপিতো নোৱাৰিবি ৰামৰ সীতাক ॥৭১
লঙ্কাৰ অগনি কুণ্ড মোক যেৱে নিবি।
ৰামৰ হাত মূঢ় অৱশ্য মৰিবি ॥৭২
মুনিষৰ বেটা হোস ক্ষণিক বিধান
প্ৰভুৰ হাতৰ সহ একগোটা বাণ ॥৭৩
কি তই সহিবি শ্ৰীৰামৰ বাণ টান।
লক্ষ্মণৰ শৰ চোটে তেজিবি পৰাণ ॥৭৪
শ্ৰীৰ আগত মুনিষাই বখানস।
মোহোৰ প্ৰভুৰ তই কথা নজানস ॥৭৫
অপকাৰ কৰিলি যতেক দেৱাসুৰ।
ৰাঘৱৰ হাতত সকলে হুইব চুৰ ॥৭৬
কুপিল ৰাৱণ বাক্য শুনিয়া সীতাৰ।
ৰুষি বেশ এৰি ৰূপ ভৈল আপোনাৰ ॥৭৭

কুৰি কাণ দশ নাক কুৰি খান হাত।
ডাঙ্গৰ কপালে চিত্ৰ দশ গোটা মাথ ॥৭৮
দশমুখ মাজে কুৰি নয়য় বলয়।
যেন কুৰি কুণ্ডা বহ্নি পৰ্ব্বতে জ্বলয় ॥৭৯
কালবৰ্ণ দেহা যেন অঞ্জন পৰ্ব্বত।
ভয়ঙ্কৰ বেশে থিৱ ভৈ গৈল আগত ॥৮০
কৰকৰি চোবায়য় কুৰি পাৰি দান্ত।
একে বেলে তানে যেন কুৰি খান জান্ত ॥৮১
ক্ৰোধিয়া ৰাৱণে বোলে খৰতৰ বাক।
হৰিবোঁ পাপিষ্ঠী! ত্ৰিভুৱনে নাহি ৰাখ ॥৮২
হাঞোঁৰে পাপিষ্ঠী! মোক হেনয় সিদ্ধান্ত।
চৰৰৰ চোটে তোৰ সাৰি এৰোঁ দান্ত ॥৮৩
মোক নজানস তই ৰাৱণ বিশাল।
অগনিৰোঁ অগনি যমৰ যমকাল ॥৮৪
ৰামক বখান মোৰ আগত মুনিষ।
সহস্ৰেক ৰামে মোৰ কৰিবেক কিস ॥৮৫
শুনিয়োক সভাসদ ৰামৰ চৰিত।
আত পৰে নাহি ধৰ্ম্ম দুৰ্ঘোৰ কলিত ॥৮৬
ৰাম হেন নাম ইটো সংসাৰতে সাৰ।
বোলাঁ ৰাম ৰাম পোৰাঁ পাপৰ ভাণ্ডাৰ ॥৮৭

---

## ১৪ অধ্যায়।
### ৰাৱণৰ অহঙ্কাৰ।
#### ছবি।

আকাশে থাকিয়া মই, ধনুত যুৰিবোঁ শৰ,
স্বৰ্গপুৰ ফুৰিবোহোঁ বলে।
পৃথিবীক ঝঙ্কাৰিয়া, জলৰ তলক নিৰোঁ,
পৰ্ব্বতক তুলিবোঁ সকলে ॥১
বায়ুৰ পথক ভেদি, সূৰ্য্যপথ নিৰোধিবোঁ,
মুদিবোহোঁ চন্দ্ৰৰ পথক।
পাতালক বিদৰিবোঁ, নাগৰ লোকক মাৰি,
শোষিবোহোঁ সাতো সাগৰক ॥২
তুষিবোহোঁ ৰাক্ষসক, তুষি বন্ধু সমস্তক,
বৈৰ সব নিলড়িবোঁ যত।
জ্বলিবোহোঁ অগ্নিসম, ক্ৰোধসব সাফলিয়া,
ত্ৰৈলোক্যক উচ্ছেদোঁ সমস্ত ॥৩
যতেক দেৱতা দেখি, সব মান সাৰিবোহোঁ,
যমক জিনিবোঁ ঘোৰ ৰণে।
বাসৱক জিনি মই, অমৰাৱতী বিধ্বংসিবোঁ,
মোক যুজিবেক কোন জনে ॥৪
বৰুণক যুজে জিনি, নাগপাশ কাঢ়ি লৈবোঁ,
অগনিক জিনিবোঁ সংগ্ৰামে।
কুবেৰ দাদাক জিনি, পুষ্পক বিমান নিলোঁ,
মোক কি কৰিবে তোৰ ৰামে ॥৫
স্বৰ্গ মৰ্ত্ত পাতালত, বীৰ আছে যত যত,
সমস্ত জিনিলোঁ সবাক।
তিনিয়ো লোকৰ মাজে, যতেক সুন্দৰী আছে
হৰি আনি আছোহোঁ লঙ্কাক ॥৬
শঙ্কৰে সহিতে মই, কৈলাসক তুলিলৈলোঁ,
সুৰাসুৰ মোক কৰে সেৱ।
ব্ৰহ্মা বিষ্ণু মহেশ্বৰ, এই তিনি বেতিৰেক,
মোক উপাসয় যত দেৱ ॥৭
ত্ৰৈলোক্যৰ ৰাজা যত, সেৱে মোৰ চৰণত,
মই ৰাজা তিনিয়ো লোকৰ।
তোক হৰি লঙ্কা নিবোঁ, স্বামী দেৱৰক তোৰ,
মাৰি পেশোঁ যমৰ নগৰ ॥৮
ৰামৰ চৰিত্ৰ পদ, শুনিয়োক সভাসদ,
মৰণক আগত নে দেখা।
তিলেতিলে টুটে আয়ু, কৈতপৰে প্ৰাণবায়ু,
জীৱন জলৰ যেন ৰেখা ॥৯
যত দেখা বন্ধু ধন, সবে মিছা অকাৰণ,
মায়ায়ে কৰিলে এক ঠাই।
মৰি যাইবা একতিলে, কালঅজগৰে গিলে,
ৰাম নাম বিনে গতি নাই ॥১০
শাস্ত্ৰৰ বুজিয়ো মজ্জা, নামেসে দেৱৰ ৰাজা,
নামেসে কৰিবে পৰিত্ৰাণ।
কলিত লভিবা গতি, নামত কৰিয়ো ৰতি,
নহি আন নামৰ সমান ॥১১
ৰামত কৰিয়ো আশ, চৰণত লৈয়ো বাস,
তেজা ছাৰ ভাস ভুষ কাম।
মাধৱ কন্দলী কৰি, ৰামৰ চৰিত্ৰ ছবি,
ৰচিলন্ত বোলাঁ ৰাম ৰাম ॥১২

---

## ১৩ অধ্যায়

**ৰাৱণ কৰ্ত্তৃক সীতাহৰণ, আৰু ৰাৱণৰ সহিত জটায়ুৰ যুদ্ধ, আৰু তেওঁৰ পক্ষচ্ছেদ।**

পদ।

ক্ৰোধিয়া ৰাৱণ গৈয়া জানকীক পাইল।
বাম হাতে কেশ ধৰি তুলি আলগাইল ॥১
অশেষ যতনে নিয়া অঙ্গে বসাইলেক।
চন্দ্ৰৰ ৰোহিণী যেন ৰাহু ধৰিলেক ॥২
উৰু দুইত হাত দিয়া ডেৱ কৰিলেক।
আথ বেথ কৰি গৈয়া ৰথক পাইলেক ॥৩
আকাশৰ মাজে শীঘ্ৰে কৰিল উৱাৰে।
দুৰ্ঘোৰ ভয়ত সীতা কান্দে দীৰ্ঘ ৰাৱে ॥৪
উত্ৰাৱল চিত্ত ভৈল শিহৰিল গাৱ।
হাকলে বিকলে কান্দে কাম্পে হাতপাৱ ॥৫
হাহা প্ৰভু ৰাম মোৰ তুমি নিজ পতি।
তোমাৰ ভাৰ্য্যাক হৰে ৰাৱণ দুৰ্ম্মতি ॥৬
দুষ্টক দণ্ডিতে প্ৰভু ভৈলা অৱতাৰ।
মোহোক ৰাৱণে হৰে কৰাঁ প্ৰতিকাৰ ॥৭
হৰি হৰি লখাই সত্বৰে লহ লাগ।
সিংহৰ মহিষী হৰে নিশাচৰ ছাগ ॥৮
হৰি হৰি বিধি কিনো কৰিলে বিপত্তি।
হেন ভৈল সঙ্গতি হৰাইলোঁ নিজপতি ॥৯
টীকৰ সুস্বামী কিয় ধৰিবাহা জীউ।
ৰাৱণে হৰিয়া নেই জনকৰ জীউ ॥১০
কৈকেয়ী শাশুৱী মনোৰথ সিদ্ধি ভৈল।
দাৰুণ শোকত শ্বশুৰৰ প্ৰাণ গৈল ॥১১
বন দেৱতাক মই কৰো নমস্কাৰ।
ৰামত কহিবা হেন বিপত্তি আমাৰ ॥১২
পৰ্ব্বতৰ উপৰে জটায়ু ৰৌদ্ৰে গাস্ত।
ক্ৰন্দন শুনিয়া তেহোঁ চতুৰ্দ্দিশে চাস্ত ॥১৩
সীতাক ৰাৱণে নেস্ত তান লক্ষ্য গৈল।
যেন বজ্ৰপাত তান হৃদয়ত ভৈল ॥১৪
নথা নথা পাপী বুলি দিলা পখা চাট।
শীঘ্ৰ বেগে ভেটিলন্ত মাৰুতৰ বাট ॥১৫
উৱাৰতে টল বলি পৰ্ব্বত লৰিল।
শাল তাল বৃক্ষ সব খসিয়া পৰিল ॥১৬
পথ ভেটিলন্ত পক্ষী জটায়ু প্ৰচণ্ড।
পখাৰ ৱাৱত মেঘ ভৈল খণ্ড খণ্ড ॥১৭
দীৰ্ঘ তুণ্ড শকত শৰীৰ নোহে ছোট।
পখা সমে উৰে যেন মহা গিৰি গোট ॥১৮
আকাশত থাকিয়া বোলন্ত পক্ষিৰাজ।
ক্ৰুৰ ৰাক্ষস তই হেন সে নিলাজ ॥১৯
এতমান ৰাজা হুয়া অন্যায় কৰস।
ধৰ্ম্ম পথ এৰি পৰদাৰাক হৰস ॥২০
দশৰথ সমে মোৰ একে কলেৱৰ।
প্ৰাণে যেৱে জীবি মোৰ বধূ পৰিহৰ ॥২১
সীতাক ৰাখিয়া তোক সমৰে মাৰিবোঁ।
তোক ৰথে সমে গিলি সীতাক তাৰিবোঁ ॥২২
মই বৃদ্ধ ভৈলোঁ তোৰ যুৱত শৰীৰ।
তিনিয়ো ভুৱনে তোক লেখি মহাবীৰ ॥২৩
বজ্ৰসম নখ এভো বজ্ৰসম তুণ্ড।
আজুৰিয়া তোৰ চিণ্ডিবোহোঁ দশমুণ্ড ॥২৪
মোৰ বধূ হৰ তোৰ এতমান বুক।
মৈৰাৰ আগত আসি মিলিলে জেন্দুক ॥২৫
কোন বস্ত্ৰ কোস মোক নোহ সমসৰ।
নখ ঠোঁঠ প্ৰহাৰে পেলিবোঁ যমঘৰ ॥২৬
প্ৰাণে যেৱে জীবি সীতা এৰ এতিক্ষণ।
নুহিবা যুগুধ আগ বাঢ়ি দেহ ৰণ ॥২৭
ত্ৰিদশৰ শত্ৰু তোক মাৰি মান সাৰোঁ।
ৰামৰ বৈৰক আজি বিগুতিয়া মাৰোঁ ॥২৮
হেন শুনি ক্ৰোধি বোলে ৰাৱণ লটক।
কি বুলিলা চাৰ বুঢ়া লটক চটক ॥২৯
অবিলম্বে যাইবে মন্দ যমৰ কৰণ।
কি কাৰণে জোকাৰস ত্ৰৈলোক্য ৰাৱণ ॥৩০
কোপ কৰি ফুৰাৱয় কুৰি গোটা আখি।
চন্দ্ৰ সূৰ্য্য বায়ু বসুমতি হৈবা সাখী ॥৩১
ত্ৰিশৰ ৰাজা মই ৰাৱণ প্ৰচণ্ড।
শৰে হানি যুগুধ কৰিবোঁ খণ্ড খণ্ড ॥৩২
হেন বুলি ধনুৰ্ব্বাণ তুলিয়া ধৰিল।
যেন পৰ্ব্বতৰ মেঘে জল বৰিষিল ॥৩৩
ৰাৱণৰ শৰে গৈয়া চৌদিশে বেঢ়িল।
জটায়ুৰ পাখা ৱাৱে সমস্তে উৰিল ॥৩৪
নানা অস্ত্ৰ নৰাচ হানয় কশিয়ালী।
অৰ্দ্ধচন্দ্ৰ হানিয়া ৰাৱণে পাৰে গালি ॥৩৫
কুন্ত জাঠি শৰ যত আগত মিলিল।
সাপক গৰুড়ে যেন জটায়ু গিলিল ॥৩৬

মাৰোঁ পক্ষিৰাজ আজি লৈবোহোঁ পৰাণ।
বজ্ৰৰ সদৃশ হানিলেক দশ বান ॥৩৭
ঠাস ঠোস কৰি গৈয়া গাৱত পৰিল।
নাহি ভ্ৰুব ভঙ্গ লোম গচো ন লৰিল ॥৩৮
জ্বলিলা জটায়ু যেন অগনি চটক।
মাৰোঁহোঁ ৰাৱণ পেষোঁ যমৰ কটক ॥৩৯
ডেৱ দিয়া তাৰ গৈয়া ৰথত চৰিলা।
চৰণৰ নখে ক্ষত বিক্ষত কৰিলা ॥৪০
ঠোঁঠৰ প্ৰহাৰে পিঠি কৰিলন্ত ঘাৱ।
আজুৰি কাটিলা তাৰ মাংস এক নাৱ ॥৪১
কেশত ধৰিয়া তাৰ ঘণ্টাক লাৰিলা।
দুই পাৱে ধৰি তাৰ ধনুক ভাঙ্গিলা ॥৪২
ঠোঁঠে আজুৰিয়া কিৰীটক কাটিলন্ত।
উপৰ দেশক লাগি ক্ষেপি পঠাইলন্ত ॥৪৩
আকাশত সূৰ্য্য যেন কিৰীট জ্বলিল।
জাজ্বল্য সমান হুয়া ভূমিত পৰিল ॥৪৪
চাৰি গোটা গৰ্দ্দভে বহয় ৰথ তাৰ।
মাৰিলা জটায়ু দিয়া লাথিৰ প্ৰহাৰ ॥৪৫
গজৰ অঙ্কুশ সম নখ ঠোঁঠ লাগি।
সাৰথিৰ তাৰ মাথা গোট গৈল ভাগি ॥৪৬
বজ্ৰ সম দুই পাৱ মাথাত হানিল।
মূৰ্চ্ছা গৈয়া দশাননে যমক দেখিল ॥৪৭
পক্ষিৰাজ ৰাৱণক বিভংস কৰিল।
ব্ৰহ্মাৰ বৰত দশস্কন্ধ পুনৰ্জ্জিল ॥৪৮
উবাৱ কৰিলা পক্ষী মাৰুতৰ পথ।
শীঘ্ৰৱেগে লাথি হানি ভাঙ্গিলন্ত ৰথ ॥৪৯
হেন দেখি ৰাৱণৰ হৃদয় লৰিল।
সীতাক কোলাত কৰি ভূমিত পৰিল ॥৫০
যেৱে পৰি আছয় ৰাৱণ নিশাচৰ।
সম্বুধিয়া বুলিল জটায়ু পক্ষিবৰ ॥৫১
শুনৰে ৰাৱণ মোৰ নোহ সমসৰ।
প্ৰাণে যেৱে জীবি মোৰ বধূ পৰিহৰ ॥৫২
মোকে সম নোহস ৰামক কি কৰিবি।
উৎসৰ্গৰ ছাগ যেন অৱশ্যে মৰিবি ॥৫৩
ৰাৱণে বোলয় মোক কত বোল আৰ।
কৰিলাহা আপুনি সকলে প্ৰতিকাৰ ॥৫৪
চিন্তিলাহা মিত্ৰৰ যেহেন যোগ্য কাষ।
ঠাৱক লাগিয়া চলি যাহা পক্ষিৰাজ ॥৫৫
আৰকায় খেদ যেৱে আমাক কৰিবা।
এতিক্ষণে তুমি মোৰ হাতত মৰিবা ॥৫৬
অৱশ্যে সীতাক মই হৰি নিবোঁ লঙ্কা।
তুমি হেন লক্ষকো মোহোৰ নাহি শঙ্কা ॥৫৭
জটায়ু বোলন্ত পুনৰ্ব্বোল হেন থান।
শ্ৰান্ত ভৈলোঁ বৰ মোক ক্ষণিক বিথান ॥৫৮
জৰ জৰ বৃদ্ধ দেহা লাগিল প্ৰয়াস।
ক্ষণিতেক থাক আজি জীৱন্তে নযাস ॥৫৯
জটায়ুৰ শ্ৰম জানি তাহাৰ হৰিষ।
আউৰ কিবা চাওঁ বুলি কৰি বিমৰিষ ॥৬০
কোলে কৰি সীতাক আকাশে বহি যাই।
পক্ষিৰাজ জটায়ু ভূমিত আছে চাই ॥৬১
খেদি গৈয়া তাৰ পাছে পিঠিত চৰিলা।
দুই পখা মেলি তাক সাবটি ধৰিলা ॥৬২
স্তন দুইৰ মাজে নখ আৰোপ কৰিলা।
আক্ষুৰিয়া যেন কলা খোলক চিৰিলা ॥৬৩
হাতীৰ উপৰে যেন মাহুত চৰিল।
নখ অঙ্কুশৰ ঘাৱে ৰাৱণ টলিল ॥৬৪
পৰম বিহ্বল হুয়া চতুৰ্দ্দিশে চায়।
পিঠিত জটায়ু যেন মত্ত গজপ্ৰায় ॥৬৫
হিয়া মুণ্ড গল পিঠি সকলে শৰীৰ।
নখ ঠোঁঠ প্ৰহাৰে কৰিলা চিৰাচিৰ ॥৬৬
ঠোঁঠে ধৰি ধৰি তাৰ কেশ আজুৰিল।
সোটা সোট ভৈল আলুসমে উভৰিল ॥৬৭
মাথাত চৰিয়া পাছে ৰাস্তিলন্ত পাৱ।
ভূমিত পৰিল ৰাজা বিহ্বল স্বভাৱ ॥৬৮
কতোহোঁ দূৰত নিয়া জানকীক থৈল।
চৰৱে মঠিয়ে পাছে যুঝিবাক লৈল ॥৬৯
কুৰিগোটা মুঠি হানিলেক একেবেলে।
গৰুড়ৰ পুত্ৰে তাক সহিলন্ত হেলে ॥৭০
চৰৱে মুঠিয়ে লাথি হানয় আথাক।
হানিলন্ত জটায়ু পখাৰ চাট তাক ॥৭১
নখে ঠোঁঠে কিল ভুকু মহা কুটা কুটি।
প্ৰয়াসিলা দুয়ো বীৰ বল গৈল টুটি ॥৭২
ভ্ৰুকুটা ভ্ৰুকুটি লাগি গৈল ধুমাজয়।
ৰাক্ষসৰ চটকৰ বল হৈল ক্ষয় ॥৭৩
ৰাৱণৰ শৰীৰৰ শোণিত বহয়।
মন্দৰ গিৰিৰ যেন গেৰু নিৰ্ঝৰয় ॥৭৪

নিৰন্তৰে শৰীৰৰ বহয়ে ৰকত ।
ৰাৱণে বোলয় মই নুহিকো শকত ॥৭৫
ন্যায় যুজে যুজোঁ যেৱে মাৰিবেক মোক ।
অন্যায় যুজিবোঁ আৰে যেন যুৱাই হোক॥৭৬
হেন ভাবি ডাবৰ কাঢ়িল চন্দ্ৰহাস ।
মাৰোঁ পক্ষিৰাজ আজি জীৱন্তে নযাস ॥৭৭
ৰাৱণৰ মন জানিলন্ত পক্ষিৰাজ ।
পখা চাট মাৰিলন্ত হৃদয়ৰ মাজ ॥৭৮
ছুৰ্ব্বাৰ প্ৰহাৰে তাৰ হাৰ বিহৰিল ।
কতোহোঁ দূৰত চিতে ৰাৱণে পৰিল ॥৭৯
থাক থাক বোল আক জটায়ু বুলিল ।
ৰাৱণে বোলয় মোৰ আবেসে বুজিল ॥৮০
মায়া কৰি ভেৰ দিয়া দূৰত পৰিল ।
চৰণৰ প্ৰহাৰত পৃথিৱী লৰিল ॥৮১
পাখি চাট কৰি আগে জটায়ু খেদিল ।
চন্দ্ৰহাস হানি পাখা ৰাৱণে ছেদিল ॥৮২
পাৱ ছুই ছেদিল কাটিয়া ছুই পাশ ।
হেন মতে জটায়ুৰ মিলিল বিনাশ ॥৮৩
মায়া যুজে যুজিলন্ত আপোনাক ৰাখি ।
ইন্দ্ৰে যেন পৰ্ব্বতৰ ছেদিলেক পাখী ॥৮৪
জটায়ু মৰিয়া যেৱে ভূমিতে পৰিল ।
সাগৰ থলকি মহী মন্দৰ লৰিল ॥৮৫
জটায়ুক মাৰিয়া ৰাৱণ ৰজমনে ।
আপোনাৰ সন্তাৰ বিচাৰি পশি বনে ॥৮৬
ৰথ খান ভাজিল সিঙ্কিল বস্তুজাত ।
চামৰ ঢোলাৰ ছুইৰ নাহিকয় মাথ ॥৮৭
ছত্ৰ দাৰ পৰি হয়া আছে ছুই চিৰ ।
সাৰথিৰ মুণ্ড নাহি দেখিল শৰীৰ ॥৮৮
সীতায়ে ধৰিলা চাপি জটায়ুৰ গলে ।
আশেৰ কান্দিলা দেৱী হাকলে বিকলে ॥৮৯
হৰি হৰি মোহোৰ বান্ধৱ পক্ষিৰাজ ।
পাপিষ্ঠৰ কাৰণে মৰিলা বনমাজ ॥৯০
মোক এৰি চলিলা জনক যেন বাপ ।
সব কুটুম্বত কৰি তোমাত সন্তাপ ॥৯১
ছুৰ্গতি কালত তুমি মোৰ ভৈলা সাহা ।
জনকৰ জীউ মাতোঁ মাথা তুলি চাহা ॥৯২
দশৰথ যেন তুমি মোহোৰ শশুৰ ।
মহাবী অনাথা কৰি যাহা মম পুৰ ॥৯৩
কহি এৰি গৈলে মোৰ ছুস্তৰণ নাৱ ।
বাহিৰে ভিতৰে মোৰ পোৰে সৰ্ব্বগাৱ ॥৯৪
শাস্তী সীতা হওঁ যেৱে তত্ত্ব পৰমাণ ।
ৰাঘৱত কহিলে তোমাৰ যাইব প্ৰাণ ॥৯৫
অশেষ সন্তাপে সীতা ক্ৰন্দন কৰিলা ।
ৰাৱণ আসয় দেখি বৃক্ষত ধৰিলা ॥৯৬
এৰ এৰ বুলি সীতা কৰন্ত বিধাৰ ।
আজুৰিয়া কোলে ধৰি কৰিলা উধাৰ ॥৯৭
সীতা লৈয়া চলি গৈল গগনৰ মাজ ।
দেৱক সম্বুধি ব্ৰহ্মা বুলিলন্ত কাৰ্য ॥৯৮
জনকৰ জীউ হৰে ৰাৱণ পাপিষ্ঠ ।
ৰাঘৱৰ দ্ৰোহ কৰি মৰিবেক নিষ্ঠ ॥৯৯
মাংসক লভিয়া যেন লৈযান্ত হেঙ্গল ।
আকাশে ৰাৱণ যেন মেঘৰ চেঙ্গল ॥১০০
বিজুলী চটক যেন গোসানীৰ কান্তি ।
তাৰা যেন জিকী পাৱে অলঙ্কাৰ কান্তি॥১০১
ৰাৱণৰ অঙ্গে ৰূপ সীতাৰ বলিল ।
অঞ্জন পৰ্ব্বতে যেন মাণিক্য জ্বলিল ॥১০২
ৰাক্ষসৰ কোলে দেৱী পৰম নিৰ্ম্মল ।
মেঘক ফেৰিয়া যেন চন্দ্ৰৰ মণ্ডল ॥১০৩
ৰাৱণৰ পাশে সীতা মাণিক জ্বলিল ।
নিশাকালে শোভে যেন পৰ্ব্বতে মলিন॥১০৪
বায়ুবেগে লৰয় সীতাৰ বস্ত্ৰ খন ।
মেঘত লাগিল যেন ৰবিৰ কিৰণ ॥১০৫
ৰাৱণৰ কোলে ৰূপ সীতাৰ উজ্জ্বল ॥
সৰোৱৰ মাজে যেন ফুল্ল উতপল ॥১০৬
ইন্দ্ৰনীল পাশত মাণিক অতিৰেক ।
কসটী শিলাত যেন সুৱৰ্ণৰ ৰেখ ॥১০৭
নানা বস্ত্ৰ অলঙ্কাৰ সীতাৰ বলয় ।
যেন কাল মেঘ খণ্ড ৰাৱণ বলয় ॥১০৮
স্তন মাজ হন্তে আসি পৰি গৈল হাৰ ।
গগনৰ হন্তে যেন গঙ্গা অৱতাৰ ॥১০৯
শোকে ছুঃখে সীতাৰ শৰীৰ ভৈল কৃশ ।
ৰাৱণক বুলিলন্ত কৰি বিৰবিৰ ॥১১০
হাওঁৰে পাপিষ্ঠ সদগতি নাহি তোৰ ।
এতমান ৰাজা হয়া ভৈলি তিৰি চোৰ ॥১১১
অনেক প্ৰকাৰে আমি বিৰবিৰি পাইলোঁ ।
মায়া মৃগ পঠাই দিলে ৰামক ভুলাইলোঁ॥১১২

ৰামৰ ৰাৱক তোৰ ৰাক্ষসে কাঢ়িল।
সেহিসে কাৰণে মোক লক্ষ্মণে ছাৰিল ॥১১৩
লগত অছিল হন্তে লক্ষ্মণ দেৱৰ।
তাহানে শৰতে গৈলে হন্তে যমঘৰ ॥১১৪
তিৰী চোৰ পাপিষ্ঠ হাৰিব আউঠা খাহা।
গলে শিলা বান্ধি দুষ্ট মৰিবাক যাহা ॥১১৫
স্বামীক নিজিনি কেনে মোক নেস বলে।
ঝাণ্টে চল পাপিষ্ঠ হাৰিব মাৰ্গতলে ॥১১৬
সুবুদ্ধি ন ভৈল তোৰ মৰিবাৰ কালে।
শিশিৰ শুষিব তোক ৰাম ৰবি জালে ॥১১৭
যত অলঙ্কাৰ সীতা গাৰৰ কাঢ়িল।
দেৱাঙ্গ বসনে তাক প্ৰবন্ধে বান্ধিল ॥১১৮
পাঞ্চ বানৰক পৰ্ব্বতত ভেণ্ট পাইলা।
সবাৰে মাজক লাগি ক্ষেপিয়া পঠাইলা॥১১৯
শান্তী সীতা মই যেৱে হওঁ তত্ত্বসাৰ।
ৰামৰ হাতক লাগি যাউক অলঙ্কাৰ ॥১২০
ৰাৱণে লক্ষিল দিশ নিহালন্তে কায।
ভূষণ পৰিল পাঞ্চ বাননৰৰ মাজ ॥১২১
পাঞ্চগুটি বানৰে উৰ্দ্ধক লাগি চাইলা।
ৰাক্ষসৰ অঙ্গে কন্যা এক ভেণ্ট পাইলা॥১২২
আকাশে মেলিয়া যাই দীৰ্ঘ কেশ তাৰ।
মনত বিস্ময়ে তুলি লৈলা অলঙ্কাৰ ॥১২৩
জটায়ুৰ প্ৰহাৰে বিহ্বল চিত্ত ভৈল!
দক্ষিণ এৰিয়া ৰাজা পূৰ্ব্ব দিশ গৈল ॥১২৪
ঋষ্যমুখ গিৰি পাইল চম্পা সৰোৱৰ।
দিশ লক্ষি পাছে লঙ্কা গৈল লঙ্কেশ্বৰ ॥১২৫
নিজ মৃত্যু সীতা লৈয়া ৰাৱণ চলয়।
অৰণ্য এৰায়া পাইল বৰুণ আলয় ॥১২৬
অন্তৰীক্ষ গতি বীৰে সমুদ্ৰ এৰাইল।
শীঘ্ৰবেগে গৈয়া পাছে লঙ্কাপুৰী পাইল॥১২৭

---

### ১৬ অধ্যায়।

ৰামবধাৰ্থ ৰাক্ষস নিয়োগ। (আৰু) ৰাৱণ আৰু সীতাৰ কথোপকথন।

ৰাজ্যত পশিয়া অন্তঃপুৰে পাছে গৈল।
নিৰ্জ্জন থানত নিয়া জানকীক থৈল ॥১
ৰাক্ষসী লোকক তথা ৰক্ষণ বিহিল।
সীতাক চাহিবা ভালে উপদেশ দিল ॥২
যেবে জানকীক আন পুৰুষে দেখয়।
তোমাকে তাহাকে চাপি কাটিবো নিশ্চয়॥৩
হীৰা মণি মাণিক সীতা যতেক মাগয়।
শঙ্কা এৰি দিবা আনি যি কিছু লাগয় ॥৪
এহি বুলি ৰাজা নিজ মণ্ডপ পাইলেক।
মহাবীৰ আঠ গোটা মতাই আনাইলেক ॥৫
চন্দ্ৰকেতু কালকৰ্ণ বীৰ কম্পানন।
যজ্ঞ শত্ৰু মহাবাহু ৰাক্ষস ভস্মকৰ্ণ ॥৬
তাল জঙ্ঘ সুপ্ৰতপ্ন আঠ বীৰ।
দেৱ সবো সদৃশ নোহয় একৈকৰ ॥৭
শুনঁা মহাবীৰগণ সাৱধান মনে।
ঝাণ্টে কৰি যাইঁা তুমি দণ্ডকাৰ বনে ॥৮
ৰাঘৱে মাৰিল মোৰ খৰ দূষণক।
তাহাৰ ঘৰণী হৰি আনিলোঁ ঘৰক ॥৯
দুইভাই মিলি কিবা আলোচয় কায।
বাৰ্ত্তাক জানাহা গৈয়া দণ্ডকাৰ মাজ ॥১০
মাৰিবাক পাৰা যেৱে আতি বৰ ভাল।
এতেকে পলাই মোৰ হৃদয়ৰ শাল ॥১১
আঠকো পঠাওঁ আমি কাৰ্য্যক উপেক্ষি।
মহাবীৰ মাজে তোমাসাক ভালে লেখি ॥১২
নৃপতিৰ আদেশক শিৰে তুলি লৈল।
ৰাজাক প্ৰণামি আঠো বীৰ লৰি গৈল ॥১৩
ৰাক্ষসক মাৰি ৰামে কীৰ্ত্তি বৰ থৈল।
তথা গৈয়া সবে লুকি দিয়া থিত ভৈল ॥১৪
আঠ গোটা নিশাচৰ পঠায়া ৰাৱণে।
কৃত কৃত্য ভৈলোঁ হেন মানিলেক মনে ॥১৫
অন্তেষ পুৰক লাগি গৈল তেতিক্ষণে।
সীতাক ৰাখয় দেখে ৰাক্ষসিনীগণে ॥১৬
শৰীৰ ভেদিল তাৰ মদনৰ বানে।
তেতিক্ষণে চলি গৈল জানেকীৰ থানে ॥১৭
সম্বুধিয়া সীতাক বোলয় লঙ্কেশ্বৰ।
দেখ দেখ জানেকী মোহোৰ ধৌলিঘৰ ॥১৮
আমাৰ থানত নজানিয় তাপ শীত।
চন্দ্ৰ সূৰ্য্যে অনুকূলে সেৱা কৰে নিত ॥১৯
মোহোৰ সে মন জানি বায়ু কৰে গতি।
দেৱাসুৰগণে মোক কৰয় প্ৰণতি ॥২০
চন্দ্ৰ জ্যোতি বাস সূৰ্য্যপথ পাইল।
শুক্ল মেঘ খন যেন আকাশে উধাইল ॥২১

ভূমি সব দেখি সীতা সুবৰ্ণ ৰতন।
হেন দেখি জানকী মোহোত দিয়া মন ॥২২
শুনিয়োক সীতা সৈন্য যতেক আমাৰ।
সত্যে সত্যে মই সবে লেখা দিবোঁ তাৰ ॥২৩
বাষষ্ঠি হাজাৰ মুখ্য ৰাক্ষসৰ বল।
তেহ্নয় দুইগুণ মুখ্য পিশাচ সকল ॥২৪
একে একে ভৃত্য আছে সহস্ৰ সহস্ৰ।
অনুকূলে সেৱা কৰি থাকয় অজস্ৰ ॥২৫
ৰণভূমি যান্তে চান্তি চলে ছাৰি পাখ।
প্ৰত্যেকৰ লগে পাইক বাইশ বাইশ লাখ॥
বাল বৃদ্ধ এৰিয়া সৈন্যৰ দিলোঁ লেখ।
মনুষ্য পৰিহৰি মোক শুভদৃষ্টি দেখ ॥২৭
ৰামক এৰিয়া সীতা মোত কৰ ভাৱ।
মই হেন স্বামী নাৰী ভৈ নগৰাৰ ॥২৮
এতিনি ভুৱনে জান সকলে আমাৰ।
সোণ ৰূপ ৰজত মানে মাণিক ভণ্ডাৰ ॥২৯
হস্তী ঘোড়া ৰথ মোৰ ত্ৰৈলোকেতে সাৰ।
সমৰ্পিলোঁ তোমাত সকলে ৰাজ্য ভাৰ ॥৩০
সহস্ৰ সংখ্যাত মোৰ যত পটেশ্বৰী।
দাসী দাস আছে যত আৰু মন্দোদৰী ॥৩১
সবে তোত খাটোক চৰণে সেৱা কৰি।
যাক যেন যোগ্য দিৱা হাত তোলা কৰি॥৩২
যেহি আজ্ঞা কৰ সীতা সাধিবাক পাৰি।
মইয়ো তোৰ ভৈলোঁ ভাতুটিৰ অধিকাৰী॥ ৩৩
হৃদয়ৰ দুঃখ বাঢ়ে দূৰে পৰিহৰ।
ত্ৰিভুৱন নাথ ৰাৱণক স্বামী বৰ ॥৩৪
মোক ৰামে মাৰিবন্ত মনে আছে চাণ্ডি।
কহিত শুনিলি সীতা মই ভৈলোঁ বন্দি ॥৩৫
অগনি শিখাত কোনে বাস কৰিবেক।
মোকত নজানোঁ একবীৰে জিনিবেক ॥৩৬
মোকে ঘোৰ নাই গড় আৰব দুৰ্জ্জয়।
চতুৰ্দ্দিশে বেঢ়ি ঘোৰ সাগৰ আছয় ॥৩৭
ৰামে তোক নিব হেন আশা পৰিহৰ।
চৰণত ধৰোঁ মোক অনুগ্ৰহ কৰ ॥৩৮
পুষ্পক বিমান তিনি ভুৱনতে সাৰ।
ইহাতে ৰমণ হৌক তোমাৰ আমাৰ ॥৩৯
দশগোটা শিৰে তোৰ চৰণত কাণ্টো।
মুখে খেৰ ধৰিয়া কাতৰি কৰি মাগোঁ ॥৪০
ৰাজ ৰাজেশ্বৰ মই তোৰ ভৈলোঁ দাস।
ইহাত অধিক কিনো বহুমান চাস ॥৪১
বিৰহ অগনি মোৰ পোৰে কলেৱৰ।
অধৰ অমৃত দানে উপশম কৰ ॥৪২
ৰাৱণৰ বোল শুনি জানকী গোসানী।
জ্বলন্ত অগনি যেন বুলিলন্ত বাণী ॥৪৩
দশৰথ বধূ মই ৰামৰ ঘৰণী।
আসিয়া মিলিলোঁ তোৰ কুলসংহাৰিণী ॥৪৪
দীৰ্ঘবাহু মহাবীৰ সুস্বামী আমাৰ।
বিত্তোপন দেহা যেন কাম অৱতাৰ ॥৪৫
একোএ প্ৰকাৰে তাঙ্ক তই নোহে তুল।
মাণিকৰ আগে যেন লোহচৰ ফুল ॥৪৬
পূৰ্ব্বে অস্ত সূৰ্য্য যেৱে পশ্চিমে উদিত।
তথাপিতো জানকীৰ নলৰিব চিত্ত ॥৪৭
বৰ্ব্বৰ ৰাৱণ তই মুবুদ্ধুস কায।
আমাক লাঘৱ বাক্য পাপিষ্ঠ নিলাজ ॥৪৮
মহেশৰ জটত অঙ্কুশ দিতে চাস।
নৰকৰ পলু স্বৰ্গ ভোগে কৰ আশ ॥৪৯
আসন্ন কালত তোৰ বিনাশন বোধ।
সিকাৰণে মোক তই বোল অনুৰোধ ॥৫০
মোহোৰ একান্ত পতি ৰাম প্ৰাণনাথ।
চৰণে নুচুবোঁ পৰ পুৰুষৰ মাথ ॥৫১
শঙ্কৰ ব্ৰহ্মাত যেৱে পৈশস শৰণ।
তথাপিতো ৰাম হাতে তোহোৰ মৰণ ॥৫২
তোহোক ৰাখন্ত যদি দশ দিগপাল।
তথাপিতো ৰাম তোৰ হৈব যমকাল ॥৫৩
স্বামী আগে থাকন্তে আনিলি হন্তে যেৱে।
বিৰাধৰ মতে যম গৈলে হন্তে জেৱে ॥৫৪
নাৰী চোৰা পাপিষ্ঠ তোহোক আছোধিক।
এৱে তই বীৰ আসি বোলাহস কিক ॥৫৫

---

১৭ অধ্যায়।

ৰাৱণৰ প্ৰতি সীতাৰ অভিশাপ।

ছবি।

ৰামেতোক মাৰিবন্ত।
মোৰ মান সাৰিবন্ত ॥১
লঙ্কা পুৰী দহিবন্ত।
দুৰ্গতিতো তাৰিবন্ত ॥২

তোৰ অস্ত্ৰ দহিৱন্ত ।
অনুশোচ কৰিৱন্ত ॥৩
দুষ্টজন নাশিৱন্ত ।
হাতে ধনু ধৰিৱন্ত ॥৪
হেলে সিন্ধু তৰিৱন্ত ।
শোক পৰিহৰিৱন্ত ॥৫
কৌতুকক কৰিলন্ত ।
শত্ৰুগণ মাৰিৱন্ত ॥৬

১৮ অধ্যায় ।

পদ ।

ৰাৱণৰ প্ৰতি সীতাৰ পুনঃ কটুক্তি, আৰু ব্ৰহ্মাৰ আদেশত ইন্দ্ৰদেৱে সীতাৰ সমীপে গৈ সীতাক পায়স প্ৰদান কৰে আৰু সীতা অদৰ্শনত ৰামৰ খেদ ।

কদাচিতো তোৰ বচনক ন ধৰিবোঁ ।
তুহি মই নিৰাহাৰে পৰাণে মৰিবোঁ ॥১
দুৰাচাৰ ৰাৱণ হোৱস তই তপী ।
অধৰ্ম্মক ডৰে তোক ন মাৰোহোঁ শাপি ॥২
শাস্ত্ৰী সীতা মোক বলে ধৰিবাক চাস ।
হৰিতে মাৰিতে লাগি লস গল পাশ ॥৩
শুচ শুচ নিশাচৰ সম্বিত ন চাপ ।
কৰিবোহোঁ ভস্ম তুহি দিয়া চণ্ডশাপ ॥৪
সীতাৰ বচন শুনি নৃপতি ৰাৱণ ।
ৰাক্ষসিনী লোকক বুলিলা তেতিক্ষণ ॥৫
স্বামীৰ সন্তাপ যেৱে সুগুচৈ মনত ।
ৰাখিয়া থাকাহা নিয়া অশোকবনত ॥৬
জনকৰ জীউ যেন হোৱয় সবস ।
প্ৰতি টনকে যেন কাৰ্য্য হোৱে বশ ॥৭
ৰাৱণৰ বাক্য সবে শিৰে ভুলি লৈল ।
সীতা মাজ কৰিয়া ৰাক্ষসী লৰি গৈল ॥৮
ত্ৰিভুৱনে সাৰ আতি অশোকৰ বন ।
স্বৰ্গত যেহেন দেৱৰাজৰ ভুৱন ॥৯
কল্পতৰু পাৰিজাত মন্দাৰ সন্তান ।
সুৱৰ্ণৰ বৃক্ষ সব জ্বলে থানে থান ॥১০
ত্ৰৈলোক্যত সাৰ যত বৃক্ষ নিৰন্তৰ ।
সুনিৰ্ম্মল জলে শোভে দিব্য সৰোবৰ ॥১১
সুৱৰ্ণৰ খাট খড়ি সুশোভিত ঘাট ।
পুষ্পৰ সুৰভি গন্ধে সুশোভিত বাট ॥১২
ৰাৱণৰ বন যত স্বৰ্গতো উপাম ।
তাৰ মাজে বৃক্ষ এক শিংশপা যে সাম ॥১৩
সুৱৰ্ণ মাণিক ভূমি তাহাৰ গুৰিত ।
ৰাক্ষসিনী মাজে সীতা ভৈলা উপস্থিত ॥১৪
সীতাৰ হৰণে চিত্ত সৱাৰ ভাগিল ।
কণাকণি কথা সবে লঙ্কাত লাগিল ॥১৫
ৰামৰ ভাৰ্য্যাক হৰি নকৰিল ভাল ।
ৰাক্ষসগণৰ হৃদয়ত দিল শাল ॥১৬
কেহোঁ বোলে ৰামে সবে সাধিবন্ত কায ।
হুকৰাইলে লঙ্কেশ্বৰে লঙ্কা হেন ৰাজ ॥১৭
কতো বোলে ভায়া তই ভয় পৰিহৰ ।
ৰাৱণক ৰাঘৱে নোহয় সমসৰ ॥১৮
ব্ৰহ্মায়ে বোলন্ত শুনিয়োক দেৱৰাজ ।
নিৰাহাৰে জানেকী আছন্ত লঙ্কা মাজ ॥১৯
বাৰ্ত্তা নাপাই ৰাঘৱৰ হৈবন্ত বিনাশ ।
আমৰা সৱৰ হৈব নিষ্ফল প্ৰয়াস ॥২০
ঝাণ্টে কৰি ইন্দ্ৰ তুমি লঙ্কা চলি যাহা ।
ৰাঘৱৰ বাৰ্ত্তা জানকীত জনাবাহা ॥২১
পায়স দিয়োক জানকীৰ বিদ্যমান ।
পতিব্ৰতা নাৰীৰ তেৱেসে ৰহে প্ৰাণ ॥২২
ব্ৰহ্মাৰ আজ্ঞাক ইন্দ্ৰে শিৰত লৈলন্ত ।
হাতত পায়স লৈয়া লঙ্কাত গৈলন্ত ॥২৩
নিদ্ৰাবাণ ৰাক্ষসিনীগণক হানিল ।
অচেতনে পৰিগৈল কিছো ন জানিল ॥২৪
চিন্তা শোকে থিৰ ভৈলা জনকৰ জীৱ ।
হাতত পায়সে ইন্দ্ৰ আগে ভৈলা থিৰ ॥২৫
দেখিয়োক সীতা হেৱ আমি দেৱৰাজ ।
সমস্তে কুশল ৰাম লক্ষ্মণৰ কায ॥২৬
ভুঞ্জিয়ো পায়স শোক কৰাঁ পৰিহাৰ ।
শত বৰিষতো ক্ষুধা ন লাগিবে আৰ ॥২৭
গুচিব পিয়াস সব শৰীৰ জুৰাইব ।
অবিলম্বে তুমিয়ে ৰামৰ কোল পাইব ॥২৮
ৰাৱণক ৰামে আসি হৰিতে মাৰিব ।
আমি সব সহায় তোমাক নিস্তাৰিব ॥২৯
শঙ্কা এৰি মোৰ বাক্য বেদ পৰিমাণ ।
ৰাক্ষসী লোকক হানি আছোঁ নিদ্ৰাবাণ ॥৩০
সীতায়ে বোলন্ত তেৱে বাক্য জানোঁ সত ।
তুমি যেৱে ইন্দ্ৰ মই জানোঁ কেনে মত ॥৩১

ৰামে কহি আছে দেৱৰাজৰ স্বৰূপ।
ছন্ম পৰিহৰি ধৰাঁ আপোনাৰ ৰূপ ॥৩২
শুনি ইন্দ্রে ধৰিলন্ত আপোন স্বভাৱ।
জাজ্বল্য সমান তুমি নো চোৱয় পাৰ ॥৩৩
চক্ষুত নিমেষ নাহি দিব্য বস্ত্র গাৱে।
হাতে বজ্র ধৰি থিত অন্তৰীক্ষ ভাৱে ॥৩৪
জানকীএ বোলন্ত জনক যেন বাপ।
তোমাক দেখিয়া মোৰ গুচিল সন্তাপ ॥৩৫
জানিলোঁ তুমিসি ভৈলা স্বামীৰ সনাথ।
এতমান অনুগ্রহ আছয় আমাত ॥৩৬
ৰাসয়ে পায়স থৈলা জানকীৰ আগ।
জনকৰ জীয়ে কৰিলন্ত তিনি ভাগ ॥৩৭
ৰাম লক্ষ্মণক লাগি দুই ভাগ ৰঢ়াইলা।
এক ভাগ পৰমায় আপুনিয়ো খাইলা ॥৩৮
জনকৰ জিউ যেৱে পায়স খাইলন্ত।
সীতাক সম্বুধি ইন্দ্রে স্বৰ্গক গৈলন্ত ॥৩৯
সীতা শান্ত ভৈলা কিছু ইন্দ্রৰ বচনে।
ৰামৰ কাহিনী কহোঁ দণ্ডকাৰ বনে ॥৪০
মৃগৰূপ ৰাক্ষসক মাৰি ৰঘুবৰ।
উতপাত মন বায় শুনি ৰাক্ষসৰ ॥৪১
আথে বেথে চলিলন্ত আপোনাৰ থায়।
পাচত শৃগালে কাঢ়িলেক চণ্ডৰাৱ ॥৪২
ৰাঘৱে বোলন্ত মোৰ পোৰে সৰ্ব্ব গাৱ।
কাঢ়িলেক মায়া মৃগে মোৰ থানে ৰাৱ ॥৪৩
শৃগালৰ নাদ শুনি বিয়াকুল চিত্ত।
লথাই এৰি আছে জানোঁ সীতাৰ সহিত॥৪৪
চিন্তা কৰি ৰাম দেৱে শীঘ্রে বহি যান্ত।
পথত লক্ষ্মণ আসে তাক দেখিলন্ত ॥৪৫
হাহা লথাই কিনোঁ তুমি কৰিলা অকাৰ্য।
সীতাক এৰিয়া আইলে ঘোৰ বন মাজ ॥৪৬
কি কাৰ্য কৰিলি তই লক্ষ্মণ ৰে বাপ।
সহিতে ন পাৰোঁ আজিৰ হৃদয়ৰ তাপ ॥৪৭
কি কাৰণে ৰাখি তই আইলে মোৰ ভিতা।
ঘোৰ অৰণ্যৰ মাজে জানোঁ মৰে সীতা ॥৪৮
আশেষ বিলাপে নিজ থান গৈলা চলি।
সীতাক নেদেখি তাপে পৰিলন্ত ঢলি ॥৪৯
হৰি হৰি কত দুঃখ দিলে মোক বিধি।
জনকৰ জিউ ভৈল সংসাৰৰ নিধি ॥৫০

কৈক গৈলে ৰাছে সীতা মোৰ প্রাণেশ্বৰী।
আমাক অনাথ কৰি গৈলে পৰিহৰি ॥৫১
জানেকীৰ শোকে মোৰ প্রাণ খাৰি যাউক।
দণ্ডকাৰ বনত শৃগালে বেঢ়ি খাউক ॥৫২
কতেক কৰিলোঁ মই ইটো মোৰ পাপ।
ৰাজ্যনাশ ভৈল মৰে মৰিলন্ত বাপ ॥৫৩
বন্ধুজন এৰিয়া বনক আইলো তিনি।
হেৰাইলোঁ সীতাক ঐতো মিলিল বিধিনী॥৫৪
কহি গৈলে সীতা মোৰ দুঃখৰ সৈতৰী।
কাণ্টে মাত মোৰ হেৰা প্রাণ যাই হৰি ॥৫৫
সৰ্ব্বাঙ্গ সুন্দৰী ৰাছে সুবদনী সীতা।
যক্ষে বা ৰাক্ষসে হৰি নিলে কোন ভিতা ॥৫৬
হেন বুলি কান্দিলন্ত ধৰণীত লুটি।
হা সীতা বোলন্তে পৰাণ যাই ফুটি ॥৫৭
হৰি হৰি লথাই তই কি কৰিলে মোক।
অগনি লগাইলে গাৱে কি কৰিবোঁ তোক॥৫৮
সীতাক এৰিয়া গৈলে দহে শোকে মোক।
খাণ্ডা হানি মৰোঁ মই তোৰ সুখ হৌক ॥৫৯
সীতা অবিহনে নলাগয় ৰাজ্য ভাৰ।
বিষপ্রায় দেখোঁ মই সকলে সংসাৰ ॥৬০
প্রাণেশ্বৰী বিনে মই মৰিবোঁ বনত।
এবে কৈকেয়ীৰ হৌক কৌতুক মনত ॥৬১
ৰাঘৱৰ শোকে লক্ষ্মণক মাৰে পুলি।
দুই হাতে ৰামক ধৰিলা বীৰে তুলি ॥৬২
শুনিয়ো সমাজে ইতো ৰামাজ্ঞা কথা।
ইতো সংসাৰত সুখ নাহিকে সৰ্ব্বথা ॥৬৩
ইহাকে ঈশ্বৰ ৰামে কৰিলা বিদিত।
তেসৱে লভিলা দুখ এৰা ইতো ভিত ॥৬৪
পৰম ঈশ্বৰ ৰাম সীতা জগন্মাৰ।
দেখাইলন্ত বিষয়ী জনৰ ইতো ভাৱ ॥৬৫
মহাধৰ্ম্মী থিতো অধৰ্ম্মৰ নাহি লেশ।
সিয়ো জনে সংসাৰত ভুঞ্জে মহাক্লেশ ॥৬৬
ঈশ্বৰ ঈশ্বৰী দুইয়ো দেখাইলন্ত তাক।
তাসবাৰ নাহি দুঃখ জানা নিষ্ঠ বাক ॥৬৭
হেন জানি বিষয়ৰ আশা দূৰ কৰি।
নিৰন্তৰে নৰে ডাকি বোলা হৰি হৰি ॥৬৮

---

১৯ অধ্যায়।

লক্ষ্মণৰ প্ৰবোধ বচন, সীতাৰ অভাৱে ৰামৰ ক্ৰোধ।

দুলৰী।

হেট মুণ্ডে শুণি, লক্ষ্মণে বোলন্ত,
দদা শুনা মোৰ বাণী।
আপোনাৰ নিজ, কৰমৰ দোষে,
মৰিলা সীতা গোসাঁনী ॥১
চিত্ত থিৰ কৰি, শুনিয়োক দদা,
মোত এৰা অসন্তোষ।
স্বৰূপ কাহিনী, কহোঁ শুনিয়োক,
মোৰ নাহি কিছু দোষ ॥২
সাক্ষাতে তোমাৰ, যেন আৰ্ত্তনাদ,
শুনিলন্ত সতী সীতা।
চমকিয়া দেৱী, মোক বুলিলন্ত,
চল ৰাঘৱৰ ভিতা ॥৩
ৰাঘৱৰ বাক, শুনিয়া মোহোৰ,
হেৰা প্ৰাণ ফুটি যাই।
স্বামি ভিক্ষা মই, মাগোহোঁ তোমাত,
দিয়োক আৰে লখাই ॥৪
প্ৰবোধিয়া মই, বুলিলোঁ তাহাক,
মুহিবা দেবি হতাশ।
ইটো ৰবি তলে, জানা কদাচিতো,
ৰামৰ নাহি বিনাশ ॥৫
মহাক্ৰোধ কৰি, বুলিলন্ত সীতা,
মোহোৰ বচন শুনি।
হাওঁৰে পাপিষ্ঠ, লখিলোঁহোঁ মই,
নৰা তই যিবা শুণি ॥৬
সতিনীৰ পুত্ৰ, ইহাকেসে লাগি,
আসিয়াছ বনমাঝ।
চুম্পি আছ মনে, ৰামৰ মৰণে,
মোক ভজিবাক চাস ॥৭
দুৰ্ব্বাৰ বচন, শুনিয়া মোহোঁৰ,
হৃদয় কম্প লড়িল।
কহোঁ স্বৰূপত, সাক্ষ বুকুত,
নিৰ্ঘাত যেন পৰিল ॥৮
সেহিসে কাৰণে, জানিবাহা প্ৰভু,
হাতে ধনুশৰ ধৰি।
মহামন্যু কৰি, তোমাৰ পাশক,
গৈলোঁ সীতা পৰিহৰি ॥৯
হেন জানি আৰে, মন্যুক ত্যজিয়া,
কৰিয়োঁ দৃঢ় মনত।
উঠিয়োক দদা, সীতাক খুজিত,
পশিয়ো ইটো বনত ॥১০
যিটো জনে সীতা, হৰিয়া নিলেক,
তাৰ আয়ু ভৈল ক্ষীণ।
তোমাৰ অনিষ্ট, চিন্তিয়া পাপিষ্ঠ,
জীয়ে সিটো কত দিন ॥১১
ৰাঘৱে বোলন্ত, শুনিয়ো লখাই,
হেন সে তই অবোধ।
তোৰ কি কাৰণে, স্ত্ৰীৰ বচনে,
এতমান ভৈল ক্ৰোধ ॥১২
মই কিবা হেন্তু, বাক্য কোন্তে তোক,
কত খুজি খুজি মাৰি।
মোহোঁৰ বিধিয়ে, লিখিত তাহাক,
বাধিত আৰ ন পাৰি ॥১৩
এহি বুলি হাতে, ধনু শৰ ধৰি,
দুইয়ো চালিলন্ত গাৱ।
সীতাক খুজিতে, খুজিতে গৈলন্ত,
বিকল অতি স্বভাৱ ॥১৪
যতেক দুৰ্গম, থানে খুজিলন্ত,
নানা বিধ বন দেশ।
বিলৰ ভিতৰ, পৰ্ব্বত গহ্বৰ,
চাহিলা দুয়ো অশেষ ॥১৫
বিত বিত কৰি, নদী গোদাৱৰী,
চাহিলা তাৰ দুই তীৰ।
বহুবনে চায়া, সীতাক নপায়া,
পোড়য় শোকে শৰীৰ ॥১৬
পাছে মহাক্ৰোধ, কৰিয়া মনত,
ৰাম দেৱ মহাবীৰ।
হাতে অগ্নি শৰ, ধৰি ৰঘুৱৰ,
মেদিনীত ভৈলা থিৰ ॥১৭
ক্ৰোধিয়া ৰাঘৱে, বচন বোলন্ত,
জাজ্বল্য সমান আখি।
মোৰ দোষ নাই, চন্দ্ৰ সূৰ্য্য বায়ু,
বৰুণ হৈবাহা সাক্ষী ॥১৮
ত্ৰিদশ দেৱতা, সবাকো সমুখি,
ক্ৰোধে বুলিলন্ত বাণী।

যেৰে তালে তালে, যাইবে জানকীক,
এতিক্ষণে দিয়া আনি ॥১৯
সুহি ত্ৰিদশক, এহি শৰে মাৰো
আজি সবে মান সাৰোঁ।
সমস্তে নাগক, সংহৰোঁ সকলে,
পাতাল পুৰ বিদাৰোঁ ॥২০
সীতাৰ সন্তাপে, তিনিয়ো ভুবন,
থাকিবাক সুখে নেদোঁ।
পৰম দুৰ্ব্বাৰ, শৰক হানিয়া,
তিনিয়ো লোকক ভেদোঁ ॥২১
দশৰথ তন- য় মোৰ তেৰে,
কথাক কেৰে নজানি।
যত সুৰাসুৰ, সমাকে মাৰিবোঁ,
আজি এই শৰে হানি ॥২২
যক্ষ ৰাক্ষসক, সবাকে মাৰিবোঁ,
আৰৰ গন্ধৰ্ব্বগণ।
মোহোৰ মন্দক, আচৰিয়া সুখে,
থাকিবেক কোন জন ॥২৩
কমন দুৰ্জ্জনে, সীতাক নিলেক,
শীঘ্ৰে আনি দেউক মোক।
তেবেসে আমাৰ, পলাইবেক সবে,
দাৰুণ হিয়াৰ শোক ॥২৪
সুহি তেবে মই, উদয়াস্ত গিৰি,
সবক হানি ফুৰিবোঁ।
অগ্নিৰ অস্ত্ৰক, হানিয়া তিনিয়ো,
ভুবন আজি পুৰিবোঁ ॥২৫
শুন শুন বোলোঁ, ভৈয়াই লক্ষ্মণ,
কমিবাক সুযুৱাই।
শীতল প্ৰাণীক, জানিবি নিশ্চয়,
কেহোঁ জনে ন জুৱাই ॥২৬
শনৈশ্চৰ ক্ৰুৰ, গ্ৰহৰ নামত,
সৰ্ব্বথা সবে তেজয়।
আতি সাম্য চন্দ্ৰ, গ্ৰহৰ নিমিত্তে,
ক্ষুল পাতো নেজিৰয় ॥২৭
হেন বুলি ৰাম, ধনুক ধৰিয়া,
টঙ্কাৰ আতি কৰিল।
টল টল কৰি, তিনিয়ো ভুবন,
একত্ৰ হয়া নৰিল ॥২৮

পৰম অমৃত, ৰামৰ চৰিত্ৰ,
শুনিবাকো কুতূহল।
শুনিয়ো সকল, পৰম মঙ্গল,
ধৰ্ম্ম ইসে সুনিৰ্ম্মল ॥২৯
খায়া দায়া সুখে, বসিয়া শুনন্তে,
পুৰে মনোৰথ কাম।
অবিদ্যাৰ হাত, এৰাইবা সাক্ষাত,
ডাকি বোলা ৰাম ৰাম ॥৩০

---

২০ অধ্যায়।

লক্ষ্মণে ৰামক সান্ত্বনা কৰি, দুয়ো সীতাক বিচাৰি ৰাওতে, জটায়ুৰ লগত সাক্ষাৎ আৰু কথা-ৰাৰ্ত্তা। আৰু জটায়ুৰ শৰীৰ সংস্কাৰ।

পদ।

গগনক মুখে ৰাম যুড়িলন্ত শৰ।
হাতত ধৰিলা চাপি লক্ষ্মণ কুমাৰ ॥১
ৰামক বোলন্ত দাদা তেজিয়ো বিকল।
প্ৰজাক সংহৰি আৰে পাইবোঁ কোন ফল ॥২
আপদত ক্ৰোধ যেৰে কৰিবা আপোনে।
জগতৰ বৰ্দ্ধমক বুজাইব কেমনে ॥৩
তুমিসে শঙ্কৰ ব্ৰহ্মা তুমিসে দৈত্যাৰি।
নিমিষেকে ত্ৰিভুবন দহিবাকে পাৰি ॥৪
আপুনি সৰ্জিলা ইটো সকলো জগত।
তাক সংহৰিবা আৰে কমন মহত ॥৫
শীতল স্বভাৱ এবে উগ্ৰ কেনে ভৈলা।
ত্ৰৈলোক্য দহিতে হাতে ধনুশৰ লৈলা ॥৬
একৰ দোষত কেনে মাৰিবা সুৰাক।
চিন্তিয়ো উপায় পাই বিচাৰতে সীতাক ॥৭
ইতো সব ক্ৰোধে আন কিছু নসাধয়।
কীৰ্ত্তিছন্ন হোৱে পৰ লোকক বাধয় ॥৮
লক্ষ্মণৰ বোলে ৰাম ভৈলা শান্ত মন।
দেখিলন্ত পাছে ভাগি আছে ৰথ খান ॥৯
ৰাঘৱে বোলন্ত লখাই দেখা বিপৰীত।
ৰথ ধ্বজ ভাগি পৰি আছয় ভূমিত ॥১০
ভয়ঙ্কৰ দেখি সৰ্ব্ব কাৰ্য্যক বুজিল।
সীতাৰ কাৰণে এথা দুই বীৰ যুজিল ॥১১
হেন বুলি ভ্ৰমিতে লাগিলা সবে বন।
ক্ৰমো ফুৰে জটায়ুক ভৈলা দৰশন ॥১২

পক্ষীৰ সকলে গাৱ তেজে তোল বোল।
ধনুঃশৰ যুৰি ৰাম শীঘ্ৰে যান্ত কোল ॥১৩
দেখ দেখ লখাই তই বাৰ্ত্তাক নপাইল।
এহি পক্ষিৰাজেসে সীতাক মোৰ খাইল ॥১৪
মায়াৱন্ত ৰাক্ষস চটক ৰূপে খাইল।
মোৰ প্ৰাণেশ্বৰীক গৰ্ভতে পৰিনাইল ॥১৫
হৰি হৰি বাদ্ধে সীতা জনকৰ জীউ।
আৰ ঠোঁঠ প্ৰহাৰে তোহোৰ গৈল জীউ ॥১৬
লখাই দেৱৰক তোৰ পাশৰ গুচাইলে।
দীপত পতঙ্গ যেন প্ৰাণক সুঝাইলে ॥১৭
হাওঁৰে পাপিষ্ঠ আজি তোৰ মান সাৰোঁ।
মোৰ সীতা খাইলে তোক বিগুটিয়ামাৰোঁ॥১৮
হেন বুলি ৰামে শৰ ধনু যুড়িলন্ত।
চক্ষু মেলি জটায়ু ৰামক দেখিলন্ত ॥১৯
আথ বেথ কৰিয়া বোলন্ত ৰাম ৰাম।
দুৰ্ব্বাৰ ক্ৰোধক মোত কৰা উপশাম ॥২০
সীতাক ৰাখন্তে মোৰ তুটি গৈল আয়ু।
গৰুড়ৰ পুত্ৰ মোক বোলয় জটায়ু ॥২১
ৰাৱণ ৰাক্ষসে তযু সীতাক হৰিল।
হেন জানি তাক আসি বাঢ়ি ৰণ দিল ॥২২
যুঝ হাৰি বীৰ পাছে ভূমিত পৰিল।
চন্দ্ৰহাস হানি পাছে পাখাক কাটিল ॥২৩
মোৰ মহামিত্ৰ তযু বাপ দশৰথ।
আগত পুৰিলোঁ পিপ্পলৰ দিয়া পথ ॥২৪
সীতাৰ কাৰণে মোৰ প্ৰাণ খানি ৰৈল।
সিকাৰণে তোমাত সকলে কথা কৈল ॥২৫
হেন শুনি দুই ভাই কান্দিলা বিকলে।
চাপিয়া ধৰিলা দুয়ো জটায়ুৰ গলে ॥২৬
হৰি হৰি পক্ষিৰাজ কিভৈল সন্তাপ।
আজি সি মৰিল মোৰ দশৰথ বাপ ॥২৭
হাহা মৰিলোঁহোঁ বুলি দিয়া দীৰ্ঘৰায়।
অগনি লগাইলে যেন পোৰে সৰ্ব্ব গায় ॥২৮
কহিম ৰাৱণে মোৰ হৰি নিলে সীতা।
তোমাক মাৰিয়া পাছে গৈল কোন ভিতা॥২৯
কোন বংশে উতপতি তিৰী চোৰ নট।
সীতা হৰি নিলে তাৰ কমন কপট ॥৩০
মাৰিয়া পঠাওঁ তাক যমৰ কটক।
তোমাক জিয়াইবোঁ পিতৃ সমান চটক ॥৩১
জটায়ু বোলন্ত হেন সুবুলিবা মোক।
অনুগ্ৰহ আছে যেৱে তেজিয়োক শোক ॥৩২
সদগতি ভৈল তযু আগত মৰিবোঁ।
চটক যোনিতে মই সংসাৰ তৰিবোঁ ॥৩৩
তুমিয়ো কৰিবা পিণ্ড জলাঞ্জলি দান।
ইহাত অধিক কিবা চাওঁ বহুমান ॥৩৪
সাফল লোভিলোঁ পৃথিবীত অৱতাৰ।
তোমাৰ প্ৰসাদে ভৈলোঁ সংসাৰৰ পাৰ ॥৩৫
শুনিয়োক ৰাম তুমি খেদক নপাইবা।
মঙ্গল চাহিলোঁ জানকীক তুমি পাইবা ॥৩৬
পৰম ঈশ্বৰ তুমি ভৈলা অৱতাৰ।
ৰাক্ষস কুলক তুমি কৰিবা সংহাৰ ॥৩৭
বিশ্ৰবাৰ তনয় ৰাৱণ দুৰাচাৰ।
তাক মাৰি কাৰ্য্য সাধিবাহা দেৱতাৰ ॥৩৮
সীতাক লভিবা কীৰ্ত্তি কৰিবা বিস্তাৰ।
আকে শুনি ভনি লোকে তৰিবে সংসাৰ॥৩৯
মহাপাপ বিমোচন তব গুণ নাম।
সাক্ষাতে দেখিলোঁ মোৰসিদ্ধি ভৈল কাম॥৪০
তোমাক সুমৰি মোৰ যাওক প্ৰাণ বায়ু।
ৰাম ৰাম সুমৰন্তে আছন্ত জধায়ু ॥৪১
পৰম আনন্দে চাই আছা দুয়ো ভাই।
সেহি সময়তে জটায়ুৰ প্ৰাণ যাই ॥৪২
চক্ষু উলটায়া ধৰণীত দিলা ঠোঁঠ।
সৰ্ব্বাঙ্গে পৰিল ঢলি কলেৱৰ গোট ॥৪৩
প্ৰাণ ছাৰি গৈল মুখ ব্যাদান কৰিল।
ঝাড় গোট পলটায়া ভূমিত পৰিল ॥৪৪
কম্প কম্প কৰিয়া শৰীৰ ভৈল কাতি।
মৰিল জটায়ু বীৰ কাশ্যপৰ নাতি ॥৪৫
শ্ৰীৰাম লক্ষ্মণ গ্ৰীৱে চাপি ধৰিলন্ত।
দুন্তৰৰ বন্ধু বুলি মন্যু কৰিলন্ত ॥৪৬
চিতা খান নিৰ্ম্মিলন্ত বহল বিস্তাৰ।
তাতে তুলি তাঙ্ক কৰিলন্ত সংস্কাৰ ॥৪৭
দুই ভাই দিলা পাছে পিণ্ড জলাঞ্জলি।
বৌ মাচে দিলন্ত চটকৰ কাকবলি ॥৪৮
সব কাৰ্য্য কৰি লৰি গৈলা বীৰ দুই।
বনত ভুমন্ত আতি আকুলিত হুই ॥৪৯

২১ অধ্যায়—ৰামৰ লক্ষ্মণৰ কবন্ধৰ লগত সাক্ষাৎ। কবন্ধ-মুক্তি ও ৰামৰ প্ৰতি উপদেশ।

পায়া দুইকো কবন্ধে ধৰিলে কুতুহলে।
গিলিবাক মুখে কোল চপাইলেক বলে ॥১
ৰাঘৱে বোলন্ত সিদ্ধি কৈকেয়ীৰ কাৰ।
পাপিষ্ঠীৰ কাৰে প্ৰাণ যাইব বন মাজ ॥২
ভৰতে কৰোক ৰাজ্য কৰি ৰঙ্গ মন।
ধিক ধিক মোহোৰ জীৱন অকাৰণ ॥৩
লক্ষ্মণে বোলন্ত মুই অনুশোচ বেলা।
দুৰ্ঘোৰ আপদে পাইলে বুদ্ধি নাই হেলা ॥৪
ধাণ্ট কৰি আসা দুয়ো খড়্গক ধৰিয়ো।
দুৰাচাৰ ৰাক্ষসৰ বাহুক ছেদিয়ো ॥৫
কবন্ধে বোলন্ত তোৰা দুইজন কহিব।
হাতে ধৰি জানিলোঁ ক্ষত্ৰিয় মহাবীৰ ॥৬
ত্ৰিভুৱনে নাহি হেন মুনিষ অচল।
তোৰা দুইক টানন্তে টুটিল মোৰ বল ॥৭
দেৱাসুৰ মাজে যত মুনিষ দেখিলোঁ।
সবাতো অধিক তোৰা দুৰক দেখিলোঁ ॥৮
মোৰ হাতে পৰিয়া নভৈলে এতো কাল।
কিনো নিদাৰুণ এতো মুনিষ বিশাল ॥৯
বিধিয়ে আহাৰ মোৰ মিলাইলেক আনি।
যাবে নৈয়ো মাৰোঁ বোলা আপোনক হানি॥
কবন্ধ ৰাক্ষস পাছে বলত ঘটিল।
দুইভাই খাণ্ডা লৈয়া দুই হাত কাটিল ॥১১
বাহুচ্ছেদ ভৈলা দেখি বজ্ৰৰ পাইল।
ৰাম লক্ষ্মণক জানি মাত পুছিলাইল ॥১২
কৈৰ পৰা আসি ভৈলা তোমাৰ কি নাম।
ত্ৰিভুৱনে নাহি বীৰ তোমাৰ উপাম ॥১৩
লক্ষ্মণে কহিলা আপোনাৰ যত কাৰ।
আমাসাৰ পিতৃ দশৰথ মহাৰাজ ॥১৪
কৈকেয়ীৰ বোলে বনে পঠাইলন্ত বাপে।
আপোনো মৰিলা পাছে আমাৰ সন্তাপে॥১৫
এহেন্তেসে ৰাম বন নিকাৰক পাইলা।
ইহান ঘৰণী বন মাজত হেৰাইলা ॥১৬
তাহাক খোজন্তে ফুৰোঁ আতি দুঃখ মন।
তুমি কোন হেন বেশে কহা এতিক্ষণ ॥১৭
কবন্ধে বোলয় ভৈলা ৰাম অৱতাৰ।
আমাৰ ভৈলেক আজি শাপৰ উদ্ধাৰ ॥১৮
পূৰ্ব্বত আছিলোঁ আমি গন্ধৰ্ব্বৰ বেশ।
ৰাক্ষস স্বৰূপ ধৰি আইলোঁ বন দেশ ॥১৯
ঋষি সকলক পাই অন্যায় কৰিল।
স্থূলশিৰা নামে ঋষি আমাক শাপিল ॥২০
আমি মহা ঋষিৰ জানিলি তই জন্ম।
বিকৃত ৰাক্ষস হুইবে নাহিকে সংশয় ॥২১
হাত যোড়ে পাছে মই কৰিলোঁ কাতৰ।
শাপ অনন্তৰে ঋষি মোক দিলা বৰ ॥২২
যিকালত ৰামচন্দ্ৰ হোন্ত অৱতাৰ।
তেহেঁ গৈয়া বাহুচ্ছেদ কৰিবে তোমাৰ ॥২৩
তৈসানি আপোন দেহ পাইবা মহাবীৰ।
এহি বুলি অন্তৰ্দ্ধান ভৈলা স্থূলশিৰ ॥২৪
দনু নামে ভৈলোঁ আমি ৰাক্ষস বিশাল।
আৰাধিলোঁ ব্ৰহ্মাক জপিলো চিৰকাল ॥২৫
মহাযত্ন কৰিয়া ব্ৰহ্মাক আৰাধিলোঁ।
চিৰ কাল জীৱাক তেহেন্তে বৰ দিল ॥২৬
ব্ৰহ্মাৰ বৰত মৰিবাক নাহি ভৰ।
ইন্দ্ৰক সমৰ কৰিলোহোঁ একেশ্বৰ ॥২৭
লক্ষিলন্ত সুৰপতি আমাৰ প্ৰবন্ধ।
বজ্ৰ হানি শৰীৰে সোমাইলা মোৰ স্কন্ধ ॥২৮
দেখিয়োক শিৰ মোৰ নাহিকে গলত।
শৰীৰে পশিয়া ৰৈল বজ্ৰৰ ঘাতত ॥২৯
দেৱৰাজ আমাক কৰিলা হেন দান।
বৰৰ প্ৰভাৱে তভো নগৈল পৰাণ ॥৩০
স্তুতি কৰি বুলিলোঁ শুনিয়ো দেৱৰাই।
চক্ষু মুখ নাহি দিয়ো জীৱাৰ উপায় ॥৩১
হেন শুনি ইন্দ্ৰৰ পলাই মনোদুঃখ।
দীৰ্ঘ দুই বাহু দিলা জঠৰত মুখ ॥৩২
প্ৰহৰেক পথমাজে হাত মেলি পাওঁ।
পশু সব মাৰি আনি পোটহি ভোৰাওঁ ॥৩৩
তোমাৰ প্ৰসাদে আজি পাইলোঁ নিজস্থান।
কষ্টে কৰি পোৰা মোক হৌক দিব্যজ্ঞান ॥
গাত খানি কবন্ধক চিতাত তুলিল।
অনেক প্ৰবন্ধে তাক পোড়ায়ো পুৰিল ॥৩৫
জগতৰ নাথে সৎকাৰক কৰিল।
ৰাক্ষস গুচিয়া দিব্য ৰূপক ধৰিল ॥৩৬
আকাশত থাকি ভৈল গন্ধৰ্ব্বৰ বেশ।
ৰথে চড়ি ৰামক বোলয় উপদেশ ॥৩৭

শুনিয়োক ৰাম জিনি ভুবনৰ নাহা।
উপায় বোলোহোঁ তুমি পূৰ্ব্বদিশে যাহা ॥৩৮
চম্পানামে সৰোৱৰ কতোদূৰে থিত।
ঋষ্যমুখ গিৰি আছে তাৰ সন্নিহিত ॥৩৯
সুগ্ৰীৱ বানৰ আছে তাহাতে লুকাই।
বালিৰাজা গুচাইলেক দেশৰ ডকাই ॥৪০
বালিৰাজা জিনিল সুগ্ৰীৱ হাৰি দুঃখে।
পাঞ্চগুটী বানৰ আছয় ঋষ্যমুখে ॥৪১
ঝাণ্ট কৰি আপুনি চলিয়ো আগবাঢ়ি।
জ্যেষ্ঠভাই বালি তান ভাৰ্য্যা নিলে কাঢ়ি ॥
তেহেঁসমে গৈয়া তুমি কৰাহা সখিত্ব।
মাৰিব ৰাৱণে তেহেঁ হৈব উপস্থিত ॥৪৩
হেন বুলি কবন্ধ স্বৰ্গক চলি গেলা।
ৰঙ্গে ৰাম লক্ষ্মণ তথাক চলি গৈলা ॥৪৪

## ২২ অধ্যায়।

শ্ৰীৰাম লক্ষ্মণৰ চম্পা সৰোবৰ দৰ্শন।

দুই ভাই পাইলা গৈয়া চম্পা সৰোৱৰ।
কঙ্কবক চক্ৰবাক দেখিলা বিস্তৰ ॥১
জলচৰ অনেক দেখিলা জাতিস্কাৰ।
কুমুদ কমল পুষ্প দেখিলা অপাৰ ॥২
চম্পাৰ ভিতৰে বসি আছে এক সিদ্ধা।
নামত শবৰী তাই আতি বৰ বৃদ্ধা ॥৩
ৰাম লক্ষ্মণক জানি বিনয় স্বভাৱে।
নাৰায়ণ জানিয়া নমিলা দুইৰো পাৱে ॥৪
আউৰে আউৰ কাহিনী কহিলা সেহি থায়।
কৌতুকতে শৱৰীয়ে চালিলেক গায় ॥৫
ইন্দ্ৰে পঠাই দিলা তাইক দিব্য এক যান।
তাতে চৰি সৱৰীয়ে ভৈলা অন্তৰ্দ্ধ্যান ॥৬
শ্ৰীৰামে লক্ষ্মণে চান্ত সৰোবৰ চম্পা।
চতুৰ্দ্দিশে বেঢ়ি আছে নাগেশ্বৰ চম্পা ॥৭
দেয় নাগ কৰা জাতি কনৌৰ ধুত্তুৰ।
লবঙ্গ মালতি গন্ধ সঞ্চৰয় দূৰ ॥৮
গুটি মালী টগৰ বায়ন্তি জুতি কুন্দ।
পাৰিজাত সন্তান চন্দন বুঁন্দা বৃন্দ ॥৯
মনৰ দৰ্পণ যেন সুনিৰ্ম্মল জল।
সূৰ্য্যৰ কিৰণ যেন ৰকত কমল ॥১০
সুগন্ধ পৱন বহে মনত উল্লাস।
কুমুদ প্ৰকাশে চম্পা সৰোৱৰ পাশ ॥১১
জলপদ্ম স্থলপদ্ম দেখি জাতিস্কাৰ।
শেৱালী নেৱালী পুষ্প দেখিলা অপাৰ ॥১২
মধুপায়ী চটক থাকয় ভৰি পুৰি।
শদবতে মধু পান কৰে ফুৰি ফুৰি ॥১৩
ৰাঘৱে বোলন্ত লখাই কমৰ পয়ান।
শৰীৰ ভেদিল মোৰ কাম পঞ্চ বাণ ॥১৪
চম্পা সৰোৱৰ দেখি ৰামৰ হৰিষ।
কতক্ষণ তহিত কৰিলা বিমৰিষ ॥১৫
লক্ষ্মণে বোলন্ত দদা কৰিয়ো গমন।
কবন্ধৰ বোল হৈব সকলে শোভন ॥১৬
দুই ভাই লৰি গৈলা সুস্থিৰ গমনে।
পৰ্ব্বতৰ কোল গৈয়া পাইলা তেতিক্ষণে ॥১৭
পৰ্ব্বতত উঠি ৰাম দেখিলন্ত পথ।
দিব্য ফল পুষ্প চয় দেখিলা সমস্ত ॥১৮
পৰ্ব্বতৰ নিকটত পন্থ বহি যান্ত।
নানা সব গুল্ম লতা বৃক্ষ দেখিলন্ত ॥১৯
নানা সব মৃগপক্ষী দেখিলন্ত তথা।
পাঞ্চগুটী বানৰ বসিয়া আছে তথা ॥২০
এতেকে অৰণ্য কাণ্ড ভৈলা সমাপতি।
মাধৱে ভণন্ত মহামানিকে শুনন্তি ॥২১

## ২৩ অধ্যায়।

ছবি।

নমো নমো ৰাম, দুৰ্ব্বাদল শ্যাম,
তনু আতি অনুপম।
সৰ্ব্ব পুৰুষাৰ্থ, শিৰত প্ৰকাশ,
কৰে যাৰ গুণনাম ॥১
সৰ্ব্বশ্ৰুতি ৰত্ন, শিৰত বিৰাজ,
যাহাৰ পদ কমল।
সৰ্ব্ব ধৰ্ম্ম সাৰ যাৰ যশোৰাশি,
মঙ্গলৰো সুমঙ্গল ॥২
হেনয় পৰম, ঈশ্বৰ আপুনি,,
ৰাম ৰূপে অৱতৰি।
গৃহস্থৰ যত, ধৰ্ম্মক প্ৰকাশ,
কৰিলন্ত মহাহৰি ॥৩
ধৰ্ম্মৰন্ত শান্ত, শীতল স্বভাৱ,
সমস্তে গুণ আলয়।
সৰ্ব্ব ধৰ্ম্ম ময়, নিজ যশচয়,
প্ৰচাৰিলা কৃপাময় ॥৪

মহন্ত সবৰ, কৰ্ণৰ ভূষণ,
পৰম অমৃত ময় ।
ইহাৰ শ্ৰৱণ, কীৰ্ত্তনে তৰয়,
মহা মহা পাপীচয় ॥৫
জানিয়া ৰাঘৱ, চৰিত্ৰে শুনিয়োঁ
সমাজিক যত যত ।
পৰম সুধৰ্ম্ম, ইসে মহাধৰ্ম্ম,
দুৰ্ঘোৰ কলি যুগত ॥৬
ঘোৰ কলি মলে, সবাকো ব্যাপিলে,
দেখা কৰি স্থিত বুদ্ধি ।
যত চিত্ত বিত্ত, অপবিত্ৰ ভৈল,
নাহি শৰীৰৰ শুদ্ধি ॥৭
মলিন কল্মৰ, ধৰ্ম্মত কৰ্ম্মত,
জানা নাহি অধিকাৰ ।
দুইগুটি অক্ষৰ, ৰাম নাম লৈয়া,
তৰিয়ো সুখে সংসাৰ ॥৮
ব্ৰহ্মা আদি দেৱে, বাঞ্ছিয়ো ন পাৱে,
তাকত তমুৰ কায়া ।
হেনয় পৰম, দুৰ্লভ শৰীৰ,
কিবা ভাগ্য আছা পায়া ॥৯
হেন জানি জন্ম, জীৱন সাফলি,
ধৰা মাধৱৰ নান ।
ডাকি মুখ ভৰি, বোলা উচ্চ কৰি,
নিৰন্তৰে ৰাম ৰাম ॥১০

অৰণ্যকাণ্ড সম্পূৰ্ণম্ ।

---

# ৰামায়ণ।

## কিষ্কিন্ধাকাণ্ড।

ওঁ নমঃ শ্ৰীকৃষ্ণায় ॥

### ১ অধ্যায়।

শ্ৰীৰামৰ সৈতে সুগ্ৰীৱৰ সম্মিলন।

পদ।

প্ৰণমিলোঁ ৰাম তিনি ত্ৰৈলোক্যৰ নাথ।
নিশাচৰ ৰাৱণক বধিলা লঙ্কাত ॥১
সুগ্ৰীৱৰ হিত বুদ্ধি বালিৰ মৰণ।
মাধৱে ভণিলা শ্ৰীৰামৰ চৰণ ॥২
ৰামায়ণ কথাক শুনয় যিটো জনে।
পাপ মৃগ পলাই যেন সিংহ দৰশনে ॥৩
বিজুলী চটক যেন অথিৰ সংসাৰ।
ৰাম সুমৰণে কোটি পুৰুষ উদ্ধাৰ ॥৪
শুনা সভাসদ ৰাম চৰিত্ৰ উত্তম।
সমস্ত লোকৰ ইসে ধৰ্ম্ম মুখ্যতম ॥৫
ইহাৰ স্মৰণে সুখে তৰিবা সংসাৰ।
জানি ৰাম চন্দ্ৰৰ কথাক কৰা সাৰ ॥৬
অৰণ্য কাণ্ডৰ কথা ভৈলা সমাপতি।
কিষ্কিন্ধা কাণ্ডৰ কথা শুনিয়ো সম্প্ৰতি ॥৭
সীতাক বিচাৰ কৰি শ্ৰীৰাম লক্ষ্মণ।
ঋষ্যমুখ পৰ্ব্বতক পাইলা দুয়ো জন ॥৮
শ্ৰীৰাম লক্ষ্মণ দুয়ো পৰ্ব্বতে উজান্ত।
দূৰে বসি পাঞ্চটি বানৰে দেখিলন্ত ॥৯
সুগ্ৰীৱে বোলন্ত শুনা বীৰ হনুমন্ত।
কৈৰবা মনুষ্য দুই আমাক আসন্ত ॥১০
জানা বালী দাদা আতি স্বভাৱে কপটী।
চৰ কৰি পঠাইলা মনুষ্য দুই গুটী ॥১১
কাৰ্য্যটি লখিলে আতিশয় লাগে ভৰ।
শীঘ্ৰে গৈয়া পশোঁ আমা গিৰিৰ গহ্বৰ ॥১২
এহি বুলি সাৰহিতে গৈলা কতো দূৰ।
পদ ভৰে মেদিনী কঁপিলা নাঞ্চ পুৰ ॥১৩
শৰীৰৰ বায়ু লাগি ভাঙ্গে বৃক্ষ ডাল।
সিংহ ব্যাঘ্ৰ পলাইল মহিষ শৃগাল ॥১৪
পলাই গৈয়া গহ্বৰত আছে পাঞ্চজন।
সি স্থানতে বিমৰিষি আছে কতো ক্ষণ ॥১৫
সুগ্ৰীৱে বোলন্ত শুনা উঠা বায়ু সুত।
জিজ্ঞাসি চাহিয়োঁ হোৱে নোহে বালীদূত ॥১৬
তেতিক্ষণে হনুমন্তে ৰাজাৰ আদেশে।
ৰাম লক্ষ্মণত পাছে ব্ৰাহ্মণৰ বেশে ॥১৭
কৰ যোৰ কৰি পুছিলন্ত ৰঙ্গমনে।
কৈৰ দুই মনুষ্য ফুৰস কিকাৰণে ॥১৮
সৰ্ব্বাঙ্গ সুন্দৰ একো গুণে নুহি হীন।
কিবা কোন দেৱ কিবা নৃপতিৰ চিহ্ন ॥১৯
কাহাৰ কুমাৰ কোন কাৰ্য্যত ফুৰাহা।
কিবা হেতু দুয়ো জনে পৰ্ব্বতে উজাহা ॥২০
লক্ষ্মণে বোলন্ত বৃদ্ধ শুনিয়ো ব্ৰাহ্মণ।
দশৰথ ৰাজাক জানন্ত দেৱ গণ ॥২১
তান শ্ৰেষ্ঠা মহিষী কৌশল্যা যাৰ নাম।
তাহান গৰ্ভত উতপতি শ্ৰেষ্ঠ ৰাম ॥২২
মোৰ নাম লক্ষ্মণ কনিষ্ঠ শত্ৰুঘন।
সুমিত্ৰাৰ গৰ্ভে আমি ভৈলোঁ উতপন ॥২৩
শ্ৰেষ্ঠ ভাইত ভকত ভৈলোঁহোঁ ততঃপৰ।
জানিবাহা মোক ৰাঘৱৰ অনুচৰ ॥২৪
কৈকেয়ী নামত নাৰী ৰূপে বিদ্যাধৰী।
বৃদ্ধ নৃপতিৰ আতি হুয়া পাটেশ্বৰী ॥২৫

ৰামত ভৰত তান তনয়ক লগি।
সত্য কৰাই ৰাজাত লৈলন্ত ৰাজ্য মাগি॥২৬
ৰামে ৰাজ্য নপাইলন্ত বিধিৰ কপটে।
ৰাজায়ো মৰিল কৈকেয়ীৰ উদভটে॥২৭
জনক ঝিয়াৰী ৰাঘৱৰ বিবাহিতা।
নজানোঁ ৰাৱণে হৰি নিলে কোন ভিতা॥২৮
সীতাক খোজন্ত ৰাম অনেক প্ৰবন্ধে।
সুগ্ৰীৱ ৰাজাৰ বাৰ্ত্তা জনাইল কবন্ধে॥২৯
বানৰ ৰাজাত গৈয়া লৈয়োক শৰণ।
হেন হিত তুমি কিছু কৰিয়ো ব্ৰাহ্মণ॥৩০
শুনি হনুমন্তে ধৰি আপোনাৰ বেশ।
ৰাঘৱক প্ৰদক্ষিণ কৰিলা অশেষ॥৩১
ভালে শুনি আছোঁ ৰামদেৱৰ কাহিনী।
সুগ্ৰীৱৰ দৈৱে বিধি মিলাইলন্ত আনি॥৩২
সুগ্ৰীৱৰ দূত মোক বুলি হনুমন্ত।
জানিলোঁহোঁ নৃপতিৰ দুঃখ ভৈল অন্ত॥৩৩
যিহেতু ইঠাৱে আসি আপুনি মিলিলা।
বানৰ কুলৰ ঘোৰ দুৰ্গতি খণ্ডিলা॥৩৪
এহি বুলি হনুমন্তে দুয়ো ভাইক লৈয়া।
তেতিক্ষণে সুগ্ৰীৱত ভেটাইলন্ত গৈয়া॥৩৫
দেখিয়া সুগ্ৰীৱ অতি উল্লসি গৈলন্ত।
দুহান্তৰে কাহিনী কহন্ত হনুমন্ত॥৩৬
ক্ষত্ৰিয় কুলত ভৈলা শ্ৰীৰাম লক্ষ্মণ।
দুই ভাই লৈলা আসি তোমাৰ শৰণ॥৩৭
ৰামৰ সপত্নী মাতৃ আছন্ত কৈকেয়ী।
দশৰথ ৰাজাৰ বল্লভা মহাদেই॥৩৮
উচ্ছাদিতে নপাৰিয়া তাহান বচন।
দুই পুত্ৰ দোহাৰীক পঠাইলন্ত বন॥৩৯
বিধিৰ কপটে ৰামে ৰাজ্যক নপাইলা।
বনত আসিয়া সীতা ভাৰ্য্যাক হৰাইলা॥৪০
দুৰ্গতি খণ্ডিল বিধি ভৈল সুপ্ৰসন্ন।
ত্ৰৈলোক্য বিজয়ী ৰামে মাগন্ত শৰণ॥৪১
হনুমন্ত বচনে খণ্ডিল মনোভয়।
তমোময় গুচি যেন আদিত্য উদয়॥৪২
অগতি মৃত যেন চালিল অপাৰ।
আঠ গুণ তেজ ভৈল সুগ্ৰীৱ ৰাজাৰ॥৪৩
বায়ুসুতে আমাৰ ইষ্টক সাধিলন্ত।
ৰামক আনিয়া মোক তুষ্ট কৰাইলন্ত॥৪৪
মনুষ্য ৰূপে নাৰায়ণ অৱতাৰ।
অন্ন মধ্যে পাইলোঁ ভৈল কল্যাণ আমাৰ॥৪৫
মোৰ সিদ্ধি ভৈল সবে গুচিল দুৰ্গতি।
দশম এৰায়া একাদশ বৃহস্পতি॥৪৬
আগতে অগনি জ্বালি বন্ধাইলন্ত মিত্ৰ।
সত্য কৰিলন্ত দুয়ো অনেক বিচিত্ৰ॥৪৭
অগনিক প্ৰদক্ষিণ দুয়ো কৰিলন্ত।
আউৰ আউৰে চান্ত কৌতুকৰ নাহি অন্ত॥৪৮
চাহন্তে চাহন্তে চক্ষু নভাগয় আৰ।
মিত্ৰতা কৰন্তে দেখি আনন্দ অপাৰ॥৪৯
অনেক সুকৃত কৰি বন্ধাইলন্ত মিত্ৰ।
সত্য কৰিলন্ত দুয়ো অনেক বিচিত্ৰ॥৫০
শুনি আছোঁ তোহোৰ যতেক উপেক্ষিত।
হনুমন্তে সব কথা কহিলা বিদিত॥৫১
ৰাজ্য এৰি আসিলাহা অতি ঘোৰ বনে।
তোমাৰ ভাৰ্য্যাক হৰি নিলেক ৰাৱণে॥৫২
সত্য কৰি বুলিলোঁহো শুনিয়োক মিতা।
ত্ৰিভুবন বিচাৰিয়া আনি দিবোঁ সীতা॥৫৩
পাতালক নেই যদি আনি দিবোঁ তুলি।
সত্যে সত্যে ইন্দ্ৰক যুজিবোঁ একাৱলী॥৫৪
ব্ৰহ্মা বিষ্ণু মহেশক তুষিবোঁহো পূজি।
ত্ৰিভুবন বিচাৰি সীতাক দিবোঁ খুজি॥৫৫
সাৱধান হোৱা প্ৰভু কথা এক কহোঁ।
কন্যা এক নেন্তে সবে হন্তে দেখিলোঁহো॥৫৬
দশ শিৰ কুৰি বাহু মনে অৱগাই।
সেহিসে সীতাক নিলে আছিলোঁহোঁ চাই॥৫৭
কোলে কৰি আলগাই বায়ু পথে যাই।
ৰাম ৰাম বুলিয়া কান্দন্ত সীতা আই॥৫৮

২ অধ্যায়।

ঝুমুৰি।

আকাশৰ পথে যান্তি।
দশ দিশে নিহালন্তি॥১
ভয়ে অতি চমকন্তি।
ক্ৰন্দন কৰিয়া যান্তি॥২
লক্ষ্মণক সুমৰন্তি।
ৰাম ৰাম উচ্চৰন্তি॥৩
পৰ্ব্বতত উজাৰন্তি।
মাথা গোট চপৰান্তি॥৪

আমাসাক দেখিলন্তি ।
অধোমুখে নিহালন্তি ॥৫
অলঙ্কাৰ খসাৰন্তি ।
আঞ্চলত বান্ধিলন্তি ॥৬
মাজ লাগি ক্ষেপিলন্তি ।
বচনক বুলিলন্তি ॥৭
মই যেবে হওঁ শাস্তী ।
ৰামে আক লভিবন্তি ॥৮
আৰাৱ কৰন্তে যান্তি ।
শৰীৰত লুকাৱন্তি ॥৯
হওঁ তেন্তে সীতা শাস্তী ।
দেখি সত্য কৰিলন্তি ॥১০

---

৩ অধ্যায়।

সীতাৰ অলঙ্কাৰ দেখি শ্রীৰামৰ শোক।

পদ।

অভিপ্রায় আছে অলঙ্কাৰক দেখিত ।
আগতে আনিয়া তেৱে কৰোঁ উপস্থিত ॥১
আসিলেক নাসিলেক জানকী সীতাত ।
হুয়ো পৰিচয় দেখি আপুনি সাক্ষাত ॥২
ৰাঘৱে বোলন্ত শুনা বচন আমাৰ ।
প্রাণতো অধিক মোৰ তুমি মিত্র সাৰ ॥৩
কৰিয়োক হৃদয়ৰ সন্তোষ বিস্তাৰ ।
সক্ষা চক্ষু দেখোহোঁ বান্ধৱৰ অলঙ্কাৰ ॥৪
অলঙ্কাৰ সুগ্রীৱে আগত আনি থৈলা ।
দুই হাত মেলি ৰামে হৃদয়ত লৈলা ॥৫
হা প্রাণেশ্বৰী বুলি কান্দি মূৰ্চ্ছা গৈলা ।
ভূমিত পৰিয়া প্রভু অচেতন ভৈলা ॥৬
ক্ষণেকে চেতন পাই ত্রৈলোক্যৰ নাথ ।
হা সীতা বুলি মূঠি হানন্ত হিয়াত ॥৭
বিহা কৰি আনিলোঁহো আতি অনুযোগে ।
তোক মোক বঞ্চিলেক অযোধ্যাৰ ভোগে॥৮
নেত্রক মেলিয়া এক দিশক নচাইলোঁ ।
পিয়াসে পীড়িয়া জল খুজিয়া নপাইলোঁ ॥৯
হা কৈক গৈলেনো প্রথম বিহা নাৰী ।
দশৰথ নৃপতিৰ প্রথম বোহাৰী ॥১০
এহি অলঙ্কাৰে আছিলাহা মোৰ পাশে ।
দুৰ্জ্জয় ৰাৱণে হৰি নিলেক আকাশে ॥১১

এহি বুলি অলঙ্কাৰ হৃদয়ে ধৰিলা ।
আতি আৰ্ত্তৰাৱে ৰামে ক্রন্দন কৰিলা ॥১২
ৰামৰ বিলাপ দেখি লক্ষ্মণ সুগ্রীৱে ।
আশেষ সন্তাপে মূঠি হানিলন্ত হিয়ে ॥১৩
বানৰৰ ৰাজা পাছে কৰিলা আশ্বাস ।
শোক কিছু নসাধয় সুহিৰাহা ত্রাস ॥১৪
সন্ধ্যক্ষণ ভৈলা পাছে ত্রৈলোক্যৰ নাহা ।
শোক দুঃখ অগনি শৰীৰ কৰে দাহা ॥১৫
সহিবে নোৱাৰোঁ ক্রোধ জ্বলয় প্রত্যেক ।
সীতাক আনিয়া তাক লাগে সুমাইবাক॥১৬

৪ অধ্যায়।

ঝুমুৰি।

ধনু তুলি ধৰিবোঁহো ।
পৃথিৱীক ফুড়িবোঁহো ॥১
অনন্তক চালিবোঁহোঁ ।
নাগলোক খানিবোঁহো ॥২
ৰিপুগণ মাৰিবোঁহো ।
অসুৰক দাৰিবোঁহো ॥৩
ভৈৰৱক তুষিবোঁহো ।
সাগৰক ভুষিবোঁহো ॥৪
বীৰত্বক প্রকাশিবোঁ ।
ত্রৈলোক্যক বিনাশিবোঁ ॥৫
শৰে শৰে থাকিবোঁহো ।
সাগৰক শুষিবোঁহো ॥৬
ত্রিদশক বঞ্চিবোঁহো ।
আনন্দেৱ সঞ্চিবোঁহো ॥৭
আজি কীৰ্ত্তিক নিবোঁ ।
সব যম মুখে দিবোঁ ॥৮

৫ অধ্যায়—বালী দুন্দুভিৰ যুদ্ধৰ বিবৰণ।

পদ।

সুগ্রীৱে বোলন্ত মিত্র মোৰ বোল কৰা ।
বীৰত্বক সাফলিয়া পৌৰুষক ধৰা ॥১
মোহোৰ বচনে তুমি শোক পৰিহৰা ।
বালী বধ কৰি মোৰ সত্যক উদ্ধাৰা ॥২
শ্রীৰাম বোলন্ত মোৰ শৰীৰ নসহে ।
হৰিল চেতন জ্ঞান সীতাৰ বিৰহে ॥৩
সঘনে নিশ্বাস বহে সীতাৰ বিকলে ।
একে শোকে মৰোঁ আৰো তনু উত্ৰাৱলে॥৪

উভয় প্ৰকাৰে মোৰ মনৰ আকুল।
পুছোঁ আৰে তোমাৰ দুঃখৰ কৈয়ো মূল ॥৫
কি কাৰণে কন্দল কৰিলা দুই ভাই।
বনবাস খাটা কিক ভাৰ্য্যা হৰুৱাই ॥৬
আপদে গ্ৰসিলে ভাৰ্য্যা হৰুৱালা কিক।
শুনি পাছে বধিবোঁহো দুৰ্জ্জয় বালীক ॥৭
পাছেসে কৰিবা তুমি মোৰ প্ৰতিকাৰ।
মাৰিলোঁ জানিবা বালী বৈৰক তোমাৰ ॥৮
ত্ৰৈলোক্য বিজয়ী আছে একো পাত শৰ।
নকৰিবা তুমি বালী বানৰক ডৰ ॥৯
সুগ্ৰীৱে বোলন্ত শুনা প্ৰভু ৰামদেৱ।
মোৰ বালী দদাক সমৰে নাহি কেৱ ॥১০
আদিত্য উদয় হন্তে ছাৰি যাই পুৰী।
তেতিক্ষণে আসে চাৰি সাগৰক ফুৰি ॥১১
বল কটালিবাক দদাৰ যেবে মন।
হাম্ফলিয়া পৰ্ব্বত উপাৰি কৰে চুন ॥১২
শিখৰ ভাঙ্গিয়া হাতে খেলাৱয় চোপ।
ত্ৰিদশে কাম্পয় দেখি বালীৰ আটোপ ॥১৩
আৰৰ কাহিনী কহোঁ শুনা প্ৰভু ৰাম।
অসুৰেক আছিল দুন্দুভি তাৰ নাম ॥১৪
তিনিয়ো লোকত বৰ শুনিছোঁ প্ৰধান।
সাগৰত গৈয়া মাগিলেক যুদ্ধ দান ॥১৫
অসুৰক সম্বুধিয়া মাতন্ত সাগৰ।
দাণ্ডৱে অসুৰ তোক জুৰোঁ সমসৰ ॥১৬
হেমৱন্ত পৰ্ব্বত আছে তোক প্ৰতিবল।
ৰণত হৰিষ আছে তৈকে লাগি চল ॥১৭
শীঘ্ৰে আণ্টাইলেক হেমৱন্ত পৰ্ব্বতক।
দৰ্পে বলিবাক লৈল অসুৰ নটক ॥১৮
শুনা গিৰিৰাজ মহাদেৱৰ শ্বশুৰ।
মোক ৰণ দিয়া তই চল যমপুৰ ॥১৯
হেমৱন্তে বোলন্ত মই তোক নোহোঁ সম।
কিষ্কিন্ধাৰ বালী ৰাজা তোৰ হৈব যম ॥২০
যেবে পুনু মৰিবাক তোৰ আছে মন।
কান্তে কৰি ভাজ গৈয়া তাৰ মধুবন ॥২১
দুৰ্ব্বাৰ অসুৰ সিটো বৰ বল জুতী।
কিষ্কিন্ধাক লাগি বেগে চলিলা দুন্দুভি ॥২২
মহিষৰ ৰূপ ধৰি আসিল দুৰ্ব্বাৰ।
ৰণক হৰিষে মাতে আটোপ টঙ্কাৰ ॥২৩
অগনি সমান জুবাৱয় দুই আখি।
শৃঙ্গ আগে পৰিয়া দুহাৰ হোৱে ৰাখি ॥২৪
মেঘ খণ্ড খণ্ড হোৱে পায়া লেঞ্জ চাটি।
খুৰাৰ প্ৰহাৰে জল বজাই মাতি কাটি ॥২৫
ঘসমসি লগাইলেক পসি মধুবন।
খায়া লায়া বিধ্বংসিয়া কৰিলেক চুন ॥২৬
দুৱাৰৰ পাট লাঠি মাৰিয়া ভাঙ্গিল।
দ্বাৰিক মাৰিয়া ঘোৰ আটাসেক দিল ॥২৭
লাগিল চমক বনে নিৰ্ঘাত পৰিল।
নিৰন্তৰে বানৰৰ কৰ্ণে তাল দিল ॥২৮
অহঙ্কাৰ কৰিয়া দুন্দুভি পাৰে গালি।
শুনি নসহিয়া ৰাজ ভৈলা বীৰ বালী ॥২৯
হস্তীক লাগিয়া যেন সিংহয়ে কিটাইল।
তাৰা আদি পটেশ্বৰী লগে চলি আইল ॥৩০
কুসুম চন্দনে অলঙ্কাৰে দেহা ভৰি।
চৌপাশে যোগায় ছত্ৰ চামৰক ধৰি ॥৩১
তাৰাগণ সম নাৰী লগে চলি যান্তি।
যেন পূৰ্ণিমাৰ চন্দ্ৰ সদা কৰে কান্তি ॥৩২
সমৰ ভূষিত বালী দেখিলন্ত পাছে।
পৰ্ব্বত সদৃশ চণ্ড মহিষেক আছে ॥৩৩
অসুৰক বালীৰাজা মাতিলা সম্মুখি।
জকাই মোক যম পুৰী গৈলি মন্দবুধি ॥৩৪
কালে তোক পাইলে মধুবন বিনাশিলি।
বালীক নিচিনি বেটা গৰ্ব্বতে নশিলি ॥৩৫
ক্ষুদ্ৰ মৃগ হুয়া মত্ত সিংহক জোকাইলি।
বিপাক্কে পৰিলি বন্ধু দেখিতে নপাইলি ॥৩৬
দুন্দুভি বোলয় ওৰে শুন বালী ৰাই।
গ্ৰীৱ আগত কেনে মেল মিচা তাই ॥৩৭
মোৰ হাতে মৰিবি ৰাখন্তা নাহি কেৱ।
সমৰে সুৰৰ যেৱে আছে ইষ্ট দেৱ ॥৩৮
লুকাও আজি বালী নাম মোৰ লেঞ্জ চাটে।
হই ৰাজা হও আজি এই দণ্ডপাটে ॥৩৯
পাঞ্জৰ কুড়িয়া মাৰোঁ শৃঙ্গৰ আচাৰে।
শিৰ খুলি ভাঙ্গো মুহি লাঠিৰ প্ৰহাৰে ॥৪০
হাসি বালী বোলে শৃঙ্গে ৰিন্ধি এৰ মোক।
মুঠিৰ প্ৰহাৰে যম পুৰে নিবোঁ তোক ॥৪১
শুনিয়া দুন্দুভি শৃঙ্গ কোসাইলেক ভাটি।
বোৱালে ধৰিব ৰাজ ভৈলা হিয়া কাটি ॥৪২

বালীও কন্দাইলা মুঠি চোট বৰ পাই।
কপাল ফুটিয়া ঢাকি কধিৰ বজাই ॥৪৩
ক্রোধিল অসুৰ ঘোৰ লভিয়া প্রহাৰ।
গর্জ্জি খেদি যাই যেন মেঘ বাৰিষাৰ ॥৪৪
নির্ঘাত্র পৰিল যেন আটাস পাৰিল।
বায়ুবেগে বালী ৰাইৰ সমীপ চাপিল ॥৪৫
দুন্দুভি আসিল খেদি দেখি বীৰ বালী।
জাম্প দিয়া তেতিক্ষণে ধৰি আক্কোৱালি ॥৪৬
বজ্রৰ সদৃশ লাগি গৈল জৰা জৰি।
মহিষে বানৰে পৃথিৱীত গড়াগড়ি ॥৪৭
বানৰক মহিষে আচাৰে শৃঙ্গে তুলি।
দুন্দুভিক নখে বালী পেলাইলন্ত ফালি ॥৪৮
মহাঘোৰ নাদে দুয়ো দেহোক্কো গর্জ্জন্ত।
পৃথিৱী কম্পিয়া গৈলা পাতাল পর্য্যন্ত ॥৪৯
বন্ধ চন্দ বিবন্ধ লাগিলা যত যত।
প্রহাৰিবে সম্বৰিবে দুহান্তো শকত ॥৫০
ঠিৱ লেঙ্গ কৰি দুয়ো খেলনা কৰন্ত।
সব দেৱগণে ধর্ম্ম ধর্ম্ম সুমৰন্ত ॥৫১
ত্রিদশক দেখি ক্রোধ কৰিয়া দুন্দুভি।
হানিবাক লাগি গৈলা দুই শৃঙ্গ উভি ॥৫২
তৰধ নয়নে ফোকৰয় আতি ৰাগী।
উশ্বাস লাগিয়া বৃক্ষ সব যাই ভাগ ॥৫৩
দুই শৃঙ্গ ষ্বলে যেন শনাই ত্রিশূল।
ত্রিদশ বোলয় ভৈল বালীৰ নির্ম্মূল ॥৫৪
সকল বানৰ বল ভৈ গৈল বিভঙ্গ।
ইন্দ্রপুত্র বালীৰ নাহিকে ভুৰুভঙ্গ ॥৫৫
লীলায়ে বানৰ ৰাজা গাৱ চালিলন্ত।
শৃঙ্গত ধৰিয়া তাক টানিয়া লইলন্ত ॥৫৬
ৰিপু কুল মর্দ্দন দুর্জ্জয় বীৰ বালী।
আপোন শৰীৰে তাক পেলায়া নিঢালি ॥৫৭
দুই হাত ধৰি তাক তুলি আলগাইলা।
বাম পাৱে লাঠি হানি ক্ষেপিয়া পঠাইলা ॥
প্রহৰেক পথ গৈয়া পৰিল উফৰি।
ঋষ্যমুখ পর্ব্বতৰ কত দূৰ জুৰি ॥৫৯
আছন্ত মাতঙ্গ ঋষি অগনিৰ সম।
সেহি পর্ব্বততে তান আছন্ত আশ্রম ॥৬০
ধ্যান কৰি আছে ঋষি হৰিকেসে চিতে।
সকল শৰীৰ তান তিতিল শোণিতে ॥৬১
ঋষিয়ে বোলন্ত কোনে পাপক সঞ্চিল।
সকল শৰীৰ মোৰ শোণিতে তিতিল ॥৬২
অসুৰ ক্ষেপিয়া কোনে চিন্তিলেক মন্দ।
ঋষ্যমুখ পর্ব্বতে পৰিবে তাৰ স্কন্ধ ॥৬৩
এহি বুলি ঋষি তৈৰ চালিলন্ত গাৱ।
জলত নামিয়া পখালিলা হাত পাৱ ॥৬৪
বিষ্ণুক সুমৰি মন্ত্র জপিলা মনত।
আসন ভিৰিয়া পুনু বসিলা ধ্যানত ॥৬৫
খেদি নাসে বালী দদা সেহিসে নিদানে।
পলাই পঞ্চবাণৰ আছোহোঁ এহি থানে ॥৬৬

---

৬ অধ্যায়—বালী মায়াৱৰ যুদ্ধ বিবৰণ।

আউৰ কাহিনী কহোঁ শুনিয়ো শ্রীৰাম।
দুন্দুভিৰ শ্রেষ্ঠ ভাই মায়াৱন্ত নাম ॥১
ভ্রাতৃ শোকে সিয়ো আসি মাগিলেক ৰণ।
দুই ভাই সাজি নিকলিলোঁ তেতিক্ষণ ॥২
বানৰৰ ৰাজা বালী বীৰত্বে প্রধান।
পাছত চলিলোঁ মই পর্ব্বত সমান ॥৩
দুই ভাইক দেখি সিটো অসুৰ ডৰিল।
মহাবেগে পর্ব্বতৰ গহ্বৰে পশিল ॥৪
চন্দ্রাৱতী ৰজনী দেখিয় বহু দূৰ।
দেখিলা গহ্বৰ মাজে পশিল অসুৰ ॥৫
দদা মোক বোলে তই থাক ইথানত।
যাবে নাসো মই অসুৰক কৰি হত ॥৬
কৰিলোঁ কাৰুণ্য মই চৰণত ধৰি।
জীৱন মৰণ জানিবোহো কেনে কৰি ॥৭
বালী বোলে গর্ত্ত ভৰি দুগ্ধ হোৱে যাজ।
নিশ্চয় জানিবা মৰিলোঁহোঁ বালীৰাজ ॥৮
নচেত বিবৰে ৰাক্ত হোৱে তেজ চয়।
অসুৰক মাৰিলোঁ মোহোৰ ভৈল জয় ॥৯
মাৰিবোঁ অসুৰ কিছু নকৰিবি ভয়।
তথাপিতো মোৰ মনে মুগুচে সংশয় ॥১০
নিষেধ বচন পুনু বুলিলোঁ বিস্তৰ।
হিত বোল নুশুনিয়া পশিলা ভিতৰ ॥১১
দ্বাৰ ৰাখি আছিলোঁহো পঞ্চদশ মাস।
দদাৰ তেজিলোঁ মই জীৱনৰ আশ ॥১২
বজাইল শোণিত আসি গর্ত্ত গোট ভৰি।
নিশ্চয়ে জানিলোঁ মোৰ দদা গৈলা মৰি ॥১৩

গহ্বৰ ভিতৰে ৰৱ আবাৰ শুনিলোঁ ।
শিলা গোট দিয়া ভয়ে দুৱাৰ মাৰিলোঁ ॥১৪
আসি ভৈলোঁ চিৰকাল কিষ্কিন্ধা নগৰ ।
দেখি মোক ৰঙ্গ ভৈল সকলে লোকৰ ॥১৫
মৰিলেক বালী জিজ্ঞাসিলে পাত্ৰলোক ।
সেহি দণ্ডে পাটে ৰাজা কৰিলেক মোক ॥১৬
সমস্ত দেশৰ যত ভালুক বানৰ ।
মোতে আসি সেৱা সবে কৰে নিৰন্তৰ ॥১৭
প্ৰকাশয় আতি সিংহাসন মাণিকৰ ।
তাতে ৰহি ভোগ কৰোঁ যেন পুৰন্দৰ ॥১৮
কতো কাল সুখে আছোঁ ৰাজ্য প্ৰতিপালি ।
আসিলন্ত অসুৰ মাৰিয়া বীৰ বালী ॥১৯
মই ৰাজা ভৈলোঁ দেখি বিহ্বল চিত্ত ।
ক্ৰোধিলেক অগনিত যেন দিলে ঘৃত ॥২০
পাত্ৰগণ সমে বাঢ়ি চৰণে ধৰিলোঁ ।
প্ৰণতি পূৰ্ব্বক মই প্ৰণাম কৰিলোঁ ॥২১
পিতৃসম শ্ৰেষ্ঠ ভাই প্ৰাণতো অধিক ।
আসিলা কুশলে এৰাইলা দুৰ্গতিক ॥২২
আসিলাহা তুমি মোৰ গুচিল অপাই ।
ৰাজ্য চাৰি দণ্ড পাট দিলোঁ সমুদাই ॥২৩
পঞ্চদশ মাস দ্বাৰ ৰাখিয়া আছিলোঁ ।
গৰ্ত্ত ভৰি তেজ পুঞ্জ বজাইল দেখিলোঁ ॥২৪
ভয়ে শিলা গোট গহ্বৰৰ দ্বাৰ জুৰি ।
শোকে কান্দিকাতি আসি ভৈলোঁ নিজপুৰী ॥
পাছে পাত্ৰ মেলে সবে কাৰ্য্য আলোচিল ।
অৰাজক ভয়ে মোক ৰাজ্যে জোকাৰিল ॥২৬
তথাপি কৰিলোঁ দোষ দদা ক্ষমা কৰ ।
চৰণত ধৰি স্তুতি কৰিলো বিস্তৰ ॥২৭
ক্ৰোধে তথাপিতো মোক নেদিলে উত্তৰ ।
স্বভাৱতে ক্ৰুৰ জাতি দাৰুণ বানৰ ॥২৮
শান্ত কৰিবাক পাৰি সজ্জনৰ মন ।
ভাঙ্গিলে গঢ়িব পাৰি স্বৰ্ণ ভাজন ॥২৯
দুৰ্জ্জনৰ মন শান্ত কৰণ নযাই ।
মৃত্তিকাৰ পাত্ৰ গঢ় নলয়ে দুনাই ॥৩০
মহাক্ৰোধে বালী ৰাজা পাতিয়া সমাজ ।
পাত্ৰক সম্বুধি কহিবাক লইয়া কাৰ ॥৩১
আমাৰ কথাক শুনিয়োক সৰ্ব্বলোক ।
মোৰ গুণ বিচাৰিয়া গৰিহিবা মোক ॥৩২
অসুৰ মাৰিবে প্ৰতি দুয়ো ভাই গৈলোঁ ।
বিবৰে পশিয়া আক দুৱাৰতে থৈলোঁ ॥৩৩
ভয়ঙ্কৰ শিলা গোট দুৱাৰত দিয়া ।
সুখে ৰাজ্য কৰে ভ্ৰাতৃবধূ সম্বৰিয়া ॥৩৪
ৰণক ত্যজিয়া আসি লৈলে ৰাজ্য ভাৰ ।
ভ্ৰাতৃৰ বিপক্ষ ভৈল সোদৰ আমাৰ ॥৩৫
দূৰ মন্দ বুদ্ধি দুষ্ট সোদৰ পাপিষ্ঠ ।
প্ৰাণে মাৰি হৈবোহোঁ সোদৰ বধী নিষ্ঠ ॥৩৬
শুনিয়োক ৰাম চন্দ্ৰ তুমি মহামিত্ৰ ।
আমাৰ দুঃখৰ কথা অনেক বিচিত্ৰ ॥৩৭
দেশৰ ভাকিলে এক খানি বস্ত্ৰ দিয়া ।
ৰাজ্য ভোগ কৰে মোৰ ভাৰ্য্যা সম্বৰিয়া ॥৩৮
দুঃখ ভুঞ্জি কতো দিন ফুৰোঁ বনে বন ।
তথাপি বালীৰ মোত নাহি শান্ত মন ॥৩৯
বিষবিষি মোৰ যুজিবাক ভৈল মন ।
দ্বীপ দ্বীপান্তৰৰ জবাইলোঁ কপিগণ ॥৪০
জ্যেষ্ঠ ভাইক যুজিলোহোঁ প্ৰাণৰকাতৰে ।
ত্ৰিভুৱন লোক কম্পে দুইৰো পায়োভৰে ॥৪১
চৰৰ চম্পট কিল লাঠিৰ প্ৰহাৰ ।
দাম্ভে নখে আকৰিয়া কৰিলোঁ বিদাৰ ॥৪২
তেজে তোলবোল ভৈলো দুহানো শৰীৰ ।
মোত কৰি বলন্ত অধিক বালী বীৰ ॥৪৩
মৰণ সঙ্কট মোৰ মিলি গৈল বৰ ।
মৰ্ম্ম থান চাই মই বসাইলো চাপৰ ॥৪৪
মূৰ্চ্ছা গৈলা বালী দেখি মনত চিন্তিলো ।
ঋষ্যমুখ পৰ্ব্বতক ভিৰি লৰ দিলো ॥৪৫
ঋষি শাপে বালীৰ মোহোৰ হিত ভৈল ।
খেদিগুৰি নপাই বালী কিষ্কিন্ধাক গৈল ॥৪৬
দুই ভাই কন্দল কৰিলো যি কাৰণে ।
কহিলো সকল কথা তোমাৰ চৰণে ॥৪৭
এবে তবু পায়ে প্ৰভু পশিলো শৰণ ।
তোমাৰ ভকতি দেৱ দুৰ্গতি তাৰণ ॥৪৮
এবে তবু বলৰ কষ্টাল দেখে পাওঁ ।
মাৰিবাহা বালীক তেবেসে পতিয়াওঁ ॥৪৯
পৰ্ব্বত আকাৰ দুন্দুভিক লাঠি হানি ।
এক যোজনৰ পৰ পেলাইলেক আনি ॥৫০
তুমি লাঠি হানিয়া পেলাইতে পাৰা তাক ।
তেবে জানো পাৰিবা বালীক মাৰিবাক ॥৫১

সুগ্ৰীৱৰ বাণী শুনি ৰাঘৱে হাস্কলি।
দুন্দুভিৰ শৰীৰক ৰাম পাৱে তুলি ॥৫২
বৃদ্ধ অঙ্গুলীয়ে তাক আচাৰি পেলাইল।
দেখি পাঞ্চ বানৰ কৌতুক বৰ পাইল ॥৫৩
পৰিলেক শত যোজনৰ গৈয়া পথ।
সুগ্ৰীৱে লোলন্ত সুপূৰিল মনোৰথ ॥৫৪
হেন মতে বল কটালিবাক নপাৰি।
অসুৰক বালী ৰাজা তেতিক্ষণে মাৰি ॥৫৫
মাংস শোণিত গাৱে সমস্তে আছিল।
লাঠি হানি প্ৰহৰৰ পথক ক্ষেপিল ॥৫৬
জঙ্ঘা মাত্ৰ আছে ইটো অস্থি পুঞ্জ সাৰ।
তাক উচ্ছাদিলা নাহি প্ৰত্যয় আমাৰ ॥৫৭
দেখা সাত গাছ তাল আছে বক্ৰভাৱে।
তিনিগাছ ভেদে দদা একেশৰ ঘাৱে ॥৫৮
সাতো তাল ভেদা যদি তুমি একেশৰে।
তেবেসে সংশয় গুচে মনৰ আমাৰে ॥৫৯
আনন্দ মিলয় তযু প্ৰমাণক পাও।
বালীক মাৰিবা প্ৰভু তেবে পতিয়াও ॥৬০
ৰাঘৱে বোলন্ত সাত গাছ তাল সাৰ।
বক্ৰভাৱে আছে অৰ্দ্ধ চন্দ্ৰৰ আকাৰ ॥৬১
কচু যেন ভেদোঁ একেশৰৰ প্ৰহাৰে।
গুচাইবোঁ মনৰ ঝিয়া সকলে তোমাৰে ॥৬২
আগে দেৱ গুৰুক কৰিলা নমস্কাৰ।
ধনু তুলি ধৰিলন্ত যেন বজ্ৰ সাৰ ॥৬৩
আজুৰিল ধনু কৰ্ণমানক নামিল।
শ্ৰীমুখ বাণ আনি গুণে আৰোধিল ॥৬৪
বাম পাৱ আগ কৰি দক্ষিণক পাছ।
একে প্ৰহাৰন্তে ভেদিলন্ত সাতো গাছ ॥৬৫
এক দুই তিন চাৰি পাঁচ ছয় সাত।
প্ৰত্যেকতে অগনি নিকলে জাকে জাক ॥৬৬
ঈষৎ কটাক্ষে ৰামে ভেদিলন্ত তাল তাল।
পৰ্ব্বত ভেদিয়া শৰ পশিল পাতাল ॥৬৭
সাগৰত স্নানি পুনু পশিলা তূনত।
চমকিত ভৈল পাছে পাঞ্চৰো মনত ॥৬৮
একোৱে নজানো আমি বানৰ তবল।
প্ৰাণৰ কাতৰে কটালিলোঁ তযু ছল ॥৬৯
জিনিবাক পাৰা প্ৰভু জানো তিনি লোক।
আৰে কি কৰিবোঁ প্ৰভু আদেশিয়ো মোক ॥৭০
শ্ৰীৰামে বোলন্ত মিত্ৰ চিনিলা আমাক।
সত্বৰে চলিয়ো এবে যাও কিষ্কিন্ধাক ॥৭১
একে পাত শৰত বালীক বধ কৰোঁ।
ধিকাৰ বীৰত্ব যেবে দুই পাত ধৰোঁ ॥৭২

## ৭ অধ্যায়—বালী সুগ্ৰীৱৰ যুদ্ধ আৰু সুগ্ৰীৱৰ পৰাভৱ।

দশৰথ পুত্ৰ দুই পাঞ্চটি বানৰে।
কিষ্কিন্ধ্যাক লাগি চলি গৈলা চপ কৰে ॥১
পাঞ্চ কপি বীৰ সমে শ্ৰীৰাম লক্ষ্মণে।
কতো দূৰে থাকিলন্ত আৰ হুয়া বনে ॥২
পুত্ৰ বৈৰ বধ শুনি সূৰ্য্যে ৰঙ্গ পাইলা।
দেৱযোগ্য অলঙ্কাৰ ক্ষেপিয়া পঠাইলা ॥৩
চিকিমিকি কৰয় উত্তম হেমমালা।
সুগ্ৰীৱৰ মাথাত পৰিয়া জ্বলে কালা ॥৪
মালাৰ প্ৰভাৱে আতি সুগ্ৰীৱ জ্বলন্ত।
হেন দেখি তাঙ্ক ৰাম চন্দ্ৰে বুলিলন্ত ॥৫
শুনিয়ো সুগ্ৰীৱ মিত্ৰে গুছিল প্ৰমাদ।
মিলিল মঙ্গল পাইলা সূৰ্য্যৰ প্ৰসাদ ॥৬
আউৰ কিবা চোৱা সখি ভৈল শুভক্ষণ।
বালী বধিবাক শীঘ্ৰে কৰিয়ো গমন ॥৭
বালীৰ তোলায়া খঙ্গ কৰিয়ো গৰ্জ্জন।
তিৰী চোৰা পাপীষ্ঠক মাৰোঁ এতিক্ষণ ॥৮
সুগ্ৰীৱ চলিম ৰঙ্গে ভয় পৰিহৰি।
থাকিলন্ত ৰামচন্দ্ৰ হাতে ধনু ধৰি ॥৯
কিষ্কিন্ধাৰ দ্বাৰে গৈয়া লাগিল গৰ্জ্জিত।
কিচ কিচ লাগি গৈল বানৰ পুৰীত ॥১০
সুগ্ৰীৱৰ আতিশয় শুনি সিংহনাদ।
স্বৰ্গ ফাটি গৈল বুলি দেৱৰ বিবাদ ॥১১
খণ্ড খণ্ড ভৈলা মেঘ মহা কোলাহলি।
সুগ্ৰীৱৰ গালি শুনি ক্ৰোধি গৈল বালী ॥১২
ত্বৰিতে বজাইল বীৰ ওৱাৰিক ছাৰি।
সূৰ্য্যৰ উদয় যেন মেঘগণ ফাৰি ॥১৩
ৰণক সম্মুখ ভৈলা প্ৰাণক বিছুই।
প্ৰমাণত দেখিয় পৰ্ব্বত যেন দুই ॥১৪
আতি ক্ৰোধ নয়নে মাতয় বীৰ বালী।
সুখে ৰাজ্য ভুঞ্জোঁ তোক দেশৰ নিকালি ॥১৫
তোহোক মাৰিলে দুষ্ট খণ্ডিবেক শাল।
ৰাখন্তা নাহিকে তোক দশ দিকপাল ॥১৬

ইন্দ্ৰ চন্দ্ৰ কুবেৰ বৰুণ হুইবা সাক্ষী।
সুগ্ৰীৱ ভৈয়াই হেৰা খাইলে দুই আখি ॥১৭
মই যাক খুজিবোঁ আপুনি আসি মিলে।
পাপিষ্ঠক মাৰিবো চৰৰ লাঠি কিলে ॥১৮
সুগ্ৰীৱ বোলন্ত শাদা এবাঁ দন্ত দৰ্প।
জানিবাহা মইসে তোমাৰ কালসৰ্প ॥১৯
আজি যেবে জীয়া দৰ্প কৰিবাহা পাছে।
জানিবাহা নিশ্চয় যৰতো যৰ আছে ॥২০
অন্য অপৰাধে মোক ডাকিলা দেশৰ।
ভ্ৰাতৃ বধু হৰি পাপ সাক্ষিলা অপাৰ ॥২১
মিছাত আসিয়া মোক গৰ্জ্জিলাহা তোৰা।
জিহ্বাখান মেলি চাহা কলিয়া কি গোবা॥২২
আন কথা এৰি কাণ্টে যুদ্ধক আৰম্ভা।
এক ভাগ সজা মাত্ৰ দশ ভাগ লজ্জা ॥২৩
মোক মাৰিবাহা তুমি কোনে পাতিয়াইব।
তৃণৰ কি অগনিয়ে সাগৰ শুকাইব ॥২৪
নেত্ৰ ফুৰাই মাতিলন্ত ৰাজা বীৰ বালী।
এবে তোৰ মুখৰ বজাইল বৰ গালি ॥২৫
অসমৰ্থ প্ৰাণীৰ বচন চাতুৰালী।
সিংহৰ আগত যেন শৃগালৰ টালি ॥২৬
মোৰ পাটে ৰাজা ভৈলে নমাৰিলোঁ তয়।
আৰ কত সহিবোঁ নীচৰ পৰাভৱ ॥২৭
এহি বুলি শাল বৃক্ষ উপাৰি আনিল।
সাৰৰ বুলিয়া সুগ্ৰীৱক প্ৰহাৰিল ॥২৮
সুগ্ৰীৱে দেখন্ত বৃক্ষ চাপিলন্ত কোলে।
বাহুত চাপৰ দিয়া কৰিলা হাস্ফোল ॥২৯
কটাক্ষ নয়নে চাহিলন্ত আগ পাছে।
মুঠিৰ প্ৰহাৰে ভাঙ্গিলন্ত শাল গাছ ॥৩০
বৃক্ষ ভাঙ্গি সুগ্ৰীৱেও কৰন্ত আস্ফাল।
শীঘ্ৰবেগে সুগ্ৰীৱে হানিল দুই শাল ॥৩১
দণ্ড দুইৰ পথ মানে বৃক্ষ ছানি যায়।
সমৰত বসি বালী ৰাজা আছে চাই ॥৩২
দেখিলেক বালী বৃক্ষ কেপিলে আমাক।
অদ্ভুত শাল দুই হানিলেক তাক ॥৩৩
চাৰি বৃক্ষ এক ঠাই পৰি ভৈল চুৰ।
অগনি কণিকা নিকালিল বহুদূৰ ॥৩৪
বাহৰে বোলন্ত ৰাপু শুনিয়ো সখাই।
অদ্ভুত সমৰ কৰন্ত দুই ভাই ॥৩৫

হেন কা নয়ো দেখো পৃথিৱী ভিতৰে।
কৌতুক লভিলা বালী মাৰোঁ একে শৰে ॥৩৬
ব্ৰহ্মা বিষ্ণু মহেশ্বৰ দেৱ পুৰন্দৰ।
অশ্বিনী কুমাৰ আৰু জয়ন্ত কুমাৰ ॥৩৭
যামদগ্নি কুবেৰ বৰুণ শশধৰ।
ৰথি ৰথি যানে চড়ি চাহন্ত সমৰ ॥৩৮
নিজ ৰথে সূৰ্য্যে যুদ্ধ চাহন্ত প্ৰবন্ধে।
বাসৱে চাহন্ত যুদ্ধ ঐৰাৱত স্কন্ধে ॥৩৯
ইন্দ্ৰদেৱে দেখিলন্ত সুগ্ৰীৱৰ গলে।
সূৰ্য্যে দিলা দিব্য মালা আতিশয় বলে ॥৪০
বালীকো দিলন্ত ইন্দ্ৰদেৱে দিব্যমালা।
তাক পাই বালীৰ ফলয় আতি কালা ॥৪১
সূৰ্য্যৰ বীৰ্য্যত সুগ্ৰীৱৰ উতপতি।
বালী ৰাজা ভৈলা ইন্দ্ৰদেৱৰ সন্ততি ॥৪২
দেৱবীৰ্য্যে জাত দুইহন্তৰো দিব্য কায়া।
চিনন নযায় যেন দৰ্পণৰ ছায়া ॥৪৩
সূৰ্য্যৰ লগত দেৱ ততেক আছয়।
সুগ্ৰীৱ জিনন্ত বুলি কৰে জয় জয় ॥৪৪
বাসৱৰ লগে দেৱ আছে যত যত।
বালী জিনন্তোক বুলি বাঞ্ছয় মনত ॥৪৫
দেৱতাৰ আশীৰ্ব্বাদে দুহানো উল্লাস।
দুয়ো দিব্য মালা পিন্ধি কৰন্ত প্ৰকাশ ॥৪৬
অৱসান ভৈল যেবে বৃক্ষৰ সমৰ।
তৰুবন শূন্য ভৈল কত প্ৰদেশৰ ॥৪৭
লেঞ্জে মেৰাই পৰ্ব্বতক উপাৰি আনিলন্ত।
সুগ্ৰীৱক লাগি বীৰ বালীয়ে হানিলা ॥৪৮
শত্ৰুক দলিলোঁ বুলি কেপিলা পৰ্ব্বত।
সুগ্ৰীৱ দেখন্ত গিৰি আসন্ত পথত ॥৪৯
লেঞ্জে মেৰাই ধৰিলন্ত মাতঙ্গৰ লীলা।
সুগ্ৰীৱে হানিলা বজ্ৰে গিৰি শৃঙ্গ শিলা ॥৫০
শিখৰে শিখৰে এক খান ভৈলা দুই।
পৃথিৱীত পৰি গৈলা চূৰ্ণীকৃত হুই ॥৫১
দুইহাতকো দুইহন্তে চাহন্ত ক্ৰোধ দৃষ্টি।
আখে বেখে কৰে দুয়ো পৰ্ব্বতৰ বৃষ্টি ॥৫২
শিখৰে শিখৰে পৰি উকৰিয়া যায়।
শৰীৰত পৰি গৈয়া অগনি বজায় ॥৫৩
দেৱ বীৰ্য্য কলেৱৰ বজ্ৰসে সাক্ষাত।
পৰ্ব্বত পৰিয়া কি কৰিবে তাসবাত ॥৫৪

দেখিলন্ত সুগ্ৰীৱ পৰ্ব্বত গোট আসে।
এক প্ৰহৰৰ পথ বেড়ি আগে পাছে ॥৫৫
আৰো প্ৰহৰৰ পথ হোৱয় চড়াৱে।
লাঠি হানি সুগ্ৰীৱে ভাঙ্গিল বাম পাৱে ॥৫৬
সুগ্ৰীৱে পৰ্ব্বত গোট হানিলন্ত বলে।
মন পৱনৰ বেগে গিৰি গোট চলে ॥৫৭
তেনয় দুইগোট বালী পৰ্ব্বতক লই।
লেঞ্জে মেৰাই হানিলন্ত সুগ্ৰীৱক গই ॥৫৮
পৰ্ব্বতে পৰ্ব্বতে ভৈলা আকাশেআন্দোল।
অগনি কণিকা জ্বলি গৈলা স্বৰ্গকোল ॥৫৯
ত্ৰিভুৱনে লাগি গৈলা অদ্ভুত শবদ।
নৰ নাগ দেৱগণ ভৈগেলা তবধ ॥৬০
ভাগি আসি পৰিল শবদ কৰি দুই।
আউৰে আউৰ থাকিলন্ত চমকিত হুই ॥৬১
ঠিৰ লেঞ্জ কৰি লাগি গৈল হিঙ্কাহিঙ্কি।
বাহু দান্ধি মাৰিয়া আন্দোল কিচাকিচি॥৬২
থাক থাক মাৰোঁ বুলি উথলিল ৰোল।
দুই ভাই দুহাঙ্কে ধৰিলা কোলে কোল॥৬৩
দুই ভাই যুদ্ধ কৰে একপিণ্ড হুই।
প্ৰমাণত দেখিয় পৰ্ব্বত যেন দুই ॥৬৪
যেহেন দিগ্গজ দুই পৰ্ব্বত ভেদয়।
টলবল বসুমতী বাসুকি কম্পয় ॥৬৫
কৈলাসে চকিত আতি ভৈলন্ত ঈশান।
সাগৰত ঢউ ভৈলা পৰ্ব্বত সমান ॥৬৬
মেৰুৰ শিখৰ ফুটি নিকলিল জল।
দুয়ো ভাইৰ আন্দোলনে মেদিনী যায় তল॥৬৭
পাতালত হুলস্থুল ভৈলা নাগগণ।
ঘনে ঘনে কম্পি ভৈল অনন্তৰ ফন ॥৬৮
দেবাসুৰ গন্ধৰ্ব্ব মনুষ্য বিদ্যাধৰ।
চমৎকাৰে থাকি গৈলা ভুবন ভিতৰ ॥৬৯
তবধ নয়ন ভৈলা মনত বিস্ময়।
কি কাৰণে ভৈল আসি অকালে প্ৰলয় ॥৭০

৮ অধ্যায়

ঝুমুৰি।

এহি মতে বীৰ দুই।
যুজে এক পিণ্ড হুই ॥১
শৰীৰত উঠে জুই।
বলে দুই ক্ষীণ নুই ॥২
বাহু বাহু বান্ধিলন্ত।
পাৱে পাৱে ছান্দিলন্ত ॥ ৩
ফুৰি ফুৰি টানিলন্ত।
গ্ৰীৱে গ্ৰীৱে জৰিলন্ত ॥৪
হিয়ে হিয়ে তাড়িলন্ত।
ভুলি ভুলি পাৰিলন্ত ॥৫
ঘুণ্টা যেন লাগিলন্ত।
আৰ্ত্তনাদ ছাৰিলন্ত ॥৬
ঘোড়া যেন লৱৰে।
অসংখ্যাত চৰৰে ॥৭
হাত পাৱ বিহৰে।
হস্তী যেন চিহৰে ॥৮
কিল ভুকু লাঠি হানি।
ভূমিত আফালে আনি ॥৯
আঙ্গুৰি আনয় টানি।
ফুৰে দুয়ো ছিদ্ৰ ছানি ॥১০
দুইকো দুয়ো পাৰে গালি।
বাহুত মাৰয় তালি ॥১১
যুজয় সুগ্ৰীৱ বালী।
দুয়ো বজ্ৰৰ বটালি ॥১২

৯ অধ্যায়

পদ।

ৰাঘৱে বোলন্ত কিবা কৰোঁ কৈক যাওঁ।
সুগ্ৰীৱ মিত্ৰক মই হাতে হৰুৱাওঁ ॥১
কোন দৈববিধি মোক প্ৰবন্ধে ছলিল।
শত্ৰু মিত্ৰ একো আকলিবে নোৱাৰিলোঁ॥২
দুহানো শৰীৰ একে সম একে কালা।
দুহানো গলত দেখোঁ সুবৰ্ণৰ মালা ॥৩
বালী বুলি মাৰো যেবে সুগ্ৰীৱ মৰিব।
সংসাৰত মোৰ বৰ অখ্যাতি থাকিব ॥৪
কিনো কৰোঁ বিধি মোক মাৰিল বিচুহি।
সংসাৰত পাপী কিনো ভৈলোঁ মিত্ৰদ্ৰোহী ॥৫
লক্ষ্মণে বোলন্ত দদা শুনিয়োক ৰাম।
অসন্তোষে সাধিবাক নোৱাৰিবে কাম ॥৬
যাক প্ৰতি ভৈল প্ৰভু তোমাৰ প্ৰবন্ধ।
সহস্ৰ যুগত তাৰ পৰিবেক স্কন্ধ ॥৭
তিনিয়ো জগত যদি একত্ৰ হোৱয়।
তথাপি তোমাৰ মিত্ৰ হুইব ৰণজয় ॥৮

বালী নৃপতিৰ হাত সুগ্ৰীৱে এৰাইল ।
কঙ্কালত ধৰিয়া বালীক আলগাইল ॥৯
হুংবুলি আকালিল পৃথিবীক লাগি ।
বোম্বালে ৰুধিৰ বহে কুম্ভ স্থলি ভাগি ॥১০
বালী মূৰ্চ্ছা গৈল বুলি ইন্দ্ৰে কৰে শোক ।
শুভ শুভ জয় জয় কৰে সূৰ্য্যলোক ॥১১
কতো বেলী বালী ৰাজা চেতনক পাইলা ।
আসৰিশ ক্ৰোধ কৰি সুগ্ৰীৱক ধাইলা ॥১২
যেহেন হস্তীক সিংহে পেলাইলে নিচালি ।
সুগ্ৰীৱক সেহি মতে আকলিলা বালী ॥১৩
ত্ৰিশূলৰ সমান নখৰ চোট ঘালি ।
সুগ্ৰীৱৰ শৰীৰক পেলাইলা ৰখালি ॥১৪
চেতন হৰিয়া গৈল সুগ্ৰীৱ বীৰৰ ।
বোম্বালে ৰুধিৰ বহি যায় শৰীৰৰ ॥১৫
চেতন লভিয়া বোলে নোহোঁ সমশৰ ।
থাকিলন্ত বেশ ধৰি যেন মৃতকৰ ॥১৬
বালী ৰাজা দেখয় নিৰ্জ্জান ভৈল দান্ত ।
বিমৰিষি বোলে ভৈল বৈৰৰ উপান্ত ॥১৭
ভুবন দহিয়া যেন বহ্নি ভৈলা শান্ত ।
প্ৰহাৰ নকৰি ক্ষণেতেক জিৰাইলন্ত ॥১৮
শুনা সমাজিক জন ৰামৰ চৰিত ।
কলি মল বিনাশন পৰম অমৃত ॥১৯
দেখিয়োঁ ৰামৰ কেনে লীলা বিপৰীত ।
বনৰ বানৰ সমে কৰিলা সখিত্ব ॥২০
শৰণ মাত্ৰকে প্ৰভু একো নবাচন্ত ।
হেনসে কৃপালু দেৱ ৰাম ভগৱন্ত ॥২১
জানিয়া ৰামৰ পাৱে পশিয়ো শৰণ ।
দুৰ্লভ মনুষ্য তনু পৰে কেতিক্ষণ ॥২২
নিসীম জনম শত কোটিৰ অন্তৰে ।
কত ভাগ্য বশে জীৱে নৰ দেহা ধৰে ॥২৩
ব্ৰাহ্মণ শৰীৰ তাতো মহাশ্ৰেষ্ঠতৰ ।
হেন জনমক নপালয় মিছো নৰ ॥২৪
কেৱল পালয় মাত্ৰ ইন্দ্ৰিয়ক নিত ।
কৰিলেক আপোনাক আপুনি বঞ্চিত ॥২৫
দুৰ্ল্লভ অমৃত যেন লভিয়া হাতত ।
আপুনি ঠেলিয়া পেলাইলেক প্ৰমাদত ॥২৬
হেন জানি ৰাম পাৱে পশিয়ো শৰণ ।
ৰামবেলে সেৱা নকৰুৰ পালন ॥২৭
ৰাম কথা শুনা হোক জন্মৰ সাফল ।
বোলোঁ ৰাম ৰাম মহা ত্ৰিলোক মঙ্গল ॥২৮

১০ অধ্যায়

ছবি ।

ধীৰে ধীৰে চক্ষু মেলি, বালীক আগতদেখি,
বিমৰিষি আছন্ত সুগ্ৰীৱ ।
আৰু মেৰে বালীৰাজা, দুনাই প্ৰহাৰে মোক,
তেবে মোৰ সঙ্কলয় জীৱ ॥১
এহিবুলি তেতিক্ষণে, বিজুলী চটক যেনে
দেখ নেদেখ বেগ উঠি ।
দুই হাত তুলি ধৰি, বজ্ৰৰ সদৃশ কৰি,
কুম্ভ স্থলে বসাইলেক মুঠি ॥২
বালীৰ কপাল ভাঙ্গি, বোম্বালে ৰুধিৰবহে
মহাবীৰ সুগ্ৰীৱে দেখিল ।
বালীক মূৰ্চ্ছিত জানি, পৱন সকাৰে টানি,
ঠিয় লেৱ কৰি লৰ দিল ॥৩
ৰামৰ দিশক চাই, সক্ৰোধ নয়ন কৰি,
ঘনে ঘনে পাছ চান্তে যান্ত ।
কতো বেলিবালীৰাই,পাচে চেতনাক পাই,
চক্ষুমেলি সুগ্ৰীৱক চান্ত ॥৪
সুগ্ৰীৱ পলাই যায়, কোপে কম্পমান কায়
উঠি মহাবেগে খেদা দিলা ।
ঋষ্যমুখ গিৰি মানে, খেদিতৰি নপাইলাগ,
নিবৰ্ত্তিয়া কিষ্কিন্ধ্যা পশিলা ॥৫
ঋষ্যমুখ গিৰি পায়া, পৰিয়া সুগ্ৰীৱ ধীৰে,
মহা চোটে কেকাইবাক লইলা ।
শ্ৰীৰাম লক্ষণ দুই, নলনীল হনুমন্ত,
আসি সুগ্ৰীৱক বেঢ়ি ৰইলা ॥৬
কতো বেলি চেতনক, লভিয়া সুগ্ৰীৱবীৰে,
ৰামক আগত দেখিলন্ত ।
বাবৰ বিৰত আতি, ক্ৰোধে ৰাঘৱক চাই,
গৰিহা বচন বুলিলন্ত ॥৭
কোৱা ৰামচন্দ্ৰ মই, তোমাৰ কমন শত্ৰু,
কেনে হেন কপট কৰিলা ।
মোৰ প্ৰাণ বৈৰী বালী, তাহাৰ হাতত দিয়া,
কি কাৰ্য্যত মৰাইতে চাহিলা ॥৮
জানা ৰাম মই যেবে, বালীক শকত মেনে,
পলাই কিয় আছোঁ পৰ্ব্বতত ।

আপটাৰ নোৱাৰোঁ জানি তথাপি যুজিবে গৈলো
তোমাৰ পৌৰুষ বচনত ॥৯
বালীৰ হাতত মোৰ, অস্থি মজ্জা চুৰ ভৈল
তুমি ৰঙ্গ চাহিয়া আছিলা।
বালীক আগত পাই, শৰ প্ৰহাৰিয়া তুমি
কি কাৰ্য্যে বালীক নমাৰিলা ॥১০
কিনো নিদাৰুণ তুমি, দশৰথ পুত্ৰ ৰাম
তযু বিনে মন্দ মতি নাই।
এহি সি কাৰ্য্যত তুমি, নিজভাৰ্য্যা হৰুৱায়া
বনে বনে ফুৰা দুই ভাই ॥১১
ব্ৰহ্মবধ সুৰাপান, গুৰুৰ ভাৰ্য্যাক হৰে
মহাপাপ সুবৰ্ণ হৰণ।
ৰাজবধ পিতৃবধ, গুৰু তিৰীমাৰে আনো
আচৰে যতেক পাপগণ ॥১২
মিত্ৰদ্ৰোহ মহাপাপ, সবাহাতে গুৰুতৰ
ইহাক আচৰে যিটো নৰ।
জানিবা নিশ্চয় ৰাম, নৰক ভুঞ্জিয়া মৰে
যাৱে থাকে চন্দ্ৰ দিবাকৰ ॥১৩
হেন মিত্ৰদ্ৰোহ পাপ, কৰিবাক লাগি ৰাম
জানিলো তোমাৰ হৈল মন।
সূৰ্য্যৰ বংশত তুমি জনম লভিলা কিক,
ধিক ধিক তোমাৰ জীৱন ॥১৪
নিষ্ঠ কৰি পূৰ্ব্বকালে, বুলিলাহা হস্তেৰাম,
মইতো নমাৰোঁ বালীবাই।
তেকে কি কাৰণে মই, মাৰিবাক লাগিৰঙ্গে
বালীক যুঝিলো হস্তে যাই ॥১৫
বালীৰ প্ৰহাৰে মোৰ, সৰ্ব্ব অঙ্গ চুৰ ভৈল,
ক্ষত বিক্ষত ভৈল কায়া।
কতবা কালক লাগি, শৰীৰত পীড়া ৰৈল,
তুমি ৰঙ্গ আছিলাহা চায়া ॥১৬
ৰঘুবংশ শিৰোমণি, সাক্ষাত ঈশ্বৰ দেৱ,
তুমি সমে কইলো মিত্ৰৰতি।
একেশৰে ত্ৰিভুবন, জিনিবাক পাৰা তুমি,
তেবে মোৰ হেনসে বিপত্তি ॥১৭
সুগ্ৰীৱৰ বাক্যে প্ৰভু, আতিশয় হয়া লাজ,
বুলিলন্ত সুগ্ৰীৱক চাই।
যতেক বুলিলা মিত্ৰ, বুলিতে উচিত হুই,
কিন্তু শুনা কহোঁ অভিপ্ৰাই ॥১৮

তোৰা দুই ভাইৰ দেখোঁ, সমতুল্য কলেৱৰ,
সূৰ্য্য যেন জ্বলে মনোহৰ।
দুই হন্তৰো শিৰে দিব্য, সুবৰ্ণৰ মালা জ্বলে
নিচিনিয়া নকৰিলো শৰ ॥১৯
শত্ৰুবুলিমাৰো যোমু, মিত্ৰৰ বিনাশ হোৱে,
শুনি মন্দ বুলিলেক লোক।
লক্ষ্মণে সহিতে চিন্তি, নপাইলো উপায় মই
জানি সখি নিনিন্দিবা মোক ॥২০
ক্ষমিয়োক মোৰ দোষ, নকৰিবা অসন্তোষ
বালিক বধিবো সাৰে সাৰ।
আপোনাৰ অলঙ্কাৰ, পৰিহৰি তুলসীৰ,
মালা তুমি পিন্ধিয়ো আমাৰ ॥২১
দিন চাৰি থাকিয়োক, যাৱসব পালম্পোক,
পাছে সবে কিষ্কিন্ধাক যাওঁ।
ইবাৰ বালীক দেখি, মাৰি যেৱে নপঠাওঁ,
তেবে ব্ৰহ্মবধ পাপ পাওঁ ॥২২
এহি বুলি ৰঘুনাথে, অমৃত সমান হাতে
মাৰ্জ্জিলন্ত মিত্ৰৰ শৰীৰ।
পূৰ্ব্বত অধিক কৰি, শতগুণ তেজবল,
লভিলা সুগ্ৰীৱ মহাবীৰ ॥২৩
শুনিয়োক সৰ্ব্বজন, পুণ্যকথা ৰামায়ণ
ইসে মহা ধৰ্ম্ম অনুপাম।
গুচিবে সংসাৰ দুঃখ, লভিবা পৰম সুখ,
নিৰন্তৰে বোলা ৰাম ৰাম ॥২৪

---

১১ অধ্যায়—শ্ৰীৰাম কৰ্ত্তৃক বালী বধ।

পদ।

ৰাঘৱৰ বচনে সুগ্ৰীৱ ৰঙ্গ পাইলা।
চৰণত ধৰি বীৰে প্ৰবোধ কৰাইলা ॥১
নাজানি গৰ্জ্জিলো দোষক্ষমা কৰা ৰঘুপতি।
ইহ পৰলোকে প্ৰভু তুমি মোৰ গতি ॥২
মহাপাপী সবো তৰে নাম লইলে যাৰ।
তাহাক নিন্দিলো পাপ সঞ্চিলো অপাৰ ॥৩
অজ্ঞানীৰ দোষ ক্ষমিয়োক নাৰায়ণ।
তোমাৰ অভয় পদে পশিলো শৰণ ॥৪
যাৱৰ বিগত মোৰ হৰিল চেতন।
বুলিলোহোঁ ঈশ্বৰক গৰিহা বচন ॥৫

সহজে বানৰ জাতি তৰল সদাই।
তুমি কৃপাময় তাক ক্ষমিবে যুৱাই ॥৬
শুনিয়া ৰাঘৱে তাক আশ্বাস কৰিলা।
দিন তিনি চাৰি মানে যাৰ পালম্পিলা ॥৭
সুগ্রীৱে ৰামৰ মালা শিৰত ধৰিলা।
প্রদক্ষিণে ৰাঘৱক প্রণাম কৰিলা ॥৮
জয় বাদ্য কৰি সুমঙ্গল আচৰিলা।
বালী ৰাইক ধাৰে শুভ সময়ে পশিলা ॥৯
সুগ্রীৱ লক্ষ্মণ ৰাম সহিতে চলন্ত।
পাচে যান্ত নল নীল আৰ হনুমন্ত ॥১০
বুলিলা ৰাঘৱে সুগ্রীৱক দিয়া ডাক।
মাৰোঁ অবিলম্বে মিত্র চিনায়ো আমাক ॥১১
এহি বুলি ধনু ধৰি শ্রীৰাম লক্ষ্মণে।
সাৱধানে থাকিলন্ত কিষ্কিন্ধাৰ বনে ॥১২
সুগ্রীৱ গর্জ্জন্ত গৈয়া দুৱাৰত বসি।
কি কৰস বালী ৰাজা গহ্বৰত পশি ॥১৩
নিচিন্তি আছহ দাদা বার্ত্তাক নপাইলা।
তোমাৰ কনিষ্ঠ ভাই কাল হয়া আইলা ॥১৪
সত্য কৰি জানা দাদা বচন আমাৰ।
পৰিচ্ছেদা কৰি দেখাঁ পুত্র পৰিবাৰ ॥১৫
পটেশ্বৰী লোক দেখাঁ আৰো যত তিৰী।
আজি ধৰি তোমাৰ খণ্ডাইবোঁ ৰাজ শীৰি ॥১৬
সুগ্রীৱৰ নাদ শুনি বালীৰাইৰ কোপ।
আজি তোক মাৰোঁ বুলি কৰয় আটোপ ॥১৭
ত্বৰিতে বজাইল বীৰে আৰ্ত্তনাদ কৰি।
আগ বাঢ়ি বিনাৱন্ত তাৰা পটেশ্বৰী ॥১৮

১২ অধ্যায়।

ছবি।

টীকৰ সুস্বামী মোৰ, বলৱন্ত প্রাণেশ্বৰ,
বানৰ কুলৰ নিজ নাহা।
মানিকৰ দণ্ডপাট, পৰিহৰি প্রভু দেৱ,
কি কাৰণে সমৰক যাহা ॥১
প্রাণতো অধিক মোৰ, অঙ্গদ কুমাৰ আছে,
মই আছো শান্তী পটেশ্বৰী।
ইন্দ্রৰ পুৰীতোধিক, প্রকাশ কৰন্তে আছে
দেখা ইটো কিষ্কিন্ধা নগৰী ॥২
আপোনাৰ বাহুবলে, বৈৰ সব জিনিলাহা
ৰব যশ ৰাশি তুমি পাইলা।
সুদুর্জ্জয় ৰাৱণক, কাখত তিপিয়া লইলা
চাৰিয়ো সাগৰ ফুৰি আইলা ॥৩
সাত পৃথিৱীত যত, ভালুক বানৰ আছে
তোমাৰ চৰণে কৰে সেৱ।
কোননো অশক্য কার্য্য, সাধিবাহা প্রতিক
সমৰক যাহা প্রভুদেৱ ॥৪
স্বপনৰ কথা কহোঁ, শুনিয়োক প্রভু তয়্
হৃদয়ত লাগি গৈল যাটি।
ওপৰক হইয়া গোড়, তোহাৰ শৰীৰ গোট
সমূলে পশিল মাটি কাটি ॥৫
সিংহাসনে বসি ৰজে, সুগ্রীৱ দেৱৰে মোৰ
তিনি কোনা ইটা গোট গিলে।
হেনয় স্বপন জানা, যাকে যাকে দেখিলয়
তাতে গৈয়া ৰাজশ্রী মিলে ॥৬
বালী বোলে শুনওৰে, পটেশ্বৰীতাৰা মোৰ
যুগুত বচন হলি সহি॥
হেনেকি জানহ তই, পৃথিৱী মণ্ডল মাজে
বালীক জিনন্তা আছে কহি ॥৭
উদয় গিৰিক লাগি, হিমালয় পর্ব্বতক
নিবাক আছয় মোৰ শক্য।
মোৰ সমৰক লাগি, আহ্বান কৰন্তে আছে
সুগ্রীৱ কমন বীৰ বধ ॥৮
মোৰপ্রাণ গোটবাঢ়ে, তাতেনিয়া আৰোপিয়া
সুগ্রীৱক বাঢ়ি দিব ৰণ।
সমৰ ভূমিত গৈয়া, সুগ্রীৱক ৰণে জিনি,
পালটি আসিবো এতিক্ষণ ॥৯
স্বপনৰ কথা যত, কহিলাহা প্রাণজায়া,
জানিবা সকলে আল জাল।
বাধা বচনক তুমি, নুবুলিবা পটেশ্বৰী,
কান্টে চলি যাওঁ যুদ্ধ শাল ॥১০
তাৰা বোলে প্রাণেশ্বৰ, টীকৰ সুস্বামী মোৰ
আৰৰ কাহিনী কহোঁ শুনাঁ।
ডাহিনৰ চক্ষু মোৰ, সঘনে সঘনে ফুৰে,
আক হৃদয়ত ভালে গুনাঁ ॥১১
দিনতিনি চাৰি হৈল, সুগ্রীৱ দেৱৰে মোৰ
তোমাত সমৰ হাৰি গৈল।
হেন জানা বিনা সাহে, দুৱাৰত বসি আসি,
পুনৰপি গর্জ্জিবাক লৈল ॥১২

আৰৰ কাহিনী কহোঁ, শুনিয়োক প্ৰাণনাথ,
কাৰ্য্য বৰ ভৈগেল বিচিত্ৰ।
ৰিপু কুল বিমৰ্দ্দন, ৰঘুকুল শিৰোমণি,
ৰাম ভৈলা সুগ্ৰীৱৰ মিত্ৰ ॥১৩
আছোক পৃথিৱী খণ্ড, স্বৰ্গ সাত পাতালৰ
জিনিতে পাৰয় দেৱাসুৰ।
জানিবা স্বৰূপে, তোমাৰ কনিষ্ঠ ভাই
তেহে ৰাম ভৈলা পথাপুৰ ॥১৪
ৰাঘৱে সহিতে প্ৰভু, বিবাদক সুযুৱাই
শুনিয়োক বোলো হিত কাৰ।
আপোনাৰ কনিষ্ঠক, সুগ্ৰীৱ বীৰক আনি
সত্বৰে পাতিয়ো যুবৰাজ ॥১৫
সোদৰ কনিষ্ঠ ভাই, তাহান মুখক চাই
দোষচয় ক্ষমিয়োক সৰ্ব্ব।
তোমাতেসে দান মান, ঠেস ৰোষ নকৰিবি
তাহাননো কাত আছে গৰ্ব্ব ॥১৬
কিষ্কিন্ধ্যা নগৰ মাজে, ভালমতে জানিলেক
বালী ৰাজা সুগ্ৰীৱ বীৰক।
ৰাজাৰ নিদানেআনো, সৰ্ব্বলোক সুখেআছে
আক প্ৰভু নজানা কিসক ॥১৭
মাধৱ কন্দলি ভনে, শুনিয়োক সৰ্ব্বজনে
ৰামৰ চৰিত্ৰে কথা সাৰ।
শুনন্তে অমৃত সম, পাপৰ সাক্ষাত যম
জানি ৰাম বোলা ৰাৰে ৰাৰ ॥১৮

১৩ অধ্যায়।

পদ।

বালী বোলে শুনা ওৰে পটেশ্বৰী তাৰা।
ৰূপে গুণে বিত্তোপনী সংসাৰতে সাৰা ॥১
জানি আছোঁ ৰাম দশৰথৰ তনয়।
তাঙ্ক লাগি কিছু মোৰ ভয় নজন্ময় ॥২
সাগৰ শুকান্ত ৰামে এক পাত শৰে।
দেৱক খেদন্ত পশি স্বৰ্গৰ ভিতৰে ॥৩
উপাৰিবে পাৰা সাতো দ্বীপা পৃথিৱীক।
তেহোঁ ৰামে কি কৰিব দুৰ্জ্জয় বালীক ॥৪
স্ত্ৰী বৈৰী পিতৃ বৈৰী সীমাবৈৰী নোহোঁ।
ৰাজ্যৰ নিমিত্তে আমি দুই ভাই যুজুহোঁ ॥৫
কোন অপৰাধে ৰামে বধিবা আমাক।
ৰাহুৰিয়া প্ৰাণেশ্বৰী ঘৰে বসি থাক ॥৬
তথাপি বালীক তাৰা বুজাই বুলিলন্ত।
ভকতৰ পদে ৰামে অন্যায় কৰন্ত ॥৭
ভকত বৎসল গুণ এতেকে ৰামৰ।
সুগ্ৰীৱ ভকতি তান্তে কৰে নিৰন্তৰ ॥৮
এতেকে সংশয় প্ৰভু দেখোহোঁ মনত।
ক্ৰোধে বালী বোলে মোক বুজাৱস কত ॥৯
নিচুকিয়া থাক কিছু সুবুজস কাৰ।
এহি বুলি চলিলা যুদ্ধক হুয়া সাজ ॥১০
প্ৰবোধিলা যেৱে বালী পৌৰুষ বচনে।
পালটি বসিলা তাৰা অসন্তোষ মনে ॥১১
বাধাক সুশুনি বালী সমৰক যাই।
মাথাৰ উপৰে কাক শগুণ বৰ্ণাই ॥১২
ৰাম পাশে সৰ্প যাই ডাহিনে শৃগাল।
কাক গৃধ পাখীৰ আকাশে কোলাহল ॥১৩
চণ্ডবায়ু বহে খোলা খাপৰৰ জাক।
কিষ্কিন্ধ্যাত কধিৰে বৰিষে জাকে জাক ॥১৪
হাক্ষি জেঠি নমানিয়া ৰণক গমন।
বালী সুগ্ৰীৱৰ দুইৰ ভৈল দৰিশন ॥১৫
দুইকো দুই তৰ্জ্জিয়া গৰ্জ্জিয়া পাৰে গালি।
লাগি গৈল সমৰ সুগ্ৰীৱ বীৰ বালী ॥১৬
বজ্ৰৰ সদৃশ দুইয়ো হানন্ত চৰৱে।
লাঠি হানি প্ৰহাৰে নিৰ্ঘাত যেন পৰে ॥১৭
বৃক্ষে বৃক্ষে হানিলন্ত শিখৰে শিখৰে।
কিল ভুকু চৰৱে মাৰন্ত নিৰন্তৰে ॥১৮
অদভুত সমৰ কৰন্ত দুই ভাই।
আকাশত দেৱগণে আছে যুদ্ধ চাই ॥১৯
ধনুত জুৰিয়া শৰ ৰামে সাৱধানে।
দুই হানো সমৰ চাই আছা বিস্ময়মানে ॥২০
দুইয়ো বীৰে আটোপে ধৰিলা কোলে কোলে
পৃথিৱী কম্পিয়া গৈল দুইহানো আন্দোলে ॥
গম্ভীৰত মেক যেন গহীনে সাগৰ।
যেন মেক মন্দৰ যুজন্ত একত্ৰ ॥২২
হৰি শঙ্কৰৰ যেন মিলিল সমৰ।
গ্ৰহ যুদ্ধ ভৈল যেন মঙ্গল বুধৰ ॥২৩
বলি বাসৱৰ যেন লাগিল সমৰ।
বালী সুগ্ৰীৱৰ যুদ্ধ সেহি পটন্তৰ ॥২৪
বালী বোলে শুন ওৰে সুগ্ৰীৱ দুৰ্ম্মুৰ।
মুষ্টিৰ প্ৰহাৰে তোক নিবো যমপুৰ ॥২৫




বালীক তাৰাই যুদ্ধলৈ যাবলৈ বাধা দিছে

কুম্ভস্থলে মুঠি হানি লৰবিয়া তানে।
পৰি মূৰ্চ্ছা গৈল বীৰ নমৰিল প্ৰাণে ॥২৬
পাচে কতোক্ষণে তান আসি ভৈল জ্ঞান।
ভয়ঙ্কৰ শালবৃক্ষ হানিলা সুগ্ৰীৱ ॥২৭
হৃদয়ত পৰি বীৰ বালী মূৰ্চ্ছা গৈলা।
কতোক্ষণে অনন্তৰে সজ্ঞান ভৈলা ॥২৮
ৰামচন্দ্ৰে দেখন্ত আসন্ন ভৈলা ৰণে।
সুগ্ৰীৱ ঘাতন্ত বালী বাইৰ বল চৰে ॥২৯
নিচিনি নমাৰি পূৰ্ব্বে অৰণক পাইলোঁ।
মাৰোঁ বুলি শপত কৰিয়া পুনু আইলোঁ ॥৩০
আৰে কেনে চাহি আছোঁ দেখিয়া আগত।
নাহি দোষ ভকত দ্ৰোহীক কৰোঁ হত ॥৩১
এহি বুলি শৰপাট গুণে চৰাইলন্ত।
বালীৰ হিয়াত লক্ষে হানি পঠাইলন্ত ॥৩২
বিস্বাদ শবদে শৰ চলে আকাশত।
সন্ধানে পৰিল বালী বাইৰ হৃদয়ত ॥৩৩
ক্ৰৌঞ্চ পৰ্ব্বতক যেন ভেদিল কুমাৰে।
হিয়াত পৰিয়া শৰ ভৈল পশি আৰে ॥৩৪
হা মৰিলোঁ হেঁই বুলি পৰি গৈল বালী।
পৃথিৱীক শৰীৰকে শৰে থৈলা শালি ॥৩৫
সাধিলোঁ হেঁ সুগ্ৰীৱ মিত্ৰৰ যত কাষ।
এহি বুলি ৰাঘৱ বনৰ ভৈলা বাজ ॥৩৬

---

১৪ অধ্যায়—বালী কৰ্ত্তৃক শ্ৰীৰামৰ নিন্দা।

মাথা পালটাই বালী পাছবাক চাইল।
বন হন্তে আসন্তে ৰামক ভেট পাইল ॥১
শুদ্ধ হেন চক্ষু ঘূৰাই পাৰিলন্ত গালি।
ধিক ধিক ৰাঘৱ অধম পাপ শালী ॥২
পাপময় ৰাম তুমি পাপৰ আচাৰ।
পাপ বুদ্ধি ৰাম ইটো শৰীৰ তোমাৰ ॥৩
সুবুলিয়া শৰ তুমি কৰিলাহা কিক।
তোমাৰ বীৰত্ব ৰাম আছো ধিক ধিক ॥৪
ক্ষত্ৰি জাতি বীৰ তুমি দুহিকা গহণ।
সুবুলিয়া শৰ কৰিলাহা কি কাৰণ ॥৫
বুলিয়া আমাক কৰিলাহা হন্তে ৰণ।
পৰিবৰ্ত্তি ভৈল হন্তে তোমাৰ মৰণ ॥৬
লাজ এৰি ৰাম তুমি মাথা তুলি চাহা।
হৃদয় বিদাৰি মোৰ শোণিত পিয়াহা ॥৭
কোন কাযে বনৰ বানৰ মাৰিলাহা।
দোখৰা দোখৰ কৰি মাংস কাটিখাহা ॥৮
আমাক মাৰিলা আসি কোন কাযে ভাল।
মাংস নখাইবাহা তেবে নিশিদ্ধিবা চাল ॥৯
সুভুঞ্জে উত্তম জাতি আমাৰ মাংসক।
যজ্ঞত নলাগে বানৰৰ পঞ্চনখ ॥১০
শুনি আছোঁ ৰাম সৰ্ব্ব কাৰ্য্যত গৰিষ্ঠ।
দেৱ গুৰু পিতৃ যত সবাহাতে ইষ্ট ॥১১
জানিলোঁ তোমাক সবে তপস্বীতে বৰ্য্য।
যেন ধৰি আছা বিবালৰ ব্ৰহ্মচৰ্য্য ॥১২
পৃথিৱীৰ পতি তুমি ভৈলা অকাৰণ।
উত্তম নাৰীৰ স্বামী যেহেন তেষ্টন ॥১৩
হা কিনো ভৈল তনু গতি বসুমতী।
অধম আচাৰ ৰাম ভৈল তৰ পতি ॥১৪
সুমৰণে পাপ হৰে আদিত্যংৰ বংশ।
তোমাৰ উপৰি যত সবে ধৰ্ম্ম অংশ ॥১৫
সূৰ্য্যবংশ সমস্তৰ শিৰৰ মুকুট।
নিৰ্ম্মল কুলত তুমি ভৈলা কালকূট ॥১৬
দশৰথ নৃপতিক ভালে জানোঁ আমি।
অদ্ভুত ক্ষত্ৰিয় তেহোঁ যুদ্ধত সংগ্ৰামী ॥১৭
তানে পুত্ৰ তুই ভৈলা অধম আচাৰ।
বিমুখে মাৰিয়া পাইলা কুল কিলিকাৰ ॥১৮
মোক বুলিলাহা হন্তে সীতাৰ কাৰ্য্যক।
আজি বান্ধি আনি দিবে পাৰোঁ ৰাৱণক ॥১৯
আমাক এৰিয়া সুগ্ৰীৱক কৈলা সাৰ।
সিংহ এৰি শৃগালত আশিকা তোমাৰ ॥২০
সুগ্ৰীৱে সাধিবে কাৰ্য্য নোৱাৰিবে তালে।
মৰিবা সাধিবে কাৰ্য্য আতি চিৰকালে ॥২১
ৰাৱণক সুগ্ৰীৱে পাৰয় কিকৰিতে।
আনি দিবে পাৰোঁ ৰাৱণক তিলিকিতে ॥২২
পূৰ্ব্বকালে ৰাৱণে ব্ৰহ্মাত বৰপাই।
স্বৰ্গ মৰ্ত্ত পাতালক ঘুৰাৱে কম্পাই ॥২৩
ভয় মানিলন্ত ইন্দ্ৰ আদি দেৱগণ।
কিষ্কিন্ধ্যাত আসি যোত মাগিলেক ৰণ ॥২৪
মই বোলোঁ ৰাৱণ বসিয়া থাক ঘৰে।
স্নান কৰি আসোঁ মই চাৰিও সাগৰে ॥২৫
ৰাৱণে বোলয় তালে কৰ আতি মুঠি।
বীৰ হেবে বান্ধা কৰিবি সাটি মুঠি ॥২৬

লাঘৱ বচনে মই ক্ৰোধ বৰ পাইলোঁ।
কাখত নি দাৱতিয়া তুলি আলগাইলোঁ ॥২৭
দশ মুখ ৰাৱণক ধৰি বাহু মেলি।
দোকা দোক্নি পাৰে বুড়া হাতৰ চেঙ্গেলি॥২৮
সৰ্পক ধৰিয়া যেন গৰুড়ে উৰান্ত।
ৰাৱণক লইয়া মই গৈলোঁ সাগৰান্ত ॥২৯
নাকে মুখে ৰাৱণৰ ধৰিলোঁ জপাই।
উসলিল পেট তাৰ হৃদি সিধি নাই ॥৩০
পূৰ্ব্বদিশ দক্ষিণ পশ্চিম উত্তৰত।
সন্ধ্যা কৰি ফুৰিলোঁ াহোঁ চাৰি সাগৰত ॥৩১
দণ্ড দুইৰ ভিতৰে সমুদ্ৰে সন্ধ্যা কৰি।
ত্বৰিতে আসিয়া ভৈলোঁ কিষ্কিন্ধ্যা নগৰী॥৩২
দুৱাৰত থৈয়া বোলোঁ আৱে দেহ ৰণ।
হাৰিলোঁ হাৰিলোঁ বুলি ধৰিল চৰণ ॥৩৩
মিনতি কাতৰ বাণী বুলিল আশেষ।
ভঙ্গ মানি চলি যাই আপোনাৰ দেশ ॥৩৪
বাট ভেণ্টি পাছে তাক অঙ্গদে ধৰিল।
কঙ্কালত লাঙ্গুলে শতেক পাক দিল ॥৩৫
সাগৰত নিয়া পাছে জোৰবাইবে লইল।
টোপনা বাহন্তে কলা ধাতু মাত্ৰ বৈল ॥৩৬
হেন দেখি অঙ্গদক বুলিলোঁ বচন।
ছাৰ পুত্ৰ ইটো মোৰ শৰণীয় জন ॥৩৭
মোৰ বাক্যে এৰি দিলা অঙ্গদকুমাৰ।
লাঞ্ছনা লভিয়া গৈল লঙ্কাৰ ভিতৰ ॥৩৮
হেন ৰাৱণক ৰাম তুমি কৰা ডৰ।
ৰণচেৰ যেন মোৰ ঘৰৰ ডিঙ্গৰ ॥৩৯
পঠায়া দিলোহোঁ হস্তে মাত্ৰ আজ্ঞাবাণী।
মাথে কৰি সীতাক দিলেক হস্তে আনি ॥৪০
তাকে লাগি সুগ্ৰীৱক আশ্ৰয় কৰিলা।
আমাক বিমুখে বধি অধৰ্ম্ম লভিলা ॥৪১
অধিক নিন্দিবে ৰাম মোৰ নাহি কায।
আচাৰত হীন ৰাম ধৰ্ম্মে ভৈলা ৰাজ ॥৪২
শুনি ৰামে বোলন্ত বানৰ গজাকাৰী।
মোক গৰিহস আগপাছ নিবিচাৰি ॥৪৩
দুৰ্জ্জন চঞ্চল মন্দ তৰল বানৰ।
শুন যি কাৰণে তোক কৰিলোঁ াহোঁ শৰ ॥৪৪
ইক্ষ্বাকু বংশৰ ৰাজ্য সকলে আমাৰ।
অৰণ্য খণ্ডিবে লাগে পৃথিবীৰ ভাৰ ॥৪৫
খণ্ট চোৰ মচ্চল যতেক দুৰাচাৰ।
যাক যেন অনুৰূপে কৰয় সংহাৰ ॥৪৬
ভৰত ভৈলন্ত ৰাজা সোদৰ আমাৰ।
অনুচিতে পিম্পৰাৰো নিচিন্তয় মাৰ ॥৪৭
দুষ্টক কৰোহোঁ দণ্ড তানে বাক্য পালি।
কোন কাৰ্য্যে আমাক নিন্দস দুষ্ট বালী॥৪৮
যি বুলিলি বিমুখত মাৰিলোহোঁ শৰ।
ইহাৰ উত্তৰ শুন পাপীষ্ঠ বানৰ ॥৪৯
পূৰ্ব্বে যত ৰাজা গণে ধৰ্ম্ম আচৰিলা।
যেনে তেনে পশু মৎস্য কচ্ছপ মাৰিলা ॥৫০
জাল পাতি মাৰয় পাছত খেদি শৰে।
বনে আৰ হুয়া মাৰে পলাইবাক ডৰে ॥৫১
জাঠি জোঙ্গে মাৰে কতো কুৰফান্দ পাতি।
নানা মতে মাৰয় বনৰ পশু জাতি ॥৫২
কাৰ্য্যত লখিলোঁ তই পাপীষ্ঠ বানৰ।
কনিষ্ঠৰ ভাৰ্য্যাক কৰিয়া আছ ঘৰ ॥৫৩
সুগ্ৰীৱ হেনয় ভাইক দেশৰ ডাকিলি।
ভ্ৰাতৃবধূ সম্বৰিয়া বৰ যশ পাইলি ॥৫৪
প্ৰতিজ্ঞা সাফলি সুগ্ৰীৱক দিবোঁ ৰাজ।
তোক মাৰি পঠাওঁ আজি যমৰ সমাজ ॥৫৫
সাফলিল অঙ্গীকাৰ পালিলোঁ সত্যক।
অকাৰ্য্যে নিন্দস মোক বানৰ লটক ॥৫৬
ঘোৰ ঘোৰ পাপ তই যত আচৰিলি।
সংগ্ৰামত পৰি প্ৰায়শ্চিত্তক কৰিলি ॥৫৭
তোৰ গতি ভৈল বালী মোৰ হাতে পৰি।
স্বৰ্গে চলি যাহাঁ দিব্য বিমানত চৰি ॥৫৮
বালী বোলে ৰামচন্দ্ৰ কৰোঁ নমস্কাৰ।
তোমাৰ ৰচনা ইটো সকলে সংসাৰ ॥৫৯
নিচিনিয়া তোমাক বুলিলোঁ গৰ্ব্ব বাক।
পশিলো শৰণ প্ৰভু ক্ষেমিয়োক তাক ॥৬০
তোমাৰ শৰত মোৰ ভৈল সদগতি।
অঙ্গদক অনুশোচ কৰোহোঁ সম্প্ৰতি ॥৬১
নিতে নিতে পুত্ৰ মোৰ কোলে চাপিক্ৰীড়ে।
ৰামৰ শৰত কৰি পুত্ৰশোকে পীড়ে ॥৬২
আচম্বিতে শোক মোৰ মিলিল বিশাল।
কাহাত শৰণে পুতাই ৰক্ষিবেক কাল ॥৬৩
হা অঙ্গদাই মোৰ প্ৰাণ সমসৰ।
একো দুঃখ নজানিলি সুখিয়া কুমাৰ ॥৬৪

মই মৰি যাঁও হেৰো অঙ্গদাই বাপি।
বাপ বুলি থাকিবি কাহাৰ কোল চাপি ॥৬৫
হৰি হৰি বিদগধ সুবলিত দেহা।
সব কুটুম্বত কৰি তাতে বৰ নেহা ॥৬৬
অঙ্গত বেথে ৰামে মোক দেশৰ ডাকিল।
সুজিৰে নপাইলি ধাৰ লাগিয়া থাকিল ॥৬৭
শুন শুন বোলোঁ মোৰ সুগ্ৰীৱ সোদৰ।
মন্যু পৰিহৰি মোক কোলে চাপি ধৰ ॥৬৮
গৰ্ভত আছিলো দুই ভাই একে ঠাই।
কোন দৈৱ বিধিয়ে পেলাইলে বিহৰাই ॥৬৯
তোমাৰ আমাৰ কপালত নাহি যোগ।
দুই ভাই মিলি নকৰিলো ৰাজ্য ভোগ ॥৭০
হৰি হৰি ৰাঙ্কে মোৰ তাৰা পটেশ্বৰী।
বিপাঙ্গে মৰিলো তোৰ বচন নধৰি ॥৭১
বালীৰ কাৰুণ্য শুনি কান্দন্ত সুগ্ৰীৱে।
হাকলে বিকলে মুঠি হানিলন্ত হিয়ে ॥৭২
কি কৰিলো পাপী মই অধমত শ্ৰেষ্ঠ।
ৰাজ্য লোভে হকৰাইলো পিতৃসম জ্যেষ্ঠ ॥৭৩
দাদা বোলো মুণ্ড তুলি চাহা মোৰ মুখ।
প্ৰাণ মোৰ সফলে তোমাৰ দেখি দুখ ॥৭৪
হেন বুলি দুই ভাই ধৰি কোলে কোলে।
নগৰী ব্যাপিল-দুইৰো ক্ৰন্দনৰ ৰোলে ॥৭৫
থাকিলন্ত সুগ্ৰীৱ বালীক মন্যু কৰি।
আৰ্ত্তনাদ শুনিলন্ত তাৰা পটেশ্বৰী ॥৭৬
হিয়ে মুঠি হানিয়া স্বামীৰ পাশে যায়।
বানৰী সহস্ৰে বেঢ়ি লগতে বজায় ॥৭৭
স্বামী পাশে চলয় বিকলে দিশ চাই।
দেখন্ত নগৰ মাজে বানৰ পলায় ॥৭৮
পলাই দাৰি ছুৰি কৰি মনত বিভঙ্গে।
থাৰে থোৰে কহে কথা বানৰৰ সঙ্গে ॥৭৯
ঝাম্প দিয়া কতহোঁ বৃক্ষৰ আগে চৰে।
বৃক্ষ এৰি কতো কতো গহ্বৰত পৰে ॥৮০
কিচ কিচ কৰিয়া বানৰে পাৰে উকি।
বাৰে পাইলে বুলি দেয় নিকুঞ্জত লুকি ॥৮১
তাৰায়ে বোলন্ত শুনিয়োক কপিগণ।
স্বামীৰ বাৰ্ত্তাক কহিয়োক এতিক্ষণ ॥৮২
কি কাৰণে পলাই সবে বানৰ বিপুল।
অধিৰ চৰিত্ৰ দেখোঁ চিত্ত বিয়াকুল ॥৮৩
পটেশ্বৰী আই তুমি বাৰ্ত্তাক নপাইলা।
ৰাম ৰূপে কাল হয়া গ্ৰাসিবাক আইলা ॥৮৪
হেন বীৰ নতো দেখি নতো শুনি কাণে।
অপাৰ সাগৰ বল গগন সমানে ॥৮৫
ত্ৰিভুবনে কাম্পয় বালীৰ পদভৰে।
হেন বীৰ মাৰিলেক একে পাত শৰে ॥৮৬
স্বামী তোৰ নিৰ্জ্জীৱন্ত কৈক লাগি ত্ৰাস।
অঙ্গদ পুত্ৰক নিয়া ৰবাইবাকে চাস ॥৮৭
পৰিবৰ্ত্তি আস মাৱ কিষ্কিন্ধ্যানগৰ।
ৰাজা পাতিয়োক নিয়া অঙ্গদ কুমাৰ ॥৮৮
কিষ্কিন্ধ্যা ৰাখিতে পাৰা তান বুদ্ধিবলে।
আন কপিগণ মৰে নৃপতি বিকলে ॥৮৯
স্বামীৰ বাৰ্ত্তাক যেবে নিশ্চয় পাইলন্ত।
হিয়ে মুটি হানি তাৰা দেৱী কান্দিলন্ত ॥৯০
বানৰী সকলে বেঢ়ি প্ৰবোধ বোলন্ত।
স্বামীৰ পাশক ভৰ ভৰি আণ্টাইলন্ত ॥৯১
শুনা সভাসদ ৰাম কথা অনুপাম।
পাপৰ কঠিয়া পেলাই বোলা ৰাম ৰাম ॥৯২

---

১০ অধ্যায়।

তাৰাৰ বিলাপ।

ছবি।

বালীক দেখিলা গৈয়া মুৰ্চ্ছিতে ৰহন্তে আছে
কথমপি আছে মাত্ৰ প্ৰাণে।
নিচেষ্টেআছন্ত পৰি, উভকোল কৰিআতি,
শালি আছে ৰাঘৱৰ বাণে ॥১
স্বামীক বেঢ়িয়া গৈয়া, হৃদয়ত পৰি পৰি,
কান্দে সবে হাকলে বিকলে।
সমস্তে দিশক বেঢ়ি, বান্ধবীমেলেকে কান্দে,
স্বৰ্গক লঙ্ঘিল সিটো ৰোলে ॥২
বালীমহা পৃথিবীত, পৰিবাৰ দেখি মই,
কি কাৰণে ধৰি আছো জীৱ।
অঙ্গদাই কুমাৰক, কোলে কৰি লইয়া প্ৰভু,
কাহাৰ আগত হও স্থিৰ ॥৩
অঙ্গদ কুমাৰ হেৰা, ক্ৰন্দন কৰন্তে আছে,
তৱু মুই চৰণত পৰি।
সহস্ৰেক মহাদই, ক্ৰন্দন কৰন্তে আছে,
ভূমিত পৰিয়া গড়াগড়ি ॥৪

শিখৰ সিন্দুৰ মোৰ, খসাইলাহা প্ৰভুদেৱ,
ৰাজ যোগ্য আনো অলঙ্কাৰ।
পতিব্ৰতা নাৰী হুইয়া,কেনমতেবহিবোহোঁ,
মহা দুখ বিধবাৰ ভাৰ ॥৫
মইযাকতৰ্জ্জিলোহোঁ, সেহিমোকগৰ্জ্জিবেক
বিৰহতে থাকিবোহোঁ পৰি।
অনাথ হৈবেক নোৰ, অঙ্গদ কুমাৰ যাতো,
স্বামী সঙ্গে গৈলোঁ হস্তে লৰি ॥৬
যাহাৰ প্ৰসাদে মই, পৃথিবী মণ্ডল মাজে,
আছিলোহোঁ ৰাজৰাজেশ্বৰী।
শত্ৰুপক্ষ নৃপতিৰ, যত পটেশ্বৰীগণ,
আছিল মোতেসে সেৱা কৰি ॥৭
আনৰ স্বামীয়ে গৈয়া,মোহোৰ স্বামীয়ে গৈয়া
অন্তৰ আছিল বহুদুৰ।
হেনমোৰ প্ৰাণনাথ, বিছুই কিকাৰ্য্যে যাহা,
লগতে চলিবো যমপুৰ ॥৮
আকুল ব্যাকুল কৰি, ক্ৰন্দন কৰন্তে আছে
ৰাজাৰ কোলাত পটেশ্বৰী।
তোমাতেসে বাঢ়িলেক, তাৰাৰ সুৰাগ যত
কৈক যাহা মোক পৰিহৰি ॥৯
আমাৰ বচন তুমি, সুশুনিলা প্ৰভুদেৱ
আন্ধাৰ কৰিলা দশ দিশ।
আপদৰ সময়ত, সুহৃদৰ বচনক
দেখিলাহা তুমি যেন বিষ ॥১০
পুত্ৰ যেবে ৰাজা হয়, বোলাৱয় ৰাজমাৱ
অনুৰূপে সম্পদক পাই।
হাত তোলা কৰি আনি, কিছু কি ধন দেই
যদিবা হোৱয় বাপ ভাই ॥১১
স্বামী ৰাজা হৈলে সবে, সৰ্ব্বস্বৰে অধীকাৰ
হুইবে পাৱ মুখ্য পটেশ্বৰী।
হেন প্ৰাণ নাথ তুমি, আমাক এৰিয়া যাহা
কিক লাগি প্ৰাণ আছো ধৰি ॥১২
শুনিয়ো সুগ্ৰীৱ বীৰ, স্বামীৰ সোদৰ ভাই
তুমি শ্ৰেষ্ঠ দেৱৰ আমাৰ।
আপোনাৰ সুখ হেতু, স্বামীক মৰাইয়া মোৰ
কুলৰ অনাইলা খিলিঙ্কাৰ ॥১৩
এবে বৰ যশ পাইলা, শ্ৰেষ্ঠভাইক নচাহিলা
আমাক চাহিবা কিবা আৰ।

তোৰ মনে সুখ হৌক, ভায়েৰৰে লগেমোক
গলে আনি ভাঙ্গ দিয়া মাৰ ॥১৪
শুণি চাও তোক বাজে, বানৰ কুলৰ মাজে,
আৰ কোন আছে দুৰাচাৰ।
শ্ৰেষ্ঠ ভাই পিতৃসম, তান তই হৈলি যম,
কিনো যশ লভিলা অপাৰ ॥১৫
তাৰাৰ বিলাপ দেখি, লক্ষ্মণ সুগ্ৰীৱ বীৰ
শ্ৰীৰামচন্দ্ৰ কৃপাময়।
বিপৰীত শোক শালে, তিনিৰো শৰীৰ দহে
চক্ষু ঢাকি লোতক বহয় ॥১৬

---

## ১৬ অধ্যায়।

### তাৰাৰ শ্ৰীৰামক শাপ দিয়ে।

পদ।

তাৰা বোলে চাহা ৰাম পৰম সাত্বিক।
বিমুখ সমৰে স্বামী মাৰিলাহা কিক ॥১
জাজ্জ্বল্য সমান হৈলো স্বামীৰ সন্তাপে।
তোমাক দহিতে পাৰো পতিব্ৰতা শাপে ॥২
তোমাক শপিলে যেবে জীয়ে মোৰ স্বামী।
তেবেসে তোমাক শপি ভস্ম কৰো আমি ॥৩
যেন আন বেলা নকৰাহা হেন পাপ।
সীমা দণ্ড থৈয়া অনুৰূপে দিও শাপ ॥৪
বাহুৰ প্ৰতাপে তুমি সীতাক লভিবা।
অগনিত পৰীক্ষিয়া অযোধ্যাক নিবা ॥৫
তযু জায়া সীতা দেবী হুন্ত মহাশান্তী।
তোমাক কিছুই অল্পকালে এৰিবন্তি ॥৬
মই যেন মৰো হেৰা স্বামীৰ বিয়োগে।
তোমাক বঞ্চিত সীতা দেবীৰ সম্ভোগে ॥৭
বিচোহ লগাইয়া হৃদয়ত দিয়া শাল।
কৰিবা কাতৰ তভো যাইবন্ত পাতাল ॥৮
পাছে কতোক্ষণে সচেতন হৈলা বালী।
চক্ষু মেলি কুটুম্বক চাহিলা নিহালি ॥৯
দেখন্ত অঙ্গদ চৰণত পৰি আছে।
সব বন্ধুজনে বেঢ়ি কান্দে আগে পাছে ॥১০
ডাইন হাতে অঙ্গদকো আলিঙ্গি ধৰিলা।
বামহাতে ধৰিয়া তাৰাক বোধ দিলা ॥১১
পৰিচ্ছেদ কৰিয়া দেখোহোঁ ভাৰ্য্যাপোক।
যম পুৰে গৈলে মোক নেৰিবেক শোক ॥১২

হৰি হৰি পুত্ৰ মোৰে তাৰা পটেশ্বৰী।
বিচোহ লগায়া হেৰা মই যাওঁ মৰি ॥১৩
সন্তানক এৰিলো এৰিলো হৃদি খেদ।
তোমাৰ আমাৰ ভৈল বুদ্ধি পৰিচ্ছেদ ॥১৪
ভৈয়াই সুগ্ৰীৱ তই মোৰ বাক্য শুন।
মৃতক ভ্ৰাতৃৰ নধৰিবি দোষ গুণ ॥১৫
যুৱৰাজ কৰি অঙ্গদক ভালে ৰাখাঁ।
মোৰ বল বীৰ্য্যে পুত্ৰ হৈব তোৰ সখা ॥১৬
যুদ্ধতে ভাতিজা আদিত্যকো দিবি ধাৰ।
ইন্দ্ৰ দেৱতাতো ভয় খুচিবে তোমাৰ ॥১৭
তোমাৰ বিপুল বলে কিছু খুচিবেক।
মোৰ পুত্ৰে অনেক ৰাক্ষস মাৰিবেক ॥১৮
সুগ্ৰীৱক গ্ৰীৱে ধৰি মুখে চুমা দিল।
অঙ্গদ পুত্ৰক হাতে হাতে সমৰ্পিল ॥১৯
মোৰ পুত্ৰ নোহে বাপ তোমাৰ তনয়।
ভাল মতে অঙ্গদক পালিতে লাগয় ॥২০
কুলত থাকয় যদি একোদৰ ভাই।
একৰ তনয় আছে আৰু কাৰো নাই ॥২১
সেহি পুত্ৰ গুটি সবাহাৰে হোৱে সাৰ।
জল পিণ্ড দানে কৰে বংশক উদ্ধাৰ ॥২২
শুন বোলোঁ প্ৰাণ বাপ তনয় অঙ্গদ।
তোহোৰ খুৰাত পাইলি সকলে সম্পদ ॥২৩
আতি সেৱা এৰি ধৰ্ম্মে কৰিবি সেৱলি।
আতি সেৱা কৰিয়া পাতালে গৈলা বলি ॥২৪
প্ৰণামোহো ৰামচন্দ্ৰ কৰি হাত যোৰ।
অনুমতি তৰল বানৰ মুখপোৰ ॥২৫
শৰবিষে যতেক কৰিলো খিলিঙ্কাৰ।
ইসব দোষক প্ৰভু ক্ষেমিবা আমাৰ ॥২৬
সুবৰ্ণৰ পঙ্কজ যতেক পদ্মমালা।
যাক পৰিধানে শ্ৰীধৰ সমকালা ॥২৭
বাসৱে দিলন্ত মোক মাণিকে উজ্বলা।
গ্ৰীৱহন্তে কাঢ়িয়া দিলন্ত সেহিমালা ॥২৮
লক্ষ্মণক দিয়া বা আপুনি গ্ৰীৱে ধৰা।
তুহি সুগ্ৰীৱক দিয়া ৰাজ্যক ভোকাৰা ॥২৯
অঙ্গদ কুমাৰ মোৰ তাৰা পটেশ্বৰী।
দুই হস্তকো প্ৰভু পালিবাহা ভাল কৰি ॥৩০
বালীক প্ৰবোধি পাছে মাতিলন্ত ৰাম।
ভাৰ্য্যাৰ পুত্ৰৰ শোক কৰাঁ উপশাম ॥৩১
তোমাত অধিক কৰি সুগ্ৰীৱে পালিব।
অভিনন্দা ভাৱে ৰাজভোগে কাল নিব ॥৩২
শুনিয়ো সুগ্ৰীৱ মিত্ৰ মোৰ বোল কৰাঁ।
বালী দেন্ত মালা আপোনাৰ গ্ৰীৱে ধৰা ॥৩৩
জ্যেষ্ঠ ভাইক লাগি কিছু নকাৰিবা শোক।
পুষ্প ৰথে চৰি যান্ত বালী স্বৰ্গ লোক ॥৩৪
লৈয়ো প্ৰাণ ভাই বুলি বালী মালা দিল।
হৰিষ বিষাদ মনে সুগ্ৰীৱে পিন্ধিল ॥৩৫
আতিশয় শোভাকৰে দশগুণে কলা।
দেখি যেন মেৰুৰ শিখৰে সূৰ্য্য জ্বালা ॥৩৬
ভৈয়াই সুগ্ৰীৱ মোৰ হেৰ প্ৰাণ যাত্তি।
আৰবেকমাতোহোঁ শুনিয়ো তাৰা শান্তি ॥
বিপাক্ষে মৰিলো তোৰ বচন নুশুনি।
পুত্ৰক পালিবি মোৰ দোষক নুগুনি ॥৩৮
আপদ কালত তোৰ একে বুধি ভৰি।
মই যমঘৰে যাওঁ বচন নকৰি ॥৩৯
এহি বুলি বালী ৰাজা ভৈলা নিশবদ।
শৰ বিষে দুই চক্ষু ভৈলন্ত তবধ ॥৪০
থৰ মৰ ভৈল বালী বাইৰ হাত ভৰি।
অচেতন ভাৱে থাকিলন্ত দান্ততৰি ॥৪১
মুখ ভৈলা নিৰ্ব্বাণ নাসাত শ্বাস নাই।
পালটিল চক্ষু দুই আদিত্যক চাই ॥৪২
নীলে দেখিলন্ত বালী ৰাজাৰ নিৰ্ধান।
আজুৰিয়া কাঢ়িলন্ত ৰাঘৱৰ বাণ ॥৪৩
ৰুধিৰে পুৰিত শৰ গৰৰ ৰক্তান্তি।
চিকি মিকি কৰে যেন আদিত্যৰ কান্তি ॥৪৪
সাগৰত স্নান কৰি ৰুধিৰ শুচাই।
ৰামৰ তূণত আসি পশিল তুনাই ॥৪৫
শৰীৰৰ বোৰাৱে ৰুধিৰ বহি যাত্তি।
বিজুলী চটক যেন দেখি তাৰ কান্তি ॥৪৬
স্বামীক বেঢ়িয়া কান্দে পটেশ্বৰী লোকে।
সুগ্ৰীৱ কান্দন্ত আতি জ্যেষ্ঠভাইৰ শোকে ॥
ৰামচন্দ্ৰ লক্ষ্মণ কান্দন্ত হনুমন্ত।
সৈন্যে সমে চাৰি পাত্ৰ আৰু জাম্বুৱন্ত ॥৪৮
তাৰা বোলে স্বামী তুমি গৈলা পৰলোক।
ৰামৰ পুৰত প্ৰভু সুমৰিবা মোক ॥৪৯
যাৰ মুঠি প্ৰহাৰে মেদিনী মেলে চিৰ।
হেন স্বামী ধৰণীত ত্যজিলা শৰীৰ ॥৫০

হা স্বামী তুমি কোন কাৰ্য্যক সাধিলা ।
সুগ্ৰীৱক ভাকি ভ্ৰাতৃবধূ সম্বৰিলা ॥৫১
ধৰ্ম্ম পথ এৰি পাপ কৰিলা সকল ।
অবিলম্বে পাইলা সেই অধৰ্ম্মৰ ফল ॥৫২
অঙ্গদ কান্দন্ত আতি বিয়াকুল চিত্ত ।
হৃদয়ত মুঠি হানি পৰিলা ভূমিত ॥৫৩
হা বাপ কি কৰি কৰিলা নিমাখিতি ।
মহা শাৰ্ঙ্গীমাৰ মোৰ ভৈলা অনাথিতি ॥৫৪
ৰাজাৰ কুমাৰ কান্দে ধৰণীত লুটি ।
হা বাপ বোলন্তে পৰাণ যাই ফুটি ॥৫৫
দীঘল গহন পথে চলিলা আপোনে ।
তযু ভাৰ্য্যা পুত্ৰ আৰে পালিবেক কোনে ॥
ৰাঘৱে বোলন্ত মিত্ৰ শুনিয়ো উচিত ।
বিস্তৰ ক্ৰন্দন মুহি মৃতকক হিত ॥৫৭
ঝান্তে চিতা সাজিয়োক বহল বিস্তাৰ ।
তাতে তুলি কৰায়োক বালীৰ সংস্কাৰ ॥৫৮
ৰামৰ বচন যেবে ভৈলা অবসান ।
পাছে বীৰ লক্ষ্মণে দিলন্ত সমিধান ॥৫৯
শোক এৰি সুগ্ৰীৱ প্ৰেতৰ কাৰ্য্য চাহা ।
কৈৰা তাৰা দেৱী তুমি কিষ্কিন্ধাক যাহা ॥৬০
চতুৰ্দ্দোল যানত বালীক নিয়া তোলা ।
গিৰি নদী সমীপত শীঘ্ৰে নিয়া পোৰা ॥৬১
অঙ্গদে পিতৃৰ দিবা পিণ্ড জলাঞ্জলি ।
হনুমন্ত আদি সবে কাৰ্য্যক সঙ্কলি ॥৬২
শিৰোগত কৰিলন্ত লক্ষ্মণৰ বোল ।
তেতিক্ষণে তাৰা আনাইলন্ত চতুৰ্দ্দোল ॥৬৩
অঙ্গদে সুগ্ৰীৱ দোলা তুলিয়া ধৰিল ।
খুৰতে ভাতিজে গিৰিনদী তীৰ নিল ॥৬৪
আনো বৰ বৰ বীৰ পৰ্ব্বত আকাৰ ।
হাতে কান্ধে বহিলন্ত মৃতকৰ ভাৰ ॥৬৫
কান্দন্তে কাটন্তে লৈয়া গৈয়া চতুৰ্দ্দোলে ।
বালীক পড়িলা গৈয়া গিৰি নদী কোলে ॥৬৬
দন্ত কাষ্ঠ কাকবলি আৰু স্নান বলি ।
অঙ্গদে পিতৃৰ দিলা পিণ্ড জলাঞ্জলি ॥৬৭
নিজ গুৰু ব্ৰাহ্মণে দিলন্ত স্বাহি পাহি ।
অঙ্গদে কৰিলা কৰ্ম্ম বিধিৱতে চাহি ॥৬৮
নানাবিধ দান কৰিলন্ত বৃষোৎসৰ্গ ।
হনুমন্ত সুগ্ৰীৱ সমস্তে জ্ঞাতিবৰ্গ ॥৬৯
দানে মানে সব জ্ঞাতি লোক তুষ্ট ভৈলা ।
পুষ্পৰথে চৰি বালী স্বৰ্গে চলি গৈয়া ॥৭০
সমস্তে বানৰগণে কাৰ্য্যক সঙ্কলি ।
ৰামৰ চৰণে আসি কৰিলা সেৱলি ॥৭১
হনুমন্তে ৰামক কৰিলা বহু স্তুতি ।
তোমাৰ প্ৰসাদে ভৈল বালীৰ মুকুতি ॥৭২
আসাৰেক বোলোঁ বুলিবাক লাগে ডৰ ।
ভৰি চাৰি পাঞ্চ যাইও কিষ্কিন্ধা নগৰ ॥৭৩
ৰাজ্য ঝঙ্কাৰিয়ো সুগ্ৰীৱক তযু মিত্ৰ ।
ভূমি পৰশিলে হৈব আনৰ পৱিত্ৰ ॥৭৪
ৰামচন্দ্ৰে বোলন্ত শুনিয়ো বায়ুপুত্ৰ ।
আমাৰ মিত্ৰৰ অকল্যাণে আছে কৈত ॥৭৫
বনবাস খাটো পালি পিতৃৰ আদেশ ।
চৌধয় বৎসৰ নাহি নগৰে প্ৰবেশ ॥৭৬
শুনিয়োক হনুমন্ত গৱাক্ষ গৱয় ।
মন্দ দ্বিবিদ শুনা বীৰ সমস্তয় ॥৭৭
নল গন্ধমাদন সুষেন নৰহৰি ।
ব্ৰহ্মাৰ তনয় ওৰা শুনিয়ো কেশৰী ॥৭৮
তাৰবীৰ পনস শুনিয়ো জম্বুৱন্ত ।
দধিমুখ যুথপতি আৰৰ আছন্ত ॥৭৯
ইন্দ্ৰ জানু সুজানু শুনিয়ো বীৰ নীল ।
ঋষভ শৰভ আৰু শুনিয়ো সুশীল ॥৮০
সতানু সম্পাতি সৰ্ব্বভক্ষ শুনিয়েক ।
গোলাঙ্গুল জাতি কপি আছ যত লোক ॥৮১
সবে মহাবীৰ যেন দেৱৰ সমাজ ।
সবে মিলি সুগ্ৰীৱক জোকাৰিয়ো ৰাজ ॥৮২
বালী সুত মহাবীৰ আছন্ত অঙ্গদ ।
সবে মিলি দিবা তাঙ্ক যুৱৰাজ পদ ॥৮৩
আমাৰ বচনে সবে হেলা পৰিহৰি ।
সমস্তে বানৰে যাইও কিষ্কিন্ধা নগৰী ॥৮৪
চলিয়ো সুগ্ৰীৱ মিত্ৰ লোৱা দণ্ডপাট ।
প্ৰজাপতি পালি আজ্ঞা কৰিবাহা ছাট ॥৮৫
নটে ভাটে ব্ৰাহ্মণে মঙ্গল কৰন্তোক ।
সম্পিলো তোমাতে তাৰাদেৱী আচন্তোক ॥
শ্ৰাৱণাদি মাস মুখ্য বাৰিষাৰ কাল ।
দিনতে আন্ধাৰ মহা মেঘৰ ঘঙ্কাল ॥৮৭
বানৰ লোকৰ আতো কিছু নাহি কায ।
ইটো চাৰি মাস মহা সুখে কৰা ৰাজ ॥

আমি থিত হৈবো প্ৰস্ৰৱণ গিৰিবৰে।
সীতাৰ নিমিত্তে চিত্ত উত্ৰাৱল কৰে ॥৮৯
কাৰ্ত্তিক নিবৃত্তি গৈলে আগ্ৰহণ মাসা।
সীতাক খুজিবে যেন নমাতিলে আসা ॥৯০
সুগ্ৰীৱে বোলন্ত আৰে ভৈল প্ৰতিকাৰ।
ভাৰ্য্যাক লভিলোঁ অকণ্টক ৰাজ্যভাৰ ॥৯১
সীতাক খুজিবোঁ আমি চাৰি মাস পাছে।
যাৰ লাগি মিত্ৰৰ আমাৰ গাৱে আছে ॥৯২
ৰামক প্ৰণাম কৰি ভালুক বানৰে।
নগৰীত প্ৰবেশ ভৈগৈল চপ কৰে ॥৯৩
চতুৰ্দ্দোলে সুগ্ৰীৱ ওৱাৰি পয়োস্মৰ।
সুগ্ৰীৱে বোলন্ত বিধি প্ৰসন্ন আমাৰ ॥৯৪
ওৱাৰি ভিতৰে পাক বস্তুৰ ভাণ্ডাৰ।
শুভ শুভ জয় জয় ভৈগৈল জোকাৰ ॥৯৫
দণ্ড ছত্ৰ পতাকা বিচিত্ৰ নৃত্য গীত।
সুগন্ধ শীতল বাতে প্ৰমোদিত চিত ॥৯৬
নানাবিধ চিত্ৰ থান আতি বিতোপন।
দেখি সুগ্ৰীৱৰ উল্লসিয়া গৈল মন ॥৯৭
পদূলী পদূলী সবে পুতিলা তোৰণ।
সুবৰ্ণৰ দীপ ঘট সুগন্ধ চন্দন ॥৯৮
দূৰ্ব্বাক্ষত পঞ্চবস্ত্ৰ থৈলা নিৰন্তৰে।
পশিলন্ত সুগ্ৰীৱ শ্ৰীমন্ত বাস ঘৰে ॥৯৯
শুনা ৰামায়ণ পদ যত সভাসদ।
শুনন্তে মঙ্গল মিলে গুচয় আপদ ॥১০০
যাৰ যেন মনৰ বাঞ্ছিত পূৰে কাম।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম ॥১০১

১৭ অধ্যায় সুগ্ৰীৱৰ ৰাজ্যত অভিষেক।

ছবি।

অন্তেৰ পুৰৱ হন্তে, মহন্ত সুগ্ৰীৱ বীৰ
বস্ত্ৰ মণ্ডপক চাপি গৈলা।
মন্ত্ৰীপাত্ৰগণে মিলি, সেৱলি কৰিয়া পাছে
বাৰে বাৰে প্ৰশংসিবে লৈলা ॥১
সুবৰ্ণ ৰজত বস্ত্ৰে, শৰীৰক মণ্ডিলন্ত
অলঙ্কাৰে দেখি হেমময়।
হৰিষত বদনৰ, কান্তিচয় প্ৰকাশয়
যেন দেখি সূৰ্য্যৰ উদয় ॥২
হনুমন্ত আদিকৰি, মুখ্য মুখ্য পাত্ৰগণ
ৰামৰ আজ্ঞাক শিৰে লৈল।
ভাল ভাল দূতগণ, দেশে দেশে পঠাই দিয়া
সম্ভাৰ মিলাই আনি থৈল ॥৩
গঙ্গা দেৱী আদি কৰি, যত যত তীৰ্থ আছে
আৰো সাত সাগৰৰ জল।
সুবৰ্ণৰ অষ্টঘট, অগৰু সুগন্ধি জলে
ভৰি আম ডালি দিল ফল ॥৪
পণ্ডিত সকলে খড়ি, ধৰি শুভলগ্ন কৰি
শুভদিন চাই শুভক্ষণ।
দুই পাট মহাদইক, অলঙ্কাৰে মণ্ডিলন্ত
অঙ্গচয় দেখি সুশোভন ॥৫
সুবৰ্ণৰ সিংহাসনে, সুগ্ৰীৱ নৃপতি আতি
লীলা ৰূপে থাকিলন্ত বসি।
ডাহিনত লোমা দেৱী, বামত বসিলা তাৰা
নক্ষত্ৰ মাজত যেন শশী ॥৬
ব্ৰাহ্মণ সকল ৰঙ্গে, সুমঙ্গল কৰিলন্ত,
পাতিলন্ত গণপতি ঘট।
নানা ভাব ভঙ্গি কৰি, বিদ্যাধৰে নাচে গাৱে
অসংখ্যা যোগান ভাট নট ॥৭
অসংখ্যাত শবদৰ, কোলাহল উথলিল,
ঢুল স্থুল লাগি গৈল ভয়।
অসংখ্য শঙ্খৰ নাদ, গগন পুৰিয়া গৈল
বসুবৰ্গে কৰে জয় জয় ॥৮
বীৰ ঢাক ঢোল বাজে, ডম্বৰু ডগৰ দণ্ডি
শবদ শুনিয়া কোলাহল।
ভেমচ কৈমচ চয়, কাৰৰ বেমচি বাজে
ৰামতাল আৰু কৰতাল ॥৯
টোকাৰি কেন্দৰা যন্ত্ৰ, বিপাঞ্চি দোতৰা বাজে
বীণা বাঁশী দোশৰী মোহৰী।
ঝিঝিৰি কাহালি শিঙ্গা, ভেৰিডাকে নিৰন্তৰ
স্বৰ্গ ভুবনকো গৈলা পূৰি ॥১০
শঙ্খল চামৰ কৰে, ধৰি দুই পাত্ৰে আতি
আগে পাছে থাকি গৈল ঢুলি।
নিৰ্ম্মল চন্দ্ৰৰ সম, ধৱল ছত্ৰেক আনি
ধৰিলন্ত কৌতূহলে তুলি ॥১১
পণ্ডিত ব্ৰাহ্মণগণে, বহ্নিত আহুতি দিল
কন্যাগণে কৰিল মঙ্গল।
দ্বিজগণে মন্ত্ৰপঢ়ি, দূৰ্ব্বাক্ষত দিলা মাথে
আৰো সাত সাগৰৰ জল ॥১২

হনুমন্ত জাম্বুবন্ত, গবাক্ষ কেশৰী আৰো
দধিমুখ নল নীল তাৰ।
যথা যোগ্য বিধি আসি, নিৰন্তৰে পাত্ৰগণে
জয় জয় কৰয় জোকাৰ ॥১৩
সুবৰ্ণ মুকুতা ফলে, সিঞ্চিলন্ত কৌতুহলে
কি কহিবোঁ তাহাৰ মহিমা।
মনত হৰিষে তয়, নাৰীগণে জোকাৰয়
ধ্বনি সিটো গৈল স্বৰ্গসীমা ॥১৪
হনুমন্ত আদি কৰি, মুখ্য মুখ্য পাত্ৰগণ
মিলিলন্ত সকলে সমাজ।
তাৰা দেবী তনয়ক, মহাবীৰ অঙ্গদক
তেখনে পাতিলা যুবৰাজ ॥১৫
মহন্তক পালিবাহা, দুষ্টক কৰিবা দণ্ড
ৰাজ্য জন নকৰিবা পীড়া।
তাৰা লোমা দুইভাৰ্য্যা, দুইপাশেলৈয়াৰাজা
সুগ্ৰীব কৰন্ত কামক্ৰীড়া ॥১৬
এহি বুলি পাত্ৰগণে, অঙ্গদক নিয়োজিল
সুগ্ৰীৱ ভৈলন্ত মহাৰাজা।
ৰামৰ চৰণ সেৱা, প্ৰসাদে পৰম সুখী
হুয়া ভৈলা কিষ্কিন্ধাৰ প্ৰজা ॥১৭
শুনা সভাসদচয়, সাক্ষাতে অমৃত ময়
ৰামৰ চৰিত্ৰ অনুপাম।
মাধৱ কন্দলী ভনে, বুলিয়োক ঘনেঘনে
ডাকি উচ্চ কৰি ৰাম ৰাম ॥১৮

১৮ অধ্যায়—সুগ্ৰীৱৰ প্ৰতি শ্ৰীৰাম লক্ষ্মণৰ ক্ৰোধ

পদ।

প্ৰস্ৰৱণ নামে গিৰি নেত্ৰ অনুপাম।
বৰিষা কালত সিটো বঞ্চিবে উত্তম ॥১
লক্ষ্মণে নিৰ্ম্মিলা বাসা নদী সন্নিহিতে।
দুই ভাই চাৰি মাস বঞ্চিলা তহিতে ॥২
শ্ৰাৱণ মাসত মুখ্য বৰিষাৰ কাল।
দিনান্তে আন্ধাৰ মহা মেঘে কোলাহল ॥৩
সুৰভি শীতল অতি দক্ষিণৰ বায়ে।
কোকিলৰ কুহুনাদে নিদ্ৰাক যোগায়ে ॥৪
প্ৰমত্ত ভ্ৰমৰে যেন মালতীক শোষে।
বিৰহিনী নাৰীৰ বিৰহ চিত্তে ৰোষে ॥৫
মেঘৰ গৰ্জ্জন শুনি মৈৰা কৰে নাদ।
সীতাক সুমৰি ৰামে কৰন্ত বিষাদ ॥৬
কৈক গৈল সীতা মোৰ বচন অমৃত।
প্ৰাণেশ্বৰী অবিহনে নৰহয় চিত্ত ॥৭
স্বভাৱে বৰিষা কালে কাম অতিৰেক।
এক গোটা দিনে যাই এক বৰিষেক ॥৮
ৰাঘৱে বোলন্ত লখাই নসহে পৰাণ।
শৰীৰক দহে মদনৰ পঞ্চবাণ ॥৯
চম্পক মালতী গন্ধে হৃদয় নসহে।
প্ৰাণ সঙ্কলয় যেন সীতাৰ বিৰহে ॥১০
লক্ষ্মণে বোলন্ত দাদা তেজিয়ো বিকল।
অতিশয় শোকে হৈব শৰীৰ দুৰ্ব্বল ॥১১
বলিষ্ঠ ৰাৱণ স্থুল পৰ্ব্বত যেহেনে।
দুৰ্ব্বল শৰীৰে তাক যুঝিবাহা কেনে ॥১২
প্ৰবল অগনি যেন দহে তৃণবন।
সহজে জ্বলন্ত সখা হোৱন্ত পৱন ॥১৩
দীপৰ অগনি নিমাৱন্ত সেহি বায়ে।
সুহৃদ জনৰ হোৱে তেনেই স্বভাৱে ॥১৪
সন্তাপ এৰিয়া সদা নকৰিও শোক।
অমৃত সমান ফল মূল ভুঞ্জিয়োক ॥১৫
বৰিষাৰ প্ৰস্ৰৱণ গিৰিতে আছন্ত।
সুগ্ৰীৱক নিতে হনুমন্ত চিন্তন্ত ॥১৬
মাৰুতিয়ে বোলন্ত সুগ্ৰীৱ মহাৰাই।
কাৰ্ত্তিক নিবৰ্ত্তি গৈল হেন সুযুৱাই ॥১৭
নৈয়ো আসি খোজন্তে আপুনি যেবে যাই।
তেবেসে মিত্ৰৰ হন্তে কল্যাণক পাই ॥১৮
ৰাম মিত্ৰ ভৈল তিনি ত্ৰৈলোক্যৰ সাৰ।
যাত হন্তে ভৈলা তুমি দুৰ্গতি উদ্ধাৰ ॥১৯
পটেশ্বৰীগণ পাইলা গুচিল বিপদ।
যাহাৰ প্ৰসাদে তুমি পাইলা ৰাজপদ ॥২০
হিতবোল শুনা এৰিয়োক ৰাজভোগ।
সততে পাইবাহা নাৰীগণ উপযোগ ॥২১
সুখে দুখে যাহন্ত ৰীবন্ত সুযুৱাই।
ৰামে খেদি আসিলে ভালৰ চিহ্ন নাই ॥২২
সম্পদ সময়ে হিতাহিতক নজানি।
ৰাজভোগ এৰিয়া শুনিয়ো হিতবাণী ॥২৩
এহিমতে পাত্ৰগণে হিত বুলিলন্ত।
কটাক্ষে সুগ্ৰীৱ ৰীৰে গৰ্ব্বে থাকিলন্ত ॥২৪
গৈল অগ্ৰাহায়ণৰ দিৱস কতিপয়।
অৰুণ নয়নে ৰামে ক্ৰোধিয়া বোলয় ॥২৫

দেখিলা লক্ষ্মণ ভাই বানৰৰ নয়।
সবে শুনে পিঠিদিয়া এখনো নাসয় ॥২৬
আপুনি সুখতে আছে মোহোৰ বুলিল।
মিলোঁচ বানৰ সব গুণ পাসৰিল ॥২৭
মিত্র পুজি পাইলোঁহো বনৰ পশুজন।
জলে ৰেখা দিলে যেন গুছে তেতিক্ষণ ॥২৮
কিষ্কিন্ধাক লথাই তুমি ক্ৰবিয়ো পয়াণ।
সহজে লটক বানৰক ধৰি আন ॥২৯
পণ্ডিত জন্তক যেন ভাণ্ডি গৈল বোৱে।
বচালী নকাথে যেন বিন্না হাঠুবিয়ে ॥৩০
ৰামৰ বচন শুনি লক্ষ্মণৰ খঙ্গ।
মাৰোঁ বানৰক আজি ক্ষুত্রনে পতঙ্গ ॥৩১
তোমাক ভাণ্ডিল দাদা হেৰ আসো বুলি।
কিষ্কিন্ধানগৰী পাইয়া কৰয় ধুন্ধুলী ॥৩২
বালীক মাৰিলা তুমি সিটো তুজে বাজ।
তুমি মোৰ বনে সিটো থৌলিৰৰ মাজ ॥৩৩
ধান্যক পীড়িয়া বিনাইবনে থাকে জৰি।
গৃহস্থৰ গলে কণ্ঠা লাৰি কত পৰি ॥৩৪
স্বৰূপ বোলোঁহো নোবোলোঁহো মিছাবাজি
বানৰ কুলৰ যম হইয়া যাওঁ আজি ॥৩৫
শৰে হানি পেলাইবোঁহো সুগ্ৰীৱক চেদি।
বানৰ ৰুধিৰে বহাইবোহো ঘোৰ নদী ॥৩৬
শ্ৰীৰামে বোলন্ত লথাই শুন ৰাজনয়।
গম্ভীৰ চৰিত্ৰে কাৰ্য কৰ্ত্তব্য নগনয় ॥৩৭
সকসে টনকে যেবে নাসে মোৰ পাশ।
নিষ্ঠুৰ বচনে লগাইবাহা গৰ্ভত্ৰাশ ॥৩৮
যিটো শৰে বালীৰাই গৈলা যমপুৰ।
বুলিবা সম্প্রতি তূণে আছে সেহি শৰ ॥৩৯
একে শৰে শ্ৰেষ্ঠ ভাই মৰিল তোহাৰি।
তুমি পুনু মৰিবাহা পুত্ৰ পৰিবাৰি ॥৪০

১১ অধ্যায়।

দুলৰী।

ৰামক প্ৰণামি, লক্ষ্মণ কুমাৰ,
চলিলা অন্তেষপুৰ।
চৰণ প্ৰহাৰে, পৃথিবী কাম্পায়,
মেদিনী মেলয় চিৰ ॥১
মহাক্ৰোধ মনে, সত্বৰ গমনে,
অন্তেষপুৰক পাইলা।
হাতে বৃক্ষ শিলা, পৰ্ব্বত ধৰিয়া,
প্ৰচণ্ড বানৰে ধাইলা ॥২
নগৰীৰ মাজে, দাৰি চুৰি লাগি,
বানৰৰ হুলস্থুলি।
পাত্ৰ মেলেকক, অঙ্গদে পঠাইল,
ৰাজাত জনাওঁ বুলি ॥৩
তাৰা দেৰী সঙ্গে, আছে মন ৰঙ্গে.
ৰাজাক লাগ নপাইল।
নগৰী ৰাখিবে, লাগি হনুমন্তে,
অনেক সৈন্য চলাইল ॥৪
একোহো বানৰ, পয়ানে চলিল,
হস্তীৰ যেন প্ৰমাণ।
কতোহো শতেক, কতো সহস্ৰেক,
বানৰে কৰে পয়ান ॥৫
হাতে বৃক্ষ শিলা, উপাৰি ধৰিলা,
কোটি অসংখ্যাত ধাইল।
লক্ষ্মণ বীৰৰ, মূৰ্ত্তিক দেখিয়া,
বানৰ ভাগি পলাইল ॥৬
কতো ভয় হন্তে, থৰকি থাকিল,
কেহো বোলে লওঁ প্ৰাণ।
কেহো বোলে আক, দিওঁ বৃক্ষ জাক,
পৰ্ব্বত শিখৰ বান ॥৭
ধনুত টঙ্কাৰ, কৰিয়া লক্ষ্মণে,
বানৰ বল ভাকিল।
সিংহ দৰশনে, মৃগ হয়া যেন,
বানৰ বল ভাগিল ॥৮
পাত্ৰ মন্ত্ৰীগণে, ইঙ্গিতে জানিয়া,
ৰাজাত গৈয়া জনাইল।
আনো কেহো নহে, থৰতৰ বেগে,
লক্ষ্মণ বীৰেসে আইল ॥৯
হনুয়ো বোলন্ত, তৈশানি বুলিলো,
আপুনি চলি যাইয়োক।
সম বুদ্ধি মানে, আগু মৰকিল,
তাহাৰ ফল পাইয়োক ॥১০
সুগ্ৰীৱে বোলন্ত, শুন হনুমন্ত,
গুনা সবে কপিগণ।
ইন্দ্ৰকো জিনিবে, সাৰ্মৰ্থ আছয়,
আছোক ৰাম লক্ষ্মণ ॥১১

সাতো পৃথিবীৰ, ভালুক বানৰ,
যোগাৱে মানিক গন্ধ।
আগক চাহন্তে, শুনন্তে গাঠন্তে,
পাছক চাহন্তে আন্ধ ॥১২
আছোক পৃথিবী, সপত সাগৰ,
বাসুকি ছানিবে পাৰি।
কিন্তু মিত্ৰ ভাৱ, কমনে বঞ্চিবো,
ৰাম বৰ উপকাৰী ॥১৩
অমাৰ ওপৰে, লক্ষ্মণ আসিলা,
কাৰ্য্যৰ শঙ্কট পুছু।
মোক সদবুদ্ধি, দিয়ো হনুমন্ত,
আগ বাঢ়ো পাচ গুছো ॥১৪
কৰ যোৰ কৰি, বচন বোলন্ত,
বায়ু সুত হনুমান।
স্বৰূপ বুলিলা, তোমাৰ সদৃশ,
বলৱন্ত নাহি আন ॥১৫
ৰাঘৱৰ শৰে, সাত তাল ভেদি,
পশিল গৈয়া পাতাল।
পৰ্ব্বত ভেদিয়া, ভূগত পশিল,
সিটো আছে যমকাল ॥১৬
হেন ৰাম তযু, সখীত্ব ভৈলন্ত,
কতবা জন্মৰ ফলে।
বালীক মাৰিয়া, পটেশ্বৰী সম্পিলা,
ৰাজ্য ভুঞ্জা অবিকলে ॥১৭
যাহাৰ প্ৰসাদে, পাইলা ৰাজশ্ৰীক,
তাহাঙ্ক দিয়া পোথান।
বানৰৰ লোকে, অচেতন্ ভৈলাহা,
চক্ষু আচন্তেহি কাণ ॥১৮
লাজত বিমুখ, সুহিয়া নৃপতি,
মোৰ বাক্য মন কৰা।
ৰামৰ চৰনে, লক্ষ্মণে থঙ্গিল,
তানে চৰণত ধৰা ॥১৯
বিনয় কাকুতি, বুলি আগ বাঢ়ি,
লক্ষণে লৈয়ো শৰণ।
তেহে ৰাখিলন্তে, জানিবা শিলাত,
হানিলে নাহি মৰণ ॥২০
ধনুৰ টঙ্কাৰ, কৰিয়া লক্ষণে,
বানৰ সৈন্য ভঙ্গাইল।
মাণিকে মণ্ডিত, নগৰী যাহন্তে,
সিংহ দুৱাৰক পাইল ॥২১
সপত বেৰক্ষা, এবাই অনন্তৰে,
অভ্যান্তৰে পয়োসাৰ।
মহাদই গণ, দেখিলা লক্ষণ,
অলঙ্কাৰে জাতিষ্কাৰ ॥২২
ৰত্নে বিৰচিত, স্থলে থান থান,
হাসো হাসো যেন কৰে।
পটেশ্বৰী সম- স্বিতে সুগ্ৰীৱ,
দেখিলা খাট উপৰে ॥২৩
লক্ষ্মণ বীৰক, দেখিয়া সুগ্ৰীৱ,
ত্বৰিতে চাহিলা গাৱ।
সষ্টাঙ্গে প্ৰণাম, কৰি তিন জনে,
ভৈলা অৱনত ভাৱ ॥২৪
ডাহিন পাঞ্জৰে, লোমা পটেশ্বৰী,
যেহেন ৰূপে পাৰ্ব্বতী।
বাম সুন্দৰী, তাৰা বসি আছে,
একো অঙ্গে নাহি ক্ষতি ॥২৫
লক্ষ্মণ বীৰক, দেখি সেহি ঠাৱে,
ভৈগৈল মলিন চান্দ।
ৰাহুক দেখিয়া, যেহেন মলিন,
ভৈল পূৰ্ণিমাৰ চান্দ ॥২৬
পাদ্য অৰ্ঘ আচ- মন দিলা ৰাজা,
আক মধুপৰ্ক দান।
সুবৰ্ণৰ ঘাট, মাথে নিয়া দিল,
কৰি অতি বহুমান ॥২৭
ৰামৰ কনিষ্ঠে, বোলন্ত দূতৰ,
সুহি হেন ব্যবহাৰ।
দাদা বুলিবাৰ, কাৰ্য্য নসাধিলে,
নলেবোহো সতকাৰ ॥২৮
হাওঁৰে বানৰা, মিত্ৰক বিষ্কিলি,
অজ্ঞান গাধৰ পশু।
ভৃত্য হুয়া তেল, কুট বোলৱস,
গৃহস্থৰ গাৱে থসু ॥২৯
সিংহ হৰিণক, মাৰিল শৃগাল,
পশুৰ বৰ উঠানি।
ঈশ্বৰ পিয়াসে, মৰয়, ইতৰে,
ভুঞ্জয় ভাবৰ পানী ॥৩০

ৰামৰ কাৰ্য্যক, হেলা কৰি তই,
মোক কৰ সতকাৰ।
দুষ্টৰ বিনয়, যতেক বোলস,
মোত নিবিকাস আৰ ॥৩১
পৰ্ব্বতক পিঠি, দিলি মূঢ় তই,
শুনৰে নিলাজ চাৰ।
শৰে হানি তোৰ, প্ৰাণ কাঢ়ি লইবো
ত্ৰৈলোক্যে নাহি নিস্তাৰ ॥৩২
হেনয় জানিৰি, হিতক চিনিলি,
পাচে উপকাৰ কৰে।
বুদ্ধিহীন পৰাণি, ভৈলে ভালে তাৰ,
মনে সদবুধি ধৰে ॥৩৩
দাদাৰ আসয়, শুনৰে বানৰা,
চেতন লভ মনত।
যিটো শৰে হানি, বালীক মাৰিল,
অদ্যাপি আছে তূণত ॥৩৪
দাদা বুলিলন্ত, দুষ্ট বানৰত,
মোহোৰ আদেশ কহ।
নতো সঙ্কোচয়, প্ৰকটে আছয়,
বালী মাৰিবাৰ পহ ॥৩৫
সুগ্ৰীৱে আপনে, বন্ধুগণ সমে,
চলি যাহা বালী পথে।
তোৰ ধিতিঙ্গালি, মোত নিবিকাৰে,
ফল দিবো ভাল মতে ॥৩৬
এতিক্ষণ দদা, ভৈত আছন্তোক,
মই পুনু তাহান দূত।
অন্তৰ মলিন, শৰীৰ তোহোৰ,
কৰিবোহো চূৰ্ণীকৃত ॥৩৭
বানৰ গোটৰ, এতমান সাস্
মাৰোঁ পাঞ্জৰক ফুলি।
লক্ষ্মণ বীৰৰ, তেৰেসে পলাই,
হৃদয়ৰ গুলগুলি ॥৩৮
হেৰ আসো বুলি, আমাক ভাণ্ডিল,
চাৰি মাস গৈল বহি।
ভই ইঠাৰত, ৰাজ ভোগাকস,
দাদাৰ নিকাৰ তহি ॥৩৯
হাওঁৰে বানৰা, মুণ্ডি তুলি চাহা,
দেখৰে দাৰুণ শৰ।
এহি শৰে হানি, প্ৰাণ তোৰ লৈবো,
পঠাই দিবো যমঘৰ ॥৪০
এতেক কহন্তে, সুগ্ৰীৱ ৰাজাৰ,
বুক দুৰ দুৰ কৰে।
কটাক্ষ নয়নে, সঙ্কুচিত মনে,
জোমু হানি এৰে শৰে ॥৪১
সিংহ দৰশনে, মৃগ যুথ যেনে,
শৰীৰ বৰে কম্পাৰে।
সম্পুট অঞ্জলি, কৰি তিনি জনে.
নমিলা লক্ষ্মণ পাৱে ॥৪২
দুই পটেশ্বৰী, সহিতে নৃপতি,
যোৰ হাতে ভৈল থিৰ।
মিততি বচন, বুলিবে লাগিলা,
তাৰা সুষেণৰ জীৱ ॥৪৩
শুনিয়ো লক্ষ্মণ, দশৰথ সুত,
ৰামৰ কনিষ্ঠ ভাই।
অসোধনে কেনে, স্বামীক নিন্দাহা,
আমাৰ কৰ্ম্মক পাই ॥৪৪
আতিশয় তুমি, কোপ নকৰিবা,
নকৰিবা আতি খেদ।
বিষ বৃক্ষ যদি, আপুনি ৰোপয়,
তাক নকৰিয়ো ছেদ ॥৪৫
তোমাৰ ক্ৰোধত, ইয়ো স্বামী মৰিব,
তেবে কোন যশ পাইব।
বিড়ালীৰ যদি, দোষক ধৰিয়া,
নিতেহি হাতি পেলাইব ॥৪৬
অনেক আমাৰ, বচন আছয়,
চৰণে প্ৰভু তোমাৰ।
সুগ্ৰীৱে আমাৰ, জুৰ নোহন্ত,
সন্ত মহন্তৰ সাৰ ॥৪৭
গুণীগণ মাজে, যাহাক লেখিবা
খড়ি মাটি ধৰি আগে।
হেনয় স্বামীক, নিন্দন্তে আহাহা,
আমাৰ বৰ অভাগে ॥৪৮
স্বপনে সিয়াৰে, ৰামে মাত্ৰ গতি,
দেৱ নজানন্ত আন।
কেন মতে ৰামে, সীতাক পাইবন্ত,
হেনসে যোগ বিয়ান ॥৪৯

দশোদিশ লাগি, দূতক পাঞ্চিল,
ভালুক বানৰ আনি।
ৰামৰ পাশক, যাহা চপকৰে,
কালৰ প্ৰমাণ জানি ॥৫০
শুনা সভাসদ, ৰামায়ণ পদ,
দেখিয়ো কেনে আমুথ।
ঈশ্বৰ ৰামক, সখিত্ব কৰিয়া,
তথাপিতো পাৱে দুখ ॥৫১
সকামী প্ৰাণীৰ, দুঃখ সুখুচয়,
আক ভাল মতে জানি।
সকাম ত্যজিয়া, ৰামক ভজিয়া,
বোলা ৰাম ৰাম বাণী ॥৫২

---

২০ অধ্যায়।

সুগ্ৰীৱৰ আজ্ঞাৰে কপি সৈন্য একত্ৰীকৰণ।

পদ।

অনন্তৰে মাতিলা সুগ্ৰীৱ মহাবীৰ।
দোষ ক্ষমা কৰিয়োক বানৰ জাতিৰ ॥১
একেবাৰে ভৃত্যৰ দোষৰ নেদিফল।
জাতি বৃত্তি একে আমি বানৰ চঞ্চল ॥২
তোমাৰ কোপক দেখি ডৰায়ে বানৰ।
ৰামৰ আছয় কোপ সবাৰ উপৰ ॥৩
তোমাত শৰণ লৈলো যেন যুৰাইয়োক।
ৰামৰ চৰণে নিবা ভেণ্ট ইয়োক মোক ॥৪
বিমবিষি বোলা যদি একেশ্বৰে যাওঁ।
দুহি দিন দশ থাকা সৈন্যক জৰাওঁ ॥৫
ইটো দুইয়ো জনা দাসী মইও ভৈলো দাস।
তোমাৰ কোপক দেখি বৰ লাগে ত্ৰাস ॥৬
সুগ্ৰীৱে কাকুতি ভাৱে স্তুতি বুলিলন্ত।
লক্ষ্মণ বীৰৰ কোপ ভৈল উপশান্ত ॥৭
বিমবিষি বচন বুলিলা নিষ্টে নিষ্ট।
মোক কোপ এৰা মই তোমাৰ কনিষ্ঠ ॥৮
মিত্ৰ দ্ৰোহী নহ তুমি ভকত ৰামৰ।
কিকবিবা প্ৰস্ৰৱনে গৈয়া একেশ্বৰ ॥৯
দিন দশ থাকো মই সৈন্য জৰাইয়োক।
ৰামৰ পাশক চপ কৰে চলিয়োক ॥১০
কৈবা হনুমন্ত বুলি ৰাজাৰ আদেশ।
কোটি অসংখ্যাত দূত পাঠা দেশে দেশে ॥১১
উদ অস্তগিৰি যত মেৰু মন্দৰৰ।
সমস্তে আসোক যত ভালুক বানৰ ॥১২
সপ্তদ্বীপা বসুমতী সপত সাগৰ।
যত মানে চন্দ্ৰ সূৰ্য্য কিৰণ পহৰ ॥১৩
আমাৰেসে অধিকাৰ সবে নিষ্ট জানি।
তিনি দিন ভিতৰতে সৈন্য দিবা আনি ॥১৪
আপুনি জানাহা যেন নৃপতি প্ৰচণ্ড।
শীঘ্ৰ কৰি নাসিলে কৰিবো উগ্ৰ দণ্ড ॥১৫
মোহোৰ আদেশ যেহি যেহিলোকপালে।
দশ দিন ভিতৰতে আসোক সকলে ॥১৬
আপুনি জানিয়া চিন্তিয়োক হিত কায।
মিত্ৰৰ থানত নপাওঁ যেন মই লাজ ॥১৭
যিবা দূত গৈয়া আছে আদেশ পালোক।
তাকো লাগি পঠাইয়ো উপৰ চালেক ॥১৮
ৰজাৰ আদেশ যেবে পাইলা বায়ু সুত।
দেশে দেশে দূত পঠাই দিলন্ত বহুত ॥১৯
ৰাজাৰ আদেশ যেবে হনুমন্ত পাইলা।
সমস্ত দেশৰ যত বানৰ জড়াইলা ॥২০
নৃপতিৰ আজ্ঞা বাণী শিৰোগত মানি।
আসিলেক সেনা গণ দশো দিশ ছানি ॥২১
আকাশ ছানিয়া যেন ফৰিঙ্গ উজান্তি।
আপোনাৰ যূথে যূথে কিষ্কিন্ধা পাইলন্ত॥২২
সিংহ যেন বিড়িঙ্গ শৰীৰ নাহি চুতি।
মন্দৰ গিৰিৰ আইল তিনি শত কোটি ॥২৩
নিপুন্দ শৰীৰ লুঙ্গবিয়া বৰ্ণ কান্তি।
হেন দেখিস্বৰ্গ কোল একে জাম্পে যান্তি॥২৪
যিবা পৰ্ব্বতন্ত অস্ত যান্ত দিবাকৰ।
তৈৰ পৰা শত কোটি আসিল বানৰ ॥২৫
কৈলাসৰ আসিলা বানৰ কুৰিশত।
তাম্ৰৰ সদৃশ দেখি শৰীৰ সাক্ষাত ॥২৬
ফল মূল ভুঞ্জি মাত্ৰ থাকে অহৰ্ণিশ।
হেমৱন্ত হন্তে আসি ভৈল কোটি ত্ৰিশ ॥২৭
বিন্ধ্য হন্তে আঠ কোটি আসিল বানৰ।
আঙ্গাৰৰ বৰ্ণ সবা হাৰে কলেবৰ ॥২৮
উদয় গিৰিৰ সদা ভুঞ্জি স্বাদৰস।
তৈৰ হন্তে আসিল বানৰ কোটি দশ ॥২৯
আনো পৰ্ব্বতৰ যত আইল যূথ যূথ।
কোনে বৰ্ণাইবেক কপি কটক বহুত ॥৩০

ক্ষীরোদ তীরৰ যত কটক বানৰ।
তমাল পুষ্পৰ বৰ্ণ সব কলেৱৰ ॥৩১
নাৰিকল ফল ভুঞ্জে সুখী সদাচাৰী।
তৈৰ হন্তে আইলা যত বৰ্ণাইতে নপাৰি ॥৩২
ভালুক বানৰ যত কটক বহুত।
সুগ্ৰীৱ ৰাজাত আহি জান দিল দূত ॥৩৩
আদেশ গোসাই দেখা গগনমণ্ডল।
হেথা আসি ভৈল প্ৰভু তযু সৈন্য বল ॥৩৪
দূতৰ বচন শুনি কৰি সতকাৰ।
হৰিষে মাটিত ভৰি নপৰে ৰাজাৰ ॥৩৫
হাঙ্গাৰি আনিল যত অমাত্য সমাজ।
লক্ষ্মণে বোলন্ত সবে পূৰ্ণ হৈল কায ॥৩৬

২১ অধ্যায়।

সসৈন্যে সুগ্ৰীৱৰ শ্ৰীৰামৰ সমীপলৈ গমন।

হৰিষে লক্ষ্মণ সুগ্ৰীৱৰ ধৰি গলে।
ৰাজাৰ আদেশে উঠিলন্ত চতুৰ্দোলে ॥১
আগত লক্ষ্মণ পিছে সুগ্ৰীৱ চলিলা।
ৰাম পাশে যান্তে শুভ মঙ্গল পৰিলা ॥২
দুইহাতে ঢোলন্তে যাই ধৱল চামৰ।
শিৰে শ্বেত ছত্ৰ যেন জ্বলে শশধৰ ॥৩
আগে পাছে অসংখ্যাত বানৰ চলয়।
জয় জয় ৰামচন্দ্ৰ বুলি জোকাৰয় ॥৪
কতহো দূৰতে দুয়ো ভৈলা ভূমি পায়।
পাইলা কতোক্ষণে গৈয়া ৰামৰৰ ঠায় ॥৫
লক্ষ্মণে সুগ্ৰীৱে কৰিলন্ত কৃতাঞ্জলি।
ৰামৰ চৰণ দুয়ো কৰিলা সেৱলি ॥৬
হাত যোৰে সুগ্ৰীৱে থাকিল ৰাম বুলি।
অপৰাধ সুমৰি হিয়াৰ গুলগুলি ॥৭
কৃতাঞ্জলি কৰিলন্ত বানৰ সকল।
সূৰ্য্য অস্ত যান্তে যেন সঙ্কোচে কমল ॥৮
কটাক্ষে ৰাঘৱে চাহিলন্ত চতুৰ্ভিতি।
অসংখ্য পদাতি দেখি সুগ্ৰীৱ সহিতি ॥৯
কোল চাপ বুলিলন্ত শোক পৰিহৰি।
সজন গৰিহা কিছু পৰিহাস কৰি ॥১০
বসিয়া আছন্ত যেবে সমাজক বন্দি।
সুগ্ৰীৱক ৰামচন্দ্ৰ ছলবাদে পণ্ডি ॥১১
সাধু সাধু সখি তুমি মোৰ মহামিত্ৰ।
আমাৰ কাৰ্য্যত দেখোঁ উত্ৰাৱল চিত্ত ॥১২
অল্পেসে অন্তৰ মাত্ৰ বচন কাৰ্য্যত।
মুখত অমৃত দেখি কপট মনত ॥১৩
হনুমন্ত প্ৰমুখ্য শুনিয়ো কপি যত।
স্বৰূপ কাহিনী কহোঁ শাস্ত্ৰৰ সম্মত ॥১৪
দুষ্টা ভাৰ্য্যা শঠ মিত্ৰ ভৈগৈল যাহাৰ।
স্বামীক সেৱক জনে কৰে অহঙ্কাৰ ॥১৫
সৰ্পে সম্মিতে যেন একে ঘৰে বাস।
সিজনৰ জানা নাহি জীৱনত আশ ॥১৬
অধৰ্ম্মত ভকপৰ হোৱে নিতে নিত।
অৰণ্যেকে নোৱাৰিবে ধন উপাৰ্জ্জিত ॥১৭
ধৰ্ম্ম অৰ্থ কাম তাৰ একোয়ে নিমিলে।
হেন নৃপতিক জানা আপদেসে গিলে ॥১৮
সুগ্ৰীৱ আমাৰ জানা মিত্ৰ সেহি মত।
অবিচাৰে মিত্ৰৱতি কৰিলো পূৰ্ব্বত ॥১৯
আত্মহন্তে সীতা পাইবোঁ হেন আশা কৈলোঁ
আছো সীতা পাইবোঁ মিত্ৰভাৱত নবৈলোঁ ॥
আত্ম আশা কৰি দুই পাইলোঁ অতিৰেক।
শঠামিত্ৰে কত ভাগ্যে কাৰ্য্য সাধিবেক ॥২১
কিন্তু তথাপিতো কৰি আছোঁ মিত্ৰৱতি।
শুনিয়ো সুগ্ৰীৱ মিত্ৰ বচন সম্প্ৰতি ॥২২
যি কিছু বুলিলোঁ বাক্য হৃদয় খেদত।
ইসব আমাৰ দোষ নলৈবা মনত ॥২৩
যিমতে সীতাক পাওঁ তাক চিন্তিয়োক।
সীতাক পাইলেসে সব গুছে দুঃখ শোক ॥২৪
ৰামৰ বচনে লাজ সুগ্ৰীৱে পাইলন্ত।
মাথা চপৰিয়া কতক্ষণ আছিলন্ত ॥২৫
দীৰ্ঘশ্বাস তেজি প্ৰণামিলা জানুশিৰে।
কৰযোৰে বচন বোলন্ত ধীৰে ধীৰে ॥২৬
কৃপাময় প্ৰভু দোষ ক্ষমিয়ো সকল।
তৰল বানৰ আমি সহজে চঞ্চল ॥২৭
লক্ষ্মণৰ বোলে দুঃখ পাইলোঁ যত মানে।
তোমাৰ কোপক সহিবেক কাৰ প্ৰাণ ॥২৮
সাতোদ্বীপা পৃথিবীৰ কটক অপাৰ।
তাহাক জড়াতে হৈল বিলম্ব আমাৰ ॥২৯
মাথা তুলি দেখিয়োক সৈন্য আছে চাপি।
সূৰ্য্যকিৰণক ঢাকি গগন বিয়াপি ॥৩০
সাগৰে নগৰে গিৰি নদীত পৱনে।
কতো নীল পীত কতো শুক্ল বৰণে ॥৩১

পিঙ্গল লোহিত বৰ্ণ দেখিয় বিচিত্ৰ।
ৰঙ্গে ৰামে বোলন্ত সামৰ্থ মোৰ মিত্ৰ ॥৩২
শুনিয়ো সুগ্ৰীৱ মিত্ৰ মোক চিনায়োক।
কাৰ কিবা নাম কোন্‌খা কতমান লোক ॥৩৩
শুনি হাঙ্কাৰন্ত সুগ্ৰীৱ বীৰবৰ।
সৈন্য সমে আসিয়োক ৰামৰ ওচৰ ॥৩৪
শুনি বীৰ কপিগণ উল্লাসিয়া গৈলা।
আপোনাৰ সৈন্য ৰঙ্গে সঙ্গে কৰি লৈলা ॥৩৫
ৰামৰ পাশক আতি আড়ম্বৰে আসে।
যেহেন ফৰিঙ্গ উৰে বনৰ আকাশে ॥৩৬
শ্ৰীৰাম লক্ষ্মণে সমে আছন্ত আকলি।
প্ৰথমে আসিয়া মিলিলন্ত শতবলী ॥৩৭
আতি আড়ম্বৰে বীৰে কৰে আটিমুটি।
তান লগে আসিলা বানৰ শত কোটি ॥৩৮
পাছে আসি মিলিলন্ত সুষেণ নৃপতি।
কাঞ্চনৰ বৰ্ণ তনু সূৰ্য্যৰ জেউতি ॥৩৯
সুগ্ৰীৱৰ শ্বশুৰ তাৰাৰ তেহেঁা পিতা।
অযুতেক বানৰ যোগায় চতুৰ্ভিতা ॥৪০
যুবৰাজ অঙ্গদ বালিৰ কেহেঁা সুত।
দেখন্তে ৰিপুৰ ত্ৰাস মিলে অদভুত ॥৪১
নিশ্চয়ে শুনিয়ো আন কটক যতেক।
সহস্ৰেক পদ্ম আৰো শংখ শতেক ॥৪২
কষটিৰ বৰ্ণ দেখি যাহাৰ নিশ্চয়।
দশকোটি সৈন্য লৈয়া আসিলন্ত গয় ॥৪৩
সহস্ৰ স্যংখাত কোটি লৈয়া হনুমন্ত।
আসিলন্ত যাৰ বল বীৰ্য্য অপৰ্য্যন্ত ॥৪৪
অঙ্গাৰৰ বৰ্ণ তনু আগত মিলিল।
শত কোটি বীৰ সমে এন্তে বীৰ নীল ॥৪৫
মৈন্দ্য দ্বিবিদ কোটি কোটি সৈন্য যাৰ।
পাঞ্চ কোটি সৈন্য লৈয়া আসিলন্ত তাৰ ॥৪৬
আসিলা কেশৰী পাছে ব্ৰহ্মাৰ তনয়।
তাহান লগত সৈন্য বহুত আছয় ॥৪৭
পদ্ম কেশৰৰ বৰ্ণ সবাৰো শৰীৰ।
মাৰুতৰ পিতা এন্ত প্ৰখ্যাতৰ বীৰ ॥৪৮
ধূম্ৰ আসি মিলিল লাগিল হুক হুক।
দশ কোটি সেনা মানে সকলে ভালুক ॥৪৯
ব্ৰহ্মাৰ নন্দন আসি ভৈলা জাম্বৱন্ত।
আন লগে ভালুক কটক অপৰ্য্যন্ত ॥৫০
চিৰ কাল জীৱন্ত বুদ্ধিৰ নাহি অন্ত।
অনেক উপায় সন্ধি কাৰ্য্য সাধিৰন্ত ॥৫১
বিশ্বকৰ্ম্মা সুত হেৰ আসি ভৈল নল।
অসংখ্য বানৰ সেনা বীৰ মহাবল ॥৫২
লগে কোটি শংখ সেনা আসিল সম্পাতি।
আসিলন্ত গবাক্ষ আৰো গোলাঙ্গুল জাতি ॥
অনন্তৰে মহাবীৰ আসিলা পনস।
তান লগে আসিলন্ত বানৰ কোটিদশ ॥৫৪
গন্ধমাদনক লেখি বীৰ গণিতাত।
তান লগে আসিল বানৰ অসংখ্যাত ॥৫৫
আনো যত বীৰ আইল কোনে লৈব নাম।
ৰাম লক্ষ্মণক সবে কৰয় প্ৰণাম ॥৫৬
দ্বীপ দ্বীপান্তৰৰ আসিল যত যত।
অসংখ্য পদাতি মই লেখা দিবোঁ কত ॥৫৭
সুগ্ৰীৱে বোলন্ত ৰাম চাহিয়ো আকলি।
সেনাৰ ভিৰত বসুমতী যাই টলি ॥৫৮
গিৰিগুহা পৰ্ব্বত জুৰিল দশো দিশ।
কটক দেখিয়া ৰামচন্দ্ৰৰ হৰিষ ॥৫৯
সুগ্ৰীৱক বোলন্ত শুনিয়ো কপিৰাজ।
এবেসে জানিলো মিত্ৰ সিদ্ধি ভৈল কায ॥৬০
শুনিয়া উজ্জ্বল মুখ ভৈলন্ত সুগ্ৰীৱ।
কৰযোৰে ৰামৰ আগত ভৈলা থিৰ ॥৬১
কিবা আজ্ঞা হোৱে প্ৰভু আদেশ সকাল।
কিবা গৃহে আনি দিবোঁ দশ দিগপাল ॥৬২
বাসৱক আনো কিবা জানো বাসুকিক।
বান্ধি আনি দেওঁ পৃথিবীৰ নৃপতিক ॥৬৩
নাহিকে অসাধ্য মোৰ তনু প্ৰসাদত।
বশ্য কৰি দেওঁ আনি তিনিয়ো জগত ॥৬৪
শুনি হাসি ৰাঘৱে বোলন্ত শুনা মিত্ৰ।
সবাকে জিনিতে পাৰা ইটো কোন চিত্ৰ ॥৬৫
ইসব কাৰ্য্যত কিছু প্ৰয়োজন নাই।
সীতাক বিচাৰিতে পাই চিন্তিয়ো উপায় ॥৬৬
দেশে দেশে ভাল দূতগণ চলি যাউক।
প্ৰবঞ্চিয়া ৰাৱণ সীতাক খুজি চাউক ॥৬৭
শুনি জানি মোত আসি জনাইয়ো বাৰ্ত্তাক।
দুষ্ট ৰাৱণক মাৰি আনিবোঁ সীতাক ॥৬৮
ৰামৰ বচন হেন সুগ্ৰীৱে শুনিলা।
বাছি বাছি দূতগণ আসক আনিলা ॥৬৯

বিনোদক প্ৰথমত বুলিলা বচন।
ভাল ভাল বাচি লগে লৈয়ো দূতগণ ॥৭০
পূৰ্ব্ব দিশ প্ৰতি আপুনিহি চলি যাইঁা।
অবিলম্বে সীতাৰ বাৰ্ত্তাক জনাবাইঁা ॥৭১
তান্ত পাছে বোলন্ত কহিবা শতবালী।
উত্তৰ দিশক তুমি শীঘ্ৰে যাহা চলি ॥৭২
অপৰ্য্যন্ত দেশ তাক বৰ্ণাইবোঁ কত .
কতো কতো কহোঁ যিবা পৰয় মনত ॥৭৩
বহল গান্ধাৰ দেশ কৰ্ণাট কাম্বোজ।
মৎস্যৰ পুলিন দেশ ঋষিৰাজ ভোজ ॥৭৪
কৌৰৱ কুকুৰ আৰু কঙ্কনাম দেশ।
থানে থানে ভালমতে খুজিবা নিঃশেষ ॥৭৫
হেমৱন্ত হেমকূট নৈষধ আকুল।
পৰ্ব্বত গহ্বৰ বনে খুজিবা সকল ॥৭৬
বিন্ধ্য গিৰি মহীন্দ্ৰ পৰ্ব্বতে ভালে চাইঁা।
আনো যত গিৰি আছে তাক আকলাহা॥৭৭
ৰাৱণৰ চিত্তক নপাৰি বুজিবাক।
কৈক লুকাই থৱে নিয়া গোসানী সীতাক ॥৭৮
কিবা শান্তি পুণ্য ৰাখি আছন্ত গোসানী।
ৰাৱণৰ বাৰ্ত্তাক জনাইবা নিষ্ঠ জানি ॥৭৯
সুষেণ শ্বশুৰ তুমি পশ্চিমে যাইয়োক।
কোটি সংখ্য দূত বাচি লগত লৈয়োক ॥৮০
ৰাৱণ সীতাক প্ৰবন্ধিয়া খুজি চাইঁা।
অবিলম্বে আমাত বাৰ্ত্তাক জনাবাইঁা ॥৮১
কৈবা যুৱৰাজ বুলি ৰাজাৰ আদেশ।
কৰযোৰে অঙ্গদ আগত পৰবেশ ॥৮২
দক্ষিণ দিশক লাগি তুমি চলি যাইয়ো।
ৰাৱণ সীতাৰ নিষ্ঠ বাৰ্ত্তাক জনাইয়ো ॥৮৩
তোমাৰ ভুলত যাহন্তোক হনুমন্ত।
মৈন্দ দ্বিবিদ তাৰ যান্ত আৱৰন্ত ॥৮৪
দধীমুখ কেশৰী পনস বীৰ গয়।
নল নীল ধূম্ৰাক্ষক আৰৱ গৱয় ॥৮৫
সেই সে দিশত ৰাৱণৰ নিজ পুৰী।
থানে থানে ভাল মতে চাইবা ফুৰিফুৰি ॥৮৬
একোৱে থানত যেৱে খুজিয়া নপাৱা।
সাগৰৰ মাজত লঙ্কাত পাছে চাৱা ॥৮৭
বাটভেটি সাগৰত আছে ছায়াগ্ৰাহী।
তাই পাইলে গিলিবে সন্ধানে যাইবা চাহি॥৮৮
ৰাৱণৰ নিজ স্থান লঙ্কা যে নগৰী।
পাইবাহা সীতাক খুজি সমুদ্ৰক তৰি ॥৮৯
যতমান চন্দ্ৰ সূৰ্য্য কিৰণ পোহৰ।
যম পুৰ মানে খুজিবাহা নিৰন্তৰ ॥৯০
তাত পাছে যাইবাহা দক্ষিণৰ দিশ।
ঘোৰ অন্ধকাৰ তাত কৰিবাহা কিস ॥৯১
সাতো খান সমুদ্ৰ পৃথিবী সাতোখান।
নদী নদ পৰ্ব্বত গহ্বৰ যত বন ॥৯২
সঙ্কট প্ৰকট গম্য মানে ফুৰি চাইবা।
নিশ্চয় জানিয়া আসি বাৰ্ত্তাক জনাইবা ॥৯৩
নকৰিবা হেলা কেহোঁ ৰামৰ কাৰ্য্যত।
সবাৰো ভকতি হোক ৰাম চৰণত ॥৯৪
কৈবা হনুমন্ত বুলি ৰাঘৱে মতাইল।
সংগোপ্য কহিবে প্ৰতি সমীপ চপাইল ॥৯৫
তুমিহে সীতাক খুজি পাইবাহা নিশ্চয়।
প্ৰাণেশ্বৰী তোমাতেসে যাইবন্ত প্ৰত্যয় ॥৯৬
দেখিলে হৰিষ হৈবা আতি মন তুষ্টি।
হেৰ মোৰ লৈয়া যাহা হাতৰ আঙ্গুঠি ॥৯৭
তাকো পৰীক্ষিবা কেনে ভাল মন্দে আছে।
নিশ্চয় জানিয়া মোত কহিবাহা পাছে ॥৯৮
সীতাৰ সংগোপ্য বাৰ্ত্তা আনিবা নিষ্টয়।
যেন মতে হোৱে তান্ত আমাৰ প্ৰত্যয় ॥৯৯
এহি বুলি গলে তাক চাপিয়া ধৰিল।
সীতাক সুমৰি ৰামে ক্ৰন্দন কৰিল ॥১০০
মাৰুতি বোলন্ত তাপ ত্যজ ৰঘুপতি।
জন্মে জন্মে তযু পদে হোক মোৰ গতি॥১০১
যেহেতু তোমাৰ ভৈল আমাতি প্ৰত্যয়।
সীতাৰ বাৰ্ত্তাক দিবোঁ নাহিক সংশয় ॥১০২
মোক অনুগ্ৰহ কৰিলাহা কৃপাময়।
এতেকে জানিলোঁ ভাগ্য আমাৰ আছয়॥১০৩
প্ৰাণক উৎসৰ্গি তযু কাৰ্য্যক সাধিবোঁ।
থাকা সুখে সীতাৰ বাৰ্ত্তাক আনিদিবো॥১০৪
সুগ্ৰীৱ বোলন্ত শুনা কৈবা দূতলোক।
প্ৰভুৰ চৰণে সেৱা সবাৰে থাকোক ॥১০৫
ফুৰি ফুৰি ৰাৱণ সীতাক চাহিয়োক।
ৰামক আসিয়া সবে বাৰ্ত্তা কহিয়োক ॥১০৬
আপুনি চিন্তিয়ো যেন হোৱয় যুক্তত।
যেনে তেনে প্ৰভুকাৰ্য্য সাধিয়ো প্ৰকৃত ॥১০৭

মাহেকক লাগি ক্ষান্তি দিলোঁ তোমাসাক ।
হেলা এৰি ৰাত্রিদিনে খুজিবা সীতাক ॥১০৮
মাহেকত নাহা যেবে প্রভু কার্য্য সাধি ।
নাক কাণ কাটিবোঁহোঁ হৈবা অপৰাধী ॥১০৯
শুনিলা সবেও চণ্ড আদেশ ৰাজাৰ ।
ৰামৰ চৰণে সবে কৰি নমস্কাৰ ॥১১০
যেহি যেহি দিশে যাক আজ্ঞা ভৈল ।
ৰাজাক প্রণামি সেহি দিশে চলি গৈল ॥১১১
নিষেধ কৰিয়া ফুৰে গ্রাম নগৰত ।
নদী নদ তীৰে ফুৰে গিৰি গহ্বৰত ॥১১২
পূর্ব্বত বিনোদ উত্তৰত শতবলী ।
চলিল সুষেণ দিশ পশ্চিম আকলি ॥১১৩
এক মাস খুড়ি লুড়ি সীতাক নপাইল ।
বিনয় পূর্ব্বকে আসি ৰজাত জনাইল ॥১১৪
শুনিয়োক সুগ্রীৱ নৃপতি শিৰোমনি ।
তিনিয়ো দিশত আমি চাহিলোআপুনি॥১১৫
ৰাৱণ সীতাক নপাইলোহোঁ উপদেশ ।
এবে কি কৰিবোঁ প্রভু কৰিয়ো আদেশ॥১১৬
সুগ্রীৱে বোলন্ত সবে থাকা কার্য্য বুজি ।
তিনিয়ো দিশত কেহোঁ নপাইলা খুজি ॥১১৭
অঙ্গদক মাৰুতিক দিলো মহাভাৰ ।
তেসম্বে সীতাৰ বার্ত্তা পাইবা সাৰেসাৰ॥১১৮
দক্ষিণ দিশক গৈলা যতেক বানৰ ।
ৰাৱণ সীতাক খুজি ফুৰা নিৰন্তৰ ॥১১৯
গোখোজ সমান কৰি চাহিলা বিচাৰি ।
খুজিয়া নপাইলা সীতা জনক জীয়াৰী ॥১২০

---

## ২২ অধ্যায়—অঙ্গদ কর্ত্তৃক অসুৰ বধ ।

সকলে দিশত চাই ফুৰা থানে থান ।
অসুৰেক দেখিলন্ত পর্ব্বত সমান ॥১
শৰীৰৰ বর্ণ যেন মেঘ কৰে কান্তি ।
দশন ভীষণ আতিশয়ে চলি যান্তি ॥২
অঙ্গদে বোলন্ত জানো এহি সে ৰাৱণ ।
যুদ্ধক প্রবন্ধ কৰিলন্ত তেতিক্ষণ ॥৩
মহাক্রোধে অসুৰেও কৰিল আস্ফাল ।
দুই হাতে অঙ্গদে ধৰিলা দুই শাল ॥৪
বালিপুত্রে দুই শাল হানিলা প্রচণ্ড ।
মুঠি হানি অসুৰে কৰিলা খণ্ড খণ্ড ॥৫
পর্ব্বতৰ শিখৰক হানিলা অসুৰ ।
লাথি হানি অঙ্গদে কৰিলা তাক চূৰ ॥৬
মহা ক্রোধে দুইয়ো বীৰে কৰিলা হাস্ফাল ।
মাল বান্ধে জুৰিয়া ধৰিয়া কোলে কোল ॥৭
সন্নিপাত বান্ধে বান্ধি অসুৰে ধৰিল ।
চক্রবাত বান্ধে বান্ধি অঙ্গদে পাৰিল ॥৮
ঠিৰ হইয়া অসুৰে ধৰিলা চক্রবান্ধ ।
ঢালিল অঙ্গদ নলখিয়া শিলকন্ধ ॥৯
বলে আতি কুশল অঙ্গদ মহাবলী ।
মুঠি বান্ধে জুৰিয়া হাসন্ত খলখলি ॥১০
উপৰত চড়িয়া ধৰিলা হাতে হাতে ।
মাথা মুৰি অসুৰৰ ধৰিলা হিয়াতে ॥১১
মুঠি বান্ধ এৰিলন্ত কৰিয়া উপায় ।
হেসনি কৰিয়া অঙ্গদক খেদি যাই ॥১২
অসুৰক বালিপুত্রে খেদি লাগ পাইল ।
লাঠী হানি কতো দূৰ ক্ষেপিয়া পঠাইল॥১৩
অঙ্গদ বোলন্ত কিবা চাহি আছো আৰ ।
মুঠী হানি অসুৰক পঠাও যমদ্বাৰ ॥১৪
এহি বুলি হিয়াত বসাইলা বজ্রমুঠী ।
হিয়া চূড় হৈয়া তাৰ প্রাণ গৈল পুটি ॥১৫
ঘোৰ আর্ত্তনাদ কৰি অসুৰ পৰিল ।
বজ্রৰ পতনে যেন পৃথিবী লৰিল ॥১৬
দেখি ৰাম সেনা ঘুষিলন্ত জয় জয় ।
ধন্য যুবৰাজ ধন্য বালিৰ তনয় ॥১৭
অসুৰ পৰিলে অনন্তৰে কপিগণে ।
সীতাক বিচাৰি ফুৰে অনেক যতনে ॥১৮
বৰ বৰ পর্ব্বতত চাহিলা সকলে ।
অনেক গহনে বিচাৰিলা জলে স্থলে ॥১৯
পর্ব্বতেক দেখিলা মেৰুৰ সমসৰ ।
উঠিলা তাহাত গৈয়া ভালুক বানৰ ॥২০
আকাশ লঙ্ঘিয়া আছে একৈক উঠান ।
পৃথিবীক দেখিয় সবাৰ পৰমান ॥২১
তাতে চড়ি কপিগণ ভৈগৈল বিহ্বল ।
সাগৰক দেখি যেন গোখোজৰ জল ॥২২
পূর্ব্বত দেখিলা ৰবি প্রচণ্ড উদয় ।
উত্তৰ দিশত দেখি গিৰি হিমালয় ॥২৩
দক্ষিণত যমপুৰ দেখি তমোময় ।
পশ্চিম দিশত অস্ত গিৰিক দেখয় ॥২৪

পৰম বিস্ময় হৈয়া অঙ্গদে পুছয় ।
কিবুদ্ধি কৰিব আৰে বায়ুৰ তনয় ॥২৫
মাৰুতি বোলয় বুদ্ধি নধৰয় আৰ ।
পৰম সঙ্কট গিৰি উঠিলোঁ দুৰ্ব্বাৰ ॥২৬
সীতাক নপাইয়া একে মনত অসুখ ।
ভাগৰে পীড়িল আতি শুকাই গৈল মুখ ॥২৭
সূৰ্য্যৰ কিৰণে বৰ তাপে গাৱ পোৰে ।
পিয়াসিল বানৰে আকুল জল মোৰে ॥২৮
গল তালু শুকাই গৈল মুখে নাহি পান ।
জল নপাই বোলে ভৈল প্ৰাণৰ নিৰ্য্যান ॥২৯
হতাশে বসিলা সবে দক্ষিণক লক্ষি ।
কত দূৰে উৰে দেখ জলচৰ পক্ষী ॥৩০
ৰাজহংস চক্ৰবাক উৰয় সাৰঙ্গ ।
দাউক সৰালী কোড়া চটক বিহঙ্গ ॥৩১
লকআলি, ভেলা, ঘোগ, আক উৰিকঙ্ক ।
পাতি কাউৰ, পানী কৌৰ আকমৎস্যৰঙ্গ॥৩২

২৩ অধ্যায় ।

বানৰগণৰ স্বয়ংপ্ৰভাৰ আশ্ৰম প্ৰবেশ ।

তাক লাগি লৰিল বানৰ সমস্তয় ।
ভয়ঙ্কৰ গৰ্ত্ত গোট দেখি লাগে ভয় ॥১
পৃথিবীৰ মুখ যেন বহল বিস্তাৰ ।
হনুমন্তে বোলে কিনো গৰ্ত্তক অপাৰ ॥২
সকলে বানৰে ধৰিলেক হাতে হাতে ।
জলপান মনে সবে পশিলেক তাতে ॥৩
চক্ষুয়ে নেদেখে মুখে মাতন্ত মাতৰ ।
এক মাসে পাইলা গৈয়া গৰ্ত্তৰ ভিতৰ ॥৪
কতো বেলি পাইলা গৈয়া বিবৰৰ ওৰ ।
প্ৰকাশ দেখিয়া ভয় ঘুচিল দুৰ্ঘোৰ ॥৫
দ্বিতীয় অমৰাৱতী যেন স্বৰ্গ মাজে সাৰ ।
কাৰ দিব্য স্থান ইটো কিবা নাম আৰ ॥৬
দীঘি সব আছয় কাঞ্চন বন্ধময় ।
সুবৰ্ণে বচিত ঘাট বিচিত্ৰ বলয় ॥৭
সুবৰ্ণৰ পঙ্কজে শোভয় জলহাৰ ।
সুবৰ্ণৰ মগৰে কচ্ছপে পাৰে ঘুৰ ॥৮
দিব্য দেবালয় বলে সুবৰ্ণৰ শোভা ।
কন্যা এক বসি আছে সূৰ্য্য যেন প্ৰভা ॥৯
হনুমন্তে কৰযোৰে নমস্কাৰ কৰি ।
বোলন্ত কহিয়ো মাৱ কাহাৰ নগৰী ॥১০
পিয়াসে আকুল আতি অতিথি বানৰ ।
জল আকুলিত হৈয়া পশিলোঁ বিবৰ ॥১১
ধ্যান ভঙ্গ কৰিলোঁ এৰিয়ো মনতাপ ।
বিভুক্ষিত প্ৰাণে নকৰয় কোন পাপ ॥১২
জ্ঞানেআছোঁ আমি কিবা দেখিলোঁ সপোন ।
স্বৰূপ কহিয়ো নকৰিয়া কোপ মন ॥১৩
একেশ্বৰে আছা মাৱ কমন কাৰণে ।
পাছে জলপান কৰোঁ হৰষিত মনে ॥১৪
স্বয়ম্প্ৰভা সতী কথা কহে বানৰত ।
ময় নামে দানবেক আছিল পূৰ্ব্বত ॥১৫
দানবৰ বিশ্বকৰ্ম্মা দৰ্পিষ্ঠ অসুৰ ।
তেহেঁ ইটো নিৰ্ম্মিলা কাঞ্চনময় পুৰ ॥১৬
হেম অপেশ্বৰী চিত্ৰসেনৰ সুন্দৰী ।
ইঠায়তে তেহোঁ আছিলন্ত ক্ৰীড়া কৰি ॥১৭
ইন্দ্ৰে বজ্ৰ হানি আসি দুইকো ধৰি নিল ।
ইন্দ্ৰদেৱে নগৰী হেমাক পাচি দিল ॥১৮
চিন্তা পৰিহৰী কথা কহিলোঁ সকলে ।
তেতিক্ষণে সবাকে ভুঞ্জিলা ফলে জলে ॥১৯
পুনু কথা কহিলা বানৰ সব লক্ষি ।
প্ৰাণত অধিক মোৰ হেমা নামে সখী ॥২০
সিকাৰণে আছোঁ মই পুৰীখান ৰাখি ।
ৰাত্ৰি দিনে কৰোঁ ধ্যান কেনে পাওঁ সখী॥২১
স্বয়ম্প্ৰভা নামে মই গন্ধৰ্ব্বৰ জীউ ।
এহি থানে থাকোঁহো দিয়াই সদাসিউ ॥২২
স্বয়ম্প্ৰভা বোলন্ত তোমাত পুছোঁ কই ।
স্বৰূপ কহিয়ো মোত নকৰিও লাজ ॥২৩
কৈৰহন্তে কুবা তোৰা কোথেৰ বানৰ ।
কিকাৰণে আসি ভৈলা গৰ্ত্তৰ ভিতৰ ॥২৪
কোনবা ৰাজাৰ চৰ কহিয়ো নিৰ্ণয় ।
স্বৰূপ শুনিয়া মোৰ গুচোক সংশয় ॥২৫
হনুমন্তে কথা কহিলন্ত নিৰন্তৰে ।
যেন মতে মিত্ৰৱন্তি সুগ্ৰীৱ ৰামৰে ॥২৬
ৰামচন্দ্ৰে যেন মতে আসি ভৈল বনে ।
যেন মনে সীতা হৰি নিলেক ৰাৱণে ॥২৭
সীতাক খোজন্তে ৰাম সুগ্ৰীৱক পাইলা ।
তাৰা দুই পাছে মিত্ৰৱন্তি বন্ধাইলা ॥২৮
বালীবধ সুগ্ৰীৱৰ অভিষেক কথা ।
কহিলোঁহো আজি অন্ত যেহেন ব্যৱস্থা ॥২৯

ৰাঘৱে সুগ্ৰীৱে পাছে কাৰ্য্য আলোচিল।
সীতাক খুজিবে লাগি আমাক পাঠিল ॥৩০
ৰাঘৱৰ আজ্ঞা শিৰে ধৰিয়া হৰিষি।
বানৰ সকলে চাহি ফুৰোঁ দিশাদিশি ॥৩১
মাসেকক লাগি ক্ষান্তি দিয়া পঠাইলন্ত।
গৰ্ত্তত পশিতে মাসেকৰ ভৈল অন্ত ॥৩২
ফল মূল দিয়া মাৱ খণ্ডাইলা নিকাৰ।
তুমি ভৈলা মাৱ আমি তনয় তোমাৰ ॥৩৩
নপাউ উদিশ গৰ্ত্ত গহন অপাৰ।
আত কেন মতে আমি হৈবোঁহোঁ নিস্তাৰ॥৩৪
শুনি স্বয়ংপ্ৰভা ৰঙ্গ লভিলা অপাৰ।
ৰামসেনা বুলি কৰিলন্ত নমস্কাৰ ॥৩৫
কিনো ভাগ্য তুমি সব ৰাম দূত লোক।
ৰামৰ চৰণে মোৰ ভকতি থাকোক ॥৩৬
শুনা ৰামদূত লোক বচন আমাৰ।
পশিলাহা গৰ্ত্ত ইটো মহা অন্ধকাৰ ॥৩৭
যম কৰণক গৈলে আছে পৰিবৰ্ত্ত।
ততোধিক দুৰ্ব্বাৰ দেখোঁহো ইটো গৰ্ত্ত ॥৩৮
চক্ষু মুদি সবেও বাহুত মোৰ ধৰাঁ।
মোৰ তপোবলে সবে গৰ্ত্তৰ নিস্তৰাঁ ॥৩৯
হেন শুনি তেতিক্ষণে বানৰ সকলে।
তাহান বাহুত ধৰিলন্ত কৌতুহলে ॥৪০
লীলায়ে সবাকো সতী তুলি আলগাইলা।
স্বয়ম্প্ৰভা তপোবলে গৰ্ত্তৰ বজাইলা ॥৪১
দক্ষিণ সাগৰে বিন্ধ্য পৰ্ব্বতৰ কোলে।
তৈত থৈয়া পাছে স্বয়ম্প্ৰভা বাক্য বোলে॥৪২
বাহুক এৰিয়ো সবে চক্ষুক মেলিয়ো।
ভৈলাহা গৰ্ত্তৰ বাজ প্ৰসন্ন দেখিয়ো ॥৪৩
হেন শুনি কপিগণ চক্ষুক মেলিল।
ভৈলোহোঁ নিস্তাৰ বুলি বাহুক এৰিল ॥৪৪
স্বয়ম্প্ৰভা তপোবল বানৰে দেখিল।
মনত হৰিষে তাঙ্ক প্ৰবোধ কৰিল ॥৪৫
ধন্য ধন্য স্বয়ম্প্ৰভা জীৱন তোমাৰ।
ৰাঘৱক সেনা কপি ভালুক অপাৰ ॥৪৬
তপোবলে একেখন হাতে তুলি ধৰি।
লীলাৰূপে থৈলাহা গৰ্ত্তৰ বাজ কৰি ॥৪৭
দুৰ্গতি এৰাইলোঁ বৰ তোমাৰ কাৰণে।
তোমাৰ ভকতি হোক ৰামৰ চৰণে ॥৪৮
প্ৰশংসা বচনে স্বয়ম্প্ৰভা তুষ্ট ভৈলা।
বিদায় কৰিয়া নিজ স্থানে চলি গৈল ॥৪৯

---

## ২৪ অধ্যায়।

কপিগণৰ সাগৰ দৰ্শন আৰু সম্পাতি
সৈতে সাক্ষাত।

অনন্তৰে কপিগণে মাথা তুলি চাইল।
গম্ভীৰ বিস্তাৰ সাগৰক ভেট পাইল ॥১
পৰ্ব্বত সমান ঢৌ উঠলে অপাৰ।
আকাশে সাগৰে দুইকো দেখি একাকাৰ ॥২
কুম্ভীৰ মগৰ মৎস্য কচ্ছপ সকল।
আকুলিয়া সাগৰৰ উথলয় জল ॥৩
পৃথিৱী এৰিয়া ঢৌ স্বৰ্গক লঙ্ঘয়।
অগাধ দুৰ্গম সিটো বৰুণ আলয় ॥৪
মহোদধি বিন্ধ্যসম পৰ্ব্বত মূলত।
তাত গৈয়া বসিলন্ত কপিগণ যত ॥৫
আলোচিবে লৈলা সমে মহা মহা বলী।
বিমৰিষি বোলে ক্ষান্তি গৈলেক উকলি ॥৬
প্ৰচণ্ড নৃপতি কাটিবেক কান নাক।
সীতাক নপাইলেঁ কিনো মিলিল বিপাক ॥৭
কেহোঁ বোলে এৰিলোঁহো পুত্ৰ পৰিবাৰ।
নাক কান কাটিবেক কি কাৰ্য্য জীৱাৰ ॥৮
কেহোঁ বোলে লঙ্ঘিব এবো সাগৰৰ অন্ত।
মাসেকত নপাইলে নৃপতি দণ্ডিবন্ত ॥৯
শ্ৰীৰাম লক্ষ্মণ সুগ্ৰীৱত অগোচৰে।
হেন স্থান আছে জানা কমন বানৰে ॥১০
বন্ধু বান্ধৱক এৰি তৈক লাগি যাওঁ।
তেবে নৃপতিৰ ঘোৰ দণ্ডক এৰাওঁ ॥১১
মনত আলচি কেহোঁ বোলে বাক।
এভো যেবে পাওঁ আমি সীতাৰ বাৰ্ত্তাক॥১২
জান দিয়া নৃপতিক কৰিবোঁ কাতৰ।
তেবে কিয় আমাক দণ্ডিবে নৃপবৰ ॥১৩
ডৰে কাউবাউ কৰে কতোহো বানৰ।
তাক দেখি তাৰে পাছে দিলন্ত উত্তৰ ॥১৪
নযাইবোহোঁ আমি সবে ভয় পৰিহৰ।
আসাঁ পলাই গৈয়া থাকোঁ দ্বীপদ্বীপান্তৰ॥১৫
হনুমন্তে বোলন্ত শুনিয়ো ওৰা তাৰ।
দুৱালৰ থান ভৈল চৰিত্ৰ তোমাৰ ॥১৬

আদেশি পঠাইবে শব লক্ষ্মণ কুমাবে।
বিচাবিয়া বধিবেক ত্রৈলক্য ভিতবে ॥১৭
অঙ্গদে বুলিয়া বাক্য সবাহাকে চাই।
নিশ্চৈ জানোঁ মোহোৰ প্ৰাণৰ ৰক্ষা নাই॥১৮
ক্রূৰ খুৰতে পাইলে দণ্ডিবে আমাক।
মই পুনঃ নজাইবোঁ বুলিলোঁ সত্য বাক ॥১৯
মই মাত্র আছোঁ তান শত্রু অৱশেষ।
ক্ষমা নকৰিব অপৰাধ একলেশ ॥২০
ছল পাইলে নাক কান কাটিবে সমস্ত।
সিন্ধি খুঁজি ফুৰন্তে দুৱাৰে পাইল পথ ॥২১
এতকাল বহি আছোঁ ৰামৰ নিদানে।
মই যেনে মত তাক জাতিলোক জানে ॥২২
হা বিধি কিনো দণ্ড কৰিলে আমাক।
নপাইলোঁ হো ৰামৰ চৰণ সেৱিবাক ॥২৩
মাৰুতি বোলন্ত শুনা ভয় পৰিহৰি।
শুদ্ধভাৱ ৰাজাক নোবোলোঁ হেন কৰি ॥২৪
পৰম ধাৰ্ম্মিক ৰাজা ধৰ্ম্ম তান কায।
কিষ্কিন্ধাত তোমাক পাতিলা যুৱৰাজ ॥২৫
পূৰ্ব্বে দয়া তোমাক বালিৰ যেন ঠান।
সুগ্ৰীৱ বীৰৰ দয়াৱন্তত সমান ॥২৬
তুমিসি কুমাৰ তান তাৰা পটেশ্বৰী।
স্থিৰ হোৱোঁ অঙ্গদ বিকল পৰিহৰি ॥২৭
হনুমন্তে নৃপতিৰ গুণ বখানিল।
শুনি বীৰ অঙ্গদৰ গাৱে নসহিল ॥২৮
যিজনে ৰাজাৰ সেৱা কৰন্ত সদাই।
সিজনে ৰাজাৰ গুণ কহিবাক পাই ॥২৯
সুজান পাত্ৰৰ হোৱে হেন ব্যৱহাৰ।
দোষ এৰি গুণ মাত্র কহয় ৰাজাৰ ॥৩০
এতেকেসে সুগ্ৰীৱৰ বখানিলা গুণ।
কহিবে নগাগে সবে জানোহো আপোন॥৩১
তান গুণ মোৰ আগে বখানহ কিছু।
সুগ্ৰীৱ যেধাৰ্ম্মিক কোন আছে অধাৰ্ম্মিক ॥৩২
আমাৰ মাৰক জেহোঁ কৰিলন্ত ঘৰ।
শ্ৰেষ্ঠ ভাইৰ পটেশ্বৰী মাতৃ সমসৰ ॥৩৩
হেন অধৰ্ম্মীকো পাতিলাহা ধৰ্ম্মশীল।
এতেকে তোমাৰ আমি চিত্তক লখিল ॥৩৪
আমি নযাইবোঁহো আৰ কিষ্কিন্ধা নগৰ।
নিশ্চৈ কৰি জানিবহা সকলে বানৰ ॥৩৫
কুশদ্বীপ লাগি শীঘ্ৰে কৰিব পয়াণ।
যুৱৰাজে অঙ্গীকাৰ কৰিলন্ত টান ॥৩৬
শুনি চিন্তা শোকে বাক্য বোলে সেনাগণ।
ভৈলন্ত আমাৰ ৰাম মৃত্যুৰ কাৰণ ॥৩৭
তানপদে মিত্র ভাৰ্য্যা পুত্রক হৰাইলোঁ।
দুঃখ সাগৰত মজি পাৰক নপাইলোঁ ॥৩৮
এহি মতে চিন্তা সবে কৰিয়া অধিক।
কপালে চাপৰ মাৰি গৰিহে বিধিক ॥৩৯
ঘোৰ নিশাকাল তৈতে ভৈল নিৰন্তৰে।
বৰ বৰ বীৰে বৃক্ষ শিলা লৈলা কৰে ॥৪০
পৰ্ব্বতক ছানি সবে চপকাৰে বৈল।
অন্যে অন্যে কথা সবে কহিবাক লৈল ॥৪১
কৈকেয়ীক নিন্দে নিন্দে ৰাজা দশৰথ।
ৰাঘৱক পাঠাইলেক ঘোৰ বনপথ ॥৪২
কেহোঁ কেহোঁ দোষ দেই ৰামক অধিক।
সুবৰ্ণৰ মৃগ দেখি খেদি গৈল কিক্ ॥৪৩
কেহোঁ কেহোঁ বিমৰিষ দোষয় সীতাক।
লক্ষ্মণক পঠাইলন্ত বুলি মন্দ বাক্ ॥৪৪
কতো কতো জনে দোষে সুগ্ৰীৱ ৰাজাক।
ৰামক পাতিলে মিত্র বধিতে আমাক ॥৪৫
কৈৰ ৰাম কৈৰ সীতা কোনে জানে তাকে।
তাহান নিমিত্তে আসি পৰিলোঁ বিপাকে॥৪৬
হেন কথা মালে সিটো পুহাই গৈল ৰাতি।
সেহি পৰ্ব্বতত পক্ষী আছন্ত সম্পাতি ॥৪৭
জটায়ুৰ শ্ৰেষ্ঠ ভাই পুত্র গৰুড়ৰ।
চিৰকাল তথাতে আছন্ত পক্ষীবৰ ॥৪৮
বানৰৰ বোল শুনি নেত্ৰ মেলিলন্ত।
পৰ্ব্বতৰ তলক নিহালিবে দেখিলন্ত ॥৪৯
বানৰক দেখিয়া মনত বৰ তুষ্ট।
চিৰকালে মিলিল আধাৰ হৃষ্টপুষ্ট ॥৫০
জঠৰাগ্নি ৰক্ষিবোঁ আজি ধৰিয়া আনিবোঁ।
বানৰ সবক আজি বাচিয়া গিলিবোঁ ॥৫১
আধাৰ দেখিয়া তাৰ বৰ ভৈল মন।
আপোনাৰ নিজভাৱে কৰিলা গৰ্জ্জন ॥৫২
পক্ষীৰ প্ৰচণ্ড নাদ সবেয়ো শুনিল।
সবাৰো মনত মহা সন্তাপ মিলিল ॥৫৩
কৈত কি শুনিলা আজে অদ্ভুত শোষৰ।
সবেয়ো সবাতে কয় নজানে নিৰ্ণয় ॥৫৪

কেহোঁ বোলে পৰ্ব্বতৰ শিখৰ খসিল।
কেহোঁ বোলে নোহে মেঘ গৰ্জ্জন কৰিল॥৫৫
কেহোঁ বোলে ইন্দ্রে হানিলন্ত বজ্রবান।
সুহি ভঙ্গ ভৈল এক ঋষিৰ ধিয়ান ॥৫৬
কেহোঁ বোলে নজানিল ভূমিকম্প গৈল।
নিশ্চয় নজানি কপিগণ ভয় ভৈল ॥৫৭
অন্তৰতে বীৰগণ চাহিল নিৰিক্ষি।
পৰ্ব্বত ওপৰে দেখে ভয়ঙ্কৰ পক্ষী ॥৫৮
পৰ্ব্বতেক আছে যেন পৰ্ব্বত উপৰ।
ঠোট গোট দেখি যেন বজ্র সমসৰ ॥৫৯
সম্পাতি বোলন্ত ডাকি কৈৰ কপিগণ।
স্বৰূপ নকহ যেবে কৰিবোঁ ভক্ষণ ॥৬০
হেন শুনি সবাৰে লাগিল চমকাৰ।
বানৰ সকলে বোলে নাহিক নিস্তাৰ ॥৬১
ভয়হুয়া আউৰে আউৰক আঙ্কোয়ালি ধৰে।
কাণা কাণি কৰে সবে পাইলেচিন্তাজ্বৰে॥৬২
স্থিৰ নোহে হাতপাৱ কম্পে কলেৱৰ।
কতো কতো বোলে পপি গহ্বৰ ভিতৰ ॥৬৩
কোন কালে নতো দেখি হেন পক্ষীবৰ।
গিৰিৰ গহ্বৰ যেন মুখৰ ভিতৰ ॥৬৪
হেত স্থান নতো দেখি ছুটকৰ কায়।
ইহাক এৰাইবোঁ আমি কমল উপায় ॥৬৫
ইহাৰে গৰ্ভতে লীন হইবো নিৰন্তৰ।
প্ৰলয় মিলিল আসি বানৰ কুলৰ ॥৬৬
হাহা কৈকেয়ী তই কোন কায কৈলি।
বানৰ কুলৰ তই সংহাৰিণী ভৈলি ॥৬৭
একোৰো নভৈলোঁ আমি মাটিৰ পিণ্ডাৰ।
বিধিয়ে নিৰ্ম্মিলা কৰি চৰাইৰ আহাৰ ॥৬৮
ৰাম কাৰ্য্য নিসিজিল কি কাম কৰিলোঁ।
হৰি হৰি বিধি কিনো বিপাজে মৰিলোঁ ॥৬৯
সাফল জটায়ু গৰুড়ৰ পুত্ৰ বীৰ।
ৰাম কাৰ্য্য সাধন্তেহি ত্যজিল শৰীৰ ॥৭০
সীতাক ৰাখন্তে ৰাৱণক যুদ্ধ দিল।
অন্যায় যুদ্ধত তাঙ্ক ৰাৱণে মাৰিল ॥৭১
তেতিক্ষণে যেবে আমি তাঙ্ক লাগ পাওঁ।
তেবে কিয় আমি ইটো পক্ষীক ডৰাওঁ ॥৭২
জটায়ু মৰণে পাইলে আমাক বিপাকে।
নিশ্চয় জানিলোঁ পক্ষী খাইবেক সবাকে॥৭৩
হৰি হৰি কিনো হৃদয়ত খেদ ৰৈল।
ৰামৰ ভকতি বিনে বৃথে জন্ম গৈল ॥৭৪
নপাইলোঁহো সাধিবাক ৰাঘৱৰ কাম।
এহি বুলি সবেয়ো সুমৰে ৰাম ৰাম ॥৭৫
জটায়ুৰ নাম যেবে সম্পাতি শুনিল।
চমকিত হৈয়া ওপৰক ঠোট দিল ॥৭৬
সাবধানে পৃথিবীত পাতিলন্ত কাণ।
পূৰ্ব্বপৰ কথা শুনি দিলা সমিধান ॥৭৭
নিষ্ঠ কৰি কহঁ। তোৰা কৈৰ পৰা আইলা।
জটায়ুৰ কথা কোন জনে সুমৰাইলা ॥৭৮
প্ৰাণতো অধিক মোৰ সহোদৰ ভাই।
তান মৃত্যু শুনি মোৰ প্ৰাণ ফাটি যাই ॥৭৯
তুমি সব বানৰ আসিলা কি কাৰণে।
মোহোৰ ভ্ৰাতৃক কেনে বধিল ৰাৱণে ॥৮০
কহিয়োক ৰাম কথা শুনু কান পাতি।
জটায়ুৰ শ্ৰেষ্ঠ মই নামত সম্পাতি ॥৮১
জটায়ুৰ ভাই হেন শুনি কপিগণ।
ভয় গুছি কিঞ্চিত প্ৰসন্ন ভৈল মন ॥৮২
সবেহন্তে অঙ্গদক অনুমতি দিল।
শুনি যুবৰাজে কথা কহিৱে লাগিল ॥৮৩
শুনিয়োক পক্ষীৰাজ কথা অনুপাম।
সূৰ্য্যৰ বংশত ৰাজা দশৰথ নাম ॥৮৪
তান শ্ৰেষ্ঠ মহিষী কৌশল্যা নাম সতী।
তাহান গৰ্ভত ৰামচন্দ্ৰ উতপতি ॥৮৫
কৈকেয়ী নামে আৰ পটেশ্বৰী ভৈলা।
তাহান বচনে ৰাম বনবাসে গৈলা ॥৮৬
সীতা ভাৰ্য্যা লক্ষ্মণ ভ্ৰাতৃক লগে লৈলা।
বনত ৰাৱণে সীতা দেবীক হৰিলা ॥৮৭
ৰাৱণক জটায়ু পথত যুদ্ধ দিলে।
মূৰ্চ্ছা গৈয়া দশস্কন্ধ ৰথত পৰিল ॥৮৮
জটায়ুক মাৰি পাছে অন্যায় সমৰে।
নিজস্থানে সীতাক নিলেক নিশাচৰে ॥৮৯
লক্ষ্মণ সহিতে বনে ফুৰা ৰঘুপতি।
সুগ্ৰীৱক পায়া কৰিলন্ত মিত্ৰৱতি ॥৯০
মিত্ৰত থাকিয়া ৰামে বালীক মাৰিল।
তাৰ ৰাজ্য সম্পত্তিক সুগ্ৰীৱক দিল ॥৯১
ৰাজ্য পাই সুগ্ৰীৱৰ আনন্দ মিলিল।
সীতাক খুজিবে লাগি আমাক পাকি ॥৯২

মালেকত লাগি ক্ষান্তি দিলা মহাবাই।
খুজি হাবাসাস্তি ভৈলোঁ সীতাক নপাই ॥৯৩
গোথোজ প্ৰমাণ কৰি বিচাৰ কৰিলোঁ।
সীতাক নপাই খুজি বিপাকে মৰিলোঁ ॥৯৪
পূৰ্ব্বাপৰ কথা যত কহিলোঁ সকল।
কহিয়ো তোমাৰ কথা পক্ষী মহাবল ॥৯৫
বিন্ধ্যগিৰি ওপৰত আছা কি কাৰণে।
তুমি কি সীতাৰ বাৰ্ত্তা জানাহা আপোনে॥৯৬
তেবে পক্ষীৰাজে কহিয়োক বিদ্যমান।
মৃতকক যেন মন্তে দিয়া প্ৰাণ দান ॥৯৭
এহি কহি যুবৰাজ থাকিলা নমাতি।
মৰিলা জটায়ু নিচ্চৈ শুনিলা সম্পাতি ॥৯৮
তোমাৰ পাৰত প্ৰভু পাখা দেখোঁ নাই।
কহিয়োক পক্ষীৰাজ আৰ অভিপ্ৰায় ॥৯৯
বাগৰি পৰিলা পাছে তাসবাৰ মাজে।
শোকে আৰ্ত্তৰাৱে কান্দিলন্ত পক্ষীৰাজে॥১০০
কনিষ্ঠৰ সন্তাপে দেখন্ত অন্ধকাৰ।
মহামৰ্ম্মে তান বিষাদৰ নাহি পাৰ ॥১০১
হৰি হৰি প্ৰাণ ভাই তোক হেৰুৱাইলোঁ।
কোননো পাপৰফলে দেখিতে নপাইলোঁ॥১০২
কৈক লাগি যাওঁ আৰে কৰোঁ কোন কাম।
নিৰন্তৰে ডাকি বোলোঁ৷ ৰাম ৰাম ॥১০৩

---

২৫ অধ্যায়।

ভ্ৰাতৃৰ বিনাশ শুনি সম্পাতিৰ শোক।

ছবি।

এহি মতে পাছে, কান্দিয়া সম্পাতি,
কিছু সঙ্কুচণ ভৈলা।
অঙ্গদ প্ৰমুখ্যে, বানৰগণত,
কথা কহিবাক লৈলা ॥১
জানিলো আমাৰ, মহাভাগ্য ভৈল,
দেখিলোঁ ৰামসেনাক।
আমাৰ পূৰ্ব্বৰ, কাহিনী কহওঁ,
শুনিয়োক সবে তাক ॥২
গৰুড়ৰ পুত্ৰ, জটায়ু সম্পাতি,
সহোদৰ দুই ভাই।
জানিবা স্বৰূপ এক থান দ্বীপে,
দুয়োহন্তে লৈলোঁ ঠাই ॥৩
দ্বীপৰ নিমিত্তে, দুহানো দুৰ্ব্বোধ,
কন্দল ভৈল অপাৰ।
পূৰ্ব্বে সুশুনিলোঁ আপুনি চিন্তিলোঁ,
দুয়ো আপোনাৰ মাৰ ॥৪
বসিয়া অজস্ৰ, আঠাইশ সহস্ৰ,
ঋষি তপ কৰে যথা।
অনন্তৰে দুয়ো, ভাই জন কৰি,
লৰিয়া গৈলোঁহো তথা ॥৫
দুভায়ো বচন, বুলিলোঁ তেখন,
শুনিয়োক ঋষিগণ।
শীঘ্ৰে কহিয়োক, দুভাইৰ মাজত,
বলৱন্ত কোন জন ॥৬
হেন বাণী শুনি, যত মহামুনি,
সবাৰে মনত ভয়।
যাক ছোট কৰোঁ, সেহিজনে আসি,
ধৰিয়া খাইবে নিশ্চয় ॥৭
সবেও বোলন্ত, তেবেসে কহিবোঁ,
দুইৰো পৰাক্ৰম জানি।
এহি মতে-মনে, গুনি সাৰ কৰি,
সবে বুলিলন্ত বাণী ॥৮
ওপৰক হাত্ত, তুলি জনিসবে,
আমৰা দুইক দেখান্ত।
দেখিয়োক দুয়ো-, ভাই সূৰ্য্য দেৱ,
ৰথে চড়ি লৰি যান্ত ॥৯
আগ হয়া গৈয়া ইহান ৰথক.
পাৰহ যদি দুইবাক।
দুহানো মাজত, বলতো অধিক,
সবহি বোলোহোঁ তাক ॥১০
হেন শুনি তেতি- ক্ষণে দুয়ো ভাই,
কৰিলোঁ শীঘ্ৰে উবাৰ।
বৃক্ষ দ্ৰুম দ্ৰুম, শিখৰ কন্দৰ,
লাগিয়া পাখাৰ বাব ॥১১
আতি ক্ৰবাণ্ডৰি, কৰি হিসাহিসি,
চলি যাওঁ দুই ভাই।
আমাক দেখিয়া আদিত্য দেৱতা,
থাকিলা ৰথ ৰহাই ॥১২
কহিব পৱন, দুক্ট দুই পক্ষী,
আসে মোৰ অপঘাতে।

কৰিয়া ক্ৰোধক, অগ্নিৰ শৰক,
হানিলন্ত ধৰি হাতে ॥১৩
তিলেকো নাপেক্ষি, অগ্নিশৰ দেখি,
জটায়ু গৈলেক ডৰি ।
ভয়ে তৰসিল, শৰনে পশিল,
মোৰ চৰণত ধৰি ॥১৪
অনেক কাৰ্পণ্য, কৰিয়া আমাক,
বুলিলেক প্ৰিয় ভাৱ ।
সোদৰক মহা-, আতুৰ দেখিয়া,
মোৰ নসহিল গাৱ ॥১৫
শুনিয়োক প্ৰাণ, দাদা হেৰ মই,
বোলোঁ কৰি অঙ্গীকাৰ ।
তোমাৰ গাৰৱ, পাখা যেবে নাসে,
যোগাইবোঁ আমি আধাৰ ॥১৬
হেন শুনি জটা-, য়ুক পাছ কৰি ।
মেলি দিলোঁ দুই পাখা ।
অগ্নিশৰে মোৰ, পাখা পুৰি গৈল,
ভৈয়াই ভৈগৈল ৰক্ষা ॥১৭
পাখি দগ্ধ হুই, অনন্তৰে মই,
পৰিলোহোঁ পৰ্ব্বতত ।
শৰীৰত বৰ, পীড়াক লভিলোঁ,
মোৰ প্ৰকৃতি ভৈল হত ॥১৮
পাছে কতো দিনে, সন্ধুক্ষণ হুয়া,
পৰ্ব্বতে বসিয়া ৰৈলোঁ ।
কত ভাগ্য বশে, অগস্তি ঋষিক,
মই দৰশন ভৈলোঁ ॥১৯
কাৰুণ্য কৰিয়া, বুলিলোঁ মোহোৰ,
বচন শুনিয়ো ঋষি ।
তুমি সৰ্ব্বজান, জীৱন মৰণ,
কৈয়ো মোৰ বিমৰিষি ॥২০
শুনি হাসি পাছে, অগস্তি বুলিলা,
মোহোৰ মুখক চাই ।
গৰুড়ৰ পুত্ৰ, শুনিয়ো সম্পাতি,
তোমাৰ মৰণ নাই ॥২১
এতিক্ষণে এহি,- স্থানে থাকা বসি,
হাজাৰ মান বৎসৰ ।
যতকালে পাখা, নতো গজে মানে,
তোমাৰ ইটো গাৰৱ ॥২২
দশৰথ গৃহে, অযোধ্যাত হৰি,
হুয়া ৰাম অৱতাৰ ।
সমস্তক পালিবা, দুষ্টক নাশিবা,
খণ্ডিবা ভূমিৰ ভাৰ ॥২৩
তাহানে ভাৰ্য্যাকে, সীতাক হৰিয়া,
নিবেক ৰাজা ৰাৱণে ।
সীতাক খুজিতে, ৰাম সেনাগণে,
আসিবেক এহি থানে ॥২৪
বালীৰ তনয়, অঙ্গদ কুমাৰ,
বীৰ গনিতাতো সাৰ ।
যতেক কটক, ভালুক বানৰ,
তেন্তে পাইবে অধিকাৰ ॥২৫
তাসম্বাৰ আগে, কহিবি সকলে,
তোহোঁৰ বৃত্তান্ত কথা ।
তেক্ষণে খণ্ডিব, তোহোঁৰ যতেক,
শৰীৰৰ দুঃখ ব্যথা ॥২৬
তোহোৰ যতেক, নৱৈৰ কোটি পাখা,
গজিয়া হৈব সম্পূৰ্ণ ।
এহি বুলি মোক, মহা ঋষি পাছে,
গৈলা চলি তপোবন ॥২৭
ঋষিৰ বচনে, জানিলোঁ নিশ্চয়,
মোহোৰ মৰণ নাই ।
কিন্তু বৰ দুখ, হৈল আসি মোৰ,
আহাৰ পানী নপাই ॥২৮
ভাইয়ো এৰি মোক, কৈকৰা গৈলেক,
পুত্ৰো মোৰ নজানয় ।
অনন্তৰে মুণ্ড, তুলিয়া দেখিলোঁ,
আসিল মোৰ তনয় ॥২৯
মোহোৰ অৱস্থা, দেখি পুত্ৰে পাছে
কৰিল বৰ বিলাপ ।
স্বস্থ হুয়া বোলে, আহাৰক লাগি,
চিন্তা নকৰিবা বাপ ॥৩০
তোমাৰ আগত, স্বৰূপ বচন,
বোলোঁ কৰি অঙ্গীকাৰ ।
নিতে সাত্ৰ ষটি, বেলা হৈলে পিতৃ,
যোগাইবোঁ আনি আধাৰ ॥৩১
পুত্ৰ ভৈলে তাৰ, পিতৃৰ শুশ্ৰুষা,
অৱশ্যে কৰিব লাগে ।

এতেকে তোমাক, আধাৰ যোগাইবে,
পাইলোঁ আসি বৰ দুখ ॥৩২

---

২৬ অধ্যায়।

সুপাৰ্শ্ব কৰ্ত্তৃক ৰাৱণ আৰু সীতাৰ দৰ্শন বিৱৰণ।

পদ।

তাহোৰ কাৰ্য্যত তাৰ নাহি কিছু হেলা।
আধাৰ যোগাইবে নিতে সাতঘটি বেলা ॥১
এক দিনা সাত ঘটি নিবৰ্ত্তিয়া গৈল।
আধাৰ আনিতে পুত্ৰ নয় ঘটি ভৈল ॥২
পশু গজ শাৰ্দ্দূল কচ্ছপ নাগ চয়।
আধাৰ দেখিয়া মোৰ মনত বিস্ময় ॥৩
আপোনাৰ পাপে মই পখা পুৰি মৰোঁ।
মনত অসুখে আমি আহাৰ নকৰোঁ ॥৪
অসন্তোষ দেখিয়া সুপাৰ্শ্ব গৈলা ডৰি।
কাকুতি কৰয় মোৰ চৰণত ধৰি ॥৫
আহাৰ খাইয়োক বাপ নকৰিয়ো ৰোষ।
কথা শুনি পাছে মোৰ নেদেখিবা দোষ ॥৬
বিলম্ব হুইবাৰ মোৰ শুনিয়ো কাৰণ।
আকাশৰ পথে যাই লঙ্কাৰ ৰাৱণ ॥৭
আৰ্ত্তৰাৱ কৰি কান্দে ত্ৰৈলোক্য সুন্দৰী।
ৰামৰ ভাৰ্য্যাক লঙ্কেশ্বৰে নেই হৰি ॥৮
জলচৰ স্থলচৰ দুখিত পেলাই।
মহাক্ৰোধে ৰাৱণক আমি গৈলোঁ ধাই ॥৯
সীত সমে ৰাৱণক আনিলোহোঁ ধৰি।
কাকশ্য কৰয় ৰাজা কৰযোৰ কৰি ॥১০
সম্পাতিৰ পুত্ৰ তুমি গৰুড়ৰ নাতি।
ব্যাপি আছে জগতক তোমাৰ সুখ্যাতি ॥১১
তোমাৰ বংশৰ একো নোহোঁ অপৰাধী।
শত্ৰুৰ ভাৰ্য্যাক নেও কেনে মোক বাধি ॥১২
ক্ষত্ৰীহয়া ৰামে মোকমাৰি নেওক আসি।
ভাৰ্য্যা কি কৰিবেক তপস্বী বনবাসী ॥১৩
এৰি দিলোঁ ৰাৱণ তেখনি চলি গৈল।
সিকাৰণে আহাৰ বিলম্ব আজি ভৈল ॥১৪
পুত্ৰৰ বচনে পাছে ভুঞ্জিলোঁ আধাৰ।
ভ্ৰাতৃৰ বিয়োগে হেন অৱস্থা আমাৰ ॥১৫
সকলে কহিলোঁ যত আমি অন্তে কথা।
তুমি সব কি কাৰণে আসি ভৈলা এথা ॥১৬
ৰামসেনা সম্পাতিৰ শুনিয়া বচন।
বাৰ্ত্তা পায়া সীতাৰ হৰিষ ভৈল মন ॥১৭
অঙ্গদে বোলন্ত মই বালীৰাজ সুত।
সীতা খুজি ফুৰোঁ সঙ্গে শ্ৰীৰামৰ দূত ॥১৮
মোহোৰ অঙ্গদ নাম বোলে যুৱৰাজ।
সীতা অন্বেষণহে আমাৰ মুখ্য কায ॥১৯
আমি আদি কৰি যত ভালুক বানৰ।
জানিবা সকলে সেনা সুগ্ৰীৱ ৰামৰ ॥২০
কথা শুনি সম্পাতিৰ হৰষিত মন।
মনত পৰিল আসি ঋষিৰ বচন ॥২১
স্বৰূপত হোৱা যদি ৰাম সেনাগণ।
নিশ্চয় জানিলোঁ মোৰ সম্পদ লক্ষণ ॥২২
পুনৰপি সম্পাতিয়ে বুলিলা বচন।
অঙ্গদ প্ৰমুখ্যে শুনা সব কপিগণ ॥২৩
ৰামসেনা হোৱা যেবে গজিবেক পাখি।
মুহি খাইবোঁসবাকোপৃথিবী হুইবা সাক্ষী॥২৪
এহি বুলি সম্পাতিয়ে কৰিলেক সাক্ষী।
সকলে গাৱৰ তাম গজি আসে পাখি ॥২৫
পাখি দেখি সবাৰো হৰিষ ভৈলা মন।
জয় জয় শবদ কৰয় কপিগণ ॥২৬
আসিলন্ত সুপাৰ্শ্ব আহাৰ পানী লই।
সেনাগণ দেখি বীৰ আকাশত ৰই ॥২৭
সেনাৰ মাজত দেখে পিতা আছে বসি।
পাখী গজিবাৰ দেখি ভৈলন্ত উল্লাসী ॥২৮
তোমাৰ পাখিক দেখি হৰিষ অপাৰ।
পৰম সন্তোষে আজি ভুঞ্জিয়ো আধাৰ ॥২৯
মন তুষ্টে ভোজন কৰিল পক্ষীৰাজ।
উবাৰ কৰিলা দুয়ো আকাশৰ মাজ ॥৩০
আকাশৰ উপৰে ফুৰন্ত নানা ভাৱে।
খানিকো প্ৰয়াস নাই বাপ পোৰ গাৱে ॥৩১
কতো বেলি ভ্ৰমিয়া আসিল দুয়োজন।
বাপত পুছন্ত ইটো কৈৰ সেনাগণ ॥৩২
সম্পাতি বোলন্ত পুত্ৰ শুনিয়ো বচন।
সীতা খুজি ফুৰন্ত ৰামৰ সেনাগণ ॥৩৩
এসবাক দেখি মই কৰিলোঁহোঁ সাক্ষী।
তেখনে গজিল মোৰ নতুন কোটি পাখী ॥৩৪
অঙ্গদে বোলন্ত সম্পাতিৰ মুখ চাই।
ৰাম কাৰ্য্য হেলা আপোনাৰ কাৰ্য্য নাই॥৩৫

আগবাঢ়ি সুপাৰ্শ্বে যুৰিল যোৰহাত ।
ৰামসেনা দেখি আসি নমিলেক মাথ ॥৩৬
একো বোল বোলোঁ বুলিবাক লাগে ডৰ ।
উঠা কষ্ট দেখোঁ যেন্নে তৰিতে সাগৰ ॥৩৭
সাগৰ তৰিতে কেহোঁ নকৰিবাঁ শঙ্কা ।
পিঠিত চড়াইয়া সবাহাঙ্কে নিবোঁ লঙ্কা ॥৩৮
সুপাৰ্শ্বৰ বাণী পাছে শুনি সেনাবল ।
আমাক লঙ্কাক নিবে তোৰ আছে বল ॥৩৯
বোলস উঠোক সবাহাঙ্গে নিবে পাৰোঁ ।
মাজ সাগৰত নিয়া বুৰুৱাই মাৰোঁ ॥৪০
শুনিয়া সুপাৰ্শ্বে বোলে মনে ক্ৰোধ কৰি ।
সত্যে সত্যেবোলোহোঁ বাপৰপায়ে ধৰি ॥৪১
তুমি যত যত আৰো কোটি গুণ হোক ।
সবাকো নিবাক পাৰোঁ পিঠিত উঠোক ॥৪২
এহি বুলি সুপাৰ্শ্বে পিঠিক পাতি দিলা ।
ৰৰ বৰ বীৰগণ পিঠিত উঠিলা ॥৪৩
আনো সব সেনাগণ লোমত ধৰিল ।
সবাকো পিঠিত লৈয়া উৰাৱ কৰিল ॥৪৪
সেনা লৈয়া আকাশত ফুৰে লীলা কৰি ।
সেনাগণ ডৰে সুমৰন্ত ৰাম হৰি ॥৪৫
জানেকী ভৈলন্ত আমাসাৰ ক্ষয়ঙ্কাৰী ।
সাগৰ জলত আনি পক্ষীৰাজে মাৰি ॥৪৬
হেন শুনি সুপাৰ্শ্বে গৈয়া ভূমিত পৰিল ।
অঙ্গদক নমি বীৰে সেনাক নমিল ॥৪৭
সেনাগণ বোলে সাধু সম্পাতি নন্দন ।
তযু পৰাক্ৰমে আমি তুষ্ট ভৈলোঁ মন ॥৪৮
অঙ্গদ প্ৰমুখ্যে সবে পুছিলন্ত কাৰ ।
তোমাৰ কুশল সবে ভৈল পক্ষীৰাজ ॥৪৯
বুলিলা সি ৰাৱণে সীতাক নিলে হৰি ।
স্বৰূপ কি মিছা কহিয়োক দৃঢ়কৰি ॥৫০
এহি শুনি সম্পাতি শিখৰে চড়িলন্ত ।
লঙ্কাৰ গড়ক লাগি মুণ্ড তুলিলন্ত ॥৫১
দেখন্ত লঙ্কাৰ মাজে অশোক বনত ।
আছন্ত গোসানী সীতা শিংসপামূলত ॥৫২
বেঢ়িয়া আছন্ত তৈত ৰাক্ষসিনীগণে ।
জানিলোঁ সীতাক দুখে নেদিব ৰাৱণে ॥৫৩
শিখৰৰ পৰা নামিলন্ত তেতিক্ষণে ;
সম্পাতিক দেখিয়া বেঢ়িল সেনাগণে ॥৫৪

সম্পাতি বোলন্ত শুনিয়োক কপিগণ ।
সত্য স্বৰূপত জানা আমাৰ বচন ॥৫৫
দুৰ্জ্জন ৰাৱণে সীতা আনিলেক হৰি ।
অশোক বনত থৈয়া আছে বন্দী কৰি ॥৫৬
সকলে দেখিলোঁ আমি পৰ্ব্বতত বসি ।
তৰুতলে বসি আছে অনেক ৰাক্ষসী ॥৫৭
আনতো নোবোঁলো মিছা তুমি উপকাৰী ।
বিশেষতঃ শ্ৰীৰাম বংশৰ অধিকাৰী ॥৫৮
আউৰ উপদেশ বোলো শুনিয়ো সমস্ত ।
পূৰ্ব্বক উজাহা এক প্ৰহৰৰ পথ ॥৫৯
লঙ্কা লাগি সেহিসে সম্মুখ হয়ে বাট ।
চিন্তিলোহোঁ ৰাম কাৰ্য্য গুচিল ললাট ॥৬০
এহি বুলি সবাহাঙ্কে আশ্বাস কৰিয়া ।
বাপ পো লৰিলা পাশে আকাশ ছানিয়া॥৬১
পাছে সেনাগণে সবে সবাতো কহয় ।
সাধু সাধু সুপাৰ্শ্বযে সম্পাতি তনয় ॥৬২
যোগাইলে আধাৰ ষাঠি হাজাৰ বৰিষ ।
তথাপি নঁভৈল তাৰ মনে কিছু ক্লেশ ॥৬৩
পিঠিত চড়িলো আমি সবে হৃষ্ট পুষ্ট ।
আকাশে ফুৰাই দেখি সবে ভৈলো তুষ্ট ॥৬৪
জাম্বৱে বোলন্ত শুনিয়োক সেনাগণ ।
বিমৰিষি বোলা সবে যাৰ যেন মন ॥৬৫
সম্পাতিৰ কথা কিছু নকইবা ৰামত ।
সীতাৰ বাৰ্ত্তাক পাইলে তাহাৰ মুখত ॥৬৬
সম্পাতিৰ যশ হৈব অমাসাৰ নাই ।
শুনি সেনাগণে মাতে জাম্বৱক চাই ॥৬৭
ধন্য জাম্বৱন্ত তুমি বুদ্ধিৱন্ত সাৰ ।
সবে ভাল দেখোঁ আমি বচন তোমাৰ ॥৬৮
অঙ্গদে বোলন্ত সব সেনাগণ চাই ।
বৃদ্ধৰ বচন মনে কৰিতে বুৱাই ॥৬৯
অঙ্গদৰ জাম্বোৱৰ দুহানো বচন ।
শিৰত ধৰিয়া লৈলো সবে সেনাগণ ॥৭০
এহি মানে কিষ্কিন্ধ্যাৰ ভৈলা সমাপতি ।
দ্বিজৰাজ মাধৱকন্দলী নিগদতি ॥৭১
শুনিলাহা সামাজিক ৰামৰ চৰিত্ৰ ।
নানা ৰসে বসৱন্ত পৰম পৱিত্ৰ ॥৭২
আক শুনি হইয়ো সবে মনত সন্তোষ ।
কিন্তু বাঢ়া ফুতা ন ধৰিবা গুণ দোষ ॥৭৩

বাল্মীকি ৰচিলা শাস্ত্ৰ গদ্য পদ্য ছন্দে।
তাহাক বিচাৰ আমি কৰিয়া প্ৰবন্ধে ॥৭৪
আপোনাৰ বুদ্ধি অৰ্থ যি মত বুঝিলোঁ।
সংক্ষেপ কৰিয়া তাক পদ বিৰচিলোঁ ॥৭৫
সমস্ত ৰসক কোনে জানিবাক পাৰে।
পক্ষী সব উৰই যেন পখা অনুসাৰে ॥৭৬
কবি সব নিবন্ধয় লোক ব্যবহাৰে।
কতো নিজ কতো লম্ভা কথা অনুসাৰে ॥৭৭
দেৱবাণী নুহি ইটো লৌকিক সে কথা।
এতেকে ইহাৰ দোষ নলৈবা সৰ্ব্বথা ॥৭৮
ৰামৰ চৰিত্ৰ বুলি তৰিয়া সংসাৰ।
অলস ত্যজিয়া ৰাম বোলা বাৰে বাৰ ॥৭৯

কিষ্কিন্ধাকাণ্ড সমাপ্ত

---

# ৰামায়ণ।

## সুন্দৰাকাণ্ড।

---

ওঁ নমঃ শ্রীকৃষ্ণায় ॥

### ১ অধ্যায়।

ছবি।

নমো নাৰায়ণ, বিখিনি খণ্ডন,
ৰঘুৰ নন্দন ৰাম।
সহস্রেক বাহু, সহস্রেক শিৰ,
যাৰ সহস্রেক নাম ॥১
বাপৰ সত্যক, পালিয়া ৰাঘৱ,
সীতা সমে গৈলা বন।
বোলন্ত কন্দলী, আন গতি নাই,
ৰামৰ দুই চৰণ ॥২

---

দক্ষিণ সাগৰৰ তীৰত অঙ্গদপ্ৰভৃতিৰ
লঙ্কালৈ চৰ পঠাবৰ যুক্তি।

### ২ অধ্যায়।

পদ।

প্ৰণমিলোঁ ৰাম তিনি ত্ৰৈলোক্যৰ নাথ।
নিশাচৰ ৰাৱণক বধিলা লঙ্কাত ॥১
সাগৰত সেতুবন্ধ বালীৰ মৰণ।
মাধৱে ভনিলা শ্ৰীৰামৰ শ্ৰীচৰণ ॥২
সুন্দৰ শ্ৰীৰামচন্দ্ৰ সুন্দৰ লক্ষ্মণ।
সুন্দৰ যে সুগ্ৰীৱ সুন্দৰ কপিগণ ॥৩
সুন্দৰী জানেকী সীতা জগতৰ আই।
সুন্দৰাকাণ্ডত কিছু অসুন্দৰ নাই ॥৪
সম্পাতিৰ বচনত খণ্ডিল বিষাদ।
কৌতুকে বানৰে কৰিলন্ত সিংহনাদ ॥৫
সবে সেনা লৈয়া আবে অঙ্গদযে বীৰে।
দক্ষিণ সাগৰে যায় উত্তৰৰ তীৰে ॥৬
সবাকো সম্মুখি মাতিলন্ত যুৱৰাজ।
কমন মহন্তে হিত চিন্তিবেক কায ॥৭
কোনে দিবে গিয়াতিক অভয় দক্ষিণা।
একে ডেৱে পত প্ৰহৰৰ পথ জিনা ॥৮
যিটো বীৰে যাইবে পাৰোঁ লঙ্কাযে নগৰী।
চন্দ্ৰৰো ৰোহিনী অনিবাক পাৰোঁ হৰি ॥৯
বাসৱে ৰাখন্ত যদি কৰে বজ্ৰ ধৰি।
স্বৰ্গৰ অমৃত আনিবাক পাৰোঁ হৰি ॥১০
আপদে মগন ভৈল জ্ঞাতিক উদ্ধাৰ।
কীৰিতি থাকোক যাৰে চন্দ্ৰদিৱাকৰ ॥১১
অঙ্গদৰ বাণী শুনি বানৰ তবধ।
গুৰুতৰ ভাৱত বচন নিশবদ ॥১২
পুনৰপি অঙ্গদে বুলিলন্ত বাক।
কমন মহন্তে আবে নমাতা আমাক ॥১৩
সৈন্যৰ মধ্যৰ হন্তে প্ৰচণ্ড প্ৰভাৱ।
ৰৰ ৰৰ বীৰ সবে চালিলন্ত গাৱ ॥১৪
কৰযোৰে অঙ্গদত বিনয় বদতি।
একৈক বোলন্ত যাৰ যিমান শকতি ॥১৫
প্ৰথমতে গয় বীৰে দিলে সম্বিধান।
ডেৱে যাইবে পাৰোঁ দশ যোজনৰ মান ॥১৬
গৱাক্ষে বোলন্ত আপোনাৰ বল যত।
ডেৱে যাইবে পাৰোঁ কুৰি প্ৰহৰৰ পথ ॥১৭
গৱয়ে বোলন্ত যাইবো যোজন তিৰিশ।
সৰভে খণ্ডাইল পথ যোজন চল্লিশ ॥১৮
পঞ্চাশ যোজন পথ গন্ধমাদন।
মৈন্দ্য বোলন্ত যাইবোঁ ষাঠিয়ো যোজন ॥১৯

ৰিৰিদে খজাইল পথ যোজন সত্তৰি ।
আশি প্ৰহৰৰ পথ সুষেন যে হৰি ॥২০
নলে বুলিলন্ত আপোনাৰ বল যত ।
ভেৰে যাইবে পাৰোঁ নব্বৈ যোজনৰপথ ॥২১
ভাবে বিনাৱন্ত বীৰ অঙ্গদত পৈ ।
দুইহুধিক যাইতে পাৰোঁ যোজন নব্বৈ ॥২২
নীলে বুলিলন্ত আত্ম শকতি যতেক ।
এক মন্দ যাইতে পাৰোঁ যোজনশতেক ॥২৩
ব্ৰহ্মাৰ তনয় জাম্বৱন্ত বৃদ্ধ যাগি ।
কিনো গোটাগুটি মোৰ কৰন্তাক লাগি ॥২৪
বনত আছাহা সবে যুৱন্ত বানৰ ।
দিগ্‌গজ সমান সবে শৰীৰ ডাঙৰ ॥২৫
মোহোৰ সমান বৃদ্ধ নাহি নিৰন্তৰ ।
আমি কথা কওঁ শুনা যুৱত কালৰ ॥২৬
নাৰায়ণে বৈমানি বলিক ছলিলন্ত ।
দশোদিশ পূৰিয়া বামন উজাইলন্ত ॥২৭
জটায়ু সহিতে আমি প্ৰতিজ্ঞাক পূৰি ।
তিনি বাৰ প্ৰণামিলোঁ কায়া ঘূৰি ঘূৰি ॥২৮
এতো বৃদ্ধ ভৈলোঁ বলকটালি বিচাৰোঁ ।
এক মন্দ শতেক যোজন যাইতে পাৰোঁ ॥২৯
তথাপিতো কাৰ্য্যৰ নভৈল সমাপতি ।
এবে বুলিয়োক যাৰ যিমান শকতি ॥৩০
হনুমন্তে সবাৰো বচন আকলিয়া ।
নমাতি থাকিলা কাণ মুণ্ড নলাৰিয়া ॥৩১
যুৱৰাজে বোলন্ত আসন্ন ভৈল কাৰ ।
নিশবদ ভৈল সবে পিয়াতি সমাজ ॥৩২
আমিতো যাইবাক পাৰোঁশতেক যোজন ।
সংশয় দেখোহোঁ মনে পুনৰাগমন ॥৩৩
সবে জ্ঞাতিগণে অনুমতি দিয়া মোক ।
ৰাম কাৰ্য্য সাধন্তে যেহেন যুৱাইয়োক ॥৩৪
জাম্বৱে বোলন্ত ভাল কথাৰ প্ৰশ্নন ।
ভৃত্য আছন্ত যাবী কিমুৰ গমন ॥৩৫
তোমাক আমৰা সবে লঙ্কাক পঠাই ।
ইঠাই থাকিয়া কাৰ উদ্ধাইব ছাই ॥৩৬
তুমি লঙ্কা পৈলে যেবে মিলয় প্ৰমাদ ।
আমাক দণ্ডিব ৰাজা বচন সংবাদ ॥৩৭
ধৰ্ম্মপুৰুষ তুমি কপি কটকৰে ।
নাৱ টলবল কৰে বিনা কাণ্ডাহাৰে ॥৩৮
যুৱৰাজ আপুনি জানিয়া ৰাজধৰ্ম্ম ।
তোমাক ৰাখিবে সবে হেন যোগ্য কৰ্ম্ম ॥৩৯
তুমি এবি যাইবা যুৱৰাজ দণ্ডধৰে ।
মই বুঢ়া বানৰে কোনে কাৰ বোল কৰে ॥৪০
খুজি পাইলোঁ যিত যাইবে একেজেৰেলঙ্কা ।
নিশবদ থাকা সবে এৰিয়োক শঙ্কা ॥৪১
সমিততে পায় যে দূৰত নাই কাষ ।
ৰঙ্গে ঢঙ্গে থাকা সবে পিয়াতি সমাজ ॥৪২
বৃদ্ধ জাম্বৱন্তক ছৱাল হুয়া ভাড়া ।
বুঢ়া শালিকাৰ যে চক্ষু ভ্ৰূৰ কাঢ়া ॥৪৩
আথৱেক মাত্তো যেবে আমাক নভঙ্গা ।
দিনে শতবাৰ আইতেযাইতে পাৰোঁ লঙ্কা ॥৪৪
বালী সুগ্ৰীৱ দুয়ো বীৰ চমৎকাৰ ।
আপোনাতোহধিক বল প্ৰশংসে তোমাৰ॥৪৫
সবেহন্তে থাকিয়োক শঙ্কা পৰিহৰি ।
খুজি পাইলোঁ যি যাবেক লঙ্কা যে নগৰী ॥৪৬
মাৰুতিক চাহিয়া বোলন্ত জাম্বৱন্ত ।
স্বস্থানে পৰোক্ষে কোপে সন্তোষ হন্ত ॥৪৭
প্ৰস্তাৱে নমাতি কেনে ধৰিয়াছা চুক ।
উপেক্ষা কৰিয়ো কেনে জ্ঞাতিক বন্ধুক ॥৪৮
বাঢ়ি হনুমন্তে বুলিলন্ত যোৰহাত ।
বৃদ্ধ জাম্বৱন্ত যুলি নমিলন্ত মাথ ॥৪৯
যাইবোহোঁ লঙ্কাপুৰী সাধিবোহোঁ প্ৰভুকৰ্ম্ম ।
কোন জনে কহিবে মোহোৰ জাতি ধৰ্ম্ম ॥৫০

৩ অধ্যায় ।

হনুমন্তৰ জন্ম বিৱৰণ ।

জাম্বয়ে বোলন্ত শুনা জ্ঞাতিক আকলা ।
দেৱ অপেশ্বৰা আছিলন্ত কুন্তীকলা ॥১
তেহে আমি শাপে আসি ভৈলন্ত বানৰী ।
কুঞ্জৰ ৰাজাৰ জীৰ বিহালা কেশৰী ॥২
মানুষৰ ৰূপ ধৰি ৰূপে মনোহৰে ।
সখীসবে শিব স্নান কৰিলা সাগৰে ॥৩
ননান বিনোদ খাপ মদয় শিখৰে ।
ৰূপ দেখি বায়ুক পীড়িল কামশৰে ॥৪
আলিঙ্গিয়া সুন্দৰীক ধৰিলন্ত কোলে ।
মনোময় মাৰুত আছিলা কাম তোলে ॥৫
অঞ্জনা বোলন্ত শাস্তি পুণ্য ভৈল ভঙ্গ ।
যাবে নাহি পৰ্শো ৰমণিয়ো কোন অঙ্গ ॥৬

বৰযোৰে মাৰুত আগত ভৈল থিৰ।
শঙ্কা পৰিহৰঁা আমি জগতৰ জীৱ ॥৭
আমাৰ সঙ্গমে অধৰ্ম্মক নাহি ডৰ।
পুত্ৰেক হৈবেক গৰুড়ৰ সমসৰ ॥৮
বীৰ গণিতাতো গণিবেক সাতো আগে।
গৰুড়ৰ মোহোৰ সদৃশ হৈব বেগে ॥৯
অদভুত বেগৱন্ত হৈব মহাবলী।
পৰ্ব্বতক উপাৰিয়া হানিবেক দলি ॥১০
এহি বুলি বায়ু গাছে ভৈলা অন্তৰ্ধান।
অঞ্জনাৰ গৰ্ভত বাঢ়িল হনুমান ॥১১
কেশৰীৰ ক্ষেত্ৰে সৰ্ব্বজনত বিদিত।
উপজি দেখিলা বীৰে আদিত্য উদিত ॥১২
সিন্দুৰীয়া ফলগুটী ভক্ষিবাক ভালা।
এহি বুলি আদিত্যক আনিবাক ধাইলা ॥১৩
অনেক যোজন পথ গগনে চড়িলা।
প্ৰচণ্ড কিৰণ লাগি শিখৰে পৰিলা ॥১৪
শিখৰে পৰিয়া ভাগি গৈল হনু বাম।
সিকাৰণে ভৈল হনুমন্ত হেন নাম ॥১৫
সকলে বানৰে বুলিলেক স্তুতি বাক।
বাৰ্থা বায়ু তনয় জাতিৰ কাণ নাক ॥১৬
স্তুতি কৰিলেক যেবে বানৰ ভালুকে।
দশ গুণ তেজ সহস্ৰেক গুণ বুকে ॥১৭
বাঢ়িতে লাগিলা হনুমন্ত বীৰবৰ।
পূৰ্ণিমা দিৱসে যেন সম্পূৰ্ণ সাগৰ ॥১৮
অসম্ভাব্য হাত পাৱ সমুদ্ৰৰ কূলে।
আকাশৰ মেঘ খণ্ড খণ্ড যে লাঙ্গুলে ॥১৯
খলখলি হাসিলন্ত হৰিষ প্ৰচুৰ।
এক এক হাসিত তবধ দেৱাসুৰ ॥২০
বৃদ্ধ পাত্ৰগণক গৈ প্ৰণামি আদৰি।
শঙ্কা পৰিহৰঁা যাইবোঁ লঙ্কাযে নগৰী ॥২১
শুনিয়োক সবে মোৰ বাপ যেন বীৰ।
প্ৰসিদ্ধ কাহিনী কহোঁ বীৰ কেশৰীৰ ॥২২
গন্ধমাদন হন্তে ডেৱ কৰিলন্ত।
গোকৰ্ণ গিৰিৰ শিখৰত পৰিলন্ত ॥২৩
আছয় প্ৰভাস তীৰ্থ দক্ষিণ সাগৰে।
তাতে ঋষি সবে স্নান কৰে নিৰন্তৰে ॥২৪
শঙ্খধৱল নামে দিগ্‌গজেক আইল।
অনেক ঋষিক ভৈতে মাৰিয়া পেলাইল ॥২৫
এক দিনা ভৰদ্বাজ স্নানিবাক যান্ত।
হস্তী খেদি আনে তাক বাপে দেখিলন্ত ॥২৬
ডেৱ দিয়া পিঠিত পৰিলা কপিৰাজ।
নখে ফুলি দুই চক্ষু কৰিলন্ত বাজ ॥২৭
তাহাৰ দশন দুই লৈলন্ত উপাৰি।
কুম্ভস্থলে বসাইলন্ত দশনৰ বাৰি ॥২৮
পৰিল দিগ্‌গজ গোট কেশৰীৰ হাতে।
ভৰদ্বাজ ঋষিক ৰাখিলা অব্যাহতে ॥২৯
সবে ঋষি মিলিয়া বাপক দিলা বৰ।
পুত্ৰেক হৈবেক গৰুড়ৰ সমসৰ ॥৩০
বীৰগণিতাত গণিবেক সাতো আগে।
গৰুড়ৰ বায়ুৰ সদৃশ হৈব বেগে ॥৩১
জাম্বৱন্তে মোহোৰ কহিলা জন্মকথা।
কোটি যোজনকো যাইবোঁ নাই অন্যথা ॥৩২
উদয় গিৰিৰ হন্তে সূৰ্য্য সমে যাইবোঁ।
গোসাইক জিনিয়া বেগে অস্তগিৰিপাইবোঁ ॥
মোহোৰ ডেৱত বসুমতী যাইবে তল।
পৰ্ব্বতে চড়িয়ো গৈয়া গিয়াতি সকল ॥৩৪
এতেক বচন যেবে শুনিল বানৰে।
তেখনে চড়িল গৈয়া পৰ্ব্বত শিখৰে ॥৩৫
শিখৰে চড়িল গৈয়া বীৰ হনুমান।
গিৰি টলবল কৰে নসহে সন্ধান ॥৩৬
সিংহে যেন কৰে মৃগ চিপিল সকল।
পাতালৰ হন্তে আসি নিকলিল জল ॥৩৭
অমৃততোহধিক ইটো কথা ৰামায়ণ।
বোলা ৰাম ৰাম সবে সভাসদ জন ॥৩৮

৪ অধ্যায়।

ঝুমুৰি।

আশীৰ্ব্বাদ কৰিয়োক।
ৰামসনে ধৰিয়োক ॥১
দুৰ্গতিত তৰিয়োক।
অচিন্তাত থাকিয়োক ॥২
অন্তৰীক্ষ গমনে।
যেন কাণ্ডে পৱনে ॥৩
সীতাক কৌতুক মনে।
পাইবোঁ মই দক্ষিণনে ॥৪
অঙ্গদত যত ভয়।
শুনা জাতি সমস্তয় ॥৫

এৰিয়ো সংশয় চয় ।
কৰিয়োক সবে জয় জয় ॥৬

---

৫ অধ্যায়—হনুমন্তৰ লঙ্কাযাত্রা, সুৰমা আৰু অবাবিকাৰ লগত সাক্ষাৎ ।

পদ ।

অঙ্গদ জাম্বুৱ মৈন্দ্য গৱাক্ষ গবয় ।
কেশৰী পনস নল নীল সমন্বয় ॥১
সবেহন্তে বোলে বাপু তুমি নাসা যাবে ।
আমি ব্রত কৰিয়া থাকিবো একে পাৱে॥২
বিচিত্র পুষ্পৰ মালা এক দিল গঢ়ি ।
আশীৰ্ব্বাদ কৰিলন্ত সুমঙ্গল পঢ়ি ॥৩
দুই হাত পাতি হনুমন্তে তাক লৈল ।
লঙ্কাক যাইবাক হনুমন্ত সাজ ভৈল ॥৪

৬ অধ্যায় ।

ছবি ।

ৰাম লক্ষণক, সুগ্রীৱ বীৰক,
কৰিয়া যেন সতকাৰ ।
বায়ুযে বাপক, অঞ্জনা মাৱক,
প্রণামিলা সাতবাৰ ॥১
কেশৰী চৰণ, শিৰোগত কৰি,
ত্রিদশ দেৱ ধিয়ায়া ।
মহেন্দ্র শিখৰে, জন্তায়া বসিলা,
লঙ্কাৰ দিশক চায়া ॥২
জাজ্বল্য সমান, দুই চক্ষু জ্বলয়,
মঙ্গল বুধৰ বৰ্ণ ।
পাছ দুই পাৱ, সত্তৰ কৰিয়া,
সঙ্কোচিত দুই কৰ্ণ ॥৩
সাগৰ লঙ্ঘিয়া, ভেৰ কৰিলন্ত,
আপোন পাৱৰ বলে ।
সকলে শিবিৰে, টলবল কৰে,
যেন দেখি বাই তলে ॥৪
বৃক্ষ সব যত, বায়ুৰ বেগত,
নবিল বীৰৰ ভুলে ।
নক্ষত্রৰ পথ, ঝিকমিক কৰে,
নানান বিচিত্র ফুলে ॥৫
টাৰ টুৰ কৰি, সাগৰ মাজত,
বৃক্ষ সব পৰে পিল ।
জীয়া জন্তু যানে, ত্রাসে পলাই,
প্রলয় কাল মিলিল ॥৬
মৎস্য মগৰ, নাগে হুল স্থূল,
হেৰাসি পাইলে গৰুড়ে ।
গহীন গভীৰ, জলত পশিল,
পাতালক গৈল বুৰে ॥৭
হনুমন্ত বীৰ, শৰীৰ বেগত,
সাগৰ জল উল্লাল ।
পৰ্ব্বত সদৃশ, ঢৌ উপলয়,
নিৰ্ঘাত সম আস্ফাল ॥৮
হনুমন্ত বীৰ, লঙ্কাক যাহান্তে,
মৰুত পথ আকাশে ।
দীঘল যে ত্রিশ, যোজন চলিয়া,
দশ যোজনৰ পাশে ॥৯
হেন অদভুত, জনক দেখিয়া,
বিস্ময় সকল জনে ।
গগনে মেঘৰে, খণ্ড খণ্ড ভৈল,
শৰীৰ বেগে পৱনে ॥১০
ত্রিদশে বোলন্ত, কহিবা সুৰসা,
শুনিয়ো নাগৰ মাতা ।
হনুমন্ত বীৰ, লঙ্কাক যাহন্তে,
পথত বিঘিনি পাতা ॥১১
তোমাৰ মায়াত, কমন বুদ্ধিয়ে,
কিমতে এৰায়া যান্ত ।
তেবেসে জানিয়, বায়ুৰ নন্দন,
ৰাম কাৰ্য্য সাধিবন্ত ॥১২
এতেক বচন, শুনিয়া সুৰসা,
পাতিলে ৰাক্ষসী মায়া ।
সাগৰ মধ্যত, দুই পাৱ থাপিল,
গগন মণ্ডল কায়া ॥১৩
মাৰুতিক দেখি, সুৰসা বোলয়,
কৈক যাইবে তই আৰ ।
বিস্তৰ কালেসে, আহাৰ মিলিল,
বদন কৈল বিস্তাৰ ॥১৪
হনুয়ে বোলন্ত, দক্ষৰ নন্দিনী,
আমাক তুমি নিচিনি ।
ৰামদূত হয়া, লঙ্কাক যাহাও,
কিসক পাতা বিঘিনি ॥১৫

মায়ে পুত্ৰ বিহা- ইলে বানৰা,
মুখৰ যাস এৰায়া।
পাছে ৰামে তোৰ, প্ৰতিকাৰ কৰোক,
ক্ষুধা বঞ্চোঁ তোক খায়া ॥১৬
এতেক বচন, শুনি হনুমন্ত,
ক্ৰোধত জ্বলি অপাৰ।
কেন মতে তই, মোক গিলিবেক,
বদন কৰ বিস্তাৰ ॥১৭
শুনিয়া সুৰসা, মুখ প্ৰকাশিল,
দশ যোজনক যুৰি।
হনুমন্ত বীৰ, শৰীৰ বঢ়াইল,
হুই ভৈল যোজন কুৰি ॥১৮
সুৰসা ৰাক্ষসী, মুখ প্ৰকাশিল,
ভৈগৈল যোজন ত্ৰিশ।
হনুমন্ত বীৰে, কায়া বঢ়াইলন্ত,
যোজন, ভৈল চলিশ ॥১৯
পঞ্চাশ যোজন, যুৰিয়া সুৰসা,
বানৰ ভুঞ্জিত মন।
হনুমন্ত বীৰে, শৰীৰ বঢ়াইল,
বহলে ষাঠি যোজন ॥২০
সত্তৰি যোজন, যুৰিয়া সুৰসা,
থাকিল মুখ প্ৰকাশি।
হনুমন্ত বীৰে, শৰীৰ বঢ়াইল,
ভৈগৈল যোজন আশী ॥২১
নবৈব যোজনক, যুৰিয়া সুৰসা,
বানৰ ভুঞ্জিত মন।
হনুমন্ত বীৰ, কায়া বঢ়াইলন্ত,
হুই গৈল শত যোজন ॥২২
বিস্ময় স্বৰূপে, সুৰসা বোলয়,
কিনো বীৰ অতিৰেক।
এতেক বুলিয়া, মুখ প্ৰকাশিল,
যোজনঽধিক শতেক ॥২৩
বিস্তাৰ বদন, দেখি হনুমন্তে,
অঙ্গুষ্ঠ প্ৰমাণ হুয়া।
পৱন সঞ্চাৰ বেগ ধৰি আতি,
গভ'ত প্ৰ[illegible] গৈয়া ॥২৪
সুৰসা দেখিয়া, দশন জপাইল,
জানিল [illegible]ৰ [illegible]চ্ছানে।
বায়ুৰ তনয়, অঞ্জনাৰ সুত,
বাজ হুয়া গৈল কাণে ॥২৫
ঊৰ্দ্ধত থাকিয়া, বুলিলন্ত দেবি,
পালিলো বাক্য তোমাৰ।
ৰামদূত হুয়া, চলিলোঁ লঙ্কাক,
হেৰা মোৰ নমস্কাৰ ॥২৬
সুৰসা বোলয়, মই তুষ্টা ভৈলো,
লঙ্কাক চলিয়া যাইবো।
অব্যাহতে তুমি, সীতাৰ বাৰ্ত্তাক,
ৰামত আসি জনায়ো ॥২৭
ত্ৰিদশ দেৱৰ, বচন পালিলোঁ,
জানিলোঁ বল অপাৰ।
তিনিয়ো ভুবনে, তোমাৰ সদৃশ,
নাহি বীৰ বলীয়াৰ ॥২৮
জয় ৰঘুকুল, কমল প্ৰকাশ,
দিনকৰ সীতাপতি।
তোমাৰ চৰণ, পঙ্কজত মন,
মজোক মোৰ সম্প্ৰতি ॥২৯
তয়ু গুণ যশ, শ্ৰৱণে থাকোক,
মুখে নাছাৰোক নাম।
দিয়া প্ৰভু মোক, সমাজিক লোক,
ডাকি বোলোঁ ৰাম ৰাম ॥৩০

## ৭ অধ্যায়।

### পদ।

এহি বুলি গৈল তাই আকাশৰ পথে।
স্বৰ্গত দেৱৰ আগে কহিল সমস্তে।১
সীতাক দেখিবে কিছু নাহিকে সংশয়
ত্ৰিদশৰ শুনিয়া কৌতুক জয় জয় ॥২
সাগৰে বোলন্ত শুনাঁ মৈনাক পৰ্ব্বত।
সখীত্ব ভাৱত কিছু কৰিয়ো মহত ॥৩
হেৰা বায়ু তনয় লঙ্কাক লাগি যান্ত।
গাৰ তোলা খানিতেকো কৰন্ত বিশ্ৰান্ত ॥৪
সাগৰৰ বাণী শুনি পৰ্ব্বতৰ ৰাজ।
সমুদ্ৰক ভেদিয়া তেখনে ভৈল বাজ ॥৫
হনুমন্তে বোলে কিনো বিঘিনি মিলিল।
একবাৰ এৰাইলোহোঁ সুৰসা গিলিল ॥৬
কিনো বেলা লৰিলোঁ কি মোৰ ললাট।
পৰ্ব্বতে ভেটিল আসি মাৰুতৰ বাট ॥৭

লাঙ্গ বাৰি মাৰিলন্ত আকাশক গৈয়া ।
শিখৰ পৰিল গৈয়া চূৰ্ণীকৃত হুয়া ॥৮
মাৰুতিক সম্বুধিয়া বোলন্ত মৈনাক ।
বায়ুপুত্ৰে কিসক আমাক দিলা চাক ॥৯
প্যাইলন্ত সাগৰে তোমাক উপকাৰে ।
পৰ্ব্বত সম্বন্ধ আছে তোমাৰে আমাৰে ॥১০
গিৰিসব মৈসানি আছিল পক্ষধৰ ।
যেত উৰি পৰে চূৰ্ণ কৰয় নগৰ ॥১১
পুৰন্দৰে বজ্ৰহানি কাটিলন্ত পখা ।
সিকালত বায়ু ৰাজ মোৰ ভৈল সখা ॥১২
উকৰাই পেলাই আনি সাগৰৰ জলে ।
উপকাৰ থাকিল নগৈলো ৰসাতলে ॥১৩
সেহি হিত চিন্তিলোহোঁ খানিক জিৰোৱা ।
ফল মূল ভুঞ্জিয়া লঙ্কাক লাগি যোৱা ॥১৪
হনুমন্ত বদতি শুনিয়ো গিৰিবৰ ।
তোমাৰ কাহিনী শুনি আছো বহুতৰ ॥১৫
হেমৱন্ত সুত তুমি গৌৰীৰ সোদৰ ।
মৈনাক তোমাৰ নাম শাল শঙ্কৰৰ ॥১৬
নজানি তোমাক মই কৰিলো প্ৰহাৰ ।
অজ্ঞান দোষক তুমি ক্ষেমিয়ো আমাৰ ॥১৭
অনেক কাহিনী কথা কহিয়া বিচিত্ৰ ।
হনুমন্ত সহিতে ভৈলন্ত মহামিত্ৰ ॥১৮
দুইকো দুই কাহিনী কহিল মনতুষ্টে ।
হনুমন্তে পৰশিলা বৃক্ষ যে অঙ্গুষ্ঠে ॥১৯
হনুমন্তে ৰাম কাৰ্য্যে আকুলিত হুয়া ।
ছুটিল নৰাচ যেন নিকলিল গৈয়া ॥২০
হনুমন্তে যাহন্তে পৱন সম জোৰ ।
বেগ থিৰ ভৈল পৰে পাচাত আজোৰ ॥২১
বেগ থিৰ ভৈল মোৰ কিনো বিপৰীত ।
পেলাইল কাৰৰ যেন সাগৰে চুহিত ॥২২
চতুৰ্দ্দিশে চাহিলন্ত উদ্ধৰ প্ৰদেশ ।
কিছু নেদেখিল কৈত বিথিনিৰ লেশ ॥২৩
বিস্ময়ে গুণন্ত কপি সাগৰৰ মাজ ।
পূৰ্ব্বে কথা কহিল সুগ্ৰীৱ কপিৰাজ ॥২৪
হেট মাথা কৰি দেখে সাগৰক চাহি ।
ছায়াত ধৰিয়া টানি নেই ছায়াগ্ৰাহী ॥২৫
ছায়াত ধৰিয়া মোক নেল গিলিবাক ।
আপোনাৰ প্ৰতিকাৰ কৰোঁ থাক থাক ॥২৬
পৰ্ব্বত সমান কৰি শৰীৰ বঢ়াইল ।
দেখি আধাৰিকা কৌতুক বৰ পাইল ॥২৭
তোক দেখি আজি মই ভৈলো মহাতুষ্ট ।
চিৰকালে আহাৰ মিলিল হৃষ্ট পুষ্ট ॥২৮
এহি বুলি আধাৰিকা গগনে উধাইল ।
পাতাল সদৃশ কৰি বেণ্ট গোট বাইল ॥২৯
পৰ্ব্বত সমান জিহ্বা বদনে লৰয় ।
বিকট দশন যেন শূলৰ আলয় ॥৩০
সামৰ সামৰ আধাৰিকা নিশাচৰী ।
এহি বুলি হনুমন্ত হ্ৰস্ব দেহা কৰি ॥৩১
গৰ্ভত পশিলা গৈয়া অতি বৰ ওগে ।
উসসিল পেট যেন জলন্ধৰ ৰোগে ॥৩২
গৰ্ভত পশিয়া বীৰে কৰি মহাকোপ ।
নাৰিচয় চিৰিয়া গলত দিলা শোপ ॥৩৩
কৰে চট্‌পট্‌ তাই নপাৰে উশাশ ।
চক্ষু উলটায়া ঘোৰ তেজিলে আটাস ॥৩৪
নখ দুই ফুলিলন্ত হৃদয়ৰ মাজ ।
মৰ্ম্মখান ভেদি কপিৰাজ ভৈল বাজ ॥৩৫
প্ৰলয়ত যেন মেৰু পৰ্ব্বত টলিল ।
আধাৰিকা কতো দূৰ ঘুৰিয়া পৰিল ॥৩৬
হনুমন্ত বীৰৰ দেখিয়া পৰাক্ৰম ।
দেৱ মুনি গন্ধৰ্ব্বে সুমৰে ধৰ্ম্ম ধৰ্ম্ম ॥৩৭
মাৰিল যতেক তাই নাই আদি অন্ত ।
কল্যাণে আসন্তো বীৰসিংহ হনুমন্ত ॥৩৮
ইন্দ্ৰ আদি কৰি যাক ত্ৰিদশে ডৰান্ত ।
অনেক দূৰৰ পথ পৱনো নযান্ত ॥৩৯
হেন জগতৰ বৈৰ মাৰিল বান্দৰে ।
কীৰ্ত্তি থাকিলেক যাৱে চন্দ্ৰ দিবাকৰে ॥৪০
আকাশত শুনিলন্ত কাহিনী কহন্তে ।
ত্ৰিদশৰ বৈৰক মাৰিলা হনুমন্তে ॥৪১
দেৱতাৰ প্ৰসাদতে কৌতুকক পাইল ।
আকাশ গমনে কপি সমুদ্ৰ ছেৱাইল ॥৪২

---

৯ অধ্যায় — হনুমন্তৰ লঙ্কা প্ৰৱেশ । লঙ্কাৰ বৰ্ণনা ।

লঙ্কাপুৰী দেখিলন্ত ত্ৰিকূট উপৰে ।
দুতী অত্ৰাৱতী যেন সমুদ্ৰ ভিতৰে ॥১
সুবেল গিৰিৰ শৃঙ্গ অতি বিতোপন ।
তহিতে পৰিলা গৈয়া পৱন নন্দন ॥২

সুবেলত বসিয়া গুনন্ত মহাবীৰ।
প্ৰয়াস নভৈল মোৰ সুস্থসে শৰীৰ ॥৩
সাগৰ তৰিয়া আইলোঁ ইটো কোন গহা।
কোটিযোজনক যাইবোঁ তাকোআছেসাহা॥৪
শতেক যোজন আইলোঁ ইটো কোন-কায।
ইসব কাহিনী কহিবাকো লাগে লাজ ॥৫
তৰিলন্ত বসিয়া বীৰে দেখিলন্ত শঙ্কা।
সুবেলত বসিয়া বীৰে দেখিলন্ত লঙ্কা ॥৬
মাথা তুলি দেখন্ত আদিত্য অস্ত যান্ত।
কৰ যোৰে হনুমন্তে দিলন্ত সিদ্ধান্ত ॥৭
জানু শিৰ কৰি যুৰিলন্ত যোৰহাত।
ত্ৰৈলোক্যৰ দীপ বুলি নমিলন্ত মাথ ॥৮
খনিতেক তস্তিয়োক ৰাম কাৰ্য্য সাওঁ।
দিবাভাগে লঙ্কাৰ গড়ক ঘুৰি চাওঁ ॥৯
হেন শুনি তুষ্ট ভৈলা কাশ্যপ নন্দন।
দেখি হনুমন্তৰ হৰিষ ভৈল মন ॥১০
সুবেলৰ হন্তে বীৰ দৃষ্টি বলাই চান্ত।
দিবা ভাগে লঙ্কাৰ গড়ক দেখিলন্ত ॥১১
সুবেলৰ নামি নগৰীক লাগি যান্ত।
অনেক বনক হনুমন্তে দেখিলন্ত ॥১২
গুঞ্জৰিত শবদে ভ্ৰমৰা মধুপান।
পদ্মিনী দীঘী জলাশয় ৰম্য থান ॥১৩
সৰল পিয়াল খৰ নিখৰ খৰ্জ্জুৰ।
শাল তাল তমাল গমাৰি বিয়পুৰ ॥১৪
অশ্বত্থ কপিত্থ বট নাৰঙ্গ বদৰ।
তেন্তেলি কণ্টকি আম জাম নাগেশ্বৰ ॥১৫
খাজুৰি হাৰিঠা আমলখি ডহাফল।
ছাতিয়াল গুৱা নাৰিকেল যে শ্ৰীফল ॥১৬
সলঙ্গা মহৰি আৰু কমলা টেঙ্গৰা।
কৰ্দ্দে পিচু মৰ্দ্দক যে সোলঙ্গা আমৰা ॥১৭
কদম্ব গুলাল পাৰিজাতক আশেষ।
সেৱতী মালতী গুটিমালী যে বিশেষ ॥১৮
বাৱয় বসন্তে অনুকূলে বহে বায়।
ষড়ঋতু নছাড়য় কোকিলৰ ৰাৱ ॥১৯
অনেক আছয় পশু চটক আশেষ।
সুবৰ্ণ মাণিক মণি ৰতন বিশেষ ॥২০
সাগৰে উঁধাৰি থৈল মুকুতাৰ দাম।
চিত্ৰ বিচিত্ৰ তাক দেখি অনুপাম ॥২১
লঙ্কাৰ সমীপ ৰনে দিন গোট নিলা।
গধূলিকা বেলা বীৰে পৰামৰিশিল ॥২২
ইসব শৰীৰে যেবে পেশওঁ নগৰ।
ৰাক্ষসে বান্ধিয়া ফুৰাইবেক ঘৰে ঘৰ ॥২৩
বিৰাল সমান সঙ্কুচিত কলেৱৰে।
হনুমন্তে চড়িলন্ত প্ৰাকাৰৰ উপৰে ॥২৪
গোধূলিকা বেলা শ্ৰী দেখিলা লঙ্কাৰ।
দূতী অভ্ৰাৱতী যেন জগততে সাৰ ॥২৫
অনেক প্ৰবন্ধে বিশ্বকৰ্ম্মেসে নিৰ্ম্মিল।
লঙ্কা বেঢ়ি সুবৰ্ণৰ গড় প্ৰাকাৰ দিল ॥২৬
অনেক যোজন পথ গগনে উধাৰ।
সুবৰ্ণ মাণিক জ্বলে ঠায়ে ঠায় ॥২৭
থাই খান দেখিলন্ত বহল বিস্তাৰ।
গড়গোটে বেঢ়ি আছে সকলে লঙ্কাৰ ॥২৮
নানা যন্ত্ৰ সাজি তাত আছে সাৰি সাৰি।
দেৱাসুৰ সবে তাক লঙ্ঘিতে নপাৰি ॥২৯
বিষম সঙ্কট আতি দুৰ্গৰৰ থান।
দেখি চিন্তাৱিষ্ট ভৈলা বীৰ হনুমান ॥৩০
অঙ্গদ সুগ্ৰীৱ নীল আমি সমে চাৰি।
এতেকেসে সাগৰক তৰিবাক পাৰি ॥৩১
শতেক যোজন পথ সাগৰক তৰি।
ইঠায়ক বানৰ আসিবে কেনে কৰি ॥৩২
বানৰবৰ্গৰ ইঠায়ত কোন কাম।
কিবা কৰিবন্ত আসি দাশৰথি ৰাম ॥৩৩
ৰাম লক্ষ্মণ যাতো অচিন্ত্য প্ৰভাৱ।
সি কাৰণে মনত কিঞ্চিত দিও ঠাৱ ॥৩৪

---

৮ অধ্যায়—সাগৰ পাৰ হৈ হনুমন্তৰ লঙ্কা দৰ্শন।

পাছ কাৰ্য্য থাকোক চিন্তিবোঁ আগ কায।
ডের দিয়া পৰিলন্ত নগৰৰ মাজ ॥১
ঠায়ে ঠায়ে দেখন্ত ৰাক্ষসে পঢ়ে বেদ।
শাস্ত্ৰসব পঢ়ন্ত শুনন্ত অবিছেদ ॥২
সুবৰ্ণৰ হংস লড়ু আলি চক্ৰবাক।
সুবৰ্ণৰ শৰালি উৰয় জাকে জাক ॥৩
সুবৰ্ণৰ ময়না ভাটো চুটিয়া শালিক।
সুবৰ্ণৰ কপৰতি কিঙ্কা পুণ্ডৰীক ॥৪
ৰঙ্গধানে কৌতূহলে ৰাক্ষস মিলিলা।
কৌতূহলে খেলায়য় সুবৰ্ণৰ খিলা ॥৫

ভণ্টা খেড়ি খেলায়য় কতো খেলৈ বুঁকি।
ঠায়ে ঠায়ে ক্রীড়া কৰে আকুটি ভ্রূকুটি ॥৬
ছৱাল মেলেক সবে কৰে হাতাহাতি।
মাল বান্ধে যুজয় দেখিতে ভাল আতি ॥৭
ঢোঁপ খেড়ি খেলায়য় কতো লুনি লুনি।
গুৱাল গুৱালী খেলে আনন্দিত শুনি ॥৮
ফল ফুল টোকৰা আৰৱ জুয়া পাশ ॥
দলি যুজ খেলে কতো লয়ৰি হতাশ ॥৯
ৰাক্সস যূথক দেখিলন্ত হনুমন্তে।
ৰাৱণক সেৱা কৰি ঠায়ক আসন্তে ॥১০
কতোহো সুন্দৰ দেহা কামৰ সমান।
কতো শিৰ দীঘল লম্বিত দুই কাণ ॥১১
হাশি চিঙ্গালিৰ বর্ণ বিহাড়া সোগড়া।
বিকৃত খসুৱা লালি গণ্ডা কুজা খোৰা ॥১২
অঙ্কলাৰ কান্দত পেঙ্গুৱা যাই চড়ি।
পেঙ্গুৱাৰ উদ্দেশে অঙ্কলা কাড়ে ভৰি ॥১৩
কতো কুজা কতো খোৰা কতো গোটকলা।
কতোহোঁ নাৰঙ্গা সোভাকুণ্ডলীয়া শোলা॥১৪
চালিয়া বিলুনিয়া পিহুয়া কতো গোধা।
গলগুীয়া কতোহো সুনিয়া জোলা জোধা॥১৫
যাৰ মহা প্রতাপে স্বর্গত লাগে চাঙ্গ।
ধনুর্দ্ধৰ বীৰ কৌস্তক ৰণ ৰঙ্গ ॥১৬
কতো নিশা যান্তে ভৈল চন্দ্রমা উদয়।
দশোদিশ প্রসন্ন খণ্ডিল তমোময় ॥১৭
সহায় ভৈলন্ত চন্দ্র বায়ুৰ পুত্রৰ।
হনুমন্তে কৌতুকে ফুৰন্ত ঘৰে ঘৰ ॥১৮
শুনা সভাসদ পদ কথা ৰামায়ণ।
অমৃততোহধিক ইসে কৰয় শোভন ॥১৯
সংসাৰ তাপত ইসি কৰয় নিস্তাৰ।
বোলাঁ ৰাম ৰাম হৌক পুৰুষ উদ্ধাৰ ॥২০

১০ অধ্যায়

ছবি।

শঙ্খিনীচিত্রিনীনাৰী, পদ্মিনী হস্তিনী আদি,
ত্রিভুবনে যতেক সুন্দৰী।
দিগবিজয়ত সাজি, দেৱাসুৰ ৰণে জিনি,
লঙ্কেশ্বৰে আনিলেক হৰি ॥১
মন্ত্রী পাত্র সমস্তত, সমর্পিয়া ৰাজ্য ভাৰ,
তেসম্বে সহিতে কৰে ক্রীড়া।
নাকত আঙ্গুলি দিয়া, বোলন্ত পৱন সুত,
কিনো ভৈল জগতৰে পীড়া ॥২
হৰি হৰি গোসানীক, পৰিচয় নজেলোহোঁ,
খুজি পাইবো কমন প্রকাৰে।
দেৱ দেৱী প্রসাদত, ইঙ্গিতে জানিবো মই,
পতিব্রতা ধৰ্ম্ম ব্যৱহাৰে ॥৩
এহি বিমৰিষ কৰি, তেৰ দিয়া পৰিলন্ত,
সেনাপতি প্রহস্তৰ ঠায়ে।
তাত পাছে মহাপার্শ্ব, ওৱাৰি পশিল গৈয়া,
শৱদ নকৰে যেন পায়ে ॥৪
কুম্ভকর্ণ বীৰৰ যে, ওৱাৰি পশিল বীৰ,
আতি বৰ বহল বিস্তাৰ।
তৈতো সীতা গোসানীক, খুজিলবিনপাইলন্ত
বিভীষণ থানে পয়সাৰ ॥৫
লোমকর্ণ অশ্বকর্ণ, সঙ্কুকর্ণ ৰাক্সসৰ,
বিদ্যুজ্জিহ্ব হস্তীৰ বদন।
অৰ্দ্ধকেতু অৰ্দ্ধগ্রীৱ, মত্তগ্রীৱ নিৰন্তৰ,
কুম্ভৰ যে যতেক ভৱন ॥৬
সবাহাৱে চাহিলন্ত, পিণ্ড বাড়ি কয়ণ্টাএ,
খুজি লুৰি নপাইলা উদ্যানে।
খুপিৰ ভিতৰে পশি, ৰন্ধন শালাৰ ঘৰে,
খুজিলন্ত নানাবিধ থানে ॥৭
নাদ নাম নিশাচৰে, শোণিতাক্ষ ওৱাৰিত
খুজিলন্ত আতিশয় যত্নে।
তাত পশি ৰাৱণৰ, ওৱাৰি পশিলা গৈয়া,
চতুর্ভিতি বেঢ়ি জ্বলে ৰত্নে ॥৮
আতিপ্রতিবন্ধে তাক, বিশ্বকর্ম্মেনির্ম্মিলন্ত,
সুবর্ণ মাণিক্য থানে থানে।
চন্দ্র আদিত্যাতোহধিক, আতিবিতোপনজ্বলে
দেখিলন্ত বীৰ হনুমানে ॥৯
ওৱাৰি মধ্যত দিব্য, থান থান দেখিলন্ত,
আতি বৰ বিস্তাৰ পৱন।
নির্ম্মল কমল সব, পৰিমল বৃক্ষচয়,
সুগন্ধিত বহয় পৱন ॥১০

১১ অধ্যায়

পদ।

তৈতো খুজি লুৰি নপাই সীতাক হতাশ।
যৌগিয়ে পশিলন্ত দ্বিতীয় কৈলাস ॥১

সুবৰ্ণৰ সূৰ্য্য দিন ৰজতৰ শশি।
দিন ৰাতি নজানিয় ওৱাৰিত পশি ॥২
সুবৰ্ণৰ যত কাম মাণিকে টহক।
ৰাতি দিন নজানয় জ্বলে ভক ভক ॥৩
নাগৰ ভবন লিখি আছে সমুদায়।
হাসো হাসো কৰে যেন মাতিলে পৰাই ॥৪
বৈজয়ন্তী নামে আছে ইন্দ্রৰ ওৱাৰি।
তাতো উপাধিক আক বুলিবাক পাৰি ॥৫
কান্তা মণ্ডপত সবে দেখিলা অশেষ।
সুনির্ম্মল জল তাত পুখুৰি বিশেষ ॥৬
সৰ্ব্বাঙ্গ দৰ্পণ থৈয়া আছে ঠাৱে ঠাৱে।
কৌতূহলে লঙ্কানাথে চাহিবাক পাৱে ॥৭
সহস্র সংখ্যাত ঘোড়া অনেক লাখৰ।
ৰাতি দিনে কছাই থাকে সোণাৰ পাখৰ ॥৮
ৰাউত সব সুশিক্ষিত বৈৰত পৰাই।
হেন দেখি লম্ফ দিয়া গগনে উৰাই ॥৯
হস্তীসবক চায়া থাকয় সচকিতে।
ভাৰ্গৱৰ সদৃশ মাহুত সসস্তৃতে ॥১০
উত্তম সিন্দুৰে সুমণ্ডিত গণ্ডস্থলে।
ঐৰাৱত হস্তীকো জিনিতে পাৰে বলে ॥১১
সৰ্ব্ব গাৱ মণ্ডিত শোভন গণ্ডস্থল।
পৰ্ব্বত কন্দৰ যেন কপাল বহল ॥১২
তূণে কাণ্ড ভৰি সবে আছে ধনুৰ্দ্ধৰ।
সচকিত থিত খাণ্ডাইত কোস্তকৰ ॥১৩
কতেক বৰ্ণাইবো তাৰ সৈন্যক অপাৰ।
স্বৰ্গৰ দেৱক জিনি আছে বাৰে বাৰ ॥১৪
একেখানে আছেসাপে নেউলে ছাগেবাঘে।
মূষকে চাচৰি কৰে বিড়ালৰ আগে ॥১৫
ঘোটকে মহিষে সিংহে গজে এক ঠাৱে।
কাকো কেৱে নাখালয় বাৰণ প্ৰভাৱে ॥১৬
হেন অদভুত যেবে হনুমন্তে দেখি।
কতো দূৰে দেখিলন্ত বিদগধ পখি ॥১৭
মনুষ্যৰ বাৰ কাঢ়ে সকল কালীক।
ময়না ঘৰৱা ভাটৌ চুটীয়া শালিক ॥১৮
কতো কতো অন্তেপুৰে বড়ে ঢোণ্ডাকাক।
সম্যকে ভষাৱে যেন মনুষ্যৰ বাক ॥১৯
কন্যাসবে বচন শুনন্ত কৌতূহলে।
সৰ্ব্বদায়ে ভুঞ্জাৱে পায়স মনুফলে ॥২০
সীতাক খোজন্ত বীৰে নিৰ্জ্জন থানত।
একোৱে প্ৰকাৰে নপাই বিকল মনত ॥২১
চিন্তা কৰে হনুমন্ত বিকল স্বভাৱ।
কতে দূৰে শুনিলন্ত আনন্দৰ ধাৱ ॥২২
কিঙ্কিনীৰ শবদ শুনি ৰিনি ৰিনি।
সন্ধ্যাততে লক্ষ্মী অৱতৰিলন্ত যেনি ॥২৩
পুষ্পক বিমান তিনি ত্ৰৈলেক্যে প্ৰখ্যাত।
ডেৱ দিয়া হনুমন্তে চড়িলন্ত তাত ॥২৪
পুষ্পকযে নাম সিটো উত্তম বিমান।
তাত পৰে নাহি আন স্বৰ্গে দিব্যযান ॥২৫
পূৰব পছিম এক প্ৰহৰৰ পথ।
উত্তৰে দক্ষিণে বিস্তাৰিত সেহিমত ॥২৬
তাহাৰ সমীপে আছে উত্তম ওৱাৰি।
তাৰ গুণ বৰ্ণাইবাক প্ৰবন্ধেসে পাৰি ॥২৭
তাহাক বুলিয় চিত্ৰকূট বাসহৰ।
ক্ৰীড়াৰ ভুবন থান মুখ্য ৰাৱণৰ ॥২৮
স্বৰ্গ মৰ্ত্ত পাতালৰ যতেক সুন্দৰী।
সাৰ কৰা কৰি থৈল এক থান কৰি ॥২৯
হনুমন্তে খোজে দুই প্ৰহৰ নিশাত।
দেখিলন্ত কন্যাগণ বস্ত্ৰৰ শয্যাত ॥৩০
লঙ্কেশ্বৰে যাক যেন নিয়মিয়া থৈল।
নৃত্য গীত কৰিয়া প্ৰয়াসে নিদ্ৰা গেল ॥৩১
কতো নাৰী নৃত্য কৰি শুতিল ভাগৰে।
হাতত কেন্দৰা পাৱে সোণাৰ ঘাগৰে ॥৩২
কামে নিদ্ৰা গৈলক মৃদঙ্গ ধৰি কোলে।
স্বামী বুলি বুলি তাকে নিদ্ৰাত সম্ভোলে॥৩৩
কৰো কতো সুন্দৰী শয্যাত নিদ্ৰা গৈলি।
কালিনী খোপাৰ মাজে বিহৰিল বেণী ॥৩৪
কাহাৰো শয্যাত লুলে সাতেসৰি হাৰ।
স্বৰ্গত যেহেন জিকিমিকি কৰে তাৰ ॥৩৫
বদন কমল যেন পূৰ্ণ শশীকলা।
গান্থিবাৰ আছে যেন পঙ্কজৰ মালা ॥৩৬
আউৰৰ গায়ত আউৰে তুলিলেক ভৰি।
কতোজনী অচেতনে পাৱয় ঘোঙৰি ॥৩৭
কতোজনী শুতিল কাহাকো কেৱেজড়ি।
সিথানৰ হস্তে মাথা থাকিল বিহৰি ॥৩৮
বক্ৰভাৱে শুতিলেক বঙ্কাইত কটি।
ভঙ্গিভাৱ কৰি যেন ৰঙ্গে নাচে নটি ॥৩৯

বীণা বাম কৰে ধৰি শুতিলা সুন্দৰী।
কতোজনী শুতিল মৰুত কোলে ধৰি ॥৪০
কতোজনী নিদ্রা গৈল মৃদঙ্গ সাবটি।
স্বামী বুলি ধৰে তাকে সাবটি সাবটি ॥৪১
বস্ত্ৰৰ শয্যাত কেহো শুইল মহাসুখে।
আগে পাছে দুই হাত পিঠি কৰি মুখে ॥৪২
হনুমন্তে বিচাৰি ফুৰন্ত সাৰি সাৰি।
কন্যা সকলৰ সবে ৰূপক বিচাৰি ॥৪৩
তত্তুল্য সমান সবে ৰূপক আকলি।
সবাতো কৰিয়া সীতা ৰূপত আগলী ॥৪৪
সীতা যেবে ৰূপে গুণে নোহন্ত অধিক।
ৰাৱণ নৃপতি হৰি আনিবেক কিক ॥৪৫
কতো বেলি আছিলন্ত কৰি বিমৰিষ।
মধ্য ওৱাৰিক কপি ধৰিলন্ত দিশ ॥৪৬
জয় ৰামচন্দ্র দেৱ প্রভু মহেশ্বৰ।
ৰঘুকুল কমল প্রকাশ দিনকৰ ॥৪৭
জন্মে জন্মে মোৰ তযু পদে ৰতি হৌক।
বোলোঁ৷ ৰাম ৰাম যত সভাসদ লোক ॥৪৮

---

১২ অধ্যায়
ছবি।

ওৱাৰি মধ্যত দিব্য, ভিটি এক দেখিলন্ত,
সুবৰ্ণ মাণিক বস্ত্র কৰ্ম্মে।
দিব্য কন্যা এক আছে, ক্রীড়াৰত্নৰ্ণীতাই,
শুইল গৈয়া পিন্ধি নেত কৌম্যে ॥১
অনেক সুন্দৰী সবে, ৰাজাৰ গাৱত ধৰি,
শুতিলেক আতি মনৰঙ্গে।
ডাঙ্গৰ বৃক্ষক যেন, নানা ভাৱে বেঢ়ি আছে,
কোমল মাধৱীলতা সঙ্গে ॥২

---

১৩ অধ্যায়।
ছুলৰি

একৈক সুন্দৰী, ৰূপক দেখন্তে,
সূৰ্য্যেয়ো ৰথ নৰাই।
আন দিশি চক্ষু, বলাইতে নোৱাৰি,
একৈক কন্যাক চাই ॥১
হৰি হৰি কেনে, প্ৰাণ ধৰি আছে,
আসৰাৰ নিজ স্বামী।
কতেক নৰক, সকিলে পাপিষ্ঠে,
ৰাৱণায়ে অধোগামী ॥২

সুন্দৰীগণৰ, অঙ্গ পৰশনে,
অধিক ঘুমটি চৰে।
ঘোড়্ঘৰি শবদ, যেহেন শুনিয়,
নিদানত বাৰি পৰে ॥৩
কুৰি ধন বাহু, শয্যাত দুলেই,
বিপক্ষৰ হৰে দৰ্প।
পাক পাক শিৰে, যেহেন দেখিয়,
কুৰি গোটা কালসৰ্প ॥৪
যতেক, যতেক, প্রহাৰ কৰিল,
ঐৰাৱত দন্ত ঘাৱে।
বামস বান্ধিয়া, পালপি আছই,
ৰাৱণ ৰাজাৰ গাৱে ॥৫
ত্রৈলোক্য মোহিনী, দিব্য কন্যাজনী,
কুণ্ডলে মণ্ডিত মৰ্ণ।
উন্নত জঘনী, গজেন্দ্ৰ গমনী,
সুহি সুবৰ্ণৰ বৰ্ণ ॥৬
বদন কমল, আতি সুনিৰ্ম্মল,
উন্নত কঠিন স্তন।
নাভি সুগভীৰ, ত্রিবলী ৰলীত,
উদৰ পীন জঘন ॥৭
উৰুযে যুগল, সুবৰ্ণৰ তুল,
সাক্ষাতে ৰাম কদলী।
ত্রৈলোক্য মোহিনী, দিব্য কন্যাজনী,
সোণাৰ যেন পুতলী ॥৮
সোণাৰ আবোহে, ৰহি হনুমন্ত,
বীৰে ভাল মতে চাইল।
ত্রৈলোক্য মোহিনী, দিব্য কন্যাজনী,
মাকতিয়ে ভেট পাইল ॥৯
আতি ৰূপ গঢ়, দেখি হনুমন্ত,
নামিলা তাহাৰ হন্তে।
শিথানে পোথানে, কুৰি কুৰি বীৰে,
চাহিলন্ত ভাল মতে ॥১০
বাৱন ৰাজাৰ, হৃদয়ে চাপিয়া,
ধৰিয়া আছয় গলে।
কাল পৰ্ব্বতক, বেঢ়ি যেন মতে,
বিজুলি আচাৰে বলে ॥১১
আতি ৰূপৱতী, দেখি হনুমন্তে,
বিস্ময় ভৈল অদ্ভুত।

ইহান ৰূপেসে, নিতে মূৰ্চ্ছা যান্ত,
দশৰথ নৃপসুত ॥১২
নমোঁ ৰঘুপতি, অগতিৰ গতি,
তুমি দেৱ কৃপাময়।
তোমাৰ চৰিত, পৰম অমৃত
মুকুতিকো বিড়ম্বয় ॥১৩
হেনয় তোমাৰ, চৰণ পঙ্কজে,
সুশুছোক মোৰ মতি।
সমস্ত সমাজে, ডাকি ৰাম বোলোঁ,
পাপ যাউক অধোগতি ॥১৪

---

১৪ অধ্যায়—হনুমন্তৰ খেদ আৰু সীতাদৰ্শন।
পদ।

হনুমন্তে বোলন্ত জনক জীউ সীতা।
হেনসে বিপত্তি ৰাঘৱৰ বিবাহিতা ॥১
জনক জীউৰ অঙ্গ ৰাৱণৰ গাৱে।
বিপ্ৰৰ কপিলা যেন চণ্ডালৰ ঠাৱে ॥২
হৰিঁ হৰি আই তোৰ হেন ভৈল গতি।
ৰাঘৱৰ ভাৰ্য্যাৰ অধম ভৈল পতি ॥৩
হনুমন্তে কান্দে লোহ মলছন্তে হাতে।
হেনসে বিপত্তি ভৈল বিধিৰ বিঘাতে ॥৪
উত্তম কুলৰ বধূ ৰাঘৱৰ নাৰী।
অশোধনে হেন থলে বুলিতে নোৱাৰি ॥৫
চিত্ত দৃঢ় কৰি বীৰে আলোচন্ত কায।
জনক নন্দিনী হেন সুহিব নিলাজ ॥৬
পুনৰপি মনত গুণন্ত মনুমান।
কদাচিতো নকৰিবা অমন্যক পান ॥৭
আউঠ হাতৰ বেণী শুনিয়াছো ভাল।
কেশ জুখি মুখ সুঙ্গি লৈবোঁহো প্ৰমাণ ॥৮
এহি বুলি কেশ তাৰ মেলিয়া জুখিল।
আউঠ হাতৰো এক বিগতে নাস্তিল ॥৯
কেশ জুখি প্ৰমাণ নপাইল মনুমন্ত।
ওচৰ চাপিয়া মুখ গোট সুঙ্গিলন্ত ॥১০
মুখ সুঙ্গি চাহন্তে মদ্যৰ পাইল ঘ্ৰাণ।
বোলন্ত জানকী সুহিব হেন থান ॥১১
ৰাঘৱৰ বল্লভা জানন্ত ধৰ্ম্মাধৰ্ম্ম।
প্ৰাণ যাহন্তেও নকৰিবা হেন কৰ্ম্ম ॥১২
শুনিয়াছো ৰাৱণৰ প্ৰিয়া পটেশ্বৰী।
ময়দানৱৰ জীউ এহি মন্দোদৰী ॥১৩
চিত্ত থিৰ কৰিলন্ত বীৰ মনুমন্তে।
সচকিতে বাজ ভৈলা ওৱাৰিৰ হন্তে ॥১৪
পুষ্পক বিমানে চাহিলন্ত নিৰন্তৰে।
হাশি শালে চাহিলন্ত মন্দীৰাৰ ঘৰে ॥১৫
প্ৰবেশিলা মাৰুতি খুজিয়া বহু দূৰ।
বিত্ত বিত্ত কৰিয়া চাহিলা অন্তেষপুৰ ॥১৬
ঢুনাই মাৰুতি গৈয়া প্ৰাঙ্গীত চড়িয়া।
বিলাপ কৰন্ত কপি সষ্টাঙ্গে পৰিয়া ॥১৭
হা বিধি কি কৰ্ম্ম কৰিলোঁ হৰি হৰি।
লঙ্কাত নাহিকা ৰামদেৱৰ সুন্দৰী ॥১৮
হেন মতে চাহিলো মোহৰ প্ৰতিবন্ধে।
জানিলো নিজীয়ৈ আই দেখি দশস্কন্ধে ॥১৯
ৰাৱণৰ আতাস বিতাস ৰূপে ডৰি।
চমৎকাৰ দেখি আকাশতে গৈলা মৰি ॥২০
সুহিতে বা আনন্তে বা পৰিল সাগৰে।
গোসানীক ভুঞ্জিলেক মৎস্য যে মগৰে ॥২১
সুহি তেবে লঙ্কাতে বা স্বামীত ভকতে।
মৰিলা গোসানী মাৱ নিৰাহাৰ ব্ৰতে ॥২২
আশা ভঙ্গে কিম্বা আদেশিলেক ৰাৱণে
গোসানীক ভুঞ্জিলেক ৰাক্ষসিনীগণে ॥২৩
মই লৰি গৈলে বৰ মিলিবে বৃতান্ত।
সীতাৰ নপায়া বৰ্ত্তা ৰামো নিজীবন্ত ॥২৪
অনন্তৰে লক্ষ্মণেয়ো এৰিবন্ত জীৱ।
মিত্ৰৰ কাৰ্য্যত থাকি মৰিবা সুগ্ৰীৱ ॥২৫
ভৰতে শুনিবে প্ৰাণ সঙ্কলিল ৰামে।
পানৈ শিৰে ধৰিয়া মৰিব নন্দিগ্ৰামে ॥২৬
বিকলে মৰিব সবে অযোধ্যাৰ লোকে।
কৌশল্যা সুমিত্ৰা মৰিবন্ত পুত্ৰশোকে ॥২৭
স্বামীৰ সন্তাপে বিকলিত কৰি হিয়।
তাৰা লোমা মৰিবন্ত সুষেনৰ জীৱ ॥২৮
মাৱৰ বাপৰ শোকে দগ্ধ কলেৱৰ।
পাছে প্ৰাণ এৰিবন্ত অঙ্গদ কুমাৰ ॥২৯
ৰাজ্যত বাঢ়িব সবে লটক তস্কৰ।
উপজিলো পৃথিবীত ভাৰ বিপৰীত ॥৩০
উপজিলো পৃথিবীত ভাৰ বিপৰীত।
কিসক নযাই প্ৰাণ লঙ্কা নগৰীত ॥৩১

মই উপজিলোহোঁ অধম পাপাচাৰ ।
সদগতি নভৈল মোৰ জ্ঞাতি দ্ৰোহীয়াৰ ॥৩২
সাগৰ তীৰত নিয়া সজ্জালোহোঁ বুলি ।
বহ্নিকুণ্ড জ্বালো মই মৰিবাক বুলি ॥৩৩
সাগৰত জাম্প দেওঁ খাউক জলজন্তু ।
বাৰ্ত্তাক নপায়া ৰাম আশা তেজিবন্তু ॥৩৪
এহি বুলি মাৰুতিয়ে মাথা তুলি চাইল ।
অশোকা বণিকা খান দৰশন পাইল ॥৩৫
সম্পাতিৰ বচনক পৰিল মনত ।
গোসাঁনী আছন্ত এহি অশোকা বনত ॥৩৬
কৌতুকত মাৰুতি নাচন্ত ছেৰে ছেৰ ।
অশোকা বনক লাগি কৰিলন্ত ভেৰ ॥৩৭
মহাবেগে পৰিলা শবদ ভৈল ঠাট ।
সাগৰ মাজত যেন পৰিল নিৰ্ঘাত ॥৩৮
ত্ৰাসত চটক সব বাস পৰিহৰি ।
চিওঁ চিওঁ চপ চপ কতো গৈলা মৰি ॥৩৯
বনজন্তু সবত লাগিল কোলাহল ।
আই বাপু বুলিয়া পলাই বনপাল ॥৪০
বিশ্ৰুতি ভৈলেক লঙ্কাৰ যত জন ।
তবধ কৰিল চক্ষু ৰাক্ষসিনীগণ ॥৪১
কতো বৃক্ষ আগ ভাগি গুচিল আবন্ত ।
উৰবা ভিঠিত যেন থাকি গৈল স্তম্ভ ॥৪২
কতো বৃক্ষ ভাগি গৈল শৰীৰৰ বাৱে ।
বিষ্মা শবদ শুনি আকাশে উবাৱে ॥৪৩
অশোক চম্পক পুষ্প নাগেশ্বৰ সিৰি ।
হনুমন্ত ভৈলা যেন পুষ্পময় গিৰি ॥৪৪
ৰনৰ কুসুম সব পৰৈ খসি খসি ।
ধূলি ধূসৰিত কপি সাক্ষাতে তপসি ॥৪৫
সুচকিত হুয়া চান্ত ধুমি ধুমি ।
বৃক্ষতলে দেখিলন্ত সুবৰ্ণৰ ভূমি ॥৪৬
সুবৰ্ণৰ ভূমি কতো কতোহো ৰূপাৰ ।
পোৱাল মুকুতা মণি জ্বলে জাতিকাৰ ॥৪৭
নন্দন বনত আছে সুবিচিত্ৰ কাম ।
অশোকা বনিকা খানো তাতো অনুপাম ॥
ৰাৱণৰ আদেশে নিৰ্ম্মিলা বিশ্বকৰ্ম্মে ।
ক্ৰীড়াৰ ভুবন মণি মুকুতাৰ কৰ্ম্মে ॥৪৯
শিংশপা বৃক্ষক দেখিলন্ত কতোক্ষণে ।
গুৰি গোট বেড়ি আছে ৰাক্ষসিনীগণে ॥৫০

বিকৃত বিভাস কতো পেচাৰ স্বভাৱ ।
ভেঙ্গুৰা স্বভাৱ কতো দেখিতে কুভাৱ ॥৫১
কতো ঊৰ্দ্ধনাসিকা হস্তীৰ যেন শুণ্ড ।
গাৱ গোট কৃশ দেখি টোলৰিয়া মুণ্ড ॥৫২
কতো নাক চেপেটা পতিলা গোটমান ।
গাৱত পৰয় হাঞ্চি কুলা হেন কাণ ॥৫৩
অজমুখী গোমুখী শূকৰ স্বান মুখী ।
গোলৈপেটী ভিক হাতে নপাৱয় ঢুকি ॥৫৪
বিহৰিয়া আছয় হস্তীৰ যেন দান্ত ।
ছাগলৰ হেন মুখ সিংহৰ আক্ৰান্ত ॥৫৫
কেহোঁ জনীৰ মুণ্ড কেশাইল যেন দল ।
দুই তন লম্বিত সাক্ষাতে যেন ঢোল ॥৫৬
ওলমিল ওঠ যেন নেৱঠনি শিল ।
ৰুধিৰ মাংসক খাই কৰে কিল কিল ॥৫৭
আলতাৰ বৰ্ণ কেহোঁ পিঙ্গলীয়া কালী ।
কতোহো কপিলী বগী হাণ্ডিযে চিঙ্গালী ॥৫৮
কতো কাণী কতো খুৰী কতোহো গলগুী ।
কনৈয়াৰী গল্লকাৰী প্ৰচণ্ডী চামুণ্ডী ॥৫৯
আগ গুৰি সৰু যেন শিলিখাৰ ডাঙ্গ ।
হাসন্তে দেখিয় যেন দশনৰ মাঙ্গ ॥৬০
আলখনী পিশাচনী কুলকনী ছাৰী ।
এককৈ শোষন্তে পীয়ে মদ্য একো জাৰি ॥৬১
এক পাৱ দুই পাৱ তিনি পাৱ চাৰি ।
জিহ্বাখান মেলি থাকে শৰীৰ আবৰি ॥৬২
এক আখি দুই আখি কাৰো তিনি আখি ।
দুই কাণ হালে যেন চটকৰ পাখী ॥৬৩
তাসম্বাৰ মাজে দেৱী সংসাৰতে সাৰা ।
মেঘে যেন ঢাকি আছে সৰ্ব্বোত্তম তাৰা॥৬৪
কেশে যেন ঢাকি-আছে চম্পক মল্লিকা ।
ভস্মে যেন ঢাকি আছে অগনিৰ শিখা ॥৬৫
ধূলস্তৰ মলিন বসন পৰিধানে ।
বৃক্ষৰ মূলত আছা ৰামীক খিয়ানে ॥৬৬
এক গোটা চেলাৰি ভূষিত লুটি আছে ।
চকিতা হৰিণী যেন চান্ত আগে পাছে ॥৬৭
হনুমন্তে দেখিয়া চকিত ভৈল মন ।
মনে আলোচন্ত কিনো ৰূপ বিতোপন ॥৬৮
সীতা হৰি যেতিখন আনিল ৰাৱণে ।
অন্তমুখে দেখিলোঁ ৰাবৰ পাকজনে ॥৬৯

সেহি ঠান ৰূপ গুণ সেহিসি লক্ষ্মী ।
আউঠ হাতৰ কেশ এক গোটা বেণী ॥৭০
ইহাৰ কাৰণে মৰিলন্ত নিশাচৰ ।
বিৰাধ ত্ৰিশিৰা খৰ দূষণ অপৰ ॥৭১
কৰন্ধক মাৰিলেক বিকৃত পুৰুষেক ।
শূৰ্পণখাৰ নাক কাণ কাটিলা প্ৰত্যেক ॥৭২
বালী বধ কৰিলন্ত কৰি একশৰ ।
সুগ্ৰীৱক কৰিলন্ত ৰায় ৰাজেশ্বৰ ॥৭৩
অচলা লক্ষ্মীক দিলা কিষ্কিন্ধা নগৰী ।
আৰা লোমা মালা দিলা তিনি পটেশ্বৰী ॥
মইও লঙ্কা আসিলোঁ সাগৰ ভৈলোঁ পাৰ ।
ইহান কাৰণে ধন্য জীৱন আমাৰ ॥৭৫
কিনোটো অশক্য কৰ্ম্ম ৰাঘৱে কৰন্ত ।
সীতা ব্যতিৰেকে কেনে প্ৰাণক এৰন্ত ॥৭৬
কেন মতে ৰাঘৱৰ হিত পৰি যাওঁ ।
সীতা দেৱী শান্তী মই কেনে বাৰ্ত্তাপাওঁ ॥৭৭
পূৰ্ব্বদিকে ধৱল কোকিল কাক ৰড়ে ।
দিন গোটবঞ্চোঁ কৈত কোন কাৰ্য্য পৰে ॥
হনুমন্ত আৰ ভৈলা পৰশিলা ঝাওঁ ।
ৰাৱণ প্ৰবোধ ওৱাৰিত বাজে চাওঁ ॥৭৯
পৰবাসী লোকে জাগি কৰে কোলাহল ।
হাত মুখ পখালি পন্থত পালে পাল ॥৮০
প্ৰাতঃকাল সঙ্কলিল ৰাৱণ ৰজাই ।
একোয়ে প্ৰকাৰে সীতা মনৰ নযাই ॥৮১
শৰীৰ ভেদিল দৃঢ়তৰ পঞ্চবাণে ।
সন্ধিত পঞ্চম বাণ হানিল পৱনে ॥৮২
সীতাক সুমৰি তাৰ মদন বিশাল ।
বিচিত্ৰ খানৰ হন্তে আসিল সকাল ॥৮৩
কপূৰ্ৰ তাম্বুল খাইল মদন মাদক ।
সীতাক সুমৰি তাৰ মনত খলক ॥৮৪
জানেকীক স্মৰি তাৰ নসথয় মন ।
অশোকা বনক লাগি কৰিল গমন ॥৮৫
একেশ্বৰে ঠাৱ হন্তে লৰি সাতো আগ ।
কন্যা সহস্ৰেকে শীঘ্ৰ বেগে লৈল লাগ ॥৮৬
সুগন্ধ ধূপক ধৰি চাপিল সমীপ ।
কেহোজনী ধৰি যায় ৰত্নৰ প্ৰদীপ ॥৮৭
আগৰ কস্তুৰী লৈয়া কনক ভৃঙ্গাৰি ।
কপূৰ্ৰ তাম্বুল যোগাৱয় কতো নাৰী ॥৮৮
তাৰাহেন ঝাকি পাৰে একৈক সুন্দৰী ।
কৰি হাত লোহাৰি চাপিল মন্দোদৰী ॥৮৯
সেৱা কৰি চলিল কামিনী কন্যাজন ।
অশোকা বনিকা গৈয়া পাইলা তেতিক্ষণ ॥
অলঙ্কাৰ শবদ শুনিলা হনুমন্তে ।
মাথা তুলি দেখিলন্ত ৰাৱণ আসন্তে ॥৯১
লাম্ফ দিয়া উজাইলন্ত হ্ৰস্ব দেহা কৰি ।
শিংশপা বৃক্ষত থিত পত্ৰহি আৱৰি ॥৯২
ৰাৱণ আসয় দেখি জানিল ইঙ্গিতে ।
বায়ু পায়া কদলী কাম্পয় যেন মতে ॥৯৩
ঢাকি উৰু উদৰ বসিলা তৰুতলে ।
স্তন দুই ঢাকিলন্ত বাহুযে যুগেলে ॥৯৪
লাজে ভয়ে দেবীৰ চক্ষুৰ বহে লোহ ।
সীতাক দেখিয়া ৰাৱণৰ বিয়ামোহ ॥৯৫
জয় জয় ৰঘুবংশ তিলক ৰাঘৱ ।
যাৰ নাম লৈয়া তৰে ভৱ পৰাভৱ ॥৯৬
হেন ৰাম নাম যিটো সুমৰে সতত ।
কোনে কহিবেক পাৰে তাহাৰ মহত ॥৯৭
হেন ৰাম চৰণত পশিলোঁ শৰণে ।
বোলাঁ ৰাম ৰাম যত সভাসদগণে ॥৯৮

---

## ১১ অধ্যায় ।

সীতাক ভজাৱলৈ ৰাৱণৰ চেষ্টা । আক চেষ্টা বিফল হোৱাত ক্ৰোধ । ৰাক্ষসিনী বিলাকেও সীতাক নানাবিধ ভয় দেখুৱায় ।

দুলৰি ।

কতো দূৰ হন্তে, ৰাৱণে মাতই,
সীতাৰ মুখানি চাই ।
লাজ পৰিহৰ, ত্ৰৈলোক্য সুন্দৰী,
এথানে পুৰুষ নাই ॥১
তোৰ ৰূপ দেখি, ব্যামোহ ভৈলোহোঁ,
থিৰ নোহে মোৰ গাৱ ।
এতো কি তোমাৰ, খণ্ডিয়া নগৈল,
হৰিবাৰ ভজ ভাৱ ॥২
মুখ তুলি মাত, সৰস বদনী,
দেখোঁ মই চন্দ্ৰোদয় ।
অন্তৰ্গত মোৰ, স্থৰিতে খণ্ডোক,
দাৰুণ এ তমোময় ॥৩

তে ৰ লোক, কোনে বৰ্ণাইবেক
সকল গুণ সম্পাদী ।
তিনিয়ো ভুবনে, আমি নৈয়ো দেখোঁ,
তোৰ ঠান ৰিতোপনী ॥৪
তুমি সুন্দৰী, ভূমিত আছাহ,
মন্দোদৰী বস্ত্ৰ শয্যাত ।
তথাপি তোমাৰ, সদৃশ নোহয়,
দেৱগৰ্ভে তুমি জাত ॥৫
তোৰ অঙ্গ ভাগে, শোভা কৰৈ আতি,
বিদ্যা সব অলঙ্কাৰে ।
দেৱ যোগ্য যেবে, মণ্ডিত হোৱয়,
কেনে সহে কাম ধাৰে ॥৬
বনবাসী জটী, তপসিক এৰি,
সীতা দেবী মোক ভজা ।
তোমাৰ বাপযে, জনক পাতিবোঁ,
পৃথিবী মণ্ডলে ৰাজা ॥৭
তেহোঁ সে আমাৰ, শ্বশুৰ ভৈলন্তে,
দেখিবা কেন মহত ।
পৃথিবীৰ ৰাজা, সকলে খাটোক,
জনকৰ চৰণত ॥৮
ৰাৱণক লাজে, ভয়ে পিঠি দিয়া,
সীতায়ে দিলা উত্তৰ ।
ব্ৰহ্মাৰ নন্দন, পুলস্তিৰ নাতি,
তুমি ৰাজা লঙ্কেশ্বৰ ॥৯
চৌধয় শাস্ত্ৰত, আপুনি পাৰ্গত,
বুজিয় ধৰ্ম্ম অধৰ্ম্ম ।
অযোগ্য বচনে, শাস্ত্ৰী যে কন্যাৰ,
কিসক জনিয় মৰ্ম্ম ॥১০
কুনয় এৰিয়া, ৰাজা লঙ্কেশ্বৰ,
ধৰ্ম্মক ধৰা মনত ।
মোক নিয়া তুমি, কাণ্ট কৰি দিয়া,
ৰাঘৱৰ চৰনত ॥১১
প্ৰভুত ভকতি, লীলায়ে সাধিয়া,
নিৰ্ভয় কৰাইবোঁ তোক ।
ৰামৰ প্ৰসাদে, চিৰকাল ভুঞ্জ,
অকণ্টক তিনি লোক ॥১২
তুহি পৰদাৰা, হৰিবাৰ কল,
অবিলম্বে তই পাইবে ।
প্ৰভুৰ সুবৰ্ণ, ধোঁৱা শৰত,
সবান্ধৱে মৰিবা ॥১৩
সপুত্ৰ বান্ধৱে, ৰ তোৰ,
পিণ্ডকো নপাবা ।
এভো চক্ষু নখা, পাপিষ্ঠ ৰাৱণা,
মোহোৰ স্বামী নৰক ॥১৪
মোক কাম ভাৱে, চাহন্তে ৰাৱণা,
চক্ষুয়ো বাজ নভৈল ।
ৰামৰ ভাৰ্য্যাক, লাঘৱ বোলন্তে,
জিহ্বায়ো খসি নগৈল ॥১৫
আমাৰ প্ৰভুকি, ঠাৱত নাহিকা,
তোহোৰ ভাগ্যক পাই ।
শপি ভষ্ম তোক, আজি নকৰও
ধৰ্ম্মৰ পথক চাই ॥১৬
সীতাক চাহিয়া, ৰাৱণ বোলয়,
হাওঁৰে দুখুনী ছাৰী ।
নিৰ্ভয় স্বৰূপে, মাতন্তে আছহ,
জানস স্ত্ৰীক নমাৰি ॥১৭
মোৰ মুখ চাই, উত্তৰ কৰস,
হাওঁৰে দুৰ্জ্জনী জনী ।
আগম পুৰাণ, মোক বুজাৱস,
কোন যে সাধ্বী ৰমণী ॥১৮
স্বৰ্গ মণ্ডলক, পৃথিবী জিনিয়া,
পাতাল কৰিলো বশ ।
ত্ৰিদশ আসিয়া, মোক সেৱা কৰে,
তপসিৰ গুণ কস ॥১৯
এতিখনে তোৰ, স্বামী দেৱৰক,
মাৰি পেলোঁ একেশ্বৰে ।
ৰাজ্য হৰুৱাই, বিপাকে পৰিয়া,
জীয়োক বন গোচৰে ॥২০
সীতায়ে বোলন্ত, দুৰ্জ্জন ৰাৱণা,
নমাত গৰ্ব্ব বিস্তাৰ ।
শাস্ত্ৰী কন্যা হৰি, আনিবাৰ ফলে,
দুখ পাইবি বহুতৰ ॥২১
প্ৰভুৰ আগত, তই থিৰ হুইবে,
ভালে জানোঁ তোৰ গহ ।
মোহোৰ আগত, চতুৰা নকাৰ,
আনত ভাবনা কহ ॥২২

স্বামী দেৱৰক, পৰোক্ষত মূঢ়া,
মুনিসাই পৰিহৰি।
লাজ বৈলথক, ধোবাক দিলেহে,
আনিলেক চুৰি কৰি ॥২৩
ৰাঘৱ স্বামীৰ, আমি ধৰ্ম্মপত্নি,
জ্বলস মোহোৰ শোক।
স্বামীৰ ইঙ্গিত, পাইলে এতিখণে,
শপি ভস্ম কৰোঁ তোক ॥২৪
নির্ভয় নাৰীৰ, আগত ৰাৱণা,
মেলস আটাই টাই।
নিলাজ ভৈলেসে, বৰ সুখে জীৱে,
কৈতো ভাত কঠ নাই ॥২৫
নাক কাটিবাৰ, গুণেক আছই,
সুখে বহে খৰবাহা।
তোহোৰ বীৰত্ব, বাম্ পাৱে মলছো,
হাণ্ডি বান্ধি মৰিবে যাহাঁ ॥২৬
জয় জয় ৰঘু,- বংশ শিৰোমণি,
ৰামচন্দ্ৰ কৃপাসিন্ধু।
তোমাৰ চৰণ, পঙ্কজৰ মাগো,
কৃপা মকৰন্দ বিন্দু ॥২৭
তথু নাম মোৰ, মুখে নছাৰোক,
চৰণ নেৰোক মনে।
তেজি আন কাম, বোলাঁ ৰাম ৰাম,
যত সমাজিক জনে ॥২৮

## ১৫ অধ্যায়।

পদ।

সীতাৰ শুনিয়া হেন নৈৰাশ বচন।
ক্ৰোধে দশগ্ৰীৱ ভৈলা ৰকত নয়ন ॥১
উক ছুই কম্পাৱয় পিশে হাতে হাত।
কটাক্ষে ক্ৰোধিয়া আক্ষোৰয় দশ মাথ ॥২
গৰ্জ্জ কৰি বোলয় ৰাখোক আসি ৰাম।
আজি খণ্ডাইবোঁ তোৰ সীতা শান্তী নাম ॥৩
বলে ধৰোঁ পাপিষ্ঠীক পৃথ্বী হুইবা সাখি।
মোক স্বামী নৱৰে ফুটিল ছুই আখি ॥৪
গৌৰৱ প্ৰাণীসে উচিতত লৱে ঠাৱ।
হটিলেসে নীচ জন হোৱে শুদ্ধ ভাৱ ॥৫
গৰ্জ্জ কৰি যাইল লঙ্কানাথ নিশাচৰ।
দেখি ক্ৰোধ জ্বলি গৈল বায়ুৰ পুত্ৰৰ ॥৬
মনে মনে গৰ্জ্জন্ত নসসে তান বুক।
পাপিষ্ঠ ৰাক্ষসে আজি গোসাঁনীক ছোক ॥৭
মনে মনে বোলন্ত থাকিবি লাৰি কৈক।
হোওঁ বায়ুপুত্ৰ আজি দিবোঁ তোক সেক ॥৮
পাৱত পাৱক দিয়া আজুৰিবোঁ ভিৰি।
আৱৰ পাৱত ধৰি পেলাইবোহোঁ চিৰি ॥৯
লাঠি মাৰি ভাঙ্গি এৰো দশ মাথা খুলি।
মুহি আজি মাৰি এৰো পাঞ্জৰক খুলি ॥১০
ৰাঘৱৰ বৈৰ আজি নিদলি পেলাওঁ।
লাঞ্জে বান্ধি সাগৰত ডুবুৰি পকাওঁ ॥১১
গৰ্জ্জ কৰি চলয় লঙ্কাৰ মহাৰাজ।
মন্দোদৰী বোলয় আসন্ন ভৈল কায ॥১২
পূৰ্ব্বকালে শপি আছে নল যে কুবেৰে।
স্ত্ৰীবলে ধৰিলে মোহোৰ স্বামী মৰে ॥১৩
আগ বাঢ়ি মন্দোদৰী কৰিল প্ৰবোধ।
স্ত্ৰী সকলত প্ৰভু মুযুৱাই ক্ৰোধ ॥১৪
তোমাৰ ক্ৰোধক নসহন্ত দেৱগণে।
পুৰণি কাহিনী প্ৰভু নপৰয় মনে ॥১৫
আগ বাঢ়ি মন্দোদৰী বুলিলেক বাণী।
হস্তীক অঙ্কুশে যেন পলটাই টানি ॥১৬
ৰাৱণে বোলয় শুনাঁ ৰাক্ষসিনীলোক।
যেন তেন মতে সীতা ৰৰাই দিয়া মোক ॥১৭
মাসা ছুইক লাগি দিলোঁ মই দিন ক্ষান্তি।
ইহাৰ ভিতৰে যেন সীতা বশ্য যান্তি ॥১৮
সেন তল কুপতি বুলিয়ো সমুদায়।
যেন তেন মতে ভজে চিন্তিয়ো উপায় ॥১৯
এতেক উপায় যেবে বৰাইতে নপাৰি।
সৱে হস্তে মিলিয়া সীতাক খাহাঁ মাৰি ॥২০
ৰাক্ষসীলোকক ৰাজা কৰিয়া আদেশ।
কন্যাগণ সমে গৈয়া গৃহত প্ৰবেশ ॥২১
আশা ভজে লঙ্কেশ্বৰে পৰিবৰ্ত্তি গৈল।
সীতাক ৰাক্ষসীলোকে ভৰাইবে নৈল ॥২২
কেহো বোলে খৰ খৰ কেহো বোলে মাৰ।
আলখনী ছাৰীক ৰাখিয় কিক আৰ ॥২৩
ভজিবি বা নভজিবি বোল ৰাপ্ত কৰি।
চিৰিবোহোঁ নখে তোৰ হৃদয় বিদৰি ॥২৪
মাথাত কামোৰ দিয়া চিন্তি এৰো শিৰ
মুহি তেতু চিণ্ডি পিওঁ তপত ৰুধিৰ ॥২৫

এইতো শাম্মুখী নাৰী সবাতো কোমল।
আশেষ তৃপিতি পাইবো গাৱে হৈব বল ॥২৬
স্তম্ভী ৰাক্ষসী বোলে সীতা দেবী শুন।
মই তোৰ জানো যত পতিব্ৰতা গুণ ॥২৭
বান্দৰৰ আশাক দূৰতে পৰিহৰ।
আই পতিব্ৰতা ধৰ্ম্ম ৰাৱণত কৰ ॥২৮
বিবিধ অঙ্গতে তোৰ লাগা অলঙ্কাৰ।
ৰূপত আমোদ তিনি ভুবনত সাৰ ॥২৯
বাঘৰৰ আশাক দূৰত পৰিহৰি।
ৰাজাত ভজিলে হুইবে ত্ৰৈলোক্য ঈশ্বৰী॥৩০
তাই যেবে এতেক বচন বুলি গৈল।
তাত পাছে বিকটা ৰাক্ষসী আসি ভৈল ॥৩১
লোকৰে খোকৰে জানকীক পাৰে গালি।
ৰাৱণত ভজ তই মোৰ বোল পালি ॥৩২
পুনৰপি বোলে তই সীতা কি কৰস।
ৰাম ৰাম বুলি তই মিচাত মৰস ॥৩৩
সিপাৰৰ পৰা হৰি আনিলে ৰাৱণে।
সাগৰক তৰি তোক নিব কোন জনে ॥৩৪
তোৰ কায কাৰণে মোহোৰ উঠে হাসি।
ৰাৱণক এৰি তপসিক মন যাসি ॥৩৫
সুৱৰ্ণৰ এৰিয়া পিন্ধস কাচ কাঠী।
সোন এৰি সীতা তোৰ সলিয়াত গাঠি ॥৩৬
ত্ৰৈলোক্যৰ নাথ এৰি তপসিক চাস।
পকা কণ্টকিক এৰি ডহাফল খাস ॥৩৭
তাই যেবে এতেক বচন বুলি গৈল।
হয়মুখী নামে নিশাচৰী আসি ভৈল ॥৩৮
চিউৰ তলক লাগি ওলমিল ওঠ।
মৌবাস যেন ওলমিল পেট গোট ॥৩৯
শুনিৰি জানকী সীতা বোলোঁ হয়মুখী।
তুমি আমি এতকাল হুয়া আছোঁ দুখী ॥৪০
আমাৰ দুৰ্গতি খণ্ড পুণ্যক সকস।
মনুষ্য পৰিহৰি মাৰ লোতক মলছ ॥৪১
হিত বোল বোলোঁ মই সীতা তই শুন।
ৰাৱণত ভজিলে অনেক হৈব গুণ ॥৪২
শত সহস্ৰ কন্যা পাইবে অধিকাৰ।
ৰাৱণ অধীন হৈব নিচয়ে তোমাৰ ॥৪৩
হিত বোল সুশুনস ক্ৰোধ বৰ পাইবো।
হৃদয় বিদাৰি তোৰ অগ্ৰমাংস খাইবো ॥৪৪

মাথাত কাৰ্ণুৰি মৰমৰিয়া চোবাইবে।
হেন মতে সীতা তোক বিশুতিয়া খাইবো ॥
তাই যেবে এতেক বচন বুলি গৈল।
বক্ৰমুখী নামে নিশাচৰী আসি ভৈল ॥৪৬
হাতে শূল ধৰি আসি বোলে ক্ৰোধকৰি।
বিভঞ্জিয়া খাওঁ আসা খণ্ড খণ্ড কৰি ॥৪৭
প্ৰঘষা বোলয় মাৰোঁ কণ্ঠক মুচৰি।
ৰাজাত জানাইবো গৈল আপুনিয়ে মৰি ॥৪৮
মৰিবাৰ নাও শুনি নৃপতি ৰাৱণে।
বুলিলন্ত ভুঞ্জা গৈয়া ৰাক্ষসিনীগণে ॥৪৯
এহি বুলি জানেকীৰ ক্ৰোধে চায়া মুখ।
তেবেসে গুচয় মোৰ বাধিবাৰ দুখ ॥৫০
অজমুখী বোলে এইক বিভঞ্জিয়া খাওঁ।
অমন্তত সানিয়া তৃপিতি বৰ পাওঁ ॥৫১
শূৰ্পনাসা বোলে মোৰ হেনয় সমস্ত।
অজমুখী যি বুলিলে লাগিল মনত ॥৫২
উচিত কাৰ্য্যকসে বিশিষ্ট বুলি মানি।
সীতাৰ মাংসেক নিয়া অমন্তত সানি ॥৫৩
নিকুম্ভিলা বোলে সখী এই কাৰ্য্য কৰ।
সীতা যেবে পটেশ্বৰী সুহি ৰাৱণৰ ॥৫৪
ৰাক্ষসী লোকৰ শুনি বচন প্ৰহাৰ।
ভয়ে তৰসিয়া গাৱ কাম্পয় সীতাৰ ॥৫৫
শিংশপা বৃক্ষৰ তলে জানকী গোসানী।
তাসবাক সম্বুধিয়া বুলিলন্ত বানী ॥৫৬
হাওঁৰে লাৰিকি জীয়া অধম বৰ্ব্বৰ।
সুখ দুখ নজানস তিনিয়ো লোকৰ ॥৫৭
প্ৰাণীৰ বধত খানিতেকো নাহি মৰ্ম্ম।
তুমি কেনে জানিবাহা পতিব্ৰতা ধৰ্ম্ম ॥৫৮
কিনো মই পাপী মন্দ কোন কৰ্ম্ম কৰোঁ।
বিনে ৰাম এতকাল কেনে প্ৰাণ ধৰোঁ ॥৫৯
প্ৰভু নজানন্ত মোক আনিলেক হৰি।
সিকাৰণে ৰাৱণে আছয় প্ৰাণ ধৰি ॥৬০
মোহোক কৌশলি হৰি আনিল ৰাৱণে।
ইটো কথা নজানন্ত শ্ৰীৰাম লক্ষ্মণে ॥৬১
সিকাৰণে জীৱন্তে আছয় লঙ্কেশ্বৰ।
তিৰি চোৰা পাপিষ্ঠ অধম বৰ্ব্বৰ ॥৬২
তাপসৰ বেশ প্ৰভু হোন্ত জটাধাৰী।
বনবাসী দুখী প্ৰভু হোৱন্ত নিকাৰী ॥৬৩

তথাপিতো প্ৰভু মোৰ পৰম দেৱতা।
মই শান্তী পতিব্ৰতা নাৰী বিবাহিতা ॥৬৪
কৈসানি দেখিবো লঙ্কাখানি পুৰি যাইব।
ৰাক্ষসিনীগণকে শৃগালে বেঢ়ি খাইব ॥৬৫
চক্ষু পুৰি কৈসানি দেখিবো আনন্দক।
ৰাক্ষসিনী লোকে স্বামী বুলি কান্দিবেক॥৬৬
ত্ৰৈলোক্যৰ ৰাজা হোৱে যদ্যপি ৰাৱণ।
তথাপি ছায়াত তাৰ নেদিবো চৰণ ॥৬৭
সবে হস্তে মিলি মোক মাৰিয়া খাইবাহাঁ।
ইহাত অধিক আৰ কিনো কৰিবাহাঁ ॥৬৮
ত্ৰিজটা জাগিয়া বোলে বৃদ্ধাযে ৰাক্ষসী।
কুপিত নয়নে মাতে শয্যা মাজে বসি ॥৬৯
হাওঁৰে লাৰিকি জীয়া কিবা দেখিলাহাঁ।
সীতাক নখাহাঁ তুমি আপনাক খাহাঁ ॥৭০
হা হা আই সীতা তই সুকোমলী নাৰী।
তোহোক নিষ্ঠুৰ হেন বুলিতে নোৱাৰি ॥৭১
ৰখিলোঁ ৰখিলোঁ আই ভয় পৰিহৰ।
তোহোৰ দুৰ্গতি গৈল প্ৰায় দুৰন্তৰ ॥৭২
লঙ্কাৰ আপদ ভৈল ৰাক্ষসৰ ক্ষয়।
ৰাৱণ বিনাশ দেখো ৰাঘৱৰ জয় ॥৭৩
গোসাঁইক দেখিলোঁ মই স্বপনৰ হন্তে।
সসাগৰা পৃথিবীক আসয় গিলন্তে ॥৭৪
আৰু হেন দেখিলোঁ ৰাঘৱ মহাবীৰ।
মহা কৌতূহলে তেন্ত পিয়ন্ত ৰুধিৰ ॥৭৫
ৰথখান দেখিলোহোঁ গজদন্তময়।
সহস্ৰেক দন্তালে একত্ৰ গুৱা বয় ॥৭৬
তাতে চঢ়ি ৰামদেৱ অন্তৰীক্ষে যান্ত।
দিব্য অলঙ্কাৰে শৰীৰক মণ্ডিলন্ত ॥৭৭
সমুদ্ৰে যোগাইল নিয়া শুকুল পৰ্ব্বত।
শ্ৰীৰাম লক্ষ্মণ সীতা আৰ ওপৰত ॥৭৮
ৰাজ চিহ্ন ধৰিলেক ছত্ৰেক ধৱল।
মেৰুৰ উপৰে যেন চন্দ্ৰৰ মণ্ডল ॥৭৯
পুষ্পক ৰানত মই দেখিলো ৰামক।
বামে সীতা দেৱী ডাহিনত লক্ষ্মণক ॥৮০
তাতে চঢ়ি ৰাম দেৱে লঙ্কাক আসিলা।
তুমি সমে দেখিলোহোঁ একস্থান ভৈলা ॥৮১
ৰাৱণক দেখিলো নিশুম্ভ মুণ্ড লণ্ডা।
গলত দাদৰি দিয়া আক্ৰোৰে চামুণ্ডা ॥৮২
পুষ্পক যানৰ পৰা পেলাইলা খসাই।
দক্ষিণ দিশক লাগি লৈযাই খসাই ॥৮৩
কতোহো চুৰৰ পথ যমপুৰ গৈয়া।
তহিতে পৰিল গৈয়া আউঠানি খায়া ॥৮৪
কাউ ৰাউ কৰে বীৰে দোঙ্গাচুঙ্গি পাৰে।
হাত ভৰি খোৰা যেন উঠিতে নোৱাৰে ॥৮৫
দেখিলোহো কুম্ভকৰ্ণ গৰ্দ্দভত চঢ়ি।
দক্ষিণ দিশক লাগি যাই দৰদৰি ॥৮৬
অসঙ্খ্যাত নৃত্য গীত কৰয় যোগিনী।
ৰাক্ষসৰ তেজ খায়া কিল কিল ধ্বনি ॥৮৭
ইসব লক্ষ্মণে তোৰ দুৰ্গতি খন্দয়।
তোহোৰ বৈৰক মাৰ দৈবেসে দণ্ডয় ॥৮৮
বাম নয়ন উৰু বাম কলেৱৰ।
প্ৰত্যক্ষে দেখয় সীতা কাম্পে বামকৰ ॥৮৯
ইসব মঙ্গলে তোৰ স্বপনৰ ফলে।
অবিলম্বে স্বামীকোল পাইবে অবিকলে॥৯০
ডালত বসিয়া মুখ চায়া ৰঢ়ে কাক।
স্বামীৰ বাৰ্ত্তাক তোৰ আইল জনাইবাক॥৯১
ত্ৰিজটাৰ স্বপ্নক কৰিয়া বিমৰিশ।
দুখতে খানিক দেৱী ভৈলন্ত হৰিষ ॥৯২
ত্ৰিজটাৰ বচনে নিচেষ্ট সবে ভৈল।
ৰাক্ষসিনী লোক যত পৰি নিদ্ৰা গৈল ॥৯৩
বেঢ়িয়া শুইলেক আউৰক আউৰে জৰি।
কতোজনী অচেতনে পাৰয় ঘোঙৰি ॥৯৪
আদি অন্তে কথা যত সমস্তে আকলি।
শুনিতে লাগিল হনুমন্ত মহাবলী ॥৯৫
সাৰ্থক যে মই পৃথিবীত উপজিলোঁ।
শান্তী সীতা গোসাঁনীক প্ৰত্যক্ষে দেখিলোঁ ॥
ৰামৰ বিপতি নিতে ইহাক সুমৰি।
মই দেখিলোহো সীতা পৰম ঈশ্বৰী ॥৯৭
সহস্ৰ সংখ্যাত কোটি ভালুক বানৰে।
পৃথিবীৰ অন্ত সবে খোজে নিৰন্তৰে ॥৯৮
মোহোৰ কাৰ্য্যৰ সমাপত্তি হোক কেনে।
ৰাক্ষসিনীলোকে মোক নজানয় যেনে ॥৯৯
ইসবে জানিলে ৰব হুইবেক আদুলি।
মোক বন্দি কৰাইবেক ৰাৱণত বুলি ॥১০০
সীতাক নমাতি মোৰ যাইবে সুমুৰাই।
কোন মন্তে মাতো মই নজানো উপাই॥১০১

আগত পৰিয়া যেবে মাতো এতিক্ষণে।
বুলিব ছলিতে আইলা আবকা ৰাৱণে ॥১০২
সীতাক নমাতি যেবে এহিমতে যাওঁ।
ৰাঘৱৰ চিত্ত কেনমতে পতিয়াওঁ ॥১০৩
বুলিবন্দ বানৰায়ে আমাক ভাণ্ডায়।
সীতাক নেদেখি আসি দেখিলো বোলয়॥১০৪
মোৰ মনে যেন যন্নাই কৰিবোহো গহা।
ৰামকাৰ্য্য সাধন্তে ত্ৰিদশে হুইবা সহা ॥১০৫
ধীৰে ধীৰে পঢ়িবোহো সঙ্গীত যে বাণী।
যেন মতে পতিয়ান্ত জানেকী গোসানী॥১০৬
মুহি তেবে আন উপায়িক কৰোঁ পাছে।
হেন শুনি অল্পকায় কৰিলন্ত গাছে ॥১০৭
হাত যোৰ কৰিয়া সীতাক নমিলন্ত।
আতি অল্প কৰিয়া বচন বুলিলন্ত ॥১০৮

---

## ১৭ অধ্যায়।

### সীতাৰ সৈতে হনুমন্তৰ কথোপকথন।

শ্ৰীমন্ত মহাৰাজা দশৰথ নাম।
তাহান তনয় শ্ৰেষ্ঠ ভৈলন্ত শ্ৰীৰাম ॥১
ৰাজা পাতিবাক দশৰথ সাজ ভৈলা।
ছোট মাতৃ কৈকেয়ী ৰাজ্যক কাঢ় লৈলা ॥২
শুভক্ষণে ভৰতক ৰাজ্য দিল মাগি।
ৰামক পাঠাইল মোৰ বনবাস লাগি ॥৩
ভ্ৰাতৃক ভাৰ্য্যাক ৰামে তুলে কৰি নিল।
বন মধ্যে জানেকীক ৰাৱণে হৰিল ॥৪
এহি বুলি হনুমন্ত মৌনে থাকিলন্ত।
প্ৰিয় কথা শুনি দেবী চৌভিতি চাইলন্ত ॥৫
পূৰ পশ্চিম দেবী উত্তৰো লখিল।
দখিন দিশতো সতী কিছু নলখিল ॥৬
উৰ্দ্ধক চাহিল মাৱ ৰাম হাত তৰি।
দেখন্ত বানৰ আছে কৃতাঞ্জলি কৰি ॥৭
সীতায়ে বোলন্ত প্ৰণামোহোঁ হৰিহৰ।
প্ৰণামোহোঁ সূৰ্য্যক কুবেৰ পুৰন্দৰ ॥৮
বানৰৰ মুখে শুনোঁ স্থিৰ বচন।
স্বৰূপ স্বৰূপ হৌক নোহৌক স্বপন ॥৯
সীতায়ে বোলন্ত বাপু কৈবহন্তে আইলে।
মোহোৰ স্বামীৰ বাৰ্ত্তা কেনমতে পাইলে ॥
শিংশপাত ৰহি হনুমন্তে বোলে বাণী।
তুমি নো কাহাৰ জীৱ কমন গোসানী ॥১১
শিংশপাৰ মূলত কিসত আছা বসি।
কি কাৰণে কান্দিয়ো লোতক পৰে খসি ॥১২
বাসৱৰ শচী কিবা তুমি সোভাগিনী।
কিবা আদিত্যৰ ছায়া চন্দ্ৰৰ ৰোহিণী ॥১৩
হৰিৰ লক্ষ্মীসি কিবা হৰৰ পাৰ্ব্বতী।
বশিষ্ঠৰ ভাৰ্য্যা কিবা তুমি অৰুন্ধতী ॥১৪
হেন ৰূপ নৈয়ো দেখোঁ ভুবন মোহন।
বিশাল নয়ন চন্দ্ৰ সমান বদন ॥১৫
আথবেক মাতোহো স্বৰূপ যেবে কোৱা।
তুমি দেবী জনকৰ জীউ হোৱা নোৱা ॥১৬
সীতা নাম তোমাৰ ৰামৰ পাটেশ্বৰী।
তোমাক কি ৰাৱণায়ে আনিলেক হৰি ॥১৭
সীতা সক্ৰন্দন হুয়া দিলন্ত উত্তৰ।
দশৰথ পুত্ৰবধূ ভাৰ্য্যা শ্ৰীৰামৰ ॥১৮
কৌশল্যা মোহোৰ শাশু লক্ষ্মণ দেৱৰ।
সীতা নাম বোলে মোক জীউ জনকৰ ॥১৯
ৰাজ্য দিবে লাগি দশৰথ সজ ভৈলা।
ছোট শাশু কৈকেয়ী ৰাজ্যক কাঢ়ি লৈলা ॥
পুত্ৰ ভৰতক তেন্ত ৰাজ্য দিল মাগি।
ৰামক পঠাইল মোৰ বনবাস লাগি ॥২১
কতোকাল আছে যেৱে দণ্ডকা বনত।
ৰাৱণে হৰিল মোক নিৰ্জ্জন থানত ॥২২
ৰাক্ষসী মধ্যত দুখ পাওঁ অতিৰেক।
ইসব দুখত মোক যমেসে নিলেক ॥২৩
কৈৰ পৰা আইলে বাপু কহিয়ো প্ৰস্তুত।
কিবা ৰাৱণৰ কিবা ৰাঘৱৰ দূত ॥২৪
কৰযোৰ কৰিয়া বোলন্ত হনুমন্ত।
তোমাৰ যে স্বামী ৰাম কল্যাণে আছন্ত ॥২৫
বাৰ্ত্তাক নপায়া ৰামে খুজিলা বহুত।
হনুমন্ত নাম মোৰ ৰাঘৱৰ দূত ॥২৬
সুগ্ৰীৱ পুত্ৰ তেহে লক্ষ্মণ কুমাৰ।
পৃথিবীতে সাৰ অকম্পন ধনুৰ্দ্ধৰ ॥২৭
শোভন পুৰুষ তেন্ত লখমন নাম।
হেবা লোৱা মাৱ তান সন্দেশ প্ৰমাণ ॥২৮
এহি বুলি মাথা গোট পৃথিবীত দিল।
লক্ষ্মণৰ কথা যত সীতাত কহিল ॥২৯
যি দেখিলা মৃগ ওটি সুৰ্বৰ্ণৰ কায়া।
মৃগ নুহি সিটো আই ৰাক্ষসৰ মায়া ॥৩০

আছিল মাৰীচ নামে এক নিশাচৰ ।
ৰামক নিলেক সিটো প্ৰায় দূৰন্তৰ ॥৩১
তাহাৰ শৰীৰে প্ৰহাৰিলা বান ঘাৰ ।
মৰন্তে কাঢ়িলে সিটো ৰাঘৱৰ বাৰ ॥৩২
হেন শুনি তোমাৰ আসুখ বৰ কৰ ।
লক্ষ্মণকো পঠালাহা বুলি অনুত্তৰ ॥৩৩
লঙ্কেশ্বৰে দুয়ো ভাইক উপায়ে গুচাই ।
তোমাক হৰিলে পাছে একেশ্বৰী পাই ॥৩৪
সীতায়ে বোলন্ত ৰাৱণায়ে আসি ভৈলে ।
পুনৰপি আসি মোক ছলিবাক লৈলে ॥৩৫
দূৰ গুচ পাপী আন জঞ্জাল নপাত ।
ৰাঘৱৰে বানৰৰে কিসৰ সঙ্গাত ॥৩৬
এক বেলি আসিছিলি ক্ষমা নাহি তৱ ।
কতেকনো সহিবো নীচৰ পৰাভৱ ॥৩৭
আমাক ছলিয়া তই কোন ফল পাইবে ।
অধৰ্ম্মৰ ফলে বেটা অধোগতি যাইবে ॥৩৮
মই শান্তী কন্যাৰ জানস আসি মৰ্ম্ম ।
হেন শুনি মাৰুতি সুমৰে ধৰ্ম্ম ধৰ্ম্ম ॥৩৯
শপি জোনো ভস্ম মোক কৰন্ত গোসাঁনী ।
মনত তৰাসে কপি বিনাৱন্ত বাণী ॥৪০
ৰাক্ষস নোহোওঁ আই হোওঁ ৰামদূত ।
তোমাক খুজিতে আইলো পৱনৰ সুত ॥৪১
শঙ্কা পৰিহৰি মাৱ ভাল মতেচাহাঁ ।
ৰাক্ষস নোহোওঁ ভালে সম্প্ৰত্যয় যাহাঁ ॥৪২
সীতায়ে বোলন্ত তেবে পাওঁ পৰমাণ ।
ৰাঘৱৰ ৰূপ গুণ কহ কেন ঠান ॥৪৩
কিমত চৰিত্ৰে কেন অন্তৰ মহত ।
লক্ষ্মণৰ ৰূপ গুণ কহ কেন মত ॥৪৪
মাৰুতি বোলন্ত মাৱ ভাল মতে শুন ।
যেন দেখিলোহোঁ কহোঁ ৰাঘৱৰ গুণ ॥৪৫
শ্যামল সুন্দৰ মুখ পূৰ্ণিমাৰ শশী ।
চক্ষু দুই জ্বলে যেন কমলৰ পাসি ॥৪৬
কম্বু গ্ৰীৱ শোভন নাসিকা দুই কৰ্ণ ।
উত্তম শৰীৰ মনোহৰ শ্যাম বৰ্ণ ॥৪৭
ছয় থান উন্নত উদৰ কণ্ঠ মুখ ।
দুই পান্তি দশন শুক্ল দেখিবাক সুখ ॥৪৮
ধনুৰ্ব্বেদ শাৰঙ্গ যাহাৰ হাতে থিত ।
চাৰি বেদ চতুৰ্দ্দশ শাস্ত্ৰত পণ্ডিত ॥৪৯
দীন দুখী খোৰা ভেঙ্গুৰাক অন্ধকক ।
পুত্ৰৰ সমান কৰি দৰিদ্ৰ পালক ॥৫০
সুমিত্ৰাৰ পুত্ৰ যিবা লক্ষ্মণ কুমাৰ ।
পৃথিবীত সাৰ অকম্পন ধনুৰ্দ্ধৰ ॥৫১
শোভন পুৰুষ তান লখমন নাম ।
বিদগ্ধ শৰীৰ কাম দেৱৰ উপাম ॥৫২
ৰাঘৱৰে বানৰৰে মিত্ৰৱতি ভাৱ ।
সিয়ো কথা কওঁ শুনা জগতৰ মাৱ ॥৫৩
বালীৰাজা সুগ্ৰীৱ যৰঞ্জা দুই ভাই ।
কিষ্কিন্ধা নগৰে আছিলন্ত একে ঠাই ॥৫৪
ৰাজ্যৰ নিমিত্তে দুইৰো কন্দল লাগিল ।
দুইহানো যুদ্ধত বৃক্ষ পৰ্ব্বত ভাগিল ॥৫৫
ৰণ হাৰি সুগ্ৰীৱ পলাইল ৰাজ্য ছাৰি ।
বালী ৰাজা তাহান ভাৰ্য্যাক লৈল কাঢ়ি ॥
পাঞ্চগুটী বানৰক দেশৰ ডকায়া ।
সুখে ৰাজ্য কৰে সিটো ভাতৃবধূ লৈয়া ॥৫৭
পাঞ্চগুটী বানৰে দেশৰ হন্তে যাই ।
ঋষ্যমুখ পৰ্ব্বতে আছিলো এক ঠাই ॥৫৮
শ্ৰীৰাম লক্ষ্মণ ফুৰা তোমাক খোজন্তে ।
আমি সবে দেখিলোহোঁ পৰ্ব্বতৰ হন্তে ॥৫৯
সুগ্ৰীৱৰ বোলে বৃদ্ধ ব্ৰাহ্মণৰ বেশে ।
শুদ্ধি কৰিবাক গৈলো তাহান আদেশে ॥৬০
পৰিক্ষিয়া বাৰ্ত্তা লৈয়া ভৈলোঁ পৰিচিত ।
ৰাঘৱৰে সুগ্ৰীৱৰে কৰাইলো সখীত্ব ॥৬১
সত্য কৰিলন্ত দুয়ো থিৰ কৰি চিত্ত ।
বিপক্ষ জিনিয়া আগে ভাৰ্য্যা সমৰ্পিত ॥৬২
সত্য প্ৰতিপালি ৰামে বালীক মাৰিল ।
ভাৰ্য্যাকে ৰাজ্যকে সুগ্ৰীৱক আনি দিল ॥৬৩
সুগ্ৰীৱ প্ৰতিজ্ঞা কৰিলন্ত বিমৰিষ ।
কোটি সংখ্যা দূতক পঠাইল দশোদিশ ॥৬৪
অঙ্গদক দক্ষিণ দিশক আদেশিল ।
বৰ বৰ বীৰক তাহান লগে দিল ॥৬৫
পাছে মোক শ্ৰীৰামে পাশক মাতি নিল ।
গলে ধৰি টান কৰি সাবটি জাপ্তিল ॥৬৬
সন্দেশক দিয়া মোক সাদৰি পঠাইল ।
তোমাক অনেক থানে খুজিয়া বেৰাইল ॥৬৭
সিকুল মানত পাইলো তোমাৰ উদ্দেশ ।
সাগৰ তীৰত ভৈলো পায়া উপদেশ ॥৬৮



অশোক বনত সীতা সহ হনুমান

সম্পাতি কহিল কথা আসি অঙ্গদত।
বামৰ চৰিত্ৰ যত মিলিল বনত ॥৬৯
জটায়ুক যেই যতে ৰাৱণে মাৰিল।
অঙ্গদে সি সব কথা পক্ষীত কহিল ॥৭০
কনিষ্ঠৰ কাৰ্য্যক সঙ্কলি পক্ষীৰাজ।
তোমাক চাহিয়া বোলে আছা বনমাজ ॥৭১
সবেহস্তে আলোচিয়া আমাক পঠাইল।
লঙ্কাত তোমাক আমি খুজিয়া নপাইল ॥৭২
অশোকাত আসিয়া তোমাক খুজিপাইলোঁ।
আদি অন্ত কথা যত তোমাত কহিলোঁ ॥৭
হেবা লৈয়ো মাব আৰ্তি কৰি মন তুষ্টি।
বাম নাম লিখি আছে বামৰে আঙ্গুঠী ॥৭৪
এহি বুলি দেৱীৰ হাতত দিয়া দিল।
তাক দেখি গোসানীৰ চেতন হৰিল ॥৭৫
কতো বেলি সীতা দেৱী চেতনক পাইল।
বামৰ আঙ্গুঠী নিয়া শিৰত চড়াইল ॥৭৬
হৰিষে উজ্জ্বল কিছু বদন নিৰ্ম্মল।
বাহুত মুকুত যেন চন্দ্ৰৰ মণ্ডল ॥৭৭
কৌতুকে উজ্জ্বল মুখ হৰষিত ভাৱ।
নসহে শৰীৰ বিপৰীত শোক যাব ॥৭৮
দুই নয়নৰ হন্তে বহি যাই নীৰ।
কমল পত্ৰৰ যেন ঝৰয় শিশিৰ ॥৭৯
কিনো মোৰ আনন্দ উৎসুক কৰে মন।
অমৃত সমান বাপ তোহোৰ বচন ॥৮০
তোমাৰ বচন সবে সম্প্ৰত্যয় গৈলোঁ।
শোক দুখ এৰি মই সন্তুষ্ট ভৈলোঁ ॥৮১
সাৰ কৰি কথা মোত কহ হনুমন্ত।
মোহোৰ কি স্বামী বাম কুশলে আছন্ত ॥৮২
আন কথা হনুমন্ত কহ তই পাছে।
মোহোৰ কি দেৱৰ লক্ষ্মণ ভালে আছে ॥৮৩
কৌশল্যা সুমিত্ৰা কি আছন্ত ভাল মতে।
কৈকেয়ী গোসানী কি আছন্ত কেন মতে ॥৮৪
ভৰতৰ কথা আৰে কহিয়োক আজি।
মোক কি নিবন্ত চতুৰঙ্গ দলে সাজি ॥৮৫
বানৰৰ বাজা যে সুগ্ৰীৱ বুলি যাক।
তাহান কি মনে আছে আমাক নিবাক ॥৮৬
একেসে কাৰ্য্যক বাপু সংশয় আমৰে।
কেন মতে তই সাগৰতে ভৈলে পাৰ ॥৮৭
শতেক যোজন পথ ৰক আলয়।
গহীন গম্ভীৰ নীৰ ভয়ঙ্কৰ জনয় ॥৮৮
হেনয় দুৰ্গম ঘোৰ সাগৰক তৰি।
লঙ্কা নগৰীক লাগি আইলে কেন কৰি ॥৮৯
পৰম দুৰ্ব্বল তোৰ ক্ষুদ্ৰ দেখোঁ বাৰ।
মাৰুতি বোলন্ত শুনিয়োক সতী মাৱ ॥৯০
তোমাৰ প্ৰসাদে মোৰ পৰনন্ত গহ।
তোমাৰ স্বামীৰ চৰণৰ অনুগ্ৰহ ॥৯১
গোখোজ সমান কৰি তৰিলো সাগৰ।
ইসব সংশয় মাৱ গুচায়ো মনৰ ॥৯২
সাৰ কৰি কথা মোত কহ হনুমন্ত।
মোহোৰ কি স্বামী বাম কুশলে আছন্ত ॥৯৩
কিমতে শয়ন স্নান ভোজন কৰন্ত।
কিবা চিন্তা কৰি মোৰ প্ৰভু সুমৰন্ত ॥৯৪
কিসক অশক্য কথা পুছিলা আমাত।
শ্ৰীৰামৰ নিকাৰে মুখত নাই মাত ॥৯৫
মল পঙ্ক হৰিয়া মাথাত জটাভাৰ।
বহুবি দিনত একো দিন কলাহাৰ ॥৯৬
মাত বোল নাহি কিছু মনত হৰিষ।
একৈক দিৱস যাই একৈক বৰিষ ॥৯৭
তোমাক সুমৰি তান ধৃতি নাহি মনে।
উত্ৰাৱল হুয়া খুজিলন্ত বনে বনে ॥৯৮
বামৰ নিকৰ শুনি জগতৰ আই।
মহাশোকে কান্দিলন্ত ধৰণ নযাই ॥৯৯
সীতাৰ বিলাপ দেখি হনুমন্ত কপি।
গোসানীৰ দুই পাৱে মাথাগোট থাপি ॥১০০
শুনিয়ো গোসানী আই এৰিয়ো বিকল।
বামে বুলি পঠাইলন্ত বাৰ্ত্তা সুকুশল ॥১০১
শ্ৰীমন্ত বাঘবদেৱ সাগৰ গম্ভীৰ।
পৃথিবীত সাৰ বীৰ নিষ্কম্প শৰীৰ ॥১০২
কল্যাণে আছন্ত মাৱ তোমাক সুমৰি।
বাত্ৰি দিন চিন্তা তান ভোগ পৰিহৰি ॥১০৩
হনুমন্ত বীৰৰ বচন হেন শুনি।
আশেষ বামক লাগি কান্দিলা গোসানী ॥১০৪
দুইহানো বিলাপে হনুমন্ত বীৰবৰ।
আথবেক বোলোঁ বুলিবাক লাগে ডৰ ॥১০৫
বিলাপ দেখিয়া মাৱ মোৰ বৰ শোক।
সিকাৰণে বোলোঁ মাৱ যেন লাগে হৌক ॥১০৬

পিঠিত উঠিয়ো মার লোমে ধৰ টানি।
ৰামত ভেটাওঁ নিয়া জগত গোসাঁনী ॥১০৭
ৰামৰ চৰণে নিয়া তোমাক ভেটাওঁ।
আজি ধৰি দুইহন্তৰে দুৰ্গতি খণ্ডাওঁ ॥১০৮
সীতায়ে বোলন্ত বানৰৰ মুখ চাই।
নিকটেৰ পো গোটৰ এতমান টাই ॥১০৯
তুলা নিবে নোৱাৰয় ভাৰ বান্ধে শিলে।
গুগুকুৰি পৰুৱায়ে হাতী গোট গিলে ॥১১০
ঢোল হেন ডিমা পাৰে চুঙ্গাৰ বাদুলি।
পিপিয়া চটকে পৰ্ব্বতক লৱে তুলি ॥১১১
ভয় এৰা মার মই বীৰ হনুমন্ত।
পাৰোঁ শত্ৰু জিনিতে বলৰ নাহি অন্ত ॥১১২
শুনিয়োক মার মোৰ বাপ কেন বীৰ।
প্ৰসিদ্ধ কাহিনী কহোঁ বীৰ কেশৰীৰ ॥১১৩
গন্ধমাদনৰ হস্তে ডের কৰিলন্ত।
গোকৰ্ণ গিৰিৰ শিখৰত পৰিলন্ত ॥১১৪
তাহান ক্ষেত্ৰত মোক জনিলন্ত বায়ু।
অগনিৰ সখা যিটো জগতৰ আয়ু ॥১১৫
আছোক তোমাক পৃথিবীক পাৰোঁ নিতে।
লঙ্কাখান নিবে পাৰোঁ সসৈন্য সহিতে ॥১১৬
মই দেখি আছো মার তুমি যেন শান্তী।
শিংশপা বৃক্ষত বসি আছিলো নমাতি ॥১১৭
ভাৰত লক্ষ্মণ বুলিলেক হাতযোৰ।
কতেক বা বুলিল ৰাৱণ মুখপোৰ ॥১১৮
নিৰ্ভয় স্বৰূপে তাত পাৰ ভৈলা মার।
মেক কি টলয় অল্প বিচনৰ বাৱে ॥১১৯
মই যি দেখিলো শ্ৰীৰামত তাকে কহোঁ।
আপোনাৰ দুই কৰ্ণে যেন শুনিলোহোঁ॥১২০
যেত মতে সম্প্ৰত্যয় হোৱয় সীতাৰ।
ভূমিত পৰিয়া ভৈলা পৰ্ব্বত আকাৰ ॥১২১
পুনৰপি সঙ্কোচিত কলেৱৰ হৈয়া।
সীতাক প্ৰণামি বৃক্ষে চড়িলন্ত গৈয়া ॥১২২
সীতায়ে বোলন্ত বাপ হোস ৰামদূত।
আশেষ গহন বন পৱনৰ সুত ॥১২৩
শতেক যোজন আইলে নাহিকে সংশয়।
কোটি যোজনক যাইবে পাৰস নিশ্চয় ॥১২৪
আমাক নিবেক তই পাৰস আপুনি।
আখৰেক বোলোহোঁ চাহিয়ো মনে গুনি॥১২৫
ইঠাৰৰ পৰা কি কাৰ্য্যক নিবে মোক।
ৰাঘৱৰ বল বীৰ্য্য হাসিবেক লোকে ॥১২৬
সৰ্ব্বজনে বুলিবে ৰাঘৱে যুজ হাৰি।
জিনি নিবে নোৱাৰিল আপোনাৰ নাৰী॥১২৭
স্ত্ৰীচোৰা পাপীষ্ঠ মুনিষ হেন জানি।
সিকাৰণে জানকীক চুৰি কৰি আনি ॥১২৮
মই শান্তী কন্যা হেন জানয় জগতে।
পৰ পুৰুষৰ অঙ্গ ছুইবো কেন মতে ॥১২৯
বুলিবি ৰাৱণ দিটো আনিলেক হৰি।
স্ত্ৰীজাতি পৰাধীন নোহে স্বতন্তৰী ॥১৩০
ইটো শঙ্কাচয় মনে গুচিল আমাৰ।
অপাৰ সাগৰ কেন মতে ভৈলে পাৰ ॥১৩১
যাৱে মোৰ শৰীৰত আছয় গিয়ানে।
ঝাণ্ট কৰি গৈয়া ৰাম লক্ষ্মণক আন ॥১৩২
মোহোৰ আজ্ঞায়ে চলি যাইয়োক সত্বৰে।
শিংশপাৰ তলে বসি আছো একেশ্বৰে॥১৩৩
কি কাৰণে হৈবোঁ মই ৰাক্ষসৰ ভক্ষী।
মাসেক থাকিবো মই স্বামীক উপেক্ষি॥১৩৪
তথাপি নাসন্ত যদি ৰাম মোৰ স্বামী।
আত্মাঘাত কৰি তেবে মৰিবোহোঁ আমি॥১৩৫
শ্ৰীৰামত বাৰ্ত্তা বাপ জনাইবে সকলে।
যেন মতে আছো মই শিংশপাৰ তলে॥১৩৬
ৰাক্ষসিনী লোকে মোক পৰাভৱ কৰে।
আমাকো দণ্ডিব এহি মাসেক অন্তৰে ॥১৩৭
ইসব নিকাৰ মই কিমতে এৰাওঁ।
ৰাঘৱৰ পাশক সত্বৰে কেনে পাওঁ ॥১৩৮
মাৰুতি বোলন্ত চিন্তা কৰা পৰিহাৰ।
হেন জানা ৰাৱণ সসৈন্যে গৈল মাৰ ॥১৩৯
অসংখ্যাত সেনাবল বানৰ অপাৰ।
লক্ষেক হস্তীৰ বল পৰ্ব্বত আকাৰ ॥১৪০
মই সম বীৰ কতো শতো উপাধিক।
শঙ্কা পৰিহৰা নিৰুৎসাহ হোৱা কিক ॥১৪১
অসংখ্যাত সেনায়ে সুগ্ৰীৱ কপিৰাজে।
সাগৰক তৰিব ভূষিত সব সাজে ॥১৪২
শ্ৰীৰাম লক্ষ্মণ চপকৰে আসিবন্ত।
ৰাৱণক মাৰি ৰামে তোমাক নিবন্ত ॥১৪৩
যেন মতে ৰাঘৱৰ পাতিয়াইবা চিত।
সঙ্কেত কহিয়ো আন জন অবিদিত ॥১৪৪

সঙ্কেত আছয় কিবা তোমাৰে ৰামৰে।
সেহি কথা কোৱা চলি যাইবোহোঁ সত্বৰে ॥
জানেকী বোলন্ত শুনা বায়ুৰ নন্দন।
কহিবো তোমাৰ আগে সঙ্কেত বচন ॥১৪৬
ৰামৰ সীতাৰ যত সঙ্কেত কাহিনী।
হনুমন্ত আগে কহে জানকী গোসানী॥১৪৭
চিত্ৰকূটে শুইল মোৰ ঊৰুত সিথানে।
কাকে মোৰ তনে ঘাৱ কৰিলেক টানে॥১৪৮
তাক লাগি হানিলন্ত ইষিকাৰ বাণ।
সিকাৰণে কাকৰ দক্ষিণ চক্ষু কাণ ॥১৪৯
মানস শিলাৰ ফোট কপালত দিল।
সাৰটি ধৰিল পাছে গাৱে সঙ্কৰিল ॥১৫০
তাক দেখি দুইহস্তেনে হানিলোহো টানে।
গুণি চাহান্তোক তাক আন কোনে জানে ॥
যি কথা কহিলা মাৱ কহিবোহোঁ যাই।
কিছুমিছু বস্তু আছে দিয়া যাওঁ খাই ॥১৫২
ৰামে যেন পতিয়ান্ত গুণি চোৱা মাৱে।
যেন মতে তযু স্বামী পতিয়ান যাৱে ॥১৫৩
জয় নমোঁ ৰঘুপতি অগতিৰ গতি।
তোমাৰ চৰণে মোৰ নিমজোক মতি ॥১৫৪
তযু গুণ নাম মোৰ মুখে স্ফুৰোক।
তোমাৰ কথাক কৰ্ণে সতত শুনোক ॥১৫৫
তেবেসে আমাৰ সিদ্ধি হোৱৈ মন কাম।
সকল সমাজে ডাকি বোলা ৰাম ৰাম ॥১৫৬

১৮ অধ্যায়।

দুলৰি।

জয় নমোঁ ৰাম, ৰঘুৰ নন্দন,
ত্ৰিভুৱনে বীৰ সাৰ।
জয়তি লক্ষ্মণ, পুৰুষ উত্তম,
সুমিত্ৰা দেৱী কুমাৰ ॥১
জয় হনুমন্ত, বায়ুৰ নন্দন,
কপি বীৰ মহামতি।
বোলন্ত কন্দলী, আন গতি নাই,
ৰামৰ চৰণে গতি ॥২

১৯ অধ্যায়—হনুমানে ৰাৱণৰ মধুবন ধ্বংস কৰে।

ছবি।

সঙ্কেত বাৰ্ত্তাক মই, যতমানে আনিলোহোঁ,
সবে কথা কহিবোহোঁ সাৰ।
মধুফল আনি দিওঁ, ভুঞ্জিয়া তৃপিত হয়ো,
সন্দেশ দিয়োঁ আৰ বাৰ ॥১
জনক জীউৰ আই, মধুফল পায়া হাতে,
বায়ুপুত্ৰে মুখে আনি দিল।
আঠ গুণ প্ৰাণ আতি, দশ গুণ তেজ বল,
তেতিখনে তান সম্পজিল ॥২
ইটো মধুফল মাৱ, কমন থানত আছে,
তাৰ কথা কহিয়ো আমাত।
এহি তোৰণত পশি, ক্ষেত্ৰযে বিক্ষত কৰি,
বাৰ্ত্তা কহি যাইবোহোঁ তোমাত ॥৩
ইটো মধুফল কথা, তোমাত কহিলে বাপ,
সৰ্ব্ব কাৰ্য্য কৰিবে বিনাশ।
এক এক বৃক্ষতাৰ, কোটি ৰাক্ষসেহে ৰাখে,
কেমনে লঙ্ঘিবে তাৰ পাশ॥৪
সকলে ৰাক্ষসে মিলি,তোক মাৰিপেলাইবেক,
ৰামে তৈত বাৰ্ত্তাক নপাইব।
আজি আসৈ কালি আসৈ, বুলিবাটচাহিৰন্ত,
আমি ঐত বৰ দুখ পাইব ॥৫
এহিবুলিসীতাদেৱী, দিব্যমনিগোটআনি,
কাঢ়ি দিল চেলাৰিৰ হন্তে।
প্ৰদক্ষিণে সাদৰিয়া, দেৱীক প্ৰণাম কৰি,
হাত পাতি লৈলে হনুমন্তে ॥৬
আছিয়োগোসানীমাৱ,এৰিয়োকশোকজ্বাৰ,
ৰাঘৱক দিবো মণি নিয়া।
আপোনপৌৰুষবল, প্ৰকাশ কৰিয়া যাইবো,
ৰাৱণক সন্দেশক দিয়া ॥৭
এহি বুলি হনুমন্তে, কতো দূৰ গৈয়া পাছে,
মনে মনে গুণন্ত বহুল।
এক যেকাৰ্য্যক আসি,অনেক কাৰ্য্য কৰৱে,
সেহিসে উত্তম হোৱে দূত ॥৮
ৰণক হৰিষ মোৰ, হাত পাৱ চুলুকয়া,
কণ্ডু আতি কৰে নিৰন্তৰ।
লঙ্কানগৰীত পশি, খলমলি লগাইপাছ,
চৰণ প্ৰণামো ৰাঘৱৰ ॥৯
মোৰ বলমহিমাক, নজানি জানকীমাৱ,
মনে আতি কৰন্ত সংশয়।
আহানেআগতমই, একমায়া ধৰি আজি,
যেন মতে যাহন্ত প্ৰত্যয় ॥১০

এহিগুনি হনুমন্তে, তেখনে সীতাৰআগে,
ধৰিলন্ত ব্ৰাহ্মণৰ বেশ।
হাতত কৰণ্ডী কুশ, ছৰবি খোখৰা ছাতি,
সন পাঞ্জি হেন ভৈল কেশ ॥১১
আপোনলাঙ্গুলেতান, কান্ধৰ লগুনভৈল.
জক জক কৰে ফোট দান্ত।
থিৰ নথাই হাত ভৰি, বৃদ্ধ ব্ৰাহ্মণৰ বেশ,
দেখি সীতা হাসি তুলিলন্ত ॥১২
জানকী বোলন্ত মাতি, গুণবাণ হনুমন্ত,
তুষ্ট বৰ কৰাইলেহে মোক।
লঙ্কাৰচৌৰাশিহাটী, ঘৰেঘৰেফুৰিআস,
ৰাক্ষসেনো কি কৰিবে তোক ॥১৩
অনন্তৰে হনুমন্তে, ব্ৰাহ্মণৰ বেশে গৈয়া,
পশিলন্ত ৰাজাৰ আবাস।
কালিগৈলএকাদশী, আজিভৈলদোৱাদশী,
লঘনতে ভৈলোঁহো হতাশ ॥১৪
শৰীৰৰ অগ্নি মোৰ, জাকে জাকে নিকলয়
পাৰনা কৰিতে আশকত।
এক গুটি মধুফল, ভুঞ্জিয়া তৃপিতি হুয়া,
বেদ পঢ়ো ৰাজাৰ আগত ॥১৫
সৌৰাষ্ট্ৰদেশৰআমি, মহাবেদগৰবা দ্বিজ,
আসি ভৈলোঁ ৰাজাৰ দুৱাৰে।
এক গুটি মধুফল, ভুঞ্জিয়া তৃপিতি হুয়া,
কীৰ্ত্তি কহি যাইবোহোঁ ৰাজাৰে ॥১৬
অধিকাৰীসবেবোলে, ভণ্ডাৰত ফলনাই,
খুজি লুৰি চাহিলোঁ বিস্তৰে।
বেদবিদ ব্ৰাহ্মণক, বিক্তহস্তে নপঠায়া,
খুজি লৈয়ো বাৰিৰ ভিতৰে ॥১৭
হেন শুনি হনুমন্তে, লাখুটিত ভিৰ দিয়া,
পশিলা গৈয়া বাৰিৰ ভিতৰে।
ধুতি কৰণ্ডী তামি, ছৰবি যোকণ্ডী থৈয়া,
চড়িলাহা বৃক্ষৰ উপৰে ॥১৮
লহনা লহন কৰি, মধুফল লাগি আছে,
তাক দেখি কৌতুক বিস্তৰ।
সকলহি মধুফল, ভুঞ্জিয়া তৃপিতি হুয়া,
পাছে যুদ্ধ কৰোঁ লঙ্কেশ্বৰ ॥১৯
বায়ুসুত হনুমন্ত, মনে মনে গুনিলন্ত,
বৃক্ষৰ ডালত গৈয়া চড়ি।
দিব্য বিচিত্ৰ ফল, সুৰস অমৃতময়,
অদেৱ ভুঞ্জিবোঁ কেন কৰি ॥২০
এক প্ৰহৰৰ পথ, ৰাম লক্ষ্মণক দিল,
কতোদুৰ সুগ্ৰীৱ নৃপতি।
আৰোকেতদুৰমানে, সীতাকউৎসৰ্গিদিল,
ৰাঘৱত যাহাৰ ভকতি ॥২১
অঙ্গদক আদি কৰি, যত কপিগণ আছে,
একে থানে কৰিয়া সম্মান।
এক গাছ দুই গাছ, নাম কৰি উৎসৰ্গিল,
বায়ুসুত বীৰ হনুমান ॥২২
অশোক বনিকা খান, ৰাৱণৰ প্ৰিয় থান,
বায়ুসুতে তাক গৈয়া পাইল।
আজোৰবিজোৰকৰি, ডালসবভাঙ্গিমুৰি,
সমস্তে কলমৌ ফল খাইল ॥২৩
গণ্ডগলিত কৰি, মধুফল ভুঞ্জি বীৰে,
ঠিস্ ঠিস্ কৰিলন্ত পেট।
গৰ্ভৰ পুৰিব জলে, থথাৰে সিঙ্গুনে বান্তি,
দুৰ্গম কৰিল সবে হেঠ ॥২৪
বৃক্ষ সব উভৰিয়া, উভট কৰিয়া কইল,
ৰণ্ড ভণ্ড কৰিলন্ত বন।
বিশ্বকৰ্ম্মে নিৰ্ম্মিলন্ত, মাণিক সুবৰ্ণ থান,
ছন্ন ভৈল ক্ৰীড়াৰ ভুৱন ॥২৫
স্বৰ্গৰ দিশক লাজে, আম জাম কণ্টকিয়ে,
খিৰি আৰু দশনৈয়া কল।
অপূৰ্ব্ব বিচিত্ৰ আতি, সৰস মধুৰ স্বাদ,
হনুমন্তে ভোগাইল সকল ॥২৬
সুগন্ধ শীতল জল, ৰাজাক লাগিয়া থৈল,
নিশেষ কৰিয়া তাক পিল।
যত যত দীঘী সৰ, ক্ৰীড়াৰ ভুৱন সব,
খলমল কৰিয়া পুতিল ॥২৭
অশোকা বনিকা খান, হনুমন্তে ভাঙ্গিলন্ত,
শবদ মিলিল কোলাহল।
যতেক ৰাক্ষস লোক,চমৎকাৰে পৰি গৈল,
কাহাৰো কৰ্ণত দিল তাল ॥২৮
স্বৰ্গৰ সদৃশ খান, গন্ধৰ্ব্ব ভুৱন সম,
ৰাৱণৰ মুখ্য ক্ৰীড়া থান।
আজোৰ পিজোৰ কৰি, কত যে বিকত কৰি,
ছন্ন কৰিলন্ত হনুমান ॥২৯

বিপৰীত শৰীৰেক, বানৰক দেখি সবে,
মহাভয়ে পলাই দৰদৰি ।
আগ ভেটি হনুমন্ত, লাঠি তুকু উলাসন্ত,
চকু চেলেকা হাকো ঘোৰ্‌ষৰি ॥৩০
কতো কতো লাগপায়া, আক্ৰোৱন্ত কাম্নোৱন্ত
সমুদায়ে নমাৰন্ত তাক ।
বানৰৰ প্ৰহাৰত, বিপৰীত চোট পায়া,
ৰাক্ষস পলাই জাকে জাক ॥৩১
নমোঁ নমোঁ ৰঘুপতি, তুমি অগতিৰ গতি,
সুৰাসুৰে আৰাধে যাহাক ।
তোমাৰ অভয় ছুই, চৰণে শৰণ লৈলোঁ,
দাস বুলি ধৰিয়ো আমাক ॥৩২
তবু গুণনাম যশে, মোহোৰ জীৱন হৌক,
তেবে মন পুৰয় আমাৰ ।
কৰা কৃপা কৃপাময়, যত সমাজিক চয়,
ৰাম বুলি তৰিয়ো সংসাৰ ॥৩৩

২০ অধ্যায়

পদ ।

কতো ৰাক্ষসিনী বোলে জনকৰ জীউ ।
ইটো বানৰক দেখি উৰি গৈল জীউ ॥১
তুমি সমে কথায়ে আছিলা নিৰন্তৰ ।
তুমি জানাহা ইটো কোথেৰ বানৰ ॥২
সীতা বোলে নজানোহোঁ কোথেৰ বানৰ ।
মোক ছলিবাক আইল মায়া ৰাক্ষসৰ ॥৩
হৰি আনিলেক মোক ৰাৱণ কপটি ।
তোহোৰাসে জানা সবে আমুৰ কুসট ॥৪
নাথুকাৰ কৰিলা জনক জীউ সীতা ।
কতো ৰাক্ষসিনী গৈল ৰাৱণৰ ভিতা ॥৫
আদেশিয়ো গোসাই উদ্যান গৈল ক্ষয় ।
বানৰৰ কাৰণে ৰাক্ষসী নিৰ্জীৱয় ॥৬
বানৰেক আসি ভৈল পৰ্ব্বত আকাৰ ।
অশোকা বনিকা ছয় কৰিল তোমাৰ ॥৭
দীঘি সব পুখুৰি আছিল ভৰি জলে ।
তাকো সবে পুতিল গৰ্ভৰ থল মলে ॥৮
তোমাত কহিলো কৰিয়োক প্ৰতিকাৰ ।
উপদ্ৰৱ সহন নযাই বানৰৰ ॥৯
তুমি অভিলাষে হৰি আনিলা যাহাক ।
কাহাৰ শকতি আছে ৰাখিবে তাহাক ॥১০
সীতা গোসানীৰ যত সমীপৰ বন ।
দুষ্ট বানৰায়ে তাক কৰিলেক ছন ॥১১
কিবা যামৰ চৰ কিবা কুবেৰৰ ।
সীতাক বুজিতে পাইল দূত ৰাঘৱৰ ॥১২
হেন শুনি ক্ৰোধত জ্বলিল লঙ্কেশ্বৰ ।
মাতিয়া পঠাইল দূত অনেক কিঙ্কৰ ॥১৩
অসংখ্যাত ৰাক্ষস ভূলত যাহা সাজি ।
বেঢ়ি গৈয়া বানৰাক বান্ধি আন আজি ॥১৪

---

২১ অধ্যায় ।

হনুমন্তৰ সৈতে ৰাক্ষসসেনৰ যুদ্ধ ।

ৰাজাৰ আদেশে অসংখ্যাত নিশাচৰ ।
কৰে ধৰি শকতি পৰশু মুদগৰ ॥১
চপকৰে সসৈন্যে অশোকা বন পাইল ।
বানৰক দেখি কতো মাৰোঁ কৰি ধাইল ॥২
সেনাক দেখিয়া মহাবীৰ হনুমন্ত ।
অদভুত উচ্চল বৃক্ষত চড়িলন্ত ॥৩
নদহয় বৃক্ষ ভাগি পৰে ঠান ভৰে ।
মধুবন ছয় কৰিলন্ত নিৰন্তৰে ॥৪
শিখৰত চড়িয়া বাড়িল হনুমান ।
শৰীৰ দেখিয় যেন পৰ্ব্বত সমান ॥৫
ঠান পয়োভৰে ভাগি পৰয় শিখৰ ।
খণ্ড খণ্ড ভৈগৈল ৰাজাৰ মৌলিৰ ॥৬
জয়তি জয়তি ৰাম লক্ষ্মণ জয়তি ।
সুগ্ৰীৱ জয়তি বানৰৰ অধিপতি ॥৭
মই আসি ভৈলোঁ সীতা দেখিবাৰ হেতু ।
হনুমন্ত নামেসে লঙ্কাৰ ধূমকেতু ॥৮
চতুৰ্দ্দিশে বেঢ়িলে ৰাক্ষস মহাবলী ।
হনুমন্তে দেখিয়া হাসন্ত খল খলি ॥৯
লাঙ্গ গোট কুণাইলন্ত তোৰণত বসি ।
ৰাক্ষসৰ সেনা কতো মৰিল তৰসি ॥১০
চেতনক পায়া কতো কতো যোগ থাক ।
সবে মিলি দিলে দুৰ্দ্দৈৱ অস্ত্ৰজাক ॥১১
ৰাক্ষসৰ শৰে চতুৰ্দ্দিশক ছৰিল ।
ৰাকতিৰ আতাসত সবে উৰকিল ॥১২
সেনাৰ মাজত পশি কোবায়ন্ত বাৰি ॥১৩
কাৰো পেট হাত মুণ্ড কুণ্ডলক ভাগি ।
ঘোৰ ৰবে গৈল যম সদনক লাগি ॥১৪

কতো কতো পলাই গৈল সুদীৰ্ঘ নিশ্বাসে।
বাৰ্ত্তাক জনাইল গৈয়া ৰাৱণৰ পাশে ॥১৫
আদেশিয়ো গোসাই উদ্যান গৈল ক্ষয়।
বানৰাৰ কাৰণে ৰাক্ষস নিৰ্জ্জীৱয় ॥১৬
পুনৰপি ক্রোধে জ্বলি গৈল লঙ্কেশ্বৰ।
সাজি পাৰি পঠাল অনেক নিশাচৰ ॥১৭
সাগৰ সদৃশ সেনা সবে যায়ো সাজি।
বেঢ়ি গৈয়া বানৰাক বান্ধি আন আজি ॥১৮
ৰাজাৰ আদেশে সাজি গৈল নিশাচৰ।
হাতে তুলি ধৰিয়া পৰশু মুদ্গৰ ॥১৯
অস্ত্র শস্ত্র ধৰিয়া অশোকাবন পাইল।
বানাক দেখি কাট মাৰ কৰি ধাইল ॥২০
ধৰ ধৰ মাৰ উথলিল ৰাক।
সবে হন্তে বেঢ়িয়া দিলেক অস্ত্র জাক ॥২১
ৰাক্ষসৰ শৰে গৈয়া চৌভিতি বেঢ়িল।
মাৰুতিৰ আতাসত সবে উফৰিল ॥২২
সুবর্ণৰ তম্ভগোট লৈলন্ত উপাৰি।
সেনাৰ মাজত পশি কোবাৰন্ত বাৰি ॥২৩
ৰাৱণে যুজক সেনা পঠাইল যতেক।
এৰে এৰে কোবে মাৰে শতেক শতেক ॥
ৰাক্ষসগণক সবে মাৰিলা বিগুটি।
কাহাকো উভতা গোৰে মাথা গোট পুতি ॥
কতে সেনাগণ সংহৰিল বৃক্ষ বাৰি।
আতাসতে কাহাৰো পৰাণ গৈল ছাৰি ॥২৬
হতশেষ সেনা গৈয়া ৰাজাত জনাইল।
শুনি লঙ্কেশ্বৰে অসন্তোষ বৰ পাইল ॥২৭

## ২২ অধ্যায়

**হনুমন্ত আৰু জাম্বুমালীৰ যুদ্ধ ও জাম্বুমালী বধ।**

প্রহস্তৰ পুত্ৰক কৰিল সনমান।
চল জাম্বুমালী বানৰাক বান্ধি আন ॥১
প্রহস্তৰ পুত্ৰ জম্বুমালী বীৰবৰ।
বিকট দশন যেন আটালৰ গড় ॥২
কাল মেঘ সম দেহা বীৰ মহাবল।
মাথা গোট থুল যেন পৰ্ব্বত সচ্চল ॥৩
আৰকত পুষ্পমালা তাৰ মাথে দিল।
ৰঙ্গনীয়া বস্ত্রে তাৰ গাৱ আবৰিল ॥৪
গৰ্দ্দভ যুগুত ৰথ খান চলি যাই।
আতি মদ গৰ্ব্বত কাহাকো ডৰ নাই ॥৫
বজ্ৰৰ সদৃশ তাৰ ধনুৰ টঙ্কাৰ।
গগনৰ অন্তক শবদ গৈল যাৰ ॥৬
দেখিলেক বানৰক তোৰণ উপৰে।
বাহু দুইত প্রহাৰিল তীক্ষ্ণ দশ শৰে ॥৭
মাথাত বিন্ধিল একগোটা কনিয়ানি।
অৰ্দ্ধচন্দ্রে বদনক পেলাইলেক ছানি ॥৮
জধিৰে পৱনসুত দেখিতে বিড়িঙ্গ।
ৰণক হৰিষে হনুমন্তে দিলা ৰিঙ্গ ॥৯
তন দুতয়ৰ মাজে দশ শৰে ঠাসি।
খল খলি কৰি বীৰে তুলিলেক হাসি ॥১০
এবে যেবে জীৱস মোহোৰ শৰঘাত।
আনো যেন ধসমসি নকৰে লঙ্কাত ॥১১
শৰ পায়া হনুমন্তে ক্রোধে বৰ জ্বলে।
পৰ্ব্বতেক মাৰিলন্ত শৰীৰৰ বলে ॥১২
জম্বুমালী দেখে ধাই আসে বৰ টানে।
পৰ্ব্বতক কাটিলেক দশ গোটা বাণে ॥১৩
গিৰি মিছা ভৈল দেখি ক্রোধে হনুমন্ত।
আতি বৰ শাল বৃক্ষ উপাৰি লৈলন্ত ॥১৪
কুমাৰৰ চাক যেন ফুৰাইলন্ত ধৰি।
জম্বুমালী বীৰৰ শিৰক লক্ষ্য কৰি ॥১৫
বৃক্ষগোট ফুৰি আসে দেখি নিশাচৰে।
সিয়ো বৃক্ষ কাটিল দাৰুণ ছয় শৰে ॥১৬
বাহু দুইত বিন্ধিল নিশিত দশবানে।
কপালত এক গোটা বিন্ধিল সন্ধানে ॥১৭
শৰঘায়ে মাৰুতিয়ো ক্রোধ বৰ কৰি।
সদৃঢ় পৰিঘ গোট হাতে তুলি ধৰি ॥১৮
দুইহাতে কোবেক বৈসাইলা কপিৰাজে।
জম্বুমালী ৰাক্ষসৰ হৃদয়ৰ মাজে ॥১৯
হিয়াত পৰিল যেবে পৰিঘৰ বাৰি।
তেতিক্ষণে তাহাৰ পৰাণ গৈল ছাৰি ॥২০
যতেক আছিল তাৰ যুদ্ধৰ সম্ভাৰ।
চূৰ্ণীকৃত ভৈল নেদেখিল তাক আৰ ॥২১
জম্বুমালী বীৰ যেবে ৰণত পৰিল।
শুনিয়া ৰাৱণ ৰাজা ক্রোধত জ্বলিল ॥২২
মন্ত্রী পুত্ৰগণ সবে আদেশ কৰিয়া।
সবে মিলি বানৰাক আনিয়ো ধৰিয়া ॥২৩
আদেশ কৰিলা যেবে ৰাক্ষসৰ নাথে।
বায়ু সম ঘোঁড়াক জুৰিল আথে বেথে ॥২৪

মন্ত্রীপুত্র সবে চলি গৈল একেবাৰে।
দশো দিশ পূৰিলেক ধনুৰ টঙ্কাৰে ॥২৫
মাথা সব থুলন্তৰ পৰ্ব্বত সচ্চল।
কাল মেঘদল যেন ৰাক্ষসৰ বল ॥২৬
সকলে মন্ত্রীৰ পুত্র ৰিমৰিষ কৰি।
অস্ত্রৰ প্রহাৰ দিল চৌভিতি আবৰি ॥২৭
কৌতূহলে আটাসেক দিল হনুমন্তে।
আকাশক ডেৱা দিলা তোৰণৰ হন্তে ॥২৮
কাণ্ডে হানি যত মান দুৰক নপাই।
তহিতে থাকিলা বীৰে অস্ত্রক এৰাই ॥২৯
সেনামাজে মাৰুতি পৰিলা বেগ টানি।
হস্তী ঘোঁড়া সেনা মাৰে মুণ্ডে মুণ্ডে হানি॥৩০
মন্ত্রীপুত্রগণ বীৰে বিশুটি মাৰিয়া।
কাৰো বক্ষ নখে চিৰি টেটু ভসাৰিয়া ॥৩১
কাহাকো লাঙ্গুলবাৰি কাকো লাথি গোৰে।
কাহাকো টোকৰে আছু মুকুতি কামোৰে॥
কিল ভুকু ঘৰাকাতি কঙ্কালত কোবে।
কাকো তুলি আছাৰন্ত বস্ত্র যেন ধোবে ॥৩৩
মন্ত্রী পুত্র সকলকো পাছে ধৰি আনি।
কপালে কপালে সবে ঠেকাঠেকি হানি ॥৩৪
সাগৰত যেন মৎস্য মাৰিল মগৰে।
সব সেনা মাৰিলেক পৱন কুমাৰে ॥৩৫
শোণিতৰ নদী বহে সমৰ ভূমিত।
অগম্য ভৈগৈল অস্থি মাংসে পঙ্কাৰৃত ॥৩৬
হস্তীসব উটে ঘোড়া সব যাই ভাসি।
তোৰণত বসি বীৰে তুলিলেক হাসি ॥৩৭
মন্ত্রীপুত্র বধ শুনি ৰাৱণৰ ভয়।
মনত বিষাদে ৰাজা পৰম বিস্ময় ॥৩৮
কিনো আপদেক আসি মিলিল লঙ্কাৰ।
আৰে পাতি মলছিল দুষ্ট বানৰাৰ ॥৩৯

---

## ২৩ অধ্যায়।

### হনুমন্তৰ লগত যূপাক্ষ বিৰূপাক্ষ ইত্যাদি যুদ্ধ আৰু নিধন।

কহিবা যূপাক্ষ বিৰূপাক্ষ ভাসকৰ্ণ।
দুৰ্দ্ধৰ বীৰ প্রঘস অঞ্জন সমবৰ্ণ ॥১
পাঞ্চ মহাবীৰ সমৰক যাহা চলি।
সাৱধানে যুজিবা বানৰা মহাবলী ॥২
পাঞ্চ মহাবীৰ পাঠাও একেবাৰে।
দেৱলোক [illegible] একৈক তোমাৰে ॥৩
পাঞ্চ বীৰে গৈয়া বানৰক বন্দী কৰা।
ঝাণ্টে মোৰ হৃদয়ৰ শৈল্যক উদ্ধাৰা ॥৪
আদেশ কৰিয়া পাছে ৰাক্ষসৰ ৰাজে।
সমৰক চলিল ভূষিত সব সাজে ॥৫
পাঞ্চো মহাৰথী প্রবেশিল সমৰত।
মাৰুতিক দেখিলে তোৰণ উপৰত ॥৬
তীক্ষ্ণ পাঞ্চ শৰ লৈলা দুৰ্দ্ধৰ বীৰে।
টান কৰি বিন্ধিলেক হনুৰ শৰীৰে ॥৭
শৰ ঘাৱে হনুমন্তে ক্রোধ বৰ পাইল।
পৰ্ব্বত সমান কৰি শৰীৰ বঢ়াইল ॥৮
আটাসেক দিয়া কপি গগনে চড়িলা।
শীঘ্র বেগে গৈয়া তাৰ ৰথত পৰিলা ॥৯
ৰথ ধনু সাৰথিয়ে দুৰ্দ্ধৰিৰ গাৱে।
চূৰ্ণীকৃত হয়া গৈল শৰীৰৰ ঘাৱে ॥১০
যতেক আছিল তাৰ যুদ্ধৰ সম্ভাৰ।
চূৰ্ণাকৃত হয়া গৈল নেদেখিল আৰ ॥১১
দুৰ্দ্ধৰৰ পৰিলাত অসন্তোষ পাইল।
যূপাক্ষ যে বিৰূপাক্ষ দুয়ো খঙ্গে ধাইল ॥১২
তোৰণত আছে হনুমন্তক আকলি।
মুদগৰ মুষল হানিলেক একেবেলি ॥১৩
হিয়াত পৰিল কুট মুদগৰৰ শূল।
ভূমিত পৰিলা হনুমন্ত মহাবল ॥১৪
থুলন্তৰ শাল বৃক্ষ লৈলন্ত উপাৰি।
দুইহানো মাথাত বৈসাইলেক এক বাৰি॥১৫
একে বাৰি প্রহাৰে দুইহানো অন্ত হইল।
দেখি পাছে প্রঘস ৰাক্ষস জ্বলি গৈল ॥১৬
ভাসকৰ্ণ কিটাই ত্রিশূল তুলি লৈল।
মাৰ মাৰ বুলি মাৰুতিক খেদি গৈল ॥১৭
ভাসকৰ্ণে ত্রিশূলে হানি প্রঘসে পট্টিসে।
বানৰক শালি দুয়ো হৰসন্তে হৰিষে ॥১৮
ৰুধিৰে পৱন সুত দেখিলে শোভিত।
প্রভাত কালৰ যেন অৰুণ উদিত ॥১৯
শৰ ঘাৱে মাৰুতিয়ে কোপ বৰ কৰি।
শাল বৃক্ষ সহিতে পৰ্ব্বত হাতে তুলি ॥২০
দুইহাতে কোবেক বৈসাইল বৰ টানে।
একেবাৰে দুয়ো বীৰ মৰি গৈল প্রাণে ॥২১

পাঞ্চ সেনাপতি বধ কৰিল মাৰুতি।
পাছে সেনা মাৰিলন্ত বিগুটি বিগুটি॥২২
হস্তীক হস্তীয়ে ধৰি আছাৰি মাৰিল।
ঘোঁড়ে ঘোঁড় বাহুতে বাহুতে সংহৰিল ॥২৩
শোণিতে বহাইল নদী সমৰ ভূমিত।
অগম্যা সমৰ ভূমি দেখি ভয় ভীত ॥২৪
হস্তী সব হন্ত দ্বীপ ঘোড়া যাই ভাসি।
তোৰণত বসি বীৰে থাকিলন্ত হাসি ॥২৫
পাঞ্চ সেনাপতি বধ শুনিল লঙ্কেশ।
অক্ষ কুমাৰক পাছে কৰিল আদেশ ॥২৬
যাক যাক পঠাইলোহোঁ পৰিলেক ৰণে।
বানৰক বান্ধি বাপ আন এতিক্ষণে ॥২৭
বিষবিষ অনেক কৰিলো মনে থিৰ।
বানৰাক যুজন্তা লঙ্কাত নাহি বীৰ ॥২৮
তই সিদ্ধেশৰ তিনি ত্ৰৈলোক্যতে সাৰ।
ধৰিতে নোৱাৰ যেবে সমৰত মাৰ ॥২৯
তোৰ আগে বানৰায়ে কোন বস্তু হোৱে।
সমৰে হাৰিল তোত বাৰৰ পোৱে ॥৩০
কোনে বা চিন্তিলে হেন কৰ্ম্ম দেৱাসুৰ।
যে মতে পৰভেৱে বানৰা চুন্দুৰ ॥৩১
উতোভন বচন শুনিলে বাপেকৰ।
হৰিষ বদন ভৈল অক্ষ কুমাৰৰ ॥৩২
প্ৰবন্ধ কৰিবে আগে তাক ধৰিবাৰ।
মুহি তেবে শৰে হানি সমৰতমাৰ ॥৩৩
তাকে ভৱে পলাই সবে কিঙ্কৰ সকল।
সাৱধানে যুজিবে বানৰা মহাবল ॥৩৪
উপদেশ বচনে আনন্দ ভৈল তাৰ।
হৰিষ বদনে চলে অক্ষ যে কুমাৰ ॥৩৫
সূৰ্য্য কিৰণৰ সম ৰথখান চলে।
তাত নিয়া চড়াইলেক অস্ত্ৰক সকলে ॥৩৬
ত্ৰিকণ্টক ভুষণ্ডী বিপাট মুদগৰ।
শতঘ্নী নাগপাশ ক্ষুৰ ধনু শৰ ॥৩৭

২৪ অধ্যায়—হনুমন্ত ও অক্ষকুমাৰৰ যুদ্ধ ও অক্ষকুমাৰ বধ।

অক্ষযে কুমাৰে প্ৰবেশিল সমৰত।
মাৰুতিক দেখিলে তোৰণ ওপৰত ॥১
হনুমন্তে ভেৰ দিলা মাৰুতৰ পথে।
ৰাজাৰ কুমাৰ পাছে পাছে খেদে ৰথে ॥২
ৰৰদন্ত বাণ বৰিষয় নিৰন্তৰ।
দশো দিশ ঢাকিলেক বায়ুৰ পুত্ৰৰ ॥৩
মেঘে যেন বৰিষিল অসংখ্যাত শৰে।
নিৰন্তৰে থাসিলেক অক্ষ যে কুমাৰে ॥৪
তেজে তোলবোল ভৈল সবে কলেৱৰ।
মনে মনে গুণিতে লাগিল কপিবৰ ॥৫
কিনো ইটো বীৰ দেখোঁ প্ৰচণ্ড প্ৰতাপ।
ভালেতো দেৱক ইটো জনালেক কাপ ॥৬
ইহেন বীৰক যেবে নমাৰোঁ সত্বৰে।
উপেখিলে ব্যাধি যেন বাঢ়ে আথান্তৰে ॥৭
এহি বুলি ৰথে তাৰ চাপৰেক দিল।
ৰথ ভাগি চাৰি ঘোঁড়া সাৰথি মৰিল ॥৮
সত্বৰ গমনে যাই বায়ু পথ ভেদি।
খাণ্ডা ধৰি প্ৰহাৰ দিবাক যাই খেদি ॥৯
বামে শক্ৰচাপ সম ধনুৰ প্ৰকাশ।
দক্ষিণত ফিৰাৱে তীখান্ চন্দ্ৰহাস ॥১০
দেখ নেদেখ বেগে বায়ুসুত কপি।
একে হাতে দুই পাৱ ধৰিলেক চাপি ॥১১
একে হাতে বলে তুলি আলগাইল তাক।
অক্ষয় ফুৰায় যেন কুমাৰৰ চাক ॥১২
অসংখ্যাত পাক তাক দিল টান কৰি।
ৰাজাৰ কুমাৰ গৈল আকাশতে মৰি ॥১৩
পৃথিবীত আছাৰিল মৰা কলেৱৰ।
চূৰ্ণীকৃত হুয়া গৈল অস্থি যে পাঞ্জৰ ॥১৪
হাত খান ছিৰি মাথা গোট ভৈল চুৰ।
ৰাজাৰ কুমাৰ চলি গৈল যমপুৰ ॥১৫
ৰাজাৰ কুমাৰ অক্ষ যেতিয়া পৰিল।
কতো দূৰ মানে মহী মন্দৰো লৰিল ॥১৬
কুমাৰৰ বধ ৰাজা শুনিল অনিষ্ট।
ৰাৱণ নৃপতি বৰে ভৈল শোকাবিষ্ট ॥১৭
ঢলিয়া পৰিল ৰাজা সিংহাসন হন্তে।
হা পুত্ৰ বুলি ৰাজা থাকিল কান্দন্তে ॥১৮
কৈক গৈলে কুমাৰ নন্দন হৰি হৰি।
শুনি কেন মতে জীৱ মাৱ মন্দোদৰী ॥১৯
গন্ধৰ্ব্বক জিনি বাপ বৰ যশ পাইলে।
বানৰ গোটৰ হাতে প্ৰাণ হৰুৱালে ॥২০
মাৱৰ দক্ষিণ মোহোৰ ফন্দে বাম।
আজি ধৰি গুচাইলে আচুতকুঞ্জী নাম ॥২১

ছুৱাহন্তে পুৰি মৰোঁ প্ৰিয় পুত্ৰশোকে।
বুলিয়ো প্ৰবোধ মন্দোদৰীক মোহোকে॥২২
তই বিনে দশো দিশে দেখোঁ অন্ধকাৰ।
তোৰ শোক শেলে দাৰে হৃদয় আমাৰ॥২৩
কৈৰা ইন্দ্ৰজিত কুল নন্দন কুমাৰ।
ঝাণ্ট কৰি হৃদয়ৰ শৈল্যক উদ্ধাৰ ॥২৪
যতেক পঠাইলোঁ বাপ পৰিলেক ৰণে।
বানৰাক বান্ধি বাপ আন এতিক্ষণে ॥২৫
তোৰ আগে বানৰা কমন বস্তু হোৱে।
সমুখ সমৰে তোত হাৰিল বাসৱে ॥২৬
অনেক প্ৰকাৰে গুণি কৰিলোঁহো থিৰ।
বানৰাক যুজন্তা লঙ্কাত নাহি বীৰ ॥২৭
তুমিতো বীৰতো বীৰ ত্ৰৈলোক্যতে সাৰ।
ধৰিবে নোৱাৰ যেবে সমৰতে মাৰ ॥২৮
পিতৃ মাতৃ মৰোঁ তোৰ প্ৰিয় পুত্ৰশোকে।
বানৰক ধৰি আনি ভেটা এবে মোকে ॥২৯
তাক ডৰে পলাই মোৰ কিঙ্কৰ সকল।
বিলম্ব নকৰ বাপ শীঘ্ৰ কৰি চল ॥৩০
আদেশ কৰিল যেবে ৰাক্ষসৰ ৰাজে।
ৰণক চলিল বীৰ যুজিবাক সাজে ॥৩১

২০ অধ্যায় - ইন্দ্ৰজিত আৰু হনুমন্তৰ যুদ্ধ, ও হনুমন্তৰ বন্ধন।

ত্ৰিকণ্টক ভুষণ্ডী বিপাট মুদগৰ।
শতঘ্নী নাগ পাশ খুৰ ধনুশৰ ॥১
চাৰি গোটা নাগে তাৰ ৰথ খান বহে।
দেৱাসুৰ নৰে তাৰ লাহাৰি নসহে ॥২
তূণে শৰ ভৰিয়া যুদ্ধক ভৈল সাজ।
পতাকা সুবৰ্ণময় মনুষ্যৰ ধ্বজ ॥৩
ইন্দ্ৰজিত বীৰ গৈয়া প্ৰবেশ ৰণত।
মাৰুতিক দেখিল তোৰণ উপৰত ॥৪
তোৰণত বসিয়া চাহন্ত ঘনে ঘনে।
হৰিষ বদনে থিত যুজিবাক মনে ॥৫
হেন দেখি ইন্দ্ৰজিত ক্ৰোধে জ্বলি গৈল।
বচন প্ৰহাৰে আগে গৰ্জ্জিবাক লৈল ॥৬
কোথেৰ বানৰ তই আসি ভৈলে লঙ্কা।
ৰাৱণৰ বংশক তোহোৰ নাহি শঙ্কা ॥৭
তাহাৰ প্ৰতাপে ত্ৰিজগত ভয়ভীত।
তোৰ কালান্তক আসি ভৈলোঁ ইন্দ্ৰজিত ॥৮

উদ্যান [illegible] সব সেনাক মাৰিলে।
মোৰ ভা[illegible] মাৰিয়া যশক বৰ পাইলে ॥৯
জম্বুমালী [illegible] মাৰিলি তাতো আছে।
মোহোৰ হাতত এবাই যাইবে কতভাগে॥১০
কথা কহ বানৰা কাহাত তোৰ গৃহ।
আটি মুটি ভাঙ্গো আজি খানিতেক সহ ॥১১
মোহোৰ ক্ৰোধত তোক ৰাখিবেক কোনে।
নপলাইবে মাৰি পেলোঁ যমৰ সদনে ॥১২
কোপে হনুমন্তে ইন্দ্ৰজিতক বোলন্ত।
গৰ্ব্ব নকৰিবি আজি কৰিবোহোঁ অন্ত ॥১৩
যত সব আছে মোৰ হান শৰীৰত।
গৰ্জ্জি কত দেখাৱস লোকত মহত্ব ॥১৪
কপিৰ বচনে ক্ৰোধে জ্বলিল তাহাৰ।
মাৰুতিক বেঢ়ি দিল অস্ত্ৰৰ প্ৰহাৰ ॥১৫
ৰাৱণৰ তনয়ে পৱন তনয়ৰ।
জৰ্জ্জৰিত কৃতে ভেদিলেক কলেৱৰ ॥১৬
মনুমন্তে উপাৰি শৈলন্ত তকশালে।
ইন্দ্ৰজিতে কাটিলেক দশ কনিয়ালে ॥১৭
ছুনাই মাৰুতি প্ৰহাৰিল তৰু জাক।
শৰে হানি মেঘনাদে কাটিলন্ত তাক ॥১৮
আকাশতে ঘোৰ যুদ্ধ কৰিলন্ত দুই।
ইন্দ্ৰজিতে বোলে আৰু আক সম দুই ॥১৯
মোক ভঙ্গাইলেক ৰণে আন কৈতে থাকে।
লঙ্কাত নাহিকে বীৰযুজন্তা ইহাকে॥২০
ভালেতো উদ্যান মোৰ ভঙ্গ কৰিলেক।
মনত গুণয় কিনো বীৰ আতিৰেক ॥২১
যত যত অস্ত্ৰ আৰু কৰিলোঁ প্ৰহাৰ।
অনুমাত্ৰো নিবিন্ধিল শৰীৰত আৰ ॥২২
কাটন ফুটন শৰ-প্ৰহাৰিলো যত।
পৰিলেকে নিবিন্ধিল ইহাৰ গাৱত ॥২৩
কিনো তোক অবধ্য কৰি ব্ৰহ্মাদিলা বৰ।
কিছুকো নোৱাৰে পৰি বৰ বৰ শৰ ॥২৪
শীঘ্ৰে বন্দী কৰোঁ আৰু মাৰণ নযাই।
শত্ৰুবল বাঢ়ে বিলম্বক সুযুৱাই ॥২৫
প্ৰথম যোগত শেষে নেদয় আয়ুধি।
ব্যাধি বাঢ়ি গৈলে পাছে হত হোৱে বুদ্ধি॥২৬
ৰাক্ষসৰ বচন বানৰে আছে হৃষি।
নাগপাশ হানি মোক কৰিবেক বন্দী ॥২৭

বন্দী কৰি নিয়া কৰিবেক খণ্ড ভণ্ড।
ৰাজাৰ আগক নিলে কৰিবেক দণ্ড ॥২৮
হানিলে ব্ৰহ্মাৰ পাশ হনুৰ গাৱত।
বাণ পৰি ছিৰিল হনুৰ শৰীৰত ॥২৯
ব্ৰহ্মাদেৱে কৰিল আমাক উপহাস।
দুনাই আনি বান্ধিবো বানৰা কৈক যাস॥৩০
চলি গৈল ইন্দ্ৰজিত ব্ৰহ্মাৰ পাশক।
হেন থলে কোপ ঘোৰ কৰিলা কিসক ॥৩১
বান্ধন নযাই যে কিসৰ নাগপাশ।
হেন দেখি ব্ৰহ্মা দেৱে তুলিলন্ত হাস ॥৩১
মনে মনে গুণন্ত আসজ ভৈল কায।
কপি বন্দি নভৈলেয়ো মোহোৰেসে লাজ॥৩৩
পৱনৰ তনয় অবধ্য হনুমন্ত।
ৰামদূত হুয়া যে লঙ্কাত আছিলন্ত ॥৩৪
সীতাকো দেখিল কাৰ্য্য কৰিল বিশেষ।
বন্দী ছলে দেখন্তোক লঙ্কা যেন যেন দেশ॥৩৫
গুৰু সুমৰি তই অকাৰ্য্য কৰিলি।
গুৰুক নাৰাধি ব্ৰহ্মা অস্ত্ৰক হানিলি ॥৩৬
হেনমন্দ কাৰ্য্যক কিসক আচৰিলি।
গুৰু পাৱ নবন্দিয়া পাপক সঞ্চিলি ॥৩৭
অধৰ্ম্মক আশে গুৰু মনত নলৈলি।
মুগুধ ৰাক্ষস ভাল মন্দ নাজানিলি ॥৩৮
অৱলেপ কৰি তই কপিক হানিলি।
পকা কল থৈয়া কঞ্চা ফলক পাৰিলি ॥৩৯
আপুনিও লাজ ভৈলে কুযশক পাইলি।
ৰাক্ষস কুলৰ বৰ কীৰ্ত্তিক অনাইলি ॥৪০
কিছুক নোৱাৰি তই এবে আসি ভৈলি।
আগ পাছ নুগুনিয়া কোন কাৰ্য্য কৈলি॥৪১
গুৰুসে পৰম বন্ধু গুৰু আদিদেৱ।
গুৰু বিনে ত্ৰিজগতে আন নাই কেৱ ॥৪২
গুৰুক সুমৰি যেবে কৰয় সন্ধান।
হানিলয় তেবেসে ব্ৰহ্মাৰ নাগবান ॥৪৩
তই নুসুমৰিলে গুৰুৰ চৰণক।
নাগপাশ কিসক হানিলে বানৰক ॥৪৪
গুৰুক সুমৰি যেবে তই হান শৰ।
তেতিখনে মাৰিয়া পেশিবি যমঘৰ ॥৪৫
গুৰুক সুমৰি গৈয়া ঝাণ্টে বাণ হান।
তেবে বন্দি নভৈলে কৰিবে অপমান ॥৪৬
ব্ৰহ্মাৰ বচনে হৰষিত বৰ মনে।
ৰণভূমি পাইল আসি সত্বৰ গমনে ॥৪৭
গুৰুক প্ৰণামি বাণ ধৰি দুই হাতে।
যুদ্ধক প্ৰবন্ধি থিত অশোকা বনতে ॥৪৮
এবে তোক মাৰিবো বানৰা কৈক যাস।
ব্ৰহ্মাৰ অস্ত্ৰ কৰিআছ উপহাস ॥৪৯
ইন্দ্ৰজিতে ৰণমাজে ব্ৰহ্মাক নমিল।
মাৰুতিক লাগি ব্ৰহ্ম অস্ত্ৰক হানিল ॥৫০
ব্ৰহ্ম অস্ত্ৰ দেখি কপি ভৈল হৰিষিত।
বন্ধন নভৈলে ব্ৰহ্মা হোৱয় লজ্জিত ॥৫১
বন্দি হুয়া কৌতুকে ৰাৱণা আগে যাইব।
নগৰৰ নৰনাৰী মোক বেঢ়ি চাইব ॥৫২
তেবেসে কৌতুক আমি পাইবোহো বিস্তৰ
এহি বুলি বন্ধন লৈলন্ত কপিবৰ ॥৫৩
চেতন হৰিলা কপি ভৈলা আকুলিত।
গিৰিসিত কৰি আসি পৰিলা ভূমিত ॥৫৪
বন্ধনক লৈয়া বীৰে গুণে মনে মন।
চাৰিয়ো জাতিত কৰি অকুলীন জন ॥৫৫
মদ্য মাংস শোণিতক খাই দিনে ৰাতি।
ব্ৰহ্ম অস্ত্ৰ হানি মোক পাইলেক খিয়াতি॥৫৬
বান্ধ এৰাইবাক পাৰোঁ আপোনাৰ বলে।
লঙ্কা খান দেখোঁ গৈয়া বন্ধনৰ ছলে ॥৫৭
ত্ৰিদশৰ বৰত অবধ্য তিনি লোকে।
পাপিষ্ঠ ৰাক্ষসে কি কৰিতে পাৰে মোকে॥৫৮
হনুমন্ত বৰ বীৰ ইন্দ্ৰজিতে জানি।
আপুনিয়ে মাৰুতিক বান্ধিলেক টানি ॥৫৯
ৰাক্ষস লোকক বোলে আৰ কিবা চাহা।
ঝাণ্টে সাঙ্গি বান্ধি নিয়া ৰাজাত ভেটাহা॥৬০
ইন্দ্ৰজিত বাণী শুনি ৰাক্ষসৰ গণে।
দৃঢ়কৰি আনি সাঙ্গি বান্ধিলা তেখনে ॥৬১
দেখিলে বানৰ বৰ অচেতন ভৈল।
ইন্দ্ৰজিতে হৰিবে অস্ত্ৰক লৈয়া গৈল ॥৬২
মাৰুতিক দেখিয়া ৰাক্ষস ক্ৰোধ কৰি।
মাৰৈ কিল মুকুক চৰৰ হাতগৰি ॥৬৩
লাথি ভুকু মাৰৈ সবে কৰে গিৰগিৰি।
মৰা যেন মনুমন্তে আছে দান্তভৰি ॥৬৪
কোহোবোলে বানৰা মাৰিলে মোৰ ভাই।
কেহো বোলে মাৰিলেক খুৰত মোমাই ॥৬৫

কৈৰ পৰা আসিলে লঙ্কাৰ অগ্নিকুণ্ড।
এহি বুলি পৰিঘে কোবাৰে আসি মুণ্ড ॥৬৬
ঘসায়া পিসায়া লোটায়া শেথলায়া।
সাঙ্গি বাৰি বান্ধিয়া কান্ধত তুলি লৈয়া ॥৬৭
ৰহন্তে ৰহন্তে প্ৰজা হতাশ নভৈল।
কতো দূৰ নিয়া পাছে গিৰিসাই গৈল ॥৬৮
ৰাক্ষসৰ কান্ধে কপি বন্দী হুয়া যান্ত।
মাথা তুলি দিব্য সভাখান দেখিলন্ত ॥৬৯
সভাৰ মাজত বৰ দিব্য সিংহাসনে।
চতুৰ্দ্দিশে বেঢ়ি আছে মন্ত্ৰী পাত্ৰগণে ॥৭০
প্ৰহস্ত নিকুম্ভ মহাপাৰ্শ্ব সহোদৰ।
পৃথিবীক বেঢ়ি যেন চাৰিয়ো সাগৰ ॥৭১
আনো যত বীৰগণ মাই আগে পাছে।
অস্ত্ৰশস্ত্ৰ ধৰিয়া যুজৰ সব কাছে ॥৭২
সেহি সিংহাসনে বসি আছে লঙ্কেশ্বৰ।
দশশিৰ কুৰি বাহু দেখি ভয়ঙ্কৰ ॥৭৩
মাৰুতিৰ দেখি আতি মনত বিস্ময়।
ভালেতো ৰাৱণে কাকো ভয় নকৰয় ॥৭৪
আৰু সম সুখী ৰাজা নাহি ৰবিতলে।
সীতাক হৰিলে আৰু কোন বিধি ছলে ॥৭৫
পুনৰপি নিশাচৰে সাঙ্গি বান্ধি লৈল।
ৰাজাৰ আগত নিয়া গিৰিসাই গৈল ॥৭৬
বন্দী বানৰক দেখিলেক লঙ্কেশ্বৰ।
প্ৰহস্তক বোলে পুছ কোণেৰ বানৰ ॥৭৭
কি কাৰ্য্যক মাৰিলে আমাৰ নিশাচৰ।
জম্বুমালী বীৰ আৰু অক্ষ যে কুমাৰ ॥৭৮
প্ৰহস্ত বোলয় অৰে কোণেৰ বানৰ।
মিছা নুবুলিবি তই কিছু নাই ডৰ ॥৭৯
তোক মাৰি আমৰা কমন যশ পাইবো।
স্বৰূপ কহিলে তোক মেলিয়া পঠাইবো ॥৮০
ৰাজাৰ বিচিত্ৰ খান ক্ৰীড়াৰ ভুবন।
অশোকা বনিকা কেনে কৰিলিহি ছন ॥৮১
কোনেবা পঠাইলে তোক আইলিকি কাৰণে।
ইন্দ্ৰৰ চৰিয়া পঠাইলন্ত নাৰায়ণে ॥৮২
কিবা যমে পঠাইলন্ত কিবা দিনকৰে।
কিবা ৰামদূত আইলে লঙ্কাৰ ভিতৰে ॥৮৩
হনুমন্তে বোলন্ত শুনিয়ো মোৰ বাণী।
লঙ্কা ৰাজ্য দেখিবাক আইলোঁ আপুনি ॥৮৪
ইন্দ্ৰে নপঠাইল নপঠাইল নাৰায়ণে।
ৰামদূত হেন মোক জানে কোন জনে ॥৮৫
যমৰাজে দিনকৰে পঠাইবন্ত কেনে।
তবল বানৰজাতি আসি ভৈলো হেনে ॥৮৬
ৰাজাৰ শ্ৰীমুখ অতি দেখিবাক স্বাদ।
সি কাৰণে আমাৰ দাৰুণ অপৰাধ ॥৮৭
আপোনাৰ প্ৰাণ ৰক্ষা নপাৰে কাৰণে।
ৰাক্ষসগনক মই মাৰিলোহোঁ ৰণে ॥৮৮
কুমাৰক মাৰিবাক সুহুৰিবা মোকে।
শাস্ত্ৰে বিহি আছে ই পণ্ডিত সব লোকে ॥৮৯
একোয়ে প্ৰকাৰে যেবে এৰাইতে নোৱাৰি।
আততায়ী ভৈলে পাছে ব্ৰাহ্মণকো মাৰি ॥৯০
প্ৰহস্তে বোলয় তোৰ কথা নোহে সক্ষা।
যতেক কহিলি মানে সব তোৰ মিছা ॥৯১
এখন স্বৰূপ কহ অধম বানৰ।
প্ৰাণ খানি ৰক্ষা কৰ মিছাত নমৰ ॥৯২
মাৰুতি বোলয় শুন কথাৰ প্ৰস্তুত।
জম্বুদ্বীপ হন্তে আইলো ৰাঘৱৰ দূত ॥৯৩
সীতাকো দেখিলো সাগৰতে ভৈলো পাৰ।
স্বৰূপ বচন ৰাজা শুনিয়ো আমাৰ ॥৯৪
বালী ৰাজা আছিল তোমাৰ বৰ ইষ্ট।
বানৰৰ ৰাজা তান সুগ্ৰীৱ কনিষ্ঠ ॥৯৫
তেহেন্তে সন্দেশ কথা পঠাইলে তোমাক।
সকলে কহিবো কৰ্ণ পাতি শুন তাক ॥৯৬
অৱধ্য দুৰ্জ্জয় বীৰ ৰাম হেন জানি।
মাথে তুলি সীতাদেৱী সমৰ্পিয়ো আনি ॥৯৭
আমাৰ বচন শীঘ্ৰে কৰিয়ো প্ৰবন্ধ।
তেৱেসে জানিবা নিষ্ঠে ৰক্ষা পৰৈ কন্ধ ॥৯৮
এতেক বচন শুনি নৃপতি ৰাৱণ।
ক্ৰোধ কৰি বোলে অৰে শুন পাত্ৰগণ ॥৯৯
সবে বানৰক কিল বাৰি দেস জাক।
কোটি কোটি ধাইল শুনি নৃপতিৰ বাক ॥১০০
গদা মুদগৰে কোবাবয় ভিন্দিপালে।
পৰিঘে কোবাৰে কেহো চৰ ডাৱে গালে ॥১০১
ৰাক্ষসৰ বলে যত পৰাভৱ দেন্ত।
হনুমন্তে কপটে কৰন্ত কেন্ত কেন্ত ॥১০২
শুনা ৰামায়ণ সভাসদ যত লোক।
ৰামৰ সেৱাৰ দেখা পৰম মহত্ব ॥১০৩

ত্ৰৈলোক্য সম্পদ যিটো৷ ৰাজা লঙ্কেশ্বৰ।
ৰামদূত হনুমন্ত বনৰ বানৰ ॥১০৪
একেশ্বৰে লঙ্কাত লগাইলে খলমলি।
ৰাৱণক চমক দেখাইলা মহাবলী ॥১০৫
শ্ৰীৰাম চৰণ সেৱাৰ দেখা৷ বল।
জানি ভজা৷ ৰাঘৱৰ চৰণ কমল ॥১০৬
পৰম যতনে নিতে সন্তৰ সঙ্গত।
শ্ৰৱণ কীৰ্ত্তন মাত্ৰ কৰিয়ো মনত ॥১০৭
এতেকে স সাব তাপ তৰিবাহাঁ৷ সুখে।
পলাওক পাতক ৰাম ৰাম বোলা৷ মুখে॥১০৮

২৬ অধ্যায়।

ছবি।

হসিত বদন, পৱন নন্দন,
হা ওঁৰে দুষ্ট ৰাৱণা।
লঙ্কাত নৃপতি, তই যোগ্য নোহস,
পাপিষ্ঠ মুগুধ জনা ॥১
ভাল বোলন্তে যে, বসিতি ভাগয়,
হিতক দেখহ মন্দ।
সুগ্ৰীৱ ৰাজাৰ, মুঠিৰ প্ৰহাৰে,
তোৰ পৰিবেক কন্ধ ॥২
মোহোৰ সমান, ভালুক বানৰ,
কতো মোত কৰি চাৰ।
ৰামৰ আদেশে, সীতাক খোজই,
সাতো সাগৰৰ পাৰ ॥৩
হেন কি ৰামক, ঠেস নকৰস,
কটকটাই তোৰ ধাঁৰ।
ৰামৰ ভাৰ্য্যাক, সীতাক হৰিলে,
যমৰাইক দিলে ধাৰ ॥৪
জগতৰ দ্ৰোহ, আচৰিয়া সুখে,
লঙ্কাত বহিলে ভালে।
সীতাক আনিয়া, আবেসে নশিলে,
গ্ৰসিলেক তোক কালে ॥৫
সমস্তে ৰাক্ষস, কুলৰ পাপিষ্ঠ,
তই ভৈলে অধোগামী।
এতিখনে তোক, মাৰিবাক পাৰোঁ,
ধৰ্ম্মক নেৰোহোঁ৷ আমি ॥৬
মাটিত চাপৰ, মাৰিয়া ৰাঘৱে,
কৰিয়াছা অঙ্গীকাৰ।
মোহোৰ ভাৰ্য্যাৰ, বৈৰৰ নিচয়ে,
মইসে চিন্তিবো মাৰ ॥৭
প্ৰভু ৰাঘৱৰ, অঙ্গীকাৰ ছন,
যিহেতু নকৰোঁ মই।
তাতেসে মোহোৰ, হাতত ৰাৱণা,
জীৱন্তে ৰহিলে তই ॥৮
তই আছ উত্তম, সিংহাসনে বসি,
মই আছো পৰি ভূমিত।
এতিখনে তোক, নগাইবাক পাৰোঁ,
ৰামহাতে ধৰি চুলিত ॥৯
যতেক ৰাক্ষসে, মোক কোবায়য়,
তোহোৰ ৰঙ্গ বঢ়ায়ে।
তই আসি মোৰ, পাৱক মৰ্দ্দস,
ধৃতি হৌক মোৰ গাৱে ॥১০
জাজ্বল্য সমান, ক্ৰোধে জ্বলি বোলে,
বানৰক কৰ দণ্ড।
মোহোৰ আগত, এতিখনে আক,
কাটি কৰ খণ্ড খণ্ড ॥১১
পশুজাতি হয়া, মোক বিগুতয়,
অধম আতি বৰ্ব্বৰ।
কহিবা প্ৰহস্ত, আৰ কিবা চাস,
কাণ্টে খাণ্ডা তুলি ধৰ ॥১২
হেন বাণী শুনি, বিষ্ণুত ভকত,
বিভীষণে চালি গায়।
কাতৰ কৰোহো, দাদা লঙ্কেশ্বৰ,
ইটো৷ কোপ বাহুৰাৰ ॥১৩
চৌধয় শাস্ত্ৰত, আপুনি পাৰ্গত,
ধৰ্ম্মক এৰিয় কিক।
কোনানা৷ শাস্ত্ৰত, দেখিয়া আছৰ,
দূতৰ এ প্ৰাণান্তিক ॥১৪
যেহেন শুনয়, তেহেন বোলয়,
দূতৰ হেনসে নয়।
প্ৰাণান্তিক ভৈলে, দূতে কদাচিতো,
মিছা বাণী নোবোলয় ॥১৫
মাথা মুণ্ডি পাক, চিৰলা কৰিয়ো,
গালে দিয়া কালি চুণ।
দূতৰ শাস্তিয়ে, প্ৰাণান্তিক মুহি,
গাৱে কৰ কিছু খুন ॥১৬

উচিত বচন, বুলিলে বপাই,
পণ্ডিত আমাৰ ভাই।
ক্ৰোধৰ বেগত, দূতক দণ্ডিয়া,
ক্ষেণে অপযশ পাই ॥১৭
কমন অঙ্গত, খুন কৰিবোহোঁ,
যেন হোৱে ৰণ্ড ভণ্ড।
যি গোটে পঠাইল, অপমান পাওক,
দূতৰ দেখিয়া দণ্ড ॥১৮
বানৰ জাতিৰ, লাঙ্গেসে ভূষণ,
সব শৰীৰৰ মূল।
আমাত আবেসে, স্ববুদ্ধি কড়িল,
পঠায়ো পুৰি লাঙ্গুল ॥১৯
যিগোটে ইহাক, দূত পঠাইলেক,
তাৰ প্ৰতিফল পাওক।
ৰাম লখমনে, সুগ্ৰীৱে দেখোক,
ছেঙ্কা পোৰা হুয়া যাওক ॥২০

---

২৭ অধ্যায়।

হনুমন্তৰ নেজত জুই দিয়ে, আৰু সেই জুইয়ে
হনুমন্তই লঙ্কা দগ্ধ কৰে

পদ।

ৰাক্ষস লোকক আদেশিলেক ৰাৱণে।
ঝাণ্ট কৰি মোৰ ভাণ্ডাৰৰ বস্ত্ৰ আন ॥১
বান্দৰাৰ লাঙ্গুত বান্ধিয়ো টানি টানি।
তেলে সমে জোৰবায়ো ভণ্ডাৰৰ আনি ॥২
ৰাজাৰ বচনে ভাণ্ডাৰৰ বস্ত্ৰ আনি।
বানৰাৰ লাঙ্গুত বান্ধিয়া টানি টানি ॥৩
কাপোৰে নোজোৰেতৈল সবে ভৈলক্ষয়।
পুনু পুনু মাকতিৰ লাঙ্গুল বাঢ়য় ॥৪
পকাই পকাই লাঙ্গ বঢ়াই হনুমন্ত।
কত বস্ত্ৰ লাগিল নাহিকে আদিঅন্ত ॥৫
কৰযোৰ কৰি পাছে ভণ্ডাৰী বোলয়।
ভণ্ডাৰৰ তৈল বস্ত্ৰ সবে ভৈল ক্ষয় ॥৬
ৰাজা বোলে ভণ্ডাৰী কৰ্পূৰ দেও খাইঁ।
মন্দোদৰী পাশক সত্বৰ কৰি যাহাঁ ॥৭
সহস্ৰ কন্যাৰ তেন্ত মুখ্য পটেশ্বৰী।
সবাহাৱে বস্ত্ৰ দেওক খান খান কৰি ॥৮
হেন শুনি ভণ্ডাৰীয়ে নথাকিল ৰৈয়া।
অন্তেৰ পুৰত সিটো প্ৰবেশিল গৈয়া ॥৯
কৰযোৰে ভণ্ডাৰি যুৰিলা যোৰহাত।
আই পটেশ্বৰী বুলি নমিলেক মাথ ॥১০
নতো শুনা মাৱ তুমি ভৈল আথান্তৰ।
তোমাৰ পাশক পঠাইলন্ত লঙ্কেশ্বৰ ॥১১
জম্বুদ্বীপ হন্তে মাৱ কপি এক আইল।
ইন্দ্ৰজিতে বান্ধি আনি ৰাজাত ভেটাইল ॥১২
লাঙ্গে জুই দিবে আদেশিল লঙ্কেশ্বৰ।
ভণ্ডাৰৰ বস্ত্ৰ ক্ষয় ভৈল নিৰন্তৰ ॥১৩
মন্দোদৰী বোলে কিনো মিলিল অকায।
আবেসে জানিলোঁ ছন্ন ভৈল লঙ্কাৰাজ ॥১৪
এবে যেবে বস্ত্ৰ মই দিয়া নপঠাওঁ।
ৰাজাৰ বৈলখে বৰ গৰিহাক পাওঁ ॥১৫
ৰাজ পটেশ্বৰী হেন মনে গুণি চাইল।
খান খান কৰি সবে কাপোৰ অনাইল ॥১৬
বস্ত্ৰ আনি ভণ্ডাৰীৰ হাতে আনি দিল।
বস্ত্ৰ পায়া ভণ্ডাৰিয়ো তেখনে চলিল ॥১৭
সিও বস্ত্ৰ নিয়া পাছে লাঙ্গুত মেৰাইল।
একো মতে বানৰাক যোৰন নযাইল ॥১৮
কৰযোৰে ভণ্ডাৰীয়ে বুলিল ৰাজাক।
আই সকলৰ বস্ত্ৰে নাটিল ইহাক ॥১৯
ৰাজা বোলে ভণ্ডাৰী বানৰ বলিয়াৰ।
বস্ত্ৰ কাটি আন গৈয়া জানকী সীতাৰ ॥২০
সহস্ৰ ৰাক্ষসী আছে তাইক ৰক্ষা কৰি।
তাসম্বাৰো কাটি আন খান খান কৰি ॥২১
সীতাৰ বস্ত্ৰৰ লাগ্ৰ শুনি হনুমন্ত।
মনত বিষাদে কপি পৰামৰিশন্ত ॥২২
পৱন তনয় আপোনাৰ মনে জানি।
দীঘল লাঙ্গক তান ছুটাইলেক আনি ॥২৩
ডাইন পাক গুচি লাঙ্গ বাম পাক কৈল।
উলট পাকত লাঙ্গ আতি হ্ৰস্ব ভৈল ॥২৪
যেনে তেনে তৈলে বস্ত্ৰ অৰ্দ্ধেক তিতিল।
অগনি লগায়া হনুমন্তক তুলিল ॥২৫
টানি জৰি গলত বান্ধিল দৃঢ় কৰি।
নগৰ ফুৰাইতে তাক নিল হাতে ধৰি ॥২৬
হুল স্থুল লঙ্কাত লাগিল কোলাহল।
ছৱাল যেলেকে যেঢ়ি কৰে হাত তাল ॥২৭

ঢাক ঢোল উঝলি মৃদঙ্গ লঙ্কা জুৰি।
সবে মিলি চাহঁা ৰানৰাৰ লাঙ্গ পুৰি ॥২৮
ৰাক্ষসৰ মাজে কপি বন্দী হুয়া যান্ত।
আপোনাৰ মনত আপুনি গুণিলন্ত ॥২৯
ৰখিয়া বৰ্গক আমি এতিথনে মাৰি।
ৰাম লক্ষ্মণৰ সমীপক যাইতে পাৰি ॥৩০
থাল খোপ পুৰিবোহোঁ গুচাইবো সংগ্ৰাম।
দুৰ্গম গুছায়া ভূমি কৰিবোহোঁ সম ॥৩১
তেবেসে লঙ্কাক আসিবাৰ ফল হোৱে।
মনে মনে আলোচন্ত পৱনৰ পোৱে ॥৩২
দেখিয়া সৰমা গৈল জানেকীৰ ভিতা।
আথান্তৰ কথা মায় নতো শুনা সীতা ॥৩৩
তোমাৰ বানৰ লঙ্কেশ্বৰে বন্দী পাইল।
লাঙ্গত অগনি দিয়া নগৰী ফুৰাইল ॥৩৪
হেন শুনি গোসানীৰ বাঢ়ি গৈল শোক।
হা হা যম কিক লাগি নেনিলহা মোক ॥৩৫
স্বামী মোৰ বাৰ্ত্তাক পাইবন্ত চিৰকালে।
তাতো নিন্দিলেক বিধি মোহোৰ কপালে ॥
প্ৰণামোঁ অগনিদেৱ বায়ু তযু সখা।
হনুমন্ত পুত্ৰ মোৰ পুত্ৰৱতে ৰাখা ॥৩৭
যেবে মই নজানোহো শ্ৰীৰামত পৰে।
শীতল হুয়োক হনুমন্তৰ শৰীৰে ॥৩৮
অগনিক সীতা যেবে স্তুতি কৰিলন্ত।
নদহন্ত অগনিয়ে শীতলে জ্বলন্ত ॥৩৯
হনুমন্তে সুস্থ হুয়া মনত গুণন্ত।
সীতাৰ প্ৰসাদে মোক বহ্নি নদহন্ত ॥৪০
দেবীৰ প্ৰসাদে মোক নদহন্ত বহ্নি।
ভূপিতিক কৰাওঁ লগাওঁ লঙ্কা ছনি ॥৪১
ভাঙ্গৰ দীঘল আছিলেক কলেৱৰ।
অল্পদেহা কৰি জৰি গুছাইলা গলৰ ॥৪২
কৰি শিৰোগত আতি ৰামৰ চৰণ।
মাধৱকন্দলী বিৰচিল ৰামায়ণ ॥৪৩
নিমজোক মন মোৰ চৰণে ৰামৰ।
বোলাঁ ৰাম ৰাম সভাসদ নিৰন্তৰ ॥৪৪

৮২ অধ্যায়।

ছুলৰি।

পুণৰপি বীৰে, শৰীৰ বঢ়াইল,
ঊৰ্দ্ধক লাঙ্গুল তৰি।
আলগ সঞ্চাৰে, ডেৱ কৰিলন্ত,
কতো দূৰ গৈয়া পৰি ॥১
আথে বেথে গৈয়া, সোণাৰ তম্ভক,
দুইহাতে লৈল উপাৰি।
ৰাক্ষস বৰ্গৰ, সবাৰো কোৰাই,
ঠেঙ্গ ভাঙ্গিলন্ত ৰাৰি ॥২
কতোহো মাৰিল, কতোহো পলাইল,
দূৰত কতো পৰিল।
এক লাম্ফ দিয়া, বীৰ হনুমান,
ধৱলিঘৰে চড়িল ॥৩
ধৱলিঘৰত, বসি হনুমান,
আথাকৈ লাঙ্গ আফালি।
ইঘৰে সিঘৰে, চালৰ ওপৰে,
লৈযান্ত অগনি জ্বালি ॥৪
ইঘৰে সিঘৰে, মণ্ডল আকাৰে,
সব নগৰক ছনি।
আঠ গুণ প্ৰাণ, দশ গুণ বল,
হনুয়ে জ্বালে অগনি ॥৫
বায়ুয়ে বোলন্ত, পুত্ৰ হনুমন্তে,
সমস্তে লঙ্কা দহন্ত।
অগনিৰ সখা, হুয়াসি পৱন,
লঙ্কাক ছানি বহন্ত ॥৬
সহস্ৰ সংখ্যাত, মাণ্ডলি ফুটই,
আকনা শবদ বোল।
লঙ্কা নগৰীক, ধূমে বিয়াপিল,
স্বৰ্গ মণ্ডলৰ কোল ॥৭
প্ৰসাদ সকল, খসিয়া পৰয়,
বিচিত্ৰ ধৱলিঘৰৰ।
প্ৰলয়ৰ বাৰে, ঢৌ উঠলিল,
উত্তাল ভৈল সাগৰ ॥৮
কেহো কল কাটে, কেহো মাটি সিঞ্চে,
কেহো আনি ঢালে জল।
মুমাইবে নোৱাৰি, চেষ্টা পোৰা ভৈল,
গাৱত নাহিকে বল ॥৯
একোয়ে প্ৰকাৰে, লঙ্কাৰ অগনি,
নিমান যেবে নযাই।
কাথতীললায়ে, যত ঘৰ পাৱে,
তাকো খেদি খেদি খাই ॥১০

ৰাৱণ ৰাজাৰ, বৰ ভয় ভৈল,
বানৰৰ দেখি কায।
ইন্দ্ৰজিত আদি, প্ৰহস্ত সহিতে,
পলাই সব সমাজ ॥১১
ৰাজা পলাইবাৰ, দেখিয়া সকল,
ৰাক্ষসগণ পলান্ত।
পুত্ৰ পৰিবাৰা, সবাকো এৰিয়া,
জীৱ ৰাখি মাত্ৰ যান্ত ॥১২
জয় জয় ৰাম, প্ৰভু ৰঘুপতি,
তুমি অগতিৰ গতি।
তোমাৰ অভয়, চৰণ পঙ্কজে,
কৰোহোঁ সদা প্ৰণতি ॥১৩
পৰম মঙ্গল, তযু গুণ নামে,
হৰে ভকতৰ ভয়।
তেজি আন কাম, বোলা ৰাম ৰাম,
যত সমাজিক চয় ॥১৪

২৯ অধ্যায়।

পদ।

কতো দূৰ হন্তে দেখি দগধ নগৰী।
কুটুম্বে কুটুম্বে কান্দে গলাগলি কৰি ॥১
অন্ধলা পেঙ্গুৰা ছুৱা গৰ্ভিনী নাৰী।
যতেক মৰিল তাক বৰ্ণাইতে নপাৰি ॥২
সমস্ত লঙ্কাৰ ঘৰ পুৰি হনুমন্ত।
আউল আউল কৰি বায়ু চৌপাশে বহন্ত॥৩
বৃক্ষ সব ভাগে হস্তী ঘোঁড়া পুৰি মৰে।
গিৰ গিৰ শবদ আক্ৰোশে বহ্নি কৰে ॥৪
লঙ্কাৰ দগধ দেখি সৰমা ৰাক্ষসী।
সীতাৰ পাশক গৈয়া কৌতূহলে বসি ॥৫
হাস্য কৰি বোলে সীতা শুন প্ৰাণসখী।
তোমাৰ সম্পদ কাল আমি আছো লখি ॥৬
তোমাৰ বানৰে লঙ্কেশ্বৰে বন্দী পাইল।
লাঙ্গুত অগনি দয়া নগৰী ফুৰাইল ॥৭
পৰ্ব্বত সমান হুই মায়াবী বানৰ।
ভেৰ দিয়া চড়িল ৰাজাৰ ধৌলিৰৰ ॥৮
ধৱলিৰৰত পৰি লাঙ্গুলৰ জুই।
সব লঙ্কা পুৰি যাই ভস্মীভূত হুই ॥৯
চালে চালে ভেৰ দিয়া ফুৰিল লঙ্কাৰ।
সবে লঙ্কা পোৰয় অগনি একাকাৰ ॥১০
উন পঞ্চাশত বায়ু লঙ্কাত বহিল।
নিশেষ কৰিয়া সবে অগনি দহিল ॥১১
লঙ্কা পুৰি হনুমন্ত কৰিলন্ত চুৰ।
তাত পাছে পুৰিলা ৰাজাৰ অন্তেষপুৰ ॥১২
লোমকৰ্ণ প্ৰহস্তৰ বিদ্যুৰ জিহ্বৰ।
কুমাৰকো পুৰিলন্ত দিব্য বাসঘৰ ॥১৩
সুৱৰ্ণ মাণিক সবে ৰতন পোৱালে।
বিশ্বকৰ্ম্মে প্ৰবন্ধে নিৰ্ম্মিলা চিৰকালে ॥১৪
প্ৰবন্ধেসে গঢ়িল নামিয়া স্বৰ্গ হন্তে।
দণ্ডেকৰ বোলে পুৰিলন্ত হনুমন্তে ॥১৫
হেন শুনি দেৱী ভৈলা পৰম হৰিষ।
মাথা তুলি চাহিলন্ত পুৰিবাৰ দিশ ॥১৬
কতোক্ষণ কথা কৈল সৰমা সহিতে।
আতিশয় মনোৰঙ্গ হুইহানো তহিতে ॥১৭
সাদৰে মাতিলা সীতা সৰমাক চাই।
তুমি সম সুহৃদ আমাৰ আন নাই ॥১৮
লঙ্কা পুৰি হনুমন্তে ভৈলন্ত হতাশ।
সাগৰ মাজক লাগি কৰিলন্ত ঝাস ॥১৯
আকাশৰ বাণী বীৰে শুনিলা তহিত।
মুখে চুকি অগনিক পেলায়ো ত্বৰিত ॥২০
শুনি হনুমন্তে কৌতুকক বৰ পাইল।
মুখে চুকি অগনিক তেখনে নিমাইল ॥২১
স্বস্থ ভৈলা হনুমন্ত গুচিল প্ৰয়াস।
লঙ্কাক চাহিয়া বীৰে তুলিলন্ত হাস ॥২২
শ্ৰীৰামৰ চৰণক কৰি নমস্কাৰ।
কেশৰী বায়ুক প্ৰণামিলা বাৰে বাৰ ॥২৩
লঙ্কাক পুৰিয়া বীৰ হৰিষিত মনে।
মাথৰে ভনিল শ্ৰীৰামৰ চৰণে ॥২৪
উজানি বাহন্তে মই বাহিলোঁহো ভাটি।
লাভক চাহন্তে মূলক কৰিলোঁহো মাটি ॥২৫
লঙ্কাক দহন্তে মই একো নচাহিলোঁ।
নগৰৰ লগে সীতা দেৱীকো দহিলোঁ ॥২৬
এতেসে জানিলোঁ জীৱনৰ নাহি ফল।
ফাট দিয়া বসুমতী যাও ৰসাতল ॥২৭
এহি অগনিতে মই জাম্প দিয়া মৰোঁ।
সুহি তেৰে বাঢ়য় অগনি কাস কৰোঁ ॥২৮
হনুমন্ত অনেক গুণন্ত মনে মন।
চঞ্চল বানৰ জাতি আতি অচেতন ॥২৯

শান্তী সীতা দেবীক দহিব বহ্নি কিক ।
এক মুহি সীতায়ে দহন্ত অগনিক ॥৩০
এতহন্তে হনুমন্তে মনে অবগাই ।
চিত্ত থিৰ হৌক আসো গোসাঁনীক চাই ॥৩১
একো কালে অগনি নযাইব সীতাবন ।
দেখিলেহে তথাপিতো থিতি হোৱে মন ॥৩২
লঙ্কা পুৰি হনুমন্তে কৰিলন্ত ছন্ন ।
দেশক যাইবাক লাগি উত্তৰিল মন ॥৩৩
সীতাক দেখিতে গৈলা কপি মহাবীৰে ।
দেখি হৰিষিতে প্ৰণামিলা জানু শিৰে ॥৩৪
সাফল ৰামৰ আমি পাৱ আৰাধিলো ।
লঙ্কা পুৰি বন ভাঙ্গি কাৰ্য্যক সাধিলো ॥৩৫
ৰামৰ পাশক যাওঁ আছিয়ো গোসাঁনী ।
তোমাৰ বচনে মাৱ আমাৰ মেলানি ॥৩৬
সীতায়ে বোলন্ত বাপু এৰি যাইবে মোক ।
তই এৰি গৈলে বাপু পাইবো বৰ শোক ॥
নতো এৰি যান্তে মোৰ দগধ হৃদয় ।
তই এৰি গৈলে মোৰ কেনে প্ৰাণ সয় ॥৩৮
লঙ্কাক পোৰন্তে বাপ ভৈলেহে হতাশ ।
ৰাত্ৰি গোট ৰক্ষ আজি গুচোক প্ৰয়াস ॥৩৯
কতো দূৰে গোপ্য থানে লুকি দিয়া থাক ।
কালি যাইবে প্ৰভাতে আশ্বাস বুলিবাক॥৪০
সীতাৰ বচন মানে কৰ্ণ পাতি শুনি ।
সীতাকো অভয়বাণী বুলিলা আপুনি ॥৪১
অপ্ৰয়াসে শ্ৰীৰামে নিৰন্ত আসি সাজি ।
বিলম্বত কাৰ্য্য নাই লৰি যাওঁ আজি ॥৪২
সীতা দেবী যাত্ৰা দিল সৰ্ব্ব সুকুশল ।
ৰক্ষা বান্ধি বুলিলন্ত অব্যাহতে চল ॥৪৩
দেবীৰ নয়নে জল পৰিবাৰ দেখি ।
মাৰুতিৰ ক্ৰন্দন লৰিল হুকহুকি ॥৪৪
লঙ্কা পুৰি ৰাৱণৰ দুখক জনিয়া ।
জনক জীউৰ দুই চৰণ বন্দিয়া ॥৪৫
অৰিষ্ট পৰ্ব্বত আছে সমুদ্ৰ তীৰত ।
ডেৱ দিয়া চড়িলন্ত তাৰ উপৰত ॥৪৬
তাহান সম্ভৰে গিৰি ভাৰ নসহয় ।
জল সব নিকলিল পশু ভৈল ভয় ॥৪৭
টলবল কৰে গিৰি বাজে কল কল ।
পৰ্ব্বতৰ মাজ হেৰে সিংহ হস্তীগণ ॥৪৮
হৰিণ বৰাহ উট গৱয় মহিষ ।
পৰ্ব্বতৰ হন্তে পলাই যাই দশোদিশ ॥৪৯
গিৰি শৃঙ্গ বৃক্ষ শিলা পৰে খসি খসি ।
নাগগনো বিয়াকুল পলাই তৰসি ॥৫০
গন্ধৰ্ব্ব চাৰণ বিদ্যাধৰ যত যত ।
মনোময় ক্ৰীড়া কৰি থাকে পৰ্ব্বতত ॥৫১
গিৰি তল যাই দেখি চিত্ত গৈল ভাগি ।
চমৎকাৰে পলাই থৈল পাজৰক লাগি ॥৫২
অৰিষ্ট পৰ্ব্বত দীঘে যোজন শতেক ।
চৰাৱতো পাঞ্চ মন্দ হোৱয় ততেক ॥৫৩
পথালিয়ো হোৱয় যোজন দশ মান ।
তল গৈয়া গিৰি ভৈল ভূমিৰ সমান ॥৫৪
সাগৰ মধ্যত হনুমন্তে ৰিঙ্গ দিল ।
সিপাৰৰ হন্তে কপি বলেয়ো শুনিল ॥৫৫
সবেয়ো সবাকো বোলে এৰিয়ো বিষাদ ।
কৌতুহলে হনুমন্তে কৰে সি হনাদ ॥৫৬
যিকৰি নাদয় হনুমন্ত মহাবলী ।
সীতাক দেখিল হেন কাৰ্য্যতে আকলি ॥৫৭
যেবে নেদেখিল হন্তে জনকৰ জীক ।
কিল কিল ধ্বনী তেবে কৰিলেক কিক্ ॥৫৮
গিয়াতি বৰ্গৰ বৰ হৰিষ অনেক ।
কেহো গীত গাৱে কেহা হৰিষ প্ৰত্যেক ॥৫৯
কাৰ্য্যক সাধিয়া সবে আসে হনুমান ।
আৱেসে সবাৰে ৰক্ষা গৈল নাক কাণ ॥৬০
মৈনাক পৰ্ব্বত কপি পৰশিলা কৰে ।
গুণত নৰাচ যেন ছুটিল সত্বৰে ॥৬১

## ৮০ অধ্যায়।

হনুমন্ত ধৰি আহাত কপি সৈন্যৰ আনন্দ।

মহেন্দ্ৰ গিৰিত পৰিলন্ত মহাবল ।
পাতাল ভেদিয়া আসি নিকলিল জল ॥১
সবাৰো মাজত বসিলন্ত কপিবৰ ।
সবে পাশ চাপিলন্ত বায়ুৰ পুত্ৰৰ ॥২
কেহো গাৱ মুণ্ড কেহো গলে আটি ধৰে ।
কৃতাঞ্জলি হুয়া কেহো স্তুতি নতি কৰে ॥৩
কেহো বৃক্ষপত্ৰ আনি আনন্দে বিঞ্চন্ত ।
কেহো কেহো আনি মধুফল যোগাৱন্ত ॥৪
জাকে জাকে ৰিঙ্গ পাৰি ধেমালি কৰন্ত ।
ছাপৰিৰ ছেৱে কতো আনন্দে নাচন্ত ॥৫

হৰিষ বদন হনুমন্ত বানৰৰ।
দেখি পাশ চাপিলন্ত অঙ্গদ কুমাৰ ॥৬
দুই হাত মেলি চাপি ধৰিলন্ত গলে।
দুইহন্তো বসিয়া গৈয়া দিব্য শিলাতলে ॥৭
অঙ্গদক আদি কৰি বানৰৰ বল।
পুছিলন্ত হনুমন্ত বাৰ্ত্তা কি কুশল ॥৮
শুনিয়োঁ অঙ্গদ মই যেন দেখিলোহোঁ।
শান্তী সীতা গোসাঁনীৰ সব কথা কহোঁ ॥৯
তিনিয়ো লোকৰ হেম নৈয়ো দেখো ধন্যা।
জনক নন্দিনী সম পতিব্ৰতা কন্যা ॥১০
শান্তী সকলৰ মাজে তাঙ্ক আগে গণি।
সীতা মহাশান্তী সবাহাৰে শিৰোমণি ॥১১
কিনো ভাগ্যৱন্ত ৰাজা পাপিষ্ঠ ৰাৱণ।
গোসাঁনীক হৰিয়া জীৱয় এতিক্ষণ ॥১২
শুনিআছো বশিষ্ঠৰ ভাৰ্য্যা অৰুন্ধতি।
অনসূয়া ৰোহিনীযে লক্ষ্মী সৰস্বতী ॥১৩
চক্ষু নৈয়ো দেখোঁ আমি শুনিয়াছো কাণে।
সীতাৰ সমান শান্তী নুহি এক থানে ॥১৪
এতেক বচন শুনি সব কপি বলে।
ধৰাধৰি লুটা লুটি কৰে কৌতূহলে ॥১৫
ধৰণীত মাথাদি ঊৰ্দ্ধক পাৱ মেলি।
পৃথিবীত লুটি পাৰি কৰৈ কতো কেলি ॥১৬
সাৰি সাৰি হুয়া পৃথিবীত দুই পায়ে।
ঊৰ্দ্ধবাহু কৰি নাচে নানা ভক্তি ভাৱে ॥১৭
মহাৰঙ্গে নাচয় গাৱয় ৰব ধূলি।
ডালত ধৰিয়া কতো ওলমা বাদুলী ॥১৮
জাম্বৱে বোলন্ত বাপু শুনা বায়ুসুত।
কেন মতে লঙ্কা গৈলা কহিয়ো প্ৰস্তুত ॥১৯
কি কৰন্ত গোসানী আছন্ত কেন মতে।
কহিত আছন্ত সীতা কহিয়ো সমস্তে ॥২০
কিবা বুলি পঠাইল জনক জীউ সীতা।
মহা পতিব্ৰতা ৰাঘৱৰ বিবাহিতা ॥২১
কেন বা সঙ্কেত আইল ৰামত কহিত।
তুমি বা কি কৰ্ম্ম কৰি আছিলা তহিত ॥২২
শুনিয়ো কহিবো বি পুছিলা জাম্বৱন্ত।
যেন মতে ডের দিলো মহেন্দ্ৰৰ হন্তে ॥২৩
যাহন্তে দেখিলো যত শুনি থাকা কহোঁ।
সাগৰ মধ্যত আমি যেন কৰিলোহোঁ ॥২৪
প্ৰথমতে সমুদ্ৰত সুৰসায়ে পাইল।
থাক থাক বুলি মোৰ বেগক ভঙ্গাইল ॥২৫
দক্ষৰ নন্দিনী বোলোঁ ক্ষমিয়ো আমাক।
ৰামদূত হুয়া যাওঁ সীতা খুজিবাক ॥২৬
তাই বোলে জানো মই দশৰথ পোক।
ক্ষুধায়ে পীড়িলে ক্ষমা নকৰিবোঁ তোক ॥২৭
গোটে গিলিবোহোঁ তোক পলাওক পেটৰ।
ৰাঘৱক তেৰে মোৰ এতমান ডৰ ॥২৮
ভক্ষকৰ শুনি মোৰ নদহিল গাৱ।
কিমতে গিলিবে মোক যেন্তগোট যাৱ ॥২৯
মোহোৰ বচন শুনি কিটাইলেক তাই।
দশ যোজনক বুলি আছে যেন্ত বাই ॥৩০
শৰীৰ বঢ়াইলো মই যোজন যে কুৰি।
ত্ৰিশ যোজনৰ পথ থাকিলেক মুখি ॥৩১
মোহোৰ চলিশ তাই পঞ্চাশক কৰি।
মোৰ ভৈল ষাঠি তাইৰ যোজন সত্তৰি ॥৩২
আশী যোজনক আমি শৰীৰ বঢ়াইল।
নৰ্ব্বৈ যোজনক তাই বেন্ত গোট বাইল ॥৩৩
পুনৰপি কৰিলোহো যোজন শতেক।
সমধিক বঢ়াইলেক তাইসো ততেক ॥৩৪
গৰ্ভত পশিলোঁ আমি অঙ্গুষ্ঠ প্ৰমাণে।
দান্ত চিপি ধৰিলেক বাজ ভৈলো কাণে ॥৩৫
আকাশত থাকি বোলোঁ দেৱী থাকিয়োক।
স্বৰ্গক লৰিয়ো মাৱ বৰ দিয়া মোক ॥৩৬
মহাবেগে লৰি ভৈলো পৱনত আগ।
দেখোঁ বাট ভেটি আছে পৰ্ব্বত মৈনাক ॥৩৭
কল্যাণ কাৰ্য্যত দেখোঁ বিঘিনি অনেক।
হেন দেখি ভৈল মোৰ ক্ৰোধ অতিৰেক ॥৩৮
সুৱৰ্ণ গিৰিৰ শৃঙ্গ উচ্ছিত প্ৰধান।
তাকে লাগি লাঙ্গুৰাৰি বৈসাইলোহো টান ॥৩৯
আগনি বজাইল গিৰিশৃঙ্গে নিৰন্তৰ।
চূৰ্ণীকৃত ভৈল লাগি পৰ্ব্বত শিখৰ ॥৪০
পাছে চিনি মৈনাকৰ সমে ভৈলো মিত্ৰ।
অনেক পুৰনি কথা কহিলো বিচিত্ৰ ॥৪১
বৃক্ষাকুষ্ঠে পৰশিলো আদৰিত কৰি।
দুনাই লৰি ভৈলো পৱনৰ বেগ ধৰি ॥৪২
কতো দুৰ যান্তে দেখোঁ বেগ থিৰ ভৈল।
কলেৱৰ গোট মোৰ ভক্তি আতি বৈল ॥৪৩

চতুর্দ্দিশে চাহিলোহো উৰ্দ্ধৰ প্ৰদেশ।
কিছু তাত নেদেখিলো বিঘিনিৰ লেশ ॥৪৪
হেট মাথা কৰি মই সাগৰক চাইলো।
ছায়াগ্ৰাসী গিলিনেই গাৱে আন্টা পাইলো॥৪৫
মোক দেখি পাছে তাইৰ বৰ ৰঙ্গ ভৈল।
জল হন্তে উঠিয়া ৰাক্ষসী মায়া কৈল ॥৪৬
তোক দেখি আজি মই তৈলোঁ বৰ তুষ্ট।
চিৰকালে আধাৰ মিলিল হৃষ্ট পুষ্ট ॥৪৭
এহি বুলি আষাৰিকা গগনে উধাইল।
পাতাল সদৃশ কৰি বেস্ত গোট বাইল ॥৪৮
পৰ্ব্বত সমান জিহ্বা বদনে লৰয়।
ত্ৰিশূল সদৃশ দান্ত দেখি লাগে ভয় ॥৪৯
গৰ্ভত পশিলো কৰি অল্প কলেৱৰ।
শৰীৰ বঢ়াইলো যেন পৰ্ব্বত মন্দৰ ॥৫০
স্বৰ্গত কৰন্ত হাহাকাৰ দেৱৰাজ।
পেট গোট বিদাৰি তেখনে ভৈলো ৰাজ ॥৫১
প্ৰলয়ত যেন মেৰু পৰ্ব্বত টলিল।
কতো দূৰ জল যুৰি ৰাক্ষসী পৰিল ॥৫২
আকাশত দেৱলোকে কৌতুক কৰন্ত।
জগতৰ বৈৰক মাৰিলা হনুমন্ত ॥৫৩
শতেক যোজন পথ সাগৰ তৰিলো।
সুবেল গিৰিৰ মই শিখৰে পৰিলো ॥৫৪
শক্ৰৰ মণ্ডল যত উদ্যান ফুৰিয়া।
সবে লঙ্কা ফুৰিলোহো নিসন্ধি কৰিয়া ॥৫৫
পাছে গৈয়া পড়িলোহোঁ পুষ্পক ৰথত।
কন্যাজন অনেক দেখিলো সিথানত ॥৫৬
কতো দূৰে দেখিলো ৰাৱণ আছে শুয়া।
জগত মোহিনী এক কন্যাজন লৈয়া ॥৫৭
জাতি বংশে শুনা সবে হৃদয়ৰ কথা।
মই বোলোঁ সীতাৰ ভৈল হেনসে অৱস্থা ॥৫৮
হেন দেখি আমাৰ উকমি বৰ ধাইল।
মকমকি কান্দিলো দুঃখতো মাত নাইল॥৫৯
অনেক গুণিলোঁ পাছে বিমৰিষ কৰি।
ময়দানৱৰ জীউ এই মন্দোদৰী ॥৬০
নিশ্চয় কৰিয়া পুষ্পকৰ বাজ ভৈলো।
অন্তেষপুৰ বিচাৰিয়া খুজিয়া নপাইলো ॥৬১
অশোকা বনক পাছে ডেৱ দিয়া গৈলো।
ৰাক্ষসী মাজত সীতা দৰশন ভৈলো ॥৬২
বৃক্ষ গোট আছয় শিংশপা তাৰ নাম।
গুৰি গোট মানে তাৰ সুবৰ্ণৰ কাম ॥৬৩
ৰাক্ষসিনী বৰ্গে আছে তাতে গোষ্ঠি কৰি।
আছন্ত সবাৰ মাজে ত্ৰৈলোক্যসুন্দৰী ॥৬৪
নিশাগোট বঞ্চি মই শিংশপাৰ তলে।
অল্প দেহা হ্ৰস্ব হুয়া বানৰ ছৱালে ॥৬৫
আছিলো জাগৰ কৰি নিশাগোট গৈল।
প্ৰভাততে দেখিলো ৰাৱণা আসি ভৈল ॥৬৬
কন্যা সহস্ৰেকে আইল তুলে অনুসৰি।
সীতাক সাধিলে পাছে কৰযোৰ কৰি ॥৬৭
প্ৰীতি প্ৰকাৰে বাণী বোলে লঙ্কেশ্বৰ।
অনেক মিনতি ভাৱ কৰিলা বিস্তৰ ॥৬৮
বুলিলা নিষ্ঠুৰ সীতা শুচ নষ্ট পাপ।
দূৰ হও মন্দ মুহি দেওঁ চণ্ডশাপ ॥৬৯
নৈৰাশ বচন যেবে শুনিল সীতাৰ।
মাৰিবাক যাই পাছে সিটো দুৰাচাৰ ॥৭০
আগ বাঢ়ি মন্দোদৰী প্ৰীতি প্ৰকাৰে।
চণ্ডকোপ বাহুৰাইল ৰাৱণ ৰাজাৰে ॥৭১
ৰাক্ষসী বৰ্গক ৰাজা কৰিল আদেশ।
কন্যাগণ সমে ভৈলা লঙ্কাত প্ৰবেশ ॥৭২
ৰাত্ৰি গোট উকৱাই পৰি নিদ্ৰা গৈল।
পাছে দেবী সমে মোৰ পৰিচয় ভৈল ॥৭৩
অনেক সঙ্কেত কথা সীতাক কহিলো।
ৰামৰ আঙ্গুঠি দিয়া প্ৰত্যয় জানিলো ॥৭৪
হিয়াত ধৰিয়া কান্দিলন্ত বৰ শোকে।
গোসানীৰ শোকেপাছে পীড়িলেকমোকে॥৭৫
সন্দেশক লভিয়া মেলানি লৈলো মাগি।
দুনাই লৰি ভৈলো বন ভাঙ্গিবাক লাগি ॥৭৬
ডাল ভাঙ্গো ফল খাওঁ উপদ্ৰৱ কৰি।
ৰাৱণৰ মধুফলে লগাইলো দাদৰি ॥৭৭
হেন শুনি মোক পাছে ক্ৰোধিল ৰাৱণ।
সাজিয়া পঠাইল অসংখ্যাত সেনাগণ ॥৭৮
দেখি সুবৰ্ণৰ তম্ভ লৈলোহোঁ উপাৰি।
সবে সেনা মাৰিলোহোঁ সেহি তম্ভ বাৰি ॥৭৯
প্ৰহস্তৰ পুত্ৰ পাছে যুজিবাক আইল।
পৰিঘৰ কোবে সিয়ো যম ঘৰ পাইল ॥৮০
পাঞ্চ মন্ত্ৰীপুত্ৰ পাছে পঠাইল ৰাৱণে।
তাকো মাৰি পঠাইলোহো যমৰ কৰণে ॥৮১

তাত পাছে খেদি আইল অক্ষ যে কুমাৰ ।
দুৰ্ব্বাৰ ৰণত তাকো কৰিলো সংহাৰ ॥৮২
পুত্ৰ পৰিবাৰ যেবে ৰাজা বাৰ্ত্তা পাইল ।
ইন্দ্ৰজিত কুমাৰক যুদ্ধক পঠাইল ॥৮৩
যুদ্ধক আসিল যেৱে ৰাজাৰ কুমাৰ ।
সিযো সমে যুদ্ধ মই কৰিলো বিস্তৰ ॥৮৪
নিয়ত যুদ্ধত মোৰ নপাইলেক সন্ধি ।
ব্ৰহ্মাপাশ মাৰি মোক কৰিলেক বন্দি ॥৮৫
বন্ধ এৰাইবাক পাৰোঁ মন্ত্ৰৰ প্ৰবলে ।
দিন ভাগে লঙ্কা দেখোঁ বন্ধনৰ ছলে ॥৮৬
ত্ৰিদশৰ বৰত অবধ্য তিনি লোকে ।
ৰাক্ষস সকলে কিবা কৰিবেক মোকে ॥৮৭
ইন্দ্ৰজিতে বান্ধি নিলে ৰাজাৰ পাশক ।
মুণ্ড তুলি দেখিলোহো দিব্য সভা এক ॥৮৮
প্ৰহস্তে পুছিলা মোত বিস্তৰ বচন ।
কোনেবা পঠাইলে তোক আইলে কিকাৰণ॥
প্ৰহস্তৰ আগে কথা কহিলো বিস্তৰ ।
সুগ্ৰীৱে পঠাইলে দূত কৰিয়া ৰামৰ ॥৯০
সীতা খুজি আইলো সাগৰত ভৈলো পাৰ ।
কহিলো সকলে যত কাৰ্য্যক আমাৰ ॥৯১
ৰাঘৱৰ দূত শুনি ক্ৰোধিয়া ৰাৱণে ।
কাটিবাক লাগি আদেশিলে তেতিখনে ॥৯২
তাৰ ভাই বিভীষণে প্ৰাণ ৰাখিলন্ত ।
প্ৰবোধ বচনে ৰাৱণক কৰি শান্ত ॥৯৩
সকলে ৰাক্ষসে মিলি এক বুদ্ধি পাইল ।
লাঙ্গুলে কাপোৰ বান্ধি অগনি লগাইল ॥৯৪
লাঙ্গুৰ অগনি লৈয়া নগৰী ফুৰিলো ।
লঙ্কা পোৰন্তে বৰ চোটে ভাগৰিলো ॥৯৫
নগৰীৰ অগনিত বৰ পাইলো তাপ ।
সাগৰৰ মাজক লাগি কৰিলোহো ঝাপ ॥৯৬
আকাশৰ বাণীক শুনিয়া তেতিক্ষণে ।
মুখে চুকি অগনি নিমাইলো ৰঙ্গমনে ॥৯৭
গুচিল অগনি মোৰ খণ্ডিল প্ৰয়াস ।
পুনৰপি চলি গৈলো জানকীৰ পাশ ॥৯৮
সীতাৰ চৰণ ধূলা মাথাত কৰিলো ।
দেৱীৰ প্ৰসাদে সব দুৰ্গতি তৰিলো ॥৯৯
সবাকো বুলিলা দূতে কৰযোৰ কৰি ।
ৰামৰ পাশক চলি যাওঁ শীঘ্ৰ কৰি ॥১০০
যতেক সঙ্কেত দেৱী মোক বুলিলন্ত ।
ৰামত কহন্তে সবে শুনিবা বৃত্তান্ত ॥১০১
অঙ্গদে বোলন্ত শুনা সবে যাওঁ পাছে ।
এক কাৰ্য্য কৰোঁ যে সবাৰে মন আছে॥১০২
সাগৰক তৰোঁহো পৰ্ব্বত ৰবিহশে ।
আক্ষোক ৰাক্ষস কি কৰিব দেৱগণে ॥১০৩
ইন্দ্ৰজিত শুনু ব্ৰহ্ম অস্ত্ৰত সুজান ।
তাকো পাইলে সমৰত কৰিবো নিৰ্ব্বান॥১০৪
বিশ্বকৰ্ম্মা সুত মহাবীৰ বৰ নল ।
সুমুখ দুৰ্ম্মুখ আৰু সুষেণ প্ৰবল ॥১০৫
বেগদৰ্সি মৈন্দ্য আৰু পনস দ্বিবিদ ।
ধূম্ৰকেতু সম্প্ৰজেণ প্ৰখৰ কুমুদ ॥১০৬
সবে মহাবলী সবে যুদ্ধত সম্ভৃত ।
বিলম্বত কাৰ্য্য নাহি এহিসে যুগুত ॥১০৭
হনুমন্ত তাৰ যে বিনোদ মহাবল ।
জাম্বৱন্ত আদি কৰি গিয়াতি সকল ॥১০৮
আনো আনো বীৰ যত আছা বহুতৰ ।
সবে হস্তে সাজি পাৰ হুয়ো সমুদ্ৰৰ ॥১০৯
সবে মিলি গৈয়া আগে সমুদ্ৰক তৰি ।
ৰাৱণক মাৰি সীতা আনিবাক পাৰি ॥১১০
পাছে নিয়া যোগাইয়োক ৰামৰ চৰণত ।
ৰ্জন কাৰ্য্য কৰোঁ আগে মোহোৰ সম্মত॥১১
জাম্বৱে বোলন্ত বচন শুনা হিত ।
আদেশ কৰিলা ৰামে সীতাক খুজিত ॥১১২
আজ্ঞা নকৰিলা প্ৰভু জিনি আনিবাক ।
আমি জিনি আনি দিলে নলৈবা সীতাক॥১১৩
ৰামৰ পাম্ভীক হৰি নিলে যিটো জনে ।
ৰণে জিনি তাক মাৰি আনন্তো আপোনে॥
হঠাংকাৰ কৰি কেহো ভালক নপাইব ।
ঘাত ছাৰি পাছে আৰুধিয়ে বেস্ত বাইব॥১১৫
সীতাক দেখি আসিল উত্তৰ ভৈল কাম ।
পাৰ হুলিয়োক চলোঁ গিয়াতি সমাজ ॥১১৬
সবা গৈয়া জনায়োক ৰাম চৰণত ।
এহি কাৰ্য্য ভাল দেখোঁ মোহোৰ সম্মত॥১১৭
যুগুতি বচন শুনি সবহি সাদৰি ।
তেখনে লৰিল মাৰুতিক আগ কৰি ॥১১৮
মত্ত গজ সম সবে প্ৰবল বানৰ ।
ৰামৰ পাশক লৰি ভৈল নিৰন্তৰ ॥১১৯

গগনমণ্ডলে যেন মেৰুৰ শিখৰ।
জানকীৰ বাৰ্ত্তা পায়া মুদিত বানৰ ॥১২০
ৰাঘৱক পাশক নিসন্ধি কৰি যাই।
খল খলি কৰি হাসে কতো গীত গায় ॥১২১
ধিতিঙ্গালি কৰি পথ অনেক এৰাইল।
প্ৰয়াসিল কপিগণ মধুবন পাইল ॥১২২
জিৰাইবাক লাগি সবে বসি ধৰণীত।
সুগ্ৰীৱৰ মধুবন দেখিল ত্বৰিত ॥১২৩
মধুবন দেখি জিহ্বা কৰে লট পট।
গহ নাহি কাহাৰো জনাইতে অঙ্গদত ॥১২৪

---

### ৩১ অধ্যায়।

কপিসৈন্যৰ মধুফল ভক্ষণ আৰু দধিমুখৰ
সৈতে যুদ্ধ।

জম্বৱন্ত কুমুদ সুষেণ আদি কৰি।
সবাৰে জিহ্বাৰ পানি পৰে সৰসৰি ॥১
সবে হস্তে মিসি হনুমন্তত সুধিল।
বায়ুসুতে সবাৰো বচন নবাধিল ॥২
অঙ্গদ কুমাৰ বাপু বৰ যশ পাওঁ।
মধু দিয়া গিয়াতিক তৃপিতি কৰাওঁ ॥৩
তাহান বচন বালীপুত্ৰে নবাধিল।
সকলে জ্ঞাতিক মধুবনে মেলি দিল ॥৪
যাহাক যতেক লাগে স্বেচ্ছাৰূপে খাইঁ।
উদৰ ভৰায়া সবে তৃপিতিক পাইঁ ॥৫
আজ্ঞা পায়া কপিগণে বৃক্ষে গৈয়া চড়ি।
উত্তম মধুৰ বনে লগাইল দাদৰি ॥৬
দোনৰ সমান যত মধুবাস পায়ে।
মুখ মেলি ধৰি নিয়া বানৰে চোবায়ে ॥৭
কেহো ভেৱ দিয়া আউৰ বৃক্ষত চড়িয়া।
আক্ৰোয়ালে শাল বাংশ মুখত ধৰিয়া ॥৮
বিস্তাৰিত কৰিয়া মুগত চিপি নিয়া।
পৰম সন্তোষ পাইল মুখে মধু দিয়া ॥৯
মধু খায়া খায়া বোলে নাশ্চিল নাশ্চিল।
গণ্ডগোল কৰি সয়ে মধু বন পিল ॥১০
আউল ভৈল কপি চলোপৰো কৰে গাৱ।
কুৰমি দেখিয়া পৰে খিৰ সুহি পাৱ ॥১১
কতো কতো নিদ্ৰা গৈল ফলক ৰিছাই।
ভূমিত পৰিল কেহো হামুকুৰি খাই ॥১২
থুথু কৰে কেহোঁ কেহোঁ কৰে বান্তি।
মধুয়ে পীড়িল কতো অচেতন আতি ॥১৩
বনৰক্ষা বানৰ সকলে বাৰ্ত্তা পাইল।
হাতে বৃক্ষ ধৰি মাৰ মাৰ কৰি ধাইল ॥১৪
দুইভিতিৰ লোকে সবে কোবা কুবি কৰে।
কতো ধৰাধৰি কৰি মাটীত বাগৰে ॥১৫
অঙ্গদৰ লোকে ৰক্ষালোকক ভঙ্গাইল।
সবে গৈয়া পাছে দধিমুখত জনাইল ॥১৬
ৰাজাৰ মাতুল সবাহাৰে গুৰুজন।
অনেক বানৰ সমে ৰাখে মধুবন ॥১৭
বাৰ্ত্তা শুনি শাল বৃক্ষ লৈলন্ত উপাৰি।
সেনাৰ মাজত পশি কোবায়ন্ত বাৰি ॥১৮
দুইভিতি সেনাৰ কোবাকুবি আশৰিষ।
ধূলা অন্ধকাৰে নাকলিয় দশোদিশ ॥১৯
মুণ্ডে মুণ্ডে হানে নখে নখে বক্ষঃস্থলে।
চৰৰে চাপৰে অসংখ্যাত চোট ঘালে ॥২০
দুই দুইক ধৰি এক পিণ্ড হোৱে জৰি।
ছন্দে বন্ধে যুদ্ধ কৰে ধৰণীত পৰি ॥২১
কতো কতো কপি গৈয়া বৃক্ষত চড়িয়া।
উপহাস্য কৰে দধিমুখক চাহিয়া ॥২২
ৰাজাৰ মাতুল তোক ভাল মতে জানি।
সিঞ্চয় গায়ে মুখে ধূলা মাটী আনি ॥২৩
কেহো কেহো বোলয় আপুনি বৰ লোক।
সময়ৰ বেলা তুমি নিচিনাহা মোক ॥২৪
কেহো বোলে তুমি ওৱা কিসৰ পাতৰ।
মিচা যুদ্ধ কৰি লাজ হোয়াসা মাতৰ ॥২৫
ৰাজাৰ মাতুল তুমি দেখি লাগে ডৰ।
এহি বুলি হাত ফেৰি দৰশে পোকৰ ॥২৬
ৰাজাৰ মাতুল বৃদ্ধ বৰ পাইলা দুখ।
এহি বুলি আপোনাৰ হাতে ঘসে মুখ ॥২৭
জাম্বৱন্ত প্ৰমুখে গবাক্ষ নল গয়।
সমুখে যুজন্ত মুখ্য মুখ্য বীৰ চয় ॥২৮
অঙ্গদে ধৰিয়া দধিমুখক আফালি।
দুই হাতে অনেক চৰৰ চোট ঘালি ॥২৯
ভূমিত পেলাই তাক ওপৰত বসি।
ইভিতি সিভিতি কৰি দুয়ো গাল ঘসি ॥৩০
বালীপুত্ৰে মাৰিলা হাতৰ বৰ সুখে।
ৰাজাৰ আগক সৈন্য ভিণ্ডাকাৰ মুখে ॥৩১

আছন্ত সুগ্ৰীৱ ৰাম লক্ষ্মণে সহিত ।
দধিমুখ সসৈন্যে গৈ মিলিল তহিত ॥৩২
নৃপতিৰ বচনক শিৰোগত কৰি ।
ভূমিত পৰিল লোহ পৰৈ সৰসৰি ॥৩৩
মুখত নাহিকে মাত ঊৰ্দ্ধ্ব-ৰৱ ধাইল ।
ৰাজাত ইঙ্গিত ভাৱে গোচৰ জনাইল ॥৩৪
সুগ্ৰীৱে বোলন্ত শুৱা মমা দধিমুখ ।
আমাৰ মাতুল তুমি কোনে দিলে দুখ ॥৩৫
মধুবন কিবা ভৈল কহিয়োক কথা ।
তোমাৰ কিমতে ভৈল ইমত অৱস্থা ॥৩৬
দধিমুখে বোলে বাপু সবে বাৰ্ত্তা ভাল ।
তোমাৰ মাতুল মোৰ চাহিয়োক গাল ॥৩৭
তোমাৰ অঙ্গদ বীৰ কোথা হন্তে আইল ।
সসৈন্যে আসিয়া মোৰ বনখান খাইল ॥৩৮
শুনিয়া সসৈন্যে গৈয়া দেখিলোহো তাক ।
প্ৰণতি বুলিলো মুখ্য সুশুনিলে বাক ॥৩৯
বচন সুশুনে দেখি মইয়ো খঙ্গে ধাইলো ।
প্ৰথমতে গৈয়া সবে বানৰ ভঙ্গাইলো ॥৪০
আগ বাঢ়ি অঙ্গদে আমাক ধৰি নিল ।
ভূমিত পোলায়া মোক হিয়াত বসিল ॥৪১
চৰবৰ চোটে মোৰ গাল ভাঙ্গিলন্ত ।
হেৰা চাহিয়োক গোটে গোটে সবে দান্ত ॥
তুমি বিদ্যমানে মোৰ মিলয় অকায ।
অবিবেক ভৈলেক কিষ্কিন্ধা মহাৰাজ ॥৪৩
অনীতি বাঢ়িল সবে হৈব খণ্ড ভণ্ড ।
মধুবন নষ্ট ভৈল কৰিয়োক দণ্ড ॥৪৪
দুৰহন্তে দেখিয়া সোধন্ত লখমন ।
তোমাৰ পাশত ইটো কৈৰ কপিগণ ॥৪৫
আসিল কোথেৰ পৰা কি কথা কহয় ।
হেটমাথ কৰি দেখোঁ লোহো মলচয় ॥৪৬
সুগ্ৰীৱ বোলন্ত দেখোঁ বিধি অনুকূল ।
দধিমুখ নাম এন্ত আমাৰ মাতুল ॥৪৭
কথা কন্ত অঙ্গদ দক্ষিণ হন্তে আইল ।
সেনাগণ লৈয়া মোৰ মধুফল খাইল ॥৪৮
বাৰ্ত্তা ভাল জানকীৰ ইঙ্গিতে জানিল ।
দোষ নাহি কিছু মোৰ মধুবন দিল ॥৪৯
হাস্য কৰি বোলন্ত আমাৰ হোৱা মাউল ।
সব কথা এৰি মোৰলিত ভৈল আউল ॥৫০
ঊসমা দেখিয়া গাল তুলিলন্ত হাসি ।
সবে সবাহাকে চান্ত বদন প্ৰকাশি ॥৫১
হাসন্ত লক্ষ্মণ ৰাম মুচুক মুচুক ।
সলজ্জিতে দধিমুখ ভৈলন্ত নিচুক ॥৫২
সুগ্ৰীৱে বোলন্ত মমা নকৰিবা ৰোষ ।
আমাক মিলোক সবে অঙ্গদৰ দোষ ॥৫৩
দধিমুখ মাতুল সত্বৰ কৰি যাহা ।
সব সৈন্যে অঙ্গদক শীঘ্ৰে পঠায়াহা ॥৫৪
বিলম্ব নকৰি তুমি লৰৰি যায়োক ।
ৰামৰ আদেশ অঙ্গদক জনায়োক ॥৫৫
নৃপতিৰ বচনক শিৰোগত কৰি ।
দধিমুখ লৰি গৈল আস্ত বেস্ত কৰি ॥৫৬
অঙ্গদৰ আগে যুৰিলেক যোৰহাত ।
যুবৰাজ কথা শুনা কহওঁ তোমাত ॥৫৭
সুগ্ৰীৱ যেহেন মোৰ তুমিয়ো তেনয় ।
তাহান্তো অধিক আবে তোমাকেসে ভয় ॥৫৮
যত কণ্টকিলো মানে কিছুয়ে নভৈল ।
মোহোৰ বচন যেন তুলা উৰি গৈল ॥৫৯
শ্ৰীৰাম লক্ষ্মণ তথা আছন্ত দোভাই ।
অনেক হাসিলা সবে মোৰ মুখ চাই ॥৬০
ৰামৰ আদেশ ভৈল তোমাক যাইবাক ।
শীঘ্ৰে চলি যাইয়ো বাপ খানিকো নথাক ॥
দধিমুখ বচনক অঙ্গদে শুনিল ।
বালীপুত্ৰে তাক পাচে আশ্বাস কৰিল ॥৬২

---

### ৩২ অধ্যায় ।

অঙ্গদাদিয়ে শ্ৰীৰামৰ ওচৰলৈ যায় আৰু হনুমন্তে শ্ৰীৰামক সীতাৰ বৃত্তান্ত কয় ।

অঙ্গদে বোলন্ত শুৱা শুনা জ্ঞাতিলোকে ।
যাইবাক আদেশ ভৈল শীঘ্ৰে যাইয়োক ॥১
অঙ্গদৰ শুনি সবে যুগুত বচন ।
হৰিষক পাইলন্ত সকলে সকলে কপিগণ ॥২
অঙ্গদ কুমাৰ বাপু বল বৰ পাইলে ।
উভয় কুলৰ বাপু তৃপিতি জনাইলে ॥৩
ৰাজাৰ আদেশ সবে শিৰোগত কৰি ।
গিৰিসাই লৰিল লবুক আগ কৰি ॥৪
মত্তগজ সম সবে প্ৰমত্ত বানৰে ।
প্ৰস্ৰবণ নাম গিৰি পাইল অনন্তৰে ॥৫

মাৰুতিক আগ কৰি বৰ বৰ বীৰে।
ৰামৰ চৰণ প্ৰণামিল জানু শিৰে ॥৬
পাছে প্ৰণামিলা লক্ষ্মণৰ দুই পাৱে।
সুগ্ৰীৱক প্ৰণামিলা আদৰিত ভাৱে ॥৭
অনেক দূৰক যুৰি বসিল বানৰ।
প্ৰস্ৰৱণ গিৰিক যুৰিলা নিৰন্তৰ ॥৮
ৰাঘৱে বোলন্ত ওৰা শুনা কপিগণ।
কোনেবা দেখিল সীতা কহিয়ো এখন ॥৯
কহিত আছন্ত সীতা বঞ্চন্ত কিমতে।
কেন বা ভোজন মোত কহিয়ো সমস্তে ॥১০
স্তুতাঞ্জলি কৰি সবে যুৰিলন্ত হাত।
আদেশ গোসাই কথা কহিবো তোমাত ॥১১
সবে মিলি মাৰুতিক আগ কৰি দিল।
ৰাঘৱত হনুমন্তে সমস্তে কহিল ॥১২
অন্তেষপুৰত সীতা আছন্ত যিমতে।
যেন দুখে আছা দেবী স্বামীত ভকতে ॥১৩
আছন্ত গোসানী দেবী শান্তিপুণ্য ৰাখি।
চন্দ্ৰ সূৰ্য্য আদি দেৱ জানে নৰ সাখী ॥১৪
সীতাৰ মুখত যেন যেন শুনিলন্ত।
তেনয় স্বৰূপে ৰাঘৱত কহিলন্ত ॥১৫
শুনিয়ো গোসাই সাদৰে মন দিয়া।
মহেন্দ্ৰ পৰ্ব্বত হন্তে ডেৱক কৰিয়া ॥১৬
সাগৰ তৰন্তে যেন মিলিল বিঘিনি।
সুৰেসা মৈনাক আঘাৰিকা সমে তিনি ॥১৭
সবাকো এৰায়া আমি সুবেলে চড়িলো।
নিসন্ধি কৰিয়া লঙ্কা নগৰী ফুৰিলো ॥১৮
তযু চৰণৰ গোসাঁই অনুগ্ৰহ লেশে।
এৰায়া আসিলো উপায় উপদেশে ॥১৯
লৈয়োক গোসাঁই হেৰা চিনিয়া আপুনি।
হোৱে বা নুহিকে এহি গোসানীৰ মণি ॥২০
এহি বুলি ৰামৰ হাতত নিয়া দিলা।
টান কৰি ৰঘুনাথে ক্ৰন্দন কৰিলা ॥২১
শুনিয়োক তুমি সবে মণিৰ ব্যৱস্থা।
উপজিলা যেন মতে শুনা কহোঁ কথা ॥২২
পৱিত্ৰ জলত উপজিলা মণি বত্ন।
ইন্দ্ৰদেৱে পাইলন্ত কৰিয়া বৰ যত্ন ॥২৩
যৈসানি ইন্দ্ৰৰ অসুৰৰ ঘোৰ ৰণ।
অসুৰে জিনিলে হাৰিলেক দেৱগণ ॥২৪
ত্ৰিদশ দেৱতায়ে বাপক মোৰ নিল।
দেৱক ৰাখিয়া গৈয়া দৈত্যক জিনিল ॥২৫
দেৱলোকে বাপক এহিতো মণি দিল।
পৃথিবীক লাগি পাছে মণিক আনিল ॥২৬
মণিবত্ন পায়া বৰ আনন্দ মিলিল।
প্ৰথম বহাৰী বুলি জানকীক দিল ॥২৭
এহি মণি দেখি মোৰ আনন্দ মিলিল।
বাপক দেখিলো যেন সীতাক দেখিল ॥২৮
হৃদয়ত মণি লৈয়া সাদৰ কৰন্ত।
দেখাঁ বায়ুপুত্ৰ বুলি প্ৰাণ সঙ্কলন্ত ॥২৯
আজিসে মৰিলোঁ শোকে হৃদয় নধৰে।
তপত খোলাত দিলে যেন মৎস্য মৰে ॥৩০
মণিক দেখিয়া আগে হৰিষ মিলিল।
সীতাক সুমৰি আৰে অগনি জ্বলিল ॥৩১
হনুমন্ত মোহোক পিঠিত কৰি লোৱা।
সীতাৰ পাশত নিয়া এতিক্ষণে থোৱা ॥৩২
চন্দ্ৰবদনী দেখোঁ চক্ষু মোৰ ভৰি।
আলিঙ্গিয়া থাকোহো লাজক পৰিহৰি ॥৩৩
হনুমন্ত বাপ তই মোৰ বোল শুন।
সুজিবাক নোয়াৰো তোহোৰ যত গুণ ॥৩৪
সমুদ্ৰক তৰিয়া সীতাক দেখি আইলে।
ৰাৱণৰ হৃদয়ত খলক লগাইলে ॥৩৫
প্ৰথমত কথা বাপ কহিলাহা যত।
ভাল মতে মুশুনিলো শোকৰ বেগত ॥৩৬
আৰকায়ো প্ৰতি প্ৰতি কহি এৰা মোক।
সীতাৰ কথাত মোৰ চিত্ত থিৰ হৌক ॥৩৭
ৰামৰ আদেশ পালি মহাবীৰ কপি।
বিস্তাৰিত কৰিয়া কহিলা পুনৰপি ॥৩৮
সীতা দেবী যি যি বাণী বুলি পঠাইলন্ত।
ৰামৰ আগত কপি সবে কহিলন্ত ॥৩৯
প্ৰভুৰ আগত বাপু কহিবি সকলে।
যেন দুখ আছো বৃক্ষ শিংশপাৰ তলে ॥৪০
ৰাক্ষসিনী লোকে মোক পৰাভৱ কৰে।
আমাক দণ্ডিব এহি মাসেক অন্তৰে ॥৪১
একৈক দিনৰ দুখ সহন নাযাই।
তথাপিতো থাকিবো মাসেক বাট চাই ॥৪২
নাসন্তে যে যেবে তথাপিতো নিজ স্বামী।
আত্মাঘাত কৰি তেবে মৰিবোহো আমি ॥৪৩

মাৰুতিৰ মুখে হেন শুনিলন্ত বাণী।
অনেক কান্দিল ৰামে হিয়ে মুঠি হানি ॥৪৪
বন গাছ লৰন্তে এতেকে ডৰে মৰে।
ৰাক্ষসীৰ মাজত কেমনে প্ৰাণ ধৰে ॥৪৫
ৰাক্ষসিনী সকলে সীতাক উক্কাৰে।
আভো প্ৰাণ নযাই দাৰুণ শোক ঘাৰে ॥৪৬
জীৱন্তে শুনুহো মই সীতাৰ নিকাৰ।
কোন গুণ ভৈল মোৰ প্ৰাণ ধৰিবাৰ ॥৪৭
হা হনুমন্ত বুলি হাত মেলি পাইল।
আলিঙ্গিয়া ৰামে আনি কোলত বৈসাইল ॥
ইকালত বাপ মোৰ এহিসে সন্দেশ।
তোহোক প্ৰসাদ আন নাহিকৈ বিশেষ ॥৪৯
লঙ্কাৰ গড়ৰ কথা কহ কেন ঠান।
প্ৰমাণ কত বা দূৰ ঊৰ্দ্ধে কত মান ॥৫০
কতেক সক্ৰম আছে কিবা ভগাদড়।
লঙ্ঘিতে নোৱাৰে জানো দুৰ্গ ঘৰ গড় ॥৫১
শুনিয়ো গোসাই মই যেন দেখিলোহো।
লঙ্কাৰগড়ৰ কথা ভাল মতে কহোঁ ॥৫২
গড় খান দেখিলোহো বহল বিস্তাৰ।
গড় গোটে বেঢ়ি আছে সকলে লঙ্কাৰ ॥৫৩
দুৰ্ব্বাৰ যে জলজন্তু ভয়ঙ্কৰ বেশ।
পদ্ম উৎপলৰ গন্ধে আমোদ অশেষ ॥৫৪
দৃঢ়বন্ধ ফটক চাৰিয়ো দুৱাৰত।
বজ্র লৌহে নিৰ্ম্মিলে চাৰিয়ো ৰাজপথ ॥৫৫
চাৰি সংক্ৰমন আছে চাৰিয়ো দুৱাৰে।
চন্দ্ৰ যেন আকাশত বৈসাইল প্ৰকাৰে ॥৫৬
তিনি খান সাঙ্কো আছে সঙ্কে আছে যুৰি।
পৰ দল আসন্তে চিৰিয়া সবে বুলি ॥৫৭
এক খান আছে তাক দেখিতে আবন্ত।
মনিময় সুবৰ্ণৰ দিল দশ তন্ত ॥৫৮
লোহাযন্ত্ৰ সন্ত্ৰ আছে দুৱাৰত থিত।
ভাল ভাল মণি সব সুবৰ্ণে গঠিত ॥৫৯
হেন মতে সাজি আতি আছয় শঙ্কিতে।
দেখিয়া পৰয় পৰদল সচকিতে ॥৬০
ৰাত্ৰি দিনে ৰাক্ষসে ৰাখয় গজ বাজি।
খাণ্ডা সব ধৰাৱয় ধনুগুণ মজি ॥৬১
খাল ৰাম পূৰিলোহো ভাঙ্গিলোঁ সক্ৰম।
দুৰ্যোৰ গুচায়া তুমি কৰিলোহো সম ॥৬২
লঙ্কা খান পুৰিয়া কৰিলো ছাৰ মসি।
ঢোলৰ ভিতৰে যেন নিজনিয়ে পশি ॥৬৩
লঙ্কা নষ্ট কৰিয়া সাগৰে ভৈলো পাৰ।
মন সুখে যাবাঁ গৈয়া ৰাক্ষস লঙ্কাৰ ॥৬৪
তুমি ৰাম দেৱতা লক্ষণ সহা যাৰ।
তথু সঙ্গে যাহন্তেনো শঙ্কা আছে কাৰ ॥৬৫
নলবীৰ সুগ্ৰীৱ অঙ্গদ জাম্বৱন্ত।
নীল সেনাপতি আৰু লগত যাইবন্ত ॥৬৬
তুমি আমি লক্ষ্মণ যাইবোহো সব সাজে।
আন সেনাগণ বা লাগয় কোন কাযে ॥৬৭
এতেকে সহিতে সবে ৰাক্ষসক মাৰি।
ৰাৱণক মাৰি সীতা আনিবাক পাৰি ॥৬৮
সাগৰ তৰিতে যেবে আছয় উপায়।
তেবেসে অকষ্টে সবে সেনা লঙ্কা যাই ॥৬৯
ৰাঘৱে বোলন্ত চিন্তা খণ্ডিল আমাৰ।
সাগৰ তৰিব সবে মোৰ অঙ্গীকাৰ ॥৭০
তপৰ প্ৰভাৱে সবে শুখিবাহেঁ৷ জল।
কৌতুকে লঙ্কাক যাউক সবে সেনাবল ॥৭১
জয় নমো ৰাম আদি পুৰুষ মুৰাৰি।
ভৃত্য ভয়হাবাঁ অগতিৰ গতিকাৰী ॥৭২
মহা মহা পাপীকো নিস্তাৰে যাৰ নাম।
পতিত পাৱন কৃপাময় প্ৰভু ৰাম ॥৭৩
সুগুচোক বন্তি মোৰ তোমাৰ চৰণে।
বোলা ৰাম ৰাম সবে সমাজিক জনে ॥৭৪

---

৩৩ অধ্যায়—বানৰ সৈন্য সৈ ৰাম লক্ষণৰ লঙ্কা যাত্ৰা।

ছবি

কহিলা সুগ্ৰীৱ, আমাৰ সুমিত্ৰে,
সত্বৰে বচন পালা।
এহি শুভক্ষণে, বিজয় মুহূৰ্ত্তে,
ৰবিতে সসৈন্যে চলা ॥১
কালি যে উত্তৰ, ফাল্গুনী নক্ষত্ৰে,
আজি হুয়া আছে হস্তা।
দুয়ো যে নক্ষত্ৰে, সুমঙ্গল কহে,
তাৰা দুই সুপ্ৰশস্তা ॥২
বিজয় লক্ষণ, আমাৰ কৰয়,
দক্ষিণ ভুজে নয়ন।

ৰাৱণ জিনিয়া, সীতাক আনিবো,
উছাহ কৰয় মন ॥৩
আগে চলন্তোক, নীল যে কুমুদ,
লক্ষেক বানৰ বলে।
কণ্টক ভাঙ্গিয়া, পথ মুকলাউক,
সুখে যাইব সম দলে ॥৪
বানৰৰ ৰাজা, কথায়ে যাইবন্ত,
মোহোৰ লখাইৰ সমে।
যেন অসুৰক, ধাৰ কৰিলন্ত,
ইন্দ্রে যে বৰুণ সমে ॥৫
এতেক ৰামৰ, বচন শুনিয়া,
লৰিলা বানৰ জাতি।
ভালুক কটকে, হুক হুকি ৰৱ,
কৰন্তে চলিল আতি ॥৬
পূব যে দিশত, গন্ধ মহাদন,
বীৰবৰ চলি যান্ত।
দক্ষিণ দিশত, বৈদ যে সুষেণ,
জাম্বৱন্ত চলি যান্ত ॥৭
চতুৰ্দ্দিশে বেঢ়ি, বানৰৰ ৰাজা,
লৰিলন্ত সমদলে।
মহেন্দ্র গিৰিক, পাইলা গৈয়া সবে,
ৰঙ্গ ঢঙ্গ কৌতূহলে ॥৮
কেহো কেহো বোলে, লঙ্কা নগৰীৰ,
মাৰিবো ৰাক্ষস জাতি।
ৰাৱণৰ বংশ, ক্ষয় কৰিবোহো,
মৰ্ত্ত্যত থাকোক খ্যাতি ॥৯
কেহো কেহো বোলে, লঙ্কা নগৰীত,
আবেসে লাগিল শাল।
যতেক ৰাক্ষস, পিশাচ আছয়,
সবাৰো মিলিল কাল ॥১০
আগত চলয়, নীল যে কুমুদ,
সকল পথ সোধন্তে।
মধ্যৰ দেশত, ৰাম লখমন,
অঙ্গদয়ে হনুমন্তে ॥১১
অঙ্গদ পিঠিত, চড়িয়া লখাই,
লৰিলন্ত ৰঙ্গমনে।
সাক্ষাতে যেহেন, কুবেৰ দেৱক,
বেঢ়ি যাই সৰ্ব্বজনে ॥১২

হনুৰ পিঠিত, শ্রীৰাম চড়িলা,
অস্ত্র শস্ত্র সব সাজে।
বজ্র ধৰি যেন, যুদ্ধক চলিল,
ঐৰাৱতে দেৱৰাজে ॥১৩
যাত্ৰাৰ প্ৰস্তাৱে, দক্ষিণ নাসিকা,
উত্তম স্বৰ বহয়।
কিছু ভয় নাহি, ৰণজিত হুইবো,
সুমঙ্গল বাৰ্ত্তা কয় ॥১৪

৩৪ অধ্যায়।

পদ।

মৃগ পক্ষীগণ তেজে উত্তম সুস্বৰ।
প্ৰসন্ন দীপিতি কৰি জ্বলন্ত ভাস্কৰ ॥১
লঙ্কা দিশে দেখিয় উদিত ধূমকেতু।
ৰাৱণৰ বংশৰ দেখিয় ভয় হেতু ॥২
ৰাৱণক মাৰিয়া সীতাক গৈয়া পাইবো।
সবে অব্যাহতে অযোধ্যাক লাগি যাইবো॥৩
বানৰ বৰ্গৰ শ্ৰী যূথ মুখ জ্বলে।
বেদে শাস্ত্ৰে পুৰাণে জানিবা সুমঙ্গলে ॥৪
ৰাত্ৰি দিনে চলি যাই সবে সেনাগণ।
ফল মূল মধু কিছু নকৰে ভোজন ॥৫
আমাৰ উপৰি বংশে আছিল যতেক।
পুৰোহিত সমন্বিতে চলন্ত প্ৰত্যেক ॥৬
দেৱ দিব্য যানে আমাথেৰ তাৰ লক্ষি।
ৰাৱণৰ তাৰ নিজ পৰাভৱ দেখি ॥৭
হেন সুলক্ষণ জানি সব সেনাগণে।
নাচন্তে বাৰন্তে যাই কৌতূহল মনে ॥৮
মহেন্দ্ৰ এৰায় গৈয়া পাইলন্ত মলয়।
মধুৰ সুগন্ধ নানা ফলৰ আলয় ॥৯
অমৃত সমান সবে পকা ফল খাইল।
মনত হৰিষে সবে উদৰ ভৰাইল ॥১০
কমলা কপুৰা কণ্টকীয়ে নাৰিকল।
আম জাম লেটেকু বৰিজতাৰ বেল ॥১১
কৰদই আমৰা বসন্ত কেন্দু কল।
মধুৰি মুহৰি নানাবিধ পকাফল ॥১২
খায়া খায়া কেতৈকে কৰয় কিলকিলি।
ডালত ধৰিয়া কতো ওলমা বাদুলি ॥১৩
লৰৰা লৰৰি উপৰক লাঞ্জ তুলি।
গগনমণ্ডল গৈয়া বিয়াপিল ধ্বনি ॥১৪

সসৈন্যে শ্ৰীৰামে পাইলা সাগৰৰ তীৰ।
ৰামচন্দ্ৰে বোলন্ত সুগ্ৰীৱ মহাবীৰ ॥১৫
ইঠাৱতে সেনা বৌক থান থিত কৰি।
উপায় চিন্তিয়ো কেনে সাগৰক তৰি ॥১৬
সুগ্ৰীৱৰ বাক্যে গৈয়া সেনাপতি নীল।
ভাগ ভাগ কৰিয়া সেনাক থান দিল ॥১৭
অনেক দূৰক ছানি বসিল বানৰ।
কপিক দেখিয় যেন অপৰ সাগৰ ॥১৮
লক্ষ্মণক সম্বুধি মাতন্ত শ্ৰীহৰি।
সুমৰিয়া সীতাক অনেক মন্যু কৰি ॥১৯
কান্দিয়া বোলন্ত বাপ কি কাৰ্য্য জীৱাক।
ধৰিবে নপাৰোঁ হৃদি সুমৰি সীতাক ॥২০
হা হা বাপ লক্ষ্মণ কি মতে ধৰোঁ জীৱ।
বৰ কষ্টে আছা সীতা জনকৰ জীৱ ॥২১
মদনে দগধ দেহা আমাক সুমৰি।
বৰ দুঃখে প্ৰাণ ধৰি আছে প্ৰাণেশ্বৰী॥২২
হেনয় কতেক দুঃখ থাকিবেক সহি।
তৰুণৰ কাল অকাৰণে গৈল বহি ॥২৩
আজিপাইবো কালি পাইবো মনত কৰন্তে।
ৰাত্ৰি দিনে দগধ সীতাক সুমৰন্তে ॥২৪
সীতাক সুমৰি ৰামে শোক কৰিলন্ত।
লক্ষ্মণে সম্বুধি পাছে শান্ত কৰিলন্ত ॥২৫
শ্ৰীৰাম লক্ষ্মণ বীৰ সুগ্ৰীৱ সহিতে।
সাগৰ তৰিতে বুদ্ধি কৰিলা তহিতে ॥২৬
মাধৱে বোলন্ত ঐত আছো এহিমানে।
শুনা যেন ভৈল তৈত ৰাৱণৰ থানে ॥২৭
লঙ্কা পুৰি হনুমন্তে মধুফল খাইল।
আশী সহস্ৰ নিশাচৰ মাৰিয়া পেলাইল ॥২৮
ইসব কাৰ্য্যক দেখি জানিলন্ত মনে।
সবে কথা মাৱত কহিল বিভীষণে ॥২৯
ৰাৱণৰ মাতৃ তাই বুলিয়া নৈকষী।
সম্বুধি বোলয় বিভীষণক ৰাক্ষসী ॥৩০
দুখ চক্ষু ফুটিল ৰাৱণ ভায়েৰৰ।
হৰি আনিলেক সীতা জীৱ জনকৰ ॥৩১
সুখে তাক বিধাতায়ে থাকিবে নেদিল।
শ্ৰীৰামৰ ভাৰ্য্যা সীতা হৰিয়া আনিল ॥৩২
উপজি নগৈলে বেটা নেৰজনি লৈয়া।
শাস্ত্ৰী কন্যা হৰিলে বাচিলে যেন খৈয়া ॥৩৩
সৰ্ব্ব গাৱ মৰি কৰঙ্গনে ৰাতি জ্বলে।
সৰ্ব্বনাশ কৰি ফুৰে কন্যাৰ বিকলে ॥৩৪
অধৰ্ম্মত ৰতি ভৈল সিটো দুৰাচাৰ।
পতিব্ৰতা কন্যা হৰিলেক পৰদাৰ ॥৩৫
ব্ৰাহ্মণ কুলৰ বেটা ভৈলে অধোগামী।
পেটত পৰিল তাৰ পুৰি মৰোঁ আমি ॥৩৬
ৰামৰ সমান বীৰ নাহি ধনুৰ্দ্ধৰ।
পৃথিবীক উলটাইতে পাৰা একেশ্বৰ ॥৩৭
সাগৰক শুষিতে পাৰয় শৰে হানি।
ৰণ ভঙ্গে ৰাক্ষস পাই দিশ জানি ॥৩৮
ৰাজাৰ যেহেন ধৰ্ম্ম প্ৰজায়ে আচৰি।
তোমাৰেসে ধৰ্ম্মত ৰাক্ষস আছা ধৰি ॥৩৯
ধৰ্ম্ম পথ যুগুতিত তুমি ভৈলা সাৰ।
ৰাৱণ বুৱাৰে বংশ কৰিয়ো উদ্ধাৰ ॥৪০
তুমিসি আছাহা বাপ কুল নিস্তাৰণ।
ৰাৱণে ৰামত যেন পশয় শৰণ ॥৪১
সীতা সমৰ্পিবাক বুলিবা ৰাজনয়।
মোৰ বচনক বেটা কাণে সুশুনয় ॥৪২
অদ্যাপি আছয় শিশুকাল সুমৰণ।
যৈসানি কোলাত মোৰ আছয় ৰাৱণ ॥৪৩
দুই মুখে তন পান কৰে অভিলাষ।
আৰ আঠ গোটা মুখে মোক চায়া হাসে॥৪৪
নৈকেষীৰ বাণী বিভীষণে শুনিলন্ত।
মাৱক প্ৰণামি শীঘ্ৰ বেগে চলিলন্ত ॥৪৫

---

৩৩ অমধ্যান্ত—বিভীষণে ৰাৱণক হিত উপদেশ দিছে।

ৰাৱণ বসিয়া আছে পাত্ৰ সমন্বিতে।
বিকুম্ভ ভকত গৈয়া মিলিল তহিতে ॥১
গহীন গম্ভীৰ ধীৰ বীৰ বিভীষণ।
ৰামত ভকত অতিশয় শুদ্ধমন ॥২
ৰাজনয় সমুচিত ধৰ্ম্মক জানন্ত।
ৰাৱণক সম্বুধিয়া বাক্য বুলিলন্ত ॥৩
লঙ্কা পুৰি হনুমন্ত গৈল যেন মতে।
আপুনিয়ো দেখিলাহা পাত্ৰ সমন্বিতে ॥৪
কাহাৰ শকতি আছে এক ভেৰ কৰি।
শতেক সহস্ৰ পথ সাগৰক তৰি ॥৫
নিসংশয় মনে আসি পশিল নগৰ।
সৰ্ব্বদেশ চাহিল ফুৰিল ঘৰে ঘৰ ॥৬

সীতাকো দেখিলে মাৰিলেক সেনাগণ ।
বন ভাঙ্গি সিধানকো কৰিলে উৎছন ॥৭
ইন্দ্ৰজিতে যুজিল যুদ্ধৰ যত ধৰ্ম্ম ।
নাগপাশে বান্দিলেক ইকি যোগ্য কৰ্ম্ম ॥৮
দণ্ড বিহিলোহো ভাই ৰাখিলেক বধ ।
লাঙ্গুৰ অগনি লঙ্কা কৰিলে দগধ ॥৯
উত্তম অধম যে মধ্যম কহে মন্ত্ৰ ।
সত্ত্বৰ ত্ৰিবিধ কৰিবাক লাগে তন্ত্ৰ ॥১০
একৈক সুমন্ত্ৰী মোৰ মুদ্ধিত অপাৰ ।
আপুনি সকলে জানা কি কহিবো আৰ ॥১১
একেশ্বৰে মন্ত্ৰী যেবে কৰয় নিশ্চয় ।
উত্তম বুলিয়া তাক কহে শাস্ত্ৰ নয় ॥১২
অনেক মন্ত্ৰীৰ যেবে হোৱে একমতি ।
মধ্যম বুলিয় তাক মন্ত্ৰৰ শকতি ॥১৩
পুৰুষৰ তেজ নাহি দৈবেসে বোলয় ।
অধম বুলিয় তাক শাস্ত্ৰৰ আলয় ॥১৪
ৰাঘৱ মুনিয় যেন জগত বিদিত ।
কহিলো কাহিনী যেন আমাৰ উচিত ॥১৫
তপৰন্ত ৰাম বৰ পুৰুষ অগাধ ।
লঙ্কা ছন কৰিবন্ত নাহিকয় বাধ ॥১৬
সুগ্ৰীৱক সখা কৰি ৰাম মহাবলে ।
সমদলে সাগৰ তৰিব অবিকলে ॥১৭
জানো মই সীতা লক্ষ্মী জনক জিয়াৰী ।
আৰ জানো ৰাম মধুসূদন মুৰাৰি ॥১৮
ৰামৰ হাতত জানো মোৰ যাইব জীৱ ।
তথাপি নিদিবোঁ সীতা জনকৰ জীৱ ॥১৯
শুনি পাত্ৰ মেলে উঠি বোলে ৰাৱণত ।
দুঃস্বপ্নৰ কথা প্ৰভু শুচায়ো মনত ॥২০
প্ৰমাদত লঙ্কা পুৰি গৈল হনুমন্তে ।
আমি জনিলাত গজ নভৈলে হন্তে ॥২১
আছিলোহো হন্তে আমি সচকিত মনে ।
কিসক কৰয় পৰাভৱ অল্পজনে ॥২২
অস্ত্ৰ বলে ভৰি পুৰি আছে সব লঙ্কা ।
মনুষ্য ৰামক প্ৰভু নকৰিবা শঙ্কা ॥২৩
শুনিয়োক সভাসদ ৰামৰ চৰিত্ৰ ।
পৰম সুৰস ৰস কৰ্ণৰ অমৃত ॥২৪
সংসাৰ ব্যাধিক কৰৈ ইসে উপশাম ।
নিৰন্তৰে উচ্চ কৰি বোলাঁ ৰাম ৰাম ॥২৫

## ৩৬ অধ্যায়

ছবি ।

আপোনবলক প্ৰভু, তাক নেদেখাহা তুমি,
ত্ৰিভুবনো জনিলাহা ভয় ।
পাতালৰ বাসুকিক, জিনি ভয় লগাইলাহা,
আন কোন আগত থাকয় ॥১
দক্ষিণ দিশক গৈ, যমক জিনিলা তুমি,
পশ্চিমে জিনিলা বৰুণ ।
ইন্দ্ৰ আদি কৰি যত, ত্ৰিদশক জিনিলাহা,
তুমি সম বীৰ আছে কোন ॥২
কৈলাসক চালিলাহা, কুবেৰক জিনিলাহা,
আনিলাহা পুষ্পক বিমান ।
স্বৰ্গ মৰ্ত্ত পাতালত, তোমাক সমান নাহি,
ব্ৰহ্মাক কৰিলা বহুমান ॥৩
ৰামদেৱ লক্ষ্মণক, সুগ্ৰীৱক অঙ্গদক,
একেশ্বৰে মাৰিবা ৰণত ।
ত্ৰৈলোক্যবিজয়আমি, একোএকোসখাআছো
নকৰিবা কটাক্ষো মনত ॥৪
আছোক আমাৰ আন, ইন্দ্ৰজিত কুমাৰেযে,
সবাকো মাৰিবে সমৰত ।
ইন্দ্ৰ আদি কৰি যত, ত্ৰিদশ দেৱতা আছো
জিনিআছ দুৰ্ঘোৰ ৰণত ॥৫
যি বীৰ ইন্দ্ৰক জিনি, লঙ্কাক আনিলবান্ধি,
ত্ৰিদশক কৰিলেক ধাৰ ।
ব্ৰহ্মায়ে আসিয়া পাছে, প্ৰীতি প্ৰকাৰ কৰি,
স্বৰ্গকো দিলন্ত অধিকাৰ ॥৬
তথাপি ইন্দ্ৰৰ মনে, মহাভয় সুশুচয়,
ইন্দ্ৰজিত নামক সুমৰি ।
হেনবীৰ আছন্তেয়ো, লঙ্কাকোনেমাৰিবেক,
থাকিয়োক ভয় পৰিহৰি ॥৭
স্বৰ্গ মৰ্ত্ত পাতালত, আছয় যতেক বীৰ,
ৰণে হাৰি মানিলেক কাপ ।
হেনবীৰ আছন্তেনো, তোমাৰ কাহাক ভয়,
মেঘনাদ প্ৰচণ্ড প্ৰতাপ ॥৮

## ৩৭ অধ্যায় – প্ৰহস্তাদিয়ে ৰাৱণক কুমন্ত্ৰণা দিয়ে ।

পদ ।

প্ৰহস্তে বোলয় কি কৰিবে হনুমন্তে ।
আমি সবে যুজিবোঁ লঙ্কাৰ গড় হন্তে ॥১

শ্ৰীৰাম লক্ষ্মণ আৰু সুগ্ৰীৱক মাৰি।
নৃপতিৰ হৃদয়ৰ শৈল্যক উদ্ধাৰি ॥২
যজ্ঞকেতু নাম বীৰ পৰ্ব্বত আকাৰ।
ওঠ কামুৰিয়া বোলে কিক জীওঁ আৰ ॥৩
ৰাজাৰ যে দুঃখ জানি গৈল কপিগোট।
তাকে গৈয়া মাৰি ৰব কৰিবো আস্ফোট ॥৪
ৰাক্ষস সকল সবে থাকিয়ো আমোদে।
আপোনাৰ ভাৰ্য্যা পুত্ৰ সহিতে প্ৰবোধে ॥৫
ৰাম লক্ষ্মণকো মাৰোঁ সুগ্ৰীৱকো মাৰি।
নৃপতিৰ হৃদয়ৰ শৈলক উদ্ধাৰি ॥৬
বক্ৰদংষ্ট্ৰে বোলে আজি এতিখনে যাওঁ।
তোমাৰ বৈৰক মাৰি মাৰি ধৰি খাওঁ ॥৭
পৰিঘেক আছে মোৰ ত্ৰিশূলৰ সম।
শ্ৰীৰাম লক্ষ্মণ সুগ্ৰীৱৰ হৈবো যম ॥৮
কুম্ভকৰ্ণ তনয় নিকুম্ভ বুলি যাক।
ক্ৰোধে সম্বুধিয়া বোলে সকলে লঙ্কাক ॥৯
মোক পাঠায়োক মাৰোঁ বানৰক আগে।
ৰাম লক্ষ্মণকো লাগি গোটা গুটি লাগে ॥১০
ৰাম লক্ষ্মণক যেবে সুগ্ৰীৱ বীৰক।
হনুমন্ত অঙ্গদক নলয় নীলক ॥১১
মৈন্দ দ্বিবিদ আৰু বৃদ্ধ জাম্বৱক।
একেশ্বৰ মাৰি পেলোঁ গন কৰণক ॥১২
নৰাচাক্ষে গৰিহি বোলন্ত বিভীষণ।
মনত এৰিয়ো সবে নিশাচৰগণ ॥১৩
ৰাম মেৰু পৰ্ব্বতক কৃক্ষে উফৰাহা।
চাটু বচন এৰি নমাতি পাকাহা ॥১৪
একেশ্বৰে আসিলেক বীৰ কপি গোট।
লঙ্কা জন কৰি ৰব কৰিলে আস্ফোট ॥১৫
সসৈন্য সহিতে লঙ্কাপুৰী নৰাখিলা।
কেন মতে দম্ভ চাটু বুলিতে লাগিলা ॥১৬
খৰ বীৰ একল দেহক যুদ্ধে কাছে।
লঙ্কা মাজে সম বীৰ আন কোন আছে ॥১৭
সুবাহু মাৰীচ বীৰ ত্ৰিদশে আতঙ্ক।
ৰাম শৰে পৰি ভৈল কুক্ৰসে পতঙ্গ ॥১৮
শুনা শুনা দশা লঙ্কেশ্বৰ মহাশয়।
তুমি সুপুছিলে মোৰ বুলিতে লাগয় ॥১৯
অপ্ৰমত্ত ৰাম আমা যুদ্ধিবাক মনে।
হেন মহাবীৰক ভঙ্গাইব কোন জনে ॥২০
ভেদ সাম দান যে উপায় নিশিজয়।
তেবেসে বিহিয় দণ্ড শাস্ত্ৰৰ আলয় ॥২১
প্ৰথমে যুদ্ধক যেবে কৰয় উদ্যোগ।
সিটো প্ৰাণীজনো নজানয় শাস্ত্ৰ যোগ ॥২২
শুনা বোলোঁ দশা লঙ্কানাথ নিশাচৰ।
ৰাজ্যক হিতাৰ্থে বোলোঁ ৰাক্ষসকুলৰ ॥২৩
বন্ধুজন ৰাখি গৈয়া ৰাঘৱৰ ভিতা।
কৈল্যাণ সাধিয়ো গৈয়া সমৰ্পিয়ো সীতা ॥২৪
কি কাৰ্য্যত জানেকীক আনিলাহা হৰি।
প্ৰবল পুৰুষ সমে বিবাদ ন কৰি ॥২৫
তুমি যে বৈলখ দেখা আমি কাজে লওঁ।
ৰামৰ চৰণে নিয়া সীতাক ভেটাওঁ ॥২৬
স্ত্ৰী বাল বৃদ্ধ যুৱা ৰাক্ষসৰ কুল।
বানৰে ভালুকে যাৱে নকৰে নিৰ্ম্মূল ॥২৭
লঙ্কা তল নযাওক ৰাঘৱ সাগৰে।
ৰামৰ ভাৰ্য্যাক সীতা সম্পিয়ো সত্বৰে ॥২৮
বিভীষণে বুলিলন্ত উচিত বচন।
ৰাৱণ নৃপতি শুনি ভৈল ভগ্ন মন ॥২৯
ভ্ৰাতৃক চাহিয়া বোলে সক্ৰোধ নয়নে।
মোক দুখী কৰিলেক তোহোৰ বচনে ॥৩০
পূৰ্ব্বত জানোহো ৰব মন্ত্ৰী বিভীষণ।
আবেসে জানিলোঁ তই অধম দুৰ্জ্জন ॥৩১
অনুমাত্ৰো নজানস ৰাজধৰ্ম্ম নয়।
যেহি বাক্য মুখে আসে সোঁৰসে কহয় ॥৩২
কুম্ভকৰ্ণ ৰাৱণৰো তই ভৈলে ভাই।
নৈকেষাৰ গৰ্ভত তোহোৰ ভৈল ঠাই ॥৩৩
মুনিসব ভাই হুয়া ৰণক ডৰাস।
ৰাঘৱৰ নাম শুনি লাগিল তৰাস ॥৩৪
আপোনাক এৰি পৰ শকতি কহস।
নিৰ্লজ্জাসি বাক্য তই মিচাত ডৰস ॥৩৫
তপসীৰ ভাৰ্য্যা হৰি আনিলো সীতাক।
নজানিয়া মূঢ় জনে গৰিহে আমাক ॥৩৬
বাপেকৰ বোলে ৰাম ভৈলেক তপসী।
পাণ্ডু দন্তু পৰি ফুৰে তপোবনে পশি ॥৩৭
মাথে ধূম জটা লগে ত্ৰৈলোক্যসুন্দৰী।
হেনয় প্ৰাণীক কোনো গৰিহা নকৰি ॥৩৮
বনবাসী তপসীৰ ইকি হোৱৈ ধৰ্ম্ম।
সকল ৰাক্ষস মাৰে ইকি বোধ্য কৰ্ম্ম ॥৩৯

সীতা হৰি তাহাৰ খণ্ডিলো মোহজাল।
ৰাৱণেসে মন্দ তেভো ৰাঘবেসে ভাল ॥৪০
পামৰজাতিৰ দেখঁ৷ অগাধ সংসাৰ।
অনুচিত উচিত সুবুজে প্ৰতিকাৰ ॥৪১
কোন্ মন্দ কৰিলোহো জানেকীক হৰি।
অধাৰ্ম্মিক ৰামক উচিত দণ্ড কৰি ॥৪২
বীৰ্য্যৱন্ত প্ৰাণী যেবে হোৱে আশকত।
পৰপক্ষে পীড়য় আপুনি হোৱে হত ॥৪৩
বিভীষণ দেখি লোকা এতা ভৈল মতি।
ৰণত যুজিতে তোৰ নাহিকে শকতি ॥৪৪
প্ৰহস্তে বোলয় তুমি বুদ্ধিত সাগৰ।
সাৰোধৃতে বচন বুলিলা লঙ্কেশ্বৰ ॥৪৫
আৰো পদে ৰামৰ ঘাটন ভৈল বৰ।
মৰণ সমীপ দেখোঁ জীৱন কাতৰ ॥৪৬
কুলৱন্ত পণ্ডিত উত্তম বুদ্ধিমন্ত।
সি সি দূত কৰি যিটো সন্ত যে মহন্ত ॥৪৭
ৰামে দূত কৰিলে বনৰ পশুজাতি।
এহি পদে ৰামৰ ঘাটন ভৈল আতি ॥৪৮
বৃহস্পতি সম গপ পাত্ৰ বুদ্ধিমন্ত।
বিৰুপাক্ষে বোলে শুনা সুপাত্ৰ মহন্ত ॥৪৯
ৰাজায়ে বুলিলা যত শাস্ত্ৰ অৱগাহি।
স্বৰূপত ৰাঘৱত শাস্ত্ৰধৰ্ম্ম নাহি ॥৫০
আৰো এক পদে ভৈল আমাৰ কুশল।
নিশাকাল ভৈলে ৰাঘৱৰ তুটে বল ॥৫১
নিশাভাগে যুজিবো যতেক নিশাচৰে।
মৰিবন্ত ৰাম ৰাজা ভালুক বানৰে ॥৫২
যুজ নৈয়ো পাৱে প্ৰজা খানতো বিস্তৰ।
যুজিবাক উদ্যোগ সকলে ৰাক্ষসৰ ॥৫৩
খাওঁ মাৰোঁ কৰে প্ৰজা হাতে অস্ত্ৰ ধৰি।
সম্বৰে বাৰিয়ো গৈয়া বিলম্ব ন কৰি ॥৫৪
সবাকো নিবাৰি মাতিলন্ত বিভীষণ।
আবেসে জানিলো ভৈল বিনাশ লক্ষণ ॥৫৫
ৰাজলক্ষ্মী এৰিলেক ৰাৱণ দদাক।
সবাহাৰে মন ৰাঘৱক যুজিবাক ॥৫৬
শুনা শুনা দদা লঙ্কানাথ নিশাচৰ।
মই হিত বোলোঁ সবে ৰাক্ষস কুলৰ ॥৫৭
গোত্ৰ বন্ধু ৰাখি যাওঁ ৰাঘৱৰ ভিতা।
হিত বচনক মোৰ নেদেখিবা ভিতা ॥৫৮
যতেক তোমাৰ মন্ত্ৰী বোলয় কুনয়।
আপুনি বা তুমি সুবুজাহা ৰাজনয় ॥৫৯
হুই শুই তুমি গুণি চাহিয়ো মনত।
মোহোৰ বচন দেখিবাহা হিতপথ ॥৬০
অৰুন্ধতি নেদেখয় হিত সুশুনয়।
দীপ নিৰ্ব্বাণত যিটো গন্ধ নপাৱয় ॥৬১
সুহৃদ বচনক নেদেখয় হিত।
সি সব প্ৰাণীৰ জানা মৰণ সন্নিত ॥৬২
ৰাজাৰ মন্ত্ৰীৰ ভৈল বিপৰীত মতি।
অধৰ্ম্মে যুকুত ভৈল মন্ত্ৰৰ শকতি ॥৬৩
সুহৃদৰ বাক্য সবে সুৰুচয় যাক।
গত আয়ু প্ৰাণী বুলি জানিবাহা তাক ॥৬৪
অধৰ্ম্মত ৰত ভৈলে তুমি দুৰাচাৰ।
পতিব্ৰতা কন্যা হৰিলাহা পৰদাৰ ॥৬৫
তোমাৰ সংসৰ্গে আমি ধৰ্ম্ম হৰুৱাও।
তুমি আছা দদা আমি ৰাম পাশে যাওঁ ॥৬৬
শুনিয়োক সৰ্ব্বজনে ৰামৰ চৰিত্ৰ।
বেদৰ ৰহস্য জানি পীয়া প্ৰতিনিত ॥৬৭
মহন্ত সকলে আক গাৱে অবিশ্ৰাম।
অপ্ৰয়াসে সিজে ধৰ্ম্ম অৰ্থ মোক্ষ কাম ॥৬৮
শুভসে সাধয় সুখত কৰি আনন্দ।
হেনয় ৰামৰ ভজা পদ মকৰন্দ ॥৬৯
তেবেসে সংসাৰ সিন্ধু অপ্ৰয়াসে তৰি।
বোলন্ত কন্দলী ডাকি বোলা হৰি হৰি ॥৭০

---

## ৩৮ অধ্যায়।

বিভীষণৰ হিত উপদেশত ক্ৰোধকৰি ৰাৱণে তেওঁক পদাঘাত কৰাত তেঁও ৰামৰ আশ্ৰয় লয়।

### ছবি।

শুকান তৃণত যে, অগনি লাগিয়া গৈল,
ৰাজা ভৈল আতিশয় চণ্ড।
সিংহাসনৰ হন্তে, গাৱ গোট চালিলেক,
ভাবৰৰ কাঢ়ি লৈয়া খাণ্ড ॥১
ৰাৱণ ৰাজায়ে পাছে, লৰৰ দিলেক ভিৰি
যেন ক্ৰোধে ময়মত হাতী।
বিভীষণ বীৰৰ যে, হৃদয় মাজত গিয়া,
ক্ৰোধে মাৰিলেক এক লাঠি ॥২

বিষ্ণুত ভকত বীৰ, উচিত বকতা ধীৰ,
আসনত আছিলন্ত বসি।
হিয়াত লাঠিৰ ঘাৰ, সন্ধানত চোট পায়া,
তেতিক্ষণে পৰিলন্ত খসি ॥৩
মূৰ্চ্ছা গৈয়া তেতিক্ষণ, আছে পাছে বিভীষণ,
সুস্থ হুয়া বসিল আসনে।
সুদীৰ্ঘ নিশ্বাস তেজি, কাৰ্য্যৰ প্ৰস্তাৱ বুজি,
বিমৰিষ আছিলন্ত মনে ॥৪

৩৯ অধ্যায়।

ছুপদি।

শোক অগ্নি যেবে, বৰ জ্বলি গৈল,
আসুখে কাম্পয় গাৱ।
ধৰ্ম্ম পথ চাহি, বীৰ বিভীষণে,
চিত্তত দিলন্ত ঠাৱ ॥১
সবে সমজ্যাৰ, ত্ৰাস লাগি গৈল,
কাংস পৰি জীম গৈল।
চুম্বক বচনে, প্ৰহস্ত বীৰেযে,
হাতৰ খৰক গৈল ॥২
সিংহাসনত, বসিলা ৰাজাৰ,
কিঞ্চিত তাঙ্ক জুৰাইল।
কতো বেলি ৰাজা, সুস্থক লভিলা,
আৰকা শুকতি পাইল ॥৩
ক্ষণেক অন্তৰে, বিভীষণ বীৰে,
ৰাজাৰ চাপিল পাশ।
দক্ষিণ নাসায়ে, বিভীষণ বীৰে,
কাঢ়িল দুম নিশ্বাস ॥৪
আমাক লাঠিৰ, প্ৰহাৰ দিলাহা,
আন প্ৰাণী ভালে জীৱে।
ধৰ্ম্মৰ পথক, চাহিয়া যে আমি,
কেলেশ সহিলো হিয়ে ॥৫
অধৰ্ম্মী জনৰ, সংসৰ্গ দোষত,
বাঢ়ে অবিবেক কৰ্ম্ম।
শ্ৰীৰাম চন্দ্ৰৰ, সমীপক গৈলে,
বাঢ়িবে অনেক ধৰ্ম্ম ॥৬
পাপিষ্ঠ জনৰ, সংসৰ্গ দোষত,
ধৰ্ম্মত কিক হবাওঁ।
আছিয়োক তুমি, দাদা লঙ্কেশ্বৰ,
ৰামৰ পাশক যাওঁ ॥৭
ৰাৱণ ৰাজাৰ, পায়ক জাস্তিয়া,
কৰিলন্ত নমস্কাৰ।
আপোনাৰ চাৰি, পাত্ৰক লৈলন্ত,
আৰৰ কিছু সম্ভাৰ ॥৮
হাতে গদা ধৰি, বোলৈ বিভীষণে,
আছিয়ো পাত্ৰ সমাজ।
বিভীষণ বৈৰী, লঙ্কাৰ গুচায়া,
সুখে ভুঞ্জা সবে ৰাজ ॥৯
শুনা সৰ্ব্বজন, এৰি আন মন,
ৰাম কথামৃতময়।
এৰি আন কাম, বোলা ৰাম ৰাম,
পাপৰ কৰা প্ৰলয় ॥১০

৪০ অধ্যায়।

পদ।

এতেক বচন বুলিলন্ত বিভীষণে।
প্ৰণাম কৰিলা গৈয়া মাৱৰ চৰণে ॥১
নৈকষীত সমস্তে কহিলা বিভীষণে।
মই ভেট হৈবো গৈয়া ৰামৰ চৰণে ॥২
নৈকষী বোলন্ত বাপু মোৰ বাক থাক।
যত অপৰাধ দোষ দিয়োক আমাক ॥৩
ৰাৱণ ৰাজাৰ মন্ত্ৰী গৈ ভৈলা হীন।
মনকষ্টে ৰামৰ জীৱেক কতদিন ॥৪
হিতক বোলন্তে তোৰ হিয়ে দিলা লাথি।
জানিলোহোঁ যমে তাৰ মনচিলে পাতি ॥৫
তই এৰি গৈলে মোক ৰাখিবেক কোনে।
আৰে জানো ভুঞ্জিবেক শৃগাল শগুনে ॥৬
বিভীষণে বোলন্ত থাকিয়ো এহি ভাৱে।
ৰামত শৰণ মই নলৈ লওঁ যাৱে ॥৭
কুবেৰ দাদাত গোৰ্ষো কিবা বুদ্ধি পাওঁ।
পাছে বিমৰিষি শ্ৰীৰামৰ পাশে যাওঁ ॥৮
বাঢ়ি বিভীষণে যুৰিলন্ত যোৰ হাত।
মাৱৰ চৰণে পুনু নমিলন্ত মাথ ॥৯
অনল সুনল বীৰ প্ৰধান সম্পাতি।
শৰণ মাগিবে বিভীষণে লৰিলন্ত ॥১০
অনেক প্ৰকাৰে পাইলা মাৱত মেলানি।
অন্তৰীক্ষে গৈলা পৱনৰ বেগ টানি ॥১১
কৈলাস গিৰীক লাগি ধৰিলন্ত পথ।
সুধিবেক হিত বিমৰিষি কুবেৰত ॥১২

মহাদেৱে কুবেৰে আছন্তি পাশা খেলি ।
অনন্তৰে ধনদে চাহিলা চক্ষু মেলি ॥১৩
হৰক বোলন্ত প্ৰভু দেখাঁ বিদ্যমান ।
আমাৰ পাশক আসিলাত নপাই থান ॥১৪
পৱন সঞ্চাৰে আসি পাইলা বিভীষণ ।
কৰযোৰে প্ৰণমিলা হৰৰ চৰণ ॥১৫
পাছে নমিলন্ত কুবেৰৰ দুই পাৱ ।
আসনে বসিলা বীৰ আদৰিত ভাৱ ॥১৬
বিভীষণে সম্মুখি মাতন্ত দেৱ হৰ ।
কহিতে নলাগে তোৰ সকলে গোচৰ ॥১৭
ৰামৰ ভাৰ্য্যাক হৰি আনিলা ৰাৱণে ।
সীতাক সম্পিতে বুলিলন্ত বিভীষণে ॥১৮
অনাদি পুৰুষ তেন্তে জগত কাৰণ ।
সুৰ নৰ মুনিজন সবে নিস্তাৰণ ॥১৯
নিজৰূপে সদগুণে নজানিব যাক ।
হেন ৰামে প্ৰতিকাৰ কৰিবেক তাক ॥২০
নিৰ্গুণ পুৰুষ নিৰঞ্জন অবেকত ।
যাত হন্তে উতপতি সমস্তে জগত ॥২১
সুৰ নৰ মুনিগণে নপাৱন্তে ওৰ ।
হেন ৰামে প্ৰতিকাৰ সাধিবেক তোৰ ॥২২
লঙ্কা পুৰি ধাবে আইলা ৰাঘৱ শ্ৰীহৰি ।
সুগ্ৰীৱ নৃপতি সমে মিত্ৰৱতি কৰি ॥২৩
ৰাৱণক মাৰিয়া সীতাক ভেট পাইব ।
অব্যাহতে সবে অযোধ্যাক চলি যাইব ॥২৪
হেনয় উদ্দেশ যেবে হৰে বুলিলেক ।
দুইহাকো প্ৰণামি বিভীষণ চলিলেক ॥২৫
সসৈন্যে ৰামক গৈয়া দেখিলন্ত থিত ।
আকাশে থাকিলা চাৰি পাত্ৰে সমন্বিত ॥২৬
উৰ্দ্ধে চাহি সুগ্ৰীৱে যে দেখিলে তাহাক ।
লঙ্কাৰ ৰাক্ষস আসে যুদ্ধক আমাক ॥২৭
সুগ্ৰীৱৰ ইঙ্গিত জানিলা কপিগণে ।
শিলা বৃক্ষ উপাৰি লৈলন্ত তেতিক্ষণে ॥২৮
হুঙ্কাৰিল প্ৰজাগণে বানৰ সকলে ।
কিল কিল ধ্বনি কৰে যত কপিগণে ॥২৯
ইদিশৰ সেনাগণ যাই সি যে দিশ ।
বানৰৰ ভালুকৰ ভৈলা উসমিস ॥৩০
উৰ্দ্ধক চাহিয়া সবে কৰে কতূহলি ।
লৰবা লম্ফলি কৰে উৰ্দ্ধ লাঙ্গুলি ॥৩১
লৱণ সাগৰ যেন উথলিল বাৰে ।
টল বল বসুমতী চৰণৰ ঘাৱে ॥৩২
কেহোঁ কেহোঁ বোলে আজি তেজাইবোহো দান্ত
কেহো কেহো বোলে মাৰি দহিবোহো অন্ত ॥
আকাশত বিভীষণে বুলিলন্ত বাণী ।
বানৰ নৃপতি তুমি আমাক নজানি ॥৩৪
লঙ্কা হন্তে আসি ভৈলোঁ ৰাৱণৰ ভাই ।
উচিতক বোলন্তে প্ৰহাৰ বৰ পাই ॥৩৫
লঙ্কাত এৰিলোঁ আপোনাৰ পৰিকৰ ।
আনগতি নাই দুই চৰণ ৰামৰ ॥৩৬
শুনিয়ো বানৰ ৰাজা পুণ্য সঙ্কটিয়ো
ৰামৰ সমিপে নিয়া মোক সমৰ্পিয়ো ॥৩৭
সুগ্ৰীৱে বোলন্ত মিত্ৰ থাকা এহিভাৱে ।
ৰামত সকলে কথা পুচি আসোঁ যাৱে ॥৩৮
এহি বুলি সুগ্ৰীৱ গৈয়া ত্বৰিতে আটাইল ।
সকলে বাৰ্ত্তাক ৰাম চৰণে জনাইল ॥৩৯
হেন শুনি ৰামৰ বিস্ময় ভৈল মন ।
পাত্ৰ মেলেকক আনিলন্ত তেতিক্ষণ ॥৪০
ৰাৱণৰ ভাই মোত মাগয় শৰণ ।
দিবোঁ বা নিদিবোঁ বোলাঁ সবে পাত্ৰগণ ॥৪১
নীলে বুলিলন্ত বাণী অগনিৰ সুত ।
বৈৰক শৰণ দিতে নুহিকে উচিত ॥৪২
মোক পঠাইয়োক মই যাওঁ একেশ্বৰে ।
মাৰিয়া পেলাওঁ গৈয়া পৰ্ব্বত শিখৰে ॥৪৩
অঙ্গদে বোলন্ত দেখি বৰ আটকট ।
যুজিবে নোৱাৰি আমি কৰোঁ অকপট ॥৪৪
আমাৰ বচনে প্ৰভু পঠায়োক চৰে ।
ভাল মন্দ জিজ্ঞাসিয়া আসোক তাহাৰে ॥৪৫
পাত্ৰ মেলেকে হেন বুলিলা বচন ।
দুৰ্জ্জন ৰাক্ষস প্ৰভু সুবুজিব মন ॥৪৬
আমাৰ বচনে ভাল দূত পঠায়োক ।
চৰিয়া তহিক গৈলে কিবা কৰিবেক ॥৪৭
হনুমন্তে সবাহাৰে শুনিয়া বচন ।
বোলন্ত প্ৰণমি পাছে ৰামৰ চৰণ ॥৪৮
শুনিয়োক প্ৰভু ৰামচন্দ্ৰ কৃপাময় ।
বিভীষণে তযু পাৱে শৰণ পশয় ॥৪৯
অনেক জিজ্ঞাসি আমি থিৰ কৰি পাইলোঁ ।
ৰাৱণৰ সহোদৰ বৰ কষ্টে আইলি ॥৫০

মই জানো ইটো প্ৰাণী পৰম ধাৰ্ম্মিক ।
শৰণ মাগয় তাক নিদিবাহা কিক ॥৫১
ইন্দ্ৰজিতে বন্দী কৰি মোকী আনি দিল ।
কাট নিয়া বানৰক ৰাজা আদেশিল ॥৫২
ৰাৱণৰ তত্ত্ব দেখি উঠি তাৰক্ষণে ।
শাস্ত্ৰনয় দেখায়া ৰাখিলা বিভীষণে ॥৫৩
শ্ৰীৰামে বোলন্ত ভাল হনুৰ উত্তৰ ।
যতেক বুলিলা মানে সবে কচিকৰ ॥৫৪
সকলে কাৰ্য্যত তুমি মোৰ সাত আগ ।
দেখিলোঁ সবাত কৰি মোত অনুৰাগ ॥৫৫
যুদ্ধত ক্ৰোধত মন্ত্ৰনাতো সাতো আগে ।
মাৰুতিৰ বচন মোহোৰ মনে লাগে ॥৫৬
একান্ত ভকত তুমি আৰাধা আমাক ।
সাধু সাধু বায়ুপুত্ৰ প্ৰশংসো তোমাক ॥৫৭
আনত পুচিলোঁ মানে চাটুসে বুলিল ।
এহি বুলি শ্ৰীৰামে হনুক প্ৰশংসিল ॥৫৮
বাপক কাটিয়া যদি শৰণ মাগয় ।
সি সবো বৈৰকো ৰক্ষা কৰিবে লাগয় ॥৫৯
শৰণক পাই যিটো শৰণ মাগয় ।
পাতক বাঢ়য় পুণ্য মানে হয় ক্ষয় ॥৬০
আছো তান ভাই যদি ৰাৱণ আসয় ।
তাহাকো শৰণ দিবোঁ শাস্ত্ৰে হেন কয় ॥৬১
হেন শুনি সুগ্ৰীৱে যে হাত ঠাব দিলা ।
আকাশত থাকি বিভীষণেয়ো আসিলা ॥৬২
মনত হৰিষে বুলিলন্ত বিভীষণে ।
বিধি শুভক্ষণ মোৰ শুনা পাত্ৰগণে ॥৬৩
এহি বুলি ৰাঘৱৰ চৰণ স্মৰন্তে ।
ভূমিত নামিলা সবে আকাশৰ হন্তে ॥৬৪
অস্ত্ৰ শস্ত্ৰ মানে গত বৃক্ষত থৈলন্ত ।
নিয়া বিভীষণক সুগ্ৰীৱে ভেটাইলন্ত ॥৬৫
দেখি বিভীষণে কৰিলন্ত যোৰ হাত ।
প্ৰণামি বোলন্ত প্ৰভু শৰণ তোমাত ॥৬৬
লঙ্কাত এৰিয়া আন সবে পৰিবাৰ ।
আন গতি নাই বিনে চৰণ তোমাৰ ॥৬৭
হেন বাণী যেবে বিভীষণে বুলিলন্ত ।
গলে ধৰি কোলে কৰি সাৱটি লৈলন্ত ॥৬৮
শ্ৰীৰাম বোলন্ত লখাই মোৰ বোল ধান ।
আতি শীঘ্ৰ কৰি সাগৰৰ জল আন ॥৬৯

শুভ দিন শুভ তিথি ৰাবে আতিৰেক ।
কৰোঁ বিভীষণক লঙ্কাত অভিষেক ॥৭০
ৰাম বাক্য শুনিয়া লক্ষ্মণ লৰিলন্ত ।
চাৰি সাগৰৰ জল শীঘ্ৰে আনিলন্ত ॥৭১
সাগৰৰ জল আনি মাথাত ঢালিলা ।
ৰামে বিভীষণক লঙ্কাৰ ভাৰ দিলা ॥৭২
ৰাজা হৈয়া বিভীষণ থাকিল তহিতে ।
মহা বলৱন্ত চাৰিপাত্ৰ সমন্বিতে ॥৭৩
লঙ্কা ৰাজ্য খানক পাইলন্ত বিভীষণ ।
জয় জয় কৰয় সকলে সেনাগণ ॥৭৪
শুনা বিভীষণ তুমি বুদ্ধিৱন্ত সাৰ ।
কমন প্ৰকাৰে সাগৰৰ হৈবোঁ পাৰ ॥৭৫
তেবেসে হোৱয় সবাহাৰে প্ৰতিকাৰ ।
যেবে সেনাগণে সবে সুখে হোৱে পাৰ ॥৭৬
এহি বাণী শুনিয়া মাতিলা বিভীষণ ।
যেহেন মনৰ পৰে কহিবোঁ বচন ॥৭৭
সাগৰ তৰিতে এক কৰিয়োক ব্ৰত ।
লক্ষ্মণ সুগ্ৰীৱ ৰাম সবাৰ সম্মত ॥৭৮
কুশ পাৰি তিনি দিন নিদ্ৰায় আছিল ।
ৰামক সাগৰে তেহোঁ দেখায়ো নিদিল ॥৭৯
জ্বলিলন্ত ৰামে ক্ৰোধে ৰক্ত নয়ন ।
লক্ষ্মণক সম্বুধিয়া বুলিলা বচন ॥৮০
আকাশত দেখি মোক নকৰয় ভৰ ।
দেখা মোক বৰ হেলা কৰয় সাগৰ ॥৮১
মৃদু দেখি কটাক্ষ নকৰে আমাসাক ।
উচিত ফলক দিওঁ নিদিবাহা হাক ॥৮২
কদাচিতো কাৰ্য্য নিসিজিবে মৃদুভাবে ।
শান্ত মূৰ্ত্তি দেখিলে তাক কেহোঁ ন ডৰাবে ॥৮৩
শনৈশ্চৰ ভয়ে সবে সৰ্ব্বস্ব তেজয় ।
সোমগ্ৰহ নামে কুল পাতকো নেদয় ॥৮৪
ধনুখান বাপু মোৰ হাতে গুণ যাজি ।
অগাধ সাগৰ নান লুকাই থওঁ আজি ॥৮৫
অগ্নিশৰ মাৰি আজি শুষি এবোঁ জল ।
ভৰি গৰি কৰি যাওক বানৰ সকল ॥৮৬
এহি বুলি ৰামে মাৰিলন্ত অগ্নিবাণ ।
শুনিল সকলে জল দেখি বিদ্যমান ॥৮৭
তৰুত পৰিয়া সবে শিশু ধৰিয়াস ।
আপনি দশৰথ যেহা দেখি লাল কাল ॥৮৮

শুকাই সকলে জলজন্তু সবে মৰে।
আসিলন্ত সাগৰ ৰামৰ পাশে ৰড়ে ॥৮৯
ৰকত পুষ্পৰ মালা ৰকত অম্বৰ।
শুদ্ধ তাৰ হাৰ অলঙ্কাৰ মাণিকৰ ॥৯০
বৈদূৰ্য্য মনিৰ সম শৰীৰৰ বৰ্ণ।
সুমৃদু কুণ্ডল সুশোভিত দুই কৰ্ণ ॥৯১
নানা অলঙ্কাৰে কৰি দেখিয় সুবেশ।
কৃতাঞ্জলি কৰি আসি আগত প্ৰবেশ ॥৯২
অল্প অল্প কৰি পাছে বুলিলা উত্তৰ।
আথবেক বোলোঁহোঁ শুনিয়ো ৰঘুবৰ ॥৯৩
তোমাৰেসে বাপে মোক থাপিলে জলত।
স্বপ্নত নিদিলোঁ দেখা শুনা যি কাৰ্য্যত ॥৯৪
আনো আসিবৰ ভৈলে খুজিবেক পথ।
এহি বুলি স্বপ্নে প্ৰভু নভৈলোঁ বেকত ॥৯৫
তোমাৰ বংশৰ বাপু কৃত্য ৰাখিয়োক।
অগাধ সাগৰ মোৰ নাম সুগুচোক ॥৯৬
জল জন্তু থাকোক জলত বান্ধা সেতু।
যেন মতে বান্ধিবাহা কহোঁ তাৰ হেতু ॥৯৭
তোমাৰ সাৰথি নল আছন্ত বানৰ।
বীৰ বিশ্বকৰ্ম্মে তাক দিয়া আছে বৰ ॥৯৮
শুনিয়োক পাত্ৰ মোৰ সুভাষয় নল।
তুমি ছুইলে বৃক্ষ শিলা নযাইবেক তল ॥৯৯
পূৰ্ব্বত দেৱতা লোকে যুদ্ধক নপাৰি।
তোমাৰ বাপক নিলে অসুৰত হাৰি ॥১০০
অসুৰক মাৰিয়া দেৱক কৰি থিত।
তৈখান তাহান মোৰ পৰম সখীত ॥১০১
সেহিসে সম্বন্ধে তুমি তনয় আমাৰ।
উপায় কহিলোঁ আৰ সেতু বান্ধিবাৰ ॥১০২
এহি কথা কহিয়া সাগৰ চলি গৈলা।
সবে জল জন্তু ভৈল পূৰ্ণ জল ভৈলা ॥১০৩
এহি সে উপায় কথা কহিলা সাগৰ।
তাক শুনি মহা ৰঙ্গ মনত ৰামৰ ॥১০৪
বুলিলন্ত ৰামে পাছে শুনিয়ো লক্ষ্মণ।
ধনুশৰ নিয়া মোৰ থৈয়ো এতিক্ষণ ॥১০৫
ৰামে মাতি বোলন্ত সুগ্ৰীৱ নল নীল।
হনুমন্ত জাম্বৱন্ত অঙ্গদ সুনীল ॥১০৬
শুনিলা কি সবে সাগৰৰ যেন বাণী।
কাষ্ঠ কৰি সম্ভাৰক মিলায়োক আনি ॥১০৭

ৰাঘৱৰ বচনে সুগ্ৰীৱে আদেশিল।
পৰ্ব্বত বনত সবে বানৰ পশিল ॥১০৮
আমৰা কণ্টকী জাম আম যে চম্পক।
অশোক বকুল পিৰ্দ্দক কৰ্দ্দক ॥১০৯
পৰ্ব্বত ভিতৰত যত বস্তু পাইল।
লতাৰে সহিতে আনি জলত পেলাইল॥১১০
পৃথিবীত খুঁজিয়া আনন্ত নিৰন্তৰে।
নল বীৰ সমে হেতু বান্ধন্ত সাগৰে ॥১১১
লৰৰা লৰবি কৰি আনিবাৰ দেখি।
ৰঙ্গ মনে দুই বীৰে তাকে আছে লখি ॥১১২
বাপু হনুমন্ত তুমি বাক্য আকলিয়ো।
বৰ বৰ বীৰে পৰ্ব্বতক আনি দিয়ো ॥১১৩
ৰামৰ বচন মনে কৰি নমস্কাৰ।
মৈন্দ্য দ্বিবিদ আক বালীৰ কুমাৰ ॥১১৪
পনস গবাক্ষ কপি দ্বিবিদ সুষেণ।
নীল কুমুদ আদি বীৰ কপিগণ ॥১১৫
হৰিষে বানৰ বলে পৰ্ব্বত আনন্ত।
সাগৰ জলত থৈলে নলে হাত দেন্ত ॥১১৬
সবাত অধিক হনুমন্ত কপিসিংহ।
লৰৰা লৰৰি কৰি পৰ্ব্বতৰ শৃঙ্গ ॥১১৭
দুই হাতে দুই গোটা আপোনাৰ বলে।
শীঘ্ৰ বেগে পেলায়য় সাগৰৰ জলে ॥১১৮
মহা পৰাক্ৰমী বীৰ বায়ুৰ নন্দন।
যাহাৰ প্ৰভাৱে কাম্পে তিনিয়ো ভুবন ॥১১৯
সম্মিত দূৰত মানে যত খুজি পাইল।
বৃক্ষ শিলা পৰ্ব্বতক তীৰত জৰাইল ॥১২০
হনুমন্তে পৰ্ব্বত আনন্ত বৰ বেগে।
জলত পেলাইলে ছোৱে নলেসেহিচেগে॥১২১
নাহি এক বীৰ হনুমন্ত সৰি সৰি।
পৰাক্ৰম দেখি দেৱগণ গৈলা ডৰি ॥১২২
ত্ৰিজগত পতি ৰাম ত্ৰিদশে সহায়।
নলে পৰশিলে শিলা তলক নযায় ॥১২৩
হেন দেখি ৰামৰ হৰিষ অতিশয়।
ৰাম বল জানি সেনা কৰে জয় জয় ॥১২৪
বৰ বৰ পৰ্ব্বত পাৰয় যত মানে।
হৰিষে সবাক আনিলন্ত হনুমানে ॥১২৫
দীঘলে প্ৰমাণ সেতু পঞ্চিশ দিবস।
পথালিয়ে ভৈল সেতু যোজন যে দশ ॥১২৬

হেন অদভুত সেতু বান্ধিলন্ত জলে।
জয় ৰাম জয় লক্ষ্মণ বোলে সেনাগণে ॥১২৭
বিশ্বকৰ্ম্মা সুত মহা বীৰবৰ নল।
সাগৰত সেতু বান্ধিলন্ত মহাবল ॥১২৮
অসুৰ দানৱ দৈত্য দেৱাসুৰগণ।
সেতুক দেখিয়া যে সবাৰ ভয় মন ॥১২৯
সাধু নল সাধু নল কৰে কপিগণ।
নল হাতে ভৈলেক উত্তম সেতু খান ॥১৩০
হনুমন্ত আদি কৰি শ্ৰীৰাম লক্ষ্মণ।
পৰম হৰিষে পাৰ ভৈলা কপিগণ ॥১৩১
ৰাঘৱে বোলন্ত মই শিৰে জটা ধৰ।
সুজিবে নোৱাৰো গুণ প্ৰশংসা মাতৰ ॥১৩২
জানিবি মোহোতে তোৰ ৰহিবেক ধাৰ।
সাফল জীৱন শুভকীৰ্ত্তি ভৈলা যাৰ ॥১৩৩
ধন্য ধন্য নল তুমি বিশ্বকৰ্ম্মা সুত।
তোমাৰ কীৰিতি যশ থাকিলা বহুত ॥১৩৪
সুগ্ৰীৱক আদি কৰি বানৰ ভালুকে।
থাকিলন্ত প্ৰভু ৰাম সুবেল উছকে ॥১৩৫
নমো নমো নিত্য ৰাম অনন্ত অনাদি।
শিৱ সনাতন শুদ্ধ বুদ্ধ বেদবাদী ॥১৩৬
মোৰ গতি নাই বিনা তোমাৰ চৰণে।
বোলো ৰাম ৰাম সভাসদ যত জনে ॥১৩৭

---

৪১ অধ্যায়।

ছন্দ।

যেহি পথে পাৰ ভৈলা, শ্ৰীৰাম লক্ষ্মণ দুই,
সমদলে চাপ ধৰি কৰে।
ৰাম সেতু নাম লোকে, ইহাৰ কীৰিতি বৰ,
থাকি গৈল চন্দ্ৰ দিবাকৰে ॥১
আকাশত দেৱগণে, পৰম হৰিষ মনে,
মহা প্ৰভু শ্ৰীৰাম দেৱৰ।
জয় জয় ৰাঘৱক, লক্ষ্মীদেৱী নেৰন্তকো,
ত্ৰিদশ দেৱতা দিলা বৰ ॥২
ৰাঘৱৰ মস্তকত, পৰম আনন্দ মনে,
সিঞ্চিলন্ত পুষ্প শুদ্ধ জলে।
নিজ নিজ ৰথে চড়ি, ত্ৰিদশ দেৱতা মানে,
স্বৰ্গক গৈলন্ত কৌতুহলে ॥৩

শ্ৰীৰাম লক্ষ্মণ বাৰ, সুগ্ৰীৱ যে বিভীষণ,
থাকিলন্ত বীৰ সব মানে।
বানৰকটক সেনা, নাচে বাগৰগীত গাৱে,
কিল কিল কৰি থানে থানে ॥৪
ভালুক বানৰ সেনা, গুহা গিৰি গহ্বৰত,
থাকিলেক সেতুক বিয়াপি।
সুবেল পৰ্ব্বত হন্তে, মহেন্দ্ৰগিৰিক লাগি,
থাকিলেক সেনাগণে চাপি ॥৫
কেহো শিলা বৃক্ষ, পৰ্ব্বত ধৰিয়া হাতে,
লাঙ্গ তুলি কতো পাৰে ডেৰ।
ৰাৱণক গালি পাৰি, ভালুক বানৰ বলে,
লঙ্কাক চাহিয়া গৰ্জ্জে কেৰ ॥৬
হেন মনে থাকিলন্ত, ৰামদেৱ নাৰায়ণ,
ৰঘুনাথ জগততে সাৰ।
মাধৱ কন্দলী বোলে, শ্ৰীৰাম জয় জয়,
ৰঘুনাথ কৰিয়ো উদ্ধাৰ ॥৭
বাল্মীকি যে মহাঋষি, ৰামায়ণ প্ৰকাশিল,
স সাৰত স্ৰৱিল অমৃত।
আক শুনি নৰলোক, কলিতসন্তাপি শোক,
আক শুনি হোৱে কৃত্য কৃত্য ॥৮
মাধৱ কন্দলী বিপ্ৰে, তাহান চৰণ স্মৰি,
কৰিলন্ত শ্লোকক উদ্ধাৰ।
ৰামৰ চৰণ বিনা, আনগতি নাহি হেৰা,
জানিবাহা মনে দৃঢ় কৰি ॥৯
থাকিলন্ত ৰাম দেৱে, সুবেলত প্ৰবেশিয়া,
সমদলে বিতোপন থানে।
মাধৱ কন্দলী ভণে, কৌতুক সুন্দৰাকাণ্ড,
সমাপতি ভৈলা এহি মানে ॥১০
শুনিয়োক সভাসদ, মধুৰ কোমল পদ,
পুণ্য কথা ৰামৰ চৰিত্ৰ।
যমপথ নিবাৰণ, কলিমল সংহৰণ,
মহা ৰস শ্ৰৱণে অমৃত ॥১১
ভৱ ভয় বিনাশন, মহা মোক্ষ প্ৰকৰণ,
সমস্ত ধৰ্ম্মৰে ইটো সাৰ।
জানি শুনা যত্ন কৰি, ডাকি বোলো হৰিহৰি,
হেৰে সুখে তৰিবা স সাৰ ॥১২

ইতি সুন্দৰাকাণ্ড সমাপ্ত

# ৰামায়ণ।

## লঙ্কাকাণ্ড।

ওঁ নমঃ শ্ৰীকৃষ্ণায় ॥

ৰামং লক্ষ্মণং পূৰ্ব্বজং ৰঘুবৰং সীতাপতিং সুন্দৰং।
কাকুৎস্থং করুণাময়ং গুণনিধিং বিপ্ৰপ্ৰিয়ং ধাৰ্ম্মিকং ॥
ৰাজেন্দ্ৰং সত্যসন্ধং দশৰথতনয়ং শ্যামলং শান্তমূৰ্ত্তিং।
বন্দে লোকাভিৰামং ৰঘুকুলতিলকং ৰাঘৱং ৰাৱণাৰিং ॥

১ অধ্যায়।

ছুলৰী।

নমোঁ নাৰাণ, বিঘিনি খণ্ডন,
ৰঘুৰ নন্দন ৰাম।
সহস্ৰেক বাহু, সহস্ৰেক শিৰ,
যাৰ সহস্ৰেক নাম ॥১
বাপৰ সত্যক, পালিয়া ৰাঘৱে,
সীতা সমে গৈলা বন।
বোলন্ত কন্দলী, আন গতি নাই,
ৰামৰ দুই চৰণ ॥২

---

২ অধ্যায়—ৰাৱণে শুক সাৰণক শ্ৰীৰামৰ সৈন্য চাবলৈ পঠায় শুকে সিহঁতে উলটি আহি ৰাৱণৰ আগত বৰ্ণনা কৰে।

পদ।

প্ৰণামিলোঁ ৰাম তিনি ত্ৰৈলোক্যৰ নাথ।
নিশাচৰ ৰাৱণক বধিলা লঙ্কাত ॥৩
সাগৰত সেতুবন্ধ বালীৰ মৰণ।
মাধৱে ভনিলা শ্ৰীৰামৰ চৰণ ॥৪
ৰামে জল ৰামে থল ৰামেসে আকাশ।
ৰামেসে মন্দৰ মেৰু ৰামেসে কৈলাস ॥৫
হেন ৰামচৰণ সুমৰে যিটো নৰে।
অক্ষয় পুণ্যক বন্ধে নযাই যমঘৰে ॥৬
শ্ৰীৰাম জয়তি দশৰথৰ তনয়।
লক্ষ্মণ জয়তি শ্ৰীৰামত বিনয় ॥৭
সুগ্ৰীৱ জয়তি কপিৰাজ বুদ্ধিমন্ত।
জয়তি জয়তি বায়ুসুত হনুমন্ত ॥৮
সসৈন্যে ৰাঘৱে যেবে তৰিলা সাগৰ।
শুক সাৰণক আদেশিলা লঙ্কেশ্বৰ ॥৯
সাগৰত সেতু বন্ধ কৰিলা ৰাঘৱে।
হেনতো দুষ্কৰ কৰ্ম্ম নতো কৰে কেৱে ॥১০
সুবেল পৰ্ব্বতে ৰাম ছপকাৰে স্থিত।
হেন দেখি মোৰ মনে হুলি গৈলা ভীত ॥১১
পৌৰুষ আচৰি কিছু নকৰিবি দৈন্য।
ভাল মতে লেখিবা ৰামৰ কত সৈন্য ॥১২
শুক যে সাৰণে বানৰৰ ৰূপ ধৰি।
ছদ্মৰূপে পশিয়া সৈন্যৰ খেলা কৰি ॥১৩
কত সেনাপতি পাৰ্শ্ব কাৰ কেন বুক।
লেখিয়া আসিবি কত বানৰ ভালুক ॥১৪
ৰাজাৰ আদেশ বাণী শিৰোগত কৰি।
শুক যে সাৰণে বানৰৰ ৰূপ ধৰি ॥১৫
ৰামসেনা মাজত পশিলা বৰ শঙ্কা।
সাগৰ মাজত যেন দুই মাছৰঙ্কা ॥১৬
দেখয় সুবেশ গিৰি পুৰিলা বানৰে।
সাগৰৰ তীৰ যুৰি পৰ্ব্বত শিখৰে ॥১৭

দীৰ্ঘ শত যোজন পথালি দশ যুৰি ।
হেন সেতু ভালুক বানৰে আছে পূৰি ॥১৮
ইটো সেনা লেখিতে শকতি আছে কাৰ ।
আছোক লেখিবে দেখন্তেহি চমৎকাৰ ॥১৯
এহি বুলি দুই জনে দুই ভিতি হয়া ।
কিছু সেনা লেখিলেক মাজত পশিয়া ॥২০
হেন মতে সেনা চাহে শুক যে সাৰণে ।
মায়াৰূপে দুইহাকে চিনিলা বিভীষণে ॥২১
বানৰৰ হাতে নিয়া বন্দি কৰাইলন্ত ।
কৰযোৰ কৰিয়া ৰামত জনাইলন্ত ॥২২
বিভীষণে বিনাৰন্ত শুনিয়ো শ্ৰীৰাম ।
ইটো দুই জনত আমাৰ আছে কাম ॥২৩
বানৰৰ ৰূপ ধৰি আইলা দুই জন ।
সৈন্য লেখিবাক লাগি পঠাইলা ৰাৱণ ॥২৪
ৰাক্ষসৰ মায়া প্ৰভু ৰাক্ষসেসে জানি ।
দণ্ড কৰিয়োক যেন যুগুত আপনি ॥২৫
শ্ৰীৰাম বোলন্ত শুনা সাৰণ যে শুক ।
চাৰ হইয়া আইলি কিনো নিদাৰুণ বুক ॥২৬
স্বৰূপ কহিবি কিছু মুবুলিবি মিছা ।
দিলোহোঁ নিৰ্ভয় যাইয়ো আপোনাৰ ইচ্ছা॥২৭
সমস্তে কহিয়ো কথা ভয় পৰিহৰি ।
যিবা লেখা নপাইলা আৰোকা লেখা কৰা॥২৮
তোমাক মাৰিয়া আমি কোন ফল পাইবোঁ ।
ৰাৱণ ৰাজাক বাক্য সন্দেহ পঠাইবোঁ ॥২৯
কৰযোৰ কৰি বোলে শুক যে সাৰণে ।
স্বৰূপে স্বৰূপে প্ৰভু পঠাইলা ৰাৱণে ॥৩০
ইটো সেনা লেখিতে বাপৰ নাহি শক ।
যেবে দয়া থাকে চলোঁ আপন দেশক ॥৩১
তথু সেনা লেখিবেক কাহাৰ পৰাণে ।
ত্ৰাহি ত্ৰাহি ৰাম দেৱ পশিলোঁ শৰণে ॥৩২
ৰামচন্দ্ৰে বোলন্ত শুনিয়ো চৰ দুই ।
বাৰ্ত্তাক জনাইবি ৰাৱণৰ আগ হুই ॥৩৩
সীতাক হৰিলি যিবা পৰ্ব্বত থাকিয়া ।
সিটো বল দৰশোক পৌৰুষ ৰাখিয়া ॥৩৪
আমি আসি মিলিলোঁ তাহাৰ যমকাল ।
নিৰন্তৰে ৰাক্ষসৰ হইবে যুদ্ধামাৰ ॥৩৫
আমাৰ ঘৰিণী হৰি নিল নিশাচৰে ।
দশ শিৰ ছেদিবোঁ দুৰ্য্যোৰ দশ শৰে ॥৩৬
প্ৰণাম কৰিয়া ছুইয়ো ৰামৰ চৰণে ।
লঙ্কাত পশিলা গৈয়া ত্বৰিত গমনে ॥৩৭
ৰাৱণৰ আগত আঙ্গুলি ধৰি হাতে ।
আদেশ গোসাঁই বুলি নমিলেক মাথে ॥৩৮
দেৱৰ আগত আমি কহোঁ স্বৰূপত ।
বিভীষণে পাইয়া নিয়া যোগাইলা ৰামত॥৩৯
ধৰ্ম্ম পুৰুষ ৰাম পৰাণে ৰাখিয়া ।
তোমাক সন্দেশ বাক্য পঠাইলা বুলিয়া ॥৪০
লেখিতে পঠাইলা তুমি ৰাঘৱৰ দল ।
কোটি পুৰুষতো কোনে লেখিবে সকল ॥৪১
মুখ্য মুখ্য চিনাওঁ অপাৰ যত যত লোক ।
প্ৰতি প্ৰতি চিনাওঁ মেহুত চড়িয়োক ॥৪২
অমৃততোহধিক স্বাদ কথা ৰামায়ণ ।
সহবিষ মনে শুনা সভাসদগণ ॥৪৩
শুনন্তে মুকুতি হোৱে দুখ উপশাম ।
বোলন্ত কন্দলী সবে বোলাঁ ৰাম ৰাম ॥৪৪

## ৩ অধ্যায় ।

ছুলৰি

শুক সাৰণৰ, বচন শুনিয়া,
ৰাৱণ মন্দ স্বভাৱ ।
সৈন্য লেখিবাক, মেহুত চড়িল,
অনেক তাক উদ্ধাৰ ॥১
তাহাতে চড়িয়া, ৰাজায়ে দেখয়,
অসংখ্যা পদাতি বল ।
সাগৰৰ তীৰ, পৰ্ব্বতৰ গহ্বৰ,
ঢাকিলে সেতু সকল ॥২
সাৰণ চৰক, আদেশ কৰয়,
ৰাৱণায়ে দশ শিৰ ।
মুখ্য মুখ্য পাত্ৰ, সবক চিনায়ো,
কোন কেত মান বীৰ ॥৩
কাহাৰ কতেক, সৈন্য বা কমন,
নৃপতি কোন দেশৰ ।
পৃথিবী পৰ্ব্বত, সমুদ্ৰৰ তীৰ,
থাকে কোন দ্বীপান্তৰ ॥৪
ৰাজাক সম্মুখি, সাৰণে বোলয়,
শুনিয়ো দেৱ আদেশ ।
লঙ্কাক চাহিয়া, যিগোটা দেখাহা,
নাদন্তে আছে আদেশ ॥৫

সহস্ৰেক যূথ, পদাতি যাহাৰ,
লৰন্তে তুলত লৰে ।
ইহাক্কে বোলয়, নীল সেনাপতি,
কটাক্ষ কৰয় ৰৰে ॥৬
পদ্ম কেশৰৰ, বৰ্ণ আৰকত,
দেখন্তে আতি বিড়িঙ্গি ।
লঙ্কাক চাহিয়া, হাসন্তে আছয়,
ধৰিয়া পৰ্ব্বত শৃঙ্গ ॥৭
আকাশক লাগি, লাঞ্জ ফুৰাৱয়,
জগতে গৈল শবদ ।
আকাশৰ মেঘ, খণ্ড খণ্ড কৈল,
লঙ্কাৰ লোক তবধ ॥৮
শঙ্খ যে শতেক, সৈন্য আছে যাৰ,
আৰ পদ্ম সহস্ৰেক ।
বালীৰ তনয়, এহিতো অঙ্গদ,
বলৱন্ত অতিৰেক ॥৯
তোমাক ৰণক, আহ্বান কৰয়,
আঙ্গুলিৰ দেই ঠাৰ ।
ইহেন বীৰক, সমৰে যুজিবে,
শকতি আছে কাহাৰ ॥১০
শ্ৰুতস নাম যে, বানৰ সমস্ত,
আৰু আছে আঠ লাখ ।
হাতে বৃক্ষ শিলা, পৰ্ব্বত ধৰিয়া,
নেৰয় ৰামৰ পাশ ॥১১
দশ কোটি বল, নিপিণ্ডি দেশৰ,
কটাক্ষে সবে আকলে ।
সিটো মন কৰে, লঙ্কাক মাৰিতে,
পাৰয় আপন বলে ॥১২
শ্বেত শৰীৰক, দেখাহা যাহাৰ,
এহেন্তে বীৰ কুমুদ ।
হাতে বৃক্ষ ধৰি, আছয় যাহাৰ,
সৈন্য এক অৰবুদ ॥১৩
বিশ্ব যে কৰ্ম্মাৰ, পুত্ৰক দেখাহা,
এহে মহা বীৰ নল ।
যাহাৰ তুলত, লৰে লক্ষ লক্ষ,
বানৰ এ মহাবল ॥১৪
এক থানে বসি, আছে দুই জন,
ধূম্ৰ বীৰ জাম্বৱন্ত ।
বৃক্ষ শিলা কৰে, ধৰিয়া যাহাৰ,
সৈন্য আছে অপৰ্য্যন্ত ॥১৫
পূৰ্ব্বৰ কালত, দেৱাসুৰ ৰণে,
মাৰিয়া সবে দেৱক ।
এই দুই বীৰে, ৰণত অনেক,
আঠান্তৰ কৰিলেক ॥১৬
সৈন্যৰ মাজত, অসন্তাপ গাণ্ডি,
লঙ্কাক চাহিয়া আছে ।
চলিযান্তে এক, প্ৰহৰৰ পথ,
যুৰি যাই আগ পাছে ॥১৭
উৰ্দ্ধে আকাশক, ছানিয়া চলই,
তিনি প্ৰহৰৰ পথ ।
শ্ৰুতায়ুস নামে, ইহাক জানিয়,
বানৰৰ এন্তে নাথ ॥১৮
হাণ্ডী শৃগালীৰ, বৰণ দেখাহা,
সহস্ৰ কোটি বানৰ ।
ধূম্ৰাক্ষ যে নাম, শ্যাল সুগ্ৰীৱৰ,
সমৰে বিজয় বৰ ॥১৯
কোটি কোটি শত, বানৰ চলয়,
আৰ এক শত লক্ষ ।
গোলাঙ্গুল জাতি, বানৰে বেঢ়িল,
এহেন্তে বীৰ গৱাক্ষ ॥২০
সাৰণে কহিয়া, আণ্টাইলেক যেৱে,
ৰাৱণত কহে শুক ।
মৃত্যুৰ দুই পুত্ৰ, দেখাহা নৃপতি,
সুমুখ আৰু দুৰ্ম্মুখ ॥২১
মৈন্দ দ্বিবিদ, দেখাহা ৰাৱণ,
যেহেন পৰ্ব্বত মান ।
ব্ৰহ্মাৰ বচনে, পূৰ্ব্বত ই দুই,
কৰিলা অমৃত পান ॥২২
দিগ্‌গজ সমান, বসিয়া আছয়,
ত্ৰৈলোক্যে নাহিকে শঙ্কা ।
খণ্ড ভণ্ড কৰি, ৰাক্ষস মাৰিয়া,
এহে পুৰি গৈলা লঙ্কা ॥২৩
আশেষ গহন, গম্ভীৰে সাগৰ,
বলৰ নাহিকে অন্ত ।
সাগৰ তৰিয়া, সীতা দেখি গৈল,
এন্তে বীৰ হনুমন্ত ॥২৪

শ্যাম কলেবৰ, কমল লোচন,
সকল গুণে সাগৰ।
পৰ্ব্বত মূলন্ত, বসিয়া আছন্ত,
সম নাহি ধনুৰ্দ্ধৰ ॥২৫
অস্ত্ৰত শাস্ত্ৰত, সবাতো পাৰ্গত,
ত্ৰৈলোক্যে নাহি উপাম।
যাহাৰ সীতাক, হৰি আনিলাহা,
এহেন্তেহে শ্ৰীৰাম ॥২৬
তাহান ডাহিন, পাশত নৃপতি,
নয়ন বলায়া চাহ।
তপ্ত সুবৰ্ণৰ, কান্তি জ্বলে যেন,
ৰামৰ দক্ষিণ বাহু ॥২৭
লক্ষ্মণ কুমাৰ, ইহাক বোলয়,
পৰ্ব্বত ভেদন্ত শৰে।
দেৱাসুৰ যক্ষ, ৰাক্ষস কিন্নৰ,
তৰতবিমান ডৰে ॥২৮
ৰাঘৱৰ বাম, পাশত দেখাহা,
আছন্ত লঙ্কাক চাই।
সমৰে শকত, ৰামত ভকত,
তোমাৰ কনিষ্ঠ ভাই ॥২৯
ৰাজ্য অভিষেকা কৰিলা ৰাঘৱে,
চাহিয়া এ শুভক্ষণ।
তোমাক ৰণত, আহ্বান কৰয়,
দুৰ্জ্জয় এ বিভীষণ ॥৩০
ৰামৰ দলত, আৰৰ কাহিনী
শুনিলো গৈয়া আসন্তে।
বিধাতাৰ বাম, নয়নত ধূলী,
পৰিলা বায়ুৰ হস্তে ॥৩১
কতো দূৰ লাগি, আচাৰি পেলাইলা,
ব্ৰহ্মা বাম কৰে ধৰি।
তাতে উতপতি, কন্যা এক ভৈলা,
ত্ৰৈলোক্য মোহে সুন্দৰী ॥৩২
চন্দ্ৰৰ সমান, বদন জ্বলয়,
নেত্ৰ নীল উতপল।
ত্ৰিবলী বলিত, আতি সুবলিত,
কটাক্ষ আতি তৰল ॥৩৩
বিপুল জঘিনী, জগত মোহিনী,
উৰু যে ৰামকদলী।
কনক সাক্ষাৎ, দেখিয়া যাহাৰ,
মুনিগণ যাই টলি ॥৩৪
ঋষিৰাজ হেন নাম ... তাহান,
প্ৰজাপতি গণি থৈলা।
ৰূপৰ সম্পত্তি, দেখিয়া সূৰ্য্যৰ,
মনত ব্যামোহ ভৈলা ॥৩৫
কন্যা লইয়া পাছে, আপোন থানক,
চলিয়া গৈলা ভাস্কৰ।
মন্দৰ গিৰিত, মনোময় ৰূপে,
সূৰ্য্যে দিলা তাঙ্ক বৰ ॥৩৬
মোৰ তেজ বল, বীৰ্য্যত সুন্দৰী,
পুত্ৰেক হইবে তোমাৰ।
দেৱাসুৰ যক্ষ, গন্ধৰ্ব্ব ৰাক্ষসে,
সমান যুজিবে যাৰ ॥৩৭
ত্ৰিদশ অসুৰ, মানুষ নাগত,
অবধ্য হইবেক কায়।
পৰ্ব্বত সবক, চূৰ্ণ কৰিবেক,
এৰেক লাঠিৰ ঘাই ॥৩৮
সূৰ্য্যদেৱে যেবে, তাঙ্ক বৰ দিয়া,
আপোন থানক গৈলা।
ত্ৰৈলোক্যৰ চক্ৰা, কৰি দেৱৰাজ,
মন্দৰ গিৰিক আইলা ॥৩৯
ঋষি ৰাজ কন্যা, দেখিয়া ইন্দ্ৰক,
পীড়িয়া মদন শৰ।
মনত সন্তোষ, মিলিল তাহাক,
বাসৱে দিলন্ত বৰ ॥৪০
মৰজা দুই পুত্ৰ, তোমাৰ বিদিত,
হইবেক এ ৰবিতলে।
বানৰ স্বৰূপে, নৃপতি হইবেক,
কিষ্কিন্ধাত বাহুবলে ॥৪১
এৰেকক ৰাম, অৱতাৰে মাৰি,
আৱৰক ৰাজ্য দিব।
সেহিটো তোমাৰ, তনয় আশেষ,
দেৱৰ কাৰ্য্য সাধিব ॥৪২
বৰ দিয়া যেবে, ইন্দ্ৰ চলি গৈলা,
দেৱপুৰী অমৰাৱতী।
দিনে মাৰে আসি, মৰজা দুই পুত্ৰ,
তান ভৈলা উতপতি ॥৪৩

জ্যেষ্ঠ ভৈলা ইন্দ্ৰ, দেৱৰ তনয়,
বালী ৰাজা যাৰ নাম।
মিত্ৰৰ কাৰ্য্যত, থাকিয়া তাহাক,
শৰে মাৰিলন্ত ৰাম ॥৪৪

৫ অধ্যায়।
ছবি।

লক্ষ্মণৰ দক্ষিণ, আপুনি দেখাহাঁ ৰাজা,
মেৰু সম সুন্দৰ শৰীৰ।
সূৰ্য্যৰ বীৰ্য্যতআসি, উতপতি ভৈলা জানা,
এহেন্তে সুগ্ৰীৱ মহাবীৰ ॥১
ৰাঘৱৰ মিত্ৰ ইষ্ট, বালীৰ কনিষ্ঠ এন্তে,
কিষ্কিন্ধাৰ নৃপতি গৰিষ্ঠ।
সাতো দ্বীপা পৃথিবীৰ, ভালুক বানৰ লইয়া,
তোমাৰেসে চিন্তয় অনিষ্ট ॥২
ইহান লগতে কপি, সৈন্য বল চলে যত,
লেখা আমি দিবোহোঁ প্ৰত্যেক।
বলৱন্ত কৌটি এক, সহস্ৰ বানৰ বল,
আৰো চলে লক্ষ সহস্ৰেক ॥৩
সহস্ৰেক বৃন্দ সৈন্য, লগতে লৰন্তে লৰে,
আৰৰ শতেক মহাবৃন্দ।
সহস্ৰেকসংখ্যা আৰো, মহাপদ্ম সহস্ৰেক,
আগে পাছে কৰয় খিখিন্দ ॥৪
সঙ্গ লাগি আৰো, সুগ্ৰীৱ ৰাজাৰ,
আছে সৈন্য সহস্ৰেক খৰ্ব্ব।
সৈন্যক দেখিয়া যত, বিপক্ষ ৰাজাৰ ডৰে,
ত্বৰিতে হৰয় সবে গৰ্ব্ব ॥৫
আছে ৰাম লখমন, বিভীষণ হনুমন্ত,
জাম্বৱন্ত আৰো নীল নল।
আপন বিপোহোঁ বলে, সুগ্ৰীৱ যে বীৰবৰে,
লঙ্কাপুৰী নিব ৰসাতল ॥৬
ৰাঘৱে তোমাক প্ৰতি,পঠাইলবীৰতোবুলি,
শুনা তাক নৃপতি ৰৱণ।
যিটো গৰ্ব্বকৰি মোৰ, সীতাহৰিনিলে সিটো
আগ বাঢ়ি দেওক আসি ৰণ ॥৭
মোৰ তীক্ষ্ণশৰেতাৰ, অস্থিমজ্জা ভেদিবেক,
কৰিবেক শোণিতক পান।
দশ শিৰ ছেদিবোহোঁ, ৰণচণ্ডী পূজিবোহোঁ,
ৰাৱন হুইবেক বলিদান ॥৮
আমি দুই জানি শুনি, হিত বোল বুলিলোহোঁ।
যেবে হুইবা দুৰ্গতি তাৰণ।
সীতাক মাথাত কৰি, গলতকাপোৰবান্ধি,
পশাঁ গৈয়া ৰামত শৰণ ॥৯
তেৱেসে সকল কায, সাধিবাক পাৰিবায়,
ৰামদেৱ বৰ কৃপাময়।
উনমত্ত হুয়া যেৱে, হিত বাক্য নুশুনাঁহা,
ৰাক্ষস কূলৰ হৈবে ক্ষয় ॥১০
শুক যে সাৰণে যেৱে, ৰাম সেনা চিনাইলন্ত,
ৰাৱণৰ মনে মনে ভয়।
ক্ৰোধে কুৰি গোটা চক্ষু, গুঞ্জ যেন ফুৰায়য়,
চৰ দুইক চাহিয়া গৰ্জ্জয় ॥১১
কমন কাৰ্য্যত থাকি, গুকসেৱা কৰিলাঁহা,
নীতি শাস্ত্ৰ কেনে পঢ়িলাহা।
আপন ৰাজাক নিন্দি, শত্ৰু পক্ষ নৃপতিৰ,
তুমি সবে গুণ বখানাহা ॥১২
ৰামক মুনিষ বৰ, বখানাঁহা লাৰিকায়ে,
ত্ৰিদশে থাটন্ত মোৰ কাপে।
তিনি ত্ৰৈলোক্যৰ বীৰ, তৰতৰিমানডৰে,
মোৰ মহা প্ৰচন্ত প্ৰতাপে ॥১৩
আমাক যুজিতে যদি, হেন সৈন্য সব আসে,
সহস্ৰেক কৌটি শত জাম্পে।
লঙ্কাৰ গড়ৰ মোৰ, সম্নিত চাপিয়া আসি,
অক্ষতে যাইবেক কাৰ বাপে ॥১৪
ৰাঘৱৰ বানৰক, দেখিয়া ডৰাইলা বৰে,
তোমাৰ সেৱাৰ আছো ধিক।
ইসব ৰাক্ষস কুলে, উতপতি লাৰিকায়ে,
তুমি সব ভৈলা আসি কিক ॥১৫
সেৱকক দণ্ডিবোহেঁ, আত কিছুফল নাই,
বৰ মোক কৰাইলে ঝৱাল।
কৈৰা সেৱতিয়া লোক, আসিইটোদুইগোটাক
ঢকামাৰি যেচৰ নিকাল ॥১৬
জয় জয় প্ৰভুবুলি, শুক যে সাৰণ দুই,
আপনেহি নামিলা মেঢ়ৰ।
ৰাজাৰ আদেশ পাইয়া, পাত্ৰমহাদৰে আনি
আগত যোগাইলা আন চৰ ॥১৭
শাৰ্দ্দূল প্ৰমুখ্য কৰি, চৰিৱাক সম্বুধিয়া,
আদেশ কৰয় লঙ্কেশ্বৰ।

ৰামৰ সেনাত পশি, লেখিয়া জনায়ো আসি,
কত আছে ভালুক বানৰ ॥১৮
শাৰ্দ্দূল প্ৰমুখ্য কৰি, চাৰ সব লৰি গৈলা,
আজ্ঞা পায়া ৰাজা ৰাৱণৰে।
সুবেল পৰ্ব্বত মূলে, ৰাঘৱক সমদলে,
দেখন্ত আছয় ছপকাৰে ॥১৯
কতো লেখাকৰন্তে যে, বিভীষণে জানিলেক,
বুলিলন্ত চাৰ ধৃত কৰে।
বানৰৰ হাতগোৰি, লাথি লুখা ঘৰাকাতি,
কিল ভুকু মৰিলা চৰৰে ॥২০
তৰল বানৰে পাইল, ৰাক্ষসৰ চৰিয়াক,
ধিতিঙ্গালি কৰে ভেণ্টি ভেণ্টি।
কতো কতো মুণ্ডে মুণ্ডে, হনাহনি কৰে কতো
চৰৰতে নিকলিলা পেণ্টি ॥২১
কাহাকো আঙ্গাৰেচুণে, নাকেদুখেদিলকতো
জীৱ মাগে বিগুতি পঠাইল।
পাছ চাই চৰ সব, লাখুতিত ভিৰদিয়া,
ৰাজাৰ আগক গৈয়া পাইল ॥২২
শাৰ্দ্দূলে বিনায়ে বাণী, আদেশ গোসাই হেৰা,
খাওা পাইলে হোৱয় মুকুত।
শুক সাৰণে যত, কাহিনী কহিলা মানে,
সবে সত্য হয় স্বৰূপত ॥২৩
বিভীষণৰ যে কাৰে, গৈশন নজাই ৰাজা,
লাঠিছয় লাগিলা বুকত।
ৰাম ৰাখিলন্ত কাৰে, জিউমানেআসিভৈলোঁ
বানৰৰ বজ্ৰ যে ভুকুত ॥২৪
জয় জয় নমোঁ ৰাম, তুমি পৰিপূৰ্ণ কাম,
নৰৰূপে ভৈলা অৱতাৰ।
লক্ষ্মণ সহিতে আসি, নিজ যশ পৰকাশি,
পৃথিবীৰ খণ্ডিলাঁহা ভাৰ ॥২৫
মাধৱ কন্দলীভণে, শুনিয়োক সৰ্ব্বজনে,
ৰামায়ণ কথা অনুপাম।
বঞ্চিয়ো যমৰ পুৰ, পাপ হৌক বসিমুৰ,
নিৰন্তৰে বোলাঁ ৰাম ৰাম ॥২৬

---

৮ অধ্যায়—ৰাৱণে সীতাক শ্ৰীৰামৰ মায়াশিৰ
দেখুৱাই আৰু সৰমাই সীতাক প্ৰবোধ দিয়ে।

পদ।

ৰাৱণে বোলয় শুনি শাৰ্দ্দূলৰ বাক।
মুখ্য মুখ্য বীৰগণ চিনায়ো আমাক ॥১
সংক্ষেপিয়া কহিবি বাহুল্য পৰিহৰি।
প্ৰতি প্ৰতি কৰি মোত কহ ঝাণ্টকৰি ॥২
কতো কতো কহোঁ কোনে জানিবলিখিল।
সুগ্ৰীৱ অঙ্গদ হনুমন্ত নল নীল ॥৩
দধিমুখ দৰিমুখ গৱয় কেশৰী।
জাম্বৱন্ত গৱাক্ষ সৰভ গজহৰি ॥৪
তাৰক বিনোদ গন্ধমাৰ্দ্দন যে নল।
সুমুখ দুৰ্ম্মুখ হৰি সুষেন প্ৰবল ॥৫
বেগদসি মৈন্দ্য আৰো পনস দ্বিবিদ।
ধূম্ৰমুখ বলৱন্ত শ্ৰুতস কুমুদ ॥৬
সাজিয়া আছয় বীৰবৰ বিভীষণে।
ত্ৰিভুবন চমক প্ৰখৰ লখমনে ॥৭
মুখ্য মুখ্য চিনাইলোহোঁ জানিলো যতেক।
শতেক বৎসৰে কোনে লেখিব কতেক ॥৮
বিৰাধ কবন্ধ খৰ ত্ৰিশিৰাৰ কাল।
অৱধিত শৰত ভেদিলা সাত তাল ॥৯
বালীক মাৰিলা যিটো ঈষৎ সমৰে।
হেন ৰাম ধায়ে আইলা তোমাৰ উপৰে ॥১০
ত্ৰৈলোক্যৰ নাৰীগণে নাটিল তোমাক।
ৰাম অগনিৰ হৰি আনিলা সীতাক ॥১১
তোমাৰ আগত যত কহিলোঁ প্ৰমাণ।
আপনি চিন্তিয়ো যেন হৱয় কল্যাণ ॥১২
ৰাৱণ কাহিনী যত পাত্ৰ মুখে পায়া।
আলোচিলা কাৰ্য্য পাছে পাত্ৰগণ লৈয়া ॥১৩
বলাবল আলোচি মন্ত্ৰীক বিসৰ্জ্জিয়া।
ওৱাৰি পশিলা যিটো চৰক গৰ্জ্জিয়া ॥১৪
বিদ্যুৎজিহ্বক আদেশয় লঙ্কেশ্বৰ।
মায়া ৰূপে স্ৰজিয়ো ৰামৰ ধনু শৰ ॥১৫
সীতাৰ পাশক যাইবো কগধ শৰীৰ।
বেশ ৰূপে স্ৰজি আন ৰাঘৱৰ শিৰ ॥১৬
বিদ্যুৎজিহ্বেসাজি যোগাইলেক মায়াশিৰ।
সত্যে কাটিয়াছে যেন বহয় ৰুধিৰ ॥১৭

তূণ বাণ ধনু ছিন্ন ৰামৰ সকলে ।
ৰাৱণক সাজিয়া দিলেক মায়া বলে ॥১৮
তাহাক প্রসাদ দিয়া নৃপতি ৰাৱণে ।
অশোকা বনক গৈয়া পাইলা তেতিক্ষণে ॥১৯
ৰাঘৱৰ শৰ ধনু আৰ কৰি থৈল ।
সম্মুখি সীতাক পাছে বুলিবাক লৈল ॥২০
সীতাক বেঢ়িয়া আছে ৰাক্ষসিনীগণে ।
ৰাৱণক দেখি পিঠি দিলা তেতিক্ষণে ॥২১
গোসাঁনীক সম্মুখি মাতন্ত লঙ্কেশ্বৰ ।
বচন আকলি সীতা মোক স্বামী বৰ ॥২২
তোমাৰ স্বামীয়ে খৰ ত্রিশিৰা মাৰিল ।
সেহি কোপে তান আমি মানক সাৰিলো ॥
যি গৰ্ব্বত থাকি মোক কৰ অনাদৰ ।
বাৰ্ত্তা কহোঁ শুন তোৰ স্বামী দেৱবৰ ॥২৪
সুগ্রীৱ সহিতে ৰাম সখিত্ব কৰিয়া ।
সুবেল পৰ্ব্বতে আইল সাগৰ তৰিয়া ॥২৫
দুৰ্ঘোৰ ভাগৰে বৰ প্রয়াসিত ভৈলা ।
সৈন্য সমে ৰামচন্দ্র পৰি নিদ্রা গৈলা ॥২৬
আগ ধৰি আমাৰ চৰিয়া লাগি আছে ।
নিশ্চেষ্ট সৈন্যক মোক জান দিলা পাছে ॥২৭
সেনাপতি প্রহস্তক আনিলোঁ হাঙ্কাৰি ।
বানৰক ৰামক নিদ্রাত আসা মাৰি ॥২৮
আশেষ ৰাক্ষস লৈয়া সকলে সঙ্কাতে ।
প্রহস্তে দেখিলা গৈয়া সুবেল পৰ্ব্বতে ॥২৯
নিশ্চেষ্ট সৈন্যৰ মাজে ৰাম আছে শুয়া ।
প্রহস্তে কাটিলা মাথা হাতে খাণ্ডা লৈয়া ॥
লক্ষ্মণৰ পিঠিত প্রহস্তে দিলা বাৰি ।
পূৰ্ব্ব দিশে পলাইলা ৰামৰ পাশ ছাৰি ॥৩১
বিভীষণ ভয়াইক মাৰিল শিৰগুৰি ।
সুগ্রীৱক মাৰিলেক গল গোট মুৰি ॥৩২
হনুমন্ত পৰিল ভাঙ্গিল তাৰ হনু ।
জানু ভঙ্গে পৰিলন্ত বীৰ ইন্দ্রজানু ॥৩৩
মৈন্দ্য দ্বিবিদক মাৰিলন্ত ইন্দ্রজিতে ।
দধিমুখ মাথা কাতি পেলাইলা ত্বৰিতে ॥৩৪
অঙ্গদক মাৰিলা অনেক নিশাচৰে ।
কুমুদক পুষ্পমালী কৰিলা বিদৰে ॥৩৫
সুষেণ পৰিল সুগ্রীৱৰ যে শ্বশুৰ ।
জাম্বৱন্ত পৰিল যে বুদ্ধি ভৈলা চুৰ ॥৩৬
গদা মুদ্গৰ ঘোৰ পৰিঘাৰ বাৰি ।
অসংখ্যাত সেনা পৰিলন্ত প্রাণ ছাৰি ॥৩৭
গৰকাই মাৰিলন্ত হস্তী ঘোড়া ৰথে ।
সাগৰে পৰিল কতো গিৰি গহ্বৰতে ॥৩৮
বিপাকে পৰিল যত ভালুক বানৰ ।
যিবা জীল পলাই গৈলা দ্বীপ দ্বীপান্তৰ ॥৩৯
হেন মতে তোৰ স্বামী গৈলা যমপুৰ ।
ৰাঘৱৰ আশাবন্ধ কৰিয়োক দূৰ ॥৪০
আবুধী বিবুধী সীতা কিছু নজানস ।
মূঢ় হইয়া আপোনাক পণ্ডিত মানস ॥৪১
এভো মোত ভজ মোৰ যত মহাদই ।
সবে থাকিবেক তোৰ চৰণক সেই ॥৪২
কৈৰা বিদ্যুজ্জিহ্ব ৰাঘৱৰ শিৰ আন ।
মোহৰ বচন সীতা দেখোক প্রমাণ ॥৪৩
সীতাৰ আগত থৈলা ৰাঘৱৰ শিৰ ।
সত্যে কাটিলেক যেন বহয় ৰুধিৰ ॥৪৪
সীতায়ে দেখন্ত মুখচন্দ্রমা বদন ।
নীল আকুঞ্চিত কেশ কমল লোচন ॥৪৫
চাৰু যে নিবিড় জ্বলে দশন পঙ্কতি ।
হাসো হাসো কৰে যে চন্দ্ৰৰ জেউতি ॥৪৬
সুশোভন নাসিকা লুলয় দুই কৰ্ণ ।
উত্তম শৰীৰ মুখ দেখি শ্যামবৰ্ণ ॥৪৭
সত্যে কাটিয়াছে যেন বহয় ৰুধিৰ ।
প্রত্যক্ষে দেখিলা সীতা ৰাঘৱৰ শিৰ ॥৪৮
হনুমন্ত হাতে দিয়া পঠাইলা আপুনি ।
শিৰত আছয় দেখিলন্ত সেহি মণি ॥৪৯
দেখিলন্ত আৰৰ ৰামৰ ধনু বাণ ।
শোক অগনিৰ তাপে নসহে পৰাণ ॥৫০
ৰামৰ শিৰক দেখি তেজে তোলবোল ।
হা প্রভু বুলি সীতা চপাইলন্ত কোল ॥৫১
ক্ষণো হৃদয়ত বান্ধে ক্ষণো বান্ধে গলে ।
লুটিয়া কান্দন্ত দেবী হাকলে বিকলে ॥৫২
হা হা কৈকেয়ী মোৰ পৰাণে নসহে ।
সৰ্ব্বনাশ কৰিলেক তোহোৰ কলহে ॥৫৩
কিনো বিধি বিপাকত ৰাজ্যক খণ্ডিলে ।
কিবা অপবাধে আন প্রাণক দণ্ডিলে ॥৫৪
হৰি হৰি ৰাঘৱ মোহোৰ প্রাণেশ্বৰ ।
শুণৰ মন্দিৰে বীৰ প্রকৃতি সুন্দৰ ॥৫৫

এতকাল আছোহোঁ তোমাক সুমৰন্তে ।
তুমি মৰিলাহা আমি নতোহোঁ মৰন্তে ॥৫৬
তোমাৰ সমান বীৰ নাহি সাজে সাজে ।
নিদ্ৰা মৰণত কিনো মৰিলা বিপাজে ॥৫৭
ৰাজনীতি শাস্ত্ৰ তুমি পঢ়িলা বিশেষ ।
কি কাৰণে নিদ্ৰা আসি গৈলা পৰদেশ ॥৫৮
আসন্ন কালত পণ্ডিতৰ বুদ্ধি নাশ ।
ৰক্ষা নিচিন্তিয়া প্ৰভু ভৈলা সৰ্ব্বনাশ ॥৫৯
আগৰ চন্দনে ভূষিলোহোঁ সৰ্ব্বক্ষণে ।
সিটো শৰীৰক খাইব শৃগাল শকুনে ॥৬০
শুনহ ৰাৱণ আমি পতিব্ৰতা নাৰী ।
প্ৰমত্ত বচন তোৰ সহিতে নপাৰি ॥৬১
তোহোৰ প্ৰসাদে যেবে স্বামী শিৰ পাওঁ ।
প্ৰভুৰ লগতে তেবে অনুগামী যাওঁ ॥৬২
হাহা ৰাম সুমৰন্তে সকললোক জীয় ।
তযু প্ৰাণেশ্বৰী মৰোঁ জনকৰ জীয় ॥৬৩
বনবাসে যান্তে প্ৰভু মোক নেৰিলাহা ।
তুমি মৰিলাহা প্ৰভু মোক লৈয়া যাহা ॥৬৪
গদাবাৰি লক্ষ্মণৰ ভাঙ্গিলন্ত পাশু ।
একেশ্বৰে গৈলে তান্ত সুধিলন্ত শাশু ॥৬৫
মোহোৰ হৰণ ৰাঘৱ বাৰ্ত্তা শুনি ।
কেনমতে জীব তৈত কৌশল্যা গোসানী॥ ৬৬
আগম বিচাৰি কহিলন্ত গুৰুজনে ।
সিয়ো বোল মিছা ভৈলা ৰামৰ মৰণে ॥৬৭
চিৰকাল ৰামে ভুঞ্জিৰন্ত ৰাজ্য ভোগ ।
আলখনী সীতা নোহে বিধবাৰ যোগ ॥৬৮
বিলাপ কৰন্ত সীতা জনকৰ জীউ ।
হাতযোৰে দুৱাৰি আগত ভৈলা থিউ ॥৬৯
ধীৰে ধীৰে বোলে প্ৰভু ভৈলা বিসঙ্গতি ।
পাত্ৰ সমে আসিলা প্ৰহস্ত সেনাপতি ॥৭০
আথে বেথে গৈলা ৰাজা কথা শুনি মাত্ৰ ।
দেখে দুৱাৰতে ৰহি আছে সবে পাত্ৰ ॥৭১
হাতযোৰ কৰিয়া প্ৰহস্ত বিনায় ।
ৰামসেনা প্ৰভুদেৱ জানিয়া আসয় ॥৭২
ৰাৱণে বোলয় শুনি কথাৰ প্ৰস্তাৱ ।
নিশানত ৰাৰি দিয়া কটক জমাৱ ॥৭৩
ৰাজাৰ আদেশ ভৈলা প্ৰহস্তৰ বোল ।
ৰাজভাণ্ড কোলাহল উমকিলা ৰোল ॥৭৪

সব সাজে ৰাক্ষসৰ সেনা সব আইল ।
প্ৰহস্তে সৰিতে গৈয়া ৰাজাত জনাইল ॥৭৫
মাধৱে বোলন্ত আক এহি মানে খণ্ড ।
জানকীৰ তহিতে প্ৰবোধ কথা কণ্ড ॥৭৬
যেতিক্ষণে ৰাৱণ সিথান ছাৰি গৈলা ।
তেতিক্ষণে মায়া শিৰ অন্তৰ্দ্ধান ভৈলা ॥৭৭
আৰৰ নেদেখিলা সীতা স্বামী শিৰখণ্ড ।
সৰমা বোলন্ত সীতা সখী মৰে ভুণ্ড ॥৭৮
শীঘ্ৰ গমনে আইল চিত্ত সুহি থিৰ ।
সীতাৰ বিলাপ দেখি নসহে শৰীৰ ॥৭৯
নকান্দা নকান্দা সখী জনকৰ জীউ ।
তোৰ দুখ দেখি মোৰ সকলয় জীউ ॥৮০
ৰাৱণে যতেক বুলিলন্ত মন্দ বাক ।
বৃক্ষৰ আৰত শুনি আছিলোহোঁ তাক ॥৮১
নিৰন্তৰে শুনিয়া আছিলো কাণ পাতি ।
যুগে যুগে থাকি গৈল তোহোৰ খিয়াতি ॥৮২
মই কথা কহোঁ সখী পৰিহৰা শোক ।
আথে বেথে গৈলা ৰাজা নসম্বুধি তোক ॥৮৩
হেন দেখিলোহোঁ কাৰ্য্য ভৈলা আথান্তৰ ।
মনে জানো চিত্ত থিৰ সুহি ৰাৱণৰ ॥৮৪
ৰাম শিৰ ছেদিলেক প্ৰহস্ত ৰাক্ষসে ।
হেন পতিয়াস সিহ মাৰিলন্ত মশে ॥৮৫
হেন কি জানস ৰাম পৰদেশে গৈয়া ।
সব সৈন্য নিদ্ৰা গৈলা নিশ্চেষ্ট পৰিয়া ॥৮৬
যেন তেন প্ৰাণী যদি পৰদেশে যাই ।
তাৰ নিদ্ৰা নাসে চিন্তে ৰক্ষাৰ উপায় ॥৮৭
আপুনি জানস তোৰ যেন প্ৰাণপতি ।
ইয়ো বোল পতিয়াস কিনো মন্দমতি ॥৮৮
স্বামী তোৰ গুণৱন্ত শ্ৰীমন্ত মহন্ত ।
সন্তক পালন্ত যত অসন্ত নাশন্ত ॥৮৯
বুদ্ধিৱন্ত যশৱন্ত তেজৱন্ত সন্ত ।
ধৃতিমন্ত লজ্জাৱন্ত ৰূপৱন্ত কান্ত ॥৯০
বলৱন্ত বৈৰ যত শৰণ দৈশন্ত ।
হাসন্তে পালন্তে তাকো ৰাখিয়া থাকন্ত ॥৯১
বৈৰক অন্তক বীৰ সমৰ কৰন্ত ।
তৃণ সম বিনাশন্ত কাটিব মাৰন্ত ॥৯২
শত্ৰু মিত্ৰ উদাসীন যাৰ গুণ গান্ত ।
শোক পৰিহৰা তোৰ সুস্বামী জীৱন্ত ॥৯৩

আয়তা লক্ষ্মণ দেখোঁ তোৰ জ্বলে কান্তি ।
অবিলম্বে স্বামীকোল পাইবি মহাশান্তী ॥৯৪
সত্য কথা কহোঁ মোৰ তোক বৰ দয়া ।
ৰামশিৰ যি দেখিলা ৰাক্ষসৰ মায়া ॥৯৫
বিদ্যুজ্জিহ্ব নামে এক আছে নিশাচৰ ।
ৰাজাৰ আদেশে সাজিলেক ধনুশৰ ॥৯৬
মোহোৰ বোলত যেবে পতিয়ান নাই ।
এখনে আসিবোঁ গৈয়া তোৰ স্বামী চাই ॥৯৭
ৰাৱণে বা যিবা কৰে জানিবো সকলে ।
মোক কেহোঁ চিনিতে নপাৰে মায়াবলে॥৯৮
সৰমাৰ বোলে শোক গুচিল সকলে ।
খৰ লাগা ধান যেন বৰিষণ জলে ॥৯৯
সম্বুধি বোলন্ত তাইক জানকী গোসানী ।
দুৰ্গতি তাৰিণী সখী সুমধুৰ বাণী ॥১০০
আকালৰ বন্ধু যেন সোদৰ বহিনী ।
মোৰ হিত চিন্তি বিধি মিলাইলেক আনি॥
ইহেন কালত মোৰ তুমি প্ৰাণসখী ।
ঝাণ্টে গৈয়া আসা ৰাৱণৰ কাৰ্য্য লখি ॥১০২
নিতে নিতে সিটো মোক থাকয় গৰ্জ্জন্তে ।
প্ৰাণ ফুটি যায় মোক ৰাৱণা তৰ্জ্জন্তে ॥১০৩
হা বিধি মই কি কৰিলে হৰি হৰি ।
বিধিয়ে নিৰ্ম্মিলা ৰাক্ষসৰ ভক্ষ্য কৰি ॥১০৪
ৰাৱণৰ বোলে সবে ৰাক্ষসিনীলোক ।
আতাস ভাবুকি সবে উকৰাৱে মোক ॥১০৫
কতো বেলি সখী বাত চাহিবোহোঁ তোকে ।
ৰামৰ মৰণে প্ৰাণ ত্যজিবোহোঁ শোকে॥১০৬
সৰমায়ে সীতাক আশ্বাস আতি কৰি ।
অন্তৰীক্ষে চলিলা চিলনী বেশ ধৰি ॥১০৭
ৰাৱণেও পাত্ৰ সমে আলোচিলা যত ।
প্ৰত্যেকে জানিয়া তাক ধৰিলা মনত ॥১০৮
যুদ্ধ কৰিবাক লাগি সুসম্ভৱ ভৈলা ।
ইসবক আকলি ৰামৰ পাশে গৈলা ॥১০৯
শ্ৰীৰাম লক্ষ্মণ আছে হৰষিত মনে ।
অশোকা বনক গৈয়াপাইল তেতিক্ষণে॥১১০
উত্ৰাৱল মনে সীতা আছিলন্ত বসি ।
সৰমা আসিলা দেখি গৈলন্ত উল্লাসি ॥১১১
প্ৰাণসখী আইল বুলি ধৰিলন্ত গলে ।
আপোনাৰ আসনক দিলা কৌতুহলে ॥১১২
বাৰ্ত্তা পুছিলন্ত সীতা গুণে অনুপমা ।
সবিশেষ সব কথা কহিলা সৰমা ॥১১৩
ৰাৱণৰ আলোচক শুনা প্ৰাণসখী ।
অবিলম্বে স্বামী কোল পাইবাহা জানকী॥
বৃদ্ধ মন্ত্ৰী এক বোল বুলিলে তাহাক ।
তোমাক আমাক নিয়া ৰামক দিবাক ॥১১৫
তাহাকো ভৰ্ৎসিলে নলৱয় সদবুদ্ধি ।
মৰন্তাক নলাগয় জীৱাৰ ঔষধি ॥১১৬
জানিলোহোঁ তোমাক ৰাৱণে নসম্পিব ।
ৰামক যুজিয়া সিটো কত কাল জীব ॥১১৭
নিষ্টে নিষ্টে তোমাৰ নিৰ্ম্মল হৈবে কুষ্টি ।
ৰাম কোলে তোমাক দেখিয়া হৈবো তুষ্টি ॥
বিৰলতো অনেক বুলিলা মাৰখানে ।
বিনা যুদ্ধে তোমাক নিদিবে দশাননে॥১১৯
নিশ্চয় জানিবা কথা কহিলো সকলো ।
ৰামৰ কুশল সিটো যাইব ৰসাতলে ॥১২০
সীতায়ে জুৰাইলা শুনি সৰমাৰ বাক ।
এতহন্তে ৰাম সেনা শৰদৰ জাক ॥১২১

---

## ৭ অধ্যায়

মাল্যৱন্তৰ ৰাৱণক উপদেশ । আৰু উভয় দলৰ সেনাপতি নিৰ্দ্দেশ ।

ৰানৰৰ কোলাহল নাদয় ভালুক ।
নগৰত ৰাক্ষসৰ খলকিল বুক ॥১
ভেকৰ নিশান বোল শুনি লঙ্কেশ্বৰ ।
পাত্ৰক মিলাইলা ডৰে পাইলা চিন্তাজ্বৰ ॥২
সম্বুধিয়া বোলে ৰাজা অমাত্য সবক ।
ৰাম আসি ভৈলা হেৰা যুজিতে আমাক ॥৩
সৈন্যক মিলাইলা সিটো অৰণ্যৰ পশু ।
ৰাক্ষসৰ ভক্ষ্য শুনি কণ্ডুৱাইবে খসু ॥৪
সাগৰক তৰিলা কৰিয়া সেতু বন্ধ ।
মোহোঁৰ হাতত তাৰ পৰিবেক কন্ধ ॥৫
সৈন্য সাজিয়োক ঝাণ্টে দুন্দুয়াই হেলা ।
অল্প শত্ৰু মন্দ কৰে প্ৰস্তাৱৰ বেলা ॥৬
কিঞ্চিত কণ্টকে যদি বিন্ধয় পাৱত ।
উদবিগ্ন কৰে আতি সকল গাৱত ॥৭
ৰাজাৰ বচনে সবে মাথা চপৰাইলা ।
মৌনে থাকিলেক আৰু কাহাকো নচাইলা॥৮

সাম্বুধি বুলিলা তাঁক বৃদ্ধ মাল্যবন্ত।
বাৱণৰ মাতামহ পাত্ৰ বুদ্ধিমন্ত ॥৯
শুনা কহোঁ দশস্কন্ধ যেন বাক্যনয়।
তই শুশুখিলে মোৰ বুলিতে লাগয় ॥১০
আগ তল যাই যদি হাতীয়ো বুৰয়।
তোৰ সব কুল ও মোহোৰ বংশ ক্ষয় ॥১১
শ্ৰেষ্ঠ পুৰুষে যে তোক ভালক নেদয়।
সীতাক হৰিলি সেই অধৰ্ম্মে খেদয় ॥১২
সদবুদ্ধি নেখেলে কুবুদ্ধি অভ্যুদয়।
ৰামধৰ্ম্ম উদয় লক্ষ্মীয়ে আলিঙ্গয় ॥১৩
সভাত থাকন্ত উচিতক নমাতয়।
তাতে প্ৰবৰ্ত্তয় তাৰ অধৰ্ম্ম জ্বলয় ॥১৪
জানি নোবোলয় বিবুদ্ধিক আচৰয়।
হেনয় জনত সবে কলুষ পশয় ॥১৫
ধৰ্ম্মকৰ্ম্ম সন্নাহা কৰি বৈৰক বধিবা।
ধৰম সন্নাহা শুদ্ধ মুকুতি সাধিবা ॥১৬
ধৰ্ম্মপথ এৰি তুমি পাপক সাধিলা।
অগনি সমান ঋষি সব উকৰাইলা ॥১৭
লঙ্কাত অনিষ্ট ভৈলা তোমাৰ কাৰণে।
পথে পথে শৃগালে আবাৰ কৰে ঘনে ॥১৮
শূকৰ কুকুৰ সব ফুৰে পালে পাল।
ৰাক্ষস কুলৰ ভৈলা প্ৰলয়ৰ কাল ॥১৯
গো সবে প্ৰসৱয় গৰ্দ্দভৰ ছাৱ।
নেউলৰ গৰ্ভত ইন্দুৰৰ উদভাৱ ॥২০
কুকুৰে বানৰ হোৱে বিৰালত বাঘ।
ইৰিকত উট হৱে মহিষত ছাগ ॥২১
স্বপনত নাৰী সব দিগম্বৰ বেশ।
ৰাক্ষস সবক ধাইলা মুক্ত কৰি কেশ ॥২২
মেঘ সবে বৰিষয় পৰ্ব্বত শিখৰে।
কাক সব বনায়য় লঙ্কাৰ উপৰে ॥২৩
ঠাৱে ঠাৱে দেখিয়া পুৰুষ মুণ্ড লুণ্ডা।
হস্তী মুণ্ডা দীৰ্ঘ তুণ্ডা খুখুণ্ডা চামুণ্ডা ॥২৪
কি কাৰ্য্য কৰিলি তই সীতাক হৰিলি।
মন্দ আচৰিলি ধৰ্ম্ম পথ নাভৰিলি ॥২৫
শ্ৰীৰাম লক্ষ্মণ নাৰায়ণ অৱতাৰ।
সাগৰত সেতু বান্ধে শকতি কাহাৰ ॥২৬
তোক টঙ্ক দেখাইলেক থিটো বালীবাই।
সিয়ো বীৰ পৰিলা ৰামৰ শৰ খাই ॥২৭
বল হীন প্ৰাণীৰ শৰণে হৱে যোগ।
ৰামত শৰণ পৰ্শা কৰিয়া উদ্যোগ ॥২৮
মাথাত কৰিয়া নিয়া সীতাক সমৰ্প।
পুত্ৰ পৰিবাৰ ৰাখ এৰ মান দৰ্প ॥২৯
মাল্যবন্ত মৌন ভৈলা বাক্যনয় বুলি।
সক্ৰোধ নয়নে ৰাজা চাৱে মাথা তুলি ॥৩০
ভ্ৰুকুটি কুটিল মুখ আৰক্ত খজে।
ইঠাৱক লাগি কোনে মাতিলা ইহাকে ॥৩১
ৰামক শকত দেখঁা মোক অশকত।
তোমাৰ বচন মোৰ নপসে কাণত ॥৩২
নজানা সুশুনা তুমি থাকাহা নমাত্তি।
বৃদ্ধ ঘাগিৰ বোল গলি খসি যান্তি ॥৩৩
তোৰ বোলে সীতা দিব চেপে কোনকাঠে।
ৰামক মুনিৰ দেখা বাৰণেসে ঘাটে ॥৩৪
ৰাপথনে ভকাইলা আসিলা বনবাসে।
মোহোঁক যুজিবে খোজে বানৰত আশে ॥৩৫
সুপুছিলে উপসন্ন হোৱাহা আপনে।
ইসব কাৰ্য্যক তোমাসাক সোধে কোনে॥৩৬
জানিলোঁহো তুমিয়ো ৰামৰ ভাৱি থাহা।
কি কৰাহা ইঠাইত ৰবক চলি যাহাঁ ॥৩৭
অনন্তৰে মাল্যবন্ত চলে ধীৰে ধীৰে।
ৰাজাক গৰ্জ্জিয়া বুঢ়া চলিলা মন্দিৰে ॥৩৮
গৰ্ব্বত থাকিয়া তই নেদেখহ দিশ।
ৰামশৰে ফুটিয়া কৰিবে খিসমিস॥৩৯
অলপ পানীৰ শল দদৰা দদৰি।
ৰামশৰ ঘায়ে থাকিবিহি হাস্ততৰি ॥৪০
এহি বুলি মাল্যবন্ত গৈলা দৰদৰি।
লোথৰা বুঢ়াৰ বোলে পাইবাহা চেঙ্কেৰি ॥৪১
ৰাৱণ ৰাজায়ে পাছে সিংহাসনে বসি।
পাত্ৰ মন্ত্ৰী মিলায়া কাৰ্য্যক বিয়বিলি ॥৪২
নিশ্চয় স্বৰূপে সমৰক কৰি সাৰ।
প্ৰহস্তক পাক্কিলেক পূৰ্ব্বৰ দুৱাৰ ॥৪৩
দক্ষিণ দুৱাৰে মহাপাৰ্শ্ব মহোদৰ।
পশ্চিম দুৱাৰে ইন্দ্ৰজিত যে কুমাৰ ॥৪৪
শুক শাৰণক আদেশয় লঙ্কানাথ।
উত্তৰ দুৱাৰে লাগে তোমাক আঘাত ॥৪৫
মধ্য থানত বিৰূপাক্ষক থিলিল।
সবাহাৰে লগত অপাৰ সেনা দিল ॥৪৬

পাত্ৰ বিসৰ্জ্জিয়া ৰাজা সবাক মণ্ডিল ।
কৃতাৰ্থ মানিয়া অন্তঃপুৰক চলিল ॥৪৭
ৰামচন্দ্ৰ লক্ষ্মণ সুগ্ৰীৱ জাম্বৱন্ত ।
বিভীষণ অঙ্গদ আৰৱ হনুমন্ত ॥৪৮
মুখ্য মুখ্য পাত্ৰগণ গৱাক্ষ গৱয় ।
মিলিয়া কৰন্ত সবে মন্ত্ৰণা নিশ্চয় ॥৪৯
সাগৰক তৰিলোঁ পৰ্ব্বতে বান্ধি সেতু ।
কাৰ্য্য আলোচিয়ো আসিভৈলেঁ যিবা হেতু ॥৫০
লঙ্কাৰ গড়ক দেখোঁ ত্ৰৈলোক্য বিজয় ।
ৰাৱণে সাজয় তৈত নিশান বাজয় ॥৫১
হেন শুনি বিভীষণ শাস্ত্ৰত পণ্ডিত ।
কৰযোৰ কৰিয়া ৰামৰ আগে থিত ॥৫২
লঙ্কা গৈয়া আসিলা মোহোৰ চাৰিপাত্ৰ ।
ক্ষণিতেক ভৈলা সুধি আসিলেক মাত্ৰ ॥৫৩
অনল সুনল বীৰ সম্পাতি প্ৰঘস ।
পক্ষীৰূপ ধৰি আইলা চাৰিয়ো ৰাক্ষস ॥৫৪
যুজিতে সম্ভৃত ৰাজা বল চতুৰঙ্গ ।
হেন দেখি আসি মোত কহিলন্ত খঙ্গে ॥৫৫
পূৰব দুৱাৰ বীৰ প্ৰহস্তক দিল ।
মহাপাত্ৰ মহোদৰ দক্ষিণে থাকিল ॥৫৬
পশ্চিম দুৱাৰে বীৰ ইন্দ্ৰজিতক থাপিল ।
মধ্য স্থানত বিৰুপাক্ষক বিহিল ॥৫৭
হস্তী ঘোড়া ৰথ যত সাজি সমস্তয় ।
ৰাজভাগী সেনা যত ৰাজাৰ আছয় ॥৫৮
শুক যে সাৰণ সমে উত্তৰ দুৱাৰে ।
আপনি ৰাৱণ থিত ভৈলা ছুপকাৰে ॥৫৯
ৰাৱণে সাজিয়া কুবেৰক যাই ধাৰে ।
ষাঠি লক্ষ কৌটি লক্ষ যাই একেবাৰে ॥৬০
আন সৈন্য কতক লেখিয়া পাইবে উহু ।
পৰদল জিনয় সমৰে পাত বেহু ॥৬১
বিভীষণ মুখত লঙ্কাৰ বাৰ্ত্তা পাইল ।
যুদ্ধৰ বীৰক সবে বাষৰে মতাইল ॥৬২
সেনাপতি কহিৱা আগত মোৰ মিল ।
প্ৰহস্তক সম্মুখ হইবা তুমি নীল ॥৬৩
অসংখ্য পদাতি কিবা কৰিবেক আসি ।
ভাল সৈন্য ভুলত লৈয়ো বাছি বাছি ॥৬৪
সেনাপতি সেনাপতি লাগা ধুমাক্ষ ।
পূব দুৱাৰৰ কাৰ্য্য তোমাত লাগয় ॥৬৫
বালীপুত্ৰ অঙ্গদ বচন মোৰ পাল ।
মহাপাৰ্শ্ব মহোদৰ সমৰত ঢাল ॥৬৬
বীৰ গণনাত তুমি বোপাহাৰ সম ।
দক্ষিণ দুৱাৰে ৰাক্ষসৰ হোৱা যম ॥৬৭
হনুমন্ত কিকৰা নিচিন্ত মনে আছি ।
ভাল ভাল সৈন্যক ভুলত লোৱা বাছি ॥৬৮
ইন্দ্ৰজিতে ৰক্ষা কৰে পশ্চিম দুৱাৰে ।
তাক ধাৰে যাইয়া তুমি আটোপ টঙ্কাৰে ॥৬৯
উত্তৰ দুৱাৰে ৰাজা ৰাজে লঙ্কাৰাজে ।
তাক যুজিবাক মই চলি যাওঁ সাজে ॥৭০
চাৰি গোটা পাত্ৰ লৈয়া যাইব বিভীষণ ।
আপুনি চলিবোঁ আৰু ভৈয়াই লক্ষ্মণ ॥৭১
মধ্যৰ থানত ৰাজা সুগ্ৰীৱ থাকন্ত ।
জাম্বৱন্ত আদি যত সেনায়ে ৰাখন্ত ॥৭২
মানুষৰ বুদ্ধি যত বানৰে ধৰন্ত ।
সাৱধানে যুজন্ত বলৰ নাই অন্ত ॥৭৩
জয়তি শ্ৰীৰাম দেৱতাৰ আদিদেৱ ।
ব্ৰহ্মাহৰে যাহাৰ চৰণে কৰে সেৱ ॥৭৪
হেন ৰামপদে মোৰ থাকোক প্ৰণাম ।
বোলন্ত কন্দলি ডাকি বোলাঁ ৰাম ৰাম ॥৭৫

---

## ৮ অধ্যায় ।

শ্ৰীৰাম প্ৰভৃতিৰ সুবেল পৰ্ব্বতৰ ওপৰৰ পৰা লঙ্কাৰ সজ্জা দৰ্শন । আৰু অঙ্গদক দূত ৰূপে লঙ্কালৈ প্ৰেৰণ ।

ছবি ।

কাৰ্য্যৰ ব্যৱস্থা, কৰিয়া ৰাঘৱে,
লক্ষ্মণ সমে চলিলা ।
সব কপি বল, সহিতে পৰ্ব্বত,
উপৰে গৈয়া চড়িলা ॥১
সুবেলত চড়ি, দেখিলন্ত লঙ্কা,
যাহাৰ নাহি উপাম ।
সূৰ্য্যৰ জেউতি, জিনিয়া বলয়,
শুদ্ধ মাণিকৰ কাম ॥২
সব কপিবল, সহিতে ৰাঘৱে,
হৰিষে লঙ্কা চাহন্ত ।
বিশ্বকৰ্ম্মে যাক, প্ৰবন্ধে গঢ়িল,
গুণৰ নাহিকে অন্ত ॥৩

উপবন সব, নির্ম্মিয়া আছয়,
সারি সারি কোলে কোল।
পদ্মিনী সকলে, সুগন্ধ করয়,
ভ্রমরে করয় বোল ॥৪
চারিয়ো দুয়ারে, রাক্ষস আছয়,
চতুরঙ্গ বলে সাজি।
যুদ্ধক হরিষে, কাণ্ডে ভরি তোন,
কতো ধনুগুর্ণ মাজি ॥৫
কতোহোঁ চালত, প্রাকী উপরত,
কতোহোঁ গড়পম্পালে।
আকর্ণ শবদে, দশদিগ ছানি,
যেন কাল মেঘদলে ॥৬
লঙ্কার রাক্ষস, যুদ্ধর সম্ভৃত,
দেখয় বানর বলে।
ঘোর আর্ত্তনাদ, সব দিশ ছানি,
রিঙ্গ দিলা কৌতুহলে ॥৭
নাচয় গারয়, খেবি খেলারয়,
বানরে পারয় উকি।
স্বর্গ ভুবনক, লংঘিয়া পৈলেক,
ভালুকর হুক হুকি ॥৮
রণক হরিষে, ভালুক বানরে,
করয় রব আনন্দ।
এতহন্তে সূর্য্য, অস্তগত ভৈলা,
উদিত সম্পূর্ণ চন্দ্র ॥৯
পর্ব্বত উপরে, নিশা গোট বঞ্চি,
মহা সুখে নিদ্রা গৈল।
হাসন্তে খেলন্তে, নাচন্তে গারন্তে,
রজনী গোট পোহাইল ॥১০
প্রভাত সময়ে, নামিলন্ত রাম,
পর্ব্বত মূলত বসি।
মুখ্য মুখ্য সব, পাত্রক মিলাইলা,
কার্য্যক পরামর্ষিশি ॥১১
লঙ্কার চৌভিতি, ভঙ্টাইবাক লাগি,
অক্ষয় বল চলাইল।
চারি বিরা দিশে, আদেশি আছয়,
সম্ভৃত করি পঠাইল ॥১২
পূব দুয়ারক, নীল সেনাপতি,
চলি গৈলা সমদলে।
দক্ষিণ দুয়ারে, অঙ্গদ কুমার,
চলিলা আপোন বলে ॥১৩
পশ্চিম দুয়ারে, ভঙ্টাইবাক গৈলা,
হনুমন্ত বায়ুসুত।
পাত্র বিসর্জ্জিয়া, সবাকো দিলন্ত,
আর৷ বল বহুত ॥১৪
মৈন্দ দ্বিবিদ, রাখন্ত বলন্ত,
নীলর ডাইন বাম।
অঙ্গদ বীরর, লগত থাকন্ত,
গবাক্ষ গরয় নাম ॥১৫
সম্পাতি প্রঘস, দুই মহাবীর,
গৈলা হনুমন্ত তুলে।
তার বিন্দ বীর, প্রমুখ্য সুগ্রীব,
নৃপতির অনুকূলে ॥১৬
বিভীষণ বীরে, বেহ বিরচিলা,
রাঘবর অনুমতে।
চৌতিশ কোটিবল, রন্ত বীর কপি,
প্রতি প্রতি দুয়ারত ॥১৭
মধ্যর স্থানত, থাকিলা সুগ্রীব,
রামর সমীপ চাপি।
আরো কোটি কোটি, বানর রৈলন্ত,
থাকিলা গগন ব্যাপি ॥১৮
শ্রীরাম লক্ষ্মণ, বীর বিভীষণ,
শরে ভরিলন্ত তূণ।
গারব সন্নাহা, ঝিকিমিকি করে,
মাজিল ধনুর গুণ ॥১৯
যথাত রাবণ, আপুনি আছয়,
উত্তর বারক যান্ত।
স্বর্গত দেবতা,- লোকর হরিষ,
জয় জয় ঘোষিলন্ত ॥২০
কতোহোঁ বানর, পয়ানে চলিলা,
দ্বাদশ হস্তীর বল।
কতো সহস্রেক, কতোহোঁ শতেক,
গজর সমান বল ॥২১
কতো অযুতেক, কতো নিযুতেক,
কতোহো বল অপার।
হাতে বৃক্ষ শিলা, পর্ব্বত ধরিয়া,
চৌভিতি বেড়ি লঙ্কার ॥২২

ভালুক বানৰ, পাৱৰ ধুলায়ে,
জুৰিল সব আকাশ।
দিশ বিদিশক, একোয়ে নজানি,
সূৰ্য্যৰ নাহি প্ৰকাশ ॥২৩
সব লোকে লঙ্কা, বেঢ়ি ৰিঙ্গ দিলা,
ৰাক্ষস ভৈলা তৰাসী।
গৰ্ভৱতী যত, ৰাক্ষসী লোকৰ,
গৰ্ভমানে গৈলা খসি ॥২৪
পাত্ৰ সমন্বিতে, বিমৰিশি ৰামে,
বালীৰ পুত্ৰ মতাইলা।
অনেক কঠোৰ, বচনে ৰাৱণ,
ৰাজাক গৰ্জ্জি পঠাইলা ॥২৫
হেন যত কৰি, বুলিবি আসিয়া,
ৰণ দেউক আগবাঢ়ি।
অবিলম্বে তাৰ, ৰাজলক্ষ্মী শ্ৰীক,
বিভীষণে দিবোঁ কাঢ়ি ॥২৬
ৰামক প্ৰণাম, কৰিয়া অঙ্গদ,
আকাশ বহিয়া যান্ত।
পাত্ৰ সমন্বিতে, ওৱাৰি কোলত,
ৰাৱণক দেখিলন্ত ॥২৭
তাৰাৰ তনয়, শৰীৰৰ কান্তি,
জ্বলয় যেন মাৰ্ত্তণ্ড।
ৰাৱণৰ আগে, পৰিলন্ত যেন,
মেৰুৰ শিখৰ খণ্ড ॥২৮
ৰাজাক সম্মুখি, বচন বোলন্ত,
শুন অৰে দশস্কন্ধ।
শ্ৰৱণ গোচৰে, মোক শুনি আছা,
বালীৰ পুত্ৰ অঙ্গদ ॥২৯
দশৰথি ৰাম, গুণে অনুপাম,
তাহানেসে আমি দূত।
তোমাক ৰাঘৱে, বচন সন্দেশ,
পঠাইলা বুলি বহুত ॥৩০
যত যত কৰ্ম্ম, তুমি কৰিলাঁহা,
সংসাৰতে অগোচৰ।
অনেক ঋষিৰ, যজ্ঞ বিধ্বংসিলা,
ৰাজাৰ দংশিলা ঘৰ ॥৩১
স্বৰ্গৰো দেৱতা-, গণক খেদিয়া,
অসুৰ নাগ ছেদিলা।
আচণ্ডিয় কৰি, তিনিয়ো লোকক,
থাকিতে সুখে নেদিলা ॥৩২
শাস্ত্ৰৰ বিহিত, যত সদকৰ্ম্ম,
তোৰ নাম শুনি ভাগে।
ত্ৰিভুবনে যত, আছয় সুন্দৰী,
সবাকো তোকেসে লাগে ॥৩৩
স্বৰ্গমৰ্ত্ত যত, নিশ্ৰীক কৰিলি,
যতেক পাতাল খণ্ড।
সকল দেশক, কুণ্টুৰি ফুৰস,
যেন উদৰাৰ ষাণ্ড ॥৩৪
গুৰু গৰ্ব্বিতক, একো নমানস,
যেন ভৈলি তই নট।
ৰাঘৱ ভাৰ্য্যাক, সীতাক হৰিলি,
দোলৰ ভাঙ্গিলি ঘট ॥৩৫
শিয়ালত সিংহ, তই ভৈলি মূঢ়া,
পৰ্ব্বতক দেশ মেঢ়ি।
তোক মাৰি যম,- কৰণে পঠাওঁ,
কমনে হোৱস লেঢ়ি ॥৩৬
ৰাৱণে বোলয়, দুৰ্জ্জন বানৰা,
থাকিবি গৌৰৱ ৰাখি।
গিৰিহতে লোকে, সুখে ভাত খাই,
কুক্কুৰৰ তিনি আখি ॥৩৭
মৰণ জীৱন, একো নজানস,
আসিলি এহি দিশক।
পৰৰ ভাৰ্য্যাক, পৰে হৰি নেই,
বানৰা মৰ কিসক ॥৩৮
শুন বোলোঁ ওৰে, দুৰ্জ্জন বানৰা,
নাহি কিছু তোৰ লাজ।
কত দিন ভৈলে, বাপেৰক মাৰি,
ছন্ন কৰিলেক ৰাজ ॥৩৯
ৰাজাৰ তনয়, আনত খাটস
তাতে তোৰ মহমহ।
পৰৰ অধীন, দুৰ্জ্জন বানৰা,
তপস্বীৰ যশ কহ ॥৪০
অঙ্গদে বোলয়, শুনৰে ৰাৱণ,
তই কত মান বীৰ।
যাৰ শৰ মাৰে, আকাশ পৱন,
মেদিনী মেলয় চিৰ ॥৪১

বামৰ ভাৰ্য্যাক, হৰিলি সীতাক,
কটকটাই তোৰ ঘাৰ।
সপুত্ৰ বান্ধৱে, যাইবি যম ঠাৱে,
বিধ্বিনি ভৈলা লঙ্কাৰ ॥৪২
পুৰুষৰ বেটা, হুৱস বাৱণ,
আগ বঢ়ি দেহ ৰণ।
লাজত সীতাক, মাথাত কৰিয়া,
প্ৰণাম ৰাম চৰণ ॥৪৩
হেন যেবে তই, নকৰস মুঢ়া,
ত্ৰৈলোক্যৰ গুচাওঁ শাল।
সপুত্ৰ বান্ধৱে, তোক মাৰিবোহোঁ,
ৰাক্ষসৰ বুন্দামাৰ ॥৪৪
স্বৰ্গক লাগিয়া, পলা লুহি যেৱে,
লুকাস পাতাল পুৰে।
সাগৰত বুৰ, দিলে ৰাখ নাই,
খেদি হাইব ৰামশৰে ॥৪৫
যাৱে চুলত ধৰি, নৈয়ো ৰাজ কৰি,
বাঢ়িৰণ দেস তোৰা
হৃদয়ৰ শুল-, গুলি পলুৱাওঁ,
তোক মাৰোঁ তিৰি চোৰা ॥৪৬
অঙ্গদ বীৰৰ, বচন শুনিলা,
কুঠাৰ যেন প্ৰহাৰ।
তুলাত অগনি, লাগিলা যেহেনি,
উঠিলা কোপ ৰাজাৰ ॥৪৭
কুৰি গোটা চক্ষু, গুঞ্জ যুবাৰয়,
ক্ৰোধত কাম্পে অধৰ।
কৈবা মহোদৰ, চাৰি গোটা পাত্ৰ,
কাণ্টে খাণ্ডা তুলি ধৰ ॥৪৮
ৰাজাৰ আদেশে, চাৰিয়ো ৰাক্ষসে,
কাছিলা যুদ্ধৰ কাছে।
বালীৰ পুত্ৰৰ, ভুক্ষভয় নাই,
ধৰাইবাক মনে আছে ॥৪৯
দুই খান বাহুত, ধৰি অঙ্গদৰ,
আজোৰে ৰাক্ষস চাৰি।
শিল সেতু যেন, পাতালে ভেদিলা,
কমনি লাৰিতে পাৰি ॥৫০
চাৰি ৰাক্ষসৰ, বল কটালিয়া,
অঙ্গদে তুলিলা হাস।
এহি মুখে তই, অধিক বাৱণ,
ৰামক যুজিবে চাস ॥৫১
কৈলাস পৰ্ব্বত, সমান চৰাৰ,
বাৱণৰ ধোলিহৰ।
তাৰে উপৰক, ভেৱ কৰিলন্ত,
অঙ্গদ বীৰ বানৰ ॥৫২
চাৰি ৰাক্ষসক, লৈয়া আকাশক,
বেগ ধৰি চলি যান্ত।
যেন চাৰি গোটা, সৰ্পক ধৰিয়া,
গৰুড় পক্ষী উৰান্ত ॥৫৩
অঙ্গদ বীৰৰ, শৰীৰৰ বাৱে,
ৰাক্ষস শ্ৰুতি হৰিল।
ৰাঘৱৰ শত্ৰু, জানকীৰ বৈৰী,
ভূমিত পৰি মৰিল ॥৫৪
শীঘ্ৰ বেগে গৈয়া, অঙ্গদ কুমাৰ,
ধৱলিহৰে চড়িল।
এক লাঠি তাৰ, উপৰে বসাইল,
শিখৰ খসি পৰিল ॥৫৫
প্ৰাসাদ শিখৰ, ভাঙ্গিয়া অঙ্গদ,
কৰয় আস্ফোট।
বাৱণ ডৰিয়া, বোলে ইটো কিনো,
দাৰুণ বানৰ গোট ॥৫৬
বাৱণ ওৱাৰি, খণ্ড ভণ্ড কৰি,
লোকৰ জ্বালি তৰাস।
মাৰুতৰ পথে, ভেৱ কৰি আসি,
পাইলা ৰাঘৱৰ পাশ ॥৫৭
বালীপুত্ৰ মুখে, ৰাঘৱে লঙ্কাৰ,
সমস্তে বাৰ্ত্তাক পাইল।
আশ্বাস স্বৰূপে, হৰিষে অঙ্গদ,
বীৰৰ তেজ বঢ়াইল ॥৫৮
লঙ্কাৰ চৌভিতি, জণ্টাইবাক প্ৰতি,
ৰাঘৱে আজ্ঞা কৰিল।
শিবিসিত কৰি, সেনা লৰি ভৈলা,
নিৰ্ঘাত যেন পৰিল ॥৫৯
কতো বৃক্ষ ধৰি, পয়ানে চলিলা,
কাহাৰো হাতত শিলা।
চাৰিও দিশক, নিৰ্সিদ্ধি কৰিয়া,
লঙ্কাৰ গড় বেঢ়িলা ॥৬০

জয় ৰঘু বংশ, তিলক কেশৱ,
ৰাক্ষস কুল অগনি।
জয়তি লক্ষ্মণ, যাৰ গুণ নাম,
সৰ্ব্ব ধৰ্ম্ম শিৰোমণি ॥৬১
দুইহান চৰণ, শিৰত ধৰিয়া,
মাধৱ কন্দলী ভণে।
এৰি আন কাম, বোলোঁ ৰাম ৰাম,
যত সভাসদগণে ॥৬২

---

৯ অধ্যায়—যুদ্ধাৰম্ভ আৰু ইন্দ্ৰজিতৰ যুদ্ধত শ্ৰীৰাম লক্ষ্মণৰ নাগপাশেৰে বন্ধন।

পদ।

ওৱাৰিৰ ভঙ্গ দেখি ৰাৱণ খঙ্গাইল।
কহিৰ বানৰ গোট অদভুত আইল ॥১
চাৰি গোটা পাত্ৰ মোৰ মাৰিলা ডাঙ্গৰ।
যুদ্ধত শকত বীৰ আতি থুলম্ভৰ ॥২
আপোন বিনাশ জানি চিন্তা বৰ পাইল।
সকল ৰাক্ষস বল চৌপাশে জন্টাইল ॥৩
লঙ্কাক কপিল বৰ্ণ কৰিলা বানৰে।
ৰাক্ষসে ধাইলেক তাক মহা আড়ম্বৰে ॥৪
বীৰবাহু বল আৰ সুবাহু বানৰে।
কাঠগড়া নিৰ্ম্মিলেক আদেশে ৰামৰে ॥৫
পূৰব দুৱাৰে কুমুদাক্ষ নামে হৰি।
দশ কোটি সেনা লৈয়া থাকিলা আবৰি ॥৬
দক্ষিণ দুৱাৰে কাঠগড়াক আকলি।
ত্ৰিশ কোটি বানৰ থাকিলা মহাবলী ॥৭
বালীবাইৰ শ্বশুৰ সুষেণ নাম হৰি।
দশ কোটি সৈন্য লইয়া থাকিলা আবৰি ॥৮
উত্তৰ দুৱাৰে আছে ৰাম মহা বীৰ।
লক্ষ্মণ শ্ৰীহৰি আৰু দুৰ্জ্জয় শৰীৰ ॥৯
গোলাঙ্গুল জাতি আৰো গৱাক্ষ বানৰ।
কোটি সহস্ৰেক বাছে ডাহিনে ৰামৰ ॥১০
দশ কোটি বানৰ ৰামৰ বাম পাশে।
ধুম্ৰ বহা কৰন্ত বৈৰৰ নাহি আশে ॥১১
সুৰন্ত গৱয় গন্ধমাৰ্দ্দন যে গজে।
অসংখ্যাত বানৰ ফুৰয় সব সাজে ॥১২
বিভীষণে গদা হাতে থাকিলা উল্লাসি।
সব সাজে ৰামৰ আজ্ঞাক বাত চাহি ॥১৩
সুষেন ফুৰন্ত কটকৰ চাৰি দ্বাৰ।
সুগ্ৰীৱৰ বোলে লৈয়া কটক অপাৰ ॥১৪
সহস্ৰ সংখ্যাত অক্ষৌহিনী কপি বলে।
লঙ্কাক বাহিৰে বেড়িলন্ত সমদলে ॥১৫
হাতত পৰ্ব্বত বৃক্ষ শিলা শাল তাল।
আকৰ্ণ শবদ মিলি গৈলা কোলাহল ॥১৬
ৰাৱণে আদেশ সেনাপতি সব সাজ।
সব সাজে ৰাক্ষস লঙ্কাৰ হোৱা বাজ ॥১৭
চাৰিয়ো দুৱাৰে চতুৰঙ্গ দলে তোল।
নিকলিলা ৰাক্ষস ৰাজাৰ শুনি বোলে ॥১৮
সিন্দুৰে মণ্ডিত চলাইলেক মত্ত গজ।
সাক্ষাতে ভাৰ্গৱ মাহুত সব সাজ ॥১৯
মেঘত বিজুলী যেন বিভূষিত কালা।
সাক্ষাতে চলিলা যেন চন্দ্ৰমাৰ কলা ॥২০
ঘোড়া সব সাজিল ভুমিত নেদে পাৱ।
যেন দেখি আকাশক কৰয় উবাৱ ॥২১
সুশিক্ষিত ৰাহুতে চলাইলে বৰ জাম্পে।
খুৰাৰ প্ৰহাৰে সবে বসুমতী কাম্পে ॥২২
ৰথ সব চলি ভৈলা নগৰ বিয়াপি।
আকাশত মেঘ সব চলিলেক চাপি ॥২৩
কোটি সহস্ৰেক কোন্তকৰ কোৰে ধাৱে।
সমৰে ভঙ্গাইবোঁ দেৱ ৰাজা যদি আৱে ॥২৪
খাণ্ডায়ে পদাতি সব আবাৰ কৰয়।
ফলাৰ ছাতিত খসি কপাট পৰয় ॥২৫
ৰাক্ষসৰ গিৰে ধূলি উৰিলা অপাৰ।
পৃথিবীয়ে গগনে দেখিয় একাকাৰ ॥২৬
ৰাক্ষস বানৰ বলে দেখা দেখি ভৈলা।
বাদ্য ভগু ৰিঙ্গ জাপিট উৎলিয়া গৈলা ॥২৭
নিশাচৰ সেনা বলে কৰে পাঞ্চ কাণ্ডি।
বানৰক সমৰে সালয় গাণ্ডি মুণ্ডি ॥২৮
কাঠগড়া বাজ হুইয়া যুজয় বানৰ।
শিলা বৃক্ষ হানি মুণ্ড ভাঙ্গে ৰাক্ষসৰ ॥২৯
ৰাক্ষসৰ সেনায়ে দিলেক অস্ত্ৰজাক।
শিলায়ে বানৰ বলে চুৰ কৰে তাক ॥৩০
কপিবলে শিলা বৃক্ষ হানিলেক যত।
নিশাচৰে শৰে চুৰ্ণ কৰে আকাশত ॥৩১
আশেষ বানৰ বল প্ৰাকাৰত চড়িল।
বৃক্ষ শিলা বৰিষি ৰাক্ষস সংহাৰিল ॥৩২

নিশাচৰ সৈন্ত যুজে প্ৰাকীত চড়িয়া।
ভূমিত আছাৰি মাৰে বানৰক নিয়া ॥৩৪
চাপিয়া কোবাৱে গদা পৰিঘৰ বাৰি।
গড়হন্তে বানৰ পৰয় প্ৰাণ ছাৰি ॥৩৫
ৰাক্ষসেয়ো পটোয়াৰে থাকে ঢাল ধৰি।
লাঠি হানি বানৰে পেলাৱে চিত কৰি ॥৩৬
ৰাক্ষসে বানৰে লাগি গৈলা হাতাহাতি।
ধুমাজয় ৰণত লাগিল লাঠালাঠি ॥৩৭
ৰাক্ষস বানৰে যুজে হইয়া এক পিণ্ড।
চাপিয়া পৰয় যেন পৰ্ব্বতৰ ভিণ্ড ॥৩৮
ৰাক্ষসে বানৰ বল মাৰি মাৰি খান্ত।
ৰাক্ষসক মাৰিয়া বানৰে দোহে আন্ত ॥৩৯
বানৰে আগক লাগি দিৱয় লৱৰ।
বজ্ৰৰ সদৃশ কৰি মাৰয় চৰৰ ॥৪০
চৰৰৰ চোটে সবে দশন সৰয়।
বানৰৰ হাতত ৰাক্ষস কুল ক্ষয় ॥৪১
দুয়ো কুল সেনায়ে বোলয় তোল তোল।
প্ৰলয়ত যেন দুই সাগৰ কল্লোল ॥৪২
বাউত সমে ঘোড়া মাৰি আন্তক বিচাৰে।
লাঠি হানি ৰথ ভাঙ্গে সাৰথিক মাৰে ॥৪৩
অদভুত যুদ্ধ ভৈলা বানৰে ৰাক্ষসে।
দুইভিতি সেনাৰ ৰুধিৰে নদী বহে ॥৪৪
ঘোড়া সব মৰিয়া সাগৰত ভাসি যাই।
দিগগজ সমান হস্তী অৰ্দ্ধদিশে প্ৰায় ॥৪৫
কটকৰ সং াম সংক্ষেপ কৰি থওঁ।
মুখ্য মুখ্য বীৰৰ যুদ্ধৰ কথা কওঁ ॥৪৬
ইন্দ্ৰজিত অঙ্গদৰ দুৰ্ঘোৰ সমৰ।
প্ৰজঙ্ঘ ৰাক্ষস সমে সম্পাতি বানৰ ॥৪৭
জাম্বুমালী হনুমন্তে ভৈলা ঘোৰ ৰণ।
মিত্ৰঘোষে সম্মুখ ভৈলন্ত বিভীষণ ॥৪৮
তপন ৰাক্ষস সমে যুজে বীৰ নল।
কুকৰ্ণক কৰে ৰণ নীল মহাবল ॥৪৯
সুগ্ৰীৱ ৰাজাৰে সমে যুজয় প্ৰজঙ্ঘ।
বিৰূপাক্ষ ৰাক্ষসক লক্ষ্মণে অভঙ্গ ॥৫০
অগ্নিকেতু ৰজ্জকেতু সুপ্ৰৰশ্মি কেতু।
এহি চাৰি সম্মুখ ৰামক যুদ্ধ হেতু ॥৫১
ৰজ্ৰ মুঠি ৰাক্ষসক ইন্দ্ৰজানু সজ।
তপন সহিতে যুদ্ধ কৰে কপি গজ ॥৫২
সুষেন সহিতে যুজে দ্বিবিদ বানৰে।
সুগ্ৰীৱক যুজে বিদ্যুৎমালি নিশাচৰে ॥৫৩
ঋষভেয়ো সম্মুখে যুজয় সাৰণক।
অতিকায় কুম্ভে দুই মিলি ত্ৰিনাদক ॥৫৪
ধুম্ৰাক্ষক যাকতিয়ে কেশৰীৰ পিতা।
বেগদৰ্শিয়ে শুক ৰাক্ষসৰ ভিতা ॥৫৫
মহাপাৰ্শ্বক যে গন্ধমাৰ্দ্দনে আকলি।
বিদ্যুৎজিহ্ব ৰাক্ষসক যুজে শতবলী ॥৫৬
মকৰাক্ষ বীৰৰ সম্মুখ জাম্বৱন্ত।
নিকুম্ভ ৰাক্ষস সমে ধূম্ৰাক্ষ যুজন্ত ॥৫৭
নৰান্তক ৰাক্ষসে সম্মুখ পনসক।
গৱাক্ষ সহিতে যুদ্ধ কৰে দেৱান্তক ॥৫৮
ত্ৰিশিৰায়ে কৰয় সৰভ সমে যুদ্ধ।
অকম্পন সমে যুজে বানৰ কুমুদ ॥৫৯
কোটি কোটি সমৰ লাগিলা যাটা যাটি।
কাণ্ডে খাণ্ডে জাঠি জোঙ্গে ভৈলা কাটা কাটি॥
নিশাচৰে কপি বলে ভ্ৰূকুটা ভ্ৰূকুটি।
কতো কতো ভূমিত পৰিয়া লুটা লুটি ॥৬১
ত্ৰিদশে অজয় বীৰবৰ ইন্দ্ৰজিত।
গদাহানি অঙ্গদক পাৰিলা ভূমিত ॥৬২
দুই হাতে উচ্চায়া অনেক দূৰ তুলি।
নিষ্ঠুৰ কোবেক বৈসাইলেক হুঃ বুলি ॥৬৩
গদাৰ প্ৰহাৰ যেবে বালীপুত্ৰ পাইলা।
দশগুণ তেজ বলে বাৱণিক ধাইলা ॥৬৪
চাৰি ঘোড়া ৰথৰ মাৰিলা লাঞ্জ বাৰি।
সাৰথিয়ো ভূমিত পৰিলা প্ৰাণ ছাৰি ॥৬৫
লাঠি হানি ৰথক ভাঙ্গিলা সেহি খানে।
হেঁট মুখে ইন্দ্ৰজিত পৰিলা সন্ধানে ॥৬৬
তাবাৰ তনয় আতি নাদিলা অপাৰ।
ইন্দ্ৰজিতে বোলে কিনো বানৰা দুৰ্ব্বাৰ ॥৬৭
কৰ্ণমানে প্ৰজঙ্ঘে তানিয়া ধনুখান।
সম্পাতিক সন্ধানে হানিলা পঞ্চবাণ ॥৬৮
শৰ হানি নিশাচৰে তুলিলন্ত হাস।
দুৰ্জ্জন বানৰা আজি জীয়ন্তে নৰাস ॥৬৯
ক্ৰোধিলন্ত সম্পাতি মলিন মুখ বৰ্ণ।
প্ৰজঙ্ঘক বৃক্ষ হানিলেক অশ্বকৰ্ণ ॥৭০
মাথাত পৰিয়া ভাঙ্গিলেক শিৰখুলি।
প্ৰজঙ্ঘ চলিলা যম সদনক বুলি ॥৭১

শৰ হানি তপন নলৰ পাশে গৈল ।
তাম্বুত মুটুকি দিয়া ঢেল নিকলাইল ॥৭২
ৰুধিৰ বজাইলা মুখে পৰিলা তপন ।
নলৰ প্ৰহাৰে গৈলা যমৰ সদন ॥৭৩
মাকতিক হাসি জাম্বুমালী বীৰে ধাইল ।
দৃঢ় শকতিৰ কোৰ হৃদয়ে বসাইল ॥৭৪
তাহাৰ ৰথত চৰি কপি মহাবীৰ ।
চৰৱে ছিণ্ডিল তাৰ গিৰি সম শিৰ ॥৭৫
নিশাচৰে মিত্ৰঘ্নে অনেক শত শৰে ।
বিভীষণ বীৰক হানিলা নিৰন্তৰে ॥৭৬
ৰাৱণৰ কনিষ্ঠ নিশঙ্ক বীৰবৰ ।
শৰে হানি ৰণত চেদিলা তাৰ শীৰ ॥৭৭
সুগ্ৰীৱক প্ৰজঙ্ঘে বিন্ধিল দশ শৰে ।
চাতিয়ান বুক্ষে বীৰে নিলা যম ঘৰে ॥৭৮
বিৰূপাক্ষে লক্ষ্মণক শৰ জাঁক দিল ।
ৰামৰ কনিষ্ঠে তাক যম ঘৰে নিল ॥৭৯
অগ্নিকেতু যজ্ঞকেতু নাম নিশাচৰে ।
সুপ্ৰতম্ন ৰশ্মিকেতু চাৰি বীৰ বৰে ॥৮০
চাৰি মিলি ৰাঘৱক দিলা শৰ জাঁক ।
আমাৰ হাতত তুলি পলাইবাক থাক ॥৮১
হেন শুনি ৰাঘৱৰ ক্ৰোধ বৰ মনে ।
চাৰি গোটা নৰাচ জুৰিলা নিয়া গুণে ॥৮২
শৰে হানি শিৰ ছেদলন্ত একৈকৰ ।
মৰিয়া ৰাক্ষস গৈলা যমৰ নগৰ ॥৮৩
মহেন্দ্ৰক বজ্ৰৱৰ মাৰিলন্ত মুষ্টি ।
তেতিক্ষণে তাহাৰ পৰাণ গৈলা ছুটি ॥৮৪
দিলেক সবন্তে দ্বিবিধক শৰ জাঁক ।
মুষ্টি হানি দ্বিবিধেয়ো মাৰিলন্ত তাক ॥৮৫
নীল মহাকপিক সুবেল নিশাচৰে ।
নিৰন্তৰে শৰীৰক তাৰিলন্ত শৰে ॥৮৬
তাহাৰ ৰথক চাপ্ৰা দিলা শৰ জাঁক ।
সুকৰ্ণ মৰিয়া গৈলা যমৰ সভাক ॥৮৭
বিন্দুমালী সুষেনক ঘোৰ সমৰত ।
অসংখ্যাত অস্ত্ৰে বিন্ধিলেক শৰীৰত ॥৮৮
মহাবীৰ সুষেনে কৌতুকে তাক পাইল ।
পৰ্ব্বতৰ শৃঙ্গ গোট হানিয়া পঠাইল ॥৮৯
গদা লৈয়া বিন্দুমালী ৰথৰ নামিল ।
একে কোৰে গিৰিৰ শৃঙ্গক সংহৰিল ॥৯০
ক্ৰোধিলা সুষেন যেন মত্ত গজ লীলা ।
আৰবা হানিলা তাক অসংখ্যাত শিলা ॥৯১
শিলা বহি যান্তে বিন্দুমালী ভেট পাইল ।
গদাৰ প্ৰহাৰে চূৰ কৰিয়া পঠাইল ॥৯২
নিশাচৰে বোলে মই কিবা চাওঁ আৰ ।
সুষেণক বৈসাইলেক গদাৰ প্ৰহাৰ ॥৯৩
সুষেন বানৰ আতি সমৰে প্ৰচণ্ড ।
ৰাক্ষসক হানিলেক পৰ্ব্বতৰ খণ্ড ॥৯৪
শিলাৰ প্ৰহাৰে তাৰ হিয়া ভৈল চূৰ ।
বিন্দুমালী নিশাচৰ গৈলা যমপুৰ ॥৯৫
এহি মতে যতেকৰ দ্বন্দ্বযুদ্ধ ভৈল ।
ৰামসেনা জিনিল ৰাক্ষস ক্ষয় গৈল ॥৯৬
ইন্দ্ৰজিন এৰি সবে পৰিলা নিশেষ ।
সূৰ্য্য অস্ত গৈল ভৈলা ৰজনী প্ৰবেশ ॥৯৭
নিশাযুদ্ধ ভৈল যেন ৰাক্ষস বানৰে ।
অন্ধকাৰে নিচিনয় আপন কি পৰে ॥৯৮
ভালুক বানৰ বুলি হানে নিশাচৰে ।
ৰাক্ষসৰ মত বুজি যুজয় বানৰে ॥৯৯
কলিয়া মেঘক যেন কাল মেঘে ধাইল ।
অসংখ্যাত ভালুকে ৰাক্ষস খেদি খাইল॥১০০
মাথাত কামোৰ মাৰে খেদি পাৱে যাক ।
যাৱে প্ৰাণবৰ্ত্তে কদাচিতো নেৰে তাক॥১০১
ৰাক্ষসেয়ো বানৰক মাৰে হাত গুৰি ।
মাথাত কামুৰি হোবাৱয় মৰমৰি ॥১০২
খায়া খাই লাগিলা মিলিল ধুমাজয় ।
নিশাচৰ ভালুক বানৰ ভৈলা ক্ষয় ॥১০৩
ৰাঘৱে দেখন্ত অন্ধকাৰ তমোময় ।
চতুৰ্দ্দিশে বেঢ়িলন্ত নিশাচৰ চয় ॥১০৪
যজ্ঞকেতু মহাপাৰ্শ্ব বীৰ মহোদৰ ।
শুক যে সাৰণ বজ্ৰদংষ্ট্ৰ নিশাচৰ ॥১০৫
ছয়ো বানে ৰামৰ ফুটিল ছয় শৰে ।
চতুৰ্দ্দিকে আকাশ বেঢ়িলা নিৰন্তৰে ॥১০৬
ছয়ো বানে ৰাঘৱে বিন্ধিলা মৰ্ম্ম স্থানে ।
ছয় হন্তে পলাই গৈলা ৰাখি জীৱ মানে॥১০৭
সুবৰ্ণৰ শৰ অগ্নি সব আসৰিস ।
অন্ধকাৰ ফেৰিয়া প্ৰসন্ন দশ দিশ ॥১০৮
যি দিশে ৰাক্ষস সব গুচি গুচি যাই ।
ৰামৰ অব্যৰ্থ শৰে খেদি খেদি খাই ॥১০৯

ইন্দ্ৰজিত মনে মনে কৰে বৰ খঙ্গ ।
বানৰ পোটত মোৰ এত মান ভঙ্গ ॥১১০
গুঞ্জ যেন চক্ষু ফুৰাইলেক ক্ৰোধ দৃষ্টি ।
অঙ্গদক কৰিলেক ঘোৰ শৰ বৃষ্টি ॥১১১
গদা মুদ্গৰ হানে বহু শৰ জাঁক ।
দুৰ্জ্জন বানৰা আজি মাৰোঁ থাক থাক॥১১২
শাল বৃক্ষ অঙ্গদে ফুৰাইলা যেন ভাঙ্গ ।
অস্ত্ৰ উফৰিয়া গৈলা ছুচুইলেক অঙ্গ ॥১১৩
আথাকে বাৰুণি শৰ মাৰিবে লাগিলা ।
গিৰিসাই অঙ্গদৰ কটক ভাঙ্গিলা ॥১১৪
সৈন্য ভাঙ্গিবাৰ দেখি অঙ্গদে খজিলা ।
ইন্দ্ৰজিত কুমাৰক হানিলন্ত শিলা ॥১১৫
শিলা পৰি বাৰুণিৰ ৰথ গৈলা ভাগি ।
ইন্দ্ৰজিতে ডেৱ দিলা পৃথিবীক লাগি ॥১১৬
ক্ৰোধিয়া বোলন্ত আজি লৈবোহোঁ পৰাণ ।
তেতিক্ষণে বাৰুণি ভৈলাহা অন্তৰ্দ্ধান ॥১১৭
ইন্দ্ৰজিত বীৰক ভঙ্গাইলা যুবৰাজে ।
শ্ৰীৰাম লক্ষণ জিনিলন্ত ৰণমাজে ॥১১৮
দেৱলোকে আকাশত আশেষ হৰিষে ।
তিনিবো মাথত মালা কুসুম বৰিষে ॥১১৯
কপিবলে মিলি অঙ্গদক প্ৰশংসিল ।
সাধু যুবৰাজ পিতৃনামক আছিল ॥১২০
ইন্দ্ৰে যাত হাৰিলেক তাহাক ভঙ্গাইল ।
অদভুত বীৰতো যশক বৰ পাইল ॥১২১
অন্তৰ্দ্ধান হুইয়া বীৰ বাৰুণি কুপিল ।
যজ্ঞভূমি সংযোজিয়া অগনি জ্বালিল ॥১২২
মায়াৱন্ত ৰাক্ষস লোহিত বস্ত্ৰ মাথে ।
অগণিত হুময় লোহাৰ শ্ৰুৱ হাতে ॥১২৩
কলিয়া ছাগল আনি মাথা ছেদ কৰি ।
আহুতিক কৰয় লোহাৰ শ্ৰুৱ ধৰি ॥১২৪
ভয়ৰা কাষ্ঠক আনি সমিধে আপোনে ।
যজ্ঞক কৰয় ইন্দ্ৰজিত ৰঙ্গ মনে ॥১২৫
ৰবদন্ত বীৰে যেবে আহুতি দিলেক ।
সুবৰ্ণৰ বৰ্ণ উঠিলেক পুৰুষেক ॥১২৬
মূৰ্ত্তি ধৰি অগনিয়ে ভৈলন্ত সমস্ত ।
বহ্নি মাজ হন্তে উঠিলেক দিব্য ৰথ ॥১২৭
হেমময় দিব্য ৰথখান যেন আছে ।
যত অস্ত্ৰ শস্ত্ৰ সব নিবন্ধিয়া আছে ॥১২৮
স্বস্তি বত্তি মঙ্গলক কৈলা দ্বিজগণে ।
যজ্ঞত তৃপিতি পাইলা যক্ষ ৰক্ষগণে ॥১২৯
ৰণজয় হৈৰ হেন পাইলেক মঙ্গল ।
বিমৰিষি বোলে মেঘনাদ মহাবল ॥১৩০
আজি মই সাধিবোঁ বাপৰ যত কাজ ।
ৰাম লক্ষ্মণক মাৰি পেলোঁ যম ৰাজ ॥১৩১
নিবাৰণ কৰোঁ আজি যত পৃথিবীক ।
পশুজাতি হুয়া যুজিবাক আইলি কিক॥১৩২
এহি বুলি আৰোহিলা সেহি দিব্য ৰথে ।
অন্তৰ্দ্ধ্যান হুইয়া বীৰ গৈলা বায়ুপথে ॥১৩৩
ৰথখান চলয় ত্ৰিদশ অগোচৰ ।
ৰাম লক্ষ্মণক লাগি প্ৰহাৰয় শৰ ॥১৩৪
দুইহান্তোক অগ্নি শৰে সমৰে নাচন্ত ।
ৰাক্ষস কুলক যেন দহন্তে আছন্ত ॥১৩৫
দুইহাকো চৌভিতি বেঢ়ি দিলা শৰ জাল ।
ত্ৰিকণ্টক বেলথ হানয় কনিয়াল ॥১৩৬
অৰ্দ্ধচন্দ্ৰ ভল্ল বান আৰো বস্তুদন্ত ।
ভল্ল ভিণ্ডিপাল শতঘ্নী যে পৰ্য্যন্ত ॥১৩৭
চৌভিতি বেঢ়িয়া পৰে নানা অস্ত্ৰ জাঁক ।
বানৰত পৰিয়া মৰয় জাঁকে জাঁক ॥১৩৮
দুই ভাই মিলি শৰ অনেক হানিল ।
বাৰুণিক নপাই আসি ভূমিত পৰিল ॥১৩৯
ৰাম লক্ষ্মণেয়ো আকাশক ছাটিল শৰে ।
আপনাক ৰাখিতে হানিলা নিৰন্তৰে ॥১৪০
ব্ৰহ্মাৰ বৰত অগণিত উতপন্ন ।
বাৰুণিৰ শৰে তাক কৰিলন্ত চূৰ্ণ ॥১৪১
লক্ষ্মণে বোলন্ত দাদা আজ্ঞা দিয়া মোক ।
যাৱে প্ৰাণে ৰখিবাৰ হিত চিন্তিয়োক ॥১৪২
ইন্দ্ৰজিত সমে যত ৰাক্ষসৰ কুল ।
ব্ৰহ্ম অস্ত্ৰ হানি কৰোঁ সবাকো নিৰ্ম্মূল ॥১৪৩
ৰাঘৱে বোলন্ত ভাই হেন কি বোলস ।
একৰ দোষতে কেনে সবাকে মাৰস ॥১৪৪
পাপিষ্ঠ জনেসে কৰিবেক হেন কৰ্ম্ম ।
প্ৰাণান্তিকো বীৰৰ নোহয় যেন ধৰ্ম্ম ॥১৪৫
সুযুজিয়া পলাই আপনি উপস্থিত ।
শৰণ পশয় ৰণে হুয়া বিশঙ্কত ॥১৪৬
মুখে তৃণ লইয়া থিটো কৰয় কাতৰ ।
হেনয় প্ৰাণীক ৰাপু নকৰিয়ো শৰ ॥১৪৭

অন্ধকাৰ ৰাত্রিত দাৰুণ তমোময় ।
অন্তৰীক্ষে ইন্দ্রজিত মায়ায়ে মাৰয় ॥১৪৮
সবে মিলি আলোচিয়া উপায় জোৰাহা ।
ৰণশ্রমী বীৰগণ বানৰক চাহাঁ ॥১৪৯
তহিত আছন্ত দুই পাঞ্চ সেনাপতি ।
দশকো পঠাইলা ৰিপু খুজিবাক প্রতি ॥১৫০
সুষেনৰ পুত্র দুই নীল হনুমান ।
অঙ্গদ যে অগ্নপ্রস্ত গন্ধ যে মার্দ্দন ॥১৫১
দ্বিবিদ সৰভ গজ নল সমে দশ ।
ইন্দ্রজিত খুজিবাক গৈলন্ত আকাশ ॥১৫২
বৃক্ষশিলা শিখৰ পর্ব্বত ধৰি কৰে ।
খুজিয়া নপাইলা তাক গগন ভিতৰে ॥১৫৩
ইন্দ্রজিত আছে সবাতো অগোচৰে ।
সৈন্যক জর্জ্জৰীকৃতে বিন্ধিলেক শৰে ॥১৫৪
ৰামত কহিলা আসি আকাশৰ নামি ।
মায়াবী ৰাক্সস খুজি নপাইলোহোঁ আমি ॥
ইন্দ্রজিত শৰ মাৰি হানয় আথাকে ।
ৰাম লক্ষ্মণক বিন্ধিলেক শৰ জাঁকে ॥১৫৬
ভাল দুই বীৰ হেন ৰাৱণি বোলয় ।
এহি বুলি গণ্ডি মুণ্ড ছাপিয়া চালয় ॥১৫৭
ৰাক্ষস মাৰিলে যত তাৰ মান পাইলোঁ ।
এহি মায়া কৰি মই ইন্দ্রক ভাঙ্গাইলোঁ॥১৫৮
শত বৰিষত মায়া নপাৰে জানিত ।
মাৰিয়া পঠাওঁ যাইঁা যমৰ সন্নিত ॥১৫৯
কুশৰ কণ্টক দিতে নাহি আৰ সন্ধি ।
নাগপাশে দুয়ো ভাই কৰিলেক বন্দী ॥১৬০
তনু ভৈল যেন ঘট সহস্র জলিয়া ।
হাতে ধনু ধৰি ৰাম পৰিলা ঢলিয়া ॥১৬১
লক্ষ্মণ পৰিল দৃঢ় মুঠি ধৰি ধনু ।
অতি অচেতন আহুৰি নেই জুনু ॥১৬২
দুইহান শৰীৰে বহে ৰুধিৰ অপাৰ ।
পর্ব্বতৰ পৰা পৰি যাই গেৰু ধাৰ ॥১৬৩
বীৰ শয়নত শুতিলন্ত দুই ভাই ।
বানৰ লোকৰ শোকে প্রাণ ফুটি যাই ॥১৬৪
হাহা বিধি আবেসে কিসত কিস ভৈল ।
ৰামৰ আগত প্রাণ আমাৰ নগৈল ॥১৬৫
সুগ্রীৱ বোলন্ত শুহি অনুশোচ বেলা ।
দুর্ঘোৰ আপদ পাইলে সুহুৰাই হেলা ॥১৬৬

ৰৰ ৰৰ বাৰ সবদিশে বেঢ়ি থাকাঁ ।
বৃক্ষ শিলা ধৰি ৰাম লক্ষ্মণক ৰাখাঁ ॥১৬৭
ৰাজাৰ আদেশে কতো ৰাখয় আকাশে ।
হনুমন্ত প্রথমে বেঢ়িয়া চাৰি পাশে ॥১৬৮
উৱাহ নবহে দেখি ৰাম লক্ষ্মণৰ ।
শ্রীহানি-ভৈলেক সকল বানৰৰ ॥১৬৯
যত যত আছে মুখ্য মুখ্য বীৰবৰ ॥
ইন্দ্রজিতে মর্ম্মস্থানে হানিলা সবাৰ ॥১৭০
ৰাৱচাৱ নাহি তেজ ৰহিলা সকল ।
সূর্য্য অস্ত গৈলে যেন সঙ্কোচে কমল ॥১৭১
শ্রীৰাম লক্ষ্মণ দুইৰো বিনাশ আকলি ।
আকাশত ৰাৱণি হাসয় খলখলি ॥১৭২
নিশাচৰে বোলয় খৰৰ মান পাইলোঁ ।
নিশা যুদ্ধে দুয়ো ভাইক যমক পঠাইলো ॥
শুনি সবে ৰাক্ষসৰ উল্লাসিল গাৱে ।
বাদ্য ভেণ্ড বিঙ্গ জাণ্টি ঢাক ঢোল বাৱে ॥
ইন্দ্রজিতে ৰণজয় কৰিয়া আছয় ।
নগৰ মাজত নন্দি বধাই বাজয় ॥১৭৫
মাধৱে বোলন্ত কথা ভৈলা জপ্রজোল ।
একে হাতে কোনে ধৰিবেক দুই শল ॥১৭৬
ৰাৱণিৰ কথা যত এথন আছোক ।
ৰামৰ কাহিনী কহোঁ বানৰৰ শোক ॥১৭৭
সুগ্রীৱ কান্দন্ত ৰাঘৱৰ পাৱে পৰি ।
হৃদয়ত মুষ্টি হানে মাটিত বাগৰি ॥১৭৮
হা মিত্র কত মই পাতেক কৰিলোঁ ।
তোমাৰ আগত মই কিয় নমৰিলোঁ ॥১৭৯
যম কৰণক তুমি চলিলা আপোনে ।
হৰিষ বদনে মোক মাতিবেক কোনে ॥১৮০
যাহাৰ প্রসাদে হৰাইবাৰ ৰাজ পাইলো ।
সি হেন মিত্রক মই কমনে হৰাইলো ॥১৮১
হৰি হৰি কৈক-যাহা প্রাণৰ লখাই ।
জন্মান্তৰে আছিলো সোদৰ দুই ভাই ॥১৮২
মইসে জানিলোঁ যোত-যতমান স্নেহ ।
কিয় প্রাণ নযায় দাৰুণ সাৰ দেহ ॥১৮৩
বিভীষণে আসিয়া দেখিলন্ত দুই ভাই ।
বীৰ শয়নত শুতিছন্ত একে থাই ॥১৮৪
ৰামৰ চৰণে ধৰি কাদন্ত সুগ্রীৱ ।
গিৰিসাই বোলে মই কিক ধৰোঁজীৱ ॥১৮৫

ৰামৰ লক্ষ্মণৰ ভৈলা হেনসে বিপত্তি।
দুইহানো নাসাত নাহি পৱনৰ গতি ॥১৮৬
এতমান জেবে মোৰ মনে ভৈলা স্নেহ।
এহি শোক অগনিত পেলাইবোহোঁ দেহ ॥
এহি মিত্ৰ বিভীষণে সুগ্ৰীৱক চাইল।
জল লইয়া সুগ্ৰীৱৰ লোতক গুচাইল ॥১৮৮
নকান্দা নকান্দা মিত্ৰ পৰিহৰা শোক।
ৰাজাৰ আকুলে হৈবে আউল সৰ্ব্বলোক॥১৮৯
সব সৈন্যে মিত্ৰ তুমি দুই ভাইক ৰাখা।
সেনা থিৰ কৰোঁ মই সাৱহিতে থাকা ॥১৯০
বানৰ ভালুক সবে দুবুজিয়া মন।
কানাকানি কৰে দেখোঁ তবে কপিগণ ॥১৯১
সজ্জুক্ষণ ভৈলন্ত সুগ্ৰীৱ কপিৰাজে।
চাৰি পাত্ৰ লৈয়া বিভীষণ ভৈলা সাজে ॥১৯২
গদাহাতে চতুৰ্দ্দিশে সৈন্য কৰি থিৰ।
ৰামৰ সন্তাপ তাপে নসহে শৰীৰ ॥১৯৩
ইন্দ্ৰজিত মায়াবলে সবাক জিনিয়া।
লঙ্কাত পশিলা গৈয়া সব সৈন্য লৈয়া ॥১৯৪
জয় জয় বাদ্য ভণ্ড বাজে আগে পাছে।
ভঙ্গি ভাৱ কৰিয়াছে ৰাক্ষস পিশাচে ॥১৯৫
আউৰে আউৰ হাতাহাতি ভৈলা ভেইপাৰে
কাহাকো ভাবুকি থিঙ্গ কাহাকো চিহৰে॥১৯৬
পৰিহাসে থাপা ভুকু মাৰিয়া পলাই।
পাইক ভাই ধৰ বুলি তাকে খেদি যাই ॥১৯৭
মুখে চুণ চুই নাচে থিউযুৰা কৰি।
আশেষ ৰাক্ষস মিলি বজাৰে চাপৰি ॥১৯৮
দুই খান পাৱ তুলি উপৰক মেলে।
ছৱালক ভাবুকি পাৰয় চক্ষু চেলে ॥১৯৯
ৰাৱণে শুনয় পুত্ৰ ৰণজয় ভৈলা।
ইন্দ্ৰজিত পুত্ৰ দেখি উল্লাসিয়া গৈলা ॥২০০
বাপু আসি ভৈলি সাৰ পিতৃ পিতামহ।
কিবা ৰণ জিনিলি প্ৰস্তুত কথা কহ ॥২০১
চৰণে পৰিয়া নমিলেক ছপকৰে।
বাপেকত কহে ইন্দ্ৰজিত বীৰবৰে ॥২০২
যাৰ কাৰ্য্যে চিৰকাল নিদ্ৰা নৰাৱাহাঁ।
ছুদি সিদ্ধি নাহিকে নিবাস কোকাবাহাঁ॥২০৩
যাৰ কাৰ্য্যে লঙ্কাপুৰী ভৈলা খণ্ড ভণ্ড।
তাহাৰ কৰিলোঁ আজি প্ৰাণান্তিক দণ্ড॥২০৪

দুই ভাই পৰিয়া আছন্ত ৰবিতলে।
মায়াশৰে বান্ধি ধৰি থৈলো মাহ্‌ধলে ॥২০৫
খৰ যে দুষণ ত্ৰিশিৰাৰ মান পাইলোঁ।
ৰাক্ষস কুলৰ ঘোৰ সন্তাপ গুচাইলোঁ ॥২০৬
সিংহাসন হন্তে গাৱ ছালি কৌতুহলে।
হসিত বয়নে চাপি ধৰিলন্ত গলে ॥২০৭
ৰাৱণিক প্ৰশংসা কৰিলা লঙ্কানাথ।
আশ্বাসি চুম্বন দিয়া ত্ৰানিলন্ত মাথ ॥২০৮
মেঘনাদ বাপু তোক প্ৰশংসিবো কিক।
কুলৰ প্ৰদীপ ভৈলা পিতৃতো অধিক ॥২০৯
মন্দোদৰী সাৰ্থক যে পতিব্ৰতা সতী।
তই হেন পুত্ৰ যাৰ মই হেন পতি ॥২১০
ৰাৱণিক আশ্বাসিয়া ঠাৱক পঠাইল।
এবে কি কৰিবো বুলি বিমৰিষি চাইল॥২১১
ৰাৱণ ৰাজাৰ চিত্ত উত্ৰাৱল কৰে।
সীতাত কহিলে জোনোঁ প্ৰাণ পৰিহৰে॥২১২
ৰাৱণে গুণয় পাছে যেহি কিনো হয়।
স্ত্ৰীজাতি চঞ্চল ক্ষণেকে উলটয় ॥২১৩
সীতায়ে বুলিবে মোৰ মৰিলেক স্বামী।
ৰাৱণৰ পটেশ্বৰী কিক নোহোঁ আমি ॥২১৪
স্ত্ৰী জাতি উত্ৰাৱল সৰ্ব্বলোকে ভাষি।
বুলিব মৃতক ৰামে কি কৰিবে আসি ॥২১৫
হেন শুনি ৰাৱণৰ মনে মনে হাস।
সীতা পটেশ্বৰী হইব মনে অভিলাষ ॥২১৬
দশগ্ৰীৱ ৰাজা পাছে কাৰ্য্য বিমৰষি।
আগক আনিলা মাতি বৃদ্ধ যে ৰাক্ষসী ॥২১৭
শুনিলা কি বচন ত্ৰিজটা কৃপাময়ী।
ইন্দ্ৰজিত পুত্ৰ মোৰ ভৈলা ৰণজয়ী ॥২১৮
যি কাৰণে সীতা মোক কৰয় নৈৰাশ।
তাহাৰ স্বামীক পুত্ৰে কৰিলা বিনাশ ॥২১৯
ৰামৰ মৰণ দেখি সমৰ তৃষিত।
নৈৰাশ দেখিয়া মোত ৰলাইবেক চিত্ত ॥২২০
পুষ্পক যানত নিয়া সীতাক তোলাহা।
সমৰ ভূমিক লাগি সীতাক লৈযাহা ॥২২১
অবিলম্বে চলা ঐত থাকি কৰা কিক।
প্ৰত্যক্ষে দেখিবে সীতা মৃতক স্বামীক ॥২২২
ত্ৰিজটাক ৰাৱণে কৰিলা বহু মান।
অশোকা বনক নিলা পুষ্পক বিমান ॥২২৩

জনকৰ জীউক সেহি বিমানতে তুলি।
ৰথ ডাকি চলিলা ৰামৰ পাশ বুলি ॥২২৪
সীতাদেৱী পুষ্পক ৰথত চড়িলন্ত।
জয়নন্দি বধাই লঙ্কাত শুনিলন্ত ॥২২৫
ৰাৱণৰ আদেশ শুনন্ত সতী সীতা।
ৰামৰ মৰণ লোকে কহে চতুৰ্ভিতা ॥২২৬
চক্ষু বলাই চান্ত সীতা বিমানৰ হস্তে।
পৃথিবীক ঢাকিলা বানৰ অপৰ্য্যন্তে ॥২২৭
দুই পাশে সীতায়ে চৌদিশে আলিল।
সকলে দেখিলা দেৱী বৰণ কপিল ॥২২৮
কাংসপৰি জিম গৈলা সকলে বানৰ।
বায়ু নবহন্তে যেন তবধ সাগৰ ॥২২৯
শ্ৰীহানি ভৈলেক পাইলেক যেন মন্দে।
ৰাম লক্ষ্মণক বেঢ়ি বেঢ়ি কতো কান্দে ॥২৩০
সীতা দেৱী আকোলিলা বিমানতে থাকি।
স্বামী দেৱৰক কপি বলে আছে ৰাখি ॥২৩১
নিশ্চেষ্ট স্বৰূপে পৰি আছন্ত দুই ভাই।
শৰে হানি ইন্দ্ৰজিতে থৈলন্ত জণ্টাই ॥২৩২
সকল শৰীৰে বহে বোম্বালে ৰুধিৰ।
দেখিয়া সীতাৰ বহে নয়নৰ নীৰ ॥২৩৩
স্বামী দেৱৰৰ মৃত্যু ভৈলা হেন জানি।
পুষ্পক ৰথত ঢলি পৰিলা গোসানী ॥২৩৪
পঠাইবে আপন কেহোঁ নাহি পৰিচয়।
বিমৰ্ষিত ভৈলা দেৱী দেখি তমোময় ॥২৩৫
কতো বেলি শৰীৰত আসি ভৈলা জীউ।
হাকুলে ব্যাকুলে কান্দে জনকৰ জীউ ॥২৩৬
হৰি হৰি আলখণী প্ৰাণ ধৰোঁ কিক।
কাঁচক লাগিয়া আনি হৰাইলোঁ মাণিক ॥২৩৭
উতপাত কৰে যিটো নেতকামলিত।
হেন প্ৰভু শুতি আছা কেবলে মাটিত ॥২৩৮
হাহা ৰাম মোহোৰ বল্লভ প্ৰাণেশ্বৰ।
আমাৰ অন্তৰে প্ৰভু গৈলা যমঘৰ ॥২৩৯
ৰাজ্যভাৰ ধন যত অসাৰ কৰিলা।
দাৰুণ সমৰে পৰি প্ৰাণক মুজাইলা ॥২৪০
স্বামীৰ শোকত মোৰ প্ৰাণ হোক হত।
অবিলম্বে ভেট পাইবোঁ যম কৰণত ॥২৪১
প্ৰাণে উৎসৰ্গিলোঁ যেবে ভৈলোঁ পৰবাসু।
গোসাঁনীক অনুশোচ কেনে জীব শাশু ॥২৪২
হেন কি দাৰুণ সংসাৰৰ মোহ মায়া।
ৰামত অধিক মোৰ গোসাঁনীক দায়া ॥২৪৩
ৰামত অধিক মোৰ গোসাঁনীত স্নেহ।
কিক ছাৰি নজাই দাৰুণ ছাৰ দেহ ॥২৪৪
বুলিবন্ত গৈল প্ৰায় চৌধয় বৰিষ।
পথ চাহি থাকিবন্ত পৰম হৰিষ ॥২৪৫
পদুলি পদুলি পাতিবন্ত দীপ ঘট।
তেহেঁা কেনে জানিবন্ত বিধিৰ কপট ॥২৪৬
পণ্ডিতে শ্বাশুত কিবা কৈলা শাস্ত্ৰ জানি।
বুলিলন্ত সীতা দেৱী আয়তা কল্যাণী ॥২৪৭
ৰাজধৰ পুত্ৰ এন্তে হৈব পুত্ৰৱতী।
ৰামৰ মৰণ তেহেঁা কিছো নজানন্তি ॥২৪৮
বিধৱা লক্ষণ শুনি আছহেঁা লোকত।
অনুমাত্ৰ নেদেখোহোঁ মোৰ শৰীৰত ॥২৪৯
নীলফুল মৃদুল কুন্তল সুকোমল।
ভ্ৰূজ যুগ সুকোমল শুনয় বিৰল ॥২৫০
নেত্ৰ নীলোৎপল সম তিল ফুল নাস।
অবিৰল দশন দাড়িম্ব পৰকাশ ॥২৫১
বাহু দুই মৃণালৰ কান্তি সৰোবৰ।
নীলতন যুগ স্থলে আতি মনোহৰ ॥২৫২
হাত দুইত পদ্ম দুই আছয় লিখিল।
শঙ্খ দুই মুঠিক বিধিয়ে নিৰমিল ॥২৫৩
বলিত গম্ভীৰ নাভি জঙ্ঘন বিপুল।
উদৰত শোভয় পঙ্কতি লোমাঙ্কল ॥২৫৪
উৰু যুগ ৰাম যেন কদলী কোমল।
জঙ্ঘা দুই বৰ্ত্তুল কুন্দত বলিয়াইল ॥২৫৫
চৰণ যুগল শোভে ৰকত কমলে।
আৰকত কুৰি নখ প্ৰতিবিম্ব স্থলে ॥২৫৬
কঠোৰ বচনী নহে সুকোমল ধ্বনি।
সৰ্ব্ব সুলক্ষনী যে সম্পূৰ্ণ বিতোপনী ॥২৫৭
একোয়ে নেদেখোঁ মোত কুলক্ষনী ছটা।
কিসকা বিধৱা ভৈলোঁ কহিয়ো ত্ৰিজটা ॥২৫৮
হেনবাণী শুনি পাছে ত্ৰিজটা ৰাক্ষসী।
সীতাক প্ৰবোধ বোলে পুষ্পকত বসি ॥২৫৯
স্বামী দেৱৰক তোৰ চাহাতো জানেকী।
মৃতকৰ মুখ কি জ্বলয় ভকভকি ॥২৬০
বিষাদ এৰিয়া মাৰ মন কৰা থিৰ।
জীৱন্তে আছন্ত তোৰ সুস্বামী দেৱৰ ॥২৬১

পুষ্পক বিমানে ইটো কল্যাণক কহে ।
বিধৱা নাৰীক ইটো থানিক নবহে ॥২৬২
কুলক্ষণ তোহোৰ নেদেখোঁ এক অঙ্গে ।
বিধৱা নোহস তাক জানোঁ সাঙ্গে সাঙ্গে ॥
শৰ পৰি মূৰ্চ্ছা গৈয়া আছা দুই ভাই ।
জীয়ন্ত শুনিবি মাৰ আনন্দ বৰ্ধাই ॥২৬৪
ধূম্ৰ যেবে আছয় অগনি আছে জ্বলি ।
কাৰ্য্যৰ যে নিমিত্তে কাৰণ পৰিমিলি ॥২৬৫
কান্দয় যে ৰামসেনা দেখিয়া শ্ৰীমন্ত ।
নিশ্ৰীক দেখিলে জানা ৰাম নিৰ্জীয়ন্ত ॥২৬৬
এবমস্ত বুলি সীতা থাকিলা বিমানে ।
পৰিৱৰ্ত্তি গৈলা পাছে অশোকাৰ বনে ॥২৬৭
সীতা থৈয়া ৰথক থাপিলা পূৰ্ব্ব থানে ।
জনক জীউৰ কথা আছো এহিমানে ॥২৬৮
ঘোৰ শৰ জালে বন্দী আছা দুই ভাই ।
ৰৰ ৰৰ বীৰে ৰাখে চতুৰ্দ্দিশে চাই ॥২৬৯
কতো বেলি ৰামে পাছে পাইলন্ত চেতন ।
শোণিতে শৰীৰ ভৈলা লোহিত বৰণ ॥২৭০
লক্ষ্মণক দেখিলে শৰীৰে জীৱ নাই ।
মহামৰ্ম্মে ফোকাৰন্ত হা প্ৰাণ ভাই ॥২৭১
হা বিধি কি কৰিলোঁ কৈকলাগি যাওঁ ।
লক্ষ্মণ সমান ভাই কৈত খুজি পাওঁ ॥২৭২
সীতা গোসানীত জীৱনত কোন ফল ।
পৃথ্বী ফাট দেন্ত যদি যাওঁ ৰসাতল ॥২৭৩
সব বন্ধু এৰি মোক কৰিলেক সাৰ ।
লখাই এৰি যাই মোৰ কি কাৰ্য্য জীৱাৰ ॥
ভাৰ্য্যা পুত্ৰ বন্ধু সব পাই যথা তথা ।
হেন নতো শুনুহোঁ সোদৰ পাই কোথা ॥২৭৫
মেঘ সবে বৃষ্টি উপজাৱে দশোদিশে ।
মাৱৰ অপত্য একো দিশে নৰবিষে ॥২৭৬
এতো প্ৰাণ ভাইৰ শোকে নবহে যাৱত ।
কি কথা কহিবোঁ গৈয়া সুমিত্ৰা মাৱত ॥২৭৭
সুমিত্ৰায়ে বুলিবন্ত কহিবা লখাই ।
কি মতে বুলিব আইলোঁ ৰণত পেলাই ॥২৭৮
দুস্তৰৰ সখা মোৰ ৰাজ্যৰ লখাই ।
মোক এৰি যাস কৈক প্ৰাণৰ ভৈয়াই ॥২৭৯
সীতা হেন ভাৰ্য্যাক প্ৰযত্নে খুজি পাই ।
কৈক গৈলে পাইবোহোঁ লক্ষ্মণহেনভাই ॥২৮০

দণ্ডকা বনত মৰোঁ জানকীৰ শোকে ।
সকৰুণ বাক্যে বাপু প্ৰবোধিলি মোকো ॥২৮১
মোৰ দুখ দেখি তোৰ শৰীৰত দাহা ।
যম পুৰে গৈলি বাপু মোক লৈয়া বাহী ॥২৮২
একে বেলি পাক পাক শত হান শৰ ।
সহস্ৰ অৰ্জ্জুনে তোক নোহে সমসৰ ॥২৮৩
এতিক্ষণে কোটি সংখ্যা ৰাক্ষস মাৰিলি ।
মায়াশৰে এবে কেন চেতন হৰিলি ॥২৮৪
শুনিয়ো সুগ্ৰীৱ মিত্ৰ মোৰ বোল কৰা ।
অঙ্গদ প্ৰমুখ্যে কিষ্কিন্ধাৰ দিশ ধৰা ॥২৮৫
মিত্ৰৰ ধাৰক তুমি সকলে সুজিলা ।
সসৈন্যে প্ৰাণক টাকি অনেক যুজিলা ॥২৮৬
হনুমন্ত জাম্বৱন্ত দধিমুখ তাৰ ।
নিৰন্তৰে বীৰে হিত চিন্তিলা আমাৰ ॥২৮৭
তুমি সব বন্ধু হৈযা জনমে জনমে ।
আমি চলি ভৈলোঁ বিধি লিখিত কৰমে ॥২৮৮
আখুতি থাকিল মোৰ একে খানি কাম ।
বিভীষণ বপুৰায়ে নপাইলন্ত ৰাজ ॥২৮৯
মিছাতে কৰিলোঁ তাৰ ৰাজ্য অভিষেক ।
মনকৰণত দুখ থাকিল অনেক ॥২৯০
ৰাৱণি নমাৰে যাৱে শীঘ্ৰে যায়ো দেশ ।
হেন শুনি কপি বলে কান্দিলা আশেষ ॥২৯১
লক্ষ্মণৰ শোকত আকুল ভৈলা মন ।
পুনু গৈলা মূৰ্চ্ছা ৰাম হৰিলা চেতন ॥২৯২
এতাহন্তে বিভীষণে সেনা থিৰ কৰি ।
চাৰি পাত্ৰ সহিতে হাতত গদা ধৰি ॥২৯৩
পৰ্ব্বতৰ আকাৰ ৰাক্ষস দেখে যাই ।
ইন্দ্ৰজিতে পাইলা বুলি বানৰ পলাই ॥২৯৪
খিউ লাজে পলাই নচাৱে আউৰ পাছ ।
জোলকে জোলকে পৰে ইগাছ সিগাছ ॥২৯৫
আউৰে আউৰে বোলে সবে ভৈলেক প্ৰলয়া
মায়াশৰ মাৰি দুনু সবাকো মাৰয় ॥২৯৬
এহি বুলি নিৰন্তৰে বানৰ পলাই ।
ৰাপ ভঙ্গ দলা আউৰে আউৰক নচাই ॥২৯৭
ককা ভায়া সাৰা হেৰা আসি পাইলে মোক ।
ব্যূহ ভঙ্গে পলাই মুণ্ড ৰাখে ঠকঠোক ॥২৯৮
আউৰে আউৰ ভৰে কতো চুমিতে পৰয় ।
সহস্ৰ সংখ্যাতে পাছে তাকে সৰকয় ॥২৯৯

বাম লক্ষ্মণক মাৰি মায়া পৰিহৰি।
আমাক মাৰিতে আসে হাতে গদা ধৰি॥৩০০
কাল পৰ্ব্বতেক যেন হেৰা আসে চাহি।
আপোনাৰ জীৱ ৰাখি সত্বৰে পলাহি॥৩০১
সুগ্ৰীৱক বোলন্ত অঙ্গদ যুবৰাজ।
কিসক পলাই সৈন্য কি ভৈলা অকায॥৩০২
অসংখ্য পদাতি বল দশোদিশে যাই।
সাগৰত ঢেউ যেন উথলিলা বাই॥৩০৩
অঙ্গদে বোলন্ত কিক পুছিতে লাগয়।
বাম পৰিবাৰ দেখি বানৰ পলায়॥৩০৪
ভালুক বানৰ পলাই বিহ্বল স্বভাৱ।
কাণ্ডাৰ বিহিনে যেন থিৰ নোহে নাৱ॥৩০৫
এতাহন্তে বিভীষণে হাতে গদা লৈ।
বাম লক্ষ্মণৰ পাশ চাপিলন্ত গৈ॥৩০৬
বুলিলন্ত ধূম্রক সুগ্ৰীৱ মহাৰাজা।
সৈন্য পলাইবাৰ মই আবে পাইলোমজা॥৩০৭
ধূম্র চলি যাহা ঝাণ্টে সৈন্য কৰাঁ থিৰ।
বোলাঁ ইন্দ্ৰজিত মুহি বিভীষণ বীৰ॥৩০৮
শুনি ভালুকৰ ৰাজা শীঘ্ৰবেগে ধাইলা।
আশ্বাস কৰিয়া সবে সৈন্যক চপাইলা॥৩০৯
বিভীষণে তিন্তা হাতে দুইবো মুখ মাজি।
হেনসে অভাগ্য মোৰ সুগ্ৰীৱবে সাজি॥৩১০
হা মোৰ মিত্ৰ মোৰ হাহাবে লথাই।
দুয়ো এৰি যাহা মোক বিপাকেপেলাই॥৩১১
হৰি হৰি আবে কৈক যাওঁ কি কৰিলোঁ।
এবেসে জানিলোঁ মই বিপাকে মৰিলোঁ॥৩১২
আমাৰ ভাতিজা কিনো মন্দ আচৰিল।
ন্যায় যুদ্ধে নোৱাৰিয়া অন্যায়ে মাৰিল॥৩১৩
যাহাৰ বলত ত্যজিলোহোঁ বন্ধুলোক।
সিটো গোসাঁই চলিল অনাথকৰিমোক॥৩১৪
ৰাৱণ দদাৰ সাফলিল মনোৰথ।
কি কাৰ্য্য জীৱন মই চলোঁ যমপথ॥৩১৫
সুগ্ৰীৱ বোলন্ত মিত্ৰ ত্যজিয়োক শোক।
আপনাক থিৰ কৰি আশ্বাসিয়ো মোক॥৩১৬
বাম লক্ষ্মণৰ শোকে দহে অন্তৰ্গত।
অগনিয়ে পোৰে পিম্পলিৰ দেশ পথ॥৩১৭
বাম লক্ষ্মণক মায়াশৰে আছে জাতি।
সি কাৰণে মূৰ্চ্ছা গৈয়া আছন্ত নমাতি॥৩১৮
ক্ষণেকে জীৱন্ত থিৰ কৰিয়োক মন।
ৰাৱণক মাৰি লঙ্কা কৰিবন্ত ছন॥৩১৯
শুনি বিভীষণৰ সন্তাপ গৈলা দূৰ।
সুগ্ৰীৱ বোলন্ত শুনা সুষেণ শ্বশুৰ॥৩২০
আমাৰ আদেশে ঝাণ্টে চৌদোল অনাহাঁ।
বাম লক্ষ্মণক কিষ্কিন্ধাক লৈয়া যাহাঁ॥৩২১
দুয়ো ভাইক ভালমতে তৈতে নিয়া চাহাঁ।
মোহোৰ লগতে হনুমন্তক থোৱাহাঁ॥৩২২
সসৈন্যে চলাহাঁ ঐত কিছু নাহি কায।
দুয়োহন্তে ৰাৱণ মাৰি ছন কৰোঁ ৰাজ॥৩২৩
সূৰ্য্য পুত্ৰ হুই মই বীৰ বলিয়াৰ।
ৰাক্ষস শুকান বণ পুৰি কৰোঁ ছাৰ॥৩২৪
হনুমন্ত বায়ুয়ে জ্বালিব নিৰন্তৰে।
কোটি এক ৰাৱণে মুহিবে সমসৰে॥৩২৫
সাফলোহোঁ বাসুকি সদৃশ দুই বাহু।
ৰাৱণক গ্ৰাসওঁ চন্দ্ৰক যেন ৰাহু॥৩২৬
দেখন্তোক ত্ৰিদশে মিত্ৰৰ সাধু কায।
সীতাক উদ্ধাৰি বিভীষণে দেওঁ ৰাজ॥৩২৭
নমোঁ নমোঁ ৰামচন্দ্ৰ প্ৰভু ৰঘুনাথ।
যাৰ নাম শুণে কৰে পাপক বিঘাত॥৩২৮
তোমাত শৰণ লৈলো নচাৰিবা মোক।
বোলাঁ ৰাম ৰাম যত সভাসদ লোক॥৩২৯

---

## ১০ অধ্যায়।

### শ্ৰীৰাম লক্ষ্মণৰ নাগপাশ মোচন।

ছবি।

সুগ্ৰীৱক আশ্বাসিয়া, সুষেন বোলন্ত বলী,
দেবাসুৰে দেখিলোহোঁ ৰণ।
দুৰ্ব্বাৰ দানৱে ৰণে, অশেষ অস্ত্ৰক জানে,
মাৰিলা অনেক দেৱগণ॥১
গুৰু বৃহস্পতি জানি, বিশল্যকৰণী আনি,
নিৰন্তৰে মৃতক জীৱাইল।
দিব্য ঔষধিৰ গন্ধ, যেহিতো থানত আছে,
তাহাৰ বাৰ্ত্তাক আমি পাইল॥২
ক্ষীৰোদ সাগৰ তীৰে, দেৱাসুৰগণে মিলি,
কৰিলন্ত অমৃতক পান।
দ্ৰোণ চন্দ্ৰ নামে মহা, পৰ্ব্বত দুতৰ তুলি,
সৰহি নিলন্ত সেহি থান॥৩

বায়ুসুত হনুমন্ত, শীঘ্ৰবেগে যায়া তাক,
চিনি গৈয়া আনন্ত ঔষধি।
শ্ৰীৰাম লক্ষ্মণ দুই, জীৱন্ত হেনসে মতে
আন একো নজানোহোঁ বুদ্ধি ॥৪
এতহন্তে বায়ুদেৱ, কানত কহিলা আসি,
ৰাঘৱক চেতন কৰাইলা।
সাক্ষাততে বিষ্ণু তুমি, অৱতৰি আছা প্ৰভু,
কি কাৰণে চেতন হৰাইলা ॥৫
ঝাণ্ট কৰি গৰুড়ক, স্মৰণ যে কৰিয়োক,
নাগবান্ধ হৈবেক বিনাশ।
দেৱকাৰ্য্য সাধিয়োক, ৰাৱণক মাৰিয়োক,
সবাৰো গুচাইয়ো নিৰুৎসাহ ॥৬
বায়ুৰ বচনে ৰামে, চেতন লভিয়া মনে,
পক্ষীৰ ৰাজাক সুমৰিল।
তেতিক্ষণে গৰুড়ৰ, হৃদিকম্প লৰি গৈল,
লঙ্কা লাগি উবাৰ কৰিল ॥৭
পাখাৰ বায়ত আতি, পৃথিবী পৰ্ব্বত যত,
সপত সাগৰ যে খলকিল।
মেঘ কৈলা খণ্ড খণ্ড, বৈনতানন্দন চাণ্ড,
ৰাঘৱৰ সমীপ চাপিল ॥৮
গৰুড়ক দেখি সবে, নাগপাশ দূৰ গৈল,
কতো কতো মৰিলন্ত জীল।
হাতে জল লইয়া পাছে, পক্ষীৰাজ সকক্ষণে,
দুয়ো ভাইৰ শৰীৰ মাজিল ॥৯
দিব্য পুৰুষে যেবে, কৰতলে পৰশিল,
ঘাৱ বেথ পলাইলা সকল।
পূৰ্ব্ব কালতোহধিক, শৰীৰ প্ৰসন্ন ভৈলা,
ষোলগুণ আৰো তেজ বল ॥১০
নিদ্ৰাৰ জাগিয়া যেন, সচকিতে দুয়োভাই,
উঠিয়া বসিলা তেতিক্ষণে।
গৰুড়ে সহিতে পাছে, গলাগলি লাগি গৈলা,
সাৱটি চুম্বন্ত ঘনে ঘনে ॥১১
আজি আমি দশৰথ, নৃপতিক দেখিলোহোঁ,
কিবা তুমি অজ পিতামহ।
যাহাৰ প্ৰসাদে আমি, ৰাৱণৰ শৰ বন্ধ,
এৰাইলো দুৰ্গতি অনেকহ ॥১২
পক্ষীৰাজে দুয়ো ভাইৰ, তেজবৃদ্ধি কৰাইলন্ত
বচন অমৃত বৰিষিয়া।
তোমাৰ আপদ জানি, আসি ভৈলোঁ বেগটানি
সচকিত মনে তৰসিয়া ॥১৩
দেৱকাৰ্য্য সাধিলোহোঁ তোৰা দুইক আবাধিলোঁ
ৰাৱণিৰ নাগ পাশ ভঙ্গে।
তেসানি হৰিষ হৈয়োঁ, ৰাৱণ মাৰিয়া তুমি,
সীতা সমে থাকিবাহা ৰঙ্গে ॥১৪
দুয়ো ভাইক প্ৰদক্ষিণে, প্ৰণামি গৰুড় বেবে
চলি গৈলা পথে মাৰুতৰ।
হেন দেখি নৃত্য গীত, লাগি গৈলা ভক্তিভাৱ
ৰানৰ ভালুক সমস্তৰ ॥১৫
কিছু কিছু হুক হুকি, কুমৰ্ষোলী নাচগীত,
বাদ্য ভণ্ড বাজইলা আপাৰ।
আউৰ আউৰে হাতাহাতি, বিদজৌতপৰিহাস
লজ্জিলেক স্বৰ্গৰ দুৱাৰ ॥১৬
কটকৰ কোলাহল, আকণা শবদ শুনি,
লঙ্কাত লাগিলা হুলস্থুলি।
ৰাৱণৰ হৃদিকম্প, শুনিয়া লাগিল শঙ্ক,
গগনমণ্ডলে চাইলা ধূলি ॥১৭
আথে বেথে শুনিবাক, ৰাক্ষস পঠাইলা পাছে
কিনো আসি মিলিলা বিস্ময়।
আপদ কালত শুনু, ৰানৰে হৰিষ কৰে,
আনন্দ বৰ্ধাই জয় জয় ॥১৮

## ১১ অধ্যায়।

ধূম্ৰাক্ষৰ যুদ্ধ আৰু পতন।

ছবি।

কাৰ্য্যক বুজিয়া, ৰাক্ষসে ধাৱয়,
কাঢ়য় খৰ উশাস।
মুখে ধান দিলে, আখৈ হয়ে যেন,
হেসনি বহে নিশ্বাস ॥১
সন্মুখি বোলয়, আদেশ গোসাই,
কাৰ্য্য বৰ অসন্তোষ।
যি দুই গোটাক, ৰাৱণি মাৰিলা,
বসি আছে খোশমোশ ॥২
শ্ৰীৰাম লক্ষণ, জীৱন্ত শুনিয়া,
হৃদয় কম্প লৰিল।
বৈৰৰ মুণ্ডত, ছাৰ দিলে যেন,
নিৰ্ঘাত আথে পৰিল ॥৩

ৰাৱণ ৰাজাৰ, শ্ৰীহানি ভৈল,
দান্ত মুখ শুকাই গৈল।
সকলে ৰাজাৰ, সভা থান যেন,
কাস পৰি জিম গৈল ॥৪
ছলয়ন্ত শাল, পৰিল ৰাজাৰ,
মনত বৰ আসুখ।
বিষণ্ণ বদনে, পাত্ৰ মেলেকক,
বোঁলে ৰাম কেন কোখ ॥৫
ধূম্ৰাক্ষ বীৰক, আদেশয় ৰাজা,
তই যুজিবাক চল।
ৰাম লক্ষ্মণক, মাৰি আসি গৈয়া,
ভালুক বানৰ বল ॥৬
ৰাজাক প্ৰণাম, কৰিয়া ত্বৰিতে,
ধূম্ৰাক্ষ ভৈলেক ৰাজ।
ৰাজাৰ আদেশে, ঢৌল চমকিল,
কোলাহল সাজ সাজ ॥৭
কতোহোঁ ৰথত, চড়িয়া লৰিল,
কতোহোঁ হাতীত চড়ি।
পৱনৰ বেগ, সদৃশ ঘোড়ায়ে,
কিল কিল দৰ দৰি ॥৮
হেমময় ৰথ, সাজি থৈলা তাত,
চৌত্ৰিশ অস্ত্ৰ নিবদ্ধি।
ধূম্ৰাক্ষ ৰাক্ষস, তাহাতে চড়িল,
ভূষিত কৰি প্ৰবন্ধি ॥৯
পশ্চিম দুৱাৰে, পয়ানে চলিলা,
যথা বীৰ হনুমন্ত।
পাৱৰ ধূলায়ে, আকাশ ছানিয়া,
নিশাচৰ অপৰ্য্যন্ত ॥১০
ধূম্ৰাক্ষ যি বেলা, ৰণক চলিলা,
বিমঙ্গল নানাবিধ।
ধ্বজৰ উপৰে, পেঁচা পৰি গৈল,
মাথাৰ উপৰে গৃধ ॥১১
সেন যে শকুণ, আকাশে ৰণায়ে,
মণ্ডলি কৰয় কাক।
হৰিষে নাদয়, কোলাহল কৰে,
মাংস সব ভুঞ্জিবাক ॥১২
নানা সব অদ- ভূতক দেখিয়া,
হৰিষ নাহি তাহাৰ।
সাগৰ সমান, বানৰ দেখিয়া,
লাগি গৈলা চমৎকাৰ ॥১৩
ধূম্ৰাক্ষ ৰাক্ষস, হনুৰ সৈন্যত,
যেবে ভৈলা পয়োসাৰ।
ৰণক হৰিষে, বানৰে নাচয়,
গাৱয় গীত অপাৰ ॥১৪
ৰাক্ষসে বানৰে, মিলি গৈলা যুদ্ধ,
অস্ত্ৰৰ দিলেক জাক।
পৰ্ব্বত শিখৰ, বৰিষি বানৰে,
বোলে অৰে থাক থাক ॥১৫
কৌটি অসংখ্যাত, এক থান হুয়া,
কোবাৰে লাঙ্গুৰ বাৰি।
হিয়া মুণ্ড ভাগি, ৰাক্ষসে ভূমিত,
পৰয় প্ৰাণক ছাৰি ॥১৬
সহস্ৰ সংখ্যাত, ৰাক্ষসে মিলিয়া,
বানৰ বলক ধাৱে।
হস্তী ৰথ ঘোড়া, গৰকায়া মাৰে,
কতোহোঁ খাণ্ডাৰ ঘায়ে ॥১৭
ৰথত থাকিয়া, বানৰক শৰে,
কৰন্ত উভয় কোল।
বানৰৰ বলে, বিঙ্গ দিয়া বোলে,
মাৰ মাৰ তোল তোল ॥১৮
নিশাচৰ বলে, পৰিঘৰ কোৰে,
কতো শৰ ঘাৱ দিল।
নানাবিধ অস্ত্ৰে, বানৰ বলক,
যম কৰণক নিল ॥১৯
বানৰ বলেয়ো, বৃক্ষ শিলা হানি,
হাতী ঘোড়া বল ৰথ।
হিয়া মুণ্ড সব, অঙ্গ চূৰ কৰি,
পঠাইলা যমৰ পথ ॥২০
সাগৰত ঢৌ, কোলাহল যেন,
বানৰ বল খঙ্গাইল।
আকোৰে কামৰে, লাঠিয়ে চৰৰে,
ৰাক্ষস বল ভঙ্গাইল ॥২১
ধূম্ৰাক্ষ বীৰৰ, সৈন্য নিৰন্তৰ,
পলাই দশ দিশে ভেদি।
মাংস যে কৰ্দ্দম, কেশ যে শৈৱাল,
ৰুধিৰে বহয় নদী ॥২২

নমোঁ ৰঘুনাথ, চৰণত-মাথ,
থৈয়া লক্ষ কোটি বাৰ।
তযু গুণ নাম, অমৃতৰ পান,
অধীন ভৈলোঁ তোমাৰ ॥২৩
পৰম কৃপালু, জানিলা তোমাৰ,
চৰণে লৈলোঁ শৰণ।
পূৰাঁ মন কাম, বোলাঁ ৰাম ৰাম,
যত সভাসদগণ ॥২৪

## ১২ অধ্যায়।

পদ।

হেন দেখি মহাবীৰ ধূম্ৰাক্ষ প্ৰচণ্ড।
বানৰক ধাইল যেন কাল মেঘ খণ্ড ॥১
শৰ বৰিষিয়া সব ছানিলা আকাশ।
বানৰ বলৰ মহা মিলিল ত্ৰাস ॥২
অস্ত্ৰক হানন্ত বীৰ লৈয়া গৈলা খেদি।
পলাই বানৰ বল দশ দিশে ভেদি ॥৩
সৈন্যৰ দেখিয়া ভঙ্গ মাৰুতি খঙ্গিলা।
নাইস বুলি ভেটিলন্ত হাতে ধৰি শিলা ॥৪
ধূম্ৰাক্ষে বোলন্ত খলখলি হাসি তুলি।
তই কণ্ড ভণ্ড কৰি গৈলি লঙ্কা পুলি ॥৫
যতেক মাৰিলি আজি তাৰ ফল পাইবি।
মোহোৰ হাতত পৰি যম ঘৰে যাইবি ॥৬
হনুয়ে বোলন্ত তই কিসক তৰ্জ্জস।
শৰত কালৰ মেঘ মিছাত গৰ্জ্জস ॥৭
তই বেটা গৰ্জ্জিলে আঙ্গুলি হইবে আউল।
তোৰ মই হইবোঁ আজি বাপেৰৰ বাউল ॥৮
নিশাচৰে বোলয় মাৰোহোঁ থাক থাক।
চতুৰ্দ্দিশে বেঢ়িয়া দিলেক অস্ত্ৰ জাক ॥৯
ঠাস ঠোস কৰি গৈয়া শৰীৰে পৰিল।
ভ্ৰুভঙ্গ নাহি লোমগাছো নলৰিল ॥১০
হনুমন্ত প্ৰমুখ্যে ৰণত পসোৰিলা।
ধূম্ৰাক্ষক লাগি হানিলন্ত এক শিলা ॥১১
ৰাক্ষসৰ দেখিয়া শৰীৰ ভৈলা কম্প।
গদা হাতে ধূম্ৰাক্ষ ভূমিত দিলা ঝাম্প ॥১২
ৰথৰ উপৰে তাৰ পৰি গৈলা শিল।
সাৰথিয়ে ধনুৰথে চাপিয়া পিশিল ॥১৩
হনুমন্তে কোবাজয় হাতে বৃক্ষ ধৰি।
আশেষ ৰাক্ষস গৈলা যমৰ নগৰী ॥১৪
ধূম্ৰাক্ষে গাজৰ বলে গদা গোট তুলি।
তান দুইৰ মাজত কোবাইলা হনুমূলি ॥১৫
গদাৰ প্ৰহাৰ পাইয়া কপি বীৰবৰ।
ধূম্ৰাক্ষক হানিলন্ত পৰ্ব্বত শিখৰ ॥১৬
মাথাৰ মাজত যেৰে পৰিল শিখৰ।
পৰ্ব্বত আকাৰে পৰি গৈলা নিশাচৰ ॥১৭
আন যত বল খেদি মাৰয় বানৰে।
যিবা কিছু ৰৈল গৈলে লঙ্কাৰ ভিতৰে ॥১৮
সাতে পাকে গৈয়া পাছে ৰাজাত জনাইল।
ধূম্ৰাক্ষ পৰিলা শুনি ৰাৱণ খঙ্গাইলা ॥১৯

---

## ১৩ অধ্যায়

অকম্পন আৰু বজ্ৰদংষ্ট্ৰৰ সেনাপতি বধ আৰু সিংহত্তৰ পতন।

কৈবা সেনাপতি বুলি আগক মতাইল।
আশেষ ৰাক্ষস কুল ৰথিতে সাজাইল ॥১
ৰাৱণায়ে আদেশে কহিবা অকম্পন।
মোৰ উপকাৰী তই ত্ৰিজগত ধন ॥২
সব সাজ হইয়া তই যুজিবাক চল।
মাৰি আস গৈয়া মোৰ বৈৰক সকল ॥৩
চলি গৈলা বীৰ বৰ মঙ্গল আচৰি।
ৰাজাক প্ৰণামি সমৰক দিলা ধাৱি ॥৪
আশেষ ৰাক্ষস সাজি গৈলা দলবহুতে।
সুলক্ষণ কৰি গৈয়া চড়িলা ৰথতে ॥৫
ৰণক চলয় বীৰ মঙ্গল নপায়ে।
বাম হাত পাৱ কাম্পে থিৰ নোহে গায়ে ॥৬
ধ্বজৰ উপৰে তাৰ পৰি গৈল পেঁচ।
ফুৰি ফুৰি ভাবুকি কৰয় কেহ কেহ ॥৭
বাধা সব নগণিয়া ৰণত প্ৰবেশ।
শৰে হানি বানৰক মাৰিলা আশেষ ॥৮
সিংহক দেখিয়া যেন পলাই মৃগ যূথ।
কতোহোঁ পৰিলা ৰণে পলাইলা বহুত ॥৯
সেনাগণ ভাগে দেখি মন নোহে থিৰ।
মৈন্দ কুমুদ নল তিনি মহাবীৰ ॥১০
ৰাক্ষসৰ বলত পৰি কৰয় কদন।
লাঠি ঢুকু চৰে আশেষ কৈলা ছন ॥১১
তিনি বীৰে কোবায়ন্তে যাই পিঠি মাজে।
ঠাস ঠোস কৰি ৰাক্ষসৰ মুণ্ড বাজে ॥১২

আশেষ ৰাক্ষস বল কৰিলা নিৰ্ম্মূল।
ৰুধিৰে বহয় নদী মাংসে পঙ্কাকুল ॥১৩
অকম্পনে বোলয় সাৰথি ৰথ ডাক।
সৈন্য সব আশ্বাসি বোলন্ত থাক থাক ॥১৪
আম্মি বীৰ থাকন্তে তোমাৰ ভয় কিক।
শৰে হানি মাৰোঁ দেখোঁ বানৰ তিনিক ॥১৫
সাৰথি ডাকিয়া ৰথ অকম্পন বাকে।
তিনিয়ো বীৰক শৰ মাৰে জাকে জাকে ॥১৬
মৈন্দ কুমুদে নলে হানিলা শিলায়।
সবাহাক্কে অকম্পনে ভঙ্গাইলা লীলায় ॥১৭
বানৰৰ ভালুকৰ তেজে বহে গাঙ্গ।
হনুমন্তে দেখয় তিনিৰো ভৈলা ভঙ্গ ॥১৮
ডাক দিয়া বোলে ওৰে থাক নপলাইঁা।
ৰাক্ষসৰ মোহোৰ ক্ষণেক যুদ্ধ চাইঁা ॥১৯
তিনি বীৰ ৰৈলা মাৰুতিক সখা পাই।
মাৰুতিক প্ৰতি অকম্পনে গৈলা ধাই ॥২০
শৰীৰত বিন্ধিলেক অসংখ্যাত শৰে।
হনুমন্ত বীৰে তাক কটাক্ষ নকৰে ॥২১
বায়ুপুত্ৰে কতোদূৰে কৰিলা লৰৰ।
উপাৰিয়া আনিলন্ত শাল বৃক্ষবৰ ॥২২
লীলাৰূপে উচ্চায়া দক্ষিণ হাত তুলি।
অকম্পন বীৰক হানিলা হুঃ বুলি ॥২৩
বিম্বাদ শবদে শাল বৃক্ষ আসে ছানি।
অকম্পনে কাটিলন্ত অৰ্দ্ধচন্দ্ৰ হানি ॥২৪
খণ্ড খণ্ড হুয়া যেবে পৰি গৈলা শাল।
মাৰুতি বোলয় কিনো মুনিষ বিশাল ॥২৫
অশ্বকৰ্ণ নামে বৃক্ষ লৈলন্ত উপাৰি।
আশেষ ৰাক্ষস মাৰিলন্ত বৃক্ষ বাৰি ॥২৬
দেখি কুপিলন্ত অকম্পন নিশাচৰ।
মাৰুতি বোলন্ত কিনো মুনিষ ডাঙ্গৰ ॥২৭
ক্ৰোধিলন্ত হনুমন্ত বীৰ বলীয়াৰ।
বৃক্ষ ভুবাহন্তে কোল চাপিলা তাহাৰ ॥২৮
গাৱৰ অঙ্গোৰুন কোৰ বৈসাইলেক তুলি।
অকম্পন পৰিলা ম্লাজিলা শিৰখুলি ॥২৯
অকম্পন বীৰক মাৰিলা কপিসিংহ।
কৌতুকতে ভালুক বানৰে দিলা বিঙ্গ ॥৩০
ৰাক্ষসক বানৰে মাৰয় যূথে যূথে।
কতোহো কৰিলা লঙ্কা পৈলেক বহুতে ॥৩১
ৰণ জয় ভৈলন্ত শ্ৰীমন্ত মুখ জ্বলে।
ৰামক পাশক চলি গৈলা কৌতূহলে ॥৩২
শ্ৰীৰাম যে লক্ষ্মণ সুগ্ৰীৱ বিভীষণ।
তেজ বুদ্ধি বঢ়াইলা প্ৰশংসি ঘনে ঘন ॥৩৩
ৰাৱণে শুনয় মাৰুতিৰ জয় জয়।
অকম্পন পৰিলা শুনিয়া ভৈলা ভয় ॥৩৪
কতোক্ষণে বিমৰিষি থিৰ কৰি চাইলা।
বজ্ৰদংষ্ট্ৰ ৰাক্ষসক আগক মতাইলা ॥৩৫
বজ্ৰদংষ্ট্ৰ তই যে মাৰিয়ো ৰামক।
তইসে সহায়ে মই জিনিলো যমক ॥৩৬
দেবাসুৰ লোকে যেবে হাৰিলন্ত তোক।
ঘোৰ আপদত তই তাৰিএৰ মোক ॥৩৭
বজ্ৰদংষ্ট্ৰে বোলে তুমি মন কৰাঁ থিৰ।
ৰামৰ বলুত মোক সম নাই বীৰ ॥৩৮
তপস্বীয়া দোগোটাৰ ছৰাওঁ আজি প্ৰাণ।
ত্ৰিশূল সদৃশ মোৰ দেখিয়োক বাণ ॥৩৯
ৰাজাক প্ৰণামি চতুৰঙ্গ দলে সাজি।
সমৰক চলিলা ধনুক গুণ মাজি ॥৪০
ৰণচণ্ডী সুমৰি শিৰত হাতযোৰে।
ঝাণ্টি খাই পৰিল ৰথৰ চাৰি ঘোড়ে ॥৪১
বাহুৰিয়া দেখিল মুকুত কেশ মুণ্ড।
আকাশৰ হন্তে পৰি গৈলা অগ্নিকাণ্ড ॥৪২
কাক সবে কাঢ়ে ৰাৱ তাৰ মুখ চাই।
ছৱালকো হাঞ্চাৰে নাকত সালা বাই ॥৪৩
বাধা নব নগণিয়া ৰণক হৰ্ষিত।
তেতিক্ষণে বীৰ গৈয়া আণ্টাইলা ত্বৰিত ॥৪৪
ৰাক্ষস বানৰে ভৈলা দুৰ্ঘোৰি সমৰ।
ইভিতিৰ সেনা পৰি গৈলা যম ঘৰ ॥৪৫
ৰাক্ষসক ভঙ্গাইলেক বানৰৰ বলে।
হেন দেখি বজ্ৰদংষ্ট্ৰে হাসে খলখলে ॥৪৬
তৃণত অগণি যেন ক্ৰোধে ৰৰ চণ্ড।
শৰে হানি বানৰক কৰে খণ্ড ভণ্ড ॥৪৭
নদী বহে বানৰৰ ভালুক ৰুধিৰে।
দেখি আতি কুপিলা সুগ্ৰীৱ মহাবীৰে ॥৪৮
ডেৱ দিয়া সৈন্যৰ মাজত গৈয়া পৰি।
আশেষ মাৰিলা লাঠি ভুকু লাঞ্জ বাৰি ॥৪৯
ৰাক্ষস শুকান বন সুগ্ৰীৱ অগনি।
অসংখ্যাত সংহৰিলা ৰণভূমি ছানি ॥৫০

কতো বৃক্ষ হানে কতো শিখৰ প্ৰচণ্ড।
ৰাক্ষসক পিশাচক কৈলা খণ্ডখণ্ড ॥৫১
কথিৰৰ গম্ভীৰ সম্পূৰ্ণ নদী বহে।
বজ্ৰদংষ্ট্ৰৰ দেখি শৰীৰ নসহে ॥৫২
আগ ভেণ্টি বোলয় বানৰা থাক থাক।
চতুৰ্দ্দিশে বেঢ়িয়া মিলেক অস্ত্ৰজাক ॥৫৩
প্ৰহাৰক নগণি সুগ্ৰীৱ মহাবীৰ।
চৰণে চিণ্ডিল তাৰ ঘোটকৰ শিৰ ॥৫৪
ডালে মূলে শাল বৃক্ষ ধৰিলন্ত তুলি।
বজ্ৰদংষ্ট্ৰ বীৰক হানিল হুঃ বুলি ॥৫৫
শাল বৃক্ষ আইসে দেখি ঘোৰ নিশাচৰে।
বৃক্ষ কাটি পেলাইলা দাৰুণ ছয় শৰে ॥৫৬
তৰু চূৰ্ণ ভৈলা দেখি ৰাক্ষসৰ বলে।
বজ্ৰদংষ্ট্ৰক প্ৰশংসন্ত আতি কৌতূহলে ॥৫৭
সূৰ্য্যৰ তনয় ৰিঙ্গ শুনিয়া খঙ্গিলা।
আউৰ হাতে উপাৰিয়া আনিলন্ত শিলা ॥৫৮
বিস্বাদ শবদে যেবে শিলা ৰহি যাই।
বজ্ৰদংষ্ট্ৰ ডেৰ দিলা হাতে গদা লৈ ॥৫৯
ৰথৰ উপৰে তাৰ পৰি গৈলা শিৰ।
সাৰথি ঘোটক ৰথ চাপিয়া পিশিল ॥৬০
দুই হাতে আশেষ বৃক্ষ আজুৰিয়া থাকে।
হানি হানি মাৰয় ৰাক্ষস জাকে জাকে ॥৬১
বজ্ৰদংষ্ট্ৰে ৰথ ভঙ্গে যুজয় পয়দা।
বলে হানিলেক বীৰে ভয়ঙ্কৰ গদা ॥৬২
শিলাত পৰিয়া চূৰ্ণ যেন পৰমণ্ড।
সুগ্ৰীৱৰ হৃদয়ত ভৈলা খণ্ড খণ্ড ॥৬৩
প্ৰহাৰক নগণি সুগ্ৰীৱ মত্তসিংহ।
লাঙ্গে উপাৰিয়া লৈলা পৰ্ব্বতৰ শৃঙ্গ ॥৬৪
মুণ্ডত হানিলা নিয়া ঠাটকাৰ কৰি।
বজ্ৰদংষ্ট্ৰ ভূমিত পৰিয়া গৈলা মৰি ॥৬৫
ৰাক্ষসৰ সেনাগণ পলাইল বিভঙ্গে।
বানৰে খেদিয়া মাৰে আতি ৰৰ ৰঙ্গে ॥৬৬
লঙ্কাত পশিলা গৈয়া যিবা কিছু জীল।
সুগ্ৰীৱ বীৰক ৰামচন্দ্ৰে প্ৰশংসিল ॥৬৭
বজ্ৰদংষ্ট্ৰ পৰিলেক শুনিয়া ৰাৱণে।
মহামৰ্ম্মে বিষাদ কৰয় মনে মনে ॥৬৮
মন্ত্ৰীগণ সমন্বিতে আলোচয় কাৰ্য।
এবে কেন মতে থিৰ কৰিবোহোঁ ৰাজ্য ॥৬৯
পাত্ৰ সমন্বিতে ৰাজা সবে চুপকাৰে।
চতুৰ্দ্দিশে ফুৰি সৈন্য চাহিলা লঙ্কাৰে ॥৭০
সব দিশ আকলিলা চাৰিয়ো দুৱাৰে।
দেৱাসুৰ নৰে কেহোঁ লঙ্ঘিতে নপাৰে ॥৭১
বোলন্ত কন্দলী শুনা সভাসদগণ।
পৰম অমৃত ইটো কথা ৰামায়ণ ॥৭২
কৰ্ণ ভৰি শুনা আক কৰোঁ দুখ দূৰ।
বোলোঁ ৰাম ৰাম হৌক পাপ মসিমূৰ ॥৭৩

---

## ১২ অধ্যায় — প্ৰহস্তৰ যুদ্ধযাত্ৰা আৰু প্ৰহস্তৰ চাৰি মন্ত্ৰীৰ নিধন।

দুলড়ি।

হাতে শিলা বৃক্ষ, বানৰ ভালুকে,
চৌদিকে আছে জন্তাই।
ৰাৱণে সম্মুখি, বোলয় শুন ৰাজা,
প্ৰহস্ত মোৰ মোমাই ॥১
অসংখ্য পদাতি, ঢাকিলেক দেখা,
নগৰীখান আমাৰ।
দুৰ্যোৰ আপদ-, কাল মিলি গৈলা,
দুঃখ হয় মহাভাৰ ॥২
আমি কুম্ভকৰ্ণ, বীৰে বা তুমি বা,
সেনাৰ পতি আমাৰ।
ইন্দ্ৰজিত পুত্ৰ, অতিকায় বীৰে,
পাৰয় ইসব ভাৰ ॥৩
আনৰ শকতি, নাহিকে মোমাই,
আপনি গুণিয়া চাহা।
পুত্ৰ পৰিবাৰ, সবাকে ৰাখিয়া,
আপুনি যুজক যাহা ॥৪
ভাল ভাল অঙ্গ, লাগিয়া সেনাক,
ভুলত লৈয়াক বাছি।
তোমাৰ কৰিয়া, আননো সেৱকে,
মোৰ কি কৰিবে আসি ॥৫
তোমাৰ সেনাৰ, বোল শুনি যেন,
গহন সিংহৰ ৰাৱ।
ভৰত বানৰ, ভাগি পলাইবেক,
যেহেন হস্তীৰ ছাৱ ॥৬
বানৰ ভালুক, পলাইবেক যেবে,
মানুষ ৰাম লক্ষ্মণ।

শৰে হানি তুমি, মাৰিয়া পেলাইবা,
ঠনগণ দুইজন ॥৭
ব্ৰাহ্মণ সকলে, স্বস্তি পঢ়ন্তোক,
দুন্দুভিৰ ছুয়ো নাহা।
ৰাক্ষসৰ কুল, যমঘৰে চলে,
আপুনিয়ে বাহুৰাৰী ॥৮
ৰাৱণ ৰাজাক, সম্বুধি বোলয়,
প্ৰহস্তয়ে সেনাপতি।
পূৰ্ব্ব কাল, জানিয়াছোঁ আমি,
মিলিবেক বিসঙ্গতি ॥৯
সুদৃঢ় বচনে, বুজাইলোহোঁ আমি,
তাক দেখিলাহঁা তিতা।
আপন বুদ্ধিক, বৰ কৰি তুমি,
ৰামক নেদিলা সীতা ॥১০
গতানুশোচৰ, কিছু কাৰ্য্য নাহি,
হেৰা চলোঁ যুজিবাক।
দানে মানে সত- কাৰে চিৰ কালে,
বঢ়াইলা তুমি আমাক ॥১১
ৰাজাত মেলানি, পাইয়া চলি গৈলা,
সেনাৰ পতি প্ৰচণ্ড।
সাৰথি সাজিয়া, ৰথ যোগাইলন্ত,
সাক্ষাততে স্বৰ্গ খণ্ড ॥১২
সাগৰ সমান, সেনা লৰি ভৈলা,
প্ৰহস্তৰ আগে পাছে।
প্ৰজঙ্ঘ প্ৰমুখ্যে, অনেক ৰাক্ষসে,
সাজি যাই বীৰ কাছে ॥১৩
ঘৰে ঘৰে যত, ব্ৰাহ্মণ সকলে,
মাঙ্গল্য কৰে প্ৰবন্ধে।
নিৰন্তৰে লঙ্কা, উথলি গৈলেক,
ঘ্ৰৃত আহুতিৰ গন্ধে ॥১৪
প্ৰহস্ত পয়ানে, চলিলা অনেক,
মিলি গৈলা বিমঙ্গল।
লঙ্কা নগৰীৰ, বাহিৰ ভৈলেক,
সকল ৰাক্ষস বল ॥১৫
বানৰ ভালুক, সাজ সাজ বুলি,
লাগি গৈলা কোলাহল।
সব ছুপকাৰে, জপাইলেক যুজ,
হাতে ধৰি শিলা শাল ॥১৬

উভয় বলত, উস্‌মিস্‌ ভৈলা,
বানৰে মাৰয় কিলে।
কাহাৰো মুণ্ডক, চৰন্তে চিণ্ডয়,
কাহাকো মাৰয় শিলে ॥১৭
কাকো মাৰে বৃক্ষ, শিখৰে হানিয়া,
ভূমিত পেলাইয়া পিসে।
কতোহোঁ ৰাক্ষস, ৰণত পৰিলা,
কতো পলাই দশ দিশে ॥১৮
বানৰ বলকো ৰাক্ষসে মাৰয়,
হানিয়া শকতি শূল।
কাণ্ড খাণ্ড গদা, পৰিঘৰ বাৰি,
হানিয়া কৰে নিৰ্ম্মূল ॥১৯
বাৰিষা কালৰ, নদী বহে যেন,
উভয় বল ৰুধিৰে।
দেখিয়া ৰণত, কন্দল কৰয়,
প্ৰহস্তৰ চাৰি বীৰে ॥২০
জাম্বোনাদ মহা- নাদ কুম্ভ হনু,
আৰো বীৰ ধুৰন্ধৰ।
এহি চাৰি বীৰে, আশেষ বলক,
মাৰিলা কপি বানৰ ॥২১
আপনাৰ সৈন্য, ভাগয় দেখিয়া,
দ্বিবিদ বীৰ খঙ্গাইল।
ধুৰন্ধৰ মাথে, শিলা এক গোটা,
হানিয়া মাৰি পেলাইল ॥২২
প্ৰহস্তে সমৰ-, ভূমিত আপনে,
সাক্ষাতে দেখিয়া আছে।
দুৰ্ম্মুখ বানৰে, জম্ব যে মালীৰ,
মুণ্ড ভাঙ্গিলন্ত পাছে ॥২৩
জাম্বৱন্ত বীৰে, সমৰ মাজত,
হাতে তুনি লৈলা শিলা।
মহানাদ বীৰক, হানিয়া পঠাইলা,
কৰিয়া মাতঙ্গ লীলা ॥২৪
কুম্ভৰ হনুত, শীঘ্ৰ বেগ ধৰি,
পৰিলন্ত গৈয়া তাৰ।
সেহি প্ৰহাৰতে, ঘোৰ নিশাচৰ,
মৰি গৈলা যমদ্বাৰ ॥২৫
প্ৰহস্তে ৰণত, দেখিয়া আছয়,
চাৰিয়ো বীৰ পৰিল।

হাতে ধৰি অস্ত্ৰ, ক্ৰোধে সবাহাক্কে,
বিমুখ বীৰে কৰিল ॥২৬
শুনা সৰ্ব্বজন, ৰামৰ চৰিত্ৰ,
অমৃত ইটো নিৰ্ম্মল ।
কৰ্ণভৰি পান, কৰিয়োক সুখে,
জন্মৰ হৌক সাফল ॥২৭
কলি যুগে ধৰ্ম্ম, নাহি আত পৰে,
এহিসে শাস্ত্ৰ যুগুতি ।
ত্যজি আন কাম, বোলাঁ ৰাম ৰাম,
লভিবা সুখে মুকুতি ॥২৮

## ১৩ অধ্যায় ।

প্ৰহস্ত, প্ৰজঙ্ঘ, সুপ্ৰতপ্ত কালমুখ বৃকাসুৰ আদিৰ যুদ্ধ ও পতন ।

পদ ।

প্ৰহস্তে ভঙ্গাইলা ৰণ কপিবল বধি ।
বেগে বহি যাই বৰ শোণিতৰ নদী ॥১
দেখিয়া আকুল বৰ সেনাপতি নীল ।
নাইস বুলি ভেটিলন্ত হাতে ধৰি শিল ॥২
চাৰি ঘোড়া মাৰিল প্ৰহাৰ কৰি টানি ।
প্ৰহস্তৰ হৃদয়ে মাৰিলা বৃক্ষ হানি ॥৩
সেনাপতি দেখে ৰথ ভাঙ্গিলা সকল ।
ডেৰদি নামিলা হাতে ধৰিয়া মুষল ॥৪
দুই সেনাপতি লাগিলেক জৰাজৰি ।
কোলাহলে পৰিয়া ভূমিত গৰাগৰি ॥৫
আপনাৰ জয়ক দুইহান বৰ মন ।
লাঠি ভুকু চৰৰ মাৰয় ঘনে ঘন ॥৬
দান্তে দান্তে লাগি গৈলা কামোৰাকামুৰি ।
বৰ বেগে মাৰে নখে আচুৰি পিচুৰি ॥৭
হিয়ায়ে গৈ হিয়াত মাৰয় ঠাট ঠাট ।
সাগৰ মাজত যেন পৰয় নিৰ্ঘাত ॥৮
কোলাহল এৰি বীৰ প্ৰহস্ত কুশলে ।
নীলৰ কপালে কোব বৈলাইলা মুষলে ॥৯
বোৰালে গাৱৰ সবে বহয় ৰুধিৰ ।
বৰ কোপে জ্বলিলা সংগ্ৰামে নীল বীৰ ॥১০
নীল বীৰে বৃক্ষ তুলি বৈসাইলা প্ৰহাৰ ।
মাথে পৰি ভাঙ্গিলা কটাক্ষ নাহি তাৰ ॥১১
পৰ্ব্বতৰ সমান চৰায় তাৰ কায় ।
মুষলক উচাৱা নীলক বৈলা ধায় ॥১২
অগনিৰ পুত্ৰ নীল সমৰে প্ৰচণ্ড ।
শীঘ্ৰ কৰি তুলি লৈলা পৰ্ব্বতৰ খণ্ড ॥১৩
গাৱৰ সন্ধানে হানিলেক তাক লাগি ।
প্ৰহস্তৰ মুণ্ড খণ্ড খণ্ড ভৈলা ভাগি ॥১৪
প্ৰহস্ত ৰাক্ষস বীৰ ভূমিত পৰিল ।
টল বল কৰি আতি পৃথিবী লৰিল ॥১৫
পলাই ৰাক্ষস কতো ব্যূহ ভঙ্গে পাইল ।
বানৰে মাৰিল কতো লঙ্কাত লুকাইল ॥১৬
সেনাপতি প্ৰহস্ত পৰিলা যেবে ৰণে ।
প্ৰজঙ্ঘ ৰাক্ষস খেদি গৈলা কোপমানে ॥১৭
নীলক প্ৰবন্ধে ধাইয়া যাই হস্তী কন্ধে ।
শূল শকতিক হানে মাৰিতে প্ৰবন্ধে ॥১৮
দিগ্ গজ সমান বীৰ সেনাপতি নীল ।
অশ্বকৰ্ণ বৃক্ষ গোট উপাৰিয়া নিল ॥১৯
গজ কুম্ভস্থলে ৰবটানে কোব দিল ।
আৰ্ত্তনাদ কৰি হস্তী ঢলিয়া পৰিল ॥২০
হস্তী পৰিবাৰ দেখি প্ৰজঙ্ঘ কুপিলা ।
মুষলক ধৰি পৃথিবীক জাম্প দিলা ॥২১
বল দিয়া হানিলেক নীল বীৰ লাগি ।
কপালত পৰিয়া মুষল গৈলা ভাগি ॥২২
অসংখ্য শকতি কিবা কহিবো নীলৰে ।
প্ৰজঙ্ঘৰ মৰা হস্তী তুলি লৈলা কৰে ॥২৩
নীলৰ বীৰ্য্যৰ কথা কহিতে নজানি ।
মাৰিলেক প্ৰজঙ্ঘক মৰা হাতী হানি ॥২৪
সুপ্ৰতপ্ত ৰাক্ষস নীলক যাই ধায় ।
আতি ভয়ঙ্কৰ পৰিঘক তুলি লৈয়া ॥২৫
দ্বিবিদৰ হিয়াত মাৰিল এক বাৰি ।
মাৰিলেক তাহাকো পৰিঘ লৈয়া কাৰি ॥২৬
ঐৰাৱত সদৃশ হস্তীত গৈয়া চড়ি ।
কালমুখ নিশাচৰ আইল লৰলৰি ॥২৭
জাম্বৱন্ত বীৰক দিলেক অস্ত্ৰ জাক ।
বুঢ়িহুকা বুঢ়া আজি মাৰোঁ থাক থাক ॥২৮
জাম্বৱন্ত বোলন্ত শুনৰে কালমুখ ।
আমাত বিৰোধ কৰ এতমান বুক ॥২৯
কোন বংশ হোৱস পতান যেন ভুখ ।
এহি বুলি কাঢ়ি লৈলা গজৰ অঙ্কুশ ॥৩০
মাথাত অঙ্কুশ খুঁচি ভাঙ্গিলন্ত খুলি ।
কালমুখ লৈলা যম সদনক বুলি ॥৩১

নৈলা একে আক্ষোৰে হস্তীৰ দাস্ত কাঢ়ি।
তাহাকো মাৰিলা সেই অঙ্কুশৰ বাৰি ॥৩২
ৰথত চড়িয়া বীৰ বৃকাসুৰ ধাইল।
অস্ত্ৰৰ প্ৰহাৰে জাম্বৱন্তক ভঙ্গাইল ॥৩৩
ভালুক ৰাজাক যেবে বিহ্বল কৰাইল।
আগ বাঢ়ি ৰণ দিল সেনাপতি নীল ॥৩৪
বৃকক ৰথক দুইকো নীল বীৰে পাইলা।
দুই হাতে আকাশক হাজিয়া পঠাইলা ॥৩৫
চাৰি ঘোড়া সাৰথি পৰিলা ৰথ ভাগি।
বৃকাসুৰ মৰি আসে পৃথিবীক লাগি ॥৩৬
হেট মুণ্ড হুয়া মৰি আসে নিশাচৰে।
লুম্ফিয়া ধৰিলা তাক শতেক বানৰে ॥৩৭
কতোহোঁ দূৰক লাগি হানিলন্ত ৰবে।
আৰৰ শতেকে তাক ধৰিলা লৰৰে ॥৩৮
বৃকাসুৰ দেহ ধোপ খেলাইবাৰ মনে।
ইভিতিক সিভিতি হানয় দুয়ো হাতে ॥৩৯
কেহোঁ ৰথ ঘোড়াহানে কেহোঁ ৰাক্ষসক।
কতোহোঁ চাপৰি লবে আৰৰৰ পাশক ॥৪০
গায় গোট ধোপ খেলে বানৰে উমলি।
কতোহোঁ লুম্ফিয়া ধৰি হাসে খলখলি ॥৪১
ৰাক্ষস বলক লাগি হানিলন্ত কুৰি।
নিশাচৰ বল অসংখ্যাত গৈলা মৰি ॥৪২
নীলক অনেক সাদৰিলা ৰামদেৱে।
আগে পাছে বানৰ নাচয় ছেৱে ছেৱে ॥৪৩
লক্ষ্মণ প্ৰমুখ্যে প্ৰশংসিলা বাৰে বাৰ।
হৰিষে উজ্জ্বল মুখশ্ৰী জ্যোতিষ্কাৰ ॥৪৪
নমোঁ নমোঁ ৰাম ৰাক্ষসৰ অন্তকাৰী।
দেৱৰ দেৱতা আদি পুৰুষ মুৰাৰি ॥৪৫
গতি মোৰ নাহি বিনে তোমাৰ চৰণে।
বোলাঁ ৰাম ৰাম যত সভাসদগণে ॥৪৬

---

## ১৬ অধ্যায়।

### ৰাৱণৰ যুদ্ধযাত্ৰা।

### ছবি।

প্ৰহস্ত ৰাক্ষস যেবে, সমৰত পৰিলেক,
নীলৰ হাতত্তে প্ৰাণ গৈল।
শুনিয়া ৰাজাৰ মাথে, আকাশী সৰগ পৰি,
ৰাৱণৰ শ্ৰীহানি ভৈল ॥১
হৰি হৰি মমাই মোৰ, ঘোৰ সমৰৰ মাজে,
ইন্দ্ৰ যম কুবেৰ ভঙ্গাইলে।
দুস্তৰৰ বন্ধু মোৰ, বানৰ গোটৰ হাতে,
কেন মতে প্ৰাণক সুজাইলে ॥২
শুনিয়োক পাত্ৰলোক, আহুতিদিয়োকমোক
আমি বৰ কৰিলোহোঁ দোষ।
সব সৈন্য সুযুজিয়া, বৈৰক আসঙ্গ দিয়া,
তাৰ কাযে পাইলো অসন্তোষ ॥৩
সব দলে ছপকাৰে, আপুনি যুজক চলোঁ,
দেখ আজি মোৰ বল সাঙ্গ।
শ্ৰীৰাম লক্ষ্মণ সমে, বানৰ ভালুক মাৰি,
ৰুধিৰে বহাইবোঁ আজি গাঙ্গ ॥৪
হেন বুলি দশশিৰ, ত্ৰৈলোক্যে অজয়বীৰ,
ৰথ খান আনাইলেক সাজি।
সূৰ্য্যৰ কিৰণ সম, সুবৰ্ণ মাণিক কাম,
বায়ুবেগে চাৰি গোটা বাজী ॥৫
তাহাতে চড়িয়া ৰাজা, জয় সুমঙ্গল পঢ়ে,
যেন জ্বলে কাল মেঘ খণ্ড।
অখণ্ড মণ্ডল চন্দ্ৰ, সদৃশ ছত্ৰেক তুলি,
চলি ভৈলা ৰাৱণ প্ৰচণ্ড ॥৬
ত্ৰৈলোক্যত ভয়ঙ্কৰ, সাজি আইলা লঙ্কেশ্বৰ,
পাত্ৰ পুত্ৰে দশদিশ ছানি।
ৰাক্ষসৰ বিঙ্গ ৰাৱে, ঢাক ঢোল কোলাহলে
স্বৰ্গ ভুবনক গৈলা ধ্বনি ॥৭
সুচল পৰ্ব্বত সম, সাক্ষাততে যেন যম,
অসংখ্যাত বীৰ যাই চলি।
ৰাৱণৰ অনুকূলে, সমৰত কৌতূহলে,
নাচন্ত হাসন্ত খলখলি ॥৮
চলি ভৈলা লঙ্কেশ্বৰ, কুঞ্জৰ ঘোটক উটে,
টলবল মেদিনী মণ্ডল।
সাগৰত ঢৌ সব, খলকি খলকি গৈল,
স্বৰ্গকো লঙ্ঘিলা সিটো জল ॥৯
পৰ্ব্বত মূলত বসি, ৰামদেৱে পুছিলন্ত,
বিভীষণ চিনায়ো আমাক।
কোন কোনবীৰগণ, আমাকযুজিতে আসে,
হাতে অস্ত্ৰ ধৰি জাকে জাক ॥১০
শ্ৰীৰামক সম্বুধিয়া, বিভীষণে চিনাৱন্ত,
দক্ষিণ আঙ্গুলি তৰি তৰি।

দেখিয়োক প্ৰভুদেৱ, যিগোটা আসয় হেৰা,
মহামত্ত হস্তীস্কন্ধে চড়ি ॥১১
হস্তীৰযেমাথাগোট, কম্পৱন্তে আসেআতি,
চন্দ্ৰক গ্ৰাসিতে যান ৰাহু ।
অভিনৱ সূৰ্য্য সম, দুই বাহু জ্বলে যেন,
মহাবীৰ এহিটো সুবাহু ॥১২
সিংহ কোন্তৰৰ বৰ্ণ, ৰথত চড়িয়া আসে,
চক্ৰ সম ধৰি শৰচাপ ।
সমৰত দেৱগণে, নাম শুনি পলাৱন্ত,
ইন্দ্ৰেয়ো মানিল যাত কাপ ॥১৩
প্ৰমত্ত গজৰ সম, শৰীৰ সুন্দৰ যেন,
ত্ৰিভুবনে জনিলেক ভীত ।
ৰাৱণৰ শ্ৰেষ্ঠ পুত্ৰ, মহা বলৱন্ত বীৰ,
ইহাক বোলয় ইন্দ্ৰজিত ॥১৪
ৰাৱণৰ সন্নিততে, চড়িয়া কাঞ্চন ৰথে,
যিটো বীৰ লঙ্কাৰ ৰজাই ।
ধনুৰ টঙ্কাৰ কৰি, আসে আতি গৰজন্তে,
ইহাক বুলিয়া অতিকাই ॥১৫
ওৰ কুসুমৰ বৰ্ণ, দুই চক্ষু জ্বলে যাৰ,
পিঠিত চড়িয়া গৰ্দ্দভৰ ।
যি গোটা আঙ্গুলি তৰি, আসয় গৰ্জ্জনকৰি,
ইহাক বোলয় মহোদৰ ॥১৬
যি গোটা ঘোড়াত চৰি, হাতত শকতিধৰি,
চাহন্তে আসয় আগ পাছ ।
শিখৰ সদৃশ মাথ, যেন যম সাক্ষাত,
বজ্ৰবেগ ৰাক্ষস পিশাচ ॥১৭
প্ৰলয়ৰ অগ্নিসম, জাজ্জ্বল্য সমান কোপে,
খাণ্ডা তুলি আসয়ে আলক্ষ ।
হাতীৰ পিঠিত থাকি, ফুৰাৱয় দুই আখি,
খৰৰ তনয় মকৰাক্ষ ॥১৮
অগনি সমানবৰ্ণ, ৰথত চৰিয়া আসে,
যেন দেখি কালমেঘ খণ্ড ।
নৰান্তক বীৰবৰ, ইহাকেসে বোলৱয়,
দেৱাসুৰ কম্পণ প্ৰচণ্ড ॥১৯
সিংহ যোক্ত বাঘ সমে, সমূলি পৰ্ব্বত তুলি,
উচ্চায়া আসয় যিবা গোট ।
দেৱান্তক-নাম ইটো, মহাবল নিশাচৰ,
ইন্দ্ৰেয়ো নসহে যাৰ চোট ॥২০

ধৱল বৃষত চড়ি, সানাইল ত্ৰিশূল ধৰি,
উচ্চায়া আসয় হাতগিৰা ।
খৰি পৰ্ব্বতত যেন, কাল মেঘখণ্ড দেখি,
ইহাকেসে বোলয় ত্ৰিশিৰা ॥২১
নানা ভৃত্যপুত্ৰগণ, বেঢ়িয়া আছয় যাৰ,
উট ঘোড়া কুঞ্জৰ বহুত ।
সদন্ত নাম বীৰ, ইহাকেসে বোলৱয়,
জিতাম্বৰ ৰাক্ষসৰ সুত ॥২২
হাণ্ডি শৃগালীৰ বৰ্ণ, যি গোটা আসয়হেৰা,
পৰ্ব্বতৰ সদৃশ আৱন্ত ।
পক্ৰচাপ সমধনু, ফুৰাৱন্তে আসে আতি,
ইহাকেসে বোলয় নিকুম্ভ ॥২৩
যাহাক দেখাহা হেৰা, হাতত পৰিঘ ধৰি,
চাহন্তে আসয় দশ দিশ ।
নিকুম্ভ যে নিশাচৰ, ইহাকেসে বোলৱয়,
দেৱাসুৰ চমক মুনিষ ॥২৪
শৰত কালৰ যেন, সম্পূৰ্ণ চন্দ্ৰৰ সম,
ছত্ৰেক ধৰিলা যাৰ তুলি ।
সূৰ্য্যৰ কিৰণ সম, মাথাত কিৰিটি জ্বলে,
ঢোলন্ত চামৰ দুই চুলি ॥২৫
অগনিৰ সম যাৰ, দশ মুখ জ্যোতিস্কাৰ,
বিন্ধ্যগিৰি সম যাৰ কায়া ।
ইহাকেসে বোলৱয়, দুৰ্জ্জন ৰাৱণ দদা,
ৰিপুগণ শবদে পলায় ॥২৬
জয় জয় ৰঘুনাথ, প্ৰণামোঁ নমাই মাথ,
তুমি দেৱ দীনদুঃখহাৰী ।
ভকত জনৰ মত, দুখ শোক বিনাশন,
ৰাক্ষস কুলৰ ক্ষয়কাৰী ॥২৭
নিজ যশ গুণচয়, প্ৰকাশিলা কৃপাময়,
জগতকে কৰিলা উদ্ধাৰ ।
মাধৱ কন্দলী ভণে, ৰাম বোলা সৰ্ব্বজনে,
তেৱে সুখে তৰিবা সংসাৰ ॥২৮

---

১৭ অধ্যায় ।

ৰাৱণৰ শ্ৰীৰাম লক্ষ্মণৰ সৈতে যুদ্ধ আৰু পৰাজয় ।

পদ ।

বিভীষণে প্ৰতি প্ৰতি চিনাইলা প্ৰত্যেক ।
ৰাঘৱে বোলন্ত কিনো চণ্ড পুৰুষেক ॥১

সূৰ্য্যৰ সদৃশ জ্বলে তপৰ প্ৰভাৱে।
চাহিতে নপাৰি চক্ষু জ্যোতিয়ে নধাৰে ॥২
ত্ৰৈলোক্যত সাৰ যত সৈন্য ৰাৱণৰ।
একো একো বীৰ যেন যম কুবেৰৰ ॥৩
হাতে অস্ত্ৰ ধৰিয়া যুদ্ধক সবে জাম্পে।
ভালে দেবাসুৰ নৰ তৰ তৰি কাম্পে ॥৪
সাজি আসি ভৈলা যেবে বীৰ লঙ্কেশ্বৰ।
শ্ৰীৰাম লক্ষ্মণে হাতে লৈলা ধনুশৰ ॥৫
ৰণক হৰিষে গাৱে সন্নাহা চড়াইলা।
ত্ৰিপুৰ দহিতে যেন মহাদেৱ আইলা ॥৬
ৰাৱণে সৈন্যক চাহি বুলিয়া আশ্বাস।
আমি বিদ্যমানে কাৰো নাহিকে বিনাশ ॥৭
ৰণ চাহি থাকা মোৰ দেখাহা প্ৰভাৱ।
বানৰৰ ৰুধিৰে তৰ্পিবো চণ্ডীমাৱ ॥৮
এহি বুলি ৰাজা শৰচাপ ধৰি কৰে।
জাকে জাকে কপিক মাৰয় ঘোৰ শৰে ॥৯
ৰামসেনা বেঢ়িয়া দিলেক অস্ত্ৰ জাক।
শৰে হানি নিবাৰিল মুছুইলেক তাক ॥১০
আথাকে ৰাৱণে শৰ মাৰিতে লাগিল।
ৰাঘৱৰ সেনা যত গিৰিসাই ভাগিল ॥১১
আকাশত মেঘ যেন উৰে চণ্ডবাৱে।
মৎস্য সব পলাই যেন কুম্ভীৰৰ ঘাৱে ॥১২
দশগ্ৰীৱে খেদয় মৃগক যেন বাঘ।
নাইস বুলি সুগ্ৰীৱ ভেটিলা তাৰ আগ ॥১৩
বল দিয়া সমূলি পৰ্ব্বত থোট তুলি।
ৰাৱণক লাগিয়া হানিলা হুং বুলি ॥১৪
পৰ্ব্বতৰ বাঘ ঘোঙ্গ উফৰন্তে যাই।
পশু সব উফৰয় নাগেয়ো ফোফাই ॥১৫
ৰাৱণক লাগি যাই বিষাদ শবদে।
দেখিয়া ৰাক্ষসগণ থাকিলা তৰথে ॥১৬
যমদণ্ড সদৃশ অনেক শত শৰে।
পৰ্ব্বতক কাটিয়া পেলাইলা লঙ্কেশ্বৰে ॥১৭
খণ্ড খণ্ড হৈয়া যেবে গিৰি গৈলা ভাগি।
দিব্য অস্ত্ৰ যুৰিলেক সুগ্ৰীৱক লাগি ॥১৮
হাণ্ডৰে বানৰ তোৰ এতমান গহ।
ৰাৱণ ৰাজাৰ আজি প্ৰহাৰক সহ ॥১৯
এহি বুলি এক বাণে বিন্ধিলেক হোহে।
সেহি শৰে কপিৰাজ পৰিলন্ত মোহে ॥২০
ৰাৱণৰ শৰে যেবে বিন্ধিলা শৰীৰে।
কেক্কাৰন্তে থাকিলা সুগ্ৰীৱ মহাবীৰে ॥২১
নিশ্চেষ্ট দেখিয়া সবে আপন ৰাজাক।
মুখ্যে মুখ্যে দিলা ৰাৱণাক শৰ জাক ॥২২
গয় যে গৱাক্ষ অঙ্গদ জ্যোতিমুখ।
মৈন্দ দ্বিবিদ নীল মনত আসুখ ॥২৩
সমূলে উভাৰি বৃক্ষ পৰ্ব্বত বৰিষে।
হানি ৰাৱণাৰ পুৰিলন্ত দশদিশে ॥২৪
নিসংশয় ৰণত দুৰ্ব্বাৰ লঙ্কেশ্বৰ।
বজ্ৰসম হানিলা অনেক শত শৰ ॥২৫
ৰাৱণৰ অস্ত্ৰচয় যেন যম দণ্ড।
বৃক্ষ শিখৰক কৰিলেক খণ্ড খণ্ড ॥২৬
বানৰৰ অস্ত্ৰ যেবে মুচুইলেক তাক।
ৰাৱণে হানিলা অসংখ্যাত শৰ জাক ॥২৭
অৰ্দ্ধচন্দ্ৰ বিপাট বেলথ কনিয়ালী।
নিৰন্তৰে বানৰক খৈলা সালি সালি ॥২৮
গিৰিস গিৰিস কৰি ধৰণীত শুয়া।
সবহি থাকিলা পৰি বিমূৰ্চ্ছিত হুয়া ॥২৯
আন যত বীৰগণ ভঙ্গাইলা ৰাৱণ।
সবেয়ো পশিলো গৈয়া ৰামত শৰণ ॥৩০
ৰামে দেখিলন্ত পাছে ৰাৱণৰ জয়।
আপনাৰ বীৰ যত মূৰ্চ্ছিত হোৱয় ॥৩১
ধনুৰ্ব্বাণ সাজি যান্ত যুজিবাক মনে।
আগ বাঢ়ি হাত যোৰে বুলিলা লক্ষ্মণে ॥৩২
শুনিয়োক দাদা হেৰা তোমাতে মেলাও।
আজ্ঞা কৰিয়োক মোক যুজিবাক যাওঁ ॥৩৩
চিৰকাল তোমাৰ দুখৰ মান সাৰোঁ।
আজ্ঞা কৰিয়োক মোক যুজি তাক মাৰোঁ ॥৩৪
আপনি জানাহা দাদা মই যেন বীৰ।
শৰে হানি ৰাৱণৰ ছেদোঁ দশ শিৰ ॥৩৫
কীৰ্ত্তিক থৈ এৰোঁ আজি এহি তিনি লোক।
ৰাৱণ বধিতে দাদা আজ্ঞা দিয়া মোক ॥৩৬
ৰাঘৱে বোলন্ত বাপ শুনৰে লখাই।
মই জানোঁ তোক সম বীৰ কেহোঁ নাই ॥৩৭
দশগ্ৰীৱ অভঙ্গ দুৰ্ব্বাৰ বৰদত্ত।
খলমলি লগাইলেক তিনিয়ো লোকত ॥৩৮
যুদ্ধত কুশল বৰ দুৰ্জ্জন ৰাক্ষস।
ছিদ্ৰ চাই প্ৰহাৰ কৰয় যেন মশ ॥৩৯

আপনাক ৰাখিতে তাহাৰ সন্ধি চাহাঁ।
হেলা নকৰিয়া বাপু যুজিবাক যাহাঁ ॥৪০
ৰাঘৱত মেলায়া লক্ষ্মণ চলি যান্ত।
ৰাৱণৰ আগত হনুমন্তে ভেণ্টিলন্ত ॥৪১
শৰ সব ভাঙ্গি মুৰি এৰাইয়া পথত।
ডেৱ দি চড়িলা গৈয়া তাহাৰ ৰথত ॥৪২
ৰাৱণৰ আগে পৰি ভাবুকি আউস।
কিছু কিছু ভাবুকিয়ে জনাইলা তৰাস ॥৪৩
সম্মুখি বোলয় ওৰে দুৰ্জ্জন ৰাৱণ।
বৰবেসে প্ৰসাদে জিনিলি দেৱগণ ॥৪৪
তোত হাৰিলেক যত সুৰাসুৰ নাগে।
বিদ্যাধৰ গন্ধৰ্ব্ব যে শবদতে ভাগে ॥৪৫
বানৰত ভয় তোৰ ভৈল আথান্তৰ।
নাকোটিত কিলাই আজি নিবো যম ঘৰ॥৪৬
তোৰ মোৰ সমৰ দেখক দেৱলোকে।
প্ৰথমে প্ৰহাৰ তই কৰি এৰ মোকে ॥৪৭
পাছে তোক মই বাম হাতে চৰ দিবোঁ।
শৰীৰৰ জীৱ কাঢ়ি যম ঘৰে নিবোঁ ॥৪৮
ৰাৱণে বোলয় কত বিকৰ্থস আৰ।
প্ৰথমতে মোক তই কৰিয়ো প্ৰহাৰ ॥৪৯
পাছে মোক কেন মতে চৱৰ মাৰিবি।
মোহোঁৰ প্ৰহাৰে তই যমঘৰে যাইবি ॥৫০
মাৰুতি বোলয় কৰি আছোহোঁ প্ৰহাৰ।
অক্ষ কুমাৰক পূৰ্ব্বে কৰিছো সংহাৰ ॥৫১
পুত্ৰ শোকে তোহোঁৰ হৃদয়ে দিলোঁ শাল।
পাছে তোক মাৰো আগে মোক চোটখাল ॥
ক্ৰোধিলেক ৰাৱণ কঠোৰ শুনি বাণী।
হৃদয়ত চৱৰেক বৈসাইলেক টানি ॥৫৩
ক্ষণেক কম্পিয়া গৈলা কপি মহাবীৰ।
সাহাষ্টম হুয়া থিৰ কৰিলা শৰীৰ ॥৫৪
বজ্ৰ সম চৱৰ বৈসাইলা হনুমন্তে।
ফুৰি ফুৰি লঙ্কানাথে থাকিলা কম্পন্তে ॥৫৫
হাকুটি ঘামিলা ৰাজা দেখে তমোময়।
ভূমিকম্প যান্তে যেন পৰ্ব্বত কাম্পয় ॥৫৬
হনুমন্তে কম্পাইলন্ত ত্ৰৈলোক্য ৰাৱণ।
দেৱ মুনি সিদ্ধ সব গন্ধৰ্ব্ব চাৰণ ॥৫৭
আকাশত থাকি বিস্ম দিলা কৌতূহলে।
হাসন্ত নাচন্ত নৃত্য কৰন্ত সকলে ॥৫৮

কতোবেলি লঙ্কানাথে পাইলন্ত চেতন।
মাৰুতিক বুলিলন্ত প্ৰশংসা বচন ॥৫৯
সাধু সাধু বায়ুসুত বৰ যশ পাইলি।
মই হেন বীৰক একে চৱৰে কম্পাইলি ॥৬০
মাৰুতি বোলন্ত অৰে মই কেন ভাল।
মোহোঁৰ চৱৰে তোৰ নভাঙ্গিল গাল ॥৬১
আমাৰ বীৰত্ব সবে আছো ধিক ধিক।
মোহোৰ চৱৰে বেটা তই জীলি কিক ॥৬২
উপালম্ভ এৰি মোক আৰকা প্ৰহাৰ।
মুঠিৰ প্ৰহাৰে তোক পোৰোঁ যম ঘাৰ ॥৬৩
তোৰ মোৰ সমৰ দেখন্তো দেৱলোকে।
তেহে প্ৰশংসন্তো পাছে তোহোঁ কেৰা মোকে॥
খৰ্ব্ব বোলে ৰাৱণৰ মনত আতুষ্টি।
নিৰ্ঘাত শবদে হৃদয়ত হানে মুষ্টি ॥৬৫
দাৰুণ প্ৰহাৰে কপি ভৈলন্ত বিহ্বল।
ঢলিয়া পৰিলা যেন পৰ্ব্বত সচ্ছল ॥৬৬
হনুমন্ত অচেতনে পৰিবাৰ দেখি।
নীল বানৰক ধাইলা তাহাক উপেক্ষি ॥৬৭
শৰ বৃষ্টি কৰে যেন মেঘে ঢালে জল।
অৰ্দ্ধে উৰ্দ্ধে দশ দিশে যুৰিলা সকল ॥৬৮
নীল সেনাপতিক পীড়িলা যেবে শৰে।
ৰাৱণাক হানিলেক গিৰিৰ শিখৰে ॥৬৯
আতি বৰ বেগে আসে দশগ্ৰীৱে জানি।
খণ্ড খণ্ড কৰিলা অনেক শৰ হানি ৭০
কতো বেলি হনুমন্তে পাইলন্ত চেতন।
সুযুজি থাকিলা ৰঙ্গ চাহিবাক মন ॥৭১
ৰাৱ দিয়া বোলন্ত ৰাৱণ মন্দ কৰ্ম্ম।
মোক এৰি আনক যুজস কোন ধৰ্ম্ম ॥৭২
আন কাণ কৰি ৰাজা শুনি নুশুনিল।
ইহাৰ প্ৰহাৰে প্ৰাণ যাইবাৰ গুণিল ॥৭৩
সেনাপতি সমে ৰণ কৰিবাৰ ছল।
মাৰুতিক কৰিবাক চাহন্ত নিকাল ॥৭৪
বৃক্ষ বৰিষিয়া নীলে দশোদিশে চাইলা।
অসংখ্যাত শৰ হানি কাটিয়া পেলাইলা ॥৭৫
তৰু চূৰ্ণ ভৈলা দেখি ক্ৰোধে জ্বলি গৈলা।
সুক্ষ্ম দেহা কৰি তাৰ ধ্বজত পৰিলা ॥৭৬
ইৰাখাৰ পৰা কপি সি মাথাক যাই।
ফুৰি পান গালক ভাঙ্গিলা চৰবাই ॥৭৭

মন পৱনৰ বেগে শীঘ্ৰে কপি হাঠি।
ধনু ৰথে ধ্বজে ধনু মুণ্ডে মাৰে লাথি ॥৭৮
ৰাৱণ নৃপতি শৰ কৰিতে নপাৰে।
বিস্ময়ে থাকিলা ৰাজা বিহ্বল স্বভাৱে ॥৭৯
অগনিৰ অস্ত্ৰক যুৰিলা লঙ্কেশ্বৰ।
ডাক দিয়া বোলে শুনা মায়াবী বানৰ ॥৮০
আপন ৰাখিতে যোৰ যত আছে মায়া।
এহি অস্ত্ৰ গোটে তোৰ পৰিবেক কায়া ॥৮১
মন্ত্ৰক পঢ়িয়া শৰ হানিলা ৰাৱণে ।
নীলৰ হিয়াত গৈয়া পৰিলা সন্ধানে ॥৮২
বাপখন প্ৰসাদে আপন তেজ বলে।
প্ৰাণে নমৰিয়া ঢলি পৰিল সচ্ছলে ॥৮৩
নীলক পাৰিয়া বীৰ লক্ষ্মণক ধাইল।
মেঘৰ গৰ্জ্জনে ৰথ সমৰ চপাইল ॥৮৪
লক্ষ্মণে বোলন্ত অৰে মায়াবী ৰাৱণ।
বানৰক এৰিয়া আমাক দেহ ৰণ ॥৮৫
প্ৰচণ্ড বচন শুনি ধনুৰ টঙ্কাৰ।
ৰাম হেন জানি মনে ক্ৰোধ ভৈলা তাৰ ॥৮৬
কি মোৰ আনন্দ ৰাম তোক ভেট পাইলোঁ।
খাণিতেক ৰহ আজি যমক পঠাইলোঁ ॥৮৭
লক্ষ্মণে বোলন্ত ওৰে ৰাৱণ ছুন্দুৰ।
নিস্ফল ৰণৰ মাজে গৰ্জ্জস অসুৰ ॥৮৮
হেৰ দেখ আছো হাতে ধনু শৰ ধৰি।
বিকৰ্থনা এৰি ৰণ দেহ ঝাণ্ট কৰি ॥৮৯
এতেক বচন শুনি নৃপতি ৰাৱণ।
লক্ষ্মণক হানিল সনাইল সাত বাণ ॥৯০
শৰ বহি আসন্তে সুমিত্ৰে ভেট পাইল।
আপনাৰ শৰে তাক কাটিয়া পেলাইল ॥৯১
লক্ষ্মণৰ শৰে সাতো বাণক ছেদিল।
আথাকে ৰাৱণে শৰ মাৰিতে লাগিল ॥৯২
নিসন্ধি কৰিয়া শৰ আসে বায়ুবেগে।
সূৰ্য্যক ঢাকিলা যেন শ্ৰাৱণৰ মেঘে ॥৯৩
ৰাৱণৰ শৰে দেখে ছানিলা গগন।
লক্ষ্মণৰ শৰে তাক কৰিলন্ত ছন্ন ॥৯৪
আকাশক ভেদিয়া শৰৰ জ্যোতিষ্কাৰ।
সূৰ্য্যৰ কিৰণে যেন কেৰিলা আন্ধাৰ ॥৯৫
দশ পাট শৰ তূণ হস্তে বাচি লৈলা।
আকৰ্ণ পূৰিয়া তাক হানিয়া পঠাইল ॥৯৬
পিঠিত বজাইলা শৰ পৰি হৃদয়ত।
মূৰ্চ্ছা যাই দশানন পৰিলা ৰথত ॥৯৭
চেতন লভিয়া ক্ৰোধিলেক যেন যম।
কুৰি গোটা শৰ প্ৰহাৰিলা সৰ্প সম ॥৯৮
সন্ধানে পৰিলা লক্ষ্মণৰ হৃদয়ত।
তমোময় দেখিলা লক্ষ্মণ ভগৱন্ত ॥৯৯
জাজ্বল্য সমান ক্ৰোধি সুমিত্ৰা কুমাৰ।
ধনু ধৰি যাঠি শৰ কৰিলা প্ৰহাৰ ॥১০০
হৃদয়ত পৰি শৰ পিঠিত বজইল।
শৰ চোটে দশগ্ৰীৱ দ্বিগুণে কিটাইল ॥১০১
চতুৰ্দ্দিকে লক্ষ্মণক দিলা শৰ জাক।
বানৰ আন্ধাৰে নেদেখিয় আপনাক ॥১০২
হেন দেখি লক্ষ্মণে হানিলা শৰ ছয়।
অস্ত্ৰ চয় কাটিয়া গুচাইলা তমোময় ॥১০৩
দুয়ো বীৰে বেগে শৰ প্ৰহাৰ কৰয়।
শৰে শৰে খাঙ্কিয়া চৌভিতি তমোময় ॥১০৪
দুয়ো দুইৰ শৰ কাটি গুচাইল আন্ধাৰ।
ৰবিৰ কিৰণ আসি ভৈলা পয়সাৰ ॥১০৫
প্ৰসন্ন দেখিয়া শৰ হানে আসৰিস।
জলস্থল আকাশ পূৰিলা দশোদিশ ॥১০৬
মেদিনী মণ্ডলে দুয়ো বীৰ খৰতৰ।
দুইহানে শৰীৰ আতি শৰে জৰাজৰ ॥১০৭
দুইহানো শৰীৰ হন্তে বহয় ৰুধিৰ।
দুই পৰ্ব্বতৰ যেন বহে গেৰু নীৰ ॥১০৮
লক্ষ লক্ষ কোটি কোটি অসংখ্য প্ৰমাণ।
দুইহান ধনুৰ হন্তে নিকলয় বাণ ॥১০৯
দুই খান ধনু দেখি মণ্ডল আকাৰ।
বাঁশ বন ফুটে যেন শৰৰ প্ৰহাৰ ॥১১০
দুয়ো বীৰে সম বলে প্ৰহাৰয় শৰ।
নিসন্ধি কৰিয়া ফুটি গৈলা কলেৱৰ ॥১১১
আৰ কুশকণ্টক দিবাৰ সন্ধি নাই।
বিপৰীত দেখি সৰ্ব্বজনে আছে চাই ॥১১২
তত্তুল্য সমান দুয়ো বীৰ বলীয়াৰ।
আকাশৰ শৰ কাটি গুচাইলা আন্ধাৰ ॥১১৩
পুনৰপি দুয়ো বীৰে শৰ প্ৰহাৰয়।
বানে নিসন্ধিয়া আকাশত তমোময় ॥১১৪
বিনা নিশা বিনা মেঘে ঘোৰ অন্ধকাৰ।
বায়ু নবহন্ত নাহি ৰবিৰ সঞ্চাৰ ॥১১৫

পাখি সমে শৰ দুইবো শৰীৰত পশে।
মৰ্ম্মস্থান ভেদিয়া পাতাল পুৰ পশে ॥১১৬
অস্থি চৰ্ম্ম মাংসকো ৰিন্ধিলা দুইবো শৰে।
তথাপিতো দুয়ো বীৰে কটাক্ষ নকৰে ॥১১৭
অজয় অভঙ্গ দুয়ো কৰন্ত সংগ্ৰাম।
ত্ৰৈলোক্যত সাৰ দুয়ো বীৰ অনুপাম ॥১১৮
সিংহ হেন জাম্পন্ত ৰণত নকম্পন্ত।
অৱহিতে যুজন্ত ছিদ্ৰক নপাৱন্ত ॥১১৯
আগ বাঢ়ি যান্ত পাছ লাগি নপলান্ত।
তেলীয়াৰ জান্ত যেন চোবাৱন্ত দান্ত ॥১২০
দুৰ্জ্জয় ৰাৱণ দশৰথৰ কুমাৰ।
দুয়ো বীৰে যুজে তিনি ত্ৰৈলোক্যতে সাৰ ॥
লক্ষ্মণে হানিলা অসংখ্যাত শৰ চয়।
অস্ত্ৰ সব কাটিয়া গুচাইলা তমোময় ॥১২২
আকাশত দেৱগণ চাহিয়া আছন্ত।
ৰামৰ কনিষ্ঠ বীৰ সমৰে নাচন্ত ॥১২৩
অৰ্দ্ধচন্দ্ৰ হানিলা বিপাট বসুদন্ত।
পৰ্ব্বতক বেঢ়ি যেন দেৱে বৰিষন্ত ॥১২৪
দশগ্ৰীৱ কম্পি গৈলা শৰৰ প্ৰতাপে।
ব্ৰহ্মাৰ দিবাৰ অস্ত্ৰ যুৰিলেক চাপে ॥১২৫
বল দিয়া হানিলেক শীঘ্ৰে বহি যাই।
শৰ সব উৰাইলা মেঘক যেন বাই ॥১২৬
লক্ষ্মণৰ কপালত ফুটিলা সন্ধান।
বিমূৰ্চ্ছিত ভৈলা বীৰ হৰিলা চেতন ॥১২৭
ক্ষণেকে চেতন পাইলা সুত সুমিত্ৰাৰ।
ৰাৱণে গুণয় কিনো বীৰ বলীয়াৰ ॥১২৮
লক্ষ্মণে হানিলা তাক এগোটা নৰাচে।
হৃদয়ত ফুটিয়া বজাইলা পিঠি পাছে ॥১২৯
দশগ্ৰীৱে কম্পয় লক্ষ্মণে হেন জানি।
ধেনু খান ছেদিলন্ত অৰ্দ্ধচন্দ্ৰ হানি ॥১৩০
আকৰ্ণ পূৰিয়া ধনু আজুৰিয়া টানে।
আৰ কায়ো বিন্ধিলা শনাইত শত বাণে ॥
বিপৰীত কৰিয়া ৰুধিৰ বহে গাৱে।
ঘামি গৈলা লঙ্কানাথে চেতন নপাৱে ॥১৩২
বিহ্বল হৈলেক ৰাজা চলোপৰো কৰে।
ক্ষণেকে চেতন পাইলা ব্ৰহ্মদত্ত বৰে ॥১৩৩
মনে মনে ৰাজা বোলে কিনো অসদৃষ্ট।
ত্ৰৈলোক্য অজয় ইটো ৰামৰ কনিষ্ঠ ॥১৩৪

আন লগে যুজু যেবে মোৰ হুইবে উলি।
এহি বুলি ব্ৰহ্মাৰ শকতি লৈলা তুলি ॥১৩৫
বল দিয়া হানিলেক লক্ষ্মণক লাগি।
আকাশত দেৱগণ পলাইলেক ভাগি ॥১৩৬
আকৰ্ণ পূৰিয়া ধনু আজুৰিলা টানে।
শকতিক হানিলেক অসংখ্যাত বাণে ॥১৩৭
আকাশত উঠে যেন বিধূম অগনি।
দেখিলন্ত লক্ষ্মণে শকতি আসে ছানি ॥১৩৮
শকতিত পৰি শৰ গৈলেক উফৰি।
চমৎকাৰে লক্ষ্মণ থাকিলা হিয়া তৰি ॥১৩৯
হৃদয়ত পৰি চিতে পৰিলেক ঢলি।
লক্ষ্মণৰ শৰীৰক শক্তি থৈলা সালি ॥১৪০
যিহেতু আপনি মহাব্ৰহ্ম শুদ্ধ সত।
লক্ষ্মণে আপনি চিন্তি থাকিলা মনত ॥১৪১
নাসাত পৱণ নাহি গমনাগমন।
মৃতক শৰীৰ যেন হৰিলা চেতন ॥১৪২
হস্তীক মাৰিয়া যেন সিংহৰ আক্ৰান্তি।
ৰথৰ নামিয়া ৰাজা আনিবাক যান্তি ॥১৪৩
কুৰি হাতে ধৰি দশগ্ৰীৱে দঙ্গা দিলা।
নাৰায়ণ তেজ অনুমাত্ৰো নলৰিলা ॥১৪৪
ৰাৱণে বোলয় কিনো মুনিৰ আমুখ।
উপাৰিয়া নিবে পাৰোঁ মেৰু মন্দৰক ॥১৪৫
মহাদেৱে কৈলাসকে তুলি আলগাইলো।
ৰাঘৱৰ কনিষ্ঠৰ ওচৰ নপাইলোঁ ॥১৪৬
হনুমন্তে শুনিলন্ত মিলয় অকায।
লক্ষ্মণক নিবে খোজে লঙ্কাৰ যে ৰাজ ॥১৪৭
হৃদয়ত মাৰিলন্ত বজ্ৰসম মুষ্টি।
সসাঙ্গে ঢলিলা ৰাজা প্ৰাণ যাই ফুটি ॥১৪৮
হনুমন্তে কম্পাইলন্ত ত্ৰৈলোক্য ৰাৱণে।
সিদ্ধ মুনি বিদ্যাধৰ গন্ধৰ্ব্ব চাৰণে ॥১৪৯
আকাশত দেৱগণে কৰে জয় জয়।
মাৰুতিৰ বীৰত্বক সবে প্ৰশংসয় ॥১৫০
দুইহাতে তুলিয়া কান্ধত কৰি লৈ।
শীঘ্ৰবেগে আণ্টাইলা ৰামৰ পাশে গৈ ॥১৫১
লক্ষ্মণৰ হিয়াত শকতি হুসকিল।
পুনুৰপি ৰাৱণৰ টৌপত পশিল ॥১৫২
সুমিত্ৰা নন্দন নাৰায়ণ মহাহৰি।
শৰীৰ কৰিলা সুস্থ ব্ৰহ্মজ্ঞান স্মৰি ॥১৫৩

ৰাৱণো জীলেক পাছে বৰৰ প্ৰসাদে।
ক্ৰোধত জ্বলিলা বানৰাৰ সিংহনাদে ॥১৫৪
আথে বেথ কৰিয়া আপন ৰথে গৈল।
ধনুশৰ ধৰিয়া যুদ্ধক সাজ ভৈল ॥১৫৫
ৰামে দেখিলন্ত ৰাক্ষসৰ কুলি মালি।
বৰ বৰ বীৰক ৰাৱণে থৈলা শালি ॥১৫৬
লক্ষ্মণ ভয়াই বৰ কষ্টে এৰাইলন্ত।
আপনি সাজিয়া ৰাৱণক ধাৰে যান্ত ॥১৫৭
ৰামে যেবে সমৰ কৰিবে চলি যান্ত।
কৰযোৰে হনুমন্ত বাক্য বুলিলন্ত ॥১৫৮
আদেশ গোসাই হেৰ আৰোহিয়ো মোক।
পিঠিত চড়িয়া ৰাৱণক যুজিয়োক ॥১৫৯
এহি হৌক বুলি ৰামে পিঠিত চড়িলা।
ৰাৱণ বধিতে সুমঙ্গলক পড়িলা ॥১৬০
ইন্দ্ৰদেৱ যান্ত যেন ঐৰাৱত স্কন্ধে।
বিৰোচণ অসুৰক মাৰিতে প্ৰবন্ধে ॥১৬১
ৰথত চড়িয়া আছে বীৰ লঙ্কেশ্বৰ।
শ্ৰীৰাম বদতি অৰে শুন নিশাচৰ ॥১৬২
কি মোৰ আনন্দআজি তোক ভেটপাইবাঁ।
স্ত্ৰীচোৰ তোক আজি যমক পঠাইবোঁ ॥১৬৩
শৰণ পশস যেবে ব্ৰহ্মাদেৱ পাশ।
জলে বুৰ দেস যদি তোৰ নাহি ৰাখ ॥১৬৪
তোৰ অনুবল হৌক দেৱসুৰ নৰে।
সবাহাক্কে মাৰিবোঁ অবধ্য মোৰ শৰে ॥১৬৫
মোহোৰ ঘৰিণী হৰি আনিলি বৰ্ব্বৰ।
কালে তোক গ্ৰাসিলে অধম নিশাচৰ ॥১৬৬
শকতি বিন্ধিলি তই যাহাৰ শৰীৰে।
সবংশে মাৰিব তোক লখমণ বীৰে ॥১৬৭
ৰামৰ বচনে বীৰ ৰাৱণ খঙ্গাইল।
অনেক তিখান শৰ গুণত চড়াইল ॥১৬৮
হনুমন্ত বীৰক বিন্ধিল বৰ টানে।
মাৰুতিৰ হৃদয়ত ফুটিলা সন্ধানে ॥১৬৯
মৰ্ম্মস্থানে বিন্ধিলন্ত অসংখ্যাত বাণে।
বাঢ়িবে লাগিলা কপি দশগুণ প্ৰাণে ॥১৭০
একেতো অবধ্য আৰু ৰাঘৱৰ যান।
শ্ৰীমন্ত শৰীৰ জ্বলে মেৰুৰ সমান ॥১৭১
হনুমন্ত বীৰক বিন্ধিলা যেবে শৰে।
ক্ৰোধিলেক ৰাঘৱ নসহে কলেৱৰে ॥১৭২
আৰৰ তাহাক শৰ কৰিতে নেদিল।
অৰ্দ্ধচন্দ্ৰ হানি ৰামে ধনুক ছেদিল ॥১৭৩
শ্ৰীৰাম দেৱক মুনিষ নাই জোৰ।
ত্বৰিতে কাটিলা ৰাৱণৰ চাৰি ঘোড় ॥১৭৪
ৰাঘৱৰ হাতত অবধ্য শৰ আছে।
সাৰথিক কাটি ৰথ ভাঙ্গিলন্ত পাছে ॥১৭৫
শ্ৰীৰাম দেৱৰ প্ৰহাৰ নোহে ছোট।
তূণবাণ ধনু কাটিলন্ত ধ্বজ গোট ॥১৭৬
ৰাৱণ ভূমিত পৰি পাইল বৰ ভঙ্গ।
ত্ৰিদশ দেৱৰ তাক দেখি বৰ ৰঙ্গ ॥১৭৭
এক বাণে হানিলন্ত ৰাৱণাক বুলি।
পিঠি পাছে বাজ ভৈলা হৃদয়ক ফুলি ॥১৭৮
বিস্ময়ক পায়া বীৰে থাকিলা তৰাসি।
হাত হন্তে অস্ত্ৰ তাৰ পৰিলন্ত খসি ॥১৭৯
সুৰগণে চাহিয়া আছন্ত একদৃষ্টি।
অৰ্দ্ধচন্দ্ৰ হানি ৰামে কাটিলা কিৰীটি ॥১৮০
কিৰীটি পৰিলা খসি হৰিলা প্ৰতাপ।
দশগ্ৰীৱ ভৈলন্ত নিৰ্ব্বিষ যেন সাপ ॥১৮১
শ্ৰীহানি ৰাৱণ মলিন হুইয়া গৈল।
প্ৰচণ্ড আদিত্য যেন তেজহীন ভৈল ॥১৮২
ৰাঘৱে বোলন্ত মোৰ বচন আকল।
জীৱমানে পঠাঁও লঙ্কাক লাগি চল ॥১৮৩
জনত থাকিবে মোৰ ৰাম হেন বীৰ।
প্ৰয়াসিলা ৰাৱণৰ কাটিলন্ত শিৰ ॥১৮৪
সাষ্টম স্বৰূপে গৈয়া হয়ো সন্মুক্ষণ।
সাজি আস মাৰি পেশোঁ যমৰ কৰণ ॥১৮৫
বৈলেখিয়া লঙ্কেশ্বৰ চপৰাইলা মাথ।
সসৈন্যে আৰকা গৈয়া পশিলা লঙ্কাত ॥১৮৬
ৰাৱণাক দেখিয়া নিশ্ৰীক মুখ ভৈলা।
লঙ্কাপুৰি খান কাংস পৰি জিম গৈলা ॥১৮৭
ৰাৱণ ৰাজাক ৰামে সমৰে ভঙ্গাইল।
দেব মুনি ঋষিগণে আনন্দক পাইল ॥১৮৮
শ্ৰীৰামক প্ৰশংশিলা অনেক আনৰ্গ।
বাদ্যভণ্ড শবদে পুৰিলা সপ্তস্বৰ্গ ॥১৮৯
ব্ৰহ্মা আদি দেৱে স্তুতি কৰিলা বিস্তৰ।
পাৰিজাত বৰিষিলা শিৰৰ উপৰ ॥১৯০
যত যত বীৰগণে চালিলা ৰাৱণে।
সবাৰো কাঢ়িলা শৰ শ্ৰীৰাম লক্ষ্মণে ॥

গাৰ সব মাজিলা অমৃত সম হাতে।
দশগুণ তেজবল এৰাইলা আঘাতে ॥১৯২
শুনা সভাসদ ৰামায়ণ কথা সাৰ।
কলিযুগে আতপৰ ধৰ্ম্ম নাহি আৰ ॥১৯৩
জানি মহা সুখে পান কৰাঁ কৰ্ণ ভৰি।
নিৰন্তৰে নৰে ডাকি বোলাঁ হৰি হৰি ॥১৯৪

———

১৮ অধ্যায়—কুম্ভকৰ্ণৰ নিদ্ৰাভঙ্গ আৰু যুদ্ধযাত্ৰা।

ছবি

সিংহাসনে গৈয়া, বসিলা ৰাৱণ,
ৰণত হতাশ হুইয়া।
পুৰাণ কাহিনী, কহিবে লাগিলা,
পাত্ৰক সবে মিলাইয়া ॥১
আশেষ তপস্যা, কৰিলোঁহো আমি,
ব্ৰহ্মাদেৱে দিলা বৰ।
পাছে সম্মুখিয়া, বুলিবে লৈলন্ত,
শুন ওৰে নিশাচৰ ॥২
দেৱ মনুষ্যত, যক্ষ দানৱত,
সবাতে হুইবি অজয়।
নিশ্চয় কৰিয়া, তোক বুলিলোহোঁ,
সানুগত হুইবি ভয় ॥৩
বৰৰ প্ৰসাদে, তিনিয়ো জগত,
থাকিতে সুখে নেদিল।
ৰণ্ড ৰণ্ড কৰি, মনুষে ভঙ্গাইলে,
ব্ৰহ্মাৰ বৰ মিলিল ॥৪
পাত্ৰগণ যত, আমাৰ শুনিয়ো,
আৰৰ আসাজ কাষ।
হেমৱন্ত গিৰি, পয়ানে চলিলোঁ,
আমাৰ নভৈলা লাজ ॥৫
নন্দি দুৱাৰিক, মই ভেট পাইলোঁ,
তেন্তে মহেশৰ গণ।
বানৰৰ মুণ্ডা, নন্দিক দেখিয়া,
শিহৰিল ঘনে ঘন ॥৬
মুখ চাই চাই, ভাবুকি পাৰিলোঁ,
বিগুতি কৰি উথন্দি।
জাজ্বল্য সমান, কোপে জ্বলি গৈল,
মোক শপিলন্ত নন্দি ॥৭
হাওঁৰে বেটা, দুৰ্জ্জন ৰাৱণা,
মোক তোৰ উপহাস।
মোহোঁৰ সদৃশ, মুখ বানৰায়ে,
চিন্তিবে তোৰ বিনাশ ॥৮
মহন্ত পণ্ডিত, ভয়াই বিভীষণ,
মোক বুলিলেক হিত।
আপদ কালত, মৰণ সঞ্চিত,
তাক দেখিলোহোঁ তিত ॥৯
ভাল ভাল বীৰ, ত্বৰিতে পঠাইয়া,
লঙ্কা ভালমতে ৰাখাঁ।
প্ৰহস্ত মমাই, সমৰে পৰিল,
সবে সচকিতে থাকাঁ ॥১০
ইতিনি ভুবনে, ৰাম লক্ষ্মণক,
সমান নাহি মুনিষ।
শৰে হানি মোৰ, অস্থী ভেদিলেক,
শৰীৰে উধাই বিষ ॥১১
ঘনে ঘনে মোৰ, চেতন হৰয়,
বদন মলিন বৰ্ণ।
ৰামক যুজন্ত, আন কেহোঁ নাই,
জগায়োক কুম্ভকৰ্ণ ॥১২
ছয় মাস সিটো, নিশ্চেষ্ট স্বৰূপে,
আছন্ত ঘুমটি যায়া।
তাকে জগাইবাক, সত্বৰে চলাহাঁ,
ভোজন সম্ভাৰ লৈয়া ॥১৩
ৰাজাৰ আদেশে, কৌটি অসংখ্যাত,
ৰাক্ষস গৈয়া আণ্টাইল।
দুৱাৰ পৈশন্তে, কুম্ভকৰ্ণৰ,
নাকৰ বায়ে উড়াইল ॥১৪
কতোহোঁ ৰাক্ষস, দুৱাৰ আৰত,
ৰাৰৰ মুঠাত ধৰি।
যিদিকি নাকৰ, বায় নেখেলয়,
পশিলা গাৰকাতি কৰি ॥১৫
পৰ্ব্বত সমান, পুৰুষেক শুতি,
আছে পুলস্তিৰ নাতি।
তাক জগাইবাক, ৰাক্ষস সকলে,
দৃঢ় কৰি বান্ধে গাতি ॥১৬
ভেকা পৰ্ব্বতৰ, সমান বাঢ়িল,
অন্ন বেঞ্জনৰ পিঠৈ।

মেৰুৰ সমান, ছৰাব কৰিলা,
খৰিকা জহাৰ পিঠ ॥১৭
মহিষ বৰাহ, ছাগল মাৰিয়া,
থৈলা দৌলা দৌলি কৰি।
কৌটি অসংখ্যাত, ডাঙ্গৰ কলস,
মদ্য কধিৰক ভৰি ॥১৮
দেৱাঙ্গ বসন, কুম্ভকৰণৰ,
গাৱত নিয়া ছৰাইল।
সুগন্ধ চন্দন, পুষ্পৰ মালায়ে,
ভূষিত আতি কৰাইল ॥১৯
চতুৰ্দ্দিশে বেঢ়ি, ৰাক্ষস সকলে,
ৰোল কৰিবাক লৈলা।
আছোক জাগিব, কুম্ভকৰণৰ,
কৰ্ণৰ পথে নগৈলা ॥২০
বাঢ়য় সহস্ৰ, ৰাক্ষসে মিলিয়া,
বেঢ়িয়া কৰয় ৰোল।
নানা বাদ্যভণ্ড, কাণত আতাস,
ভুম্বুলে বাজয় ঢোল ॥২১
অন্তৰীক্ষে যত, চটকা উৰয়,
মৰিয়া ভূমিত পৰে।
কুম্ভকৰ্ণ বীৰ, আছোক জাগিব,
অধিকে ঘুমটি চৰে ॥২২
সহস্ৰ সংখ্যাত, হস্তীয়ে নাদয়,
দুইদান্ত ভিৰিয়া গাৱে।
ছাটৰ বাৰিত, ঘোড়া চিহৰয়,
গাধৰে ত্যজয় ৰাৱে ॥২৩
ভেৰী শিঙ্গা শঙ্খ, মুহুৰি নিশান,
ভুম্বুলে বাজে কাহাল।
সকলে লঙ্কাত, হুলস্থূল লাগি,
কাণত দিলেক তাল ॥২৪
আটাস পাৰন্তে, কতো ৰাক্ষসৰ,
গল সব গৈলা ফাটি।
সবহাৰে খৰ, উশাস বজাই,
থাকিলা বলত ঘাটি ॥২৫
কতোহোঁ ৰাক্ষস, হতাশ হুইয়া,
ৰাৱণক জনাইলন্ত।
তোমাৰ ভ্ৰাতৃক, জগাইবে নোৱাৰি,
অধিকে ঘুমটি খান্ত ॥২৬
ৰাৱণে বোলয়, সত্বৰে চলাঁহা,
আছোক আমাত সেৱা।
যেন মতে পাৰাঁ, তেমনে জগাৱা,
তোমাত নাহিকে বেয়া ॥২৭
আথ বেথ কৰি, ৰাক্ষস লৰিলা,
ৰাজাত মেলানি পায়া।
কুম্ভ কৰণক, জগাইবে লাগিলা,
গদা মুদগৰ লৈয়া ॥২৮
দশ শত লোকে, হিয়াত চড়িয়া,
লাঠি বৈসাইলেক টানি।
একোহোঁ নাকত, পাঞ্চ পাঞ্চ শত,
কলসে ঢালয় পানি ॥২৯
গদা মুদগৰে, টানিয়া মাৰয়,
আৰো পৰিঘৰ বাৰি।
সেৱা কৰে বুলি, ঘুমটি চৰয়,
গম্ভীৰ বাজে ঘোজোৰি ॥৩০
কতোহোঁ ৰাক্ষস, সহস্ৰ সংখ্যাত,
ৰাক্ষসেয়ো সাৰি হুইয়া।
শৰীৰৰ বলে, প্ৰহাৰ কৰয়,
গদা মুদগৰ লৈয়া ॥৩১
দশ শত লোকে, হিয়াত চড়িয়া,
খিখিন্দ কৰয় বৰে।
গাৱ জান্তে বুলি, ঘুমটি চড়য়,
মুখবায়া দান্ততৰে ॥৩২
আশেষ ৰাক্ষসে, কেশ আজোৰয়,
কতো পাকৰয় নাক।
কাণত কামোৰে, মুকুটি লাঠিয়ে,
বেঢ়িয়া কিলৰ জাক ॥৩৩
কুম্ভকৰ্ণে যেবে, তেতো নজাগিলা,
সবাৰো গৰ্ব্ব ভাগিল।
কতোহোঁ বেলাত, কালৰ প্ৰমাণে,
আপনি পাছে জাগিল ॥৩৪
দুই হাত যুৰি, মাথাৰ উপৰে,
পিঠিক লাগি নিলেক।
পাতাল সদৃশ, বেন্ত গোট বায়া,
হামি গোট তুলিলেক ॥৩৫
জিহ্বাখান তাৰ, আলতা গুলিল,
যেনেন গিৰি শিখৰ।

দুই চক্ষু দেখি, অৰুণ বৰণ,
উদয় যেন ভাস্কৰ ॥৩৬
নাসাৰ পৱন, বহে তাৰ আতি,
ফাল্গুন চৈত্ৰৰ সম ।
প্ৰজা সংহৰিতে, উঠিয়া বসিলা,
যেন কালান্তক যম ॥৩৭
আগত যোগায়া, ৰাক্ষস সকলে,
দেখে সবে অসদৃষ্ট ।
গ্ৰাস আঠ সাতে, খায়া আণ্টাইলেক,
ব্যঞ্জন যে ভাত পিঠ ॥৩৮
মদ্য যে ৰুধিৰ, দুৰ্গন্ধ জনক,
ষাঠি কলসেক পীল ।
মহিষ বৰাহ, ছাগল ভুঞ্জিয়া,
অৰ্দ্ধেক পেট ভৰিল ॥৩৯
প্ৰণাম কৰিয়া, হাত যোৰে থাকি,
সকলে ৰাক্ষস লোক ।
সবাকে সম্মুখি, কুম্ভকৰ্ণে বোলে,
কিসক জগাইলি মোক ॥৪০
আমাৰ ভাইৰ, লঙ্কেশ্বৰ দদাৰ,
কি ভৈলা আসাজ কাম ।
আজি ধৰি সবে. দুৰ্গতি খণ্ডাওঁ,
ধৰি আনোঁ দেৱৰাজ ॥৪১
যূপাক্ষ নাম যে, ৰাজাৰ মন্ত্ৰীয়ে,
হাতযোৰ বিনায়য় ।
আনসে কাৰ্য্যত, আথান্তৰ ভৈলা,
দেৱত নাহিকে ভয় ॥৪২
সীতাৰ হৰণ, সন্তাপে ৰাঘৱে,
সাগৰে ভৈলন্ত পাৰ ।
পৰ্ব্বত আকাৰ, বানৰ সকলে,
চৌভিতি বেঢ়ি লঙ্কাৰ ॥৪৩
আপনি জানাহাঁ, ৰাৱণে ত্ৰৈলোক্য,
জিনিলা ঈশ্বৰ বৰে ।
প্ৰাণৰ সংশয়, মিলিলা ৰণত,
ভঙ্গাইলা বানৰ শৰে ॥৪৪
কিৰীটি কাটিয়া, পেলাইলা ৰাঘৱে,
আসি ভৈলা জীৱদানে ।
তোমাক জগাইবে, আমাক পঠাইল,
কৰন্ত চিন্তা আথানে ॥৪৫

কুম্ভকৰ্ণে বোলে, ৰাজাৰ অসুখ,
আমিনো কিসক জীওঁ ।
ৰাম লক্ষ্মণক, ৰণ মাজে মাৰি,
তপত ৰুধিৰ পীওঁ ॥৪৬
কতোহো বানৰ, ভুঞ্জহোঁ কতোকে,
পঠাঁও যম কৰণ ।
শক্ৰক জিনিয়া, প্ৰণামোহোঁ আসি,
দদাৰ দুই চৰণ ॥৪৭
এতেক শুনিয়া, নৃপতিৰ পাত্ৰ,
মহোদৰে বিনায়য় ।
তুমি যে শক্ৰক, জিনিবা ইহাত,
কিছুয়ে নাহি বিস্ময় ॥৪৮
তোমাক দেখিবে, ৰাজাৰ মনত,
উদ্বেগ কৰিতে আছে ।
আগে নৃপতিৰ, চৰণে প্ৰণামি,
ৰণক চলিয়ো পাছে ॥৪৯
মহোদৰ বোলে, কুম্ভকৰ্ণ বীৰে,
হৰিষে গাৰ চালিল ।
সহস্ৰ কলস, মদ্য পান কৰি,
ৰাজাৰ পাশে চলিল ॥৫০
লঙ্কাৰ গড় যে, এক আঠু ভৈল,
আকাশ ছানিয়া যাই ।
হেৰ নিজ কালে, পাইলেক বুলিয়া,
বানৰ ভাগি পলাই ॥৫১
কতোহোঁ ৰামত, শৰণ পশয়,
কতো সাগৰান্ত লঙ্ঘে ।
কতোহোঁ বনত, লুকাই থাকন্ত,
কতো পলাই বৃক্ষ জঙ্গে ॥৫২
কিনো বিপাকত, প্ৰাণক হুজাইলো,
নেদেখিলোঁ বন্ধুলোক ।
তুমি সব বীৰ, মানে পলাইযাহা,
হেৰা আসি পাইলে মোক ॥৫৩
ৰাঘৱে বোলন্ত, মিত্ৰ বিভীষণ,
কহিতে দিয়া সিদ্ধান্ত ।
নাৰায়ণে যেন, বলিক ছলিয়া,
আকাশ ছানিয়া যান্ত ॥৫৪
হেনতো শৰীৰ, চক্ষু নেদেখিলো,
আমি শুনিলো কাণে ।

ইটো কোন বীৰ, যাহাক দেখিয়া,
সৈন্য পলাই জীৱমানে ॥৫৫
ৰামৰ চৰিত্ৰে, সাক্ষাতে অমৃত,
শুনা সভাসদ লোক।
ত্যজি আন কাম, বোলা ৰাম ৰাম,
পুৰুষ উদ্ধাৰ হৌক ॥৫৬

———

১৯ অধ্যায়।

কুম্ভকৰ্ণৰ যুদ্ধ আৰু সুগ্ৰীৱক লৈ লঙ্কা গমন।

পদ।

বিভীষণে বোলন্ত এহিটো কুম্ভকৰ্ণ।
মেৰুৰ সমান চাৰ কাল মেঘবৰ্ণ ॥১
হাতে শূল ধৰি যম কুবেৰ ভঙ্গাইলে।
উপজিয়া অনেক সহস্ৰ ঋষি খাইলে ॥২
ইন্দ্ৰৰো খাইলেক আৰো অপেস্বৰা দশ।
প্ৰজা খায়া সংহৰিলা দাৰুণ ৰাক্ষস ॥৩
দেৱৰাজে শুনিয়া আসিলা সব সাজে।
বজ্ৰে তাৰিলন্ত তাৰ হৃদয়ৰ মাজে ॥৪
কুম্ভকৰ্ণ কুপিলা বজ্ৰৰ মহা ঘাৱে।
সূৰ্য্যৰ সদৃশ দুই চক্ষুক ফুৰাৱে ॥৫
ঐৰাৱত দান্ত দুই লৈলন্ত উপাৰি।
বাসৱৰ হৃদয়ত বৈসাইলন্ত মাৰি ॥৬
হস্তীৰ দান্তৰ ঘাৱে ইন্দ্ৰ মূৰ্চ্ছা গৈলা।
কতো বেলি দেৱৰাজ সচেতন ভৈলা ॥৭
সিদ্ধমুনি দেৱৰাজে একখান হুইয়া।
ব্ৰহ্মাত সকলে কথা নিবেদিল গৈয়া ॥৮
বাসৱে বোলন্ত দেৱ আমি কৰোঁ সাক্ষী।
ত্ৰৈলোক্য দগধ হুৱে কিসক নৰাখি ॥৯
জগত সৃজিলা তুমি অনেক উপায়।
নিশেষ কৰিয়া তাক কুম্ভকৰ্ণে খাই ॥১০
শুনি প্ৰজাপতি সবে ৰাক্ষস মতাইলা।
সবাৰো মাজত কুম্ভকৰ্ণ ভেট পাইলা ॥১১
ব্ৰহ্মা তাক বোলন্ত প্ৰজাৰ ভৈলি কাল।
তয়ো বেটা ভৈলি পাট মহাদৈৱ শাল ॥১২
বৰ মাগি আছ মোত ঘুমটি যাইবাক।
নিশ্চেষ্ট স্বৰূপে চিৰকাল শুতি থাক ॥১৩
প্ৰলয়ত যেন মেত পৰ্ব্বত টলিল।
অচেতনে কুম্ভকৰ্ণ নিদ্ৰাত পৰিল ॥১৪
হাতযোৰে দশগ্ৰীৱে কৰিলা কাকুতি।
চন্দ শাপ দিলাহাঁ তোমাৰ পৰিনাতি ॥১৫
হাতে বৃক্ষ কয়া প্ৰভু পাৰে নোভাৰিয়ো।
নিদ্ৰাৰ জাগিবে লাগি কিছু দিন দিয়ো ॥১৬
ব্ৰহ্মাৱে বোলন্ত তুষ্ট তোহোঁৰ বিনয়।
একৈক নিদ্ৰায়ে থাকিবেক মাস ছয় ॥১৭
এক দিনা জাগি সিটো কৰিব আহাৰ।
দশ গুণ হৈবেক বিপোহেঁ বলীয়াৰ ॥১৮
ৰাৱণে তোমাক ডৰে জগাইলা ইহাক।
যাক ডৰে বানৰ পলাই লাগি শঙ্ক ॥১৯
আপনি মাৰাহা আৰু সংগ্ৰামৰ মাজে।
কপিগণ আশ্বাসা থাকোক সব সাজে ॥২০
শ্ৰীৰামে বোলন্ত অগনিৰ পুত্ৰ নীল।
সেনা থিৰ কৰা হাতে ধৰি বৃক্ষ শিল ॥২১
আমি বিদ্যমানে তোমাসাৰ কিবা শঙ্কা।
আৰকা নিসন্ধি কৰি বেড়ি থাকা লঙ্কা ॥২২
নীল সেনাপতিয়ে আদেশ শিৰে ধৰি।
সৈন্য থিৰ কৰি পুনু বেড়িলা নগৰী ॥২৩
ঋষভ সৰভ হনুমন্ত নীলনল।
দুৱাৰ বেড়িল হাতে ধৰি তৰু শাল ॥২৪
ৰামৰ সেনায়ে যেবে নগৰী জপটাইল।
ৰাৱণ ওৱাৰি গৈয়া কুম্ভকৰ্ণে পাইল ॥২৫
পুষ্পকে আছয় ৰাজা বিহ্বল স্বভাৱে।
শুকদেৱ দদা বুলি নমিলন্ত পাৱে ॥২৬
বাহু মেলি দশগ্ৰীৱে গলত বান্ধিল।
মাথাত চুম্বন দিয়া আসনেক দিল ॥২৭
আসনক লভিয়া বসিলা কুম্ভকৰ্ণ।
ক্ৰোধত নয়ন দুই আৰকত বৰ্ণ ॥২৮
কি কাৰণে দাদা তোৰ শ্ৰীনেদে জাকি।
আমাক জগাইলি দাদা কি কাৰ্য্যক থাকি॥২৯
কাহাত তোমাৰ ভয় চিন্তা দেখোঁ মনে।
পাতি মলছিলা তাৰ যমৰ কৰণে ॥৩০
বাসৱত ভয় যদি কৰোহোঁ প্ৰলয়।
যমে কুনয় কৰে কন্ধক পৰয় ॥৩১
বৰুণে খেদয় কুম্ভকৰণে ছেদয়।
বিবতু কৰয় তাক জীৱাক নেদয় ॥৩২
স্বৰ্গে চলি যাইবো ত্ৰৈলোকক ভকাইবোঁ।
আদিত্যকপাইবোবান্ধিভূমিতপেলাইবো॥৩৩

মুখ গোট বাইবো অগনিক খেদি খাইবোঁ।
চমক লগাইবো সবে অসুৰ ভঙ্গাইবো ॥৩৪
জগাইলাহা মোক ভুঞ্জিবোহোঁ তিনি লোক।
পলাইবেক ভোক কিছো পূৰিবোহোঁ কোখ॥
অনুজ্ঞা দিয়োক মোক পাতাল পুৰক।
তোমাৰ শোকতে কেহোঁ সুখেনথাকোক॥
তোমাৰ এদূৰ পৰ্ব্বতক কৰোঁ চূৰ।
মেৰু মন্দৰক শৰে কৰোঁ মসিমূৰ ॥৩৭
এৰহ জঞ্জাল কোনে পাতিলা ঘঞ্চাল।
দশদিগপালে মোৰ নসহে আস্ফাল ॥৩৮
ৰাৱণে বোলয় জানোঁ তোহৰ প্ৰতাপ।
আজিসে গুচিল মোৰ হৃদয় সন্তাপ ॥৩৯
ৰামশৰ ঘায়ে ঘোৰ আপদে মজিলোঁ।
তোহোঁৰেসে কাৰণে আৰকা উপজিলোঁ ॥৪০
সাগৰত সেতু বান্ধি ৰাম ভৈলা পাৰ।
ভালুক বানৰ সমে কটক অপাৰ ॥৪১
সব ৰাক্ষসৰ বল পৰিলন্ত ৰণে।
আমাকো ৰণত ৰামে ভঙ্গাইলা আপনে ॥৪২
শুন বাপি কুম্ভকৰ্ণ কৰ মোৰ বোল।
ৰাক্ষস কুলক ঘোৰ আপদত তোল ॥৪৩
ভোক দেখি পলাইল মোহোঁৰ হৃদি খেদ।
বানৰক মাৰি ৰাম লক্ষ্মণক ছেদ ॥৪৪
কুম্ভকৰ্ণে বোলে ৰৰ কৰিলা অকাৰ্য্য।
মই যেবে নোহোঁ তেবে বুৰে সামৰাজ ॥৪৫
যত কিছু কৰিলাহা কুনয় সকল।
অবিলম্বে পাইবা সেহি অধৰ্ম্মৰ ফল ॥৪৬
তুমি যত কৰিলাহা কোনে বোলে ভাল।
বাঘ নমাৰিয়া কেনে আজোৰাহা ছাল ॥৪৭
মত্ত গজ জীয়ন্তে কাটিয়া লয়া দান্ত।
কুপিত সিংহৰ যেন আজোৰাহা আন্ত ॥৪৮
মুখ্য মন্ত্ৰী সকলে তোমাক বেঢ়ি আছে।
আগে চিন্তিবাৰ কায চিন্তিলাহা পাছে ॥৪৯
জানা যেবে হৰিবাহা জনকৰ জীক।
তেবে আগে ৰাঘৱক নমাৰিলা কিক ॥৫০
নীতিক এৰিয়া যিটো প্ৰবৰ্ত্তয় বলে।
হেনয় জনক জানা বিধাতায়ে ছলে ॥৫১
অনিহিতে হিত যাৰ হিতে অনিহিত।
তেবে জানিবাহা তাৰ মৰণ সন্নিত ॥৫২
কুম্ভকৰ্ণে বুলিলেক বিস্তৰ চিনাই।
সংক্ষেপ পয়াৰে থিক দিতে সুযুৱাই ॥৫৩
শুনি ৰাৱণাৰ আতি ক্ৰোধ জ্বলি গৈলা।
মাথা চপৰাইয়া তাক গৰ্জ্জিবাক লৈলা ॥৫৪
গুৰু গৌৰৱক নমানিয়া গৰ্জ্জ মোক।
এহিসে কাৰণে তেবে জগাইলোহোঁ তোক ॥৫৫
যি কৰিলোঁ সি কৰিলোঁ কৰিলোঁহোঁ তাক।
মৃতকক বধি উপালম্ভস আমাক ॥৫৬
দুৰ্গতি পতিত ভৈলোঁ কৰিলোহোঁ মন্দ।
যেবে উদ্ধাৰিবি কৰ ত্বৰিতে প্ৰবন্ধ ॥৫৭
গৈল কথা কহে যিটো বিগুতিয়া মাৰে।
সেহিসে বান্ধৱ যিটো আপদত তাৰে ॥৫৮
আপনি চিন্তাহা যেন কৰিবে যুগুত।
আপদে বান্ধিল মোক কৰাহা মুকুত ॥৫৯
মোহোঁৰ কুনয় দোষ নাহিকে উপায়।
তোহোঁৰ বিক্ৰমে সবে কৰা উপশাম ॥৬০
ৰাৱণ কুপিলা কুম্ভকৰ্ণ ৰৰ ভয়।
জ্যেষ্ঠ ভাইক সম্বুধিয়া আৰকা বিনয় ॥৬১
সন্তাপক এৰাহা হিয়াৰ শুল গুলি।
ৰামক মাৰোহোঁ শূলে হৃদয়ক ফুলি ॥৬২
লক্ষ্মণক মাৰোঁ আজি মাৰোহোঁ অঙ্গদ।
সুগ্ৰীৱক মাৰোঁ আজি খণ্ডোঁ ৰাজপদ ॥৬৩
লঙ্কাপুৰি যিবা কৰিলেক খণ্ড ভণ্ড।
তাহাৰ কৰিবোঁ আজি প্ৰাণান্তিক দণ্ড ॥৬৪
ভালুক বানৰ বল যত আসি ভৈল।
হেন জানা মোহোঁৰ পেটৰ মাজে গৈল ॥৬৫
সকলহি সৈন্য তযু পাশত থাকোক।
একেশ্বৰ মাৰি আসো পঠাই দিয়া মোক ॥৬৬
ৰামক মাৰিলো যেবে ভুঞ্জা ৰাজসুখ।
মই যেবে মৰোঁ নেদেখিবো তযু মুখ ॥৬৭
ইয়ো বোল বুলিলোঁ অধিক অনুবাদ।
ৰামক মাৰোহোঁ শূলে এৰাহা বিষাদ ॥৬৮
বীৰৰ বচন শুনি কুম্ভকৰ্ণৰ।
অন্ন ক্ৰোধ কৰিয়া বুলিলা মহোদৰ ॥৬৯
কিনো আতি মদগৰ্ব্ব সম্প্ৰতি তোমাৰ।
ৰাজা মন্ত্ৰী কেহোঁ কিছু নজানয় আৰ ॥৭০
ৰাৱণত অধিক তুমিসে জানা নয়।
মিছাসে জিনিলা ত্ৰিভুবন সমস্তয় ॥৭১

সকলহি নীতিক জানন্ত লঙ্কেশ্বৰ।
নৃপতিক নিন্দা কিক বুলিলা বিস্তৰ ॥৭২
একলে সবাক মাৰো হেন বুলিলাহা।
মেৰু পৰ্ব্বতক ফুঙ্কে উৰুৱাইতে চাহা ॥৭৩
লাহাৰি নসহে যাৰ দূষণ যে খৰ।
হেনয় ৰামক এন্তে যুজে একেশ্বৰ ॥৭৪
দান্ত ভাঙ্গা সাপ যেন মিছাত কোফাহা।
একলে ৰামক গৈয়া যুজিবাক চাহা ॥৭৫
কুপিত সিংহক হস্তী ছাৱে জঙ্কাৱাহা।
কাঁহাল গোমক হাতে ধৰিবাক চাহা ॥৭৬
ৰামক মাৰিবো বাক্য মুখত বজাইল।
ছাপৰি ছাপৰি ফুৰে দেখা পাইল পাইল ॥৭৭
চৌদ্দয় সহস্ৰ ৰাক্ষসক মাৰিলন্ত।
হেনয় ৰামক এন্তে একলে যুজন্ত ॥৭৮
তোমাৰ বচন মোৰ নপশে কাণত।
ইসব কথাক তুমি কহিয়ো আনত ॥৭৯
কোনে কৰাইবেক ৰাৱণক পৰাপতি।
নৃপতিক নিন্দা তুমি আতি শিশুমতি ॥৮০
ৰাৱণক সন্মুখি বোলয় মহোদৰ।
ইহাক ৰণক নপঠাইবা একেশ্বৰ ॥৮১
ৰামক মাৰিয়া যেবে সীতাক পাইবাঁহা।
ইহাৰ লগত আমাসাক পঠাৱাহা ॥৮২
কুম্ভকৰ্ণে কুপি মহোদৰক চাহই।
এহি বুদ্ধি ৰাজ্য হৰুৱাইল লাৰিকাই ॥৮৩
নৃপতি সবৰ বুদ্ধি মত্ত হস্তী গওঁ।
নীতি অঙ্কুশেকে যদি নকৰিলে সওঁ ॥৮৪
মন্ত্ৰী হৈয়া ৰাজাৰ বিৰুদ্ধ মতি লয়।
মিছাতেসে ভুঞ্জা ৰাজ্য চোৰৰ আলয় ॥৮৫
যি কাৰ্য্যক কৰন্ত তাহাকে বোলা ভাল।
তুমি মন্ত্ৰী সকল অদ্ভুলা যেন কাল ॥৮৬
ৰাজাৰ কুনয় যত তোমাৰেসে কাৰে।
সবে দোষ খণ্ডো আজি সংগ্ৰামৰ মাজে ॥৮৭
এহি বুলি হাতে তুলি ধৰিলেক শূল।
ৰামক মাৰিয়া আজি কৰোহোঁ নিৰ্ম্মূল ॥৮৮
ৰাৱণে বোলন্ত কুম্ভকৰ্ণ মোৰ ভাই।
মিলিলেক হৰিষ বিপোহোঁ বল পাই ॥৮৯
ৰামক দেখিয়া মহোদৰে ভৰ পাইল।
নিকাৰণে তোক ইটো বৱাল কৰাইল ॥৯০
কুম্ভকৰ্ণ বীৰ সমৰক চলি যায়।
অলঙ্কাৰে ৰাৱণে ভূষিলা তাৰ কায় ॥৯১
সূৰ্য্যৰ সদৃশ জ্বলে মুকুতাৰ হাৰ।
কিৰীটি কুণ্ডলে কৰে আতি জ্যোতিষ্কাৰ ॥৯২
আশেষ ৰাক্ষস দিলা তুলত তাহাৰ।
হাতে শূল লৈলা মাথি পৰিতে দোহাৰ ॥৯৩
আকাশ ছানিয়া যায় কায় বিপৰীত।
বামন উযান্ত যেন ত্ৰৈলোক্য গ্ৰসিত ॥৯৪
হেমৱন্ত গিৰি যেন দেখিয় নিশ্চল।
ব্যূহ ভঙ্গে পলাই দেখি বানৰৰ বল ॥৯৫
কুম্ভকৰ্ণে বোলে আজি সবে মান চাওঁ।
ৰাম লক্ষ্মণক মাৰি বানৰক খাওঁ ॥৯৬
বীৰত্ব বচন শুনি কুম্ভকৰণৰ।
ৰিঙ্গেৰ মিলিলা সবে যত ৰাক্ষসৰ ॥৯৭
খলক লাগিয়া গৈলা গগন মণ্ডলে।
কিনো কৰিবেক আৰু ৰাঘৱৰ দলে ॥৯৮
ছয় সহস্ৰ বেওঁ উগ্ৰত কলেৱৰ।
সহস্ৰ ধনুৰ মান পথালি ডাঙ্গৰ ॥৯৯
সুবৰ্ণ ৰতনে সুমণ্ডিত সব কায়।
কাল পৰ্ব্বতত যেন চাৰ লাগি যায় ॥১০০
কুম্ভকৰ্ণ যেবে সমৰক চলি যায়।
বাম চক্ষু হাত পাৱ কম্পে বাম কায় ॥১০১
গৃধ্ৰ যে শকুন তাৰ উপৰে বৰ্ণাই।
অতি মদগৰ্ব্বত কাহাক নডৰাই ॥১০২
বাধা সব নগণিয়া ৰণত প্ৰবেশ।
দেখিয়া বানৰ বল ভাগিলা আশেষ ॥১০৩
বীৰ বানৰৰ যত শিলা বৃক্ষ কৰে।
কুম্ভকৰণৰ গাৱে তাৰিলা সমৰে ॥১০৪
গিৰিশৃঙ্গ বৃক্ষ যত তাৰ গাৱে পৰি।
কতো চূৰ্ণ ভৈলা কতো পৰিলা উফৰি ॥১০৫
দ্বিবিদে হানিলা বৰ গিৰিৰ শৃঙ্গেক।
তাহাক নপায়া সৈন্য চূৰ্ণ কৰিলেক ॥১০৬
বৃক্ষ বৰিষণে তাৰ কটাক্ষো নভৈলা।
পৰ্ব্বতৰ ঘাৱে তাৰ ক্ৰোধ জ্বলি গৈলা ॥১০৭
দুই হাত মেলিয়া বানৰ যত পাৱে।
ভূমিত পিশিয়া তাক গোটেহি চোবাৱে ॥
চৌৰাশী চৌৰাশীগোট একো আৰোৱালে।
হিয়াত আৰোপি ধৰি ভূমিত আস্ফালে॥১০৯

পাঞ্চ পাঞ্চ সহস্র বানৰ শূল ঘাৱে।
খুঞ্চিয়া খুঞ্চিয়া মাথ উপৰে পেলাৱে ॥১১০
বানৰৰ ক্ষয় দেখি বীৰ হনুমন্ত।
আকাশত থাকি বৃক্ষ শিলা বৰিষন্ত ॥১১১
পৰ্ব্বতৰ শৃঙ্গক হানন্ত নিৰন্তৰ।
অঞ্জনাৰ সুত বলৱন্ত বীৰবৰ ॥১১২
মাৰুতিৰ অস্ত্রে তাৰ শৰীৰ নপাৱে।
কুম্ভকৰ্ণে শূল ঘাৱে উপাৰি পেলাৱে ॥১১৩
নিষ্ফল অস্ত্রক দেখি কপি মহাবীৰ।
পৰ্ব্বতক ধৰিয়া আগত ভৈলা স্থিৰ ॥১১৪
মহাবীৰ বানৰে হানিলা বৰ টানে।
কুম্ভকৰ্ণ শৰীৰে পৰিলা সন্ধানে ॥১১৫
পৰ্ব্বতৰ ঘাৱে তাৰ নাহিক ভ্ৰুভঙ্গ।
শূলক উচ্চায়া ধাইলা মাৰুতিক খঙ্গ ॥১১৬
শূলক ফুৰাই হানিলন্ত কুম্ভকৰ্ণ।
সব বানৰাৰ মুখ পৰিলা বিবৰ্ণ ॥১১৭
হৃদয়ৰ মাজত পশিলা হলহলি।
ৰাক্ষসৰ সেনায়ে হাসন্ত খলখলি ॥১১৮
মাৰুতি কেঙ্কান্ত যেন দেৱেগৰজয়।
মুখৰ ৰুধিৰ গেৰু ধাৱে নিকলয় ॥১১৯
ক্ৰৌঞ্চক ভেদিলা যেন গুহৰ শকতি।
বিমূৰ্চ্ছিত হৈয়া বীৰ পৰিলা মাৰুতি ॥১২০
পৰিলন্ত হনুমন্ত পৰ্ব্বত সচ্ছল।
ব্যূহভঙ্গে পলাই দেখি বানৰৰ বল ॥১২১
মাৰুতিৰ অৱস্থা দেখিয়া বীৰ নীলে।
কুম্ভকৰণক হানিলেক গিৰি শিলে ॥১২২
গিৰি শৃঙ্গ আসয় ঘুৰিয়া বহুদুৰ।
মুষ্টিৰ প্ৰহাৰে কুম্ভকৰ্ণে কৈলা চুৰ ॥১২৩
অগ্নিৰ কণিকা নিকলিলা জাকে জাক।
ধূলি হুইয়া গৈলা শৃঙ্গ নেদেখিলা তাক॥১২৪
নীলৰ প্ৰহাৰ যেবে ব্যৰ্থ হুইয়া গৈলা।
পাঞ্চ মহাকপি বীৰে যুজিবাক লৈলা ॥১২৫
ঋষভ যে গৱাক্ষ দ্বিবিদ নীল চাৰি।
গন্ধমাৰ্দ্দন যে সমে চৌভিতি আবৰি ॥১২৬
অশ্বকৰ্ণ দক যত গিৰিৰ শিখৰে।
হানিয়া মাৰিল তাৰ থুল কলেৱৰে ॥১২৭
মুকুটি চৰৰ লাঠি হ্ৰবাকাতি কিলে।
সেৱা কৰে বুলিয়া কৌতুক বৰ মিলে ॥১২৮
ঋষভক দুই বাহু ধৰিলেক জাপ্তি।
বিমূৰ্চ্ছিতে পৰিলা ৰুধিৰে কৰে বান্তি ॥১২৯
মুঠি এক দ্বিবিদক বৈসাইলেক বৰে।
নীলক জানুয়ে গৱাক্ষক যে চৰণে ॥১৩০
গন্ধমাৰ্দ্দনক বৈসাইলেক হাতাহাৰি।
পাঞ্চ বীৰে বিমূৰ্চ্ছিতে থাকিলন্ত পৰি ॥১৩১
মুখৰ ৰুধিৰে গেৰু ধাৱে বহিযান্ত।
নাসাত পৱন নাহি শুকাই গৈলা দান্ত॥১৩২
বৰ বৰ বীৰক ঢালন্তে যেবে আছে।
কৌটি সংখ্যা বানৰে বেঢ়িলা আগেপাছে॥১৩৩
হাত পাৱ পেট পিঠি যুৰি সবে কায়।
চতুৰ্দ্দিশে বেঢ়ি যেন পিম্পৰা উড়াই ॥১৩৪
আক্ৰোৱে কামৰে কেহোঁকিল ভুকু মাৰে।
চামকা চামকি কেহোঁ মাংসক উভাৰে॥১৩৫
জয় ঘণ্টা লাৰি কেহোঁ উপাৰয় কেশ।
চৰৰ ছাপৰ গুৰি মাৰয় আশেষ ॥১৩৬
দুই হাত মেলি কুম্ভকৰ্ণে যত পাৱে।
ধৰি ধৰি আনি তাক গোটেহি চোবাৱে॥১৩৭
পাতাল সদৃশ মুখ দেখি লাগে ভয়।
বিকট দশন যেন কোন্তৰ আলয় ॥১৩৮
কৌটি সংখ্যা গিলিয়া ছাপিয়া ধৰে দান্ত।
উশাস নপাই কাণে নাকে বাহিৰান্ত ॥১৩৯
পৰ্ব্বত সদৃশ বানৰ যত পাৱে।
মুখত ক্ষেপিয়া তাক গোটেহি চোবাৱে॥১৪০
মাংসে যে শোণিতে পঙ্কাকুল ৰণস্থলি।
কুম্ভকৰণক যম সদৃশ আকলি ॥১৪১
অগনি দহন্ত যেন শুকান বনক।
একেশ্বৰে খেদি মাৰে সবে বানৰক ॥১৪২
ব্যূহ ভঙ্গে পলাই দেখি সবে কপিগণ।
দশোদিশে লৈল কতো ৰামত শৰণ ॥১৪৩
ভালুক বানৰে দেখি পলাইলা সমস্ত।
নাইস বুলি সুগ্ৰীৱ ভেটিলা আসি পথ॥১৪৪
মেৰু মন্দৰৰ সম সুন্দৰ শৰীৰ।
সন্মুখি বুলিল তাক কপি মহাবীৰ ॥১৪৫
মোক নিচিনস ওৰে দুৰ্জ্জন ৰাক্ষস।
মুনিৰ বোলায়া কেনে পিম্পৰা মাৰস ॥১৪৬
বিপোহোঁ আছয় বাঢ়ি মোক দেহ ৰণ।
ৰাখিয়া পেলাওঁ বাস যমৰ স্মৰণ ॥১৪৭

আতে তোৰ গৰ্ব্ব বৰ শৰীৰ ডাঙ্গৰ।
বজ্রে তাৰি পেলাৱয় পৰ্ব্বত শিখৰ ॥১৪৮
বিস্তৰ খাইবাক পাৰ আতে মহমহ।
শাল বৃক্ষ মাৰোঁ মোৰ প্ৰহাৰক সহ ॥১৪৯
মাথাত হানিয়া ভাঙ্গিবোহোঁ শিৰ কুলি।
তেবেসে পলাইবে হৃদয়ৰ গুলগুলি ॥১৫০
কুম্ভকৰ্ণ বোলে জানোঁ তুমিসে বিশিষ্ট।
সূৰ্য্যৰ তনয় তুমি বালীৰ কনিষ্ঠ ॥১৫১
তোমাকেসে খেদোঁহো আনত নাহিকাৰ্য্য।
ছন্ন কৰিলাহা মোৰ লঙ্কা হেন ৰাজ ॥১৫২
তুমি আসি ভৈলাহা লঙ্কাৰ ধূমকেতু।
মানুষে কি সাগৰে বান্ধিবে পাৰে সেতু ॥১৫৩
শূলে হানি মৰোঁহোঁ ৰাক্ষসে তোক খাওঁক।
নৃপতি পৰিল বুলি বানৰ পলাওঁক ॥১৫৪
ঠগগণ দুইগোটা মানুষ মাৰোঁ পাছে।
আগে তো প্ৰহাৰ তই কৰি এৰ গাছে॥১৫৫
বচন তৰ্জ্জন এৰি পকজাউ ৰণ।
তেবেসে জানিয়া যেন বৰৰ লক্ষ্মণ ॥১৫৬
ক্ৰোধিয়া সুগ্ৰীৱ বীৰে কৰন্ত আস্ফাল।
শীঘ্ৰ বেগে ফুৰাইয়া হানিল তৰু শাল ॥১৫৭
হৃদয়ত পৰিয়া শবদ গৈলা ঠাট।
অবধ্য শিলাত যেন পৰিলা নিৰ্ঘাত ॥১৫৮
কুম্ভকৰণত পৰি বৃক্ষ যে ভাগিল।
বানৰ ৰাজাৰ বৰ থৰ্পোসি লাগিল ॥১৫৯
ৰাক্ষসৱ বলে দেখি হৰিষিত ভৈলা।
কুম্ভকৰণৰ বৰ ক্ৰোধ জ্বলি গৈলা ॥১৬০
সহস্ৰেক ভাৰে লোহা গঢ়িলেক শূল।
কুম্ভকৰ্ণ বীৰৰ সেহিসে অস্ত্ৰ মূল ॥১৬১
দুই হাতে তুলি তাক হানিলেক বলে।
মনপৱনৰ বেগে শীঘ্ৰে আতি চলে ॥১৬২
শূল আইসে দেখিয়া সুগ্ৰীৱ মহাবীৰ।
আকাশক ডেৱ দিলা দুৰ্জ্জয় শৰীৰ ॥১৬৩
আলাগতে ধৰিয়া আণ্ঠুত আৰম্পিল।
মাজ ভাগে শূল পাট ঠনাৰে ভাঙ্গিল ॥১৬৪
শূল ভাগি আটোপ কৰন্ত কপিৰাজ।
ক্ৰোধিলা ৰাক্ষস দেখি সংগ্ৰামৰ মাজ ॥১৬৫
দুই হাতে থুলন্তৰ পৰ্ব্বতক তুলি।
সুগ্ৰীৱক লাগি হানিলেক হুঃ বুলি ॥১৬৬
মহাবীৰ ৰাক্ষস হানিলা মহাবলে।
নিৰ্ঘাতৰ সদৃশ পৰ্ব্বত গোট চলে ॥১৬৭
হৃদয়ত পৰিয়া কম্পয় মহাবীৰ।
মেৰুৰ সদৃশ ঢলি পৰিল শৰীৰ ॥১৬৮
কুম্ভকৰ্ণ ঢালিলন্ত সুগ্ৰীৱ কেঙ্কান্ত।
ক্ষণেকে চেতন পাইলা মুখে নাই মাত॥১৬৯
নৃপতি পৰিলা দেখি বানৰ পলান্ত।
কতো সেতুবন্ধে যাই কতো সাগৰান্ত ॥১৭০
কুম্ভকৰ্ণে কৌতূহলে সুগ্ৰীৱক তুলি।
হৰিষে চলিলা লঙ্কা নগৰীক বুলি ॥১৭১
সচ্চল পৰ্ব্বত যেন শৃঙ্গে সমে যাই।
মনত গুণিলা আৰে গুচিলা অপায় ॥১৭২
নৃপতিক মাৰিলো আনক নাহি ডৰ।
আমাসাৰ ভক্ষ্য পশু ভালুক বানৰ ॥১৭৩
দুই গোটা তপস্বী যিবা ৰাম লখমণ।
মাৰিয়া পেলাবো পাছে যমৰ কৰণ ॥১৭৪
লঙ্কাত মঙ্গল পাছে উৰুলিৰ জোক।
পুষ্প বৰিষয় সবে ৰাক্ষসিনী লোক ॥১৭৫
গৃহৰ উপৰে কতো প্ৰান্তীত চড়ন্ত।
কুম্ভকৰণক লোকে প্ৰশংসা কৰন্ত ॥১৭৬
দেৱগণে আকাশত বিস্ময় মানিল।
কুম্ভকৰ্ণে সুগ্ৰীৱক লঙ্কা লাগি নিল ॥১৭৭
কিনো আছলেক গোট ত্ৰৈলোক্য মুনিষ।
ৰামেনো ইহাক ৰণে কৰিবেক কিস ॥১৭৮
হনুমন্তে বুলিলেক চেতনক পায়া।
কুম্ভকৰ্ণে লঙ্কা যাই সুগ্ৰীৱক লৈয়া ॥১৭৯
মুঠি একে তাহাৰ ভাঙ্গিবো শিৰখুলি।
ৰাজাক আনিবো ৰাম সন্নিতক বুলি ॥১৮০
যেবে হেন আজি মই কৰিবোহোঁ সাস।
ৰাজাৰ বৈলখে তিনি লোকত অযশ ॥১৮১
মোক কোপ কৰিবন্ত বীৰ বলীয়াৰ।
আপুনি কৰিব আপোনাৰ প্ৰতিকাৰ ॥১৮২
যেবে নপাৰন্ত মই আনিবোহোঁ পাছে।
লঙ্কাত মোহোঁৰ অবিদিত কৈত আছে॥১৮৩
সৈন্যগণ পলাই দেখোঁ তাকে কৰোখিৰ।
এই বুলি গৈলা হনুমন্ত মহাবীৰ ॥১৮৪
আশ্বাস বুলিয়া সবে সৈন্যক চপাই।
ছপকৰে ৰহিলা লঙ্কাৰ দিশ চাই ॥১৮৫

বিপোহোঁ। বাঢ়ন্ত জ্যোতি বলগুণ চাৰি।
ৰাজাক আনিবো আজি ৰাক্ষসক মাৰি॥১৮৬
আশীৰ্ব্বাদ পুষ্প সতী সবে দেই হাতে।
সমস্তে পৰন্ত গৈয়া সুগ্ৰীৱৰ মাথে॥১৮৭
উচ্ছ্ৰিত নিমিত্তে কুম্ভকৰ্ণে নপাৰিল।
সতী সকলৰ সিটো বাক্য নলৰিল॥১৮৮
কতোক্ষণে শৰীৰত আসি ভৈলা জীউ।
মনত গুণন্ত কপিৰাজ যে সুগ্ৰীৱ॥১৮৯
মোহোঁক লঙ্কাক আনিলেক নিশাচৰে।
ইহাক মুনিষ নাহি ত্ৰৈলোক্য ভিতৰে॥১৯০
নমোঁ। ৰামচন্দ্ৰ আদিদেৱ মহেশ্বৰ।
যাহাৰ অধীন চৰাচৰ নিৰন্তৰ॥১৯১
নিত্য শুদ্ধ বুদ্ধ যিটো জগত কাৰণ।
ব্ৰহ্মা আদি দেৱে সেৱে যাহাৰ চৰণ॥১৯২
হেনয় ঈশ্বৰ ৰামচন্দ্ৰ অৱতৰি।
সাধিলা দেৱৰ কাৰ্য্য অসুৰ সংহৰি॥১৯৩
মোৰ গতি নাই বিনে তোমাৰ চৰণ।
বোলোঁ ৰাম ৰাম যত সভাসদগণ॥১৯৪

---

২০ অধ্যায়—কুম্ভকৰ্ণৰ সৈতে শ্ৰীৰাম লক্ষ্মণৰ যুদ্ধ আৰু কুম্ভকৰ্ণৰ পতন।

ছুলৰি।

আস্ফোট কৰিয়া, কুম্ভকৰণৰ,
হিয়াত মাৰিলা গোৰে।
বোৰকাৰ কৰি, দশন ফুৰায়া,
চিঙিলা নাক কামোৰে॥১
দুই খান কাণ, উপাৰি লৈলন্ত,
দুইহাতে নখ আৰোপি।
শীঘ্ৰ বেগ ধৰি, আপন থানক,
চলি গৈলা বীৰ কপি॥২
দেৱগণে সাধু, প্ৰশংসা কৰন্ত,
বানৰে কৰন্ত স্তুতি।
শুনিয়া হৰিষ, বদন মিলিলা,
প্ৰভাতৰ সূৰ্য্য জ্যোতি॥৩
হাতৰ মুখৰ, নাক কাণ লৈয়া,
সবাৰে আগত থৈল।
শ্ৰীৰাম লক্ষ্মণ, বানৰ ভালুকে,
হাসি উথলিয়া গৈলা॥৪
কুম্ভকৰণৰ, নাকৰ কাণৰ,
পীড়ায়ে চড়িলা বিষ।
পালোটি আপোন, সৈন্যত পশিলা,
কোপ কৰি আশৰিষ॥৫
আপন নাকৰ, শোণিতৰ গন্ধে,
বৰ মাতোৱাল ভৈলা।
ৰাক্ষস বানৰ, ভালুক সৈন্যক,
চাপি গিলিবাক লৈলা॥৬
কোটি অসংখ্যাত, ভালুক বানৰ,
যত আকোৱালি পাৰে।
পালত সদৃশ, মুখত ভৰায়া,
পাগুলি দিয়া চোবাৱে॥৭
নাকৰ কাণৰ, ছুৱাৰে বজাই,
তাৰো নাহি আদি অন্ত।
প্ৰলয় কালত, সকলে জগত,
যমে যেন সংহাৰন্ত॥৮
আপন নাকৰ, শোণিতৰ গন্ধে,
পীড়িলা সব শৰীৰ।
আপন পৰক, একোৱে নচাৱে,
কুম্ভকৰ্ণ মহাবীৰ॥৯
পৰ্ব্বত যেহেন, চাপিয়া পিসয়,
সকল বানৰগণ।
ত্ৰাসে যে তৰল, বানৰ সকল,
ৰামত লৈলা শৰণ॥১০
ৰাম লক্ষ্মণেয়ো, সকল সৈন্যক,
আশ্বাস বচন বুলি।
দোভায়ো গাৰুত, সন্নাহ চড়ায়া,
ধনু লৈলা কৰে তুলি॥১১
অক্ষয় তূণক, শৰে পূৰি লৈলা
ধনুৰ গুণক মাজি।
দুয়ো ভাই মিলি, ৰণক চলিলা,
সব ৰূপকৰে সাজি॥১২
ভালুক বানৰ, বৰ বৰ বীৰে,
দোভাইক বেঢ়িয়া যান্ত।
মেৰুৰ সদৃশ, গহন বীৰক,
দুয়ো ভাই দেখিলন্ত॥১৩
মহামত্ত হইয়া, সৈন্যক ভুঞ্জয়,
আপন পৰ নবাছে।

সব ৰণভুমি, একলে পশিয়া,
কন্দল কৰন্তে আছে ॥১৪
ৰঘৰে বোলন্ত, অৰে কুম্ভকৰ্ণ,
মোহোৰ বাক্য আকল।
ক্ষুদ্র যে পতঙ্গ, বলক মাৰিয়া,
পাইবি তই কোন ফল ॥১৫
হেৰা দেখোঁ মোক, মাথা তুলি চাহা,
আছো ধনুগুৰ্ণ মাজি।
সমৰ মাজত, তোহোক মাৰিয়া,
যমক পঠাইবো আজি ॥১৬
তোৰ মৃত্যু মই, মিলিলোহোঁ আজি,
শুনৰে ৰাক্ষস পাপ।
ভালুক বানৰ, সৈন্যক নমাৰ,
মোহোৰ সমীপ চাপ ॥১৭
শৰীৰত যত, বিপোহঁ আছয়,
আমাত সবে দৰশ।
মই পুনু তোৰ, কালান্ত অগনি,
কৰন্ত পতঙ্গ যাস ॥১৮
মেঘৰ গম্ভীৰে, হাসিয়া বোলয়,
ভাল ৰাম তই টালি।
মই সিটো খৰ, দূষণ সুহিকে,
ত্রিশিৰা কবন্ধ বালী ॥১৯
বিৰাধ মাৰীচ, ৰাক্ষস মাৰিয়া,
বাঢ়িলা তেজ তোমাৰ।
কুম্ভকৰ্ণ বীৰ, আমাক জানাহা
ত্রৈলোক্যত চমৎকাৰ ॥২০
সূৰ্য্যৰ বংশৰ, তিলক ৰাঘৱ,
বানৰ কুলৰ নাহা।
মোহোৰ হাতত, ঘোৰ মুদগৰ,
তুমি মাথা তুলি চাহা ॥২১
এহি অস্ত্রে মই, পুৰনি কালত,
দেৱক জিনিলো ৰণে।
অসুৰ দৈত্যক, অশেষ মাৰিয়া,
পঠাইলো যম কৰণে ॥২২
মোহোৰ হাতত, পৰিলা আসিয়া,
তোমাৰ মিলিলা কাল।
মুদগৰ হানি, দুয়ো ভাইক মাৰি,
কৰোঁ কপি মুন্দামাৰ ॥২৩
মোৰ নাক কাণ, নাহিকয় দেখি,
হৰিষক বৰ পাইল।
ইহাত মোহোৰ, পীড়া নাহিকয়,
পিম্পৰায়ে যেন খাইল ॥২৪
তোমাৰ শৰক, আগে হানি এৰা,
যতেক তূণত আছে।
মোৰ মুদগৰ, প্রহাৰে মৰিলে,
তুমি কি কৰিবা পাছে ॥২৫
মই নিদ্রা গৈয়া, আছিলো জানিয়া,
তোমাৰ নাছিলে শঙ্কা।
বন্ধু বান্ধৱক, সবাকে মাৰিয়া,
ছন্ন কৰিলাহা লঙ্কা ॥২৬
গৰ্ব্ব বচনক, শুনিয়া দাৰুণ,
জ্বলিলা কোপ ৰামৰ।
কুম্ভকৰণৰ, শৰীৰে তাৰিল,
অনেক সহস্র শৰ ॥২৭
পৰ্ব্বতক যেন, পৰ্ব্বট হানিল,
কটাক্ষ নাহিকে তাৰ।
বিস্ময় স্বৰূপে, ৰাঘৱে গুণন্ত,
কিনো হিয়া বজ্রসাৰ ॥২৮
যিটো শৰে সাত, তালক ছেদিলোঁ,
পৰ্ব্বত ভেদি পাতাল।
ফিৰি আসি পুনু, তূণত পশিলা,
সাক্ষাততে যম কাল ॥২৯
দূষণ খৰক, ত্রিশিৰা কবন্ধ,
বালীৰ লৈলোঁ পৰাণ।
কুম্ভকৰণৰ, শৰীৰে বিকল,
ভৈগৈলা সি সব বাণ ॥৩০

## ২১ অধ্যায়।

পদ।

মুদগৰ ফুৰাৱে শুৱালে যেন ডাঙ্গ।
ৰাঘৱৰ শৰে তাৰ সুচুইলেক অঙ্গ ॥১
কতো শৰীৰত পৰি গোটে যাই তল।
কুম্ভকৰ্ণ বীৰৰ বিপোহেঁ বাঢ়ে বল ॥২
মুদগৰ তুলি কুম্ভকৰ্ণে খেদি যাই।
ৰামৰ পাশক লাগি বানৰ পলাই ॥৩
দেখি চমৎকাৰ ভৈলা ৰাম লক্ষ্মণৰ।
ত্রৈলোক্য গ্রাসিতে পাৰে ঘোৰ নিশাচৰ ॥৪

দিব্য শৰ দুয়ো ভাই তাৰিলা বিস্তৰ ।
হিয়াত ফুটিলা বান কুম্ভকৰ্ণৰ ॥৫
ক্ৰোধিয়া ৰাক্ষস শ্ৰীৰামক ধাইয়া যাই ।
নাকে কাণে মুখে তাৰ অগনি বজাই ॥৬
পৰ্ব্বত আকাৰ মাথা গগণ বিয়াপি ।
ৰাক্ষস বানৰ বল পিসি নেই ছাপি ॥৭
সৈন্যৰ উপৰে দুই হাত আছাৰয় ।
আপন পৰক শত সংখ্যাত মাৰয় ॥৮
লক্ষ্মণে বোলন্ত শুনা মোহোৰ বচন ।
ৰুধিৰে প্ৰমত্ত ইটো নপাৰে চেতন ॥৯
বৰ বৰ বীৰে আৰ শৰীৰে চড়াহা ।
দঙ্গা দঙ্গি কৰি আক ভূমিত পাৰাহা ॥১০
চেতন লভিলে আক কমনে যুজোক ।
পালটাইবে পাৰে ইটো সকলে ত্ৰৈলোক্য ॥
মতৱাল হুয়া আছে শোণিতৰ গন্ধে ।
হেলা নকৰিয়া আক যুজিয়ো প্ৰবন্ধে ॥১২
লক্ষ্মণৰ বচনে হাস্ফুলি সব সাজ ।
শৰীৰত চড়িলা সৰভ গয় গজ ॥১৩
বীৰ গন্ধমাৰ্দ্দন গৱাক্ষ জাম্বৱন্ত ।
নল নীল অঙ্গদ বান্দৰ অপৰ্য্যন্ত ॥১৪
সহস্ৰ সংখ্যাত কাপিগণে ধৰি হেলি ।
লাঠি ভুকু মাৰিয়া আৰব পশে পেলি ॥১৫
আঞ্চোৰে কামৰে কতো কিল ভুকু মাৰে ।
চুলাড়ি কৰিয়া কতো কেশক উভাৰে ॥১৬
শৰীৰ কম্পায়া বীৰ আটাসেক দিলা ।
সকল বানৰ বল উফৰি পৰিলা ॥১৭
চেতন হৰিলা কতো পৰি মূৰ্চ্ছা গৈলা ।
শত সংখ্যা বানৰৰ প্ৰাণ ছাৰি গৈলা ॥১৮
হানিলন্ত লক্ষ্মণে অশেষ শৰ জাক ।
দিব্য অস্ত্ৰ সব হানি পীড়িলন্ত তাক ॥১৯
এক গোট শৰ বীৰে মনে গুণি পাইল ।
আকৰ্ণ পূৰিয়া তাক হানিয়া পঠাইল ॥২০
হিয়াত পৰিয়া পিঠি পাছে বাজ ভৈলা ।
শৰৰ প্ৰহাৰে কুম্ভকৰ্ণ কম্পি গৈলা ॥২১
আবো অসংখ্যাত বীৰে হানিলন্ত শৰ ।
জৰ্জ্জৰীতকৃতে বিন্ধিলন্ত কলেৱৰ ॥২২
আকাশত দেৱে চাহি আছে এক চিতি ।
লক্ষ্মণৰ শৰে তাক ছাইলা চতুৰ্দ্দিতি ॥২৩

কুম্ভকৰ্ণ কুপিলা শৰৰ মহা ঘাই ।
মুদ্গৰ ফুৰাইয়া ৰামৰ পাশে যাই ॥২৪
শ্ৰীৰামে বোলন্ত কিনো মুনিং আছয় ।
লক্ষ্মণৰ শৰক কটাক্ষ নকৰয় ॥২৫
বানৰ বলক সবে উপাৰি পেলাৱে ।
যমে যেন খেদি আসে লোক লাগি ধাৱে ॥
বায়ব্য অস্ত্ৰক ৰামে গুণত চড়াইল ।
আকৰ্ণ পূৰিয়া তাক হানিয়া পঠাইল ॥২৭
মহাবেগে অস্ত্ৰ গৈয়া তাৰ লাগ পাইল ।
মুদ্গৰ সমে হাত কাটিয়া পেলাইল ॥২৮
পৰ্ব্বত শিখৰ যেন বাহু যে পৰিল ।
বানৰ ভালুক বল অশেষ মৰিল ॥২৯
অশেষ বলৰ ভৰে মুখে মাত নাই ।
দুই বীৰ যুজন্ত সমস্তে আছে চাই ॥৩০
বাহু ছেদ ভৈলা বীৰ চাহে আগ পাছ ।
বাম হাতে উপাৰি লৈলন্ত শাল গাছ ॥৩১
বৃক্ষ থিৰ কৰিয়া ৰামক ধাইয়া যাই ।
ৰাক্ষস বানৰ পৰে শৰীৰৰ বাই ॥৩২
ইন্দ্ৰ অস্ত্ৰ হানি ৰামে বুদ্ধি নঘাটিল ।
বৃক্ষ সমে তাৰ সিটো হাতক কাটিল ॥৩৩
নিৰ্ঘাত পৰিল যেন বিদুৰ বিয়াপি ।
ৰাক্ষস বানৰ বল দলিলেক ছাপি ॥৩৪
কুম্ভকৰ্ণ কুপিলা উচ্চিত ৰব কায় ।
অতি মহাবেগে শ্ৰীৰামক ধাইয়া যাই ॥৩৫
দুই অৰ্দ্ধচন্দ্ৰ ৰামে গুণত চড়াইলা ।
দুই খান পাৱ তাৰ কাটিয়া পেলাইলা ॥৩৬
চন্দ্ৰক গ্ৰসিতে যেন ৰাহু মুখ বায়া ।
চৌৰাঙ্গি শৰীৰে ৰাঘৱক যাই ধায়া ॥৩৭
মুখ গোট দেখি যেন পাতাল বিবৰ ।
সব পৃথ্বী কাম্পয় নসহে পয়োভৰ ॥৩৮
চমৎকাৰে হাতে ৰামে ধনুক ধৰিল ।
অসংখ্যাত শৰে তাৰ মুখক ভৰিল ॥৩৯
কুম্ভকৰ্ণ নিশাচৰ হতাশন ভৈলা ।
নিকংহ্মী হুয়া গলগলাইবাক লৈলা ॥৪০
মোহক লভিলা যেবে ঘোৰ নিশাচৰ ।
যমদণ্ড সম ৰামে ধৰিলন্ত শৰ ॥৪১
ইন্দ্ৰে দিয়া শৰ অস্ত্ৰ হানিলন্ত বলে ।
মন পৱনৰ বেগে সত্বৰে নিকলে ॥৪২

হিয়াত ভেদিলা বাঁণ কুম্ভকৰণৰ।
পৃথিবীক ভেদি গৈলা পাতাল ভিতৰ ॥৪৩
বজ্র হানি ইন্দ্রে যেন গিৰি ফুলিলান্ত।
ঠাঁটকাৰ শবদে পূৰিলা গগণান্ত ॥৪৪
ৰামে আৰো বাণক মনত গুণি পাইল।
দিব্য অস্ত্র আৰোপিয়া গুণত চড়াইল ॥৪৫
বিধূম অগনি যেন আদিত্য প্রচণ্ড।
জাজ্জ্বল্য সমান দেখি যেন যম দণ্ড ॥৪৬
আকর্ণ পূৰিয়া হানিলন্ত মহাবলী।
সূৰ্য্যৰ কিৰণ নিবাৰিয়া যাই চলি ॥৪৭
বাসবৰ বজ্রে যেন বৃত্র অসুৰৰ।
শিৰ ছেদ কৰিলন্ত কুম্ভকৰণৰ ॥৪৮
মাথা গোট পৰিয়া লঙ্কাৰ বহুদূৰ।
গৃহ মঠ মণ্ডপ কৰিলা মসিমূৰ ॥৪৯
চূর্ণীকৃত কৰিলা প্রাঙ্কীৰ উপবন।
স্ত্রী বাল্য বৃদ্ধক আশেষ কৈলা চূর্ণ ॥৫০
মেৰুৰ সদৃশ পৰি গৈলা কলেৱৰ।
চূর্ণীকৃত ভৈলা পৰি দুই লক্ষ বানৰ ॥৫১
লঙ্কাত যে আশেষ তোৰণ খসি গৈলা।
নিৰন্তৰ নৰে বৰ বিমূৰ্চ্ছিত ভৈলা ॥৫২
হত শেষ বলে বৰ হতাশন হুয়া।
আথে বেথে ৰাজাত যে জনাইলেক গৈয়া ॥৫৩
কুম্ভকর্ণ বধ শুনি ৰামৰ শৰত।
মূৰ্চ্ছিত ৰাৱণ শৰীৰত নাহি তত ॥৫৪
আসনৰ খসিয়া পৰিলা তেতিক্ষণে।
চেতনক হৰিলেক ত্রৈলোক্য ৰাৱণে ॥৫৬
বাপৰ পৰন দেখি আসনৰ হন্তে।
চাৰি ভাই মিলি গৈলা কান্দন্তে কান্দন্তে ॥
দেৱান্তক নৰান্ত ত্রিশিৰা অতিকায়।
হাকলে বিকলে কান্দে পোৰে সৰ্ব্বকায় ॥৫৭
হৰি হৰি খুড়াই তোমাৰ ভৈলা কাল।
মানুষৰ শৰ ঘাৱ হেনসে বিষাল ॥৫৮
মহাপাৰ্শ্ব মহোদৰ আদি বীৰ বৰ।
কুটুম্ব স্বজনে বেঢ়ি কান্দিলা বিস্তৰ ॥৫৯
লঙ্কা নগৰীত যত ৰাক্ষসৰ কুল।
অন্তেষ পুৰত ভৈলা শবদ তুমুল ॥৬০
কতো বেলি লঙ্কা নাথে শুকতিক পাই।
মাথে ভুকু দিয়া কান্দে হা প্রাণ ভাই ॥৬১
তোৰ বাহু বলক কৰিলো মই আশ।
শুকতি নধাৰে আবে ভৈলো নিৰুৎসাহ ॥৬২
কৈক গৈলা মোক এৰি ভয়াই কনিষ্ঠ।
একো একো কৰ্ম্ম কৰিলাহা অসদৃশ ॥৬৩
উপজিয়া অনেক সহস্র ঋষি খাইলে।
আমাৰ বংশৰ বৰ কীৰ্ত্তিক অনাইলে ॥৬৪
সকল দেৱক তই অকলে ভঙ্গাইলে।
নাগলোক জিনিয়া যশক বৰ পাইলে ॥৬৫
বজ্রৰ প্রহাৰ কট্‌কটো নকৰিলে।
মানুষৰ শৰ ঘাৱে পৰাণ মৰিলে ॥৬৬
কহি গৈলে বাপ মোৰ বিভীষণ ভাই।
তোৰ বোল নুশুনিলো আপদক পাই ॥৬৭
মাল্যৱন্ত মাৰীচেয়ো বুলিলন্ত হিত।
দুৰ্গতি কালত তাক দেখিলোহোঁ তিত ॥৬৮
ঝাণ্টে ৰথ সাজ আজি যুজিবাক যাওঁ।
শ্রীৰামক মাৰিয়া ভয়াইৰ মান পাওঁ ॥৬৯
সুহি সমৰত পৰি ৰামৰ শৰতে।
যমপুৰে চলোঁ কুম্ভকর্ণৰ লগতে ॥৭০
দেৱান্তক প্রমুখ্যে মিলিয়া চাৰি ভাই।
হাত যোৰে বুলিলেক আদেশ বোপাই ॥৭১
তোমাৰ বৈৰক আজি নিদলি পেলাওঁ।
আদেশ কৰিয়ো হেৰা যুজিবাক যাওঁ ॥৭২
ত্রিশিৰা বোলয় শুনা বাপ দশানন।
সন্তাপ এৰিয়ো মাৰোঁ শ্রীৰাম লক্ষ্মণ ॥৭৩
মোক যোৰ নভৈলেক দেৱৰ ভুবনে।
শ্রীৰামক মাৰিবো হৰিষ কৰাঁ মনে ॥৭৪
ত্রিশিৰাৰ বচনে হৰিষ ৰাৱণৰ।
বাহুৰিয়া আইলা যেন যম-কৰণৰ ॥৭৫
সম্মুখি বোলয় কুল প্রদীপ সাৰ্থক।
সুপুত্রৰ প্রয়োজন ৰাখিবি বাপক ॥৭৬

## ২২ অধ্যায়।

অতিকায়াদি ৰাক্ষসৰ যুদ্ধ আক পতন।

চাৰি গোট কুমাৰক মণ্ডি অলঙ্কাৰ।
সুগন্ধ চন্দন ভূষি পুষ্পে জাতিষ্কাৰ ॥১
কেহোঁ গজে কেহোঁ ঘোড়ে কেহোঁ যাই ৰথে।
মহাপাৰ্শ্ব মহোদৰ চলয় লগতে ॥২
চাৰি গোটা কুমাৰ ৰাজাৰ দুই ভাই।
ছয়ো মহাবীৰ লৰি ভৈলা আজ্ঞা পাই ॥৩

ৰাজাৰ চৰণ ধূলি শিৰত চড়াইল।
চতুৰঙ্গ দলে সবে ৰণ ভূমি পাইল ॥৪
ৰাক্ষসৰ বল যেবে সমৰক গৈলা।
ৰাঘৱৰ বলে দেখি সব সাজ ভৈলা ॥৫
জিকোৰিলা কপিবল ধৰণ নযাই।
বেড়িয়া বৰিষে বৃক্ষ শিখৰৰ ঘাই ॥৬
বৃক্ষৰ সন্ধানে কতো গিৰিৰ শিখৰে।
ৰাক্ষসে মাৰয় কতো খাণ্ডাৰ প্ৰহাৰে ॥৭
ৰাক্ষসৰ বানৰৰ ৰণ ধূমাজয়।
শিলাৰ প্ৰহাৰে হৰে ৰাক্ষসৰ জয় ॥৮
ৰাক্ষস বলৰ যেবে অস্ত্ৰ গৈলা ক্ষয়।
বানৰক তুলি তুলি বানৰ মাৰয় ॥৯
ভালুকক মাৰে তুলি ভালুকৰ গায়।
ৰুধিৰ পিয়ারে কেহোঁ মাংস চোবাই খায়॥১০
হানিয়া আণ্টাইলা বৃক্ষ গিৰিৰ শিখৰ।
অস্ত্ৰ বিবৰ্হিত ভৈলা ভালুক বানৰ ॥১১
ফৰবট যেন ৰাক্ষসক তুলি তুলি।
হানিবা পঠায়ে গিৰি শিখৰক বুলি ॥১২
ক্ষণেকে বানৰ বলে ৰাক্ষস ভঙ্গাইলা।
কুমাৰত গৈয়া সবে শৰণ যে লৈলা ॥১৩
নৰান্তকে দেখিলন্ত নিজ সৈন্য ভঙ্গ।
কপিবল দেখি তাৰ মনে বৰ ৰঙ্গ ॥১৪
মহাবীৰ নৰান্তক ৰাজাৰ কুমাৰ।
ঘোড়াত চড়িয়া গৈলা সৈন্যৰ ভিতৰ ॥১৫
প্ৰাসক উচ্চায়া বানৰক মাৰে বাৰি।
খৰগৰ ঘাৱে কতো প্ৰাণ যাই ছাৰি ॥১৬
যত যত বীৰে বৃক্ষ হানিবাক যাই।
সবাহাকে চালয় হানিয়া প্ৰাস ঘাই ॥১৭
কুম্ভকৰণৰ হাতে যতেক এৰাইল।
নৰান্তকৰণে পুনু প্ৰাণক সুজাইল ॥১৮
সুগ্ৰীৱ দেখন্ত নৰান্তক যেন যম।
প্ৰজা সংহৰিতে আছে কালান্তক সম ॥১৯
আপন সৈন্যৰ যেবে দেখিলা কদন।
অঙ্গদক সম্বুধিয়া বুলিলা বচন ॥২০
শুনহ অঙ্গদ বাপু বীৰ বলীয়াৰ।
সত্বৰ কৰিয়া ৰাজ কুমাৰক মাৰ ॥২১
ইটো বীৰ জীৱন্তে বানৰ হুইবে উলি।
ৰাৱণক পুত্ৰশোকে মাৰি এৰ পুলি ॥২২
অঙ্গদে শুনিলা যেবে ৰাজাৰ আদেশ।
হাস্ফোল কৰিয়া সমৰত পৰবেশ ॥২৩
আন অস্ত্ৰ কিছো নাহি নখ আৰ দান্ত।
নৰান্তক বীৰক অঙ্গদে বুলিলান্ত ॥২৪
ওৰে নৰান্তক মোক যম হেন জান।
বজ্ৰৰ সদৃশ হৃদয়ত প্ৰাস হান ॥২৫
ক্ষুদ্ৰ যে পতঙ্গ সম বানৰ নমাৰ।
পাছে তই সহ মোৰ মুঠিৰ প্ৰহাৰ ॥২৬
ক্ৰোধে নৰান্তক বীৰে ছোবাৰন্ত দান্ত
হাওঁৰে বানৰা আজি তোক কৰোঁ অন্ত ॥২৭
কাক আসি কি বোলহ নাহিকে উদ্দেশ।
এহি প্ৰাস ঘাৱে তোৰ প্ৰাণ কৰোঁ শেষ ॥২৮
ফুৰাইয়া হানিলা প্ৰাস অঙ্গদক লাগি।
হৃদয়ত পৰি সিটো প্ৰাস গৈলা ভাগি ॥২৯
পৰ্ব্বতত পৰি যেন দলি ভৈলা চুৰ।
অগনি কনিকা উঠি গৈলা বহুদূৰ ॥৩০
নৰান্তক বীৰৰ ধৱল অতি ঘোড়।
উচ্চৈশ্ৰৱা সদৃশ পৱন সম জোৰ ॥৩১
অঙ্গদে হানিলা মুঠি কপালক লাগি।
তুৰঙ্গৰ ঢেল নিকলিলা মাথা ভাগি ॥৩২
বাহন পৰিলা নৰান্তক যে অতুষ্টি।
অঙ্গদৰ কপালত হানিলন্ত মুঠি ॥৩৩
বোম্বালে ৰুধিৰ নিকলিয়া যাই ধাৰে।
বালীপুত্ৰ কাম্পি গৈলা মুঠিৰ প্ৰহাৰে ॥৩৪
ক্ষণেকে অঙ্গদ সুস্থ কৰিলা শৰীৰ।
বজ্ৰ সম মুষ্টি ধৰিলন্ত মহাবীৰ ॥৩৫
বক্ষস্থলে টানি বৰ দিলন্ত প্ৰহাৰ।
হৃদি চূৰ্ণ হয়া প্ৰাণ ছাৰি গৈলা তাৰ ॥৩৬
ৰণত পৰিলা নৰান্তক নিশাচৰ।
দশ গুণ তেজ বল ভৈলা অঙ্গদৰ ॥৩৭
দেখি দেৱান্তকে যে ত্ৰিশিৰা মহোদৰ।
অকল বীৰক ধাইলা তিনি বীৰবৰ ॥৩৮
ক্ৰোধত জ্বলিয়া গৈলা তিনি বীৰবৰ।
অস্ত্ৰজালে শৰীৰ বিন্ধিলা অঙ্গদৰ ॥৩৯
বালীপুত্ৰে সমৰত তিনিকো ধাইলন্ত।
লাঠি ভুকু কাহাকো খেখট কৰি দান্ত ॥৪০
ভাঙ্গৰ বৃক্ষক পাছে আজুৰি আনিল।
সামৰ বুলিয়া দেৱান্তকক হানিল ॥৪১

সমীপ ছাপিলা তৰু যেন কাল দণ্ড ।
ত্ৰিশিৰাৰ শৰে তাক কৈলা খণ্ড খণ্ড ॥৪২
বৃক্ষ শিলা অঙ্গদে আশেষ বৰিষিলা ।
ত্ৰিশিৰাৰে শৰ ঘাৱে সবাকো কাটিলা ॥৪৩
দেৱান্তকে পৰিঘে তোমৰে মহোদৰে ।
ত্ৰিশিৰায়ে অঙ্গদক পীড়িলেক শৰে ॥৪৪
নকৰিলে কটাক্ষ অঙ্গদ মহাবলে ।
মহোদৰ গজক তাৰিলা কুম্ভস্থলে ॥৪৫
দুই চক্ষু নিকলিলা মুঠিৰ প্ৰহাৰে ।
দান্ত দুই আজুৰিয়া লৈলন্ত তাহাৰে ॥৪৬
দিলা দেৱান্তকক হস্তীৰ দান্তে বাৰি ।
মূৰ্চ্ছা গৈয়া পৰিল চেতন গৈলা ছাৰি ॥৪৭
কুঞ্জৰ পৰিয়া গৈলা কুম্ভস্থল ভাগি ।
দেৱান্তক ভেৰ দিলা পৃথিবীক লাগি ॥৪৮
সন্ধুক্ষণ ভৈলা কতোক্ষণে দেৱান্তক ।
পৰিঘৰ কোবেক দিলেক অঙ্গদক ॥৪৯
বালীপুত্ৰ পৰিলন্ত পুত্ৰ ত্ৰিশিৰাই ।
অঙ্গদক হানিলা অনেক শৰ ঘাই ॥৫০
শৰ বৰিষণে বৰিষয় মহোদৰ ।
তিনিহন্তে জন্তাইলা পীড়িলা নিৰন্তৰ ॥৫১
একে অঙ্গদক তিনি ৰাক্ষসে যুজন্ত ।
দেখিয়া ধাইলন্ত নীল বীৰ হনুমন্ত ॥৫২
ত্ৰিশিৰাক নীল বীৰে হানিলা শিখৰে ।
ৰাৱণৰ পুত্ৰে তাক কাটিলন্ত শৰে ॥৫৩
চূৰ্ণীকৃত কৰিলেক গিৰিৰ শিখৰ ।
দেখিয়া হৰিষ দেৱান্তক নিশাচৰ ॥৫৪
আপন শকতি ধৰি পৰিঘ উচ্চায়া ।
মাৰুতিক লাগি শীঘ্ৰ বেগে গৈলা ধায়া ॥৫৫
হনুমন্তে দেখন্ত আসয় আথে বেথে ।
বজ্ৰ সম মুষ্টি মাৰিলন্ত তাৰ মাথে ॥৫৬
চক্ষু দান্ত নিকলিলা মাথা গোট ভাগি ।
দেৱান্তক গৈলা যম সদনক লাগি ॥৫৭
ৰাজাৰ কুমাৰ যেবে পৰিলা সমৰে ।
মহোদৰে নীলক বৰিষে আতি শৰে ॥৫৮
নিৰন্তৰে হানন্ত চড়িয়া গজস্কন্ধে ।
নীলক সমৰ মাজে মাৰিতে প্ৰবন্ধে ॥৫৯
নীল সেনাপতিয়ে পৰ্ব্বত গোট তুলি ।
মহোদৰ বীৰক হানিলা হুঃ বুলি ॥৬০
আকাশক লাগিয়া উচ্চায়া বহু দূৰ ।
নিশাচৰে সাৰথিয়ে চাপি কৈলা চূৰ ॥৬১
খুড়াত পৰিলা দেখি ত্ৰিশিৰা খঙ্গাইল ।
মাৰুতিক শৰ হানি চতুৰ্দ্দিশে ছাইল ॥৬২
বায়ুসুত বাঢ়িলন্ত যেন হেমগিৰি ।
ঘোড়া সব পেলাইলন্ত তাৰ নখে ছিৰি ॥৬৩
ত্ৰিশিৰা ভূমিত পৰি পাইল ৰথ ভঙ্গে ।
ভয়ঙ্কৰ শকতি হানিল বৰ খঙ্গে ॥৬৪
প্ৰলয় কালৰ অগ্নিকুণ্ডৰ সমান ।
দেখি অন্তৰীক্ষে ভেৰ দিলা হনুমান ॥৬৫
শকতিক হনুমন্তে দুয়ো হাতে ধৰি ।
আঠু দিয়া ভাঙ্গিলন্ত ঠনাকৃত কৰি ॥৬৬
দেখিয়া বানৰ বলে ৰিঙ্গ কোলাহল ।
প্ৰচণ্ড বায়ুত যেন সাগৰ আস্ফাল ॥৬৭
ক্ৰোধে জ্বলি গৈলা বীৰ ত্ৰিশিৰা কুমাৰ ।
হৃদয়ত প্ৰহাৰ দিলেক খৰগৰ ॥৬৮
বায়ুসুতে আতি বৰ কৰিয়া লৰৰ ।
হিয়াত হানিলা বজ্ৰ সমান ছাপৰ ॥৬৯
ত্ৰিশিৰা মূৰ্চ্ছিত ভৈলা চেতনক ছাৰি ।
হনুমন্তে তাহাৰ খৰগ লৈলা কাঢ়ি ॥৭০
তেতিক্ষণে চেতন লভিয়া কোপে উঠি ।
হৃদয়ত কপিৰ হানিলা বজ্ৰ মুঠি ॥৭১
মুঠিৰ প্ৰহাৰে কপি বীৰ কম্পি গৈলা ।
ফুৰনি দেখিয়া পুনঃ সন্ধুক্ষণ ভৈলা ॥৭২
বাম হাতে কেশে সমে কিৰীটি ধৰিলা ।
জয় ঘণ্টা লাৰি আনি বাৱ পাক কৰিলা ॥৭৩
সাগৰ গহন বায়ুসুত মহাবীৰ ।
খৰগৰ ঘাৱে ছেদিলন্ত তিন শিৰ ॥৭৪
ৰামাৰ কুমাৰ যেবে ত্ৰিশিৰা পৰিলা ।
ৰাঘৱৰ সেনায়ে কৌতুকে ৰিঙ্গ দিলা ॥৭৫
পৃথিবী কম্পায়া যেবে ত্ৰিশিৰা পৰিলা ।
গদা ফুৰাৱন্তে মহাপাৰ্শ্ব নিকলিলা ॥৭৬
বানৰৰ সেনাগণ মাৰয় অপাৰ ।
ঋষভে ভেটিলা আসি পৰ্ব্বত আকাৰ ॥৭৭
বৰুণৰ পুত্ৰ বানৰৰ যূথপতি ।
মহাপাৰ্শ্বে শুণে কিনো দাৰুণ শকতি ॥৭৮
হৃদয়ত বৈসাইলেক গদাৰ প্ৰহাৰ ।
বোম্বালে নিকলি গৈলা শোণিতৰ ধাৰ ॥৭৯

ঋষভেয়ো কতোক্ষণে সন্ধুক্ষণ হুইয়া।
তাহাৰ হাতৰ গদা বলে কাঢ়ি লৈয়া ॥৮০
মাথাত কোবেক তাৰ বৈসাইলেক টানে।
শিৰ ভাগি মহাপাৰ্শ্ব গৈলা যমথানে ॥৮১
শুভ শুভ জয় জয় ভৈলা সবে লোকে।
দেখি অতিকায়ক পীড়িলা বৰ শোকে ॥৮২
মনত গুণয় পৰিলেক তিনি ভাই।
খুড়া দুই পৰিলেক বিপাকক পাই ॥৮৩
আজি ৰাম লক্ষ্মণক সকলে বানৰে।
একেশ্বৰে সবাকে পঠাইবো যম ঘৰে ॥৮৪
মোৰ নামে ইন্দ্ৰেয়ো পলান্ত ৰণ ছাৰি।
কুবেৰক কালক খেদাইলো গদাবাৰি ॥৮৫
ৰথ খান জ্বলয় সহস্ৰ ৰবি জ্যোতি।
মণ্ডিয়া আছয় মণি বস্ত্ৰ গজমতি ॥৮৬
বহয় তাহাক দুই পাঞ্চশত ঘোড়।
মহাবেগে চলয় পৱন সম জোৰ ॥৮৭
পৰ্ব্বতৰ সমান মুনিষ অতিকায়।
অস্ত্ৰৰ প্ৰহাৰে সৈন্য ভঙ্গাৰন্তে যাই ॥৮৮
সবে সৈন্য ভঙ্গ ভৈলা ধৰণ নযাই।
ভালুক বানৰ উসমিলিয়া পলাই ॥৮৯
শ্ৰীৰামে বোলন্ত শুনা মিত্ৰ বিভীষণ।
ইটো কোন বীৰ দেখোঁ ভঙ্গাইলেক ৰণ ॥৯০
সৈন্যক মাৰয় যেন কালান্তক যম।
জানিলোহোঁ ইহাক মুনিষ নাই সম ॥৯১
বিভীষণে বোলয় এহিটো অতিকায়।
বীৰত্ব কাহিনী আৰ কহন নযাই ॥৯২
বাসৱক ভঙ্গাইলেক সম্মুখৰ ৰণে।
লাহাৰি নসহে যম অগনি বৰুণে ॥৯৩
ব্ৰহ্মাক আৰাধি ইটো পায়া আছে বৰ।
দেৱাসুৰ নাগ যক্ষ লোকত অমৰ ॥৯৪
সবে বশ্য কৰিলেক এহি তিনি লোক।
অৱহিতে যুজিয়োক ৰাৱণৰ পোক ॥৯৫
এতহন্তে অতিকায় সজ্জিত চাপিয়া।
ৰামক বুলিবে লৈলা গৰব কৰিয়া ॥৯৬
যিটো বীৰে মুনিষ বোলাৱে আপনাক।
শকতি আছয় ৰণ দিয়োক আমাক ॥৯৭
হনুমন্ত প্ৰমুখ্যে বানৰ কুল বথ।
সকলহি বানৰ আমাৰ নিজ ভক্ষ্য ॥৯৮

ত্ৰৈলোক্য জিনিলো মুনিষত মোৰ কায।
ইতৰ জনত যুজিবাক লাগে লাজ ॥৯৯
তাৰ গৰ্ব্ব বচন শুনিয়া তেতিক্ষণে।
কাণ্ডে তূণ ভৰি ধনু ধৰিলা লক্ষ্মণে ॥১০০
আকৰ্ণ পুৰিয়া ধনু কৰিলা টঙ্কাৰ।
শবদে পাইলেক গৈয়া স্বৰ্গৰ দুৱাৰ ॥১০১
পৰিবৰ্ত্তি আইলা ধ্বনি স্বৰ্গপুৰ হন্তে।
প্ৰতিধ্বনি গৈলা গিৰি সাগৰ পৰ্য্যন্তে ॥১০২
পৃথিবীৰ লোকৰ কাণত তাল দিল।
লঙ্কাত বিস্ময় বৰ নিৰ্ঘাত পৰিল ॥১০৩
অতিকায় বীৰৰ লাগিলা চমৎকাৰ।
মনত গুণয় কিনো বীৰ বলীয়াৰ ॥১০৪
লক্ষ্মণক বোলে তুমি বাহুৰিয়া যাহা।
নিদ্ৰাৰ যে সৰ্পক কিসক জগাৱাহা ॥১০৫
আমাৰ হাতত যেবে নযাইবে পৰাণ।
ঝান্ট কৰি হাতৰ থৈ এৰ ধনুখান ॥১০৬
ত্ৰৈলোক্য জিনিলো তই বীৰ কোন বথ।
ছৱালক যুজিবাক লাগয় বৈলথ ॥১০৭

২৩ অধ্যায়।

ছবি।

আপনাৰ শৰীৰত, মমত আছয় যেবে,
হিত বোল নোবোচয় তোক।
যম কৰণত পাতি, মলছিলা হেন জানি,
আগ বাঢ়ি ৰণ দেহ য়োক ॥১
দিব্য অস্ত্ৰ যত যত, মোহোৰ হাতত আছে,
তাক কহিবাৰ কাৰ্য্য কিস।
যম দণ্ড সম শৰ, শৰৰ প্ৰহাৰ সহ,
তেবে তই মুনিষ হৱস ॥২
লক্ষ্মণেয়ো সম্বুধিয়া, ৰাক্ষসক বুলিলন্ত,
অতিকায় কিসক তৰ্জ্জস।
আনত ভাবনা কহ, শৰত কলেৰ মেষ,
মিচা তই কিসক গৰ্জ্জস ॥৩
বীৰ হুয়া যিটো বীৰে, মুনিবাই নজানিয়া,
আনক নিন্দয় ৰণশালে।
দুৰ্গতি পতিত ভৈলে, সমৰত পৰে যদি,
তাহাক নিন্দয় পাছ কালে ॥৪
মুনিবৰ পোৱ যেবে, মুনিষ হৱস তই,
বিপক্ষক নিন্দিতে চাহস।

বাঢ়ি ৰণ পকজাউ, দান্ত ভাগা সাপযেন,
মিছাত কিসক ফোকাৰস ॥৫
আপনাক বৰ কৰি, আনক তাকৰ জানি,
বুলিলি যে আগে অনখৰ।
ছৰালৰ মুঠি দেখ, গুচাওঁ তোৰ বৈলখ,
মাৰি পেশোঁ যমৰ নগৰ ॥৬
লক্ষ্মণৰ শৰ ঘাৰে, ঘৰ্ম্মচড়ি গৈলা গাৰে,
জ্বলিলেক ৰাক্ষস অগনি।
আকর্ণ পূৰিয়া ধনু, শৰ গোট মাৰিলেক,
আকাশে জ্বলন্তে যাই ছানি ॥৭
ৰামৰ কনিষ্ঠে তাক, অৰ্দ্ধচন্দ্ৰ বাণ হানি,
অন্তৰীক্ষে কাটিয়া পেলাইল।
দেৱ দৈত্য নৰ যক্ষ, দানব যতেকনাগ,
সবে হন্তে কৌতুকক পাইল ॥৮
আৰ পাঞ্চ গোটা শৰ,অতিকায়ে হানিলেক,
লক্ষ্মণে হানিলা পুনু তাকে।
অনেক লক্ষেক শৰে, সূৰ্য্যপথ ৰুদ্ধিলেক,
নিশাচৰ তাহাঙ্ক আথাকে ॥৯
সুমিত্ৰা তনয়ে জানি, আপনাৰ শৰেহানি,
অস্ত্ৰে কাটি পেলাইল সকল।
আকর্ণ পূৰিয়া ধনু, অস্ত্ৰ গোট হানিলেক,
কপালত ফুটিলা সকল ॥১০
শৰ গোটপশি গৈলা, তাক কেহোঁনলক্ষিল,
ঘটা ঘটা ৰুধিৰ বজাইল।
কতো বেলি মূৰ্চ্ছা গৈয়া, আছিলেক অতিকায়;
খেনেতেক চেতন পাইল ॥১১
সাৰ্থক যে দশৰথ, কুলৰ নন্দন বীৰ,
তিনিয়ো ভুবনে যশ পাইলে।
স্বৰ্গ মৰ্ত্ত পাতালক, বৰাইলোঁ মই হেনবীৰ
এক গোটা শৰতে কম্পাইলে ॥১২
আৰকায়ো শৰে হানি, সূৰ্য্যপথ ৰুধিলেক,
লক্ষ্মণক বেঢ়ি তমোময়।
দেৱগণ ৰাম সেনা, সবাৰে সম্ভ্ৰম মন
অন্তৰ্গতে জ্মিলেক ভয় ॥১৩
সৈন্যৰ বিভ্ৰম অতি, দেখিয়া সুমিত্ৰাসুতে,
ৱায়ব্যৰ অস্ত্ৰক মাৰিল।
ৰবিৰ কিৰণে যেন, অন্ধকাৰ ফেৰিলেক,
ৰাক্ষসৰ অস্ত্ৰ সংহাৰিল ॥১৪

২৪ অধ্যায়।

পদ।

ক্ৰোধিলা ৰাৱণ সুত বীৰ অতিকায়।
হিয়াত হানিলা বজ্ৰ সম শৰ ঘাই ॥১
অন্ধকাৰ তমোময় দেখিলা লক্ষ্মণে।
সন্ধুকি অগনি অস্ত্ৰ লৈলা তেতিক্ষণে ॥২
অগনিৰ অস্ত্ৰ বীৰে নান্দিলেক মাত্ৰে।
ৰাক্ষসে কাটিয়া তাক আদিত্যৰ অস্ত্ৰে ॥৩
দুই অস্ত্ৰে যুদ্ধ ভৈলা হুইয়া এক ঠাই।
আউৰ আউৰে চূৰ্ণ পৃথিবীতে পৰি যাই ॥৪
ঐষিকী অস্ত্ৰক হানিলন্ত নিশাচৰে।
ইন্দ্ৰ অস্ত্ৰে নিবাৰিলা লক্ষ্মণ কুমাৰে ॥৫
যম অস্ত্ৰ নিশাচৰে কৰিল প্ৰহাৰ।
সুমিত্ৰে বায়ব্য অস্ত্ৰে কৰিলা সংহাৰ ॥৬
অস্ত্ৰৰ প্ৰহাৰ দুইৰো তত্তুল্য সমান।
অতিকায় বলশীল ধনুৰ সন্ধান ॥৭
তক্ষক সদৃশ হানিলন্ত এক শৰ।
হৃদয়ত পৰি মূৰ্চ্ছা কনিষ্ঠ ৰামৰ ॥৮
দশৰথ সুতে পাছে চেতনক পাইল।
শৰ হানি ৰথ ঘোড়া কাটিয়া পেলাইল ॥৯
ধ্বজক ছেদিল পাছে সাৰথিৰ শিৰ।
ভূমিত পৰিলা অতিকায় মহাবীৰ ॥১০
ভূমিত থাকিয়া শৰ হানয় অপাৰ।
লক্ষ্মণক ছায়া কৰিলেক অন্ধকাৰ ॥১১
আপনাৰ শৰে পুনু কাটিলন্ত বীৰে।
অতিকায় বীৰক বিন্ধিলা সশৰীৰে ॥১২
দুইহানো শৰক পুনু দুইহান্তে কাটন্ত।
ঘোৰ সমৰৰ মাজে দুয়ো নঘাটন্ত ॥১৩
অজয় অভঙ্গ দুয়ো ৰাজাৰ কুমাৰ।
ৰুধিৰে পঙ্কিত দেহা শৰে জৰাজৰ ॥১৪
পৃথিবী আকাশে জলজন্তুৰ বিস্ময়।
কিনো দুই বীৰ যুজে অভঙ্গ অজয় ॥১৫
এতেহন্তে আলোচিয়া জগতৰ আয়ু।
লক্ষ্মণৰ কাণত কহিলা আসি বায়ু ॥১৬
ব্ৰহ্মা বৰ দিলা ইটো ত্ৰৈলোক্য বিজয়।
তাহানেসে প্ৰহাৰে ইহান হৈবে ক্ষয় ॥১৭
আন একো প্ৰকাৰে নমৰে অতিকায়।
ভেদ কথা কহিলোঁ যিমতে বধ যাই ॥১৮

বৰ ছিদ্ৰ শুনিলন্ত বায়ুৰ মুখত।
লক্ষ্মণে ব্ৰহ্মাৰ অস্ত্ৰ চড়াইলা গুণত ॥১৯
বেদ মন্ত্ৰ অভিষেকি হানিলন্ত তাক।
অস্ত্ৰৰ অগনি নিকলয় জাক জাক ॥২০
চন্দ্ৰৰ সূৰ্য্যৰ জ্যোতি চূৰ্ণ আতি ভৈলা।
অস্ত্ৰৰ প্ৰহাৰে বসুমতি টলি গৈলা ॥২১
দশোদিশ ব্যাপিয়া গুচিল তমোময়।
সব দিশ প্ৰকাশিয়া ব্ৰহ্মাস্ত্ৰ চলয় ॥২২
ব্ৰহ্মাস্ত্ৰে ব্যাপিলা অতিকায় চমৎকাৰ।
মুদ্গৰ গদায়ে তাক কৰয় নিবাৰ ॥২৩
অস্ত্ৰ সব পুৰি ব্ৰহ্ম অস্ত্ৰ যাই ছানি।
ভুলাত লাগিলা যেন প্ৰচণ্ড অগনি ॥২৪
ৰাৱণৰ পুত্ৰ অতিকায় মহাবীৰ।
লক্ষ্মণৰ শৰে তাৰ ছেদিলন্ত শিৰ ॥২৫
কুণ্ডল কিৰীটি সমে ছেদিলন্ত শিৰ।
শিখৰৰ ভৰে যেন পৃথ্বী গিৰগিৰ ॥২৬
আশেষ পৰিল সেনা তাহাৰ লগত।
কতোহোঁ জনাইলা গৈয়া ৰাজাৰ আগত ॥২৭
লঙ্কেশ্বৰে শুনিলন্ত তনয়ৰ বধ।
বিমূৰ্চ্ছিত ভৈলা কুৰি নয়ন তবধ ॥২৮
চাৰি পুত্ৰ পৰিলা আৰৰ দুই ভাই।
শুনি শোকে ৰাৱণৰ প্ৰাণ ফুটি যাই ॥২৯
সাৰণে দেখে আৰো শোকে তমোময়।
মৌনে থাকিলা সবে পাত্ৰ সমস্তয় ॥৩০
ৰাৱণে ক্ৰন্দন কৰে চেতনক পাই।
কৈক গৈলে দেৱান্তক ত্ৰিশিৰা বোপাই ॥৩১
কৈক গৈলে দেখিবোঁহো নৰান্তক পোক।
মন্দোদৰী জ্বলিবেক দশ গুণ শোক ॥৩২
হাহা কেনে দেখিবোহোঁ পুৰ পটেশ্বৰী।
কোল শূন্য কৰিলোহোঁ বাৰ্দ্ধে মন্দোদৰী ॥৩৩
একৈ একৈ পুত্ৰ যাৰ ত্ৰৈলোক্য বিজয়।
তাহাৰ মৰণে কেনে প্ৰাণক ধৰয় ॥৩৪
হৰি হৰি অতিকায় কেনে বধ পাইলে।
সব দেৱ জিনিয়া ইন্দ্ৰক বৈলখাইলে ॥৩৫
গৰ্ব্ব টুটি গৈল মোৰ ভৈলো নিৰুৎসাহ।
মোক এৰি বাপ কেনে যম ঘৰে যাস ॥৩৬

---

২৩ অধ্যায়—ইন্দ্ৰজিতৰ যুদ্ধত বানৰসৈন্যৰ আৰু শ্ৰীৰামলক্ষ্মণৰ মোহ।

ইন্দ্ৰজিতে গাৰ চালি যুৰিলেক কৰ।
মই চলি ভৈলো হেৰা বাপ লঙ্কেশ্বৰ ॥১
একেশ্বৰে সব কুমাৰৰ মান সাধোঁ।
আজ্ঞা কৰিয়োক ৰাম লক্ষ্মণক মাৰোঁ ॥২
ভালুক বানৰ যত তাৰ অনুকূল।
অকলে সবাক মাৰি কৰিবো নিৰ্ম্মূল ॥৩
সবাক সংহৰো আজি বৰদত্ত বাণে।
বলিৰ মস্তক যেন ছলিলা বামনে ॥৪
মাথাত চুম্বিয়া দশাননে প্ৰশংসিলা।
সকল সম্ভৃতে তাক ৰণক পেশিলা ॥৫
অলঙ্কাৰে মণ্ডি তাৰ ৰথত চলয়।
লঙ্কাৰ মাজতে যেন সূৰ্য্যেক জ্বলয় ॥৬
হস্তী ঘোড়া ৰথ সাজি নিশাচৰগণে।
সমৰ ভূমিক গৈয়া পাইলা তেতিক্ষণে ॥৭
ৰাক্ষসে তেখনে আনি যোগাইলা সম্ভৃত।
যজ্ঞক কৰয় বীৰবৰ ইন্দ্ৰজিত ॥৮
ৰণভূমি মাজে নিয়া অগনি থাপিল।
কলিয়া ছাগল আনি টিটু ভসাবিল ॥৯
তপত যে কধিৰে লোহাৰ ভৰি ক্ৰুবে।
অগনিক পূজিলা অক্ষত তিল দূৰ্ব্বে ॥১০
আহুতি কৰয় মন্ত্ৰ পঢ়ে ধীৰে ধীৰে।
ভয়ড়া কাষ্ঠক হুনে মাখিয়া কধিৰে ॥১১
মূৰ্ত্তি ধৰি অগনিয়ে লৈলন্ত সকল।
ৰণ জিনিবাৰ চিন পাইলন্ত মঙ্গল ॥১২
আহ্বান কৰয় বীৰে ৰাক্ষস অস্ত্ৰক।
ত্ৰৈলোক্যত ভয় ভৈলা হৃদয় চমক ॥১৩
সকল সম্ভৃতে আইলা অন্তৰীক্ষ ৰথে।
তাতে চড়ি আসিলেক ৰাক্ষসৰ পথে ॥১৪
অন্তৰ্দ্ধ্যান ভৈলা যেবে বীৰ মেঘনাদ।
শ্ৰীৰাম লক্ষ্মণ সবে বানৰে বিষাদ ॥১৫
মায়াবলে বাৰুণি হানয় শৰ জাক।
বানৰ বিস্ময় বৰ নলক্ষিয়া তাক ॥১৬
বীৰ কপিগণ যত আকাশক চৈলা।
ইন্দ্ৰজিতক কেহোঁ খুজিয়া নপাইলা ॥১৭
অন্তৰ্দ্ধ্যান হয়া ত্ৰিদশত অগোচৰে।
সবাকো শকতি শূলে বিন্ধিলেক শৰে ॥১৮

সুগ্ৰীৱক অঙ্গদক হনুযে মন্তক।
মৈন্দ দ্বিবিদক ধূম্ৰাক্ষক জাম্বৱক ॥১৯
গোমুখ যে বেগদৰসিৱ যে নলক।
সূৰ্য্যানলক যে চন্দ্ৰানল ঋষভক ॥২০
নলক যে নীলক যে গন্ধ মাৰ্দ্দনক।
শালিয়া থৈলেক পৃথিবীক শৰীৰক ॥২১
সুষেন যে গৱাক্ষক জ্যোতি যে মুখক।
সম্পাতিক কেশৰীক গৱয় গজক ॥২২
দৰীমুখ দধিমুখ বীৰ কেশৰীক।
বানৰক ভালুকক সকল সৈন্যক ॥২৩
ব্ৰহ্মাক আৰাধি ইটো বৰক পাইলেক।
মায়াবলে ৰাৱণি সবাকে জিনিলেক ॥২৪
সব ৰণভমি থান ভালুক বানৰে।
নিৰন্তৰে ভৰিলেক পৰ্ব্বত শিখৰে ॥২৫
সব সেনা নিশ্চেষ্টে থাকিলা দান্ততৰি।
চক্ষুক তবধ কৰি ধৰণীত পৰি ॥২৬
শ্ৰীৰামে বোলন্ত লখাই হাৰিলোহোঁ বুকে।
তোমাৰ আমাৰ শৰে ইহাক সুটুকে ॥২৭
সব সেনা মাৰিলেক আমাসাৰ আগে।
শ্ৰুতি বুদ্ধি নধাৰয় মৰিতেসে লাগে ॥২৮
দুই ভাই আসা হাতে ধনু শৰ ধৰি।
এতিক্ষণে হৈবোঁ বানৰৰ সৈতোৱাৰি ॥২৯
নাহি প্ৰতিকাৰ আক ব্ৰহ্মা দিলা বৰ।
দৃঢ় মুঠি কৰি হাতে ধনু শৰ ধৰ ॥৩০
এতহন্তে ইন্দ্ৰজিত অন্তৰীক্ষ ভাৱে।
ৰাম লক্ষ্মণক বিন্ধিলেক শৰ ঘাৱে ॥৩১
অচেতনে পৰিলা নাহিকে ৰাৱছাৱ।
দুই ভাইৰ নাসাত নেখেলে প্ৰাণবাৱ ॥৩২
ৰাৱণি ফুৰিয়া চাহিলেক ৰণস্থলি।
এবেসে আণ্টাইলোঁ সব শত্ৰুক নিদলি ॥৩৩
এতেক গণিয়া বীৰ পশিলা নগৰে।
বাপেকৰ চৰণত বন্দিলা সাদৰে ॥৩৪
হৰিষ বদনে কহিলন্ত বাপেকত।
যেন মতে শত্ৰু সব মাৰিলা ৰণত ॥৩৫
তযু পদ প্ৰসাদে, ভৈলোহোঁ ৰণজয়।
নিশ্চিন্তে থাকাহা কিছু নাহিকে সংশয় ॥৩৬

---

২৬ অধ্যায়।

ছুলৰী।

সব সৈন্য যেবে, পুত্ৰে মাৰিলেক,
লঙ্কেশৰে হেন জানি।
ইন্দ্ৰজিতক যে, প্ৰশংসা বচনে,
হৃদয় সন্তোষ বাণী ॥১
সাফল মাৰেকে, গৰ্ব্বে ধৰিলেক,
কুলৰ নন্দন পোক।
দুৰ্ঘোৰ আপদ, সাগৰে মজিলোঁ,
বাপ উদ্ধাৰিলি মোক ॥২
তোহোঁৰ গুণক, কোনে কহিবেক,
কীৰ্ত্তিক বৰ যে থৈলে।
ইন্দ্ৰে মোক বন্দী, কৰিয়া নিৰন্তে,
হাতৰ কাঢ়িয়া লৈলে ॥৩
প্ৰশংসা বচন, কত বুলিবোহোঁ,
চাটু সুযুৰাই তোক।
আজি সুখে বাপু, নিদ্ৰাক পাইবোহোঁ,
এৰাইলো এ পুত্ৰশোক ॥৪
ব্ৰহ্মাৰ বচন, মান্যতা কৰিয়া,
ক্ষণেক আছিলা পৰি।
হনুমন্তে পাছে, চেতন লভিয়া,
উঠিলন্ত গাৱ মুড়ি ॥৫
বিভীষণে হনু-, মস্তক দেখিয়া,
কিছু সঙ্কুক্ষণ ভৈলা।
কোন কোন বীৰ, পৰাণে জীৱয়,
সুদ্ধি কৰিবাক লৈলা ॥৬
সকল সৈন্যক, নিশ্চেষ্ট দেখিয়া,
জাম্বৱক চাহিলন্ত।
পৰ্ব্বত আকাৰে, পৰিয়া আছন্ত,
কত দূৰে দেখিলন্ত ॥৭
সম্মুখি বোলন্ত, বাপু কি জীয়াহা,
আন কথা আছে পাছ।
ব্ৰহ্মাৰ নন্দন, বুদ্ধিৰ সাগৰ,
সবাৰো ঔষধি গাছ ॥৮
মহা মন্ত্ৰী বিভী-, ষণক সম্মুখি,
জাম্বৱন্ত বুলিলন্ত।
তেবেসে আমাৰ, —— বুদ্ধি থাকে যেবে,
বায়ুৰ পুত্ৰ জীৱন্ত ॥৯

বিভীষণে বোলে, প্ৰাজ্ঞা হুইয়া তুমি,
চেতনক হৰুয়াইলা।
শ্ৰীৰাম লক্ষ্মণ, ৰাজাক এৰিয়া,
হনুক কেনে পুছিলা ॥১০
হনুমন্ত যেৰে, পৰাণে জীৱয়,
সৰ্ব সেনাবলে জীব।
বায়ুপুত্ৰ যেবে, বিনাশ ভৈলন্ত,
জীৱন্তো বলো মৰিব ॥১১
ৰাম লক্ষ্মণৰ, প্ৰস্তাব নোহয়,
বাৰ্ত্তা কথা পুছিবাৰ।
আসক্য কাৰ্য্যক, সাধিবাক পাৰে,
সিসে বীৰ বলীয়াৰ ॥১২
বিভীষণ বীৰে, ইঙ্গিত কৰিল,
হনুমন্ত বীৰবৰ।
জাম্বৱন্তৰ যে, চৰণ বন্দিয়া,
মাৰুতি দিলা উত্তৰ ॥১৩
সকল জাতিৰ, মান্যতা পুৰুষ,
মোহোঁৰ পিতৃ সমান।
কি কাৰ্য্যক মোক, আজ্ঞা কৰিয়োক,
ঝাণ্টে দিয়া সন্নিধান ॥১৪

২৭ অধ্যায়—হনুমন্তে ঔষধ আনি সকলোৰে মোহ দূৰ কৰে।

পদ।

জাম্বৱন্তে মাৰুতিৰ গ্ৰীৱত ধৰিল।
এবেসে জানিলোঁ সবে জাতি নিস্তৰিল ॥১
ইন্দ্ৰজিতে সকল সৈন্যক গৈলা বধি।
উপায় বোলোহোঁ ঝাণ্টে আনাগৈ ঔষধি ॥২
আতি দূৰ পথ যাইতে নপাৰয় আন।
ঝাণ্টে ৰামসেনাৰ দিয়াহা প্ৰাণ দান ॥৩
ইন্দ্ৰজিতে শৰে মোক বিন্ধিলেক টানি।
কধিৰ পূৰিত মুখে নোলাৱয় বাণী ॥৪
সমুদ্ৰ তৰিয়া হেমন্তক চলাহা।
তাত পাছে ঋষভ পৰ্ব্বত দেখিবাহা ॥৫
কৈলাসক দেখিবাহা হৰৰ আলয়।
দুইৰ মাজে দেখিবাহা পৰ্ব্বত কলয় ॥৬
চাৰিয়ো ঔষধ জ্বলে দশোদিশে ছানি।
এক নাম আছে তাৰ মৃত্যুসঞ্জীৱনী ॥৭
বিশল্যকৰণী আৰ সন্ধান যে কৰী।
স্বৰূপ কৰণী সমে ঔষধ যে চাৰি ॥৮
আতি সুকুমাৰ দুই ৰাজাৰ কুমাৰ।
ৰাম লক্ষ্মণৰ ঝাণ্টে সৈন্যক উদ্ধাৰ ॥৯
দুখত মুকুতি কৰা গিয়াতি বৰ্গৰ।
সত্বৰে চলাহা বাপ বিলম্ব নকৰ ॥১০
পৰ্ব্বতে চড়িলা কপিৰাজ মহাবীৰ।
মেৰুৰ সদৃশ কৰি বঢ়াইলা শৰীৰ ॥১১
বৰ হাসি তুলি বীৰ নাদয় আস্ফাল।
নিশাচৰ লোকত কাণত দিলা তাল ॥১২
লঙ্কা দলদপ কৰে তান পয়োভৰে।
সসাগৰা পৃথিবী কাম্পয় নিৰন্তৰে ॥১৩
পাতালত নাগৰ মিলিলা জোটা জোট।
স্বৰ্গে উশ্‌মিস পালটয় যুগ গোট ॥১৪
লাঙ্গ থিৰ কৰিলা বাসুকি যেন নাগ।
পিঠি খান পৰিল ডাঙ্গৰ ভৈলা আগ ॥১৫
দুই কৰ্ণ সঙ্কোচ সম্ভাৰ কৰি পাৰ।
লাম্ফদি গৰুড়ে যেন কৰিলা উবাৰ ॥১৬
দেৱ দ্বিজ বাপ মাৰ প্ৰণামি সাদৰি।
ডেৱ দিয়া যান্ত যেৱে হনুমন্ত হৰি ॥১৭
অৰ্দ্ধেক পৰ্ব্বত সন্ধানতে গৈল তল।
চতুৰ্দ্দিশে ফোতকাৰে নিকলিলা জল ॥১৮
সবত গৰয় গজ হৰিণ কেশৰী।
ডেৱৰ সন্ধানে ছেপনিত গৈলা মৰি ॥১৯
সৰ্পে প্ৰাণ ত্যজিলেক অৰ্দ্ধেক নিকালি।
পাষাণ শিখৰ তৰু গৈলা চলি চলি ॥২০
দুৰ্ঘোৰ প্ৰচণ্ড ষৰ শৰীৰৰ বাই।
পৰ্ব্বত শিখৰ খসি লগতে উৰাই ॥২১
কৌটি কৌটি সাগৰৰ জলত পৰিল।
পাতালে নাগৰ ফনামণিয়ো লৰিল ॥২২
মৰ্ত্তৰ ভুবন কপি এৰাইলা সমস্ত।
বায়ুবাট এৰায়া পাইলন্ত স্বৰ্গপন্থ ॥২৩
মেৰুগিৰি দেখিলা সুবৰ্ণে জাতিকাৰ।
কতেক বৰ্ণাইবো গুণ দেৱতা সম্ভাৰ ॥২৪
ৰবিপন্থ সকাৰে সাগৰ এৰাইলন্ত।
ৰজত সঙ্কাশ হিমৱন্তক পাইলন্ত ॥২৫
অত্যন্ত উচ্ছ্ৰিত গিৰি দেখিলা কৈলাস।
ত্ৰৈলোক্যত সাৰ হৰগৌৰীৰ নিবাস ॥২৬

ঋষভ পৰ্ব্বত দেখিলন্ত কপিৰাজে।
ঔষধৰ পৰ্ব্বত দেখিলা দুইৰো মাজে ॥২৭
ঔষধ জ্বলন্ত মাণিকৰ যেন কান্তি।
জ্যোতিৰ প্ৰভাৱে নজানিয় দিন ৰাতি ॥২৮
সাহাস্তম হুয়া হনুমন্তে যেবে যান্ত।
প্ৰদীপ নিৰ্ব্বাণে যেন ঔষধ পলান্ত ॥২৯
সম্বুধি বোলয় কপি শুনৰে পৰ্ব্বত।
ৰাঘৱক নমানস মদৰ গৰ্ব্বত ॥৩০
আজি দেখা তোমাৰ মহত্ত কৰোঁ চুৰ।
ঔষধক পলুৱাই নিবি কত দূৰ ॥৩১
হেন বুলি পৰ্ব্বতক ধৰি আকোৱালি।
ঔষধক নাগ মৃগ সহিতে উঘালি ॥৩২
অন্তৰীক্ষে ভেব কৰি মহাবীৰ কপি।
পৰ্ব্বত সহিতে যান্ত গগণ বিয়াপি ॥৩৩
চক্ৰকৰে ধৰি যেন চলি যান্ত হৰি।
ঔষধৰ প্ৰভাৱে প্ৰসন্ন দিশ কৰি ॥৩৪
সূৰ্য্যৰ পথক পাইলা গগণমণ্ডলে।
সূৰ্য্য জ্বলে দুই গোটা যেন সবে বোলে ॥৩৫
আটাসেক দিয়া নামিলন্ত কপিসিংহ।
চক্ষু মেলি সকল বানৰে দিল বিঙ্গ ॥৩৬
শ্ৰীৰাম লক্ষ্মণে ঔষধৰ গন্ধ পাই।
নিৰ্ব্বিষ শৰীৰে বসিলন্ত দুই ভাই ॥৩৭
ঔষধৰ প্ৰভাৱে সকল কপিগণ।
উঠিয়া বসিলা শৰীৰত নাই ব্ৰণ ॥৩৮
অচিন্ত্য প্ৰভাৱ ঔষধৰ ঠাৱ ছাৰি।
গন্ধ পায়া সৈন্য বসিলন্ত সাৰি সাৰি ॥৩৯
পূৰ্ব্বৰতে বসিলা শ্ৰীমন্ত ভৈলা কায়।
দশগুণ তেজ বল গুচিলা অপায় ॥৪০
ঔষধ সহিতে নিয়া পৰ্ব্বত শিখৰ।
সবাৰ মাজত থৈলা পৱন কুমাৰ ॥৪১
শ্ৰীৰাম লক্ষ্মণ আৰ ভালুক বানৰে।
কৰিলা প্ৰশংসা হনুমন্তক সাদৰে ॥৪২
চিৰ কাল জীৱ বাপু বীৰ হনুমান।
সকল সৈন্যক বাপু দিলা প্ৰাণদান ॥৪৩
ৰাঘৱে বোলন্ত হনুমন্ত মহা বুধি।
পূৰ্ব্বৰ থানত নিয়া থৈয়োথ ঔষধি ॥৪৪
শ্ৰেষ্ঠ পুৰুষৰ ইটো পূৰ্ব্বৰ সঞ্চিত।
আমাসাৰ নোহে যোগ্য মৰ্য্যাদা লঙ্ঘিত॥৪৫
ৰামৰ আদেশে বীৰে শিৰে তুলি লৈলা।
পূৰ্ব্বৰ থানত নিয়া পৰ্ব্বতক থৈলা ॥৪৬
সত্বৰ গমনে পথ লঙ্ঘিয়া আশেষ।
তেতিক্ষণে আসি ভৈল লঙ্কাত প্ৰবেশ ॥৪৭

---

২৮ অধ্যায়—বানৰসৈন্যৰ পুনৰাক্ৰমণ।

ৰাৱণে শুনয় বানৰৰ কোলাহল।
প্ৰচণ্ড বায়ুত যেন সাগৰ আস্ফাল ॥১
সম্বুধি মন্ত্ৰীক বোলে ইটো কি মিলিল।
ইন্দ্ৰজিতে মাৰিবাৰ সবে সেনা জীল ॥২
ব্ৰহ্মাত পাইলেক বৰ ইন্দ্ৰজিত পোৱে।
মোহোৰ কৰম ফলে সিয়ো ব্যৰ্থ হোৱে ॥৩
ৰামত মুনিষ নাই কহিলোহোঁ সাৰ।
যতেক যতন সবে নিষ্ফল আমাৰ ॥৪
ধূম্ৰাক্ষ যে অকম্পন প্ৰহস্ত পৰিল।
কুম্ভকৰ্ণ ভাই যেন পৰ্ব্বত গোড়িল ॥৫
বজ্ৰদশনক দেৱান্তক নৰান্তক।
অতিকায় বীৰ গৈলা যম সদনক ॥৬
মহাপাৰ্শ্ব মহোদৰ ত্ৰিশিৰা তনয়।
ৰণত নিধন ভৈলা দেখিবোহোঁ কয় ॥৭
কুম্ভৰ ঘোটক উট ৰাক্ষস সংখ্যাতে।
পৰিলা লক্ষ্মণ ৰাম বানৰৰ হাতে ॥৮
এবে হেন বল নাই বল আতিৰেক।
ৰাম লক্ষ্মণক যে সম্মুখে যুজিবেক ॥৯
সুগ্ৰীৱ অঙ্গদ হনুমন্ত আৰ নীল।
ইহাক যুজিবে কোন অপায় মিলিল ॥১০
তথাপিতো যত বীৰ ৰাক্ষস আমাৰ।
চাহিয়ো দুৱাৰে বেঢ়ি ৰাখাহা লঙ্কাৰ ॥১১
আদেশ কৰিয়া ৰাজা গুৱাৰি প্ৰবেশ।
লঙ্কাক ৰাখয় বেঢ়ি ৰাক্ষস আশেষ ॥১২
সুগ্ৰীৱ বোলন্ত শুনা বীৰ হনুমান।
মান উদ্ধাৰিবাৰ প্ৰস্তাৱ নাহি আন ॥১৩
চিন্তা বৰ শোকে ৰাৱণৰ কষ্ট মন।
লঙ্কা বেঢ়ি অগনি লগায়ো কপিগণ ॥১৪
ৰাজাৰ আদেশে সবে জোঙা ধৰি কৰে।
গধূলি এবায়া চলি গৈলা নিৰন্তৰে ॥১৫
হনুমন্ত অঙ্গদ জাম্বৱ বীৰ তাৰ।
সব সৈন্যে বেঢ়িলেক চৌপাশে লঙ্কাৰ ॥১৬

প্ৰাক্ষিৰ উপৰে চড়ি চতুৰ্ভিতি ছানি।
নিসন্ধি কৰিয়া বেড়ি লগাইলা অগনি ॥১৭
ৰাঘৱৰ অনুকূলে ঘনে বায়ু বহে।
জাজ্বল্য সমান ৰূপে লঙ্কা খান দহে ॥১৮
ধৌলিৰৰ উপৰে অগনি গৈয়া চড়ে।
পৰ্ব্বতৰ শৃঙ্গ যত খসি খসি পৰে ॥১৯
বায়ুপথ জিনি শিখা গৈলা বহুদূৰ।
ওৱাৰি আণ্টাইলা সবে ভৈলা মসিমুৰ ॥২০
ওৰ আই বোপাই লঙ্কাত হুলহুলি।
কল কাটা পানি চালা সিকা মাটি ধূলি ॥২১
ধন ধান্য এবাহা পোৱাক বাজ কৰ্বাঁ।
নাতি নোতিয়ান চাৰা বস্ত্ৰ পৰিহৰ্বাঁ ॥২২
স্ত্ৰী বাল্য বৃদ্ধত লাগিল কোলাহল।
দশ প্ৰহৰৰ পথ লাগিল ঘকাল ॥২৩
ধৌলিৰৰ উপৰে সুন্দৰী যত নাৰী।
যতেক মৰিল পুৰি কহিতে নপাৰি ॥২৪
কতো চতুৰঙ্গ দলে ৰাক্ষস ৰজাইল।
টাকৰে মোটকি লাঠি বানৰে ভজাইলা ॥২৫
হাতিশাল ঘোড়াশাল গৈলা পুৰি পুৰি।
কতোহোঁ মৰিল কতো লৰৰা লৰৰি ॥২৬
শ্ৰীৰাম লক্ষ্মণ দুই ধনুগুৰ্ণ মাজি।
কৰিলন্ত টঙ্কাৰ সন্তৃতে সব সাজি ॥২৭
লঙ্কা লাগি হানিলন্ত অসংখ্যাত শৰ।
প্ৰহাৰতে খসে ধৌলিৰৰ শিখৰ ॥২৮
ৰাৱণৰ ক্ৰোধত জ্বলিলা সব গাত্ৰ।
কুম্ভনিকুম্ভক বোলে তেতিক্ষণে মাত্ৰ ॥২৯
কুম্ভকৰ্ণৰ পুত্ৰ ভাতিজা আমাৰ।
চতুৰঙ্গ দলে ঝাণ্টে ৰজায়ো লঙ্কাৰ ॥৩০
বিন্দুমালী বিৰূপাক্ষ উল্কাজিহ্বচল।
শোণিতাক্ষ প্ৰমুখ্যে মাৰিয়ো কপিবল ॥৩১
নৃপতিৰ আদেশেসে ভূষিত অলঙ্কাৰ।
চতুৰঙ্গ দলে সমৰত পৰোসাৰ ॥৩২
প্ৰখ্যাত বীৰক সবে চলাইলা ৰাৱণে।
দেখিয়া হৰিষ ভৈলা সবে কপিগণে ॥৩৩
শাল তাল তমাল শিখৰ ধৰি ধাইল।
কাণ্ডেখাণ্ডেজাটি জোঙেৰাক্ষসেজন্তাইল ॥৩৪
ৰাক্ষসে বানৰে লাগি গৈলা উপমিস।
শৰে ভক থাকিলা পূৰিলা দশোদিশ ॥৩৫

বানৰৰ হাত মুণ্ড খৰগৰ ঘাৰে।
নিশাচৰে পিশাচে কাটিয়া বেলগাৰে ॥৩৬
আকোৰে কামোৰে তৰু গিৰিৰ শিখৰে।
ভালুক বানৰে জাতি পৱল মাৰে ॥৩৭
দান্তে দান্তে নখে নখে মুঠি কিল ঘাত।
দুই ভিতিৰ সেনা পৰি গৈলা অসংখ্যাত ॥৩৮
কতো বেলি কপিবলে ৰাক্ষস ভঙাইল।
দেখি বজ্ৰকণ্ঠ বীৰে অঙ্গদক ধাইল ॥৩৯
দুই হাতে তুলি হানিলেক গদা ৰাৰি।
বালিপুত্ৰ মূৰ্চ্ছা গৈলা চেতনক ছাৰি ॥৪০
জীউ আসি ভৈলা কতো বেলি অঙ্গদৰ।
মাথাত হানিলা টানি পৰ্ব্বত শিখৰ ॥৪১
মুণ্ড গোট চিণ্ডিলা প্ৰহাৰ দিয়া টান।
বজ্ৰকণ্ঠ যম পুৰে কৰিলা পয়ান ॥৪২
বজ্ৰকণ্ঠ গৈলা যেবে যম সদনক।
শোণিতাক্ষে অস্ত্ৰ বৰিষয় অঙ্গদক ॥৪৩
বজ্ৰদন্ত বিপাট পৰিষ চন্দ্ৰহাস।
নিৰন্তৰে বেড়িলা ছানিয়া দিশপাশ ॥৪৪
খাণ্ডা তুলি শীঘ্ৰবেগে যাই আগবাঢ়ি।
ডেৱ দিয়া অঙ্গদে খৰগ লৈলা কাঢ়ি ॥৪৫
গদা গোট তুলি শোনিতাক্ষ বীৰে ধাইল।
হাতত মুটুকি দিয়া অঙ্গদে খসাইলা ॥৪৬
ৰথে চড়ি প্ৰজঙ্ঘ যূপাক্ষ দুই বীৰে।
অস্ত্ৰক তাৰিলা অঙ্গদৰ সশৰীৰে ॥৪৭
তিনিয়ো ৰাক্ষসে মিলি অঙ্গদক যুজি।
মৈন্দ দ্বিবিদ ছাপিলন্ত কাৰ্য্য বুজি ॥৪৮
বানৰ তিনিয়ে ৰাক্ষসৰ তিনি মিলি।
কামোৰা কামোৰি লাথিভুকুকিলাকিলি ॥৪৯
দুয়োজনে আজৰা আজুৰি জবাজৰি।
যেন ছয় পৰ্ব্বত ভূমিত গৰগৰি ॥৫০
ছয়ো লাঠি চৰবেহেয়কো বেল গাইল।
অস্ত্ৰে গিৰি শিখৰে ছয়ক ছয়ে ছাইল ॥৫১
অঙ্গদক প্ৰজঙ্ঘে খেদয় খাণ্ডা হাতে।
বালিপুত্ৰে বৃক্ষেক তাৰিলা তাৰ মাথে ॥৫২
প্ৰজঙ্ঘেয়ো মুঠি এক মাথাত তাৰিল।
কতোক্ষণে অঙ্গদৰ চেতন ছাৰিল ॥৫৩
সম্বুদ্ধিয়া বালিপুত্ৰে হানিলন্ত মুঠি।
প্ৰজঙ্ঘৰ প্ৰাণ গৈলা ভূতলে লুটি ॥৫৪

খুৰত পৰিলা দেখি যুপাক্ষ খঙ্গাইল।
ৰথৰ নামিয়া খৰগক লৈয়া ধাইল ॥৫৫
শীঘ্রে খেদি যাহন্তে দ্বিবিদে খেদিপাইল।
হৃদয় খানত জাণ্টি ভুলি আলগাইল ॥৫৬
ঢেল নিকলিল তাৰ চক্ষু ভৈলা ঠৰ।
শোণিতাক্ষ বীৰৰ দেখিয়া খঙ্গ বৰ ॥৫৭
ভাইক মেলাইবাক লাগি যুৰিলা উপায়।
দ্বিবিদক হিয়াত তাৰিলা মুঠি ঘাই ॥৫৮
তাক এৰি দ্বিবিদে শোণিতাক্ষক ধাইল।
শৰীৰৰ মাংস যত কাটি বেলগাইল ॥৫৯
মেদিনীত পেলাই শৰীৰে জান্তিলন্ত।
শোণিতাক্ষ পৰিলা প্ৰাণৰ ভৈলা অন্ত ॥৬০
যুপাক্ষক মৈন্দ বীৰে বিপোহো কটালি।
হৃদয়ত জান্তিয়া ধৰিলা আকোৰালি ॥৬১
অস্থিয়ে পাঞ্জৰে তাৰ ভাঙ্গি ভৈলা চুৰ।
দাৰুণ ৰাক্ষস মৰি গৈলা যমপুৰ ॥৬২
তিনি পৰিবাৰ দেখি ৰাক্ষস খসিল।
কুম্ভত সবেয়ো গৈয়া শৰণ পশিল ॥৬৩

## ২৯ অধ্যায়।

কুম্ভ, নিকুম্ভ, মকৰাক্ষৰ যুদ্ধ আৰু পতন।

আশ্বাস কৰিয়া সবে সৈন্য সুস্থ কৰি।
ৰণক চলিলা দিব্য ধনু শৰ ধৰি ॥১
মৈন্দ বীৰে তাৰ আগে ভেণ্টিলা হৰিষে।
চতুৰ্দ্দিশে বেঢ়ি বৃক্ষ শিলায়ে বৰিষে ॥২
মৈন্দ ভেণ্টিলন্ত দেখি কুম্ভৰ যে বাট।
বানৰে ভালুকে দেখি ৰিঙ্গ দিলা ঝাণ্ট ॥৩
কুম্ভকৰণৰ পুত্ৰ ৰণত আচল।
শৰে হানি বৃক্ষ তৰু কাটিলা সকল ॥৪
মৈন্দ বীৰে হানিলন্ত পৰ্ব্বতৰ গোট।
কুম্ভ বীৰে ছেদিলন্ত ঘোৰ শৰ ছোট ॥৫
বজ্ৰৰ সদৃশ বাণ যুৰিলা আৰম্ভে।
আকৰ্ণ পূৰিয়া তাক হানিলন্ত কুম্ভে ॥৬
পৃথিবীকে মৈন্দকে ফুটিলা বৰ টানে।
নিশ্চেষ্টে ৰহিলা বীৰে অন্তৰীক্ষ প্ৰাণে ॥৭
দ্বিবিদে সন্নিত চাপি বোলে হাহা ভাই।
কুম্ভক শিখৰ তৰু বৰিষয় চাই ॥৮
পৰম অভঙ্গ বীৰ কুম্ভকৰ্ণ সুত।
দ্বিবিদক লাগি শৰ হানিলা বহুত ॥৯
দ্বিবিদ বানৰ বীৰ পৰ্ব্বত আকাৰ।
কুম্ভক শিখৰ তৰু হানিলা অপাৰ ॥১০
কুম্ভকৰণৰ পুত্ৰ অভঙ্গ সমৰে।
সকল শিখৰ তৰু কাটিলেক শৰে ॥১১
ভয়ঙ্কৰ কাল অগ্নি যুৰিলেক কুম্ভে।
দ্বিবিদৰ হৃদয়ত হানিলা আৰম্ভে ॥১২
মৰ্ম্মস্থানে পৰিলা চেতন নাহি গাৰ।
চিত হুইয়া পৰিলন্ত পৰ্ব্বত আকাৰ ॥১৩
দ্বিবিদ পৰিলা অঙ্গদৰ আউল জাউল।
অচেতনে পৰিলা দেখিয়া দুই মাউল ॥১৪
শূলে হানি তৰু সমে শিখৰ বৰিষে।
কুমাৰ চাহিয়া অন্ধকাৰ দশ দিশে ॥১৫
অঙ্গদৰ অস্ত্ৰক আপন শৰে ছেদে।
ক্ষণেকে দুৰ্ব্বাৰ অস্ত্ৰে কুম্ভে তাক ভেদে ॥১৬
বালিৰ তনয়ে যত হানয় প্ৰাৰম্ভে।
শৰে হানি লীলায়ে ছেদয় তাক কুম্ভে ॥১৭
ভয়ঙ্কৰ দুই বাণে বিন্ধিলন্ত বীৰে।
অঙ্গদৰ দুই চক্ষু ঢাকিলা ৰুধিৰে ॥১৮
শোণিত মলচি হাতে শাল বৃক্ষ পাইল।
ক্ৰোধত গাৰ্ব্বৰ বলে হানিয়া পঠাইল ॥১৯
মন্দৰ সদৃশ শাল বৃক্ষ বহি যাই।
তাকো কাটিলন্ত কুম্ভে সাত শৰ ঘাই ॥২০
যমদণ্ড ধৰি যেন হানিলন্ত বাণ।
অঙ্গদ পৰিয়া গৈলা অন্তৰীক্ষ প্ৰাণ ॥২১
তিনিকো ঢালিলা কুম্ভবীৰ নিশাচৰে।
ৰামত জানাইলা গৈয়া অনেক বানৰে ॥২২
শ্ৰীৰামে বোলন্ত সবে বীৰ চলি যাহাঁ।
ৰাজ কুমাৰক গৈয়া সবেহি ৰাখাহা ॥২৩
বেগদৰ্শি বীৰবৰ আৰ জাম্বৱন্ত।
নলনীল সুগ্ৰীৱ বানৰ অপৰ্য্যন্ত ॥২৪
যতেক হানিলা মানে বীৰ কপিগণে।
শৰে হানি কুম্ভে ছেদিলন্ত তেতিক্ষণে ॥২৫
জাম্বৱন্ত আদি যত বৰ বীৰ জানি।
সবাকো ভূমিত ঢালিলন্ত শৰে হানি ॥২৬
মুৰ্চ্ছিত ভৈলন্ত দেখি বীৰকপি যত।
সুগ্ৰীৱ আপনি তাৰ ভেণ্টিলন্ত পথ ॥২৭
শাল তাল খৰ্জ্জুৰ প্ৰহাৰে তৰু শাল।
নাৰেঙ্গৰ নাৰিকল শিখৰ বিশাল ॥২৮

নিৰন্তৰে কুম্ভে হানিলন্ত শৰ জাক ।
মহাবীৰ কপিৰাজে সহিলন্ত তাক ॥২৯
ডেৱ দিয়া তাহাৰ ৰথত গৈয়া চড়ি ।
আছাৰি হাতৰ ধনু ভাঙ্গিলন্ত মুৰি ॥৩০
সত্বৰ গমনে গৈয়া নামিলা ৰথৰ ।
কুম্ভক সম্মুখি বুলিলন্ত কপিবৰ ॥৩১
ধন্য বীৰ তোহোৰ অগাধ গাৱে বল ।
ইন্দ্ৰজিত সম তই ধনুত কুশল ॥৩২
তোহোৰ বীৰত্ব জানোঁ ত্ৰিদশ ভঙ্গাইলে ।
আমাৰ বীৰক চালি যশ বৰ পাইলে ॥৩৩
শ্ৰান্ত ভৈলি অৰে বীৰ নিশাচৰ কুম্ভ ।
এতিক্ষণে মাৰোঁ যদি পাওঁ উপালম্ভ ॥৩৪
ক্ষণিতেক জিৰাই কিছু হওঁ সন্মুখ্যণ ।
তোৰ মোৰ সমৰ দেখোক সৰ্ব্বজন ॥৩৫
বাসৱে সম্বৰে যেন ঘুৰ্ঘোৰ সমৰ ।
তোক মাৰি পঠাওঁ আগে যমৰ নগৰ ॥৩৬
শুনিয়া কটুৰ বাণী ক্ৰোধত জ্বলিলা ।
বীৰে বীৰে আতি ঘোৰ সমৰ লাগিলা ॥৩৭
টলি গৈলা মেদিনী দুইহান পয়োভৰে ।
আকাশ লঙ্ঘিলা ঢেউ কল্লোল সাগৰে ॥৩৮
দুইৰো অস্ত্ৰ প্ৰহাৰে দোহাক্ক মুছুইলেক ।
তত্তুল্য সমান কেহোঁ নুহি আতিৰেক ॥৩৯
কুম্ভক সুগ্ৰীৱ বীৰে ডেৱ দিয়া ধৰি ।
সাগৰ জলত আফালিলা চিত কৰি ॥৪০
সমুদ্ৰত ঢেউ ভৈলা পৰ্ব্বত সমান ।
পাতালে কম্পিয়া গৈলা নাগৰ আথান ॥৪১
গিৰিৰি সমান মৎস্য কচ্ছপ পলাইলা ।
জল জন্তু অনেক তৰক লাগি আইলা ॥৪২
জপৰ্জ্জল হইয়া বীৰে আছে জল পিয়া ।
আৰকা উঠিলা বীৰে এক ডেৱ দিয়া ॥৪৩
সাগৰৰ উঠি বীৰে নচাহিলা আন ।
মুঠি এক বৈসাইলেক বজ্ৰৰ সমান ॥৪৪
অগনি কণিকা সব নিকলিলা গাৰ ।
ক্ষণেকতে সুগ্ৰীৱ দেখন্ত অন্ধকাৰ ॥৪৫
সুস্থ হুয়া ক্ষণেকে সুগ্ৰীৱ কপিবৰ ।
হাতে মলচিলা সৰে কধিৰ গাৰৰ ॥৪৬
ক্ৰোধত সুগ্ৰীৱ দশ গুণে বলীয়াৰ ।
দান্ত কামুৰিয়া দিলা চৰণ প্ৰহাৰ ॥৪৭
অগনি কণিকা জাতকৰি গৈলা দূৰ ।
হৃদয় চুৰায়া কুম্ভ গৈলা যমপুৰ ॥৪৮
কুম্ভ পৰিবাৰ দেখি নিকুম্ভৰ খঙ্গ ।
পৰিঘ উচ্চায়া ধাইল বানৰৰ ভঙ্গ ॥৪৯
শিখৰে সহিতে যেন পৰ্ব্বতেক যাই ।
নিৰন্তৰে ৰামসেনা ভাগিয়া পলাই ॥৫০
সাক্ষাতে আঙ্গাৰ পুঞ্জ কলেৱৰ তাৰ ।
মেঘত বিজুলী যেন জ্বলে অলঙ্কাৰ ॥৫১
ইন্দ্ৰজাঠি সদৃশ পৰিঘ লোহাশৰে ।
যমদণ্ড ধৰি যেন যমে দিলা ধাৱে ॥৫২
সৈন্য পলাইবাৰ দেখি বীৰ হনুমান ।
আগ ভেণ্টি থাকিলন্ত পৰ্ব্বত সমান ॥৫৩
নিকুম্ভে হানিলা টানি হৃদয়ক লাগি ।
পৰিয়া পৰিঘ সাত খণ্ড ভৈলা ভাগি ॥৫৪
নিকুম্ভক মাৰুতি তাৰিলা মুঠি এক ।
মূৰ্চ্ছা গৈয়া পৰিয়া আছিল ক্ষণিতেক ॥৫৫
শঙ্খ প্ৰদেশত সিটো মাৰিলেক মুঠি ।
হনুমন্ত মূৰ্চ্ছা গৈলা মৰ্ম্মস্থান ফুটি ॥৫৬
অচেতন দেখি দুই হাতে তুলি ধৰি ।
নিকুম্ভে লৈযান্ত বেগে লঙ্কা যে নগৰী ॥৫৭
মাৰুতিক নেই দেখি নিশাচৰসিংহ ।
ৰাক্ষস সকলে নগৰত দিলা বিঙ্গ ॥৫৮
ওৰ বাই বোপাই চাহা নিকুম্ভৰ কোলা ।
এহিসে বানৰ আমাধেৰ লঙ্কা পোৰ্ল্লা ॥৫৯
অকল যেগোটে সব ৰাক্ষস ভঙ্গাইল ।
তাক মাৰি নিকুম্ভে যশক বৰ পাইল ॥৬০
কুম্ভকৰ্ণ বীৰ সিটো মৰিলে মৰিল ।
তাহাৰ তনয়ে হেনয় খ্যাতি কৰিলি ॥৬১
কেহোঁ বোলে ইহাত হৰিষ নযুৱাই ।
মায়াবী বানৰে কিবা কৰিবেক প্ৰাই ॥৬২
বায়ুসুতে চেতন লভিলা কতোক্ষণে ।
আমাক লঙ্কাক নেই ৰাক্ষস দুৰ্জ্জনে ॥৬৩
ককোলিত বৈসাইলেক চৰৱেক তাৰ ।
ছিৰ গৈল হৃদয় চেতন নাহি গাৰ ॥৬৪
বায়ুপুত্ৰে হসোকি আকাশে ডেৱ দিল ।
নিশাচৰে তেতিক্ষণে চেতন হৰিল ॥৬৫
কতোদূৰে হনুমন্তে তৈলেক উধাৰ ।
পৰি নিকুম্ভৰ দুই কান্ধে দিলা পাৰ ॥৬৬

দুই ভিতি কান্ধত মাৰিয়া দুই গোৰ।
দুই হাতে মাথা ধৰি দিলন্ত আজোৰ ॥৬৭
বলৱন্ত বীৰে উপৰক দোঙ্গা দিলা।
নিকুম্ভৰ মাথা গোট জটবাই চিণ্ডিলা ॥৬৮
ৰামসেনা মাজে নিয়া মাথা গোট থৈলা।
অদভুত দেখি সবে কৌতুকক পাইলা ॥৬৯
মাৰুতিক ৰামচন্দ্রে আদৰিলা সুখে।
বায়ুপুত্রে থাকিলেক প্রজ্বলিত মুখে ॥৭০
ৰাৱণে শুনিলা কুম্ভ নিকুম্ভৰ বধ।
শোকে দুঃখে কতো বেলি ভৈগেলা তবধ ॥
মকৰাক্ষ বীৰক আদেশে লঙ্কেশ্বৰ।
ৰাম লক্ষ্মণক গৈয়া পেষাঁ যমঘৰ ॥৭২
খৰৰ তনয় তুমি সম বোঁপাহাৰ।
সমৰত গৈয়া ৰাম লক্ষ্মণক মাৰ ॥৭৩
তোমাৰ সদৃশ নভৈলেক তিনি লোকে।
ভালুক বানৰ মাৰি হিত কৰাঁ মোকে ॥৭৪
তোহৰ পাছতে ইন্দ্রজিত চলি যাইব।
আপনি দাৰুণ ৰণে ভঙ্গক নপাইব ॥৭৫
কীৰ্ত্তিয়া পিয়োক সবে সেনাগণ মাৰি।
পিতৃবৈৰী গুচাই এৰ শৈল্যক উদ্ধাৰি ॥৭৬
সচকিতে মকৰাক্ষে চালিলেক গাৱ।
প্রদক্ষিণে নমিলা ৰাজাৰ দুই পাৱ ॥৭৭
ৰাৱণে আলিঙ্গি পিন্ধাইলেক অলঙ্কাৰ।
মেঘত বিজুলী যেন দেখি জ্যোতিষ্কাৰ ॥৭৮
ৰথে চলিলেক ঘোড়া যেহেন উড়াই।
বিস্তাৰিত মেঘক চালিলা যেন বাই ॥৭৯
হস্তী ৰথ চতুৰঙ্গ চলে ছপকাৰে।
চতুৰ্দ্দিশে বেঢ়িয়া চলিলা নিশাচৰে ॥৮০
মকৰাক্ষ চলিলা অনেক বিমঙ্গল।
ঘোড়া সব কান্দয় নয়নে বহে জল ॥৮১
ৰথৰ ধ্বজক তাৰ পৰি গৈল খসি।
উলটা পৱন বহে শিখৰ বৰিষি ॥৮২
বাধা সম নমানিয়া কপাইলেক ৰণ।
দেখি বৃক্ষ শিলা লইয়া ধাইল কপিগণ ॥৮৩
হস্তী ঘোড়া বেঢ়িয়া ৰাক্ষসে বেঢ়িমাৰে।
বানৰেয়ো নখে ফুলি কুম্ভস্থলে দাৰে ॥৮৪
কাণ্ডে খাণ্ডে বৃক্ষ শিলে কৰে হানাহানি।
বানৰেয়ো ৰাক্ষসক মাৰে কিল টানি ॥৮৫
ৰাক্ষসে কপিক মাৰে গলত কামোৰে।
ভালুকেয়ো পেট ছিৰি আন্তক বিছাৰে ॥৮৬
ধনু শৰ ধৰি মকৰাক্ষসে খঙ্গাইল।
একে বীৰে নিৰন্তৰে বানৰ ভঙ্গাইল ॥৮৭
শ্রীৰাম লক্ষ্মণে হাতে ধনু শৰ লৈলা।
আগ বাঢ়ি আপনাৰ সেনা থিৰ কৈলা ॥৮৮
মকৰাক্ষ বোলন্ত ৰামক কৈত পাওঁ।
পিতৃবৈৰী মাৰি আজি শৈল্যক গুচাওঁ ॥৮৯
আনত মোহোৰ কাৰ্য্য নাহি এতিক্ষণ।
পাছে লক্ষ্মণক মাৰোঁ সব কপিগণ ॥৯০
খোজন্তে খোজন্তে কতদূৰে ভেট পাইল।
তোমাকেসে ৰাম বুলি মাত পুৰুজাইল ॥৯১
খৰৰ তনয় মোৰ মকৰাক্ষ নাওঁ।
তোমাক মাৰিয়া যমকৰণে পঠাওঁ ॥৯২
চিৰকাল হৃদয়ৰ শৈল্যক উদ্ধাৰোঁ।
তোমাৰ শোণিতে পিতৃ তৰ্পণক কৰোঁ ॥৯৩
বৈৰ খুজি পাইলো কাৰ্য্য নাহিকে আনত।
আমাৰ পিতৃক পাইবা যমৰ থানত ॥৯৪
ক্রূৰতা এৰিয়া ৰাম ধৰ্ম্ম যুজে যুজা।
তোমাৰ আমাৰ কাৰ্য্য ভালে আজিবুজা ॥৯৫
সমৰ দেখন্ত সুৰগণে অনুপাম।
দশৰথ তনয়ৰ গুচাই এৰোঁ নাম ॥৯৬
শ্রীৰামে বোলন্ত অৰে পাপী নিশাচৰ।
বাপেৰৰ লগে তোক পেষোঁ যমঘৰ ॥৯৭
মৃত্যুঞ্জয় কুকুৰায়ে নাদয় বিস্তৰ।
কহিত কটুৰ বাণী শিখিলি বৰ্ব্বৰ ॥৯৮
তোহৰ বাপেৰ খৰ ত্রিশিৰা দূষণ।
চৌদ্দয় সহস্র মাৰিলোহোঁ সেনাগণ ॥৯৯
তহিত নাছিলি কাৰ্য্যে তই বেটা জীলি।
আজিসে আসিয়া মোৰ হাতত পৰিলি ॥১০০
হেন বুলি ৰামে হানিলন্ত এক শৰে।
তিনি শৰে পথত ছেদিলা নিশাচৰে ॥১০১
আৰকায়ো ৰাঘৱে সানাইল তিনশৰে।
কপালত তাহাৰ বিন্ধিলা নিৰন্তৰে ॥১০২
মকৰাক্ষে ক্রোধত জ্বলিয়া গৈলা পাছে।
কপালত বিন্ধিলন্ত একৈশ নৰাচে ॥১০৩
আঠটা নৰাচে ৰামে বিন্ধিলন্ত তাক।
নিশাচৰে হানিলেক নৰাচৰ জাক ॥১০৪

দুইহানো নবাচে আকাশত এক ঠাই।
ইকূলে সিকূলে বায়ু সঞ্চৰিল যাই ॥১০৫
দুই পাশে ভৈলা যেন দুইখান আকাশ।
তমোময় ভৈলা নাহি ৰবিৰ প্ৰকাশ ॥১০৬
দুই বীৰে শৰ হানি দুইহাক বিন্ধিল।
সকল শৰীৰে যেন আলতা গুলিল ॥১০৭
কেমতে লৱন্ত শৰ টানন্ত হানন্ত।
দেৱাসুৰে দুইহানো অন্তক নজানন্ত ॥১০৮
অন্তৰীক্ষে থাকি যত কিন্নৰ চাৰণ।
কৌতুকে চাহন্ত সবে অদভুত ৰণ ॥১০৯
বিদ্যাধৰ গন্ধৰ্ব্ব চাৰণ সিদ্ধ নাগে।
দুহাঙ্কক প্ৰশংসে মনত অনুৰাগে ॥১১০
সমসৰ যুদ্ধে কেহোঁ কাতো নযাটিল।
দুইহানো শৰক দুয়ো সমস্তে কাটিল ॥১১১
অন্ধকাৰ ফেৰি ভৈলা উজ্বল আকাশ।
কিৰণ প্ৰকাশি দিশ পুৰিলা প্ৰকাশ ॥১১২
আসঙ্গ পাৱয় যেনো ৰামে গুণিলন্ত।
মুঠি প্ৰদেশত তাৰ ধনু কাটিলন্ত ॥১১৩
সাৰথিক কাটিলন্ত আঠটা নবাচে।
ৰথভঙ্গে মকৰাক্ষে ভূমি ভৈলা পাছে ॥১১৪
ক্ৰোধি গৈলা ৰাক্ষস হৃদয় গুলগুল।
অগনি সদৃশ হানিলন্ত এক শূল ॥১১৫
শূল গোট চলয় তক্ষক যেন সৰ্প।
দেখি দেৱলোকৰ হৰিলা বলদৰ্প ॥১১৬
অচিন্ত্যতে তেজ বল শ্ৰীৰাম দেৱৰ।
শূল কাটি পেলাইলা হানিয়া নিজশৰ ॥১১৭
অদভুত শৰ দেখিলেক সমস্তয়।
সাধু সাধু ঘোষি দেৱে কৰে জয় ॥১১৮
শূল পৰি গৈল মকৰাক্ষে দিল ডাক।
মুঠি ধৰি বোলয় মাৰোহোঁ থাক থাক ॥১১৯
যত মান শকতি আছয় হান হান।
পাছে যম সদনক কৰিবি পয়াণ ॥১২০
বচন শুনিয়া ৰামে তুলিলন্ত হাস।
মাৰোহোঁ ৰাক্ষস তই আৰ কোথা যাস ॥১২১
পাৱক অস্ত্ৰক ধৰি কৰিলা কটাক্ষ।
সেই অস্ত্ৰ ঘায়ে পৰি গৈলা মকৰাক্ষ ॥১২২
জয়তি ৰাঘৱ ৰঘু বংশৰ তিলক।
দেৱকাৰ্য্য সাধিয়া বধিলা ৰাক্ষসক ॥১২৩
নিজ গুণে পূৰিলন্ত ভকতৰ কাম।
জানি নিৰন্তৰে নৰে বোলাঁ ৰাম ৰাম ॥১২৪

---

### ৩০ অধ্যায়।

#### দুলৰী।

ইন্দ্ৰজিতৰ তৃতীয়বাৰ যুদ্ধযাত্ৰা আৰু মায়াসীতা বধ।

ৰামৰ হাতত, পৰিলা শুনিয়া,
মকৰাক্ষ মহাবীৰ।
ক্ৰোধে মহাত্ৰাসে, ৰাৱণ ৰাজাৰ,
জ্বলিলা সব শৰীৰ ॥১
সম্বুধিয়া ইন্দ্ৰ-, জিতক বোলয়,
শুনা বাপু মেঘনাদ।
আৰকা ৰণক, চলি যাহাঁ মোৰ,
গুচায়ো মন বিষাদ ॥২
একয়ো প্ৰকাৰে, দশৰথি ৰাম,
সমসৰ নোহে তোৰ।
ন্যায় যুজে যেবে, সংশয় দেখাহা,
অন্যায়ে চিন্তিয়ো মাৰ ॥৩
ইন্দ্ৰজিত নাম, পতাইলে বাপুৰে,
ইন্দ্ৰক বলে ভঙ্গাইয়া।
মানুষ দুগোটা, বীৰ নযাৱস,
মোহোৰ কৰ্ম্মক পায়া ॥৪
একোবে প্ৰকাৰে, কৌশল্যা তনয়,
সমসৰ নোহে তোৰ।
সত্বৰে কাৰ্য্যক, সাধি আসা বাপু,
শৈল্যক গুচায়ো মোৰ ॥৫
অলঙ্কাৰে ৰথ, মণ্ডিত কৰিয়া,
ৰাৱণি কৈলা পয়াণ।
মহাবীৰ যত, দুই পাশে চলয়,
কতো ভৈলা আগুৱাণ ॥৬
ৰামৰ সেনাৰ, শিখৰ পৰ্ব্বত,
বৃক্ষ কৰে লৈয়া ধাইল।
সম্মুখ ৰণত, প্ৰথম সমৰে,
ৰাক্ষস বল ভঙ্গাইল ॥৭
ৰাক্ষসৰ বলে, হয়া হুলকৰে,
দুয়ো বলে ধূমাজয়।
অস্ত্ৰক হানিয়া, আকোবে কামোৰে,
দুইহানো অশেষ ক্ষয় ॥৮

ইন্দ্ৰজিত বীৰে, ধনুক টঙ্কাৰি,
অস্ত্ৰক হানিয়া ছাইল।
ৰাম লক্ষ্মণক, খোজন্তে চলয়,
বানৰ বল ভঙ্গাইল ॥৯
চৌদ্দয় চৌদ্দয়, বানৰ ফোলয়,
এৰৈকেক এৰৈকেক বাণে।
কতো কপিজাক, বিমুখে পলাই,
কতোহোঁ মৰিল প্ৰাণে ॥১০
অষ্টাদশ শৰে, গন্ধ মাৰ্দ্দনক,
ৰাৱণি বিন্ধিলা টানে।
বিদূৰৰ হন্তে, নল বানৰক,
তাৰিলেক নৱ বাণে ॥১১
সাত গোটা বাণে, গৱয় বীৰক,
গজক বিন্ধিলা পাঞ্চে।
আৰ যত যত, বীৰক চাহিয়া,
শৰৰ প্ৰহাৰে থাঞ্চে ॥১২
সকল সৈন্যক, ৰণত ভঙ্গাইয়া,
ৰাম লক্ষ্মণক পাইল।
নিসন্ধি কৰিয়া, শৰে অন্ধকাৰ,
দুইহাক্কো ৰবে জন্তাইল ॥১৩
ৰাম লক্ষ্মণেয়ো, কাটন ফুটন,
তিথাইণ অনেক বাণে।
ৰাৱণি বীৰক, ফুলি পেলাইলেক,
ভয়ঙ্কৰ শৰ টানে ॥১৪
তেতিক্ষণে বীৰ, অন্তৰ্দ্ধ্যান ভৈলা,
দুহান অস্ত্ৰে নপাৰে।
ৰাম লক্ষ্মণৰ, শৰীৰে বিন্ধিল,
জৰ্জ্জৰিত কৃত ভাৰে ॥১৫
দুয়ো বীৰ যেন, অশোক ফুলিল,
ৰুধিৰে বেঢ়িলা গাৱ।
অস্ত্ৰ কৰিবাৰ, সন্ধি নপাৱন্ত,
ভৈলা অচেতন ভাৱ ॥১৬

৩১ অধ্যায়।

ছবি।

লক্ষ্মণে বোলয় দদা, শ্ৰুতি নধাৰয় আৰ,
কৰিয়োক আৰে কোন বুদ্ধি।
মায়াবী ৰাক্ষস ইটো, চক্ষুৰ গোচৰ নুই,
কাণ্ডে হানিবোহোঁ কোন সুদ্ধি ॥১
আৰকায়েযাৱেনতো, দুইভাইকম্মাৰেআসি,
মোহোত দিয়োক আজ্ঞা বাণী।
সকলৰাক্ষস কুল, নিৰ্ম্মুলকৰোহোঁ আজি,
একলে ব্ৰহ্মাৰ অস্ত্ৰ হানি ॥২
কনিষ্ঠক সম্বুধিয়া, ৰামদেৱে বুলিলন্ত,
বিশিষ্টৰ নোহে হেন ধৰ্ম্ম।
একলৰ অপৰাধে, সমস্তকে সংহৰিবা,
শাস্ত্ৰৰ নিন্দিত মন্দ কৰ্ম্ম ॥৩
বৰ বৰ বীৰ সব, আকাশক পঠায়োক,
তাক খুজি দেখাওঁক আমাক।
সম্মুখ সমৰে তাৰ, প্ৰাণক চৰাওঁ দেখোঁ,
অবৈধ হানিয়া তাক শৰ ॥৪
ৰাঘৱৰ মন কথা, অভিপ্ৰায় জানি তাৰ,
মনে বৰ মিলিলা বিষাদ।
ত্বৰিতে সমৰ ছাৰি, লঙ্কাত পশিলা গৈয়া,
ত্ৰিদশ কম্পন মেঘনাদ ॥৫
কতো বেলিথাকিতহি, বিমৰিষকৰিলেক,
বাপত প্ৰসাদ যেন পাওঁ।
মায়াসীতাসঞ্জোজিয়া, সবাৰেআগতকাটি,
নিকুম্ভিলা বটমূলে যাওঁ ॥৬
সবাকোবঞ্চিতেলাগি, মায়াসীতাসঞ্জোজিলা,
সাক্ষাততে জনকৰ জীৱ।
আৰকত কৰতল, কুৰি গোটা নখ জলে,
আতি মনোহৰ কম্বুগ্ৰীৱ ॥৭
ত্ৰিবলী বলিত মধ্য, উন্নত কঠিন স্তন,
একবেণী ধৰে মৃদু বেশ।
স্বামীৰ বিয়োগ দুখে, প্ৰভাতৰ চন্দ্ৰ যেন,
মুখ ভৈল মলিন কুবেশ ॥৮
জয় জয় ৰামদেৱ, চৰণত কৰোঁ সেৱ,
তুমি দেৱ দীনদুঃখহাৰী।
দেৱৰ সাধিয়া কাষ, পৃথিৱীক উদ্ধাৰিলা,
দুৰ্জ্জন ৰাক্ষসগণ মাৰি ॥৯
তযু পাদ পদ্মে প্ৰভু, একান্ত ভকতি হৌক
মোক কৃপা কৰিয়ো ইবাৰ।
মাধৱ কন্দলি ভণে, ৰাম বোলাঁ সৰ্ব্বজনে,
তেবে সুখে তৰিবা সংসাৰ ॥১০

---

## ৩২ অধ্যায়।

পদ।

আপন ৰথত নিয়া সীতাক চড়াইল।
সব সৈন্যে আৱকায়ো ৰণভূমি পাইল ॥১
হনুমন্ত প্ৰমুখ্যে দেখয় বিপৰীত।
সীতা গোসাঁনীক লৈয়া আইল ইন্দ্ৰজিত ॥২
মাৰুতি দেখন্ত ৰথে ৰাৱণ পুত্ৰৰ।
শোকে দুঃখে জানকীৰ ক্লেশ কলেৱৰ ॥৩
মনত বোলন্ত আৰ চেষ্টা নোহে ভাল।
সাতাৰ বিপত্তি মোৰ হৃদয়ত শাল ॥৪
ইন্দ্ৰজিতে সম্মুখি বোলন্ত হনুমন্ত।
আজি হেৰা সমস্তে বৈৰক কৰোঁ অন্ত ॥৫
লঙ্কাৰ অগনিকুণ্ড জনকৰ জীৱ।
এতিক্ষণে শিৰ ছেদি নিকলিবো জীৱ ॥৬
পাছে সুগ্ৰীৱক তোক সমৰত মাৰোঁ।
ৰাম লক্ষ্মণক মাৰি শৈল্যক উদ্ধাৰোঁ ॥৭
সীতাৰ কেশত বাম হাতে ধৰিলেক।
দক্ষিণৰ হাতে খাণ্ডা থিৰ কৰিলেক ॥৮
হনুমন্তে বোলন্ত মোহোৰ বোল শুন।
স্ত্ৰী বধ কৰস তই ৰাজনয় কোন ॥৯
বাপেৰে আনিল হৰি পৰিলা বিপাঙ্গে।
স্বামীৰ বিয়োগ দুঃখৈ ক্লেশ ভৈলা অঙ্গে ॥১০
বাপ মাৱ শ্বাশু শ্বশুৰ অগোচৰ।
অনাথিনী নাৰী আছে লঙ্কাৰ ভিতৰ ॥১১
হেন নাৰী মাৰি তই ভালক নপাইবি।
অধোগামী হুয়া ঘোৰ নৰকক যাইবি ॥১২
ইন্দ্ৰজিতে বোলন্ত বানৰ মহাপাপ।
এইৰ কাৰণে বহু লোকৰ সন্তাপ ॥১৩
এক জনী মাৰিলে অনেক লোক জীয়ে।
হনৱা বিনাশে বৰ ধৰ্ম্মকেসে দিয়ে ॥১৪
মিছাত নিন্দস কপি সময় নজানি।
হেন বুলি সীতাক কাটিলা খাণ্ডা হানি ॥১৫
হা ৰাম লখাই মোহোৰ প্ৰাণনাথ।
হেন বুলি ভূমিত পৰিল গৈয়া মাথ ॥১৬
সীতাৰ বিপত্তি দেখি বীৰ হনুমন্ত।
দুৰ্ব্বাৰ শোকত অতিশয় কান্দিলন্ত ॥১৭
হৰি হৰি পৰিছেদা দেখিলোহো আই।
ৰাম প্ৰভু জীৱ কেনে তোমাক নপাই ॥১৮
হা হা আই যাতো মোৰ বোল নকৰিলে।
সি কাৰণে আজি হেৰা পৰাণে মৰিলে ॥১৯
হেন বুলি পৰ্ব্বত গাৱৰ বলে তুলি।
হানিলন্ত ইন্দ্ৰজিত কুমাৰক বুলি ॥২০
মেঘনাদ বীৰৰ আৱৰি সুশিক্ষিত।
ৰথ খান আন ভিতি নিলেক ত্বৰিত ॥২১
সন্ধানে হানিলা বায়ুসুত মহাবল।
ভূমিত পৰিয়া হলহলি গৈলা তল ॥২২
ধৰ্ম্মধৰ্ম্ম সুমৰন্ত নিশাচৰগণ।
গিৰি পৰি ৰাজপুত্ৰ ক্ষণে বৰে চূৰ্ণ ॥২৩
বায়ুপুত্ৰ সমবীৰ নাহি মহাবল।
পৃথিবী বিদাৰি গিৰি গোট গৈলা তল ॥২৪
ইন্দ্ৰজিত সমে তাৰ সমৰ ভাগিল।
হনুমন্তে ৰাক্ষসক লঙ্কাক খেদিল ॥২৫
অন্তৰ দগধ ভৈলা জানকীৰ শোকে।
সেহি কথা কহিবাক গৈলা সৰ্ব্ব লোকে ॥২৬
ৰামৰ পাশক হনুমন্ত চলি যান্ত।
ৰাঘৱে পঠাইলা জাম্বৱন্তক পাইলন্ত ॥২৭
অৰ্দ্ধেক পথৰ পৰা তাক উলটাইল।
শোকে দুঃখে চলিয়া ৰামৰ পাশ পাইল ॥২৮
ৰাঘৱে বোলন্ত দেখোঁ সবাৰে শ্ৰীহানি।
ওৰা হনুমন্ত কিবা কাৰ্য্যৰ বিঘিনি ॥২৯
আমিআৰো বোলোঁ সবে ভৈলা ৰণজয়।
সকলে কপিৰ কেনে শোকৰ উদয় ॥৩০
ৰামৰ বচনে শোকাবিষ্ট হনুমন্ত।
সজল নয়নে জানকীৰ কথা কন্ত ॥৩১
মাথা ছপৰায়া যুজিলন্ত যোৰহাত।
শুনিয়ো গোসাঁই তুমি ৰঘুবংশ নাথ ॥৩২
সি কাৰণে সাগৰত বান্ধিলাহা সেতু।
এতক দুখক সহিলাহা যাৰ হেতু ॥৩৩
জনক জীয়াৰী মাৱ দুখুৰী গোসানী।
ইন্দ্ৰজিতে কাটিলন্ত ৰণমাজে আনি ॥৩৪
আশেষ বুলিলো তাক ধৰ্ম্মক চিনাই।
অনাথিনী নাৰীক কাটিবে সুযুৱাই ॥৩৫
পাপীষ্ঠ অধম জাতি ক্ৰুৰ অতিৰেক।
বাম হাতে কেশত ধৰিয়া কাটিলেক ॥৩৬
অসহ্য বচন শুনি হনুৰ মুখৰ।
ঢলিয়া পৰিলা ৰাম নিজ আসনৰ ॥৩৭

অচেতন ভৈলা হেন সব লোকে জানি।
কান্দন্তে বানৰে মাথে ঢালিলেক পানি ॥৩৮
লক্ষ্মণেয়ো মহাদুঃখে গলে ধৰিলন্ত।
হাহাকাৰ কৰিয়া অনেক কান্দিলন্ত ॥৩৯
ফুস্কতে ফুস্কতে পাছে আসি ভৈলা জীউ।
হা হা সীতা কহি গৈলা জনকৰ জীউ ॥৪০
তোহোক সুমৰি আকুলিত কৰে মন।
মিছাত কৰিলো এত কাল ঘোৰ ৰণ ॥৪১
সব লোক কদৰ্থিয়া-কৰিলো দুঃখিত।
বিচি ধান বুইলো যেন উখৰা ভূমিত ॥৪২
কোথা গৈলা প্ৰাণেশ্বৰী পতিব্ৰতা নাৰী।
তোহোৰ গুণক আৰ বৰ্ণাইতে নপাৰি ॥৪৩
তই অবিহনে জীৱনত কোন ফল।
পৃথিবী ফাটন দেহ যাওঁ ৰসাতল ॥৪৪
লক্ষ্মণেয়ো শোকে মুঠি হানিলা হিয়াত।
চাপিয়া ধৰিলা পাছে ৰামৰ গ্ৰীৱাত ॥৪৫
বুলিলন্ত প্ৰবোধ বচন ধৰ্ম্ম সাৰ।
তথাপিতো ৰামে শোকে কান্দিলা অপাৰ ॥
শুনিয়োক দাদা ইটো দেহ মলপিণ্ড।
নিঃসৰ কদলী যেন উই চূলা ভিণ্ড ॥৪৭
অথিৰ্ সংসাৰে তুমি ত্যজিয়োক মৰ্ম্ম।
ৰিপু জিনিবাৰ বুদ্ধি কৰিয়োক কৰ্ম্ম ॥৪৮
সেনা থিৰ কৰি আসি পাইলা বিভীষণ।
দেখন্ত মলিন মুখ সব কপিগণ ॥৪৯
শীঘ্ৰ বেগ ধৰিয়া ৰামৰ পাশে যাই।
দেখে গলাগলি কৰি কান্দে দুই ভাই ॥৫০
প্ৰবোধন্ত লক্ষ্মণে ৰামৰ গলে ধৰি।
হেতু যুগুতিক ধৰ্ম্ম পথ অনুসৰি ॥৫১

---

**৩৩ অধ্যায়**—বিভীষণে শ্ৰীৰামক প্ৰবোধ দিয়ে আৰু লক্ষ্মণৰ সৈতে নিকুম্ভিলা যজ্ঞভূমিলৈ গমন কৰে।

প্ৰণামি বোলন্ত দশগ্ৰীৱৰ কনিষ্ঠ।
কি কাৰণে দেখোঁ দুয়ো ভাই শোকাবিষ্ট॥১
সেনা থিৰ কৰিবাক পঠাইলা আমাক।
প্ৰতি প্ৰতি কৰিয়া থাপিলো সেনা জাক ॥২
কিবা আথান্তৰ ঐত মিলিলা আৱৰ।
সুগ্ৰীৱক আদি কৰি সমস্তে বানৰ ॥৩
লক্ষ্মণে বোলন্ত শুনিয়োক বিভীষণ।
তুমি নতো শুনা তেবে ইসব বচন ॥৪
যাৰ কাযে এত লোক দুখ নিতে নিত।
ৰণমাজে সীতাক কাটিলা ইন্দ্ৰজিত ॥৫
বিভীষণে বোলয় হেন কি পতিয়াহা।
ইসব কথাক নিয়া দূৰত থৱাহা ॥৬
প্ৰাণান্তিক ভৈলেয়ো নৃপতি লঙ্কেশ্বৰ।
নসম্পিব সীতা হেন আমাত গোচৰ ॥৭
আপনি জানাহা মই সহোদৰ ভাই।
আমাক ত্যজিলা দাদা জানকীক পাই ॥৮
যুক্তি যোগ্য বোল যত বুলিলো দাদাক।
সবাহান হিতে জানকীক সম্পিবাক ॥৯
আমাৰ ভাতিজা ইন্দ্ৰজিত দুষ্ট চিত্ত।
উপায় কৰিলা সিটো তোমাক জিনিত ॥১০
মায়াসীতা কাটি গৈলা সসৈন্যে ত্বৰিত।
নিকুম্ভিলা বটে যজ্ঞ কৰয় নিশ্চিত ॥১১
নানা মন্ত্ৰ পঢ়ি মন্ত্ৰ দিব অগনিত।
দিব্য বাজী সমে ৰথ হৈব উপস্থিত ॥১২
ব্ৰহ্মাক আৰাধি দেৱতাত পাই বৰ।
ৰথে সমে অৰণ্যে আসিব নিশাচৰ ॥১৩
ব্ৰহ্মা বৰ দানে যজ্ঞ কৰয় নিশ্চয়।
যজ্ঞ সমাপিলে হইব ত্ৰৈলোক্য বিজয় ॥১৪
ব্ৰহ্মঅস্ত্ৰ আপুনি হৈবেক উপস্থিত।
ৰথ খান পাইবে জগতত অবিদিত ॥১৫
এহি মতে গুণি ইন্দ্ৰজিত বীৰবৰে।
মায়াসীতা সাজি সিটো আনিলা, সমৰে ॥১৬
মায়াসীতা কাটিলেক খৰ্গ ধৰি কৰে।
সমৰৰ বিঘ্নি আচৰিয়া যজ্ঞ কৰে ॥১৭
সেহি যজ্ঞৱত পাইবেক ৰথবৰ।
সেহি ৰথে চড়ি আসিবেক নিশাচৰ ॥১৮
যতমান বীৰে কেহোঁ বধন নযাই।
অযুতে নিযুতে তাক খুজিয়া নপাই ॥১৯
যাৰে নতো বীৰে যজ্ঞ সমাপত কৰে।
হেন কালে তাক যিটো মাৰিবাক পাৰে॥২০
তাহাৰ হাততে সিটো যাইব যমপোহে।
হেন বৰ ছিদ্ৰ তাৰ থৈলা পিতামহে ॥২১
মায়াসীতা সৃজিলেক নকৰিবা শোক।
ইন্দ্ৰজিত বধিতে উদ্যত কৰিয়োক ॥২২

ইন্দ্রজিত বীৰক মাৰক লখমন।
যাবদেকে নকৰে যজ্ঞক সমাপন ॥২৩
সুগ্ৰীৱ সহিতে তুমি ঐত থাকিয়োক।
আমি সমে লক্ষ্মণক অনুজ্ঞা দিয়োক ॥২৪
সত্বৰে দিয়োক কাৰ্য্য বৰ অতিৰেক।
ইহান হাততে ইন্দ্ৰজিত পৰিবেক ॥২৫
শ্ৰীৰামে বোলন্ত কিনো বুলিলা বচন।
সীতাৰ সন্তাপে মই নপাওঁ চেতন ॥২৬
সেহি কথা পুনশ্চ কৰিলা বিভীষণে।
লক্ষ্মণক বুলিলা ৰাৱণি বধ মনে ॥২৭
ৰাঘৱে বোলন্ত বাপু মোৰ বোল বুজা।
মায়াবী ৰাক্ষস সিটো অবহিতে যুজা ॥২৮
আপুনি জানাহা ৰাৱণিৰ কূট বুদ্ধি।
তোমাক আমাক যেনমতে গৈলা বধি ॥২৯
বিভীষণ তুমি লক্ষ্মণৰ লগে যাহা।
সমৰ ভূমিত উপদেশ বুলিবাহা ॥৩০
ৰামদেৱে লক্ষ্মণক ধৰি আলিঙ্গিলা।
আশীৰ্ব্বাদ কৰিয়া বিজয় যাত্ৰা দিলা ॥৩১
লক্ষ্মণৰ লগত চলিয়ো হনুমন্ত।
সেনাগণ লৈয়া আৰো যায়ো জাম্বৱন্ত ॥৩২
এহি বুলি ৰামদেৱে আদেশ কৰিলা।
সসৈন্য সহিতে সবে তেখনে লৰিলা ॥৩৩
ৰামৰ চৰণ ৰেণু মাথে তুলি লৈলা।
শীঘ্ৰ গমনে ৰণভূমি প্ৰবেশিলা ॥৩৪
দূৰতে দেখিলা যাই ৰাৱণিৰ দল।
নিসন্ধি কৰিয়া আছে ৰাক্ষস সকল ॥৩৫
বিভীষণে বলিলন্ত শুনিয়ো লখাই।
সসৈন্য সহিতে বীৰ আছে এহি ঠাই ॥৩৬
নিকুম্ভিলা নামে দিব্য বট বিদ্যমান।
ইন্দ্ৰজিত ৰঙ্গে যজ্ঞ কৰে সেহি থান ॥৩৭
যাৱদেকে বীৰে যজ্ঞ সমাপন কৰে।
সৈন্য ভঙ্গায়োক ঝাণ্টে সানাই বাৰ শৰে ॥৩৮
সবাৰো মাজত পাছে দেখিবাহা তাক।
কৃত্যক সমাপি বীৰে ধাইবেক তোমাক ॥৩৯
মেঘনাদে পাৱে যদি কৃত্য সমাপিত।
ব্ৰহ্মঅস্ত্ৰ পাইলে পাৱে ত্ৰৈলোক্যজিনিত॥৪০
অন্তৰীক্ষ ৰথে চড়ি তিনি লোক দহে।
হেন অগোচৰ বৰ দিলা পিতামহে ॥৪১
যজ্ঞ সমাপতি কৰিবাক নপাৰক।
শীঘ্ৰে নিকুম্ভিলা বট মূলক যায়োক ॥৪২
অন্যায় যুদ্ধত বৰ কৌশল পাপিষ্ঠ।
ন্যায় যুজে মাৰাঁ আক ৰামৰ কনিষ্ঠ ॥৪৩
হেন শুনি লক্ষ্মণে শৰ জাক দিল।
বানৰ ভালুকে বৃক্ষ শিলা বৰিষিল ॥৪৪
গলত কামোৰ দিয়া ভালুকে আছাৰে।
তেজ পান কৰিয়া অসংখ্য কোটি মাৰে ॥৪৫
কতোহোঁ বানৰে ৰাক্ষসৰ ধৰি গলে।
চৰৰ প্ৰহাৰে মুঠি ছোটে মথা ফালে ॥৪৬
কতো কতো বানৰে মাৰয় লাঠিকিলে।
ঘোৰাকাটি কামোৰাটা কৰে তকশিলে ॥৪৭
ৰাক্ষসৰ সেনা ৰিঙ্গ দিয়া বলে নাচে।
কতো শূল শকতিৰ প্ৰহাৰে নবাচে ॥৪৮
গদা মুদ্গৰ বাৰি পৰিঘৰ ঘাৱে।
অসংখ্যাত ভালুক পেশিলা যমঠাৱে ॥৪৯
দুয়ো ভিতি সেনাসব আন্দোলা আন্দোলি।
ভূমিত পেলায়া মাৰে পাঞ্জৰক ফুলি ॥৫০
নখে দান্তে বিদাৰিয়া যমক পেশয়।
অসংখ্যাত বানৰ ৰাক্ষস গৈলা ক্ষয় ॥৫১
লখমণ বিভীষণ আৰো জাম্বৱন্ত।
আন সেনা সব মুখ্য মুখ্য বলৱন্ত ॥৫২
হনুমন্তে ভঙ্গাইলা আৱৰ ভিতি পশি।
নিশাচৰবল ভাঙ্গি পলাইল তৰসি ॥৫৩
কতো সেনা পলাই যাই মহা ভয় মন।
যজ্ঞ এৰি ইন্দ্ৰজিত কৰিলা গমন ॥৫৪
ৰথত চড়িলা বায়ুবেগ চাৰি বাজী।
সবে অস্ত্ৰ শস্ত্ৰ নিবন্ধিয়া আছে সাজি ॥৫৫
বৃক্ষ হানি কপি বলে আকাশক ছাইল।
শৰে হানি ইন্দ্ৰজিত কাটিয়া পেলাইল ॥৫৬
সেনাগণ পালটিয়া ৰাৱণিত গহে।
বানৰৰ ভলুক প্ৰহাৰ বৰে সহে ॥৫৭
হনুমন্তে শালবৃক্ষ লৈলন্ত উপাৰি।
সেনাৰ মাজত পশি কোবাৱন্ত বাৰি ॥৫৮
একৈক প্ৰহাৰে বীৰে অনেক মাৰন্ত।
অন্তকালে যমে যেন প্ৰজা সংহাৰন্ত ॥৫৯
কোপে প্ৰকাশন্ত যেন অগনি সদৃশ।
আপনি শৰক ধৰি কৰে আসৰিস ॥৬০

লাঙ্গুলে মেঢ়ায়া কতো কতো আছাৰিল।
কৰে ধৰি আস্ফালিয়া অনেক মাৰিল ॥৬১
ইন্দ্ৰজিতে বোলয় মাৰোহোঁ থাক থাক।
মাৰুতিৰ কোল ঝাণ্টে ছপায়ো আমাক ॥৬২
এহিসে অজয় বীৰ কাকো নাহি শঙ্কা।
একেশ্বৰে আসি ইটো পুৰি গৈলা লঙ্কা ॥৬৩
সাৰথিয়ে ৰথ আনি চপাইলা সন্নিত।
হনুমন্তে বোলন্ত শুনৰে ইন্দ্ৰজিত ॥৬৪
যেনমতে বাসৱক জিনিলি ৰাক্ষস।
সি সব শকতি আজি আমাত দৰশ ॥৬৫
বায়ুৰ পুত্ৰৰ শকতিক আজি বুজ।
ৰাক্ষসৰ মায়া এৰি ন্যায় যুজে যুজ ॥৬৬
কোলাহলে মল্ল বান্ধে নোহে অস্ত্ৰঘাৱ।
যেতে তেনে মোক জিনি মুনিষ বোলাৱ ॥৬৭
এহি বুলি কোপ কৰি বীৰ হনুমন্ত।
নানাবিধ বৃক্ষ শিলা অস্ত্ৰ বৰিষন্ত ॥৬৮
বৃক্ষ বৃষ্টি ভৈলা দেখি ইন্দ্ৰজিত বীৰে।
শৰ সহস্ৰেক তাৰিলেক দৃঢ়তৰে ॥৬৯
মহা কোপে ইন্দ্ৰজিত জপাইলেক ৰণ।
লক্ষ্মণক সম্বুধি বোলন্ত বিভীষণ ॥৭০
দেখিয়ো লক্ষ্মণ হেৰা ৰাৱণৰ সুত।
বায়ুৰ পুত্ৰক ধাইলা ক্ৰোধে যম দূত ॥৭১
এহিত সময় জানা আক মাৰিবাৰ।
নিৰ্দ্দয় স্বৰূপে শৰ কৰিয়ো প্ৰহাৰ ॥৭২
যজ্ঞ এৰি গৈলা বীৰ সমৰক গহে।
এহি সময়ত ছিদ্ৰ থৈলা পিতামহে ॥৭৩
ইন্দ্ৰজিতে হনুমন্তে ভৈলা ঘোৰ ৰণ।
যজ্ঞৰ শালাক দৰশন্ত বিভীষণ ॥৭৪
দেখিয়ো লক্ষ্মণ হেৰা গণপতি ঘট।
কাল মেঘ খণ্ড যেন নিকুম্ভিলা বট ॥৭৫
যজ্ঞৰ সঞ্চাৰ মানে থানে থানে থৈল।
আধা যজ্ঞ কৰি বীৰে যুজিবাক গৈল ॥৭৬
সমাপতি কৰি যেবে বট মূল পাৱে।
একেশ্বৰে মায়াযুজে ত্ৰৈলোক্য ভঙ্গাৱে ॥৭৭
বিভীষণে বোলন্ত শুনিয়ো কপিগণ।
যজ্ঞশালা ভাঙ্গিবাক কৰিয়ো যতন ॥৭৮
বিভীষণ বচনক শুনিয়া বানৰে।
যজ্ঞৰ শালাক বেঢ়িলন্ত নিৰন্তৰে ॥৭৯
তৰল বানৰ বলে যজ্ঞ শালা পাইল।
যত উপকৰণক ভাঙ্গিয়া পেলাইল ॥৮০
দধি দুগ্ধ মধু হাণ্ডি হাণ্ডি পীল।
ঘৃতৰ কলসি তুলি মুখত বাকিল ॥৮১
আম জাম পনিয়াল নানাবিধ ফল।
আথে বেথে গিলে কতো দশ নৈয়া কল ॥৮২
কিছু কিছু কৰিয়া কতোহেঁ। উকিপাৰে।
ৰাক্ষসগণক যজ্ঞদাৰু হানি মাৰে ॥৮৩
লক্ষ্মণে আটোপ কৰি ধনুগুৰ্ণ মাজি।
দৃঢ় মুঠি ধনু ধৰি সমৰক সাজি ॥৮৪
সম্বুধি বোলন্ত অৰে শুন ইন্দ্ৰজিত।
সংগ্ৰাম দিবাক লাগি দৃঢ় কৰা চিত্ত ॥৮৫
বিভীষণে চিনাইলেক ইঙ্গিততে জানি।
কোপে মেঘনাদে হেন বুলিলন্ত বাণী ॥৮৬
বাপৰ কনিষ্ঠ তুমি সোদৰ খুড়াই।
কতমান যশ পাইবা ভাতিজা মৰাই ॥৮৭
তুমি মহা পাপিষ্ঠ যে মোহোৰ খোৰত।
কত ধৰ্ম্ম পাইবা মোৰ চিন্তিয়া বিঘাত ॥৮৮
কতেক বৰ্ণাইবা গুণ অধম খুৰাৰ।
পুত্ৰক মৰাইবে প্ৰতি মন ভৈলা যাৰ ॥৮৯
বংশ দ্ৰোহ কৰিলাহা ব্ৰত ভৈলা ছন্ন।
হেনসে নিৰ্দ্দয় ভৈলা নিকাৰুণ মন ॥৯০
দেশৰ ডাকিলা বাপে জানি মন্দ ভাৱ।
লঙ্কাক চাহিয়া আবে পোৰে সৰ্ব্ব গাৱ ॥৯১
যি বংশত উপজিলা তাকে কৰা ক্ষয়।
অগনি উপজি যেন কাষ্ঠক দহয় ॥৯২
যদি মোৰ পিতৃ তোৰ নোহে গুণৱন্ত।
অপৰ যতেক জনে গুণ বখানন্ত ॥৯৩
তথাপি তোমাক হিত বোলোঁ খুৰা শুন।
যিটো পৰ পৰ সিটো নোহয় আপন ॥৯৪
মোৰ পিতা তযু পিতৃ সম জেষ্ঠ ভাই।
তেজিলা সমস্তে বন্ধু বান্ধৱক পাই ॥৯৫
আমাৰ মৰণে কেনে তোমাৰ বাঞ্ছিত।
বিশ্বাসঘাতক কথা কহিলা বৈৰত ॥৯৬
তোমাৰ সমান আছে কোন মন্দ বুদ্ধি।
বৈৰৰ সেৱক ভৈলা আমাত সুমুধি ॥৯৭
বিভীষণে বোলন্ত ভাতিজা ইন্দ্ৰজিত।
ছোট কালে তই গুৰু গৰ্ব্বী অবিনীত ॥৯৮

পিতা পুত্রে তোহোৰা প্ৰধান অধাৰ্ম্মিক।
পৰিবৰ্ত্তে বোলে মোক নিন্দিলাহাঁ কিক॥৯৯
পুলস্তি ঋষিৰ বংশে উতপতি হুয়া।
বাহুৰ প্ৰসাদে তিনি ভুবন বৰায়া ॥১০০
কমন নৃপতি হেন মন্দ কথা ছৰি।
দেৱ গন্ধৰ্ব্বৰ নাৰী আনিলেক হৰি ॥১০১
জগত প্ৰসিদ্ধ ৰাম তান ভাৰ্য্যা হৰে।
দেৱ ঋষি সৱৰ সদায় দ্ৰোহ কৰে ॥১০২
হেন জানি এৰিলোহোঁ তোমাৰ পিতাক।
আউৰ উপালম্ভ কেনে বোলাহাঁ আমাক॥১০৩
ঋষিৰ যজ্ঞক ভুঞ্জি কৰিলেক নষ্ট।
বিশিষ্ট জনৰ জ্বালিলাহা মন কষ্ট ॥১০৪
ত্ৰৈলোক্যৰ লোকক কম্পাইল থিউ দণ্ডে।
বাপ পুতে যাইবি তোৰা নৰক প্ৰচণ্ডে॥১০৫
পতিব্ৰতা সীতা দেৱী হৰি আনিলেক।
দিবাক বুলিলোঁ তাক কাণ নেদিলেক ॥১০৬
হিত বোল বোলন্তে বসতি নাশ ভৈল।
লাঠি মাৰি আমাক দেশৰ বাজ কৈল ॥১০৭
ৰামৰ চৰিত্ৰে শুনিয়োক সৰ্ব্বজন।
কেতিক্ষণে কৈত মিলে দুঃসহ মৰণ ॥১০৮
নজানি ইহাক জন্ম যাই আলে জালে।
ৰামৰ চৰণ ভজা যাৰে আছা ভালে ॥১০৯
ভাৰতবৰিষ পাইলে হেলা মুযুৱাই।
কেতিক্ষণে পৰে ইটো নৰতনু কাই ॥১১০
আকে জানি সমস্তে এৰিয়ো আনকাম।
মাধৱ কন্দলী ভণে বোলাঁ ৰাম ৰাম ॥১১১

---

### ৩৪ অধ্যায়।

ছবি।

ইন্দ্ৰজিত বধ।

ৰাক্ষস কুলত আমি, উতপতি লভিলোহোঁ,
ধৰ্ম্ম ছাৰি নজানিলো আন।
আপোনাৰ কথা নিয়া, আনত লগাস আনি,
বোলোঁ মোক পাপেসে প্ৰধান ॥১
লক্ষ্মণৰ শৰে তোৰ, আটি মুটি ভাঙ্গিবেক,
অন্যায় কৰিলি যত যত।
বাপেপুতে তোৰ আৰ, দেখাদেখি নহৈবেক,
ৰণমাজে প্ৰাণে হুইবি হত ॥২
হেন শুনি মহাবলী, কোপে অগ্নিসম জ্বলি,
তাৰিলেক বচন প্ৰহাৰ।
যাক তুমি মাল সাজি, আনিলাখুৰাই আজি,
সিটো নহে সদৃশ আমাৰ ॥৩
তোমাক যে লক্ষ্মণক, আজি থান দিবোঁদুইক
দুৰ্ব্বাৰ যমৰ সদনত।
পাছে দুহানৰ সঙ্গে, সেনাগণ মাৰোঁ ৰঙ্গে,
ভালুক বানৰগণ যত ॥৪
দুইবাৰে দুই ভাইক, সমৰত মাৰিলোহোঁ
মাথা নকাটিলো বৰ ঘিণে।
খাণ্ডাৰেসে ছেৰ মোৰ, সুমিত্ৰা নন্দন বীৰ,
কেন মতে বোলাঁ মোক জিনে ॥৫
তুমি হেন খুৰাই মোৰ, মুত্ৰত সাম্ভোৰা যেন,
লক্ষ্মণক বোল বীৰ ভাল।
ইকিকথা পতিয়াৰা, মানুহে মাৰিবে পাৰে
বাঘ মাৰিলেসে পাৰে ছাল ॥৬
হাস্য কৰিকিঞ্চিতেক, লক্ষ্মণেয়ো বুলিলন্ত,
শুনৰে অধম নিশাচৰ।
আপনাক বৰ কৰি, পৰক নিন্দয় যিবা,
তাকে বুলি নিলাজ পামৰ ॥৭
যিবা বহু বীৰগণ, জিনি আছু কৰি ৰণ,
বাৰ পাৰে পৰি ধৰণীত।
তাকে বোলে সৰ্ব্বজনে, থিৰ বীৰ ধীৰৱণে,
সেহি বীৰ জগতে বিদিত ॥৮
পৰক কুচ্ছাহ বাক্য, পৰিহৰি যিটো বীৰে,
সমৰত জিনিতে পাৰয়।
গম্ভীৰ চৰিত্ৰে তাৰ, সিসে বীৰ বলীয়াৰ,
সৰ্ব্বজনে তাকে বখানয় ॥৯
প্ৰলয়ত বৈশ্বানৰে, সমস্তকে দগ্ধ কৰে,
তেহে গৈয়া কাহাক তৰ্জ্জন্ত।
গিৰি তৰু বন সব, উপাৰিয়া কৰে চয়,
বায়ু ৰাজা কাহাক গৰ্জ্জন্ত ॥১০
মায়াবলে চোৰবৃত্তি, দুইভাইকজিনিয়াৰে,
তাতেসে তোৰ যে বৰ গৰ্ব্ব।
মৌনক আচৰি মই, সব কাৰ্য্যসাধিবোহোঁ,
শৰৰ প্ৰহাৰ মোৰ সহ ॥১১
শুনি কোপে নিশাচৰ, শানাইলঅনেকশৰ,
তাৰিলেক লক্ষ্মণৰ গাৱে।

যেন পৰ্ব্বতৰ পৰা, বহি যাই গেৰুধাৰা,
বোম্বানলে ৰুধিৰ বজাৰে ॥১২
সম্বুধি বোলয় অৰে, শুন সুমিত্ৰাৰ সুত,
আউৰ তই অযোধ্যা নপাইবে।
হাহা প্ৰাণ ভাই বুলি, ৰামদেৱে কান্দিবন্ত,
মোৰ হাতে যমঘৰে যাইবে ॥১৩
লক্ষ্মণে বোলন্ত অৰে, বৰ্ব্বৰ যে নিশাচৰ,
বচনে নপাৰি জিনিবাক।
সমৰে বিমুখ হুই, লঙ্কাক ন যাইবি তই,
নিশ্চয় মাৰিবোঁ আজি থাক ॥১৪
হেন বুলি ধনু ধৰি, কৰ্ণপূৰি দৃঢ়কৰি,
হানিলন্ত তীক্ষ্ণ পাঞ্চবাণে।
মহাবেগে হৃদয়ৰ, অভ্যন্তৰ পশি শৰ,
ৰাৱণি তেজিলা যেন প্ৰাণে ॥১৫
শুনিয়োক সৰ্ব্বজন, পুণ্যকথা ৰামায়ণ,
পাপৰ মুণ্ডত দিয়া বাৰি।
এবাঁ ইটো আনমন, ৰাম বোলাঁ ঘনেঘন,
অন্তকে পলাউক প্ৰাণ ছাৰি ॥১৬

### ৩৫ অধ্যায়।

পদ।

আমাক বোলস চোৰ বৃত্তি নিশাচৰ।
এহি বুলি দাৰুণে হানিলা তিনি শৰ ॥১
অন্যায় নকৰা আজি দেখাঁ মোৰ যুজ।
ইন্দ্ৰজিত বীৰৰ যে পৌৰুষতা বুজ ॥২
সাত শৰে লক্ষ্মণক বিন্ধিলেক টানে।
হনুমন্তে বীৰক বিন্ধিল দশ বাণে ॥৩
মহা খঙ্গে ৰকত নয়ন নিৰন্তৰে।
বিভীষণ বীৰক তাৰিলা শত শৰে ॥৪
শৰ যুৰি লক্ষ্মণে গম্ভীৰ কৰি গতি।
বোলে ইন্দ্ৰজিত তোৰ পাইলো পৰাপতি ॥৫
তই বোলাৱস যোদ্ধা বীৰ অতিবেক।
ৰথত চড়িয়া মোক নিন্দিলি অনেক ॥৬
শুন অৰে দুৰাচাৰ অধম দুৰ্জন।
হেৰা তোৰ সব গাৱ কৰাওঁ ভূষণ ॥৭
ৰণত পাগল তই অশকতি ভৈলি।
বৰ থৰমৰি হুয়া ভঙ্গাৱস বেলি ॥৮
আমাৰ বিপোহোঁ বঢ়াৱস লঘু বাকে।
যম পুৰে পেলোঁ আজি ঘোৰ শৰজাকে ॥৯
এহি বুলি মহাবীৰে তীক্ষ্ণ দশ শৰে।
সন্নাহা কাটিয়া পেলাইলন্ত নিৰন্তৰে ॥১০
শৰীৰৰ ভেদি গৈলা ইপাৰ সিপাৰ।
কতো বেলি নাছিলেক চেতন তাহাৰ ॥১১
ইন্দ্ৰজিতে দৃঢ় মুঠি ধনু ধৰি কৰে।
আকাশক নিৰন্তৰে ছানিলেক শৰে ॥১২
লক্ষ্মণেয়ো শৰ হানি কাটিয়া পেলাইল।
দুয়ো বীৰে কতক্ষণে ভঙ্গক নপাইল ॥১৩
লখমণে ইন্দ্ৰজিতে দুয়ো নঘাটন্ত।
দুইহানৰ শৰে সব দুইহানো কাটন্ত ॥১৪
শতেক সহস্ৰ কৌটি শৰৰ প্ৰমাণ।
দুই হানো চাপৰ হন্তে নিকলিল বাণ ॥১৫
তেখনে প্ৰসন্ন হোৱে তেখনে আন্ধাৰ।
ত্ৰৈলোক্য অজয় দুই মুনিষ যুজাৰ ॥১৬
আকাশ নিসন্ধি কৰি শৰে শৰে ছাইল।
সূৰ্য্যৰ জ্যোতিয়ে আৰ একো নবজাইল ॥১৭
নিসন্ধি ভৈলেক আৰ নেদেখি প্ৰসন্ন।
দুইহান সমৰ নেদেখয় দেৱগণ ॥১৮
নিশাময় ভৈলা যেন মেঘ তমোময়।
দুয়ো সেনা দমকিল কেহো নাযুজয় ॥১৯
দুয়ো শৰে হানি দুয়ো ফুটিলা অপাৰ।
অশোক পলাশ যেন দেখি জ্যোতিষ্কাৰ ॥২০
শোনিতে সিন্দুৰে যেন দীপিতি কৰয়।
পৰ্ব্বতৰ হন্তে যেন বহে গেৰুচয় ॥২১
পাখি সমে শৰ পশি শৰীৰ কম্পাই।
কতো শৰীৰক ভেদি পাতালক যাই ॥২২
দেৱ অসুৰৰ বৰ উলমাল চিত।
লক্ষ্মণে জিনন্ত কিবা জিনে ইন্দ্ৰজিত ॥২৩
বিভীষণে লক্ষ্মণৰ কোল চাপিলন্ত।
কনিয়াল বিপাট অনেক হানিলন্ত ॥২৪
আন একো ওছ নোহে শৰ বৰিষন্ত।
অসংখ্যাত ৰাক্ষস সেনাক মাৰিলন্ত ॥২৫
আপনাৰ সেনাগণ সব ছপকৰে।
ৰাৱণ কনিষ্ঠে নিয়া যোগাইলা সমৰে ॥২৬
সিংহক দেখিয়া যেন হৰিণ পলাইল।
ৰাৱণিত গৈয়া সবে শৰণ সোমাইল ॥২৭
বিভীষণে বোলন্ত শুনিয়ো কপিগণ।
দিয়োক আমাৰ বচনক সবে মন ॥২৮



ত্ৰৈলোক্যত সাৰ আতি এহি পাপীজন।
ইপৰিলে জানিব্াহা পৰিলা ৰাৱণ ॥২৯
পুত্ৰৰ বধৰ মই বোলোহোঁ উপায়।
অযুগুত কৰ্ম্ম কৰিবাক নুযুৱায় ॥৩০
উপদেশ দিয়া হেৰা সমৰত মাৰোঁ।
ৰামৰ কাৰ্য্যত থাকি হেন পাপ কৰোঁ ॥৩১
মোহোৰ কাৰণে প্ৰাণ পুত্ৰৰ মৰণ।
দেখা মোৰ শোকে ইটো ঝৰয় নয়ন ॥৩২
কোলায়ে বোকায়ে তুলিলোহো মেঘনাদ।
মায়াময় সংসাৰৰ জ্বলয় বিষাদ ॥৩৩
অসংখ্য পৰিল মুখ্য নিশাচৰগণ।
যাৰত নপৰে ইটো সমৰে ৰাৱণ ॥৩৪
কপিগণ ঝাণ্ট কৰি সৈন্য ভঙ্গাৱাহা।
লক্ষ্মণে মাৰিব আক পাছে দেখিবাহা ॥৩৫
বিভীষণে হেন মতে বিপোহোঁ বঢ়াইলা।
হনুমন্ত জাম্বৱন্ত সবে সেনা ধাইল ॥৩৬
অনেক অস্ত্ৰক ধৰি পৰ্ব্বত শিখৰ।
সম্মুখে যে যুজয় বানৰ নিশাচৰ ॥৩৭
দুয়োভিতি সেনাগণ লাগিল ভুম্বুল।
বৃক্ষ শিলা বৰিষন্ত শকতি ত্ৰিশূল ॥৩৮
জাম্বৱন্তে এক ভিতি সমৰ ভঙ্গাইল।
ৰাক্ষস বলত নদী ৰুধিৰে বহাইল ॥৩৯
বিভীষণে আপনাৰ সৈন্য সমন্বিতে।
অসংখ্য ৰাক্ষস বল ভঙ্গাইলা ত্বৰিতে ॥৪০
হনুমন্তে ভঙ্গাইলা আৰৰ ভিতি পশি।
নিশাচৰ বল সবে পলাইলা তৰসি ॥৪১
ইন্দ্ৰজিত ধায়া গৈলা লক্ষ্মণৰ পাশে।
দুই বীৰে যুজে শৰে যুৰিয়া আকাশে ॥৪২
দুয়ো দুইহানৰ শৰ কাটিয়া পেলাইল।
তত্তুল্য সমৰে কেহোঁ ভঙ্গক নপাইল ॥৪৩
দুই বীৰ যুজয় ৰণত দুয়ো সম।
দুয়ো দুইহান্তক প্ৰহাৰয় যেন যম ॥৪৪
হিংসা হিংসি কৰি যুজে যেন দুই কাল।
ত্ৰৈলোক্যত সাৰ দুয়ো মুনিষ বিশাল ॥৪৫
সিংহ সম জাম্পন্ত ৰণত নকম্পন্ত।
অস্ত্ৰ সব হানন্ত ন্যাহিকে আদি অন্ত ॥৪৬
অৰহিতে যুজন্ত ছিদ্ৰক নপাৱন্ত।
খলখলি হাসন্ত বিপোহোঁ প্ৰকাশন্ত ॥৪৭
ত্ৰৈলোক্যত অজয় দুৰ্জ্জয় কলে
পুত্ৰ দশৰথৰ তনয় ৰাৱণৰ ॥৪৮
শনাইবাৰ শৰ যত হানন্ত অপাৰ।
মেদিনী মণ্ডলে দুয়ো মুনিষ যুজাৰ ॥৪৯
দুইহন্তে দুইহাক কিছু ওছক নযান্ত।
তেলীয়াৰ জান্ত যেন চোবাৱন্ত দান্ত ॥৫০
দুয়ো দুইক যুজিবাক সন্ধি অতি চান্ত।
আস বুলি যাহন্ত পাছত নপলান্ত ॥৫১
কোন ওছ কোন পৰ বুলিতে নপাৰি।
দেবগণে চিন্তা বৰ কৰে বুকে হাৰি ॥৫২
আৱৰে আউৰক বোলে মিলিলা প্ৰলয়।
কিবা ইন্দ্ৰজিত কিবা লক্ষ্মণে জিনয় ॥৫৩
দুই খান ধনু দেখি মণ্ডল আকাৰ।
টঙ্কাৰ শবদ আতি শুনি চমৎকাৰ ॥৫৪
অন্তৰ নেদেখি বাণ শৰ হানিবাৰ।
ত্ৰৈলোক্যত সাৰ দুয়ো মুনিষ যুজাৰ ॥৫৫
আকাশৰ কাটিয়া গুচাইলা অন্ধকাৰ।
কিৰণ পৰশে মুখ দেখি আউৰ আৰ ॥৫৬
দুয়ো দুইহান্তক ৰণে অশেষ হানন্ত।
বানে অন্ধকাৰ কেহো কাকো নেদেখন্ত ॥৫৭
অন্ধকাৰ গুচি পুনু প্ৰসন্ন হোৱয়।
দুয়ো বীৰে সমৰত প্ৰকাশ কৰয় ॥৫৮
সাৰথিৰ শিৰ ছেদিলন্ত এক বাণে
ইন্দ্ৰজিত ভূমিত পৰিল বৰ টানে ॥৫৯
বানৰ বলৰ মনে ভৈলা বৰ ৰঙ্গ।
বিক্ৰমে ভেদিলা তাৰ ভৈলা ৰথ ভঙ্গ ॥৬০
ক্ষত বিক্ষত কৰি সেনাক মাৰিল।
দুৰ্ঘোৰ সমৰ ভৈলা ৰাক্ষসে হানিল ॥৬১
হেন দেখি ইন্দ্ৰজিত বৰ লাজ পাইল।
তেখনে সাৰথি ৰথ আগত যোগাইল ॥৬২
তাতে চড়ি মহাবীৰে কোপ কৰি টান।
লক্ষ্মণক প্ৰহাৰিলা অসংখ্যাত বাণ ॥৬৩
প্ৰমাথি বানৰ বীৰে গন্ধ যে মাৰ্দ্দনে।
সিয়ো ৰথ উপৰে পৰিলা দুয়ো জনে ॥৬৪
সম্বৰ শৰীৰে ৰাখি নিৰুৎসাহী কৰি।
মুখে ভেজ নিকলিয়া ঘোড়া গৈলা মৰি ॥৬৫
জাজ্বল্য সমান জ্বলি বীৰ ইন্দ্ৰজিত।
সৈন্যক বোলন্ত তুমি নকৰিবা ভীত ॥৬৬

ক্ষণেকে থাকিয়ো যুদ্ধ প্ৰবন্ধে নভাগি ।
ৰথ সাজি আসোঁ যাই নগৰীক লাগি ॥৬৭
নগৰী পশিয়া ঝাণ্টে সাজিলেক ৰথ ।
অলঙ্কাৰে মণ্ডিলেক ঘোটক সমস্ত ॥৬৮
ধনু বাণ সাজিলা সম্ভাৰ যত যত ।
সমৰ ভূমিক গৈয়া পাইলা ক্ষণেকত ॥৬৯
শৰে হানি বানৰক ভঙ্গাইলা ৰণত ।
শৰণ পশিলা গৈয়া বীৰ লক্ষ্মণত ॥৭০
হেন দেখি হনুমন্তে বোলে লক্ষ্মণক ।
মোহোৰ পিঠিত চড়ি যুজ ৰাক্ষসক ॥৭১
হনুৰ পিঠিত যাই চড়িল লক্ষ্মণ ।
সমৰক লাগি বীৰে কৰিলা গমন ॥৭২
যেন যুদ্ধ ভৈলা দেখন্তেহি ভয়ঙ্কৰ ।
মৰি গৈলা অনেক বানৰ নিশাচৰ ॥৭৩
সুমিত্ৰাৰ সুত বীৰ.ৰণ মাজে জানি ।
ধনুগুৰ্ণ ছেদিলন্ত এক বান হানি ॥৭৪
আৰৰ গুণক পাছে মেঘনাদে দিল ।
সিয়ো গুণ শৰ হানি লক্ষ্মণে ছেদিল ॥৭৫
হৃদয়ত পাঞ্চ বান হানিলা তাহাৰে ।
ইন্দ্ৰজিত মুচ্ছৰ্া গৈলা দাৰুণ প্ৰহাৰে ॥৭৬
পাঞ্চ বাণ বাজ ভৈলা হৃদয়ক ফুলি ।
পৃথিবী বিদাৰি গৈলা পাতালক বুলি ॥৭৭
ৰুধিৰে লেপিত ৰাৱণিৰ সব অঙ্গ ।
সিন্দুৰৰ বৰ্ণ যেন পঞ্চম ভুজঙ্গ ॥৭৮
কতো বেলি ইন্দ্ৰজিতে চেতনক পাইল ।
শৰে হানি লক্ষ্মণক চতুৰ্দ্দিকে ছাইল ॥৭৯
নিসন্ধি কৰিয়া শৰ হানয় আথাকে ।
বানৰত পৰিয়া মৰয় জাকে জাকে ॥৮০
লক্ষ্মণক আবৰিয়া ঘোৰ.নিশাচৰে ।
বিভীষণ বীৰক তাৰিলা দশ শৰে ॥৮১
ৰাৱণৰ কনিষ্ঠে কৰিলা প্ৰতিকাৰ ।
হৃদয়ত পাঞ্চ বাণ হানিলা তাহাৰ ॥৮২
ইন্দ্ৰজিতক যে ফুলি বান বাহিৰাইল ।
শৰৰ বিষত বীৰ ৰাৱণি খঙ্গাইল ॥৮৩
পাৱকৰ অস্ত্ৰক হানিলা তেতিক্ষণে ।
ৰুদ্ৰ অস্ত্ৰে নিবাৰিলা বীৰ বিভীষণে ॥৮৪
অদভুত সমৰ খোৰত ভাতিজ্ঞাৰ ।
আকাশ পৃথিবী শৰে দেখি একাকাৰ ॥৮৫
একে যেবে হানন্ত আৰৰে সংহাৰন্ত ।
বৰদত্ত দুহান্তো জিনিতে নপাৰন্ত ॥৮৬
সহস্ৰ জলিয়া ভৈলা দুইৰো কলেৱৰ ।
প্ৰাণক টাঙ্কিয়া যুজে দুয়ো বীৰবৰ ॥৮৭
সমৰত পাছ ভৰি নকৰিলা কেৱে ।
বিস্ময়ক মি ললা অসুৰ নাগ দেৱে ॥৮৮
হেন দেখি ৰাৱণিৰ শৰীৰে নসহে ।
যেহি অস্ত্ৰ দিলা তাক ময় মাতামহে ॥৮৯
মন্ত্ৰ পড়ি মহাবলে হানিলেক তাক ।
অস্ত্ৰৰ অগনি নিকলয় জাকে জাক ॥৯০
আকাশ ছানিয়া বেগে বাণ বাহিৰাইল ।
কুবেৰ দিবাৰ অস্ত্ৰ লক্ষ্মণে চড়াইল ॥৯১
মন্ত্ৰ পড়ি হানিলন্ত জ্বলিলা অগনি ।
দুই অস্ত্ৰে এক স্থান অন্তৰীক্ষে ছানি ॥৯২
দুই অস্ত্ৰ উথলিয়া গৈলা ৰামালয় ।
নিষ্প্ৰভ হুয়া আকাশতে গৈলা ক্ষয় ॥৯৩
খণ্ড খণ্ড হুয়া অস্ত্ৰ ধৰণীক পাইল ।
দুয়ো বীৰে মহালাজে মাথা ছপৰাইল ॥৯৪
লক্ষ্মণে হানিয়া বাণ কৰয় আস্ফোট ।
সাৰথিৰ তাহাৰ কাটিল মাথা গোট ॥৯৫
নিয়মন্তা নাহিকে ৰথৰ চাৰি ঘোড় ।
ৰথ খান ফুৰয় পৱন সম জোৰ ॥৯৬
ইন্দ্ৰজিত ফুৰয় ৰণৰ চাৰি পাশ ।
দেখিয়া বানৰ বলে তুলিলন্ত হাস ॥৯৭
কিছু কিছু কৰিয়া ৰানৰে পাৰে উকি ।
মাৰ্গ দৰশিয়া কতো পাৰয় ভাবুকি ॥৯৮
ৰামসেনা হাসন্ত গেখট কৰি দান্ত ।
চাৰি ঘোড়া ফুৰে ৰাৱণিক দেখিলন্ত ॥৯৯
পাৰিহাস ভঙ্গিভাৱে নাদয় ভালুক ।
আকৰ্ণ শবদে মিলি গৈলা হুক হুক ॥১০০
চাৰি ঘোড়া ফুৰয় ৰণৰ চাৰি পালি ।
ইন্দ্ৰজিতে লক্ষ্মণক পাৰিলন্ত গালি ॥১০১
অৰে সুমিত্ৰাৰ সুত খানিতেক সহ ।
সাৰথিক মাৰিলে ইহাত মহ মহ ॥১০২
এতমান ৰাজপুত্ৰ হেনসে মহত ।
নীচৰ হাতত মোক হনুৱাস কত ॥১০৩
ৰামৰ কনিষ্ঠ বীৰ তইসে লক্ষ্মণ ।
অতি অল্পমতি তই লঘুত্তৰ জন ॥১০৪

সাত্বিক নহস তই হৱস নিলাজ।
মাৰিছো অনেক যাৰ তোক বণমাজ ॥১০৫
দুয়ো ভায়েৰৰ মাথা নকাটিলো ঘিণে।
সি সব বচন কিয় নপৰয় মনে ॥১০৬
মহা বীৰ যিটো হৱে তাৰো ভঙ্গ হয়।
হাৰিয়া জিনয় কত্তো জিনিয়া হাৰয় ॥১০৭
তিনিয়ো লোকক ৰণে জিনিলন্ত বলি।
নাৰায়ণে তাহাকো পাতালে থৈলা ছলি॥১০৮
মায়া যুজে যুজিলি লক্ষ্মণে বোলে আগে।
সি কথা কহন্তে তোৰ বৈলক্ষ্য লাগে ॥১০৯
নির্গত প্রাণীৰ নাহি কৈত ভাত কঠ।
ন্যায় যুজে যুজি বেটা পাছে মোক হেঠা॥১১০
আজি যেৱে জীৱন্ত নিষ্কিবি পাছে মোক।
লক্ষ্মণৰ হাতত দেখিবি যমলোক ॥১১১
ইটো চক্ষে আৰ নেদেখিবি মাৱ বাপ।
লক্ষ্মণ বীৰৰ আজি বুজিবি প্রতাপ ॥১১২
নীচৰ যে পৰাভৱ এৰাইলো আপনে।
তিনিয়ো ভুবনে তোক ৰাখিবেক কোনে॥১১৩
দেৱতাক যত দুঃখ দিয়াছ দুষ্টুৰ।
মোৰ হাতে সকল ভাবনা হৈব চূৰ ॥১১৪
লক্ষ্মণৰ বোলে কোপ জ্বলিলা মনত।
অগনি লাগিলা যেন শুকান বনত ॥১১৫
অসুৰৰ অস্ত্রক ৰাৱণি তুলি লৈল।
মন্ত্র পঢ়ি আনিয়া ধনুৰ গুণে থৈল ॥১১৬
আকর্ণ পূৰিয়া তাক হানিলন্ত বলে।
অস্ত্রৰ মুখৰ জাকে অগনি নিকলে ॥১১৭
ত্রৈলোক্যত চমৎকাৰ ভৈলা ভয় ভীত।
লক্ষ্মণে নপাৰে জানোঁ আপন ৰাখিত ॥১১৮
লক্ষ্মণেয়ো শিৱ মন্ত্র পঢ়িয়া মনত।
মহেশৰ অস্ত্র আনি চড়াইলা গুণত ॥১১৯
বল দিয়া হানিলা আকাশে চলি যাই।
ৰাৱণিৰ অস্ত্র সব খেদি খেদি খাই ॥১২০
ৰাৱণিৰ অস্ত্র যত সৱে ভৈলা ক্ষয়।
ইন্দ্র বৰুণৰ অস্ত্র ৰণত হানয় ॥১২১
সুমিত্রাৰ তনয় সকল গুণ জানি।
সংহৰিলা অস্ত্র আপনাৰ বলে হানি ॥১২২
যত যত শৰ বাণে হানিলা অপাৰ।
দশৰথ সুতে তাক কৰিলা সংহাৰ ॥১২৩
হাতাশ নহৈয়া বীৰ ৰাৱণি গুণই।
ৰামৰ কনিষ্ঠ বীৰ ত্রৈলোক্য অজয় ॥১২৪
যত যত অস্ত্র মোৰ সবে সংহৰিল।
জানিলোঁ ইহাৰ হাতে মৰণ মিলিল ॥১২৫
দেৱ মুনিগণ আৰো গন্ধর্ব্ব চাৰণে।
মন্ত্র পঢ়ে অসংখ্যাত জিনন্তো লক্ষ্মণে ॥১২৬
অব্যাহতে পাৱন্তো ৰামৰ সন্নিহিত।
ত্রৈলোক্যৰ শত্রু মৰি যাউক ইন্দ্রজিত॥১২৭
জগতৰ মাৱে ৰাখন্তোক ৰণচণ্ডী।
স্বর্গ মর্ত্ত্য পাতালে দুর্গতি যাউক খণ্ডি॥১২৮
এহি বীৰ পৰিলেক সবাৰো সুস্থ হয়।
সকালে মাৰন্তো আক সুমিত্রা তনয় ॥১২৯
দুয়ো বীৰ সমৰত উচ্চক নযাস্ত।
দিব্য অস্ত্র হানি সব দিক পূৰিলন্ত ॥১৩০
দশ দিশ তমোময় ভৈলা অন্ধকাৰ।
জিনত আন্ধাৰ নেদেখিয়া আউৰে আৰ॥১৩১
অসংখ্যাত শৰ হানি গুচাইলন্ত তম।
দুয়ো বীৰ যুজে ‘মক মন্দৰৰ সম ॥১৩২
পাছু ভৰি নকৰে অজয় দুয়ো বীৰ।
শৰ ঘাৱে জর্জ্জৰিত দুইহানো শৰীৰ ॥১৩৩
পাঞ্চ দিন পাঞ্চ ৰাতি ভৈল ঘোৰ ৰণ।
আকাশত হৰিষে নাচন্ত দেৱগণ ॥১৩৪
সাধু সাধু মহাবীৰ ত্রৈলোক্য মুনিয়।
দেৱগণে প্রশংসা কৰন্ত আসফিণী॥১৩৫
কুশৰ কণ্টক দিতে থাই নাই গাৱৰ।
সিন্দুৰৰ বর্ণ যেন দেখি একাকাৰ ॥১৩৬
অস্থি চর্ম্ম মাংসক ভেদিলা শৰ জাকে।
তথাপিতো দুয়ো বীৰে বিমুখে নথাকে॥১৩৭
দুয়ো ভিতি সেনা ঘোৰ যুদ্ধক আকলি।
নিশ্চলে থাকিলা যেন চিত্রৰ পুতলি ॥১৩৮
দুইহানো শৰীৰ অতি দেখি অসদৃষ্ট।
ৰাৱণৰ পুত্র দশৰথৰ কনিষ্ঠ ॥১৩৯
এত হন্তে লক্ষ্মণেয়ো অস্ত্র গুণি পাইল।
যিটো শৰে দেৱৰাজে অসুৰ ভঙ্গাইল ॥১৪০
নমস্কাৰ কৰি আনি যুৰিলা গুণত।
ৰামৰ চৰণ দুই সুমৰি মনত ॥১৪১
তক্ষক সর্পৰ সম সদৃশ বিশাল।
নিশাচৰ অসুৰ বংশৰ ক্ষয় কাল ॥১৪২

সুবৰ্ণ মাণিক দিব্য ৰচিত ৰতনে।
বিশ্বকৰ্ম্মে নিৰ্ম্মিলন্ত অনেক যতনে ॥১৪৩
দ্বাদশ আদিত্য আনি লেখিয়াছে তাত।
সূৰ্য্য মুখ নামে শৰ জগত প্ৰখ্যাত ॥১৪৪
ইন্দ্ৰ আদি কৰিয়া যতেক দেৱগণ।
লক্ষ্মণক দিলা ইন্দ্ৰজিত বধ মন ॥১৪৫
আকৰ্ণ পূৰিয়া ধনু আজুৰিয়া আনি।
দৃঢ়তৰ লক্ষ্মণে বুলিলা হেন বাণী ॥১৪৬
ৰামদেৱ হন্ত যেবে ধৰ্ম্মত প্ৰধান।
দেব দ্বিজ গুৰু ছাৰি নজানন্ত আন ॥১৪৭
ভকত বৎসল সদকৰ্ম্মে সদা ৰত।
ভকতি কৰন্ত সদা হৰি শঙ্কৰত ॥১৪৮
তাহান কিঙ্কৰ মই ৰামে মোৰ নাথ।
এহি শৰে ৰাৱণিৰ সংহৰোক মাথ ॥১৪৯
কদ্ৰ মন্ত্ৰ আনি তাতে জপিলা সকলে।
টঙ্কাৰে হানিলা আকাশক ছানি চলে ॥১৫০
চলি যাই অস্ত্ৰে মাৰুতৰ পথ ভেদি।
গৰুড়ে যাহন্ত বেগে যেন সৰ্প খেদি ॥১৫১
গ্ৰীৱত পৰিলা যাই বীৰ ৰাৱণিৰ।
কিৰীটি সহিতে তাৰ ছেদিলন্ত শিৰ ॥১৫২
কুণ্ডল যুগল চন্দ্ৰ সম জ্যোতি কৰে।
কতো দূৰে পেলাইলন্ত লক্ষ্মণৰ শৰে ॥১৫৩
বানৰ ভালুকে দেখি ডেৰা ডেই পাৰে।
ৰাক্ষস বলক সবে খেদি খেদি মাৰে ॥১৫৪
ৰাৱণিৰ সেনাগণ বিভঙ্গে পলাইল।
কতো সাগৰৰ জলে পশিয়া লুকাইল ॥১৫৫
ভালুক সেনায়ে কতো খেদি খেদি খাইল।
গহ্বৰে পশিল কতো বানৰে ভঙ্গাইল ॥১৫৬
দিশাদিশি গৈল কতো বনত পশিল।
লঙ্কাত পশিল কতো সমৰে পৰিল ॥১৫৭
ইন্দ্ৰ আদি কৰিয়া সকল দেৱগণ।
সুৰ মুনি প্ৰশংসন্ত সাধু লখমন ॥১৫৮
চিৰ কালে এৰাইলোহোঁ ৰাক্ষসৰ ভয়।
বাদ্য ভণ্ড শবদ মিলিলা জয় জয় ॥১৫৯
নৃত্য গীত কৌতূহলে মণ্ডিলা আকাশ।
সুগন্ধি শীতল বায়ু মলয় উল্লাস ॥১৬০
নিৰ্ম্মল শীতল জল বহে নদ নদী।
শুভ শুভ জয় জয় তিনি লোক ভেদি ॥১৬১
বানৰ ভালুকগণ নাচে সাৰি সাৰি।
উৰ্দ্ধক তুলিয়া হাত কতো উকি পাৰি ॥১৬২
কিছু কিছু হুক হুকি শবদ তুমুলে।
পৃথিবীত মাথা দিয়া কুৰাৱে লাঙ্গুলে ॥১৬৩
কতো কতো ভুকু মাৰি দিৱয় লৰৰ।
আন ছলে মাৰ্গ লোণ্ডি বৈসাৱে চৰৰ ॥১৬৪
ঘোৰাকাটি মাৰে কতো আন ভিতি চাই।
আউৰ আউৰে পৰিহাস মাৰেকিল যাই ॥১৬৫
গলাগলি কৰি বোলে আমিভাগে ভালো।
লক্ষ্মণ গোসাইৰ কাৰ্য্যেকল্যাণ মিলিলো ॥১৬৬
যাহাৰ প্ৰসাদে এৰাইলোহোঁ সৰ দুঃখ।
ইন্দ্ৰজিত পৰিল দেখিবো বন্ধুমুখ ॥১৬৭
বোলন্ত কন্দলী ৰাম চৰণেসে গতি।
বোলাঁ ৰাম ৰাম পাপ যাউক অধোগতি ॥১৬৮

৩৬ অধ্যায়।

ছবি।

ইন্দ্ৰজিত বীৰ বৈৰী, সমৰে নিষেধ কৰি,
হৰিষক পাইলা লখমন।
হনুমন্ত জাম্বৱন্ত, আদি কৰি কপিগণ,
সবাৰো হৰিষ ভৈলা মন ॥১
লক্ষ্মণৰ শিৰে দেৱে, পুষ্প বৃষ্টি কৰিলন্ত,
আকাশী গঙ্গাৰ বহে জল।
দেৱৰ সমাজে নানা, উৎসব মিলিলা সবে,
বাসৱে কৰন্ত কৌতূহল ॥২
বিভীষণ আদি কৰি, ভালুক বানৰ সবে,
লক্ষ্মণক প্ৰশংসা কৰিল।
সাৰ্থক তুমিসে বীৰ, ইন্দ্ৰকজিনিলা যিটো,
তাক মাৰি যমঘৰে নিল ॥৩
বিজয় দুন্দুভি বাই, পৰম হৰিষ মনে,
শ্ৰীৰামৰ পাশক চলিলা।
পৰম হৰিষ মন, উৰুলী জয়াৰ ঘন,
শুনি ৰামে আনন্দ লভিলা ॥৪
ৰাঘৱৰ অনুগতে, পৰম সাদৰ ভাৱে,
প্ৰণামিলে পাছে জানু শিৰে।
বাৰ্ত্তাক পুছিলা ৰামে, নকহিলা লখমনে,
কহিলন্ত বিভীষণ বীৰে ॥৫
যিটো বাসৱক জিনি, যশ পাইলা ত্ৰিভুবনে
যাৰ ভৈলা ইন্দ্ৰজিত নাম।

হাৰিলন্ত দেৱগণ, কৰিয়া দুৰ্দ্ধাৰ ৰণ,
যাক নাহি সমৰে উপায় ॥৬
হেন বীৰ অদভুত, ৰাৱণাৰ শ্ৰেষ্ঠ সুত,
মৰি গৈলা সিটো যম থানে।
তাহাৰ ছেদিলা শিৰ, লখমন মহাবীৰ,
তীক্ষ্ণতৰ মহা দিব্য বাণে ॥৭
এতেক শুনিয়া ৰামে, হৰিষ লভিলা মনে,
অতিশয় উৎসৱক পাইল।
লক্ষ্মণক কোলে ধৰি, মাথাত চুম্বন কৰি,
নানাবিধ আনন্দ বৰ্ষিল ॥৮
ৰামদেৱে প্ৰশংসিল, সাফল সাফল বীৰ,
উদ্ধাৰিলা হৃদয়ৰ শাল।
হতভৈলা ইন্দ্ৰজিত, আনক নাহিকে ভীত,
ৰাৱণক বধিবো সকাল ॥৯
পাঞ্চ দিন পাঞ্চ ৰাতি, নিৰন্তৰে যুদ্ধ কৰি,
বধিলাহা বীৰ ইন্দ্ৰজিত।
কীৰ্ত্তি থৈলা মহীতলে, যাৱে চন্দ্ৰ দিবাকৰে,
আজিসে আনন্দ ভৈল চিত্ত ॥১০
ৰাঘৱে আনন্দ পাই, মনে মহা ৰঙ্গ হুয়া,
বোলন্ত মৰিল লঙ্কেশ্বৰ।
এবেসে জানিলোঁ মই, সীতাদৰশন হুইবো,
ৰাৱণ যাইবেক যমঘৰ ॥১১
তুষ্ট হুইবে ত্ৰিদশৰ, লঙ্কেশ্বৰ পাপতৰ,
অধৰ্ম্মে নাশিব নিশাচৰে।
আৰে দেৱ ঋষিগণে, হৰিষ হৈবন্ত মনে,
তুষ্ট হুইব দেৱ পুৰন্দৰে ॥১২
বিভীষণ নিমিত্তত, ৰাৱণি ভৈলেক হত,
মৰিয়া গৈলেক যমঘৰ।
হনুমন্ত জাম্বৱন্ত, আদি কৰি কপিগণ,
সুহৃদ আছিলা জন্মান্তৰ ॥১৩
এহি বুলি পুনৰপি, আলিঙ্গি চুম্বন কৰি,
লক্ষ্মণক দেৱতা শ্ৰীৰাম।
ৰামসেনা যত আছে, সবহি হৰিষে পাছে,
উৎসৱ লভিলা অনুপাম ॥১৪
ৰামৰ চৰিত্ৰ চয়, সাধ্যান্তে অমৃতময়,
সাৱধানে শুনা সৰ্ব্বজন।
আয়ু ক্ষণে ক্ষণে যাই, বিলম্বক সুযুৱাই,
কাণ্টে লৈয়ো ৰামন্ত শৰণ ॥১৫
দুৰ্ঘোৰ সংসাৰ ভেৰে, মহা দুখে ভৰিবাহা,
মুখত নেৰিবা হৰি নাম।
মাধৱ কন্দলী ভণে, হৰিক ধৰিয়ো মনে,
বোলা নিৰন্তৰে ৰাম ৰাম ॥১৬

———

## ৩৭ অধ্যায়।

ৰাৱণৰ ক্ৰোধ আৰু সীতাক কাটিবলৈ গমন।

পদ।

ৰামদেৱ থাকিলন্ত কৌতুহল ভাৱে।
বাৰ্ত্তা পৰি পৰি গৈলা ৰাৱণৰ ঠাৱে ॥১
ৰণশেষ যিবা ইন্দ্ৰজিতৰ নগৰ।
কৰযোৰ কৰি বোলে দেৱ লঙ্কেশ্বৰ ॥২
শুনিয়োক ৰাজা চিত্ত কৰিয়োক থিৰ।
শুনা ৰণে পৰিলন্ত ইন্দ্ৰজিত বীৰ ॥৩
ইন্দ্ৰে যাত হাৰিলা আউৰ সুৰগণে।
হেন বীৰ জিনিলন্ত দুৰ্জয় লক্ষ্মণে ॥৪
পাঞ্চদিন পাঞ্চ ৰাতি দেখিলোহোঁ ৰঙ্গ।
দুৰ্দ্ধাৰ সমৰে কেহোঁ নেদিলেক ভঙ্গ ॥৫
লক্ষ্মণ বীৰক কোনে যুঝিবেক আন।
নাহিকে সদৃশ মেঘনাদৰ সমান ॥৬
লক্ষ্মণৰ শৰে গাৱে উদ্ধাৰয় বিষ।
ৰাতুল ভৈলাহা একো নপান্ত উদ্দেশ ॥৭
শিৰ ছেদ কৰিলন্ত লক্ষ্মণৰ শৰে।
নিৰ্ম্মল স্বৰ্গক পাইল তোমাৰ কুমাৰে ॥৮
লঙ্কেশ্বৰে শুনিলন্ত তনয়ৰ বধ।
নিশ্চলে পৰিলা ঘূৰি নয়ন তবধ ॥৯
বিমূৰ্চ্ছিত ভৈলা তমোময় অন্ধকাৰ।
ফুৰনি দেখিলা চিত্ত স্থিৰ নোহে তাৰ ॥১০
সুশীতল জলে তিয়াইলন্ত মন্ত্ৰীগণে।
অনন্তৰে কতোক্ষণে লভিলা চেতনে ॥১১
চেতন লভিয়া উঠি ৰাজা দশগ্ৰীৱে।
হা হা পুত্ৰ বুলি মুঠি হানিলন্ত হিয়ে ॥১২
ক্ৰন্দন কৰয় ৰাজা গম্ভীৰ যে নাদে।
বিলাপ কৰয় ৰাজা মনত বিষাদে ॥১৩
হৰি হৰি ৰাপ সুৰপতিক জগাইলে।
ইন্দ্ৰজিত নাম যৰ কীৰিত্তি আনাইলে ॥১৪
ত্ৰিভুৱনে চমৎকাৰ মুনিষ যশাইলে।
লক্ষ্মণৰ হাতে কেনে প্ৰাণ হেৰুৱাইলে ॥১৫

স্বৰ্গত ইন্দ্ৰক জিনি মনালেক কাপ।
পৃথিবীৰ ৰাজা তোৰ নসহে প্ৰতাপ ॥১৬
পাতালন্তে হাৰিলা যতেক সুৰ নাগে।
মানুষে মাৰিলে তোক মোৰ কৰ্ম্মভাগে ॥১৭
মেৰু পৰ্ব্বতক শৰে পাৰস ফুলিত।
হেমৱন্ত পৰ্ব্বতক পাৰস ভুলিত ॥১৮
প্ৰচণ্ড অগনি বাপ কি মতে জুৰাইলে।
লক্ষ্মণৰ হাতে পৰি কিমতে বুৰাইলে ॥১৯
হা মেঘনাদ মোক কৈক এৰি যাই।
তোৰ শোকে প্ৰাণ ফুটকৈ গেলে পুতাই ॥২০
ত্ৰিশূন্য দেখোঁ অন্ধকাৰ দশোদিশ।
শোক সৰ্পে দংশিলে শৰীৰে উধাই বিষ ॥২১
তোৰ মাৰ বাপে এবে কেন মতে জীবোঁ।
ৰাজন্ধৰ পুত্ৰ বুলি ফোকাৰ কৰিবো ॥২২
বিধৱা ভাৰক বহিবেক বধূলোকে।
তোহোৰ নিমিত্তে মৰিবোহোঁ পুত্ৰশোকে ॥২৩
তোক যাৰ শঙ্কা আৰে সবে ভৈলা দূৰ।
অচিন্তে কৰিব নিদ্ৰা দেৱতা অসুৰ ॥২৪
মোৰসে বুলিল জগতৰে ভৈলা ৰঙ্গ।
এহি বুলি ৰাৱণাৰ উঠি গৈলা খঙ্গ ॥২৫
দশ গোট মাথা কম্পৰয় কুৰি কৰ্ণ।
ক্ৰোধে কুৰি গোট চক্ষু সিন্দুৰৰ বৰ্ণ ॥২৬
কুৰি পাৰ্লী দশন চোবাৱে কৰ কৰি।
দশখান জান্তে যেন তেলী তেল পেৰি ॥২৭
হাতে হাতে পিষয় কণ্ডুতি কৰে শিৰ।
ঘনে ঘন কম্পে তাৰ সকল শৰীৰ ॥২৮
হাতত খৰগ ধৰি ছালিলেক গাৱ।
সীতাক কাটিতে যাই প্ৰচণ্ড প্ৰভাৱ ॥২৯
আতি বৰ খঙ্গে ৰাজা যেই ভিতি চাই।
সি ভিতৰ প্ৰজা যত পাছত লুকাই ॥৩০
পুত্ৰৰ মৰণ মোৰ পাপিষ্ঠীৰ কাযে।
আজি কাটি পেলাওঁ অশোক বনমাজে ॥৩১
মোহৰ লঙ্কাত আসি সোণগুই পশিল।
অমাত্য সহিতে পুত্ৰ ৰণত নাশিল ॥৩২
মায়াসীতা কাটিলেক পুত্ৰ বীৰবৰে।
স্বৰূপ সীতাক কাটি পেলোঁ যমঘৰে ॥৩৩
তপস্বীত গহে মোক দিয়া থাকে পিঠি।
মই যদি তালে থাকোঁ কন্তাৰ কি লাঠি ॥৩৪
সীতাক কাটিয়া তপস্বীৰ মান সাৰোঁ।
সমৰ ভূমিত পাছে দুয়ো ভাইক মাৰোঁ ॥৩৫
আলোচি দক্ষিণ হাতে খাণ্ডা তুলি লৈলা।
অশোক বনক ৰাজা কোপে চলি গৈলা ॥৩৬
দূৰে বসি সীতা দেবী আকলিলা তাক।
ৰাৱণাৰে আসয় আমাক কাটিবাক ॥৩৭
শুনি আছো লক্ষ্মণে বধিলা ইন্দ্ৰজিত।
পুত্ৰ শোকে আসে ৰাজা আমাক কাটিত ॥
বাৱে যেন কদলী কাম্পন্ত দেখি মূৰ্ত্তি।
ডৰে থৰ পশি ভৈলা হৰিলেক স্ফূৰ্ত্তি ॥৩৯
অন্তকালে মাধৱক সুমৰন্ত মাৱ।
আন গতি নাহিকে ৰামৰ দুই পাৱ ॥৪০
অৰবিন্দ মন্ত্ৰীয়ে জানন্ত অভিপ্ৰায়।
ৰাৱণাক মন্ত্ৰী বাধা কৰিলন্ত যাই ॥৪১
আগ বাঢ়ি বোলে শুনা লঙ্কেশ্বৰ নাথ।
হেন কি ঘাটন বুদ্ধি ফলিল তোমাত ॥৪২
পুলস্তি বংশত তুমি ভৈলা উতপতি।
তিৰি বধ কৰিতে তোমাৰ অযুগুতি ॥৪৩
সমস্ত বিখ্যাত তুমি শাস্ত্ৰত পণ্ডিত।
শোকৰ বেগত কেনে কৰাঁ গৰিহিত ॥৪৪
হঠাৎকাৰ কৰ্ম্ম এৰি ত্যজিয়োক ৰোষ।
মনে গুণি চায়া জানকীত কিবা দোষ ॥৪৫
তিৰি বধ মহাপাপ ন কৰিয়ো সাৰ।
যাৱে চন্দ্ৰ দিবাকৰে কুযশ তোমাৰ ॥৪৬
শুকান ঘাৰত ঘষা আকনাৰ আঠা।
ইন্দ্ৰজিত মৰিল সীতাক কিয় কাটা ॥৪৭
যাণ্ডে ধান খাইলেক তান্তিৰ কাটে বাটি।
আনে চুৰি কৰিলেক আনৰ চুলকাটি ॥৪৮
সীতাক কাটিয়া পুত্ৰ জীয়াইবাক পাৰি।
তেবে কাটিয়োক আৰো এক লক্ষ নাৰী ॥৪৯
হিত বাক্য বোলোঁ ৰাজা ধৰিয়ো মনত।
এহি কোপ সাকলিয়ো ৰাম লক্ষ্মণত ॥৫০
অৰবিন্দ বোলে ৰাজা কোপ পলটাইল।
অঙ্কুশৰ ঘাৱে যেন হস্তী বাহুবাইল ॥৫১
লঙ্কেশৰে পাইলা যায় অন্তেষ যে পুৰ।
কোলাহল শুনিলেক ক্ৰন্দন তুমুল ॥৫২
ক্ৰন্দন শুনিয়া ৰাজা তেখনে ভলাইল।
মনত অসুখে গৈয়া মণ্ডপাক পাইল ॥৫৩

## ৩৮ অধ্যায়

### রাৱণৰ যুদ্ধযাত্রা।

যত বল আছিল ৰণৰ অৱশেষ।
যুজিবাক লাগি ৰাজা কৰয় আদেশ ॥১
কৰযোৰ কৰিয়া বোলয় লঙ্কেশ্বৰ।
বচনক শুন মোৰ যত নিশাচৰ ॥২
ছুপকৰে সমদলে ঝাণ্টে যাইঁ। চলি।
নির্ভয়ে যুজিয়ো গৈয়া সব সৈন্তে মিলি ॥৩
অৱহিতে যুজিবাক কৰিয়া যতন।
আন যত এৰিয়া ৰামক কৰ্বা ৰণ ॥৪
ৰামক জিনিলে জানা জিনিবো সবাকে।
সবে মিলি বেঢ়ি মাৰ্বা অকলে ৰামকে ॥৫
ৰামক বেঢ়িয়া সবে কৰিবাহা শৰ।
বাণাঘাতে হৈবন্ত শৰীৰ জৰজৰ ॥৬
আমি পাছে চলিবো আপন ৰথ সাজি।
ৰাম লক্ষ্মণৰ নাম লুকাই এৰোঁ আজি ॥৭
পুত্ৰ শোকে মোৰ সব গাৱ দহে।
হাজাৰেক ৰামে আজি লাহাৰি নসহে ॥৮
ৰাৱণ সাগৰ মাজে ৰাঘৱ মজোক।
নৈৰাশিত হুয়া সীতা আমাক ভজোক ॥৯
হেন শুনি চলি ভৈলা ৰাক্ষস সমস্তে।
অসংখ্যাত হয় হস্তী চতুৰঙ্গ ৰথে ॥১০
সবে ছুপকৰে গৈয়া জপাইলেক ৰণ।
দেখি বিঙ্গ দিলা বানৰৰ সেনাগণ ॥১১
বানৰে ৰাক্ষসে যুদ্ধ ভৈলা ভয়ঙ্কৰ।
মৰণক ভয় এৰি যুজে নিশাচৰ ॥১২
পয়দা পাইকে বস্ত্ৰ শোৰে যেন যোৰে।
পিঠিত আসন কোবাৱয় খিউ কোবে ॥১৩
বানৰৰ মুণ্ড গাণ্ডি ফালিয়া পেলাৱে।
হাত পাৱ চিণ্ডে সবে খৰগৰ ঘাৱে ॥১৪
হস্তী ঘোড়া ছেপি মাৰি ভঙ্গাইল সকলে।
বানৰেয়ো পাছে খেদি গৈল পৰদলে ॥১৫
কাহাকো মাৰন্ত নির্ব্বাস লাঠি কিলে।
ঘোৰাকাণ্ডি কাবোৰে টাকৰে তৰুশিলে ॥১৬
নাক মুখ কান দান্তে কামুৰিয়া ছিণ্ডে।
ৰাক্ষস বলক মাৰি ধৰৈ ভিণ্ডে ভিণ্ডে ॥১৭
হাত পাৱ মহৰিয়া শৰীৰ পচাৱে।
পাছে তাক বানৰে মাদল কৰি বাৱে ॥১৮
ৰাক্ষসে ভঙ্গাৱে কতোকপি সবে তোলে।
সম যুদ্ধ কতো বেলি হিন্দলা হিন্দোলে ॥১৯
হেন দেখি সমৰে সম্মুখ ভৈলা ৰাম।
গন্ধর্ব্ব অস্ত্ৰক লৈয়া আতি অনুপাম ॥২০
একে ৰাম যুজন্তে শতেক ৰাম দেখি।
অস্ত্ৰ সব প্ৰহাৰন্তে কেহোৱে নলক্ষি ॥২১
দশদিশে ধনু খান ফুৰে যেন চাক।
চতুৰ্দ্দিশে বোম্বালে নিকলে শৰ জাক ॥২২
লৱৰন্তে যোৰন্তে ক্ষেপন্তে শৰ ছয়।
ৰণে কেহো ৰামক লক্ষিতে নপাৰয় ॥২৩
পূৰ যে দিশত দেখি পশ্চিমতো দেখি।
দক্ষিণ দিশত দেখি উত্তৰতো লখি ॥২৪
অগনি নৈঋত কোণ বায়ব্য ঐশাণ।
অধে উৰ্দ্ধে দশ দিশে কৰিলা সন্ধান ॥২৫
হেন মতে ৰাম দেৰে বাণ বৰিষন্ত।
শৰ বৰিষন্তে একো বীৰে নলক্ষন্ত ॥২৬
হেন শীঘ্ৰ বেগে যাই শৰ চয় পাৰে।
হস্তী ঘোড়া ৰথিযে সাৰথি ৰথ মাৰে ॥২৭
বৃক্ষ জকাৰন্তে যেন সবে পকা ফল।
ৰাক্ষসৰ মুণ্ডে ভূমি যুৰিলা সকল ॥২৮
সহস্ৰেক ৰাম যেন দেখিয়া চৌকালে।
সকল সেনাক পীড়িলেক ইন্দ্ৰজালে ॥২৯
আৰকায়ে যুজন্ত দেখেন্ত একেশ্বৰে।
ক্ষয় কাল মিলিলা সকল ৰাক্ষসৰে ॥৩০
নিশাচৰ ঝাঁজি ভৈলা ৰাঘৱে সমুদ্ৰ।
প্ৰলয় কালত যেন কাল অগ্নি ৰুদ্ৰ ॥৩১
কেহো বোলে মোৰ হস্তী গৈল যমঘৰ।
কেহো বোলে আমাৰ মাৰিল হয়বৰ ॥৩২
কেহো বোলে আমাৰ যে মৰিল তনয়।
কেহো বোলে মোৰ ভাই গৈলা যমালয় ॥৩৩
মৰিল মৰিল শুনি ৰাক্ষসৰ বাণী।
ৰামদেৱে ৰণে তাক বধন্তে নজানি ॥৩৪
ৰথ দশ হাজাৰ ছেদিলা তেতিক্ষণে।
অষ্টাশী হাজাৰ আৰো ছেদিলা বাণে ॥৩৫
চৌৰাশী সহস্ৰ ঘোড়া বাউঠ সমে মাৰি।
ত্ৰিশ লাক্ষ পদাতিক মাৰিলা মুৰাৰি ॥৩৬
চাৰি দণ্ডে একে যে প্ৰজাক কৰি ক্ষয়।
মহাবীৰ ৰাম দেৱে লভিলা বিজয় ॥৩৭

সুগ্ৰীৱক চাহি ৰামে বুলিলন্ত বাণী।
ইটো দিব্য অস্ত্ৰ মিত্ৰ কেহোঁৱে নজানি ॥৩৮
আমি আক জানওঁ আউৰ মহাদেৱ।
গন্ধৰ্ব্বৰ অস্ত্ৰ আক নজানয় কেৱ ॥৩৯
সুগ্ৰীৱ শুনিয়া বৰ আনন্দক পাইল।
অতি প্ৰশংসায়ে সবে তেজক বঢ়াইল ॥৪০
ৰামহাতে পৰিলেক সেনাপতি দশ।
বিমৰ্দ্দন বিদ্যুজ্জিহ্ব চক্ৰাদি ৰাক্ষস ॥৪১
কুম্ভহনু খৰ কদ্ৰ বীৰ সঙ্কুকৰ্ণ।
বীৰ লক্ষ হয়গ্ৰীৱ আৱৰ তপন ॥৪২
হস্তীকৰ্ণ সমন্বিতে দশ সেনাপতি।
ৰামৰ হাতত পৰি ভৈলা সদ্গতি ॥৪৩
গন্ধৰ্ব্বৰ অস্ত্ৰত পৰিয়া মোক্ষ ভৈল।
দেৱ বিমানত চড়ি স্বৰ্গলোকে গৈল ॥৪৪
ৰামদেৱে সমস্ত যত সেনা মাৰি।
মাধৱ কন্দলী কহিলন্ত অল্প কৰি ॥৪৫
ৰামক যুদ্ধৰ কথা কি কহিবোঁ আৰ।
বাহুল্য কহিতে নাহি সংক্ষেপে পয়াৰ ॥৪৬
হত শেষ ৰাক্ষস লঙ্কাক লাগি গৈলা।
নৰ নাৰী ক্ৰন্দন ভুম্বুল ৰোল ভৈলা ॥৪৭
নমোঁ নমোঁ নাৰায়ণ ৰাম ৰঘুপতি।
তোমাৰ চৰণে মোৰ নছাৰোক মতি ॥৪৮
সদায় নেৰোক মুখে তন্তু গুণ নাম।
পাতেক ছাৰোক ডাকিবোঁহোঁ ৰাম ৰাম ॥৪৯

---

৩৯ অধ্যায়।

ছবি।

এতহন্তে লঙ্কেশ্বৰে, শুনিলন্ত নিৰন্তৰে,
তিনী লোক অনেক কান্দয়।
কতো কতো আক্ৰোৱয়, ছিয়ামুণ্ড ধাকুৰয়,
কতো কতো বিধিক নিন্দয় ॥১
কেহো বোলেসখী আই, কিকাৰণে যমৰাই,
এত দুখে নেনিলেক মোক।
সিহেন সুন্দৰস্বামী কোথাগৈলেপাইবোআমি,
আৱৰ মাণিক মুৰা পোক ॥২
কতোকতো বোলে আই, হা গুণৱন্ত ভাই,
হাহা বাপ কে গৈলে শ্বশুৰ।
বান্ধৱ সমাই আৰে, কোথা গৈলে লাগ পাওঁ।
মুঠি হানি হিয়া কৰোঁ চুৰ ॥৩
ৰাৱণ ৰাজাৰ তেৱে, হেনমতিকৰিলেক,
আমাৰ ভৈলেক বধ ভাবি।
ত্ৰৈলোক্যবকন্যাগণে, ইহাক্কনাটিলে দেখা,
জানকীক আনিলেক হৰি ॥৪
যিটো বীৰে মাৰিলেক, খৰ আৰ দূষনক,
মাৰীচ ত্ৰিশিৰা কুম্ভকৰ্ণ।
সৰ্ম্মুখেয়ো লঙ্কেশ্বৰে, হাৰিলেক শ্ৰীৰামত,
মুখ ভৈলা নিশ্ৰীক বিৱৰ্ণ ॥৫
দেখ আৱে পুত্ৰ ভাই, সমস্ত হত ভৈলা,
বুৰিল পৰায় দেখোঁ ৰাজ।
এভো নিয়া জানকীক, ৰাঘৱত নসম্পয়,
বিৰহত মৰয় নিলাজ ॥৬
সবে গাৱ মৰিলেক, কৰঙ্কনেৰাতি জ্বলে,
বিৰহৰ কমন প্ৰস্তাৱ।
চুলি সমে মুণ্ডনাই, দুয়ো হাঁতে ধৰি যেন,
তৈল বুলাৱয় সৰ্ব্ব গাৱ ॥৭
গাওঁত বসতি নাই, সীমাক শুণয় যেন,
নৃপতিক কুলক্ষণে পাইল।
নিৰ্ব্বাণ কালৰ দীপ, জ্বলিয়া নিমাই যেন,
দেখ তোৰমানে বুৰি আইল ॥৮
ঘৰেযে বাহিৰ ঘোৰ, ক্ৰন্দনৰ উশ্মিৰোল,
কাণ যেন ফুটয় ৰাজাৰ।
তিৰীৰ বিৰোধ ৰব, বচন শুনিয়া কোপে,
অগনি উথাই গৈলা তাৰ ॥৯
ওৰ পলাশৰ বৰ্ণ, ফুৰি গোটা চক্ষু জ্বলে,
ফুৰে যেন কুমাৰৰ চাক।
কহিবা সাৰথি মোৰ, ৰথ খান সাজগৈয়া,
কাপ্তে কৰি যোগায়ো আমাক ॥১০
এতেক বুলিয়া সিটো, আদেশ কৰিলা যেৱে,
ছুৰস্তয় ৰাক্ষসৰ ৰাজে।
সাজি আনি সাৰথিয়ে, ৰথখান যোগাইলেক
আথ বেথ কৰি সব সাজে ॥১১
মাণিক ৰতন মুক্তা, সুবৰ্ণ ৰতনে আতি,
নিৰ্ম্মল পৱাল বহু হীৰে।
সবে অস্ত্ৰ সুসজ্জিত, ৰথ খান সাজিলেক,
চলি ভৈল অকেৰৰ বীৰে ॥১২

মত্ত আৰ উনমত্ত, বিৰূপাক্ষ বীৰক যে,
আদেশয় নৃপতি ৰাৱণ ।
সকল সেনাক তোৰা,সাজিয়া চলায়ো কাণ্ডে
সমৰক লাগি এতিক্ষণ ॥১৩

---

## ৪০ অধ্যায় ।

ছবি

আজি দেখিবাহা, মোহোৰ শকতি,
ৰাম লক্ষ্মণক মাৰোঁ ।
পুত্ৰ ভাই যত, ৰণত পৰিলা,
তাৰ মান সব সাৰোঁ ॥১
বিপক্ষৰ সেনা অগাধ তৰুত,
ৰাঘৱ লক্ষণ মূল ।
সুগ্ৰীৱ সহিতে, সব সেনা তাৰ,
ডাল পাত ফল ফুল ॥২
গুৰি কাটি আজি, পেলাওঁ তাহাৰ,
মানুষ দুই গোট ঢালি ।
পাছে সবে ডাল, নিদলি পেলাওঁ,
বানৰ বৰ টঙ্কালি ॥৩
সব ছপকৰে, চলি গৈলা ৰাজা,
সাৰথি ডাকিলা ৰথ ।
গগণ মণ্ডল, ধূলায়ে ঢাকিল,
অন্ধকাৰ বায়ুপথ ॥৪
শঙ্খৰ শবদ, ভেকৰ নিশান,
সকল সৈন্যৰ বোল ।
দশ দিশ ছানি, ঘোৰ গলাবাৰ,
ব্যাপিলা স্বৰ্গৰ কোল ॥৫
ৰাৱণ নৃপতি, হাতে ধনু ধৰি,
আটোপে পূৰি টঙ্কাৰে ।
এক গোটা বাণ, সন্ধানে হানিয়া,
পঞ্চাশ বানৰ মাৰে ॥৬
বিৰূপাক্ষক যে, আদেশয় ৰাজা,
মাৰ কাণ্ডে পৰদল ।
ৰাজাৰ আদেশে, সমৰে ভঙ্গাইলে,
সকলে বানৰ বল ॥৭
বানৰৰ বল, পিৰিলাই ভাঙ্গিল,
পাইল সুগ্ৰীৱৰ কোল ।
ৰাজাৰ ভাগিয়া, সৈন্যক বোলয়,
আৰ কিবা চাস তোল ॥৮
ৰাজাৰ আগত, ৰাক্ষস বলৰ,
তেজ বল আটি মুটি ।
কাণ্ড খাণ্ডা কোবে, বানৰ সেনাক,
পিসিয়া লৈযাই কাটি ॥৯
ৰাৱণ নৃপতি, ধনু বাণ ধৰি,
পাইল ৰাঘৱৰ পাশ ।
সুগ্ৰীৱ বোলন্ত, সুষেণ শ্বশুৰ,
সেনা ৰক্ষা কৰি থাক ॥১০
ৰামৰ বলৰ, বিপোহোঁ বাঢ়িল,
নিৰ্ভয় বচন শুনি ।
লাঙ্গুৰ বাৰিয়ে, কোবাই লৈযান্ত,
ৰাক্ষস বলক ধুনি ॥১১
আপন বলক, সুষেণ বীৰক,
সেনা ৰক্ষা কৰি থৈলা ।
ভাঙ্গৰ দীঘল, শাল তৰু লৈয়া,
ভঙ্গাইল সেনা কোবায়া ॥১২
পৰ্ব্বত শিখৰ, বৃক্ষ বৰিষিয়া,
ৰুধিৰে নদী বহাইল ।
যতেক এৰাইল, বিৰূপাক্ষৰ যে,
কোলক লাগি পলাইল ॥১৩
সুগ্ৰীৱ নৃপতি, বিপাক্ষ বীৰে,
লাগিলা দাৰুণ ৰণ ।
ধনুৰ টঙ্কাৰ, কৰি নিশাচৰে,
হানিলা নৰাচগণ ॥১৪
খাণ্ডা জাঠি শৰ, একো নমানিয়া,
সুগ্ৰীৱ বানৰ ৰাজে ।
গাছৰ সন্ধানে, পৰিলন্ত গৈয়া,
তাহাৰ ৰথৰ মাজে ॥১৫
ৰথৰ তৰুণ, চাৰি গোট ঘোড়া,
পৰি হামুওৰি খাই ।
যাৰ মুণ্ড সংহৰ, পৰি চূৰ ভৈলা,
কৰিৰ মুখে বজাই ॥১৬
হিয়া পিঠি পেট, মসিমুৰ ভৈলা,
চক্ষুৰ নিকলি ছেল ।
নিকৎসাহি হয়া, শৰীৰ আন্তৰে,
সবে ঘৰ্ঘৰে গৈল ॥১৭

একহি চৰবে, সাৰথিৰ শিৰ,
চিণ্ডিয়া বীৰে পেলাইল।
বৰাহ শকতি, বিৰূপাক্ষ বীৰে,
প্ৰাণৰ সন্দেহ পাইল ॥১৮
সুগ্ৰীৱ ৰাজাৰ, শৰীৰ শকতি,
ভাঙ্গিলন্ত ৰথ গোট।
কৰে ধনু কৰি, ঘোৰ নিশাচৰে,
কৰয় বৰ আস্ফোট ॥১৯
হস্তী এক গোটা, ৰাৱণে পঠাইল,
যেন ঐৰাৱত সম।
তাহাতে চড়িয়া, বিৰূপাক্ষে যুজে,
সাথ্যাতে যেহেন যম ॥২০
আশেস ভালুক, বানৰ ভঙ্গাইল,
ভৈল জৰ্জ্জৰীত শৰে।
সূৰ্য্যৰ পুত্ৰৰ, শৰীৰ ঢাকিল,
বাণ ঘাৱে নিৰন্তৰে ॥২১
ক্ৰোধে বাণ ঘাৱে, কপি মহাবীৰে,
মুঠি এক ধৰি টানি।
আটোপ কৰিয়া, গাৱৰ সন্ধানে,
গজ কুম্ভস্থলে হানি ॥২২
কপাল ফুটিয়া, তেজ বহি যাই'
যেহেন গেৰুৰ ধাৰ।
কতো দূৰে গৈয়া, হস্তী পৰিলেক,
পৰ্ব্বত সম আকাৰ ॥২৩
মৃতক হস্তীৰ, ডের দি নামিল,
খণ্ডা বাক লইয়া ধাইল।
সেহি সময়ত, কপি মহাবীৰ,
আৰ নথাণ্ডাক পাইল ॥২৪
দুয়ো মহাবীৰ, কৰে বাক ধৰি,
বাকৰ দিলেক ছাটি।
ছাটিৰ শবদে, স্বৰ্গক লজ্জিল,
দোলৰ লৰে কপাটি ॥২৫
মহাশ্ৰমে দুয়ো, খৰ্গ চৰ্ম্ম ধৰি,
ফুৰয় কৰি মণ্ডল।
আউৰে আউৰক, কোৰ বৈসাৰন্ত,
দুয়ো চাহি দুইবো ছল ॥২৬
দুয়ো দুই হাতুক, কোৰ বৈসাৰন্ত,
থাকিলা ভূমিত পৰি।
কতো বেলি উঠি, খাণ্ডা বাক এৰি,
কোলাহল জৰাজৰি ॥২৭
দান্তে দান্তে ভৈলা, কামোৰা কামোৰি,
শিৰে হানে ঠাত ঠাত।
হিয়ায়ে হিয়ায়ে, সন্ধানে হানয়,
গাৱত চৰৰ ধাত ॥২৮
সুগ্ৰীৱ ৰাজায়ে, ৰাক্ষস বীৰক,
লাঠিৰ দিলা প্ৰহাৰ।
শ্ৰম কৰি বীৰ, অন্তৰ ভৈলেক,
শৰীৰ নপাইলা তাৰ ॥২৯
ৰাক্ষসে খাণ্ডাৰ, কোৰ বৈসাইলে,
বানৰ ৰাজাৰ গাৱে।
বহু দূৰ যুৰি, সুগ্ৰীৱ বীৰৰ,
ৰুধিৰ ধাৰে বজাৱে ॥৩০
কতো বেলি উঠি, সন্ধি পাইয়া ৰাজা,
দিলন্ত বৰ লৱৰ।
শঙ্খত প্ৰদেশত, নিৰ্ঘাত সদৃশ,
বৈসাইলা টানি চৰৰ ॥৩১
কুম্ভস্থল শিৰ, কপাল ভাঙ্গিয়া,
বহয় নদী ৰুধিৰ।
সুগ্ৰীৱ বীৰৰ, হাতত পৰিল,
বিৰূপাক্ষ মহাবীৰ ॥৩২

---

৪১ অধ্যায়।

পদ।

বিৰূপাক্ষ পৰিলা ৰাৱণে চাহি আছে।
সকল ৰাক্ষস সেনা পলাই যাই পাছে ॥১
মাৰয় বানৰে খেদি থিৰ লাঙ্গুৰাৰি।
নিশাচৰ ভূমিত পৰয় প্ৰাণ ছাৰি ॥২
মত্ত ৰাক্ষসক যে আগত ভেট পাইল।
সম্মুখি ৰাৱনে তাক আগক মতাইল ॥৩
শুন বাপ মত্ত মোৰ বচন নেহেলা।
যতেক খাইলাহা সুজিবাক এহি বেলা ॥৪
মত্ত নাম শুনি তোৰ জগততে ত্ৰাস।
সংশয় কালত মোৰ তোতে বৰ আস ॥৫
দুস্তৰ কালত বাপ কৰ মোৰ বোল।
ৰাম সাগৰত মজোঁ ভৈল হয়া তোল ॥৬
ৰাজাত মেলানি পাই মত্ত চলি যাই।
শৰে হানি বানৰ ভঙ্গাইল সমুদাই ॥৭

সুগ্রীৱ ভেটিলন্ত আগ থাক থাক বুলি।
অতি বৰ শিলা গোট হানিলন্ত তুলি ॥৮
বীৰ মত্ত ৰাক্ষসে শিলাক আইসে জানি।
খণ্ড খণ্ড কৰিলা অনেক শৰ হানি ॥৯
আৰকায়ো হানিলা সুগ্রীৱে বৃক্ষ ডালে।
তাক ছেদিলন্ত মত্তে ঘোৰ কৰিয়ালে ॥১০
সূৰ্য্যৰ তনয় তথা পৰিঘেক পাইল।
বাৰি হানি চাৰি ঘোড়া মাৰিয়া পেলাইল ॥
ডেৱ দিয়া মত্ত পাছে ভূমিত পৰিল।
গদা গোট ধৰি গৈয়া সমৰে পশিল ॥১২
দুয়ো যুদ্ধ কৰে বৰ গহন পয়দা।
সুগ্রীৱ পৰিঘ লৈলা মত্তে লৈলা গদা ॥১৩
দুয়ো বীৰে দুহান্তক হানিলন্ত বাৰি।
একেবাৰে ভূমিত পৰিলা প্ৰাণ ছাৰি ॥১৪
চেতন লভিয়া দুয়ো উঠিলা লৰৰে।
ৰাজাক গৈ মত্তে ধৰিলেক কোলাহাৰে ॥১৫
হিয়ে হিয়ে আস্ফাল বাজন্ত ধাত ধাত।
সাগৰ মাজত যেন পৰয় নিৰ্ঘাত ॥১৬
মুষ্টিৰ প্ৰহাৰ যেন বজ্ৰৰ নিপাত।
লাঠিৰ প্ৰহাৰ দুয়ো মাৰে অসংখ্যাত ॥১৭
চৰৰ ছোটে ভিণ্ডাকাৰ ভৈলা গাল।
বাহু বাহু নিবন্ধিলা বান্ধ যেন মাল ॥১৮
মাল যুদ্ধ এৰি খাণ্ডা ধৰিলেক মত্ত।
হানিলেক কোৰ পশিলেক আৰণত ॥১৯
আজোৰ দিলেক খান্ডা হসকিয়া আইল।
সন্ধি পাইয়া কপিৰাজে কোবেকবসাইল॥২০
মুণ্ড গোট ছিণ্ডি তাৰ পৰিলা ভূমিত।
খঙ্গিলা ৰাৱণ দেখি উনমত্ত চিত্ত ॥২১
হাতে হাতে পিষয় কণ্ডুতি কৰে শিৰ।
ঘনে ঘনে কাম্পে তাৰ সকল শৰীৰ ॥২২
বানৰৰ কৌতূহলে ৰাক্ষসৰ ক্ষয়।
সুগ্রীৱক বেঢ়িয়া দিলেক জয় জয় ॥২৩
মত্ত পৰিবাৰ দেখি উন্মত্তে ধাইল।
অঙ্গদৰ সেনা শৰ বৰিষিয়া ছাইল ॥২৪
কাণ্ডে খাণ্ডে জাঠী জোঙ্গে অসংখ্যাত মাৰে।
মৃগ যূথ পলাই যেন কেশৰীক ডৰে ॥২৫
সেনা ভাঙ্গিবাক দেখি বৰ খঙ্গ ভৈল।
বালীসুত অঙ্গদে পৰিঘ তুলি লৈল ॥২৬
মাথাত দিলন্ত তাৰ পৰিঘৰ বাৰি।
পৰিলেক উনমত্ত চেতনক ছাৰি ॥২৭
উনমত্ত পৰিলেক জাঘৰৰ বঙ্গ।
শিলা হানি চাৰি ঘোড়া ৰথ কৈলা ভঙ্গ ॥২৮
কতো বেলি চেতন আসিয়া ভৈলা তাৰ।
অঙ্গদক দিলা প্ৰভু কুঠাৰ প্ৰহাৰ ॥২৯
পৰিঘৰ ছোট পায়া কপালৰ পাশ।
মূৰ্চ্ছাগত অঙ্গদৰ হৰিল উশ্বাস ॥৩০
ক্ষণকে চেতন ভৈলা অঙ্গদৰ গাৱে।
পিতৃৰ সমান তেজ উল্লাসি স্বভাৱে ॥৩১
বজ্ৰৰ সমান কৰি হানিলন্ত মুঠী।
পৰিলা উনমত্ত তাৰ প্ৰাণে গৈলা ফুটি ॥৩২
ৰাক্ষসৰ সেনা দেখি সবে দিলা ভঙ্গ।
বানৰৰ বলে দেখি সবে দিলা ৰিঙ্গ ॥৩৩
ৰথত চড়িয়া চাহি আছে লঙ্কানাথে।
পৰিল উন্মত্ত বীৰ অঙ্গদৰ হাতে ॥৩৪
আপন সেনাৰ ৰাজা দেখিলন্ত ক্ষয়।
মনত বিষাদে, অতি পৰামবিশয় ॥৩৫
প্ৰসিদ্ধ যতেক বীৰ পৰিলে ৰণত।
কুম্ভকৰ্ণ ভাই পৰিলন্ত সমৰত ॥৩৬
শুন শুন সাৰথি মোহোৰ বোল কৰ।
সমীপ চপায়ো ৰথ সত্বৰে ৰামৰ ॥৩৭
মোহোৰ লঙ্কাত অসুৰৰ ধসমসি।
সব মান সাৰোঁ আজি সমৰত পশি ॥৩৮
ৰামক মাৰিয়া আজি সব মান সাৰোঁ।
বিভীষণ মাৰি পাছে লক্ষ্মণক মাৰোঁ ॥৩৯
সুগ্রীৱক মাৰোঁ কপি ভালুকৰ মূল।
হনুমন্ত প্ৰমুখ্যে সমস্ত কপিকুল ॥৪০
সবাকো মাৰিয়া যমপুৰে দেওঁ ঠাই।
এহি বুলি আদেশিলা সাৰথিক চাই ॥৪১
ৰামৰ চৰিত্ৰ শুনিয়োক সৰ্ব্বজন।
হৰি হৰি বুলি কৰাঁ বৈকুণ্ঠে গমন ॥৪২

৪২ অধ্যায়

ছবি।

ৰাৱণ আদেশ, শুনিয়া [illegible]
ঘোড়া ডাকিবাক লৈলা।
মনে কোপ কৰি, পুনৰ্ব্বিৰ [illegible] নাতি,
যুজিবাক লাগি গৈলা ॥১

ৰাজা ৰাৱণৰ, ৰথৰ শবদ,
আকাশে ধ্বনি মিলিল।
বৰ বৰ বীৰ, পীড়িয়া ৰণত,
ৰৱহি গৰ্ব্বে বুলিল ॥২
ৰায় দিয়া বোলে, শুনৰে বানৰা,
আমিসি হেৰা ৰাৱণ।
যাহাৰ শকতি, আছয় আমাক,
আগ বাঢ়ি দিয়া ৰণ ॥৩
কোন বীৰ আছা, আগ বাঢ়ি যুজা,
আপন বল প্ৰকাশি।
কাহাৰ শকতি, কোনে জন্ম দিল,
সম্মুখ হুয়োক আসি ॥৪
মোৰ যত বীৰ, মাৰিলে ৰণত,
যত মোৰ সেনাগণ।
পুলস্তিব নাতি, হওঁ যদি আজি,
তাহাক কৰিবোঁ ৰণ ॥৫
মূলক চালিলে, ডালে কি কৰিব,
কৰিবওঁ তাৰ কায।
ৰাম লক্ষ্মণক, ৰণত মাৰিয়া,
পেশোঁ আজি যমৰাজ ॥৬
এতেক বচন, বুলিয়া ৰাৱণ,
কৰিলেক সিংহনাদ।
সমৰক মনে, আটোপে চলয়,
চৌদিশে গৈলা শবদ ॥৭
যেন নাৰায়ণ, দেৱতাক ভয়,
পলাই অসুৰৰ দল।
ৰাৱণ ৰাজাক, দেখিয়া পলাই,
বানৰ ভালুক বল ॥৮
শ্ৰীৰামে দেখিয়া, আশ্বাস বুলিয়া,
সমস্তে সেনা ছপাইল।
মিত্ৰ বিভীষণ, বুলিয়া বচন,
পাশক লাগি মতাইল ॥৯
ইটো কোন বীৰ, সমৰক মনে,
আসে চমৎকাৰ কপি।
উচ্চ ৰথে চড়ি, মহা কোপ কৰি,
আসে ধনুৰ্ব্বাণ ধৰি ॥১০
যেন গ্ৰীষ্ম কালে, দুতয় প্ৰহৰে,
প্ৰচণ্ড ৰবিৰ জ্যোতি।
চক্ষুক মেলিয়া, নয়ন ভৰিয়া,
চাহিবাক অশকতি ॥১১
সম্মুখে আমাক, আসে যুজিবাক,
যেন পৰ্ব্বতৰ থান।
হেনয় গম্ভীৰ, গহন পুৰুষ,
নতো দেখোঁ বীৰ আন ॥১২
হেন মত ৰূপ, ধৰিয়া আছয়,
তিনিয়ো লোকে অজয়।
মিত্ৰ বিভীষণ, সত্বৰ কৰিয়া,
কৰায়োক পৰিচয় ॥১৩
বিভীষণে বোলে, শুন ৰামদেৱ,
বাৰ্ত্তাক তুমি নপাইল।
এহিতো ৰাৱণ, দেৱৰ কণ্টক,
যুজিবাক লাগি আইল ॥১৪
সম্মুখে তোমাক, আসে যুজিবাক,
ধৰ মাৰ বোল কৰি।
সসৈন্যে যুজিবা, প্ৰভু ৰামদেৱ,
অৱহেলা পৰিহৰি ॥১৫
সুৰাসুৰ নৰে, গন্ধৰ্ব্ব কিন্নৰে,
পাতালৰ যত নাগে।
সবে ৰাৱণত, হাৰিলেক ৰণ,
যাৰ নাম শুনি ভাগে ॥১৬
আপনি ইহাক, যতন কৰিয়া,
মাৰিয়ো দেৱ ঈশ্বৰ।
কীৰ্ত্তি থাকিবেক, ধৰণী মণ্ডলে,
যাৱে চন্দ্ৰ দিবাকৰ ॥১৭
শ্ৰীৰামে বোলন্ত, মিত্ৰ বিভীষণ,
যদি এহি লঙ্কেশ্বৰ।
এবেসে মনৰ, শৈল্য দূৰ ভৈল,
মোৰ শাল হৃদয়ৰ ॥১৮
শুনা নৰ লোক, মুকুতি মিলোক,
ৰামত ভকতি কৰা।
নকৰে ভকতি, যিটো মন্দমতি,
সিটো জীৱন্ততে মৰা ॥১৯
ইহ পৰলোকে, বান্ধৱ মাধৱ,
জানিয়ো নিশ্চয় কৰি।
বোলন্ত কন্দলী, পাপ দূৰ হৌক,
ডাকি বোলা হৰি হৰি ॥২০

৪৩ অধ্যায়—লক্ষ্মণৰ শক্তিশেল।

পদ।

প্ৰবন্ধে খুজিবোঁ যাক আগে উপপন্ন।
ইদানিক ভৈলা বিধি আমাত প্ৰসন্ন ॥১
দৃষ্টিৰ আগক আইল আৰ কিবা চাওঁ।
দশ শিৰ ছেদি যম কৰণে পঠাওঁ ॥২
আকৰ্ণ পূৰিয়া ধনু আজুৰিয়া নিল।
সৰ্পৰ সদৃশ বাণ ৰাঘৱে হানিল ॥৩
ৰাৱনে দেখয় শৰ আসে বৰ টানে।
আকাশতে কাটিয়া পেলাইলা তিনি বাণে ॥৪
ৰাঘৱৰ শৰ যেবে কাটিলা ৰাৱণে।
ধনুৰ টঙ্কাৰ বৰ কৰিলা লক্ষ্মণে ॥৫
আকৰ্ণ যে শবদে পৰ্ব্বত টলি গৈল।
বিস্বাদ শবদে দশ দিশ পৰি ভৈল ॥৬
ধনুৰ টঙ্কাৰ শুনি অন্তৰ্গতে ভয়।
ৰাৱণে বিস্ময় ভৈলা ক্ৰোধৰ উদয় ॥৭
সম্বুধি বোলন্ত শুনা লখমন বীৰ।
আজি সমৰত তোৰ ছেদিবোহোঁ শিৰ ॥৮
মোহোৰ হাতত আজি তোৰ হৈব উলি।
মাৰিয়া পঠাওঁ তোক পাণ্ডৰক ফুলি ॥৯
তিনি লোক জিনিলো আমাত মুনিষাই।
এতকাল নমাৰোঁ ছৱাল উমলাই ॥১০
শুনিয়া লক্ষ্মণ বীৰে তুলিলন্ত হাস।
তাৰে মাত যাৰে নতো যমঘৰে যাস ॥১১
দশ গোট শিৰ তোৰ ছেদিবোঁ সকল।
বতাসতে খসি যেন পৰে পকাফল ॥১২
বচন তৰ্জ্জন এৰি পকজাউ ৰণ।
লক্ষ্মণৰ সহ আজি ঘোৰ বানগণ ॥১৩
মিছা নগৰ্জ্জয় ৰণে যিবা হয়ে সুৰ।
সম্মুখে সমৰ দেহ ৰাৱণ দুন্দুৰ ॥১৪
লক্ষ্মণৰ বোলে শুনি বৰ কোপ গাইল।
সকল সেনাক ৰাজা শৰ হানি ছাইল ॥১৫
ৰাম লক্ষ্মণক বেঢ়িলেক ঘোৰ বাণে।
অসংখ্যাত কপিগণ মৰিল পৰাণে ॥১৬
সবাকো এৰিয়া ৰাজা ৰামক প্যান।
ৰাঘৱে সম্মুখ হাতে লৈয়া ধনু বান ॥১৭
দুয়ো বীৰ যুজে সাৰ তিনি ভুৱনত।
সাগৰ দুখান যেন প্ৰলয় কালত ॥১৮
ৰাৱণে যতেক হানিলেক শৰ জাক।
আপনাৰ শৰে ৰামে কাটিলন্ত তাক ॥১৯
ৰাঘৱে হানিল কোটি অসংখ্যাত শৰে।
আকাশতে কাটিয়া পেলাইলা লঙ্কেশ্বৰে ॥২০
সব শৰে থাকিলা গগণ নিৰন্তৰ।
বহু শৰে জৰ্জ্জৰিত দুইয়ো কলেৱৰ ॥২১
চিনিবাক নপাৰি আপন কোন পৰ।
কুহুঁৰি ঢাকিল যেন পুষ যে মাসৰ ॥২২
লঙ্কেশ্বৰে সসাগৰা পৃথিৱী কম্পায়া।
প্ৰবন্ধে যুজয় ৰাজা পৌৰুষ ৰাখিয়া ॥২৩
একেশ্বৰে ৰাৱণ যুজয় কুৰি বাহু।
চন্দ্ৰ সূৰ্য্য কোলে তাক যেন দেখি ৰাহু ॥২৪
লঙ্কেশ্বৰ তাম্ৰময় অস্ত্ৰক হানিয়া।
দশ দিশ ঢাকিলেক শৰ জাক দিয়া ॥২৫
নৰাচ পঙ্কতি ৰাম কপালত হানি।
সশৰীৰে দুই ভাইক বিন্ধিলেক টানি ॥২৬
ৰামদেৱে শৰে তাক জৰ্জ্জৰিত কৃতে।
শৰ জাকে ভেদিলেক সব শৰীৰতে ॥২৭
ঘোৰ যুদ্ধ ভৈল যেন অনুৰাধ যমে।
অন্ধকৰ যুদ্ধ যেন মহাদেৱ সমে ॥২৮
নাৰায়ণ সমে যেন কালনেমী দৈত্য।
তাৰকেৰ যুদ্ধ যেন কাৰ্ত্তিকে সহিতে ॥২৯
ত্ৰিপুৰক যেন মতে বধিলা শঙ্কৰে।
তেনয় দাৰুণ যুদ্ধ ৰাম ৰাৱণৰে ॥৩০
সব দিশ জুৰি শৰ বৃষ্টি অন্ধকাৰ।
পৃথিৱী আকাশ সবে দেখি একাকাৰ ॥৩১
হানিলা গন্ধৰ্ব্ব অস্ত্ৰ ৰাম মহাবীৰে।
সৰ্প নিকলয় তাৰ পাক পাক শিৰে ॥৩২
দুৰ্ব্বাৰ শকতি আকাশক ছানি যাই।
ৰাক্ষসৰ সেনাগণ খেদি খেদি খাই ॥৩৩
সৰ্পৰ সদৃশ সম বিষ শৰ চয়।
ওলায়ন্ত আছয় তাক দেখি লাগে ভয় ॥৩৪
অন্তৰীক্ষে ছানিয়া চলয় নাগ বলে।
ৰথকো বেঢ়ন্তে আছে ৰাৱণে আকলে ॥৩৫
অসুৰৰ অস্ত্ৰক ধনুত যুৰিলেক।
মন্ত্ৰ পঢ়ি তাহাক ৰাৱণে হানিলেক ॥৩৬
সিংহ বাঘ খোজ সাৰ ছানিয়া ওলাই।
সকল সৰ্পক সবে খেদি খেদি খাই ॥৩৭

ৰাঘৱক বেঢ়িলন্ত গাৱক সমস্তে।
মন্ত্ৰ পৰি প্ৰহাৰিলা পাৱকৰ অস্ত্ৰে ॥৩৮
অগ্নি সূৰ্য্য সম যেন নিকলিলা শৰ।
অৰ্দ্ধচন্দ্ৰ পঙ্কতি চলয় নিৰন্তৰ ॥৩৯
বজ্ৰৰ সদৃশ যেন বজ্ৰাৱয় তুণ্ড।
আকাশে চলিল অসংখ্যাত বহ্নি কুণ্ড ॥৪০
অসুৰৰ অস্ত্ৰ খেদি বেগে চলি গৈলা।
বাঘ ঘোঙ সিংহ সবে পুৰিয়া মাৰিলা ॥৪১
পুনৰপি নাসে শৰ পুৰিয়া মাৰিল।
শ্ৰীৰামৰ কাৰ্য্য দেখি ৰাৱণে ডৰিল ॥৪২
যমেদিবা শৰ অস্ত্ৰ ৰাৱণে হানিল।
কূট মুদগৰ বাণে গগণ ঢাকিল ॥৪৩
অসংখ্যাত খাণ্ডা জাঠি মুযল শতঘ্নী।
নিসন্ধি কৰিলা সবে দশ দিশ ছানি ॥৪৪
ক্ষণতেক মাত্ৰে তাক কৌশল্যা তনয়।
গন্ধৰ্ব্বৰ শস্ত্ৰ সবে কৰিলেক ক্ষয় ॥৪৫
ঘোৰ শৰ চাৰি লক্ষ ধনুৰ বজাইল।
গদা মুদগৰ খাণ্ডা কাটিয়া পেলাইল ॥৪৬
ৰাৱণৰ অস্ত্ৰ যেবে সবে ভৈলা ক্ষয়।
কৌতুকে বানৰে বিঙ্গ দিলা জয় জয় ॥৪৭
ৰামৰ পাশত থাকি ভাবুকিৰ জাক।
আঙ্গুলিৰ ঠাৰ দিয়া বোলে থাক থাক ॥৪৮
ৰাৱণে ৰামক হানিলেক শৰ জাক।
ছেদিলন্ত আকাশতে লক্ষ্মণে তাহাক ॥৪৯
সুমিত্ৰা তনয় বৈৰী বিমৰ্দ্দন বীৰ।
ধ্বজ কাটি পেলাইলেক মানুষৰ শিৰ ॥৫০
ৰাৱণক আবৰিয়া শৰ জাক দিল।
লক্ষ্মণ প্ৰচণ্ড সমৰত নঘাটিল ॥৫১
মণ্ডল আকাৰৰ ধনু আজুৰিলা টানে।
সাৰথিৰ শিৰ ছেদিলন্ত একে বাণে ॥৫২
বিভীষণে ঘোৰ গদা তুলি লৈলা কৰে।
কাল গিৰি সম চাৰি ঘোড়া ৰাৱণৰে ॥৫৩
মাৰিয়া পেলাইলা ঠাঙ্গঠিঙ্গ বাৰি ঘাৱে।
লঙ্কেশ্বৰে ক্ৰোধে খেদি গৈলা ভূমি পাৱে॥৫৪
বিভীষণ লক্ষিযে শকতি হানিলেক।
সাক্ষাততে অগনি গগণে চলিলেক ॥৫৫
ৰামদেৱে বান হানিলন্ত বৰ টানে।
আকাশতে কাটিয়া পেলাইল তিনি বানে॥৫৬
চাৰি খান হুয়া যেবে শকতি পৰিল।
বানৰ ভালুকে কৌতুহলে বিঙ্গ দিল ॥৫৭
শুনিয়া তেনয় আতি ক্ৰোধ ৰাৱণৰ।
প্ৰলয়ৰ বহ্নি যেন প্ৰজা ক্ষয়ঙ্কৰ ॥৫৮
নিৰ্ম্মল শকতি মনে বিমৰিশি পাইল।
দুই হাতে ধৰি তাক তুলি আলগাইল ॥৫৯
ভকৰ ভকৰ কৰি অগনি বজাই।
বিভীষণে প্ৰাণান্তিক মিলিলা অপায় ॥৬০
লক্ষ্মণে দেখন্ত তান প্ৰাণৰ সংশয়।
ভকত জনক ভালে ৰাখিতে লাগয় ॥৬১
বিভীষণৰ আগ হুয়া সুমিত্ৰা কুমাৰে।
ৰাৱণক নিসন্ধি তাৰিলা ঘোৰ শৰে ॥৬২
ঠাঙ্গ ঠিঙ্গ শবদ শৰৰ কোলা বাৰে।
হানিতে নপাৰে লক্ষ্মণৰ উপদ্ৰৱে ॥৬৩
শকতি ধৰিয়া বীৰে নয়ন ফুৰাইল।
কনিষ্ঠক এৰি ৰাজা লক্ষ্মণক ধাইল ॥৬৪
সম্মুখি ৰাৱণে বোলে শুন সুমিত্ৰক।
ভাইক ৰাখিলা তুমি বৰহি ধাৰ্ম্মিক ॥৬৫
দশৰথ ৰাজাৰ তই প্ৰসিদ্ধ কুমাৰ।
এহি শকতিৰ ঘাৱ আপনি সামৰ ॥৬৬
ৰণ পণ্ডিতক ধায় অবোধ চৰালে।
আজিসি জানিলোঁ তোক পাইল যমকালে॥৬৭
পিছলা পৰিল যেন বুঢ়াৰ হাতত।
যম কাল নাচে দেখোঁ তোৰ উপৰত ॥৬৮
ছাতিৰ নালিত যেন পশিল আঙ্গুলি।
ইন্দ্ৰজিত বধৰ সুধিবোঁ শুল গুলি ॥৬৯
সুমৰণ কৰ তোৰ গুৰু বাপ মাৱ।
চক্ষুৰে দেখিবে আৰ নাহিক প্ৰস্তাৱ ॥৭০
প্ৰণাম কৰহ জেষ্ঠ ভাইৰ চৰণ।
সম্মুখিয়া পেশোঁ তোক যমৰ কৰণ ॥৭১
সুমৰণ কৰ তোৰ যত দেৱ ইষ্ট।
নাম লুকাইবো আজি ৰামৰ কনিষ্ঠ ॥৭২
এহি বুলি শকতিক হানিল সম্ভূত।
স্বৰ্গত প্ৰভাৱ হীন ভৈলন্ত আদিত্য ॥৭৩
মন্দ তেজ অগনি নিষ্প্ৰভ তাৰাগণ।
মেৰু গিৰি টলিল শব্দ কল কল ॥৭৪
দিশি দিশি পলাইল অসুৰ সুৰগণ।
চন্দ্ৰ মণ্ডলৰ জ্যোতি ৰহিত কিৰণ ॥৭৫



লক্ষ্মণৰ শক্তিশেল

পাতালতো তোলাপাৰ ভৈলা সব নাগে।
পৃথিবীয়ো প্ৰলয় নভৈলা বৰ ভাগে ॥৭৬
হানিলা শকতি দুই হাতে ধৰি বলে।
প্ৰলয় কালৰ যেন অগ্নি সম জ্বলে ॥৭৭
আকাশ ছানিয়া যেন চলে ধূমকেতু।
ঋষি সবে মন্ত্ৰ পঢ়িলন্ত শুভ হেতু ॥৭৮
লক্ষ্মণৰ হৃদয়ত ফুটিলা সন্ধানে।
শ্ৰীৰামে বোলন্তভৈয়াই জীৱন্তো কল্যাণে ॥
চিত কৰি লক্ষ্মণক পেলাইলেক জাম্ভি।
যেন ক্ৰৌঞ্চ গিৰিক কুমাৰে ভেদিলন্তি ॥৮০
হৃদয়ত পৰি পিঠি পাছে বাজ ভৈল।
পাতাল পৰ্য্যন্তে হুলহুলি পশি গৈল ॥৮১
দশদিশ পূৰিলেক তাহাৰ শবদে।
যত জীয়া জন্তু শুনি থাকিলা তবধে ॥৮২
বিষাদে ৰামৰ পোৰে নিৰন্তৰে দেহে।
চক্ষুৰ লোতক পৰে কনিষ্ঠৰ স্নেহে ॥৮৩
বিষাদৰ কাল মুহি মনে গুণি চাইল।
ধনু বাণ ধৰি ৰামে ৰাৱণক ধাইল ॥৮৪
হস্তীক ঢালিয়া যেন সিংহৰ আক্ৰান্ত।
লক্ষ্মণক আনিবাক ৰাজা চলি যান্ত ॥৮৫
দেখন্ত আসয় লক্ষ্মণক ধৰিবাক।
নাকে কাণে মুখে ৰামে দিলা শৰজাক ॥৮৬
ভাইৰ সন্তাপে ৰামে দশ গুণে চণ্ড।
শৰীৰৰ মাংসক কৰিলা খণ্ড খণ্ড ॥৮৭
আস্ফোট কৰিয়া ৰামে বীৰ কাছে কাছি।
অৰ্দ্ধ চন্দ্ৰ নৰাচ হানন্ত বাছি বাছি ॥৮৮
ৰাৱণক নানা শৰ হানি বনমালী।
নাকে মুখে গাণ্ডি মুণ্ডে ভৈলা শালিশালি ॥৮৯
নাক মুণ্ড জকাৰে আজোৰে হাত পাৱ।
শ্ৰুতিক হৰান্তে আছে আকুল স্বভাৱ ॥৯০
পাশ গুছি ৰাৱণ পলাইল প্ৰাণ ৰাখি।
দশোদিশ নিহালয় কতো দূৰে থাকি ॥৯১
সুগ্ৰীৱ অঙ্গদ হনুমন্ত নল নীল।
লক্ষ্মণৰ হিয়াৰ শকতি আজুৰিল ॥৯২
যত মান শৰীৰৰ বলে বজা দিল।
সবাকো জৰ্জ্জৰীকৃতে শৰে বিন্ধি থৈল ॥৯৩
তাহাৰ শৰক নগনিয়া ৰঘুনাথে।
শকতিক ধৰি আজুৰিলা ৰাম হাতে ॥৯৪

হসকাইলা শকতিক লক্ষ্মণৰ গাৱৰ।
বল দিয়া ভাঙ্গিলা শবদ ঠাট কাৰ ॥৯৫
যেতিক্ষণে ৰাঘৱে শকতি আজুৰিল।
ৰাৱণে ৰামক বেঢ়ি শৰ জাক দিল ॥৯৬
তাহাৰ শৰক নগণিয়া ৰঘুনাথে।
লক্ষ্মণক তুলিয়া লৈলন্ত ৰাম হাতে ॥৯৭
সুগ্ৰীৱ প্ৰমুখ্য কৰি সকল বীৰক।
ৰাঘৱে বোলন্ত ৰাখি থাকা লক্ষ্মণক ॥৯৮
বনবাস যি কাৰ্য্যে খাটিলোঁ বৰ দুঃখে।
সীতাক হৰাইলো চিৰ কালতে অসুখে ॥৯৯
খৰ আৰ দূষণক ত্ৰিশিৰা মাৰিলোঁ।
বালিক মাৰিয়া সুগ্ৰীৱক ৰাজ্য দিলোঁ ॥১০০
বানৰলোকক দুঃখ দিলো যিবা হেতু।
কৰিলো অশক্য সাগৰত বান্ধি সেতু ॥১০১
লঙ্কাক আসিলো কৰ্ম্ম মিলিলা দুৰ্ঘোৰ।
সকল কৰ্ম্মৰ জানা এবে ভৈল ওৰ ॥১০২
তিৰী চোৰা পাপিষ্ঠ আসিল দৃষ্টিপথ।
খিয়াতি থৈবোহোঁ আজি তিনিয়ো লোকত ॥
মোহোৰ হাতত আজি যাইব কত দূৰ।
মাৰিয়া পঠাও আজি বৈৰ সুতপুৰ ॥১০৪
হেন বাণী শুনিয়া বানৰ সামৰাজে।
ৰখিয়া থাকিয়া লক্ষ্মণক সব সাজে ॥১০৫
হেন দেখি ধনু বাণ ধৰি লঙ্কেশ্বৰে।
মৰ্ম্মস্থানে সবাৰ ভেদিলা ঘোৰ শৰে ॥১০৬
জৰ্জ্জৰিত ভৈলা যেৱে ৰাৱণৰ শৰে।
লক্ষ্মণক এৰি পলাই ভালুক বানৰে ॥১০৭
সুগ্ৰীৱ অঙ্গদ নীল বীৰ হনুমন্ত।
জাম্বৱ প্ৰমুখ্যে বীৰগণে ৰাখিলন্ত ॥১০৮
ৰামদেৱে বোলন্ত আৰৰ নপলাহা।
পৰ্ব্বত উপৰে চঢ়ি দুইৰো যুদ্ধচাহা ॥১০৯
এগোট পাৰিব আজি ৰাম বা ৰাৱণ।
কৌতুহলে ৰঙ্গ চাহি থাকা কপিগণ ॥১১০
এহি বুলি ৰাৱণক দিলা শৰ জাক।
ৰাক্ষসত পৰিয়া মৰয় জাকে জাক ॥১১১
ৰাৱণে হানয় অসংখ্যাত শৰ জাক।
আপনাৰ শৰে ৰাম সংহাৰন্ত তাক ॥১১২
ৰাম ৰাৱণৰ ভৈলা তুমুল আস্ফাল।
দুইৰো ভৈলা শৰীৰ সৰজা যেন জাল ॥১১৩

ধনুৰ যে টঙ্কাৰে কাণত দেই তাল।
সকল গগণে ছাইল শবে কোলাহল ॥১১৪
ত্ৰিদশ দেৱৰ ভয় মিলিল প্ৰলয়।
পৃথিবী কম্পয় টলে নাগৰ আলয় ॥১১৫
ত্ৰৈলোক্য বিজয় দুই মুনিষ যুজয়।
ভঙ্গ নপৰয় তিনি লোকত বিস্ময় ॥১১৬
দুয়ো বীৰ সম সাক্ষাততে যেন যম।
বল অনুপাম ৰঙ্গ দেখিতে সুগম ॥১১৭
সোন্ত যেন বহয় বিন্ধিলা স্থানে মৰ্ম্ম।
ফুটে হাত চৰ্ম্মে দুইহান্তৰ তুল্য কৰ্ম্ম ॥১১৮
ভুষণ্ডি পৰিঘ গদা ৰাৱণে হানয়।
আন সব দিব্য অস্ত্ৰ যতেক আছয় ॥১১৯
ৰঘুনাথ বীৰ দশৰথ কুমাৰে।
পথত কাটিলা তাক আপনাৰ শৰে ॥১২০
থাক মাৰোঁ বুলি দুয়ো অস্ত্ৰক তুলিল।
ইকূলে সিকূলে দুয়ো দুইহাকো ফুলিল ॥১২১
শোণিত সিন্দুৰ বৰ্ণ ভৈলা কলেৱৰ।
হুতাশনে হেসনি মিলিলা ৰাৱণৰ ॥১২২
হিয়া পেট হাত পাৱ ৰাঘৱে সিন্ধিল।
বৰৰ প্ৰসাদে সিটো বৰ কষ্টে জীল ॥১২৩
ৰথ খান তাহাৰ পাছক লাগি নিল।
কতোদূৰে পাছ গুচি সন্ধুক্ষণ ভৈল ॥১২৪
ৰাৱণক ভঙ্গায়া ৰাঘৱ শ্ৰীহৰি।
লক্ষ্মণৰ পাশত বসিলা মন্যু কৰি ॥১২৫
ভ্ৰাতৃৰ নাসাত নেখেলয় দেখি বায়।
কান্দিলন্ত হৃদয়ত হানি মুঠি ঘায় ॥১২৬
দুই হাতে মাথা গোট কোলক ছপাই।
হৰি হৰি কৈক যাস প্ৰাণৰ লখাই ॥১২৭
কোথা গেলে পাইবোহোঁ লক্ষ্মণ হেন ভাই।
বজ্ৰসাৰ হিয়া কিয় ফুটিয়া নযাই ॥১২৮
যৈসানি দণ্ডকাবনে মৰোঁ সীতা শোকে।
সকৰুণ বোলে বাপ প্ৰবোধিলা মোকে ॥১২৯
মোৰ দুঃখ দেখি তোৰ শৰীৰত ঘাহা।
যমপুৰে যান্তে আবে মোক লৈয়া যাহা ॥১৩০
হা হা দেৱ বিধি মোৰ কিমত জীৱন।
তিনি এক প্ৰাণ হুয়া আসি ভৈলোঁ বন ॥১৩১
কহি গৈলে সীতা বান্ধে মোৰ প্ৰাণেশ্বৰী।
লখাই এৰি যাস মোক একেশ্বৰ কৰি ॥১৩২
সীতাৰ শোকত কেনে পৰাণ নগৈল।
লক্ষ্মণৰ শোক তাতো শত গুণ ভৈল ॥১৩৩
লঙ্কাত মৰিল আসি অযোধ্যাৰ হন্তে।
পৰাণ ধৰিবোঁ আৰ কাহাক দেখন্তে ॥১৩৪
আজিসে সীতাত আমি এৰিলোঁ প্ৰত্যাশা।
আজিসে প্ৰাণক মই কৰিলো নৈৰাশা ॥১৩৫
লখাই অবিহনে মোৰ জীৱনে নিষ্ফল।
পৃথিবী ফাটিল দেহ যাওঁ ৰসাতল ॥১৩৬
কৈৰা মিত্ৰ সুগ্ৰীৱ অঙ্গদ নল নীল।
কহিৰা সুষেণ হেৰা অপায় মিলিল ॥১৩৭
লক্ষ্মণৰ শোকে মোৰ বুদ্ধি ভৈলা আউল।
অস্ত্ৰ সব পাসৰিহোঁ ভৈলোঁ যেন বাউল ॥১৩৮
মৃত্যুকাল আসি মোৰ মিলিলা সমৰে।
শৰ ধনু মোহোৰ হাতৰ খসি পৰে ॥১৩৯
প্ৰাণ সঙ্কলয় মোৰ থিৰ নোহে বুদ্ধি।
লক্ষ্মণ জীৱাৰ কোনে জানাহা ঔষধি ॥১৪০
যতেক কৰিলোঁ ভৈলা সকলে নিষ্ফল।
ছাইত হুনিলোঁ যেন কিছু নাহি ফল ॥১৪১
মোহোৰ মৰণ লক্ষ্মণৰ শোক জ্বালে।
কিকাৰ্য্য চিন্তিয়া ঝাণ্টে চিন্তিয়ো সকলে ॥
শুনা ৰাম কথা ইটো সবে সভাসদ।
মিলায়ে মুকুতি গুচে সংসাৰ আপদ ॥১৪৩
হেন জানি সদায়ে স্মৰিয়ো হৰি নাম।
পলাউক পাতেক ডাকি বোলাঁ ৰাম ৰাম ॥

---

## ৪৪ অধ্যায়।

### হনুমন্তৰ ঔষধ আনিবলৈ গমন।

ছবি।

ৰামক সম্বুধি, সুষেণে বোলয়,
বৈদ্য ধনন্তৰি সুত।
শুনিয়ো ৰাঘৱ, শ্ৰীৰঘুনন্দন,
সন্তাপ ত্যজা বহুত ॥১
তোমাৰ কনিষ্ঠ, জীৱন্ত ইঙ্গিতে,
জানিলোঁ নগৈলা প্ৰাণ।
হৃদয়ত বায়ু, গমনাগমন,
জানিলোঁ আছয় প্ৰাণ ॥২
নয়ন যুগল, নীল উতপল,
নাসা যেন তিল ফুল।

বদন কমল, নীল উতপল,
জ্বলে যেন শশী তুল ॥৩
জিহ্বা নকুঞ্চিল, শুনয় চৰণ,
এৰিয়ো চিন্তা আপনে।
তোমাৰ বৰত, অবধ্য শৰীৰ,
মাৰিবাক পাৰে কোনে ॥৪
কৈবা হনুমন্ত, বায়ুৰ নন্দন,
আমাৰ বচন কৰঁ।।
দক্ষিণ দিশত, আছে গিৰিবৰ,
তাক লাগি দিশ ধৰঁা ॥৫
গন্ধ যে মাৰ্দ্দন, নামে গিৰি আছে,
দেখিতে অতি বিড়িঙ্গ।
তহিতে জানিবা, ঔষধি আছয়,
সুশোভন গিৰি শৃঙ্গ ॥৬
ৰামৰ কনিষ্ঠ, লক্ষ্মণ কুমাৰ,
তোমাৰ আমাৰ হিত।
তাহান জীৱনা তেৰেসে হোৱয়,
ঔষধি যাইও আনিত ॥৭
নিশাৰ ভাগত, জীয়াইবাক পাৰি,
দিন ভৈলে প্ৰাণ যাই।
তোমাৰ প্ৰসাদে, অকষ্টে জীৱন্ত,
ৰামৰ কনিষ্ঠ ভাই ॥৮
বিশল্য কৰণী, যি ঠান ঔষধি,
কহওঁ আমি তোমাত।
ৰক্ত চন্দনৰ, বৰ্ণ লতা তাৰ,
হালৰিয়া দেখি পাত ॥৯
শোণিতৰ বৰ্ণ, পুষ্প দেখি তাৰ,
হৰিতাল বৰ্ণ ফল।
যাৱত ৰজনী, প্ৰভাত নোহয়,
ঔষধি আনিতে চল ॥১০
ৰাক্ষসৰ মায়া, বুজিয়া যাইবাহা,
পাতয় জুলু বিধিনি।
হাহা হুহু এৰে, তহিতে আছয়,
গন্ধৰ্ব্ব একোটি তিনি ॥১১
তাহাক তোমাৰ, জিনিতে লাগয়,
বলে পৰাক্ৰমে বুদ্ধি।
যেন তেন মতে, উপায় কৰিয়া,
আনিয়ো কাষ্টে ঔষধি ॥১২

সুষেণ বীৰক, সম্বুধি মাৰুতি,
হৰিষে দিলা উত্তৰ।
মোহোৰ প্ৰাণক, ছাৰি দিবোঁ যদি,
জীৱন্ত লখাই কুমাৰ ॥১৩
আপন প্ৰাণক, ছাৰি দিবে পাৰোঁ,
আন কাৰ্য্য কোন শঙ্কা।
প্ৰভুৰ কাৰ্য্যত, থাকিয়া মোহোৰ,
কিছুয়ে নাহি অশক্য ॥১৪
ৰাম সুগ্ৰীৱক, জম্বুৱ বীৰক,
আৰ বীৰ বিভীষণ।
অঙ্গদ অপৰ, মৈন্দ সিংহনাদ,
আৰৰ গন্ধমাৰ্দ্দন ॥১৫
বীৰবাহু নল, সুবাহু নীলক,
কেশৰীক পনসক।
কাহাকো প্ৰণামি, কাহাকো সাৱটি,
আকাশে দিলা জোলক ॥১৬
মেৰুৰ সমান, থুল কলেৱৰ,
আকাশ লঙ্ঘিয়া যান্ত।
ভূমিত থাকিয়া, ৰাৱণ নৃপতি,
মাৰ্কতিক দেখি-সন্ত ॥১৭
কালনেমী নামে, ৰাক্ষসক ৰাজা,
মাতি আনি সন্নিহিত।
ইসব দুৰ্গতি, কালত মোহোক,
তুমি কৰায়োক হিত ॥১৮
হেৰা দেখ তই, আকাশ ছানিয়া,
হনুমন্ত বীৰ যায়।
লক্ষ্মণ জীৱাৰ, ঔষধি আনিবে,
সুসেণে দিলা উপায় ॥১৯
গন্ধ মাৰ্দ্দনক, লাগি চলি যাই,
ঔষধিক আনিবাক।
সকলে লঙ্কাৰ, সব লোকে জয়,
অদভুত দেখি তাক ॥২০
বিশল্য কৰণী, ঔষধক পাইলে,
জীৱন্ত বীৰ লক্ষ্মণ।
বৰ আধান্তৰ, মিলিবেক তেবে,
জিনিয়া হাৰিলো ৰণ ॥২১
ইসব দুৰ্গতি, কালত মোহোৰ,
সত্বৰে কৰহ বাক।

গন্ধ মাৰ্দ্দনৰ, কোলে ঋষি বেশে,
আশ্ৰমক পাতি থাক ॥২২
উপায় কৰিয়া, বায়ুৰ পুত্ৰক,
আপনাৰ থানে নিয়া ।
সাদৰ কৰিয়া, তাক সন্তোষিয়া,
ফল মূল সবে দিয়া ॥২৩
বিনয় প্ৰকাৰে, সৰোবৰ আছে,
তাহাৰ নিৰি কোলকে ।
জলত দুৰ্ব্বাৰ, গ্ৰাহী এক আছে,
নিবেক এৱে জোলকে ॥২৪
মাৰুতি বীৰক, গ্ৰাহী নিল যেবে,
ঔষধি তেবে নপাইব ।
লক্ষ্মণ নিৰ্জ্জীব, তাৰ শোকে তেবে,
ৰাঘৱে প্ৰাণ ছাৰিব ॥২৫
সুগ্ৰীৱ নৃপতি, প্ৰমুখো মৰিয়া,
সবে যাইব যমালয় ।
তোহোৰ প্ৰসাদে, বিনা যুদ্ধে তেবে,
অপ্ৰয়াসে হৈবো জয় ॥২৬
এতেক আদেশ, শুনিলেক যেবে,
নৰপতি ৰাৱণৰ ।
শীঘ্ৰ যে গমনে, চলিলা তেখনে,
কালনেমী নিশাচৰ ॥২৭
পৰ্ব্বত উপৰে, আশ্ৰম পাতিলা,
ঋষিৰ বেশে কপট ।
গন্ধ পুষ্প দীপ, নৈবিদ্য পাতিয়া,
আম ঠালি দিলা ঘট ॥২৮
হনুমন্তে যেবে, পৰ্ব্বতক পাইল,
উঠিয়া ভেটিলা আগ ।
কোথা হন্তে আসি, অতিথি মিলিলা,
আমাৰ ৰৰহি ভাগ ॥২৯
আমাৰ আশ্ৰম, সাফল হৈবেক,
পবিত্ৰ কৰিয়ো ঠাই ।
কতেক জনম, ভাগ্যে হেন সব,
অপূৰ্ব্ব অতিথি পাই ॥৩০
কোথা হন্তে আসি, আজিসি মিলিলা,
যাইবাহা কমন থান ।
আমাৰ আশ্ৰমে, খানিক জিৰায়ো,
কিছু কৰোঁ সনমান ॥৩১
ৰৱ হুতাশন, ভৈলাহা দেখওঁ,
শৰীৰৰ বহে ঘৰ্ম্ম ।
হেন অতিথিক, পূজা সতকাৰে,
আমাৰ বাঢ়িবে ধৰ্ম্ম ॥৩২
মাৰুতি বোলন্ত, সাক্ষাত আপনি,
যেন বিষ্ণু অৱতাৰ ।
বিলম্ব কৰিতে, মোৰ নুযুৱাই,
ৰৰহি কাৰ্য্য আমাৰ ॥৩৩
শ্ৰৱণে শুনিছা, ৰাজা দশৰথ,
সূৰ্য্য বংশে বুলি যাক ।
তাহান তনয়, ৰামে পঠাইলন্ত,
কাৰ্য্যক লক্ষে আমাক ॥৩৪
ৰামক বনক, পঠাইলা নৃপতি,
কৈকৈৰ দাৰুণ বাকে ।
বনত আছন্তে, ৰাৱণে হৰিয়া,
আনিলা দেবী সীতাকে ॥৩৫
বালিক মাৰিয়া, সুগ্ৰীৱক লৈয়া,
বান্ধিলা সেতু সাগৰে ।
ৰাৱণ ৰাজাৰ, ভাতৃ পুত্ৰ পাত্ৰ,
মাৰিলন্ত ৰঘু বৰে ॥৩৬
লক্ষ্মণ বীৰক, ৰাৱণ নৃপতি,
শকতি মাৰি জুণ্টাইল ।
বিশল্য কৰণী, ঔষধ নিবাক,
ৰাঘৱে মোক পঠাইল ॥৩৭
তুমি সমে আমি, আলাপ কৰিবে,
কত ভাগ্যবশে পাই ।
আজি নগৈলাত, ৰৱ আথান্তৰ,
বিলম্বক নুযুৱাই ॥৩৮

৪৩ অধ্যায় ।

ছবি ।

ৰামদূত হয়া তুমি, ঔষধ আনিবে যাহা,
আশ্ৰমক পাইলা ৰৰ ভাগে ।
অতিশয়ে বহুমানে, তোমাক আমাৰ আজি,
ভালমতে সাদৰিবে লাগে ॥১
তোমাৰপ্ৰসাদেতেবে, আজিসিজানিবা মোৰ,
নোহিকয় ধৰ্ম্ম বিঘাত ।
কতেক জন্মৰ ভাগে, আপুনি আসিয়া মোৰ,
আশ্ৰমত মিলিলা সাক্ষাত ॥২

খানিক বিলম্ব ঐত, মুহিবেক বুলি সিটো,
মাৰুতি বীৰক পাছে নিয়া।
সৰোবৰ কোল ছাপি, ঋষিৰ বেশকধৰি,
সাদৰিলা ফল মূল দিয়া ॥৩
ছাপচুপকৰিতৈত, কালনেমীনিশাচৰ,
হনুমন্ত আছন্ত কথা কহি।
একহি জোলক দিয়া, মাৰুতিবীৰকধৰি,
জলক নিলেক ছায়াগ্ৰাহী ॥৪
সৰোবৰ মাজে নিয়া, মুখত ভৰায়া তাই,
ভেজাইল হনুৰ গাৱে দান্ত।
ডাঙ্গৰ শৰীৰ কৰি, মাৰুতি গ্ৰাহীক ধৰি,
জলৰ কাথৰ তুলিলন্ত ॥৫
পৰ্ব্বত উপৰে তুলি, নখে দান্তে বিদাৰিয়া,
সকল মনুষ্যক সাৰিলন্ত।
জগত প্ৰজাৰ সবে, আপচু নেৰছনি দিয়া,
বিগুতিয়া তাইক মাৰিলন্ত ॥৬
আকাশত থাকি তাই, সম্বুধিয়া বুলিলন্ত,
হনুমন্ত তুমি পুণ্যশালী।
তোমাৰ প্ৰসাদে চণ্ড, ঋষিশাপএৰাইলোঁহো।
অপেশ্বৰা মই গন্ধকালী ॥৭
পূৰ্ব্ব কালত মই, কুবেৰ প্ৰভুৰ ঠাই,
যাইতে আছোঁ দিব্য ৰথে চড়ি।
প্ৰমাদত থাকি বৰ, উপদ্ৰৱ লাগি গৈলা,
প্ৰচণ্ড ঋষিৰ ঠাই বাৰী ॥৮
ঘোৰশাপ দিয়া মোক, বুলিলাপাপিষ্ঠি তই,
দক্ষিণ দিশক লাগি চল।
গন্ধমাৰ্দ্দনৰ কোলে, দিব্য সৰোবৰ আছে,
দেখিবি গৈ সুনিৰ্ম্মল জল ॥৯
সেহি জল মাজে পশি, গ্ৰাহীবেশহুয়া থাক,
জলজন্তু ভুঞ্জিবা অপাৰ।
ৰামকাৰ্য্য সাধিবাক, হনুমন্তযাইবেতথা,
তৈসানিসে তোহোৰ উদ্ধাৰ ॥১০
সেহি বোল সম্পজিল, তোমাৰ হাতত পৰি,
গন্ধকালী মই অপেশ্বৰী।
ৰাম কাৰ্য্য সাধিয়োক, কুবেৰৰ ঠাৱে যাওঁ
আপনাৰ নিজ ৰূপ ধৰি ॥১১
হনুমন্তে বোলেতই, শুনিয়োক অপেশ্বৰী,
আপনাৰ সুখে চলি যাহা।
আমাৰ বৃত্তান্ত কথা, কুবেৰ দেৱৰ ঠাৱে,
তুমি আৰু সবে কহিবাহা ॥১২
নমোঁ নমোঁ নাৰায়ণ, আদি দেৱসনাতন,
যাৰ নামে জগত উদ্ধাৰ।
হেন ৰামপাৱে সেৱি, ৰচিলা কন্দলী ছবি,
শ্ৰীৰামৰ চৰিত্ৰ পয়াৰ ॥১৩
শ্ৰৱণে পাপৰ ক্ষয়, মিলে মহা মহোদয়,
দেই ধৰ্ম্ম অৰ্থ মোক্ষ কাম।
জানি সভাসদ লোক, সবাৰো মুকুতি হৌক,
বোলঁা নিৰন্তৰে ৰাম ৰাম ॥১৪

৪৬ অধ্যায়—কালনেমী আৰু তিনিকোটী গন্ধৰ্ব্বৰ বধ; গন্ধমাদন আনয়ন আৰু লক্ষ্মণৰ জীৱন প্ৰাপ্তি।

পদ।

সুখে চলিযাহা গন্ধকালী অপেশ্বৰী।
মোৰ কিছু পুণ্য ভৈলা তোমাক উদ্ধাৰি ॥১
মাৰুতিৰ বচনে কৌতুক অন্তৰ্গতে।
কুবেৰৰ ঠাৱে গৈলা অন্তৰীক্ষ পথে ॥২
হনুমন্তে ঋষি ঠাৱে ফল মূল খাইল।
ৰূপ দেখি তাহাৰ বচন পুৰুজাইল ॥৩
বোলন্ত নোহস ঋষি ৰাক্ষস পাপিষ্ঠ।
ৰাৱণে পঠাইলা তোক জানিসোহোঁ নিষ্ঠ ॥৪
বচনেক শুনি বীৰ বায়ুৰ পুত্ৰৰ।
নিজৰূপ ধৰি কলেনেমী নিশাচৰ ॥৫
পৰ্ব্বত আকাৰ ভয়ঙ্কৰ কলেৱৰ।
বোলে তোক মাৰিতে পঠাইলে লঙ্কেশ্বৰ॥৬
মায়া যুদ্ধ কৰি তোক মাৰিয়া পঠাইবো।
মাংস সব ভুঞ্জিয়া তৃপিতি বৰ পাইবোঁ ॥৭
কোন বস্তু একল বানৰ ঠনগন।
প্ৰভু কাৰ্য্য কৰি পেশোঁ যমৰ ভৱন ॥৮
মায়াৱন্ত ৰাক্ষস অধম তই ক্ৰুৰ।
মাৰুতিৰ হাতত ভাৱনা হৈব চুৰ ॥৯
ৰাত কৰ্ম্মে উকৰাইবোঁ ৰাক্ষসতই কোন।
মই ভালে থাকন্তে গৈ দেখিবি ৰাৱণ ॥১০
এহি বুলি দুই বীৰে ধৰিলা কোলাৰে।
পৃথিবীত পৰি যেন পৰ্ব্বত ৰাগৰে ॥১১
হিয়ে হিয়ে আস্ফালে বাজয় ঠাত ঠাত।
শাংস মাজত যেন পৰয় নিৰ্ঘাত ॥১২

চৰৰৰ ছোটে ভিণ্ডাকাৰ ভৈলা গাল।
বাহু বাহু বান্ধনি বান্ধিলা যেন মাল ॥১৩
মুষ্টিৰ প্ৰহাৰ যেন বজ্ৰৰ নিপাত।
লাঠিৰ প্ৰহাৰে যেন পৰয় নিৰ্ঘাত ॥১৪
কোলাৰ এৰিয়া দুয়ো বীৰ অন্তৰিলা।
দুয়ো বীৰে দুহাক হানিলা বৃক্ষ শিলা ॥১৫
উপাৰি উপাৰি দুয়ো অসংখ্যাত হানে।
তৰু শিলা চূৰ্ণ ভৈলা কত দূৰ মানে ॥১৬
কালনেমী কোল চাপি বৈসাইলেক মুঠি।
হনুমন্ত মূৰ্চ্ছা ভৈলা মৰ্ম্ম স্থানে ফুটি ॥১৭
তেখনে মাৰুতি বীৰে চেতনক পাইল।
মাজ হৃদয়ত তাৰ কিলেক বৈসাইল ॥১৮
মহা ছোট পাই কাল কম্পি পৰি গৈল।
পৰাণ আসিলা পাছে সঙ্কুক্ষণ ভৈল ॥১৯
মহাবেগে যাই সিটো মাৰিলেক লাঠি।
হনুমন্তে তাহাক মাৰিলা ঘোৰাকাতি ॥২০
দুয়ো দুইহান্তক ৰণে ধাৱে ভিৰি ভিৰি।
পৰ্ব্বতত প্ৰতিধ্বনি বাজে গিৰি গিৰি ॥২১
বাম হাতে মাৰুতি গলত ধৰি টানে।
কালনেমী নিশাচৰ মৰিল পৰাণে ॥২২
উপৰত ঘুৰাই আস্ফালিলন্ত শিলাত।
অস্থি চৰ্ম্ম চুৰ ভৈলা প্ৰাণ ভৈলা হত ॥২৩
দেৱগণে কৰিলন্ত পুষ্প বৰিষণ।
হনুমন্ত বীৰ ভৈলা আনন্দিত মন ॥২৪
ৰাক্ষসক মাৰিয়া মাৰুতি বীৰবৰে।
ডেৱ দিয়া চড়িলন্ত পৰ্ব্বত শিখৰে ॥২৫
ঔষধি খোজন্ত উপদেশ কৰি মন।
তিনি কোটি গন্ধৰ্ব্বক ভৈলা দৰিশন ॥২৬
গন্ধৰ্ব্বে বোলয় তই কহিব বানৰ।
কি কাৰ্য্যে আসিলা গন্ধমাৰ্দ্দন শিখৰ ॥২৭
কোনে বা পঠাইলে গন্ধমাৰ্দ্দন গিৰিক।
বানৰৰ বেশে তুমি আসি ভৈলা কিক ॥২৮
গন্ধৰ্ব্বক হনুমন্তে বুলিলা বচন।
দশৰথ সুত ৰাম আসি ভৈলা বন ॥২৯
তাহান ঘৰিণী হৰি আনিলে ৰাৱণে।
সুগ্ৰীৱ সহিতে ৰাম ভৈলা সখী বনে ॥৩০
বালিক মাৰিয়া সুগ্ৰীৱক দিলা ৰাজে।
সাগৰক তৰিয়া আসিলা লঙ্কা মাজে ॥৩১
শেষ ৰাক্ষস বল ক্ষয় ভৈলা ৰণে।
পাছে লক্ষ্মণক শক্তি হানিলা ৰাৱণে ॥৩২
ৰাঘৱ সুগ্ৰীৱ সুষেণৰ শুনি বুদ্ধি।
আমাক নিবাক ঐক পঠাইলা ঔষধি ॥৩৩
পৃথিবী ভিতৰে ৰাম নৃপতি আমাৰ।
ইয়ো সব দেশত তাহাৰ অধিকাৰ ॥৩৪
ঔষধক চিনায়ো আমাৰ বৰ ভাগ।
তোমাৰ থাকোক ৰঘু বংশত সলাগ ॥৩৫
আমি সবে কহিবাহোঁ ইসব উপকাৰ।
যেন তোমাসাক দয়া সম্পজে ৰাজাৰ ॥৩৬
হেন শুনি খঙ্গিলা গন্ধৰ্ব্ব তিনি কোটি।
কৈত আসি বানৰ লগাইলে সাটি মুটি ॥৩৭
আমাৰ নৃপতি হাহা হুহু যে গন্ধৰ্ব্ব।
ৰাম তোৰ কোন বস্তু তাত হেন গৰ্ব্ব ॥৩৮
আমাৰ পৰ্ব্বতত আসি তোৰ ধস মসি।
বিপাঙ্গে মৰিলি গন্ধমাৰ্দ্দনত পশি ॥৩৯
আজি ৰামে কৰন্তোক তোৰ প্ৰতিকাৰ।
চতুভিতি বেঢ়িয়া বোলয় মাৰ মাৰ ॥৪০
মাৰিবাক লাগি সবে গন্ধৰ্ব্ব কিটাইল।
হনুমন্তে দান্ত যে খেখত কৰি ধাইল ॥৪১
ডেৱ দিয়া সবাৰো মাজত গৈয়া পৰি।
আশেষ মাৰিলা লাঠি ভুকু লাঙ্গ বাৰি ॥৪২
ধৰম সম্বাহা বীৰ একেশ্বৰ গুটি।
হেলা কৰি মাৰিলা গন্ধৰ্ব্ব তিনি কোটি ॥৪৩
গন্ধৰ্ব্বক মাৰি বীৰ কপি হনুমন্তে।
প্ৰবন্ধে ফুৰন্ত পাছে ঔষধ খোজন্তে ॥৪৪
পৰম ঔষধ সিটো ভৈলা অন্তৰ্ধ্যান।
বিচাৰিয়া অনেক ফুৰন্ত হনুমান ॥৪৫
নিৰীক্ষি নিৰীক্ষি বীৰে চাহিলা সকল।
ঔষধি নপায়া মনে কৰন্ত বিকল ॥৪৬
আলোচন্ত ইদানিক কৰোঁ কোন বুদ্ধি।
ঔষধ পাইবাৰ কথা কাত কৰোঁ সুদ্ধি ॥৪৭
ইঠাৱৰ গন্ধৰ্ব্বক মাৰিলো সকল।
ঔষধৰ লক্ষণ নেদেখোঁ ফুল ফল ॥৪৮
একোমতে ঔষধক খুজিয়া নপাইল।
বিলম্বক সুমৰাই মনে গুণি চাইল ॥৪৯
উপদেশ সুমৰিয়া সুষেণ বৈদ্যৰ।
দক্ষিণ শিখৰ এহি গন্ধমাৰ্দ্দনৰ ॥৫০

বিস্তৰ বিলম্ব হৈব ঔষি খোজন্তে।
এহি বুলি ভূমিত নামিল হনুমন্তে ॥৫১
দুই হাত মেলি তাৰ দুই পাশ পাইল।
দোঙ্গা দিয়া গিৰিৰ শিখৰ আলগাইল ॥৫২
প্ৰস্থে পাঞ্চ প্ৰহৰৰ পথ সিটো পাৱে।
দশ যোজনৰ পথ মুৰিল উখাৰে ॥৫৩
পাঞ্চ দশ যোজনক দীঘলে মুৰিল।
হনুমন্তে ধৰি মেদিনীৰ উপাৰিল ॥৫৪
হেন গিৰি শিখৰক হেলারূপে ধৰি।
বায়ুসুত লৰিলা আকাশে ডেৰ কৰি ॥৫৫
বৃক্ষ সমে কতো খণ্ড খশিয়া পৰয়।
বিহঙ্গম পক্ষী সম আকাশে উড়য় ॥৫৬
সৰ্প সব সুশোভন নানা অলঙ্কাৰে।
পৃথিবীত পৰে আসি পৰ্ব্বত আকাৰে ॥৫৭
সিংহ পশুগণ সবে আকাশে উড়য়।
কতো কতো ডেৰ দিয়া পৰিয়া মৰয় ॥৫৮
গিৰিৰৰ কান্দয় নয়নে জল বৰে।
হেনসে বিপত্তি কৈলা পৱনৰ পোৱে ॥৫৯
গেৰু ধাৰা বেড়ি নিকলিলা পৰ্ব্বতৰ।
ধাৰায়ে কধিৰ যেন বহয় গাৱৰ ॥৬০
বিদ্যাৰ গন্ধৰ্ব্ব দেৱতাগণে মিলি।
কৌতূহলে বিস্ময়ে হাসন্ত খলখলি ॥৬১
সাধু হনুমন্ত হয়ো আৰোগ্য শৰীৰ।
তিনিয়ো লোকত নাহি তযু সম বীৰ ॥৬২
কিনো বীৰ অভঙ্গ পুৰুষ পুণ্য শালী।
শাপত মুকুত অপেশ্বৰা গন্ধকালী ॥৬৩
কালনেমী নিশাচৰ বিদিত জগতে।
তাহাক মাৰিলা পশু মাৰিবাৰ মতে ॥৬৪
তিনি কোটি গন্ধৰ্ব্ব লীলায়ে সংহৰিল।
এতমানে পৰ্ব্বতক তুলিয়া ধৰিল ॥৬৫
অন্তৰীক্ষ পথে শীঘ্ৰ বেগে যাই চলি।
ইহাৰ সমান বীৰ নাহি একো বলী ॥৬৬
দেৱৰ প্ৰশংসা হেন শুনিয় মহিমা।
অনন্তৰে পাইলা লঙ্কা নগৰীৰ সীমা ॥৬৭
মাৰুতি আসয় দেখি গিৰিশৃঙ্গ ধৰি।
হুল স্থূল লাগি গৈলা সমস্তে নগৰী ॥৬৮
পূৰ্ব্ব কালে হনুমন্ত লঙ্কা পুৰি দৈলা।
পৰ্ব্বতৰ শৃঙ্গ ধৰি সেহি আসি ভৈলা ॥৬৯
ইবাৰ ইহাৰ হাতে কেহো নিৰ্জীয়য়।
এহি বুলি প্ৰজা সবে মুণ্ড ঢুমাবয় ॥৭০
লঙ্কা নগৰীত ভয় শঙ্কা লগাইলন্ত।
অনন্তৰে পাইলা আপনাৰ প্ৰজা খণ্ড ॥৭১
ভালুক বানৰ বলে আকাশে দেখন্ত।
পৰ্ব্বত ধৰিয়া হাতে আসে হনুমন্ত ॥৭২
সুগ্ৰীৱ কুমুদ জাম্বৱন্ত আদি কৰি।
আনন্দে চাহিলা সবে এক দৃষ্টি কৰি ॥৭৩
সন্নিহিত থানে আনি পৰ্ব্বতক থৈল।
ৰামক নমিয়া পাছে বুলিবাক লৈল ॥৭৪
প্ৰভু ৰাম শুনিযা সুগ্ৰীৱ বিভীষণ।
সুষেণ অঙ্গদ আদি শুন কপিগণ ॥৭৫
আমাৰ বিলম্ব দেখি নপাৰিবা গালি।
মায়াঋষি চলিলা ৰাৱণ বাক্য পালি ॥৭৬
কালনেমী নিশাচৰ ঋষি বেশ ধৰি।
সৰোবৰ কোলে মোকে নিলেক সাদৰি ॥৭৭
ঋষি শাপে অপেশ্বৰা গ্ৰাহী হৈয়া আছে।
ঝাম্প দিয়া ধৰি মোক লৈয়া যাই পাছে॥৭৮
তাক তাতে তুলিয়া মাৰিলো নখে ছিৰি।
শাপত মুকুত ভৈলা কালী অপেশ্বৰী ॥৭৯
কালনেমী ৰাক্ষস আছিল ঋষি বেশে।
তাহাক মাৰিলো পাছে সমৰ বিশেষে ॥৮০
কালনেমী নিশাচৰে গৈলা যমঘৰে।
তৰাসে উঠিলা নাদ পৰ্ব্বত গহ্বৰে ॥৮১
মোক যুদ্ধ দিলেক গন্ধৰ্ব্ব তিনি কোটি।
সবাকো মাৰিলো পাছে কৰিয়া নিগুটি ॥৮২
ঔষধক প্ৰতিবন্ধে খুজিয়া নপাইলোঁ।
বিলম্বক ভয়ে পৰ্ব্বতক লৈয়া আইলোঁ ॥৮৩
আমাৰ মনত যেন সম্পজিল বুদ্ধি।
আপনি সুষেণ চিনি লৈয়োক ঔষধি ॥৮৪
মাৰুতিক দেৱলোকে প্ৰশংসা কৰন্ত।
চিৰকাল জীৱ বাপু বীৰ হনুমন্ত ॥৮৫
সুষেণ চড়িলা যাই পৰ্ব্বত উপৰে।
বিশল্য কৰণী খুজি আনি অনন্তৰে ॥৮৬
প্ৰতিবন্ধ ৰূপে ঔষধিক খুজি পাইল।
কৌতূহলে ডালে মূলে তুলিয়া লগাইল ॥৮৭
পৰ্ব্বতৰ তুলি আনি শিলাত পিষিল।
লক্ষ্মণৰ নাসা তলে পান কৰি দিল ॥৮৮

দিব্য ঔষধিৰ গন্ধ শৰীৰে পশিল।
নিদ্ৰাৰ জাগিয়া যেন উঠিয়া বসিল ॥৮৯
শত গুণ তেজ ভৈলা অধিনর দেহে।
দুই হাতে ধৰি ৰাম আলিঙ্গিলা স্নেহে ॥৯০
দুই নয়নৰ নীৰ ধাৰে বহি যাই।
কোথা গৈয়া আছিলা লক্ষ্মণ মোৰ ভাই ॥
তই নিজীলিহি হস্তে নিষ্ফল প্ৰয়াস।
জীৱনক লাগি মই কৰিলোঁ নিৰাশ ॥৯২
হনুমন্ত সুষেণৰ প্ৰাণ বুলাৱস।
যাৱে চন্দ্ৰ মেদিনী থাকিব দুইৰো যশ ॥৯৩
মাৰুতিক প্ৰশংসা কৰন্ত ৰামদেৱে।
আগে পাছে বানৰ নাচন্ত ছেৱে ছেৱে ॥৯৪
ৰামৰ চৰিত্ৰ শুনিয়োক সৰ্ব্বজন।
যাৱে প্ৰাণ থাকে কেৱে নেৰিবা কীৰ্ত্তন ॥৯৫
দুৰ্ল্লভ মনুষ্য তনু সেন্থৰে নপাই।
বোলোঁ ৰাম ৰাম হৰি বিনে গতি নাই॥৯৬

---

৬৭ অধ্যায়—গন্ধমাদনক পূৰ্ব্বৰ স্থানত থৈ হনুমন্তৰ পুনৰাগমন।

ছবি

লখমণ যেবে, উঠিয়া বসিল,
দেখিয়া বানৰ বলে।
আউৰে আউৰক, হাতা হাতি কৰি,
নৃত্য কৰে কৌতূহলে ॥১
এবে ৰাৱণৰ, শিৰ ছেদ হৈব,
লক্ষ্মণ গোসাঁই জীল।
শ্ৰীৰাম গোসাঁইৰ, কাৰ্য্য সিদ্ধি ভৈলা,
ৰাৱণ বেটা মৰিল ॥২
এবেসে জানিলোঁ, পুত্ৰ পৰিৱাৰ,
দেখিবোঁ বান্ধৱ লোক।
ৰাঘৱ গোসাঁই, ভাইক পাইলন্ত,
আমিয়ো এৰাইলো শোক ॥৩
হেন বুলি বহু, নৃত্য গীত কৰি,
পৰ্ব্বত শিখৰে চড়ি।
দেৱ ভোগ যোগ্য, কল মৌ ফলত,
লগাইলা গৈয়া দাদৰি ॥৪
মৌলৰ সমান, মউ বাস ভুলি,
মুখত দিয়া চোবাৱে।
অমৃত সদৃশ, শ্ৰীফল ভুঞ্জিয়া,
তৃপিতিক বৰ পাৱে ॥৫
ইগাছে সিগাছে, জলকা জলোকি,
ফল খান্ত বাছি বাছি।
সৰোবৰে নামি, জল পাক কৰি,
খানিক বিশ্ৰামি আছি ॥৬
মন পৱনৰ, বেগে নামি আসি,
পাইলা পৰ্ব্বতৰ হেঠ।
ৰাম সুগ্ৰীৱক, বেঢ়িয়া বসিল,
গণ্ড গোল কৰি পেট ॥৭
সুগ্ৰীৱ বোলন্ত, শুনা হনুমান,
ৰামৰ আদেশ লৈয়ো।
গন্ধ মাদনৰ, গিৰিৰ শিখৰ,
পূৰ্ব্বৰ থানাত থৈয়ো ॥৮
ব্ৰহ্মায়ে সৃজিলা, এ ৰম্য প্ৰদেশ,
দেৱভোগ্য উপভোগ।
ইটো পৰ্ব্বতক, এথানে থৈবেক,
তোমাৰ সুহিকে যোগ ॥৯
সবাকে প্ৰণাম, কৰি বায়ুসুতে,
পূৰ্ব্বে আনিবাৰ মতে।
পৰ্ব্বত শিখৰ, দুই হাতে ধৰিয়া,
চলিলা মাৰুত পথে ॥১০
লঙ্কাত থাকিয়া, ৰাৱণ নৃপতি,
মাৰুতিক ভেট পাইল।
মুখ্য মুখ্য বীৰ, মহা বলৱন্ত,
ৰাক্ষস বল মতাইল ॥১১
কৈৰা মহোদৰ, ঘোৰ নিশাচৰ,
সিংহমুখ তালজঙ্ঘ।
কঙ্ক ভুণ্ড বীৰ, এৰক্ত নয়ন,
উলুকামুখ অভঙ্গ ॥১২
হস্তী কৰ্ণ মেঘ-, বৰ্ণ আসিয়োক,
আমাৰ বচন কৰাঁ।
হনুমন্ত বীৰ, পৰ্ব্বত লৈযান্ত,
মায়াবলে তাঙ্ক ধৰাঁ ॥১৩
এতেক শুনিয়া, ৰাক্ষস সকলে,
বেঢ়িলে গৈয়া আকাশ।
সম্মুখি বোলয়, শুনৰে বানৰ,
জীৱন্তে আজি নমাস ॥১৪

হাতে ধৰিবাৰ, আশা নাহি তোৰ,
পৰ্ব্বত কৈযাস ধৰি।
হৰি হৰেঁ আজি, ৰাখিতে নপাৰে,
তোক নিবোঁ বন্দী কৰি ॥১৫
মাৰুতি বোলন্ত, আমি নগণও,
তোৰ যত মায়াবল।
দুই হাতে পৰ্ব্বত, ধৰিয়া পাপিষ্ঠ,
মাৰিবো আজি সকল ॥১৬
নখ দান্ত মোৰ, অবকাশে আছে,
আৰো আছে দুই পাৱ।
সবাহাকে আজি, যমঘৰে নিবো,
মাৰিয়া লাঙ্গুৰ ঘাৱ ॥১৭
এতেক শুনিয়, ৰাক্ষস সকলে,
বেঢ়ি বোলে থাক থাক।
খাণ্ডি জাঠি ধৰি, ঘোৰ নিশাচৰে,
দিলেক অস্ত্ৰৰ জাক ॥১৮
মাৰুতি বীৰক, প্ৰহাৰ দিলেক,
অস্ত্ৰ দশদিশে যুৰি।
কপি মহাবীৰে, পৰ্ব্বত সহিতে,
এৰাইলন্ত গাৱমুৰি ॥১৯
হনুমন্ত বীৰে, ৰাক্ষস বলক,
ক্ৰোধে খেদি লাগ পাইল।
কাহাকো লাঠিৰ, প্ৰহাৰ কাহাকো,
লাঙ্গুৰ কোৰ বৈসাইল ॥২০
চৰণৰ নখে, কতো বিদাৰিল,
কতো কঙ্কালত কোৰে।
লাঙ্গে মেৰাই কতো, তুলি আস্ফালিল,
বস্ত্ৰ ধোৱে যেন ধোৱে ॥২১
কাহাকো জঙ্ঘাৰ, বাৰি মাৰিলন্ত,
কাহাকো দান্তে কামোৰে।
অনেক বীৰক, যমঘৰে নিল,
মাৰি বজ্ৰসম গোৰে ॥২২
বিশুটি বিশুটি, ৰাক্ষসক বলক,
হনুমন্তে মাৰিলন্ত।
মুখ্য মুখ্য যত, ৰাক্ষস বলক,
লাঙ্গে মেৰাই ধৰিলন্ত ॥২৩
হনুমন্তে ধৰি, টোপনা বাহন্তে,
ৰাক্ষসক বান্ধি টোপ।
সোণাৰ গুনায়, বান্ধি আছে যেন,
নীল উৎপলৰ খোপ ॥২৪
লাঙ্গুলে মেৰাইয়া, মাৰ্গ তলে আনি,
বিক্ষেপ কৰি প্ৰবন্ধে।
সেহি প্ৰহাৰতে, কাণ ফাটি গৈলা,
নাক ফুটি গৈলা গন্ধে ॥২৫
অনেক প্ৰকাৰে, ৰাক্ষস বলক,
মাৰুতি পৰাণ লৈলা।
কাতি ভিতি কৰি, লাঙ্গুৰ হুসোকি,
তালজঙ্ঘ পলাই গৈল ॥২৬
ৰাৱণ ৰাজাত, কাহিনী কহয়,
কাটয় খৰ উশাস।
সম্মুখি বোলন্ত, দুৰ্জ্জন বানৰা,
সবাকে কৰিল নাশ ॥২৭
কাহাকো মাৰিল, জানুয়ে তাৰিয়া,
কাহাকো লাঙ্গুৰ বাৰি।
কাহাকো মাৰিল, হিয়াৰ সন্ধানে,
কাহাকো চৰণে তাৰি ॥২৮
হেনয় বিবিধ, প্ৰকাৰে সমস্তে,
ৰাক্ষস মাৰি পেলাইল।
কতো বীৰগণ, বানৰ দুৰ্জ্জনে,
বাতকৰ্ম্মে উকৰাইল ॥২৯
কতোক্ষণে মোৰ, উশ্বাস নাছিল,
তাৰ কাৰে মই জীলোঁ।
হেন অদ্ভুত, বলৰ কাহিনী,
তোমাৰ আগে কহিলো ॥৩০
হেন বাণী শুনি, ৰাজা ৰাৱণৰ,
ভয় আতি ভৈলা ঘোৰ।
সকলে বীৰক, মাৰুতি মাৰিল,
কোলা শূন্য ভৈলা মোৰ ॥৩১
ৰাক্ষস মাৰিয়া, গন্ধমাদনক,
পাইলা বীৰ হনুমানে।
সেহি মতে নিয়া, গিৰিৰ শিখৰ,
থাপিলন্ত পূৰ্ব্ব থানে ॥৩২
দেৱগণে স্তুতি, প্ৰশংসা কৰন্ত,
গুনন্ত বীৰে আশেষ।
আৰ কতক্ষণে, পৰিলন্ত আসি,
শ্ৰীৰাম দেৱৰ পাশ ॥৩৩

মারুতি বীরক, রাঘৱে বুলিল,
অনেক সাদৰ বাক।
পৰ্ব্বতক নিয়া, পূৰ্ব্ব থানে থৈলা,
কৰিলা হিত আমাক ॥৩৪
লক্ষ্মণ ভয়াইৰ, পৰাণ ৰহিল,
তোমাৰ বলক পাই।
সীতাত কি কাৰ্য্য, মোহোঁৰ জানিবা,
মৰিল হন্তে লখই ॥৩৫
মাতৃ ভাতৃ এৰি, অযোধ্যাক ছাৰি,
কৰিলন্ত সাৰ মোৰ।
আমিয়ো পাছতে, মৰিলওঁ হন্তে,
লখাইৰ দারুণ শোকে ॥৩৬
শুনা সৰ্ব্বজন, কেদিন জীৱন,
কিয় নাগুণাহা মনে।
ধন জন যত, ত্যজিয়া সবাকে,
চলিবা যম ৰৱণে ॥৩৭
ঘোৰ পৰলোক, তৈত কেন হৈব,
নিচিন্তা তাৰ উপায়।
দুৰ্লভ ভাৰতে, নৰতনু পাই,
বিফলে জনম যায় ॥৩৮
পৰম বান্ধৱ, ঈশ্বৰ মাধৱ,
ইহলোকে পাৰে গতি।
জানিয়া যতনে, ৰামৰ চৰণ,
সদায়ে কৰাঁ ভকতি ॥৩৯
ভুঞ্জিবা ভুকুতি, লভিবা মুকুতি,
নেৰিবা মুখত নাম।
ধৰ্ম্ম শিৰোমণি, পাপৰ আগনি,
ডাকি বোলাঁ ৰাম ৰাম ॥৪০

---

৫৮ অধ্যায়।
ৰাম ৰাৱণৰ যুদ্ধ আৰু ৰাৱণ বধ।
পদ।

যুদ্ধ নকৰিলোঁ হন্তে কোন কাৰ্য্য তাত।
প্ৰাণক ত্যজিলোঁ হন্তে এহিতো লঙ্কাত ॥১
হনুমন্তে নকৰিল হন্তে হেন কাম।
বিভীষণ কেন মতে পাইল হন্তে ৰাজ ॥২
লক্ষ্মণে ৰামক চাহি বুলিল উত্তৰ।
হেনয় কাকুতি বাণী নহয় বীৰৰ ॥৩
প্ৰতিজ্ঞা পালন ক্ষত্ৰিয়ৰ নিজ ধৰ্ম্ম।
ৰাৱণক নমাৰি আমাত কেনে মৰ্ম্ম ॥৪
প্ৰতিজ্ঞা কৰিলা তুমি ৰাৱণ বধিত।
ঝাণ্টে মাৰাঁ যাৱে অস্ত নযাস্ত আদিত্য ॥৫
কেতিক্ষণে দেখিবোহোঁ ৰাৱণ বীৰৰ।
তযু শৰ ঘাৱে ছেদিবাহা দশ শিৰ ॥৬
লক্ষ্মণৰ বোলে কোপ জ্বলিলা ৰামৰ।
ৰাৱণক প্ৰহাৰিলা অসংখ্যাত শৰ ॥৭
ৰাঘৱৰ শৰ আসে দেখি মহাবীৰ।
অন্তৰিলা দেখিয়া ৰাৱণ দশশিৰ ॥৮
মায়াবলে তথা যাই সাজিলেক ৰথ।
অলঙ্কাৰে মণ্ডিলন্ত ঘোটক সমস্ত ॥৯
মনুষ্যৰ মুখ দিব্য চাৰি গোটা ঘোড়।
উচ্চৈশ্ৰৱা সদৃশ পৱন সম জোৰ ॥১০
কৈলাস সমান উচ্চ দিব্য ৰৰ যান।
মহা জ্যোতিৰ্ম্ময় জ্বলে অগনি সমান ॥১১
ৰতনে মাণিকে দিব্য ৰথ দীপ্তি কৰে।
তাতে যাই চড়িলেক ৰাজা লঙ্কেশ্বৰে ॥১২
দেৱ মুনিগণে বোলে কিনো অনুচিত।
ৰাৱণ ৰথত যুজে ৰাঘৱ ভূমিত ॥১৩
সমতুল্য নুহি কাৰ্য্য অযোগ্য অৰণ্যে।
ৰামক লাগয় মান কৰিবে ত্ৰিদশে ॥১৪
সবাৰো বচন শুনি ত্ৰিদশৰ ৰাজে।
আপানাৰ ৰথক পঠাইলা সব সাজে ॥১৫
কিঙ্কিনী বাজয় কণ ঝুন জ্যোতিষ্কাৰ।
ৰত্নে জ্যোতিষ্কাৰ তিনি ভুৱনতে সাৰ ॥১৬
তৰুণ আদিত্য সম মহা জ্যোতি জ্বলে।
ৰতনে ৰচিত কৰি অতিশয় জ্বলে ॥১৭
হৰিতাল বৰ্ণ শক্তিৱন্ত চাৰি ঘোড়।
অতি শীঘ্ৰ গমন পৱন সম জোৰ ॥১৮
কনকে গঠিত চাৰু বাসৱৰ ধ্বজ।
শকতি তোমৰ অস্ত্ৰ আছে সব সজ ॥১৯
ইন্দ্ৰৰ আদেশ বাণী সাদৰে আকলি।
ৰামৰ পাশক ৰথ নিলন্ত মাতলি ॥২০
ছাপন্তে আছয় আসি ৰথ জ্যোতিষ্কাৰ।
বিস্ময় মিলিয়া গৈলা সকলে প্ৰজাৰ ॥২১
ৰামদেৱে লক্ষ্মণ সুগ্ৰীৱ নীল নল।
অঙ্গদ মাৰুতি বিভীষণ কপিবল ॥২২

সবে হৃদ্ভু মনে গুণি আছন্ত বহুত।
স্বর্গ হন্তে রবি সম রথ অদভুত ॥২৩
অনেক মায়াক জানে নিশাচরগণে।
আমাক ছলিতে বুদ্ধি পাতিলা রাবণে ॥২৪
রামে যেবে হেন বাক্য সবাকো বুলিল।
সুগ্রীর বোলন্ত ইটো আমাত লাগিল ॥২৫
সারথিকে ঘোটককে অস্ত্রাকে রথকে।
সবাকে নিশ্চয় করিবোহো পেপতেকে ॥২৬
রথ খান নামি আসি রহিছে ভূমিত।
বিভীষণে বুলিলন্ত বচন তহিত ॥২৭
রাক্ষসব মায়া মই জানোঁ সমস্ত।
দেৱলোকে পঠাইলা আপনি লৈয়াবথে॥২৮
কতোদূৰে লঙ্কানাথে আছয় আকলি।
রথে চড়ি হাত যোরে মাতয় মাতলি ॥২৯
শুনিয়ো রাঘর প্রভু রাম দাশরথি।
ইন্দ্রে পঠাইলন্ত মই তাহান সারথি ॥৩০
ইন্দ্র যম বরুণাস্ত্র আছয় রথতে।
ইন্দ্রর মাতলি মোক জানে ত্রিজগতে ॥৩১
যুদ্ধর সম্ভার দিয়া পঠাইলন্ত মোক।
ইহাতে চড়িয়া রাৱণক বধিয়োক ॥৩২
ইন্দ্রে পঠাইলন্ত এহি সন্নাহ পিন্ধিয়া।
সমরক চলা হাতে ধনু শর লৈয়া ॥৩৩
একৈক শকতি পারি ত্রৈলোক্য জিনিত।
সমস্তে সম্ভৃত কিছু নলাগে খুজিত ॥৩৪
বিভীষণ সুগ্রীর অঙ্গদ সুশিক্ষিত।
সবাকে বুলিলা রামে রথ পরিক্ষিত ॥৩৫
রামক কহিলা যাহা কার্য্যক আকলি।
বাসবে পঠাইলা রথ সারথি মাতলি ॥৩৬
পরীক্ষা করিলো মই জানিলোঁ সমস্ত।
এহি বুলি আগত যোগাইলা দিব্য রথ ॥৩৭
দেৱ বিমানক রামে প্রণাম করিল।
সারথি ঘোড়াক প্রদক্ষিণে আদরিল ॥৩৮
রথত চড়িলা রামে কৌতূহল ভাবে।
ইন্দ্রর সন্নাহ আনি চড়াইলন্ত গাবে ॥৩৯
শ্রীমন্ত অধিক কান্তি হলে রাঘর।
কৈলাস শিখিত যেন দেৱ মহেশ্বর ॥৪০
গন্ধর্ব্বৰ অস্ত্র কোপে রাৱণে ধরিল।
রামে গন্ধর্ব্বৰ অস্ত্রে তাক নিবারিল ॥৪১
যেহি যেহি অস্ত্রক হানয় লঙ্কেশ্বৰ।
সেহি সেহি অস্ত্র নিবারন্ত রঘুবৰ ॥৪২
সকল অস্ত্রক যেবে করিলন্ত ক্ষয়।
রাক্ষসৰ অস্ত্রক হানন্ত দুৰাশয় ॥৪৩
রাৱণৰ অস্ত্র ছয় ধনুৰ টঙ্কাই।
বাসুকি সদৃশ সর্প হুয়া খেদি খাই ॥৪৪
ফোকারন্ত শবদে দারুণ ঘোৰ বিষ।
মুখৰ অগনি নিকলয় দশোদিশ ॥৪৫
রাঘৱে দেখন্ত সর্পে যুৰিল সমস্ত।
রামচন্দ্রে অস্ত্র প্রহাৰিলা পাশুপাত ॥৪৬
সূর্য্য অগ্নি যুত যেন প্রহাৰিলা শৰ।
অস খ্যাত গৰুড় ভৈলেক সুবর্ণৰ ॥৪৭
অধে উৰ্দ্ধে দশোদিশে শৰ চলি যাই।
রাৱণৰ সর্প সব খেদে খেদি খাই ॥৪৮
রাৱণৰ অস্ত্র যত সব ভৈলা ক্ষয়।
আথাকে নিসন্ধি রাজা বাণ বরিষয় ॥৪৯
রামক হানিয়া ছাইলা দাশ যে রথিক।
সবগাত্রে নিশন্ধি বিন্ধিলা মাতলিক ॥৫০
চাৰিয়ো ঘোড়াক জৰ্জ্জরিত কৃত ভাৱে।
ইন্দ্রৰ ধ্বজক তারিলেক বাণ ঘাৱে ॥৫১
দেখি নিৰন্তৰে বাণময় দশোদিশ।
দেৱ মুনিগণৰো বিস্ময় আসধিশ ॥৫২
রামক পীড়িলে শৰে বীৰ লঙ্কেশ্বৰে।
দেৱ মুনি গন্ধর্ব্বৰ হৃদি কম্প ভৱে ॥৫৩
করন্ধক দেখি যেন সূর্য্য ভয় হেতু।
ভকৰ ভকৰ করি যেঢ়ি ধূমকেতু ॥৫৪
বুধগ্রহে যেহেন পীড়িল রোহিণীক।
জ্যেষ্ঠাক মঙ্গলে যেন রাহুয়ে শশীক ॥৫৫
সাগরত বিপরীত জলৰ কল্লোল।
ঊর্ম্মিৰ শবদে পাইল আদিত্যৰ কোল ॥৫৬
বধু। ব শব সয়ে নক্ষত্রেক যুৰি।
দারুণ গ্রহক যেন থাকি সৈল পীড়ি ॥৫৭
ত্রৈলোক্যত বিপরীত চমক লাগিল।
রাঘৱৰ মোহ দেখি বিস্ময় মিলিল ॥৫৮
দশশির কুৰি বাহু পিন্ধিলন্ত কায়।
রাৱণায়ে যুদ্ধ মৈনাক গিৰি প্ৰায় ॥৫৯
অচেতন তাক হেন দেখিয়া রাঘৱ।
শ্রীহানি বিভীষণ কপি তালুকন ॥৬০

'ঘোৰ শৰ বৃষ্টি প্ৰভু কৰিতে নপাৰি।
কিঞ্চিত তৰাসে থিত ৰাঘৱ মুৰাৰি ॥৬১
ৰামে ধ্যান কৰিলন্ত বৰ বিপৰীত।
পৰম আত্মাত নিয়া নিবেদিলা চিত্ত ॥৬২
মহাকোপে জ্বলি পাছে গুণিলন্ত মনে।
আমাক পীড়য় চাৰ নিশাচৰ জনে ॥৬৩
আৰকত চক্ষু দুই কোপে ফুৰাৰন্ত।
ৰাৱণক যেন তেজ অগনি দহন্ত ॥৬৪
ৰামৰ কোপত মহীমণ্ডল লৰয়।
গিৰিৰ শিখৰ যত খসিয়া পৰয় ॥৬৫
ভ্ৰুকুটি কুটিল মুখ ৰকত নয়ন।
দেৱ মুনি চমকিলা দিগপালগণ ॥৬৬
নদী নদগণ মানে পালোটিয়া বহে।
আৰৱে আৰৱে যুদ্ধ লাগিলা বিগ্ৰহে ॥৬৭
ৰাৱণৰ হৃদি কম্প ৰাঘৱে কুপিল।
ভয় হুয়া বোলে আজি অকাৰ্য্য মিলিল ॥৬৮
ত্ৰৈলোক্য জিনিলো আৰেকি ভৈলা আমাৰ।
ৰাঘৱে কুপিলা যেন যম অৱতাৰ ॥৬৯
দুয়ো বীৰ যুজে তিনি ভুৱনতে সাৰ।
তিনিলোক কম্পিলা লাগিলা তোল পাৰ॥৭০
আৰৱে আউৰক শৰ হানিলা প্ৰবন্ধি।
পৃথিৱী স্বৰ্গৰ মাজে ভৈগৈলা নিসন্ধি ॥৭১
ৰাঘৱক প্ৰশংসা কৰন্ত দেৱগণে।
অসুৰে বোলন্ত বীৰ জিনন্তো ৰাৱণে ॥৭২
দেৱতা গন্ধৰ্ব্ব ঋষি ৰাঘৱৰ পক্ষ।
ৰাৱণৰ সখা দৈত্য দানৱ যে দক্ষ ॥৭৩
ৰামে শৰ কৰিলন্ত অনন্ত অপাৰ।
আকাশৰ শৰ কাটি গুছাইল আন্ধাৰ ॥৭৪
তমোময় গুছি যেন প্ৰকাশ ভাস্কৰ।
প্ৰসন্ন বদন ভৈলা দেখিয়া ৰামৰ ॥৭৫
ৰাৱণে ছেদিলা ৰাঘৱৰ শৰ চয়।
হেনমতে দুয়ো বীৰে সমৰ কৰয় ॥৭৬
অনন্তুৰে ৰাম দেৱ সমৰে অভঙ্গ।
অনেক অস্ত্ৰক প্ৰহাৰিলা কৰি খঙ্গ ॥৭৭
ৰাৱণেয়ো শৰ ছয় প্ৰহাৰিলা তাঙ্ক।
ৰামক অভঙ্গ দেখি ৰাৱণাৰ শঙ্ক ॥৭৮
জাজ্বল্য সমান ৰাজা কোপে জ্বলি গৈলা।
কালান্তক সদৃশ শূলেক তুলি লৈলা ॥৭৯
কতেক মহিমা আৰ কহিবো তাহাৰ।
পৰন্তে দোহাৰ মাখি বজ্ৰ সম ধাৰ ॥৮০
পৰ্ব্বতৰ শৃঙ্গ যেন শিখৰ তাহাৰে।
পাতাল ভেদিতে পাৰে শূলৰ প্ৰহাৰে ॥৮১
ধূম্ৰে বিৰহিত যেন প্ৰলয় অগনি।
ফোকাৰতে আঙ্গাৰ বজাৰে দিশ ছানি ॥৮২
অতি বৰ আতাস দিলেক লঙ্কেশ্বৰে।
কম্প মিলি গৈলা জল সপত সাগৰে ॥৮৩
পৃথিৱী পাতাল স্বৰ্গ তিনিও লোকত।
অন্তৰীক্ষে আছে যত কম্পিল সমস্ত ॥৮৪
আতাসৰ ছোটে বীৰ ত্ৰৈলোক্য কম্পায়া।
ৰামক বুলিলা পাছে ক্ৰোধ দৃষ্টি ছায়া ॥৮৫
দেখ দেখ ৰাম তোৰ প্ৰাণান্তিক শূল।
দোভাইক মাৰিয়া আজি কৰিবো নিৰ্ম্মূল ॥
যত যত বীৰ মোৰ মাৰিলা ৰণত।
তাৰ প্ৰতিফল আজি কৰোঁ ক্ষণেকত ॥৮৭
এহি শূল হানি মাৰোঁ চল যমঘৰ।
ৰাৱণ ৰাজাৰ এক প্ৰহাৰ সামৰ ॥৮৮
দোঙ্গা দিয়া শূল বাণ ৰাৱণে হানিল।
অতি বৰ বেগে যেন নিৰ্ঘাত পৰিল ॥৮৯
অন্তৰীক্ষে মহাবেগ কৰিয়া চলয়।
ৰামে দেখি শূলক তাৰিলা শৰ চয় ॥৯০
পতঙ্গক যেন মতে অগনি ভুঞ্জিল।
ৰাৱণৰ শূলে সব শৰক ছেদিল ॥৯১
ৰামে আকলিলা সব শৰ নাশ ভৈলা।
মহাকোপে অগনি সমান জ্বলি গৈলা ॥৯২
মাতলিত কৰি যাক বাসৱে পঠাইল।
সেহি শকতিক ৰামে তুলি আলগাইল ॥৯৩
ৰথহন্তে আনি তাক সন্ধানে হানিল।
প্ৰলয় কালৰ যেন উল্কা জ্বলিল ॥৯৪
যুগান্ত কালৰ যেন অগনি জ্বলয়।
সকল আকাশ খান দেখি জ্যোতিৰ্ম্ময় ॥৯৫
অতিশয় বেগে গৈ শূলক লাগ পাইল।
খণ্ড খণ্ড কৰি তাক ছেদিয়া পেলাইল ॥৯৬
শকতিৰ ঘাৱে শূল ভাঙ্গিয়া পেলাইল।
লঙ্কা নগৰীৰ সৈন্য গিৰিসাই ভাগিল ॥৯৭
ৰাৱণে নিশব্দ ভৈলা অদভুত মানি।
তাহাক তাৰিলা ৰঘুনাথে শৰ হানি ॥৯৮

ৰাঘৱৰ শৰক ত্ৰৈলোক্যে নাহি যোৰ।
জৰ্জ্জৰিতে বিন্ধলা ৰথৰ চাৰি ঘোড় ॥৯৯
ৰাৱণ ৰাজাৰ শৰীৰত অসংখ্যাতে।
কপালতে নিসন্ধি বিন্ধিলা ৰঘুনাথে ॥১০০
অশোক পলাশ যেন পুষ্প জ্যোতিকাৰ।
থানে থানে ৰুধিৰ নিকলি গৈল গাৱৰ ॥১০১
ৰামে তাক ফুলিলন্ত ভৈলেক হতাশ।
মূৰ্চ্ছা গৈলা, ৰাৱণৰ হৰিল উশ্বাস ॥১০২
তমোময় দেখে যেন ফুৰে দশোদিশ।
তিখাণ শৰৰ ঘায়ে উথলিলা বিষ ॥১০৩
ৰথত পাছত বীৰ পৰি গৈলা খসি।
ক্ষণেক নিশ্চেষ্ট হৈয়া থাকিল তৰসি ॥১০৪
বৰৰ প্ৰসাদে তাৰ নগৈলেক প্ৰাণ।
ৰাঘৱক হানিলেক অসংখ্যাত বাণ ॥১০৫
অধে উৰ্দ্ধে আগে পাছে দক্ষিণে উত্তৰে।
নিসন্ধি হানিলা শৰ চয় নিৰন্তৰে ॥১০৬
ৰাঘৱে অনেক শৰ হানিয়া পঠাইল।
ৰাৱণৰ বাণ ছেদি আন্ধাৰ গুচাইল ॥১০৭
শৰে হানি ৰামে তাৰ শৰীৰক শালি।
বচনে বিগুতি ৰামে পাৰিলন্ত গালি ॥১০৮
ৰাঘৱে বোলন্ত শুৰে পাপিষ্ঠ ৰাৱণ।
অধৰ্ম্মী দুৰ্জ্জন তই অলপিক জন ॥১০৯
কুৰঙ্গক সাধিলেক লাজক পিঠি দিলে।
উপায়ে গুচায়া মোক সীতাক হৰিলে ॥১১০
সীতাক হৰিলি হন্তে মোহোৰ আগত।
তোক থান দিলো হন্তে যম কৰণত ॥১১১
কি মোৰ আনন্দ আজি তোক ভেট পাইলো।
হেন জান তোক যম কৰণে পঠাইলো ॥১১২
মাথা কাটি কৰোঁ তোৰ খৰৰ বৃত্তান্ত।
শৃগাল শকুনে তোৰ বিচাৰক আন্ত ॥১১৩
হৃদয়ত পৰি তোৰ গৃধ্ৰে মাংস খাউক।
জনক নন্দিনী শুনি কৌতূহল পাউক ॥১১৪
ৰামৰ বচন যেন বজ্ৰৰ প্ৰহাৰ।
মৰ্ম্মস্থান ভেদি ভৈলা শ্ৰীহানি ৰাজাৰ ॥১১৫
বাৰ ছাৰ নাহি হৰিলেক বল দৰ্প।
মন্ত্ৰ শুনি যেহেন নিৰ্ব্বিষ কাল সৰ্প ॥১১৬
মূৰ্চ্ছিত ভৈলেক পৰাপৰক নজানে।
হলকি হলকি পৰে যত বাণ হানে ॥১১৭

বানৰ ভালুকে বেঢ়ি বৰিষিলা শিল।
ৰাঘৱৰ বাণ ঘায়ে প্ৰমাদ মিলিল ॥১১৮
ৰামে ৰাৱণক শৰ কৰন্ত প্ৰহাৰ।
দশগ্ৰীৱে কৰিতে নপাৰে প্ৰতিকাৰ ॥১১৯
সাৰথি দেখন্ত ৰাজা চেতন হৰিল।
ৰথ খান বাহুৰায়া অন্তৰ কৰিল ॥১২০
ৰাখিয়া থাকিল নিয়া লঙ্কাৰ কোলত।
সন্ধুকি ৰাৱণে পাইলা চেতন গাত্ৰত ॥১২১
হাওঁৰে সাৰথি তই কিসক ভৰিলে।
মই নবোলন্তে কেনে ৰথ বাহুৰাইলে ॥১২৩
মোৰ সংগ্ৰামৰ হন্তে অন্তৰাইলে কিক।
আমাক কৰিলে লঘু তুলাত অধিক ॥১২৪
তিনিয়ো ভুৱনে জানে পৌৰুষ আমাৰ।
সবে নষ্ট কৰিলে বিপুল যশ ভাৰ ।১২৫
কুখ্যাতি চলিল মোৰ দেশ দেশান্তৰে।
ৰাৱণ বিমুখে পলাই শত্ৰুকেসে ডৰে ॥১২৬
ৰিপু যায়ে নাসন্তে মোহোৰ বোল শুন।
সুৰনৰ যত্তপি মোহোৰ যত গুণ ॥১২৭
পৌৰুষ ৰাখিয়া মোৰ কুযশ গুচাও।
সমৰ ভূমিক লাগি ৰথ বাহুৰাও ॥১২৮
ৰাৱণক সম্মুখি সাৰথি বোলে বাক।
কি কাৰণে প্ৰভুদেৱ গৰ্জ্জস আমাক ॥১২৯
ৰামশৰে তোমাৰ শৰীৰ অশকত।
শুনিয়ো যি কাৰণে বাহুৰাইলো ৰথ ॥১৩০
শ্ৰান্ত ভৈলা প্ৰভুদেৱ ঘামিলেক গাৱ।
মূৰ্চ্ছাগতে দেখিলোহোঁ আকুল স্বভাৱ ॥১৩১
ধনুৰ টঙ্কাৰ নাহি খসি পৰে বাণ।
মই বোলোঁ ৰাজা অন্তৰীক্ষ ভৈলা প্ৰাণ ॥১৩২
ৰামৰ বিশাল যমদূত সম শৰে।
চাৰি ঘোড়া হৈলন্ত পাৰৱই নিৰন্তৰে ॥১৩৩
চিন্তিলোহোঁ হিত ভূমি থানিক জিৰাই।
সম্মুখে ডাকিবোঁ ৰথ বুজিবাক বাহা ॥১৩৪
ৰাজা বোলে সাৰথি ভেবেতো ভাল মন।
হৰিষে হাতৰ কাঢ়ি দিলেক কঙ্কন ॥১৩৫
সাৰ্থক সাৰথি তই শুন মোৰ বাক।
সমৰ ভূমিক লাগি কাষে ৰথ তাক ॥১৩৬
ডাকিলা সাৰথি ৰথ ৰাৱণৰ বোলে।
পাৱৰ শব্দানে সবে পৃথিবী হিন্দোলে ॥১৩৭

ৰামে দেখি বুলিলন্ত শুনিয়োঁ মাতলি।
পৰিবৰ্ত্তি ৰাৱণ আসয় ৰণস্থলী ॥১৩৮
গৰ্জ্জন কৰয় যেন কাল মেঘ খণ্ড।
শৰ বৰিষন্তে আসে ৰাৱণ প্ৰচণ্ড ॥১৩৯
দুৰ্ব্বাৰ বায়ুয়ে যেন উকলাইবোঁ তাক।
ইন্দ্ৰৰ সাৰথি অৱহিতে ৰথ ডাক ॥১৪০
সুৰাসুৰ মুনিগণ সবাত বিদিত।
ইন্দ্ৰৰ সাৰথি তুমি অতি সুশিক্ষিত ॥১৪১
চাটুতা বচন কিছো বুলিতে নলাগে।
তুমি সখা ভৈলা মোৰে কৰ্ম্ম ভাগে ॥১৪২
ৰাঘৱৰ বচনে সাৰথি ভৈলা তুষ্ট।
ডাকিবে লাগিলা চাৰি ঘোড়া হৃষ্ট পুষ্ট ॥
শীঘ্ৰে ৰথ ডাকিলেক ডাহিণক বুলি।
লঙ্কেশ্বৰে দেখিলেক ৰথ চক্ৰ ধূলি ॥১৪৪
মহাকোপে দশগ্ৰীৱে অসংখ্যাত শৰে।
ৰামৰ ৰথক ঢাকিলেক নিৰন্তৰে ॥১৪৫
থাক দশৰথ সুত লৈবোহোঁ পৰাণ।
মাতলিক হানিলেক অসংখ্যাত বাণ ॥১৪৬
ৰাঘৱে তুলিয়া লৈলা বাসৱৰ চাপ।
শস্ত্ৰ সব হানন্ত সাক্ষাতে যেন সাপ ॥১৪৭
ৰাৱণে দেখন্ত শৰ আসে জাকে জাক।
আপনাৰ শৰে চূৰ্ণ কৰিলন্ত তাক ॥১৪৮
দুয়ো দুইহান্তক শৰ কৰে অপৰ্য্যন্ত।
চৌত্তিশ অস্ত্ৰক সবে দুইহান্ত জানন্ত ॥১৪৯
নিসন্ধি কৰিয়া শৰে ঢাকিলা আকাশ।
অস্ত্ৰে কেহোঁ দুইৰো আৰে নলক্ষিল পাশ ॥
দুয়ো বীৰে শৰক ক্ষেপন্ত অসংখ্যাত।
দুইহান্তৰো শৰ দুয়ো কৰন্ত নিপাত ॥১৫১
এতহন্তে মিলিলা বিষম উতপাত।
দিৱসতে সন্ধ্যা আসি মিলিল লঙ্কাত ॥১৫২
ওৰ পুষ্পবৰ্ণ ভৈলা সব লঙ্কাখান।
ৰাৱণৰ মাথে তেজ বৰিষণ টান ॥১৫৩
ৰাৱণৰ উপৰে মণ্ডলি কৰে কাক।
দক্ষিণ দিশত গৃধ্ৰ ভ্ৰমে জাকে জাক ॥১৫৪
দশগ্ৰীৱ ৰাজাৰ আগত ভূমিকম্প।
জোটা জোটা কৰি কাকে মাথে দিলা জাম্প ॥
নিৰ্ঘাত পৰিয়া গৈলা ৰথৰ উপৰে।
বায়ু বহে সম্মুখে ধূলায়ে মুখ ভৰে ॥১৫৬

ৰাৱণ নৃপতি থাকিলেক শৰ যুৰি।
হানিতে নপাৰে শৰ ধনুত আজুৰি ॥১৫৭
কাক কঙ্ক শকুন সম্মুখে চায়া ৰৰে।
জোণ্টাজোণ্টি কৰিগৈয়া কতো আগেপৰে ॥
বিমঙ্গল অনেক মিলিলা উতপাত।
দশগ্ৰীৱ ৰাজাৰ কটাক্ষ নাহি তাত ॥১৫৯
চাৰিয়ো ঘোড়াৰ নয়নৰ নীৰ বহে।
অনেক অদ্ভুত বিমঙ্গল কথা কহে ॥১৬০
মুখ চাই ফেকৰায়ে নাদয় হৰিষে।
ৰাৱণৰ মৰণ জানিয়া দশোদিশে ॥১৬১
ৰামৰ পাশত সুমঙ্গল কথা কহে।
সুৰভি শীতল অনুকূলে বায়ু বহে ॥১৬২
দক্ষিণ নয়ন হাত পাৱ কৰ্ণ স্কন্ধে।
সমৰত জয় হেতু মিলিলা আনন্দে ॥১৬৩
ৰাম ৰাৱণৰ হেন অদ্ভুত সংগ্ৰাম।
যেন হৰি হিৰণ্যাক্ষে সমৰ উপাম ॥১৬৪
আৱৰ উপাম নাহি ত্ৰৈলোক্য ভিতৰে।
মহা ঘোৰ যুদ্ধ ভৈলা ৰাম ৰাৱণৰে ॥১৬৫
যত বল আছয় দুইহানো শৰীৰত।
যত অস্ত্ৰ জানে দুয়ো হানন্ত ৰণত ॥১৬৬
ৰাঘৱে যুজয় জানি জিনিবোঁ ৰাৱণ।
ৰাৱণে যুজয় জানি আপন মৰণ ॥১৬৭
মহাবীৰ ৰাৱণ দুৰ্জ্জয় ধনুৰ্দ্ধৰ।
ৰামৰ ধ্বজক লাগি প্ৰহাৰিল শৰ ॥১৬৮
শৰ আসে দেখি ৰামে মন্ত্ৰক পঢ়িল।
ধ্বজক নপায়া শৰ পাতালে পশিল ॥১৬৯
ৰাৱণৰ শৰ যেৱে নিষ্প্ৰভতা ভৈল।
ৰামে যমদণ্ড সম শৰ খুলি লৈল ॥১৭০
ৰাৱণৰ ধ্বজক হানিলা মহাবলে।
আকাশত অগনিৰ কনিকা নিকলে ॥১৭১
আকাশত দেৱগণে আছয় দেখিয়া।
ৰাঘৱৰ শৰে ধ্বজ পেলাইল ছেদিয়া ॥১৭২
ভূমিত পৰিলা ধ্বজ হুয়া খণ্ড খণ্ড।
আকাশত হৰিষ মিলিলা বাদ্যভাণ্ড ॥১৭৩
দেখিলেক লঙ্কেশ্বৰে শৰ চূৰ্ণ ভৈল।
তুলাত অগনি যেন কোপ জ্বলি গৈল ॥১৭৪
বৰিষিতে লাগিল অনেক শত শৰে।
চাৰি ঘোড়া ৰথৰ বিন্ধিলা নিৰন্তৰে ॥ ১৭৫

ইন্দ্রব ঘোটক বাৱণব শব জালে।
বৌদ্র পায়া হালে যেন শ্রীফলব ডালে ॥১৭৬
অতি তেজ বলে বব দীপিতি কবয়।
বাৱণ বাজাব দেখি মনত বিস্ময় ॥১৭৭
বানব ঘোড়াব যেবে কটাক্ষ নভৈল।
আথাকে বাৱণে শব ববষিবে লৈল ॥১৭৮
গদা পবিঘেক হানে শকতি তোমাব।
গিবিশৃঙ্গ বৃক্ষ শিলে হানে নিবন্তব ॥১৭৯
শূল শকতিক হানে ত্রিকণ্টিক খুব।
অৰ্দ্ধচন্দ্র শতঘ্নি যে শবও প্রচুব ॥১৮০
অঙ্কুশ বেলশ মুখ ভল্ল কনিয়ালে।
মায়াবলে বাৱণে হানয় ভিণ্ডিপালে ॥১৮১
বাৱণব শবে ছাইলা সকল আকাশ।
বামব বথব কিছু নলভিলা পাশ ॥১৮২
বানব যে ভালুক সেনাত গৈয়া পবি।
বাৱণব শবে অসংখ্যাত বাই মবি ॥১৮৩
বামব শবীব যেবে সুছুইলেক শবে।
সহস্র সংখ্যাত শব লক্ষেশ্বৰে মাবে ॥১৮৪
কতো সাবথিত পবে কতোহোঁ বথত।
শতাধিক ফুটিলা বামব শবীবত ॥১৮৫
শবব প্রহাবে বাম বব কোপে ধাইল।
কোটি সংখ্যা শব হানি বাৱণক ছাইলা ॥১৮৬
দুইহানব শব আকাশতে একে ঠায়।
আউব আউবে নিবন্তবে খিছাখিছি গায় ॥
বাক্ষসব সৈন্য আব বানবব বলে।
কবে অস্ত্র শিলা ধবি থাকিলা সকলে ॥১৮৮
তবধে থাকিলা দুইব সমব আকলি।
আব লৈয়া নাচে যেন চিত্রব পুতলী ॥১৮৯
ইকূলে সিকূলে নাহি বায়ুব সঞ্চাব।
নেদেখি সূৰ্য্যব বশ্মি ভৈলা অন্ধকাব ॥১৯০
দুইহাতব শব চয় লভিলা আকাশ।
অধে ঊৰ্দ্ধে দিশাদিশে নাহিকে প্রকাশ ॥১৯১
বাম বাৱণব ভৈলা তুমুল আস্ফাল।
প্রলয়ব মেঘ যেন দুইহান খকাল ॥১৯২
দুইহন্তে পবিঘ গদা হানে নিবন্তব।
অস্ত্রব প্রতাপে ঢউ সপত সাগব ॥১৯৩
পাতাল পুবত কম্পি গৈলা যবে সৰ্প।
দৈত্য দানব হবিলেক বল দৰ্প ॥১৯৪
সপ্তদ্বীপা পৃথিবী কবয় টল বল।
সাগবত ঢউ ভৈলা পৰ্ব্বত সকল ॥১৯৫
নিষ্প্রভ ভৈলন্ত তাবা শশী দিনকব।
ত্রুল স্থূল লাগি গৈলা সকল লোকব ॥১৯৬
ধৰ্ম্ম ধৰ্ম্ম সুমবন্ত যত ঋষিগণ।
বামব কল্যাণ হৌক মবোক বাৱণ ॥১৯৭
ঘোড়ে ঘোড়ে লাগি গৈলা কাৰ্ষে খোকাখোকি
পতকা পতকা লাগিলেক জবাজবি ॥১৯৮
দুয়ো বথে গৈয়া লাগিলেক ঠেকাঠেকি।
পুনবোপি দুই বীব গৈলেক হুসকি ॥১৯৯
বাঘবে হানিলা আঠ গোট দিব্য শব।
চাবি ঘোড়া বথব ফুটিলা নিবন্তব ॥২০০
কতো দূব হুসকিয়া গৈলা পাছ ভবি।
সাবথি ডাকিলা বথ থাইল দব দবি ॥২০১
ক্রোধিলেক বাৱণ সাক্ষাতে যমদূত।
বামব শবীবে শব তাবিলে বহুত ॥২০২
কুশব যে কণ্টক দিবাব নাহি ঠায়।
জালব সবলা যেন ভৈলা সৰ্ব্ব গায় ॥২০৩
তিনিলোক কম্পয় বামব পৰোক্তবে।
উলট পালট জল সপত সাগবে ॥২০৪
ঈশ্বব সমান কোন আছে ত্রিজগতে।
তথাপি কবন্ত লীলা মনুষ্যব মতে ॥২০৫
দেবাসুব ভঙ্গ ভৈলা বোমাঞ্চিত গায়।
ত্রৈলোক্য তবধ ভৈলা নবহয় যায় ॥২০৬
পাতালত কম্পি কম্পি গৈলা নাগগণ।
শান্তি স্বস্তয়ন কবে দেব ঋষিগণ ॥২০৭
বাঘবে ধনুত যুবি খুবপতি বাণ।
বাৱণব শিব লক্ষি কবিলা সন্ধান ॥২০৮
দেবগণে চাহি আছে মন কবি থিব।
কুণ্ডলে মণ্ডিত কাটিলেক দশ শিব ॥২০৯
শিব চিণ্ডি পবিলেক শবীবব হন্তে।
আউব মাথা উঠিলা বামক গবজন্তে ॥২১০
বাঘবে কাটিলা তাকো খুবপতি শবে।
আউব মাথা উঠিয়া বামক শব কবে ॥২১১
ত্রৈলোক্যব নাথ বাম বলে মহাচিন্ত।
যেখানে উপজে মাথা তখনে কাটন্ত ॥২১২
সব লোকে চাহিয়া আছয় অদ্ভুত।
কাটিলে উপজে মাথা তাহাব সদৃশ ॥২১৩

পুনৰপি পুনৰপি শিৰ হোৱে তাৰ ।
কাটিলন্ত ৰামে অষ্টাধিক শত বাৰ ॥২১৪
বিস্ময়ে গুণন্ত ৰাম ইটো কি কাৰণ ।
মাথা কাটিলেয়ো দেখোঁ নমৰে ৰাৱণ ॥২১৫
বিৰাধ খৰক মাৰিলোহোঁ এহি ৰাণে ।
ত্রিশিৰাৰ শিৰ ছেদি নিলোঁ যম থানে ॥২১৬
কুম্ভকর্ণ বীৰক পঠাইলো যম দিশ ।
ৰাৱণক পায়া শৰ ভৈলেক নির্ব্বিষ ॥২১৭
দশগ্রীৱ ৰাজা যুজে পৰম হৰিষে ।
ৰাঘৱক বেঢ়ি ঘোৰ মুষল বৰিষে ॥২১৮
শ্রীৰঘু নন্দন ৰাম সমৰে কুশল ।
ভল্ল হানি চূর্ণ কৈলা তাহাৰ মুষল ॥২১৯
সাত দিন সাত ৰাত্রি যুদ্ধ নিৰন্তৰ ।
খানিকো বিশ্রাম নাহি ৰা ৰাৱণৰ ॥২২০
খনো পৃথিবীত যুজে খনো আকাশত ।
দুর্ঘোৰ সমৰ কতো গিৰি শিখৰত ॥২২১
একোমতে ৰাৱণক বধন নযায় ।
মাতলি বোলন্ত দেৱ শুনিয়ো উপায় ॥২২২
ৰাৱণ অবধ্য ভৈলা পিতামহ বৰে ।
ইহাক মাৰিয়ো শীঘ্র ব্রহ্মদত্ত শৰে ॥২২৩
মাতলিৰ বাণী শুনি ৰামে গুণি পাইল ।
ব্রহ্ম অস্ত্র আনি ৰামে গুণত চড়াইল ॥২২৪
শৰৰ অনেক গুণ অগস্তি কহিল ।
ৰাৱণ বধক প্রতি ৰাঘৱক দিল ॥২২৫
ধনুত যুৰিয়া ৰামে বুলিলা বচন ।
কহিয়ো মাতলি দশগ্রীৱৰ কাৰণ ॥২২৬
কি কাৰণে তাৰ মুণ্ড হুয়ে উতপতি ।
ৰামৰ বচন শুনি মাতলি বদতি ॥২২৭
পূর্ব্বে লঙ্কেশ্বৰে হে হৰক আৰাধিল ।
নৱ গোটা শিৰ কাটি হৰক তুষিল ॥২২৮
নৱ গোটা শিৰে ঘৃত দিয়া অগনিত ।
আৰো শিৰ গোট আছে হেলিত বাঞ্চিত ॥
দক্ষিণ হাতত খড়্গ বামে ধৰি শিৰ ।
কাটি যজ্ঞ কৰিবাক চাহে মহাবীৰ ॥২৩০
দশমুণ্ডে যাৰ দৰে চাহে লঙ্কেশ্বৰ ।
নকাট বুলিয়া খর্ব্বে ধৰিয়া শঙ্কৰ ॥২৩১
মাথা কাটিবাক নেদিলন্ত দেৱ হৰ ।
বোলন্ত সাহসী আৰ নাহি তোত পৰ ॥২৩২

তোহোৰ সাহসে তুষ্ট ভৈলোঁ লঙ্কেশ্বৰ ।
বৰ লও তোহাৰ বাঞ্ছিত দিবোঁ বৰ ॥২৩৩
ৰাৱণে বোলয় প্রভু যদি দিবা বৰ ।
দেৱগণ দানৱ জিনিবোঁ পুৰন্দৰ ॥২৩৪
সুৰাসুৰগণ আনো যত নাগ লোক ।
তাসম্বাৰ হাতে মোৰ মৰণ নহোক ॥২৩৫
তুষ্ট হুইয়া এহি বৰ দিলা মহেশ্বৰে ।
দেৱ দানৱক তই জিনিবি সমৰে ॥২৩৬
যদ্যপি সমৰে তোক জিনিবাক পাৰে ।
তথাপি মস্তক তোৰ হৈব বাৰে বাৰে ॥২৩৭
হেন মত বৰ লৈলা ৰাৱণে পূর্ব্বত ।
স্বৰূপ কহিলোঁ দেৱ তোমাৰ আগত ॥২৩৮
ব্রহ্মঅস্ত্র ধৰি প্রভু বধিয়ো ৰাৱণ ।
হেনমতে সাৰথি কৰাইলা সুমৰণ ॥২৩৯
ব্রহ্মঅস্ত্র মাৰিয়োক জগত ঈশ্বৰ ।
এহি শৰে মাৰিয়া যাইবেক নিশাচৰ ॥২৪০
অস্ত্রৰ শৰীৰ গোট দেখি জ্যোতির্ম্ময় ।
পুঙ্খত বায়ুক দেখি মুখে সূর্য্যময় ॥২৪১
মেৰু মন্দৰৰ সম গুৰুতৰ শৰ ।
প্রতি পদে থিত দেৱ সপত সাগৰ ॥২৪২
কুবেৰ বৰুণ বায়ু যমান্তক কালে ।
ব্রহ্মা মহেশ্বৰ হৰি দশ দিগপালে ॥২৪৩
ত্রিদশ যে দেৱৰ শকতি তেজ বলে ।
ব্রহ্মায়ে স্রজিলা তাক অতি কৌতূহলে ॥
প্রতিবন্ধে ছায়া আছে গৰুড়ৰ পাখি ।
প্রলয় কালৰ যেন অগণিক দেখি ॥২৪৫
বেদ মন্ত্র আনি তাতে জপিলন্ত ৰামে ।
চাপতে যুৰিলা ৰাৱণৰ বধ কামে ॥২৪৬
ঋগ যজু সাম যে অথর্ব্ব বেদ স্মৰি ।
চাপিয়ো বেদৰ মন্ত্রে জপিলা মুৰাৰি ॥২৪৭
বহ্নিমুখ নাম তাৰ থৈলা প্রজাপতি ।
ৰাৱণ বধক প্রতি দিলন্ত অগস্তি ॥২৪৮
আকর্ণ পূৰিয়া প্রহাৰিলা ৰঘুনাথে ।
শীঘ্র চলি ভৈলা শৰ মাৰুতৰ পথে ॥২৪৯
ভকৰ ভকৰ কৰি অগনি নিকলে ।
ধূম্রে ব্যাপিলেক সব ধৰণী মণ্ডলে ॥২৫০
কম্পিল পর্ব্বত মেৰু সপত পাতাল ।
ত্রৈলোক্যে বোলন্ত ভৈল প্রলয়ৰ কাল ॥২৫১



ৰাৱনৰ ওচৰত ৰামৰ ৰাজনীতি শিক্ষা

ত্রিভুবনে চমক লাগিল স্থল স্থূল।
দৈত্য যে দানব যক্ষ সবাৰে আকুল ॥২৫২
বজ্রৰ প্ৰহাৰে যেন গিৰিৰ কন্দৰ।
ৰাৱণৰ হিয়া ফুটি বাজ ভৈলা শৰ ॥২৫৩
শোণিতে তিতিলা দেহ প্ৰাণ গৈলা ছাৰি।
সাগৰক গৈল শৰ পৃথিবী বিদাৰি ॥২৫৪
স্নান কৰি তেতিক্ষণে সাগৰ জলত।
শুদ্ধ হৈয়া পশিলন্ত ৰামৰ তূণত ॥২৫৫
শঙ্কৰৰ অস্ত্রে যেন ত্রিপুৰ দহিয়া।
মহেশ্বৰ তূণে পুনু থাকিলা পশিয়া ॥২৫৬
ৰাৱণ ৰাজাৰ যেবে ছাৰি গৈলা প্ৰাণ।
হুসকিয়া হাতৰ পৰিলা ধনুখান ॥২৫৭
ৰথহন্তে চলিয়া পৰিলা লঙ্কানাথ।
কলেৱৰে যুৰিলেক কুৰি শত হাত ॥২৫৮
দুই কুৰি শত হাত যুৰিলেক ৰথে।
বানৰে খেদিয়া মাৰে ৰাক্ষস সমস্তে ॥২৫৯
কৌটি সংখ্যা ভালুকে খেদিয়া যাক পায়ে।
মাথাত কামুৰি মৰমৰিয়া চবায়ে ॥২৬০
অৱশেষ যত আছে নিশাচৰ বল।
লঙ্কা নগৰত পশি কান্দয় সকল ॥২৬১
ৰাৱণ পৰিল শুনি সমস্ত নগৰী।
হাহা কৈক গৈলে মোক নিষাখুতি কৰি॥২৬২
কপিগণ সমস্তে কৰয় কৌতূহল।
নাচয় গাৱয় হাস্য কৰে খল খল ॥২৬৩
লাঞ্জ খিৰ কৰি কৰে লৰৰা লৰৰি।
আৱৰে আৱৰে কতো কৰে চৰৰা চৰৰি॥২৬৪
কতো নাচে কতোগাৱে কতো হাততালি।
ভাবুকি পাৰিয়া কতো কৰয় খেমালি ॥২৬৫
নাচে গীতে গগণ পূৰিলা সিংহনাদে।
বন্ধু দৰশন হৌবো ৰামৰ প্ৰসাদে ॥২৬৬
ৰামৰ হাতত যেবে পৰিলা ৰাৱণ।
হা ভাই বুলিয়া কান্দন্ত বিভীষণ ॥২৬৭
দাদা লঙ্কানাথ তিনি লোক চমৎকাৰ।
কিসক মৰণ মই চিন্তিলো তোমাৰ ॥২৬৮
কোথা গৈলে পাওঁ লক্ষেৰ হেন ভাই।
কিনো ৰাজ্যসুখ মোৰ তোমাক নপাই ॥২৬৯
কিনোতো পাপিষ্ঠ মই আছিলো ৰাক্ষস।
জেষ্ঠক মাৰাই কিনো লভিলো কুযশ ॥২৭০
শয্যাত শোৱয় যিটো নেতকাম্বলিত।
হেনয় শৰীৰ আছে কেবলে ভূমিত ॥২৭১
যাক সেৱা কৰি থাকে দেৱকন্যাগণে।
হেনয় শৰীৰ খাইব শৃগাল শকুণে ॥২৭২
আমাৰ বচন তুমি দেখিলাহা তিতা।
মাথাত কৰিয়া কিয় নসপিলা সীতা ॥২৭৩
তাৰ ফলে ইষ্ট বন্ধু বান্ধৱ মৰাইলা।
লঙ্কাক অনাথ কৰি প্ৰাণ হেৰুৱাইলা ॥২৭৪
বিভীষণে কান্দয় ৰাজাৰ ধৰি গলে।
ৰামে প্ৰবোধন্ত তাক নয়ন সজলে ॥২৭৫
নকান্দা নকান্দা বিভীষণ প্ৰাণ মিত্র।
হেনয় অথীৰ ছাৰ সংসাৰ চৰিত্র ॥২৭৬
হাৰিয়া জিনয় কতো জিনিয়া হাৰয়।
কহিত শুনিলা সৰ্ব্বকালে ভৈলা জয় ॥২৭৭
উপজি মৰয় কতো মৰি উপজয়।
অথিৰ সংসাৰ আক জানা মহাশয় ॥২৭৮
বাহু বলে ৰাৱণে জিনিলা তিনি লোক।
হেনয় বীৰক মিত্র নকৰিবা শোক ॥২৭৯
সদগতি ভৈল হাতে পৰিলা আমাৰ।
প্ৰেত কাৰ্য্য কৰিয়োক ৰাৱণ ৰাজাৰ ॥২৮০
বিভীষণে বুলিলেক ৰামক সম্মুখি।
ইসব কাৰ্য্যক প্ৰভু বোলা কিবা সুখি ॥২৮১
অধৰ্ম্ম চৰিত্রে ভৈলা জেষ্ঠৰ আমাৰ।
প্ৰেত কাৰ্য্য ইহাৰ নলাগে সংস্কাৰ ॥২৮২
একে পৰদাৰা হৰণৰ মহাপাপ।
আৰ সীতা শাস্তি তুমি জগতৰ বাপ ॥২৮৩
দেৱক ছেদিলা মহাবীৰ পাপীজন।
দেৱাসুৰ নাগৰ আনিলা কন্যাগণ ॥২৮৪
শাস্ত্রী কন্যা হৰিলেক তাৰ ফল পাউক।
অধোগামী হুয়া সিটো গলি খসি যাউক॥২৮৫
ৰামে বিভীষণক দিলন্ত সমিধান।
মৃতক জনক নকৰিবা হেন ঠান ॥২৮৬
সংস্কাৰ কৰিয়া মিত্র তাৰ কাৰ্য্য সাধ।
প্ৰাণান্তিক ভৈলে আৰ কিবা অপৰাধ ॥২৮৭
ৰামৰ বচনে সুখ ভৈলা বিভীষণ।
মন্দোদৰী সমে ৰাজ ভৈলা কন্যাগণ ॥২৮৮
ৰাৱণৰ অন্তত ধৰিয়া নাৰীগণে।
হা প্ৰভু বুলি কান্দে সজল নয়নে ॥২৮৯

হৰি হৰি আমাক কৰিলা কিনো বিধি ।
একেবাৰে ভৈলা সবে বিধৱাৰ সিধি ॥২৯০
লঙ্কানাথ তুমি তিনিলোক চমৎকাৰ ।
কিমতে মৰণ প্ৰভু মিলিল তোমাৰ ॥২৯১
চৰণত পৰি কান্দে কতো কতো নাৰী ।
দশ নাৰী কান্দে দশ মুখে চুমা পাৰি ॥২৯২
হৃদয়ত পৰি কতো শোকাকুল ভাৱে ।
ৰাৱণৰ হাতে আপনাক সাবটাৱে ॥২৯৩
কেশ আজোৰয় কতো চৰৰায়া মাথে ।
পৃথিৱীত লোটালুটি কোটি অসংখ্যাতে॥২৯৪
দেৱাসুৰ সুন্দৰী কান্দয় বিদ্যাধৰী ।
গুণ সব বৰ্ণাই লঙ্কাক পৰিহৰি ॥২৯৫
এতহন্তে ৰাৱণৰ প্ৰিয় পটেশ্বৰী ।
প্ৰাণত অধিক অতি প্ৰিয়া মন্দোদৰী ॥২৯৬
স্বামীক দেখিয়া ৰণ ভূমিত শয়ন ।
মহাশোকে মূৰ্চ্ছা গৈয়া পৰিল তখন ॥২৯৭
কতোক্ষণে পটেশ্বৰী চেতনক পায়া ।
আশেষ কান্দিলা নিজ সৌভাগ্য বৰ্ণায়া॥২৯৮
টিকৰ যে সুস্বামী মোহোৰ নিজ নাহা ।
তুৱা পটেশ্বৰী মাতো মাথা তুলি চাহাঁ ॥২৯৯
নেতৰ আঞ্চোলে ৰাৱণৰ শৰীৰৰ ।
ধূলা মলছিয়া বোলে শুনা প্ৰাণেশ্বৰী ॥৩০০
কিসক নমতা তুমি আমাক নিচিনি ।
বিকলতে মাৰোঁ মই তুৱা সৌভাগিনী ॥৩০১
পূৰ্ব্ব ব্যৱহাৰে মোক কিসক সুবুলি ।
কিসক নাদৰা মোক কোলাত নাতুলি॥৩০২
উঠা উঠা প্ৰভু তুমি মনে অৱগাই ।
প্ৰিয়া মন্দোদৰী যাহা কাহাত পেলাই॥৩০৩
সৰ্ব্বগুণ সম্পূৰ্ণা কামিনী কণ্ঠাহাৰ ।
কিমতে সহিবোঁ দুঃখ বিধৱাৰ ভাৰ ॥৩০৪
স্বৰ্গত থাকয় দেৱগণ ভয় মনে ।
পাতালত থাকয় যতেক নাগগণে ॥৩০৫
পৃথিৱীৰ ৰাজগণে থাকে ভয় হন্তে ।
কেহোঁৱে নোৱাৰি মাৰে মনুষ্যৰ হাতে॥৩০৬
তৈখানিয়ে জানোঁ ৰাম নহন্ত মানুষ ।
খৰ দূষনক উৰ্ব্বাইলা যেন তুষ ॥৩০৭
অবধ্য ৰাক্ষস যত মেৰুৰ সমান ।
শ্ৰীৰামৰ হাতে ভৈলা খেৰ যে পতান ॥৩০৮

বালিৰ সদৃশ বীৰ নাহি ৰবিতলে ।
স্বামীত অধিক কৰি শত গুণ বলে ॥৩০৯
এক পাট শৰতে তাহাৰ ভৈলা অন্ত ।
এতেকে জানহোঁ ৰাম মানুষ নহন্ত ॥৩১০
ইন্দ্ৰেসে মাৰিলা ছলে ৰামৰূপ ধৰি ।
অধৰ্ম্মে গ্ৰাহিলা পতিব্ৰতা নাৰী হৰি ॥৩১১
বিভীষণ দেৱৰে বুলিলা যত হিত ।
কৰ্ণপথে নগৈল মৰণ সন্নিহিত ॥৩১২
ইন্দ্ৰজিত পুত্ৰ মোৰ এৰি কৈক গৈলে ।
তোহোৰ পিতাৰ সমে একখানে ভৈলে॥৩১৩
লঙ্কানাথে তোক দেখি ত্যজিবন্ত শোক ।
পিতা পুত্ৰে মিলি এবে সুমৰিয়ো মোক॥৩১৪
শ্ৰীৰামে বোলন্ত বিভীষণ শুনিয়োক ।
মন্দোদৰী সমে নাৰীগণ পঠায়োক ॥৩১৫
যি ভৈল সি ভৈল কান্দিবাৰ কোন ফল ।
প্ৰেত কাৰ্য্য ৰাৱণৰ কৰিয়ো সকল ॥৩১৬
বিভীষণ ৰাঘৱৰ অনুমতি লৈয়া ।
বৃদ্ধ পাত্ৰ মন্ত্ৰীগণ আনিলা মতায়া ॥৩১৭
সংস্কাৰ কৰিতে সবাহাকে আদেশিল ।
নয়ন সজলে নাৰীলোক প্ৰবোধিল ॥৩১৮
মন্দোদৰী সহিতে যতেক পটেশ্বৰী ।
সবাক পঠাইলা পাছে আশ্বাসক কৰি ॥৩১৯
বিহিলা সকলে যত লাগয় তহিত ।
বিনয় প্ৰকাৰে গৈলা ৰামৰ সম্নিত ॥৩২০
ৰাঘৱে বোলন্ত শুন সেনাপতি নীল ।
হনুমন্ত জাম্বৱন্ত সুষেণ সুশীল ॥৩২১
অসংখ্যাত সেনা চলিয়োক চতুৰ্ভিতা ।
অবিলম্বে সাজি দিয়া ৰাৱণৰ চিতা ॥৩২২
দিশাদিশ গৈলা সবে ৰামসেনাগণ ।
আগৰ চন্দনে নিৰ্ম্মিলন্ত চিতা খন ॥৩২৩
বহুদূৰ যুৰিলেক বহল বিস্তৰ ।
উচ্ছ্ৰিত ভৈলেক যেন পৰ্ব্বত শিখৰ ॥৩২৪
তাহাত তুলিল নিয়া ৰাৱণৰ কায় ।
ঠাৱে ঠাৱে অগনি লগাইলা সমুদায় ॥৩২৫
পাৱে দিলা কটি উৰুত উৰুখল ।
মুখত থাপিলা সাত সাগৰৰ জল ॥৩২৬
ৰাজগুৰু ব্ৰাহ্মণৰ শৰীৰে কহে ।
অগণিত ঘৃত যেন্ত আতি ৰৰ ...ে ॥৩২৭

ঘৃত মিশলায়া যেন পঞ্চ গোট দ্রুণে।
মুখাগ্নিক দিলন্ত কনিষ্ঠ বিভীষণে ॥৩২৮
আগৰ গ্নে চন্দনে সুঘ্রাণ উথলিল।
অগণিত ঘৃত নিয়া কলসে ঢালিল ॥৩২৯
বহু ঘৃত পায়া বহ্নি স্বৰ্গক লঙ্ঘিল।
ৰাৱণক পৰি সৰ্ব্ব কাৰ্য্য সঙ্কলিল ॥৩৩০
ৰাঘৱে হৰিষ পাইলা ৰাৱণক মাৰি।
দেৱতাৰ হৃদয়ৰ শৈল্যক উদ্ধাৰি ॥৩৩১
ৰামদেৱে ৰাৱণক মাৰিলা প্ৰবন্ধে।
ত্ৰিদশ দেৱৰ মন পূৰিলা আনন্দে ॥৩৩২
দেৱৰাজে দিবাৰ সম্বাহা থৈলা কাঢ়ি।
চন্দ্ৰ যেন মুখ জ্বলে প্ৰয়াসক ছাৰি ॥৩৩৩
বাসৱৰ সাৰথিক ৰাঘৱে মতাইল।
প্ৰশংসা কৰিয়া বহু মান্যক বঢ়াইল ॥৩৩৪
সব সত্তকাৰ কৰি বুলিল উত্তৰ।
দিব্য বিমানক নিয়া দিয়োক ইন্দ্ৰৰ ॥৩৩৫
যিমত সমৰ ভৈলা কহিয়ো আপনে।
মাতলিয়ো প্ৰণামিলা ৰামৰ চৰণে ॥৩৩৬
ৰাঘৱৰ বচনক সাদৰে আকলি।
ইন্দ্ৰৰ পাশক ৰথ নিলন্ত মাতলি ॥৩৩৭
সব কথা কহিলন্ত দেৱৰ সভাতে।
ৰামে ৰাৱণক মাৰিলন্ত যেন মতে ॥৩৩৮
আনন্দ কৰন্ত ৰাম কাৰ্য্যক সঙ্কলি।
সুগ্ৰীৱ সহিতে থাকিলন্ত গলাগলি ॥৩৩৯
সাৰ্থক মোহোৰ মিত্ৰ অতি সাধনৰ।
যাহাৰ প্ৰসাদে ভৈলোঁ দুৰ্গতি নিস্তাৰ ॥৩৪০
একেখানি আছে মোৰ মনোৰথ কাৰ।
প্ৰতিজ্ঞা দাফলি বিভীষণে দেওঁ ৰাজ ॥৩৪১
উপকাৰী মিত্ৰে মোৰ মহা বুদ্ধি পাত্ৰ।
আমি যে নিমিত্ত তেহে জিনিলেক মাত্ৰ ॥
ইহান প্ৰসাদে দুৰ্গতিত ভৈলোঁ পাৰ।
ইন্দ্ৰজিত পৰিলা ভূমিৰ মহাভাৰ ॥৩৪৩
ৰাৱণ মাৰিলো সিদ্ধি ভৈলা মোৰ কাৰ।
বিভীষণ মিত্ৰ তুমি লৈয়ো লঙ্কাৰাজ ॥৩৪৪
শুনা সভাসদ পদ মন কৰি থিৰ।
ত্ৰৈলোক্যত অজয় ৰাৱণ মহাবীৰ ॥৩৪৫
সবন্ধু বান্ধৱ একে তিলে ভৈলা হত।
ধন জন গজ বাজী নথৈলা জগত ॥৩৪৬
একেশ্বৰে চলি ৰাজা গৈলা যমলোক।
অনিত্য সংসাৰে আৰু কেনে দেখিয়োক ॥
অন্তকালে ধনে জনে ত্যজয় সবাক।
জানিয়া বিষয় সুখ এৰে সাধু জাক ॥৩৪৮
মাধৱৰ পাদপদ্ম স্মৰন্ত সদাই।
যাহাৰ প্ৰসাদে মুকুতিৰ পদ পাই ॥৩৪৯
ইটো ৰামায়ণ যিটো জনে শুনে ভণে।
অল্পতে ভকতি বাঢ়ে ৰামৰ চৰণে ॥৩৫০
সংসাৰৰ তাপ সিটো হোৱে উপশম।
পাতেক ছাৰোক ডাকি বোলোঁ ৰামৰাম ॥৩৫১

---

৪৯ অধ্যায়—বিভীষণৰ ৰাজ্যাভিষেক আৰু সীতাক ৰামৰ সমীপলৈ আনয়ন।

ছবি।

শ্ৰীৰামে বোলন্ত, শুনিয়ো লক্ষ্মণ,
আমাৰ বচন ধৰাঁ।
এহি শুভক্ষণে, বিভীষণক নিয়া,
সত্বৰে ৰাজ্য জোকাৰা ॥১
হেন বাণী শুনি, বীৰ লখমণ,
ত্বৰিতে চলিয়া যাই।
চাৰি দিশে জয়, জঙ্কাৰ পাৰয়,
বজাৱে নন্দী বধাই ॥২
শঙ্খ ভেৰী কাংস, ভেমচি খুমচি,
ঢোলত পৰিল বাৰি।
ৰাক্ষস পিশাচ, হৰিষে নাচয়,
ৰাৱণৰ শোক ছাৰি ॥৩
কন্যাগণে সবে, মঙ্গল কৰয়,
ঢোলয় শ্বেত চামৰে।
চন্দ্ৰ সম শুক্ল, ছত্ৰ এক তুলি,
ধৰিলা শিৰ উপৰে ॥৪
অগনিৰ ঘৃত, আহুতি কৰিয়া,
ব্ৰাহ্মণে দিলা আশীষ।
সুগন্ধি পৱনে, আমোদ কৰয়,
সুপ্ৰসন্ন দশোদিশ ॥৫
নাচে নটীগণে, গায়নে গায়য়,
চপয়া পঢ়য় ভাট।
এবে বিভীষণে, নৃপতি ভৈলন্ত,
খণ্ডিলা দুঃখ ললাট ॥৬

সুবৰ্ণ পাটত, বসিলন্ত ৰাজা,
বেড়িলা পাত্ৰ মণ্ডলে।
অভিষেক ৰঙ্গে, কৰিলা লখাই,
সুবৰ্ণ ঘটৰ জলে ॥৭
বাদ্য ভণ্ড পাঞ্চ, শবদে বাজাই,
সকল সেনাৰ ৰোল।
জয় জয় ৰাম, শবদ উঠিল,
পাইলেক স্বৰ্গৰ কোল ॥৮
সন্তাৰ বস্তক, লৈয়া দ্ৰুত কৰি,
চলি গৈলা বিভীষণ।
ৰামৰ আগত, হাতযোৰ কৰি,
কৰিলা পাছে সেৱন ॥৯
বিভীষণ ৰাজা, সাদৰ কৰিয়া,
যতেক বস্তু যোগাইল।
বানৰ ভালুক, সহিতে ৰাঘৱে,
সমস্তে সন্দেশ খাইল ॥১০
হনুক সম্মুখি, ৰাঘৱে বোলন্ত,
সীতাৰ পাশক যাহাঁ।
যেন মতে আমি, ৰাৱণ মাৰিলোঁ,
সি সব বাৰ্ত্তা জনাহা ॥১১
শ্ৰীৰাম দেৱৰ, আদেশ বচন,
মাৰুতি শিৰত লৈলা।
অশোকা বনক, সীতাৰ পাশক,
সত্বৰে গৈয়া পশিলা ॥১২
ৰাক্ষসী লোকৰ, মাজত গোসাঁনী,
আছন্ত মলিন বেশে।
পদ্মৰ পুষ্পৰ, মালাক যেহেনে,
বেড়িয়া আছয় কেশে ॥১৩
প্ৰণাম কৰিয়া, মাৰুতি বোলন্ত,
ৰামৰ বাৰ্ত্তা কুশল।
তোমাক যি গোটে, হৰি আনিলেক,
সিটো গৈলা ৰসাতল ॥১৪
তোমাৰ দেৱৰে, লক্ষ্মণ কুমাৰে,
বধিলন্ত ইন্দ্ৰজিত।
বানৰ ভালুক, ৰাক্ষস বলক,
নিলেক যম সহিত ॥১৫
শ্ৰীৰাম গোসাঁই, ৰাৱণক মাৰি,
বিভীষণে দিলা ৰাজ।
লক্ষ্মণ কুশল, সুগ্ৰীৱ কুশল,
কুশল কপি সমাজ ॥১৬
যি সব প্ৰতিজ্ঞা, কৰিলো গোসাঁনী,
সবাৰো ভৈলা পূৰণ।
সাগৰ তৰিলো, ৰামক আনিলো,
মৰাইলো দুষ্ট ৰাৱণ ॥১৭
ৰাঘৱে বুলিলা, জনক নন্দিনী,
আমাৰ শুনক জয়।
তোমাক যি বেটা, হৰি আনিলেক,
সিয়ো গৈলা যমালয় ॥১৮
এতেক বচন, শুনিয়া জানকী,
সীতাদেবী মহা শান্তী।
হৰিষে নয়ন, যুগল সজল,
ক্ষণেক থিত নমাতি ॥১৯
মাৰুতি বোলন্ত, জগত জননী,
কিসক নেদা উত্তৰ।
সত্যে স্বৰূপত, ৰামৰ হাতত,
পৰিলেক লঙ্কেশ্বৰ ॥২০
বোলন্ত গোসাঁনী, বাপু হনুমন্ত,
তোক নমাতওঁ লাজে।
যেন প্ৰিয় কথা, কহিবাৰ যোগ্য,
প্ৰসাদ নাহিকে কাযে ॥২১
মাৰুতি বোলয়, দিয়োক প্ৰসাদ,
আছয় আমাৰ যোগ।
মনত সন্তোষে, হাসিয়ো আমাৰ,
স্বৰ্গতো অধিক ভোগ ॥২২
এহিতো ৰাক্ষসী, সকলে তোমাক,
বিশুতি পাৰিলা গালি।
অনেক ভুবুকি, পাৰি ভকুৱাইলে,
ৰাৱণৰ বাক্য পালি ॥২৩
সি সব কথাক, সুমৰন্তে মোৰ,
আজিকো নছাৰে শোক।
টাকৰে মুটুকি, মাৰোঁ তাসম্বাক,
ৰাৱণ আসি ৰাখোক ॥২৪
কাহাকো চাপৰে, কাহাকো ভুকুৱে,
কাহাকো মৰাওঁ কিলে।
কাহাকো লাঠিয়ে, চৰণে মাৰওঁ,
কাহাকো ৰাৰওঁ শিলে ॥২৫

কৰো আখি কাঢ়ি, পেলাওঁ কাহাৰো,
নাক কাটি ষমুয়াওঁ।
হেনসে আজ্ঞাক, দিয়া যদি মাৱ,
উচিত প্ৰসাদ পাওঁ ॥২৬
গোসানী বোলন্ত, বাপু হনুমন্ত,
ইহাক কিক টক্কোশি।
ৰাক্ষসিনী লোক, স্বতন্তৰী নোহে,
সবে ৰাৱণৰ দাসী ॥২৭
তাহাৰ বচন, হেলা কৰে যদি,
নতো ভকৰাৱে মোক।
তেতিক্ষণে মোক, কাটিতে পাৰয়,
ত্ৰৈলোক্য নাহিকে ৰাখ ॥২৮
এবে যে আমাক, মন্দ নকৰয়,
আপনি মৰয় ডৰে।
কাকুতি কৰিয়া, শৰণে পশয়,
হাতত পাৱত ধৰে ॥২৯
কাহাক কোনেবা, মাৰিতে পাৰয়,
কাহাক ৰাখয় কোনে।
পূৰ্ব্ব জনমে, যিটো পাপ কৰে,
ভুঞ্জিয়া মৰে আপনে ॥৩০
মাৰুতি বোলন্ত, সীতা দেবী মাৱ,
ধন্য ধন্য সাধু সাধু।
সাফল চন্দ্ৰৰ, বংশে উতপন্ন,
সূৰ্য্যৰ বংশৰ বধূ ॥৩১
অমৃত বচনে, বৰ তুষ্ট ভৈলোঁ,
বুলিলা যেন উচিত।
কি কথা কহিবোঁ, কাণ্টে বুলিয়োক,
ৰামৰ যাওঁ সম্নিত ॥৩২
সীতায়ে বোলন্ত, যতেক বুলিলা,
যেহেম জনক বাপ।
যাহাৰ প্ৰসাদে, সকল দুৰ্গতি,
গুচিলা শোক সন্তাপ ॥৩৩
ৰাঘৱ প্ৰভুক, দেখিবাক মোৰ,
উত্ৰাৱল কৰে মন।
টাকৰ স্বামীত, জনায়োক বাপ,
মোক নেন্তো এতিক্ষণ ॥৩৪
বায়ুসুতে কাণ্টে, গমন কৰিলা,
দেবীৰ বন্দিয়া পাৱ।
ৰামৰ আগত, পৰিলন্ত গৈয়া,
মেকা সৰ্ব্ব হুবাৰ ॥৩৫
প্ৰদক্ষিণ কৰি, চৰণ বন্দিয়া,
অঞ্জলি যুৰিয়া কৰ।
আদি অন্ত যত, কহিলা সমস্তে,
দেবীৰ যেন উত্তৰ ॥৩৬
শুনিয়ো গোসাই, চৰণ বন্দওঁ,
ৰঘুৰ বংশৰ নাথ।
যিবা প্ৰয়োজনে, সাগৰ তৰিলা,
ৰাৱণ বধ লঙ্কাত ॥৩৭
সীতা গোসানীক, সত্বৰে আনিয়ো,
বিলম্বত কোন ফল।
চিৰ কালে দেবী, তোমাৰ চৰণ,
দেখিবাক কৌতূহল ॥৩৮
তোমাৰ যুদ্ধৰ, কথা শুনি তান,
হৰিষ কৰিলা চিত্ত।
আথ যেথ কৰি, মোক পঠাইলন্ত,
আনিবাক সন্নিহিত ॥৩৯
এতেক শুনিয়া, উৰ্ম্মি বৰ ধাইল,
ৰামে চপৰাইলা মাথ।
চক্ষুৰ লোতক, সৰসৰি পৰে,
গালত দিলন্ত হাত ॥৪০
হৰিষতে আসে, বিষাদ মিলিল,
মাৰুতিৰ বাণী শুনি।
অধো মুখ হয়া, ৰঘুৰ নন্দন,
থাকিলা মনত গুণি ॥৪১
পৃথিবীক চাই, ৰাঘৱ গোসাই,
বিমৰিষ কৰি মন।
মাথা তুলি চাই, বোলন্ত কহিবা,
বীৰবৰ বিভীষণ ॥৪২
জনক জীৰৱ, পাশক চলিয়া,
যায়ো আমসাৰ বোলে।
সাগৰ জলতে, শিৰ স্নান কৰি,
আলোক চৰি চৌদোলে ॥৪৩
এতেক বচন, শুনি বিভীষণ,
অশোকা বনে প্ৰবেশ।
হাত যোৰ কৰি, বোলন্ত গোসানী,
শুনিয়ো স্বামী আদেশ ॥৪৪

শিৰ স্নান কৰি, অলঙ্কাৰ সব,
গাৱে নিয়া চড়ায়োক ।
চৌদলে চড়িয়া, ৰামৰ পাশক,
শীঘ্ৰ কৰি চলিয়োক ॥৪৫
মলিমতা বেশে, স্বামীক দেখিবোঁ,
সুযুৰাই শিৰ স্নান ।
ভূষিত হুইবাৰ, কমন প্ৰস্তাৱ,
আনিয়ো চৌদল যান ॥৪৬
বিভীষণে বোলে, শুনিয়োক মাতা,
ৰামৰ বোল পালিয়ো ।
শিৰ স্নান কৰি, অলঙ্কাৰ পিন্ধি,
ৰামৰ পাশক যায়ো ॥৪৭
কন্যাগণে আসি, দেৱীক নোৱাইলা,
সুবৰ্ণ ঘটৰ জলে ।
সুগন্ধিত জলে, শৰীৰ মাজিল,
তৰুণী কন্যা সকলে ॥৪৮
ৰতনে ৰচিত, নানা অলঙ্কাৰ,
বিভীষণে আনি দিলা ।
জনক নন্দিনী, পৰম হৰিষে,
ৰামৰ বোলে পিন্ধিলা ॥৪৯
বস্ত্ৰ অলঙ্কাৰে, ভূষিত ভৈলন্ত,
উজ্জ্বলিত অঙ্গভাগ ।
চৌদোলে চড়িয়া, ওৱাৰক দিলা,
বিভীষণ ভৈলা আগ ॥৫০
আগে সেৱতিয়া, লোকে দূৰ কৰে,
হাতত বেতৰ মাৰি ।
ত্বৰিতে ৰামৰ, পাশক চলিলা,
অশোকা বনক ছাৰি ॥৫১
বিভীষণে ৰাম, আগত জনাইলা,
আনিলো সীতা গোসাঁনী ।
আদেশ কৰিয়ো, প্ৰভু ৰঘুনাথ,
আগত ভেটাও আনি ॥৫২
এতেক বচন, শুনি ৰাম দেৱে,
ভাহিণ ৰামক চাইল ।
হৰিষ বিষাদ, শোক আসি ভৈল,
দুয়ো একেখানে ভৈল ॥৫৩
ক্তোক্ষণে ৰাম, ৰঘুৰ নন্দন,
তেজিলা দীৰ্ঘ নিশ্বাস ।
বিভীষণ মিত্ৰ, সীতাক সত্বৰে,
আনিয়ো আমাৰ পাশ ॥৫৪
হেন বাণী শুনি, ত্বৰিতে চলিলা,
অভিনৱ লঙ্কেশ্বৰ ।
কহিছন্ত মোহোৰ, সেৱতিয়া লোক,
ঝাণ্টে সৈন্য দূৰ কৰ ॥৫৫
সহস্ৰ সংখ্যাত, সেৱতিয়া সবে,
লোকক বাৰয় আগ ।
হাতত বেতৰি, গাৱত কাঞ্চনী,
মাথাত অলমা পাগ ॥৫৬
চাট চোট কৰি, কোবাইবে লাগিলা,
কাহাকো বেতৰ মাৰি ।
দূৰ দূৰান্তৰ, পলাই বানৰ,
ৰামক পাশক ছাৰি ॥৫৭
সীতাক দেখিত, ভালুক বানৰ,
বৰ অভিলাষ কৰে ।
আছোক দেখিব, থাকিবে নেৱাৰে,
পলাই কোবক ডৰে ॥৫৮
নমোঁ ৰঘুনাথ, চৰণায় মাথ,
জানু শিৰে শত বাৰ ।
দেৱৰ কণ্টক, বধি ৰাৱণক,
কৰিলা সীতা উদ্ধাৰ ॥৫৯
ভকত জনৰ, দেৱ দামোদৰ,
পূৰা মনোৰথ কাম ।
জানি সৰ্ব্বজন, এৰি আন মন,
ডাকি বোলাঁ ৰাম ৰাম ॥৬০

———

৩০ অধ্যায় ।

সীতাৰ অগ্নি পৰীক্ষা ।

পদ ।

ৰামে দেখিলন্ত পলাই ভালুক বানৰ ।
সেৱতিয়া কোবায়া কৰিলা দূৰন্তৰ ॥১
ক্ৰোধিয়া বোলন্ত বানৰৰ দুঃখ জানি ।
ওৰা বিভীষণ মিত্ৰ হেন লঘুপ্ৰাণী ॥২
বানৰেসে বন্ধু মোৰ পিতৃ পিতামহ ।
যাত হন্তে এৰাইলোঁ দুৰ্গতি অনেকহ ॥৩
বানৰক মাৰিবাৰ কমন প্ৰস্তাৱ ।
আসবাক মাৰি মোৰ প্ৰাণে দেস যাৱ ॥৪

এহি কাৰ্য্যে মোহোৰ কৰিলা অসন্তোষ।
পুত্ৰ সবে মাতৃক দেখিলে কিবা দোষ ॥৫
সবাক আনিয়ো কাণ্টে আশ্বাস কৰিয়া।
সীতাক চাহোক সবে নয়ন ভৰিয়া ॥৬
যাহাৰ নিমিত্তে দুঃখ পাইল বহুতৰ।
চাহিবাক মন কৰে ভালুক বানৰ ॥৭
বিবাহ ব্যৱহাৰ যজ্ঞ অনুষ্ঠান কালে।
অবস্থাক নিৰূপণ স্বয়ম্বৰ শালে ॥৮
সভা আগমন ধৰ্ম্ম বিচাৰ নবোধ।
সবহি দেখিব কিছু নাহিকে বিৰোধ ॥৯
বিভীষণে লাজ পাইলা ৰামৰ বচনে।
সকল বানৰগণ আনাইলা তেখনে ॥১০
আদেশিলা ৰাঘাৱে মনত মনুষ্য ভাৱে।
ওহাৰ গুছায়ো সীতা আসো ভূমিপাৱে ॥১১
ইঙ্গিততে ৰামৰ বচন অৱগাই।
সকল প্ৰজায়ে আউৰক আউৰে চাই ॥১২
সজল নয়নে সবে ভূমি থছন্ত।
সীতা গোসাঁনীক জানোঁ ৰাঘৱে এৰন্ত ॥১৩
বিভীষণে চৌদোলৰ গুছাইল ওহাৰ।
তবাসে সীতাৰ নিকলিল লোহ ধাৰ ॥১৪
জনক জীৱৰ নয়নৰ নীৰ বহে।
সব কপিগণে দেখি পৰাণে নসহে ॥১৫
মুখত কাপৰ দিয়া কান্দন্ত লক্ষ্মণ।
ভূমি চায়া কান্দন্ত অঙ্গদ বিভীষণ ॥১৬
সুগ্ৰীৱ যে কান্দন্ত গৱাক্ষ জাম্বৱন্ত।
নল নীল কেশৰী পনস হনুমন্ত ॥১৭
গোসাঁনী কান্দন্ত দেখি নথৰন্ত বুক।
আনভিতি চাহি কান্দে বানৰ ভালুক ॥১৮
বিভীষণ আগে সীতা যান্ত ভূমি পাৱে।
বুলন্তে দেখিয় ফুটি কধিৰ ধজাৱে ॥১৯
অলঙ্কাৰ শব্দ ৰুন ঝুন কৰি ভাৱে।
যেন লক্ষ্মী চলি যান্ত নাৰায়ণ পাশে ॥২০
ভাহিন সুবৰ্ণ যেন শৰীৰৰ কান্তি।
শঙ্কৰ পাশে যেন দুৰ্গা দেৱী যান্তি ॥২১
লাজ পায়া গোসাঁনী পৰম মহাশান্তী।
সঙ্কুচিত ভাৱে যায় গাৱতে লুকান্তি ॥২২
লহু পুতলী যেন সুকোমল গাৱ।
এনেয়ভিতি নচাই চলি যান্ত জনকাৰ ॥২৩
গোসাঁনীৰ ৰূপ দখি বানৰ ভালুকে।
পৰম আনন্দে চাহে হৰষিত বুকে ॥২৪
কোলে জানকীক চাই আনন্দক পাইলোঁ।
আমি সবে সাৰ্থক ৰামৰ লগে আইলোঁ ॥২৫
বানৰ ভালুক সবে ৰাক্ষস বিস্ময়।
সীতাৰ স্বৰূপে সব জগত মোহয় ॥২৬
সীতাক দেখিয়া ৰাম অন্তৰ্গতে স্নেহ।
ক্ষণে সকৰুণ ক্ষণে নিকৰুণ দেহ ॥২৭
দুঃখ দেখি ৰামৰ চক্ষুৰ পৰে পানী।
ক্ৰোধ কৰি পুনঃ তাক ধৰে টানি টানি ॥২৮
ধৰন্তে ধৰন্তে লোহ ধৰণ নযাই।
শোক দুঃখ ক্ৰোধ সব ভৈলা এক ঠাই ॥২৯
সমীপ ছাপিলা দেৱী স্বামী শ্ৰীৰাঘৱ।
নমস্তি থাকিলা ৰামে কৰি অনাদৰ ॥৩০
লাজে মাথা নতোলন্ত সঙ্কুচিত ভাৱে।
ভৰে দেৱী কাম্পন্ত কদলী যেন বায়ে ॥৩১
লাজ ভয় এৰিয়া স্বামীত ধৰ স্নেহা।
আপনাক শুদ্ধ জানি দৃঢ় কৰি দেহা ॥৩২
চিৰকালে দেখিবাক ধৰ হাবিলাষে।
মুখ চাহি কটাক্ষে থাকিলা এক পাশে ॥৩৩
সীতাক ৰাঘৱে চাহিলন্ত মাথা তুলি।
আৰক্ত নয়ন হিয়াৰ গুল গুলি ॥৩৪
মহাক্ৰোধে বচন বুলিলা ৰঘুনাথে।
জনকৰ জীয় যেবা বোলহোঁ তোমাতে ॥৩৫
ৰাৱণক মাৰিয়া এৰাইলোঁ লোকবাদ।
তোমাক আনিলোঁ ৰাখি বংশৰ মৰ্য্যাদ ॥৩৬
লোকে বুলিবন্ত ৰাম হাৰিল অন্তৰে।
সি কাৰণে তিৰী বৈৰী নমাৰিলা ডৰে ॥৩৭
নিন্দাক এৰাইলোঁ মই আপন বংশৰ।
কুৎসা বানী এৰাইলোঁহোঁ সমস্ত লোকৰ ॥৩৮
দৈৱ দোষে ৰাজা হৰি আনিলা তোমাক।
পৌৰুষতা বলে আমি মলছিলোঁ তাক ॥৩৯
ৰাঘৱৰ অভিপ্ৰায় ইঙ্গিততে জানি।
ধামিলা কম্পিলা গাৱ ভৰিলা গোসাঁনী ॥৪০
শ্ৰীহানি ভৈলা মুখ মলিনতা চন্দ।
মেঘে যেন ঢাকিলেক পূৰ্ণিমাৰ চান্দ ॥৪১
শুন মাতো জানকী তোহোত নাই কাম।
প্ৰেতিজ্ঞা মাৰুতি বিভীষণে দিলোঁ যাব ॥৪২

প্ৰতিজ্ঞাক সাফলিলোঁ মাৰুতি বীৰৰ।
মনোৰথ সিদ্ধি ভৈলা সুগ্ৰীৱ মিত্ৰৰ ॥৪৩
তোমাক লাগিয়া আমি নকৰিলো কায।
পৌৰুষতা আচৰি গুছাইলো সব লাজ ॥৪৪
দশোদিশ প্ৰসন্ন মেলিয়া চক্ষু চাহাঁ।
তোমাক এৰিলোঁ সীতা যথা মন যাহাঁ ॥৪৫
চিৰকাল হৰি তোক নিলেক ৰাৱণে।
তই শুদ্ধ ভাৱ হেন পতিয়াইব কোনে ॥৪৬
সান্তোৰ মেলিবে কোনে শিলা বান্ধি বুকে।
কমন মুগুধে আৰ সম্বৰিব তোকে ॥৪৭
ৰাৱণৰ গৃহত আছিলা চিৰকাল।
পুনৰপি তোমাক নিবাক নুহি ভাল ॥৪৮
তোমাক আনিলে বৰ কুযশ লভিবোঁ।
জন অপবাদ হেতু তোমাক নেনিবোঁ ॥৪৯
লক্ষ্মণত ভজ নুহি ভজ ভৰতত।
বিভীষণ ভজ নোহে ভজ সুগ্ৰীৱত ॥৫০
ত্ৰৈলোক্য সুন্দৰী হেন জানিয়া তোমাক।
ৰাৱণে ক্ষমিব হেন পতিয়াস কাক ॥৫১
স্বামীৰ বচন হেন শুনিয়া নিষ্ঠুৰ।
লাজে ভয়ে গোসানীৰ হিয়া থুৰ থুৰ ॥৫২
দুৰ্ব্বাৰ বচন শালে শালিলেক হিয়ে।
ধীৰে ধীৰে বুলিলন্ত জনকৰ জীয়ে ॥৫৩
উত্তম কুলত আমি জনম লভিলো।
মহন্ত কুলত মোক বাপে বিহা দিল ॥৫৪
আমাক ইতৰ নাৰী সম দেখিলাহা।
নটৰ নটিনী যেন আনক বিলাহা ॥৫৫
পাপিষ্ঠ ৰাৱণে মোক আনিলেক হৰি।
তিৰী জাতি পৰাধীন নহোঁ স্বতন্তৰি ॥৫৬
অন্তৰ্গত মনক পালিলোঁ নিয়মিত।
ৰাত্ৰিয়ে দিবসে মোৰ তোমাতেসে চিত্ত ॥৫৭
তুমি যেন শক্তি আমি নহোঁ হেন ঠান।
দেৱ ধৰ্ম্ম সাক্ষী হুইবা পৃথিবী প্ৰমাণ ॥৫৮
অন্তৰ্গত শুদ্ধ আমি হোওঁ মহা শান্তী।
ইতৰ পুৰুষে যেন লঘু বোল মাতি ॥৫৯
যৈসানি খুজিত মোক আইলা হনুমন্তে।
হেনয় বচন বুলি পঠাইলাহা হন্তে ॥৬০
পাৰান ত্যজিলোঁ হন্তে তাহাৰ আগতে।
সব সেনা কিক প্ৰয়াসিব হেন মতে ॥৬১
নসুমৰা মোৰ এক দিবসৰ গুণ।
নিৰ্দ্দয় পুৰুষ জাতি কিনোঁ নিদাৰুণ ॥৬২
ভাগি গৈলা লোহা আউৰ গঢ়ন নযাই।
ইকালে ঔষধ চিন্তোঁ যেহেন উপায় ॥৬৩
শুনিয়ো লক্ষ্মণ মাতে আলখনী সীতা।
ঝাণ্ট কৰি বাপু তই সাজি দেহ চিতা ॥৬৪
আপনি কৰিবোঁ আপনাৰ প্ৰতিকাৰ।
অগণিত ঝাস কৰোঁ কি কাৰ্য্য জীবাৰ ॥৬৫
হেন শুনি লক্ষ্মণে ৰামৰ ভিতি চাইল।
চক্ষু নিমিষতে ৰাঘৱৰ আজ্ঞা পাইল ॥৬৬
তেতিক্ষণে সুমিত্ৰাৰ হৃদয়নন্দনে।
চিতা খান নিৰ্ম্মিলন্ত আগৰ চন্দনে ॥৬৭
ৰামৰ চৰিত্ৰ শুনা সাৱধান কৰি।
নিৰন্তৰে নৰে ডাকি বোলা হৰি হৰি ॥৬৮

## ৫১ অধ্যায়।

### ছবি।

চিতাত অগনি কুণ্ড, জ্বালিলন্ত লখমণে,
হাণ্ডি হাণ্ডি ঢালিলন্ত ঘৃত।
জাজ্জ্বল্য সমান কৰি, বহ্নিকুণ্ডজ্বলি গৈলা,
সীতাদেবী ভৈলন্ত সম্ভৃত ॥১
ৰাঘৱৰ হৃদয়ত, শেল যেন পশি গৈলা,
আথাকে নয়নে জল বহে।
সকল সেনাৰ দেখি, হাহাকাৰ লাগিগৈলা,
মহাশোকে পৰাণ নসহে ॥২
হেট মাথে ৰাঘৱক, ফুৰি প্ৰদক্ষিণ কৰি,
প্ৰণামি বুলিলা দুই কৰ।
জন্মেজন্মে তুমি মোৰ, টীকৰ সুস্বামী হুইবা,
লক্ষ্মণেসে হুইবন্ত দেৱৰ ॥৩
দশৰথ নৃপতিসে, শ্বশুৰ হৈবন্ত মোৰ,
কৌশল্যা হৈবন্ত মোৰ শাশু।
হৰি হৰিগোসানীক, দৰশন নভৈলোহোঁ,
হেৰা মৰোঁ সীতা পৰবাসু ॥৪
হাতযোৰে ত্ৰিদশক, নমস্কাৰ কৰিয়া যে,
অগনিক কৰিয়া প্ৰণাম।
স্বপনে গিয়ানে মই, আনকিছো নজানওঁ,
অহৰ্নিশে সুমৰিলোঁ ৰাম ॥৫
কায়বাক্যমনে পাপ, নিমিষেকো নজানওঁ,
আছিলোহোঁ শান্তি পুণ্য ৰাখি।

হেন জানি অগ্নি মোক, উচিত কলঙ্ক দিবা,
তুমি দেৱ জগতৰ সাক্ষী ॥৬
আপনাক শুদ্ধ হেন, জানিয়া নিশঙ্কভাৱে,
মুখ ভৈলা হৰিৰ সৰস।
স্বৰ্গতো দেৱতা বৰ্গ, সবে চাহি আছিলন্ত,
সীতা দিলা অগনিত বাস ॥৭
লঙ্কা নগৰীত যত, বাল্য বৃদ্ধ যুবা জন,
অসংখ্যাত সেনা নিকলিল।
শোকে দুঃখে অপমানে, হাহাকাৰ শব্দ উঠি,
মহাৰোলে গগন পূৰিল ॥৮
তিনি লোক ভুবনত, চাহি চাহি আছিলন্ত,
আকাশ পৃথিৱী খণ্ড ছানি।
বানৰ ভালুকগণ, হৰি হৰি বিষাদত,
স্বৰ্গক পৰ্য্যন্তে গৈলা ধ্বনি ॥৯
হাহা সীতা সাধ্বী মাৱ, বুলি বুলি কন্যাগণে,
বেঢ়ি বেঢ়ি সবে প্ৰশংসন্ত।
স্বৰ্গত দেৱতা সবে, শোকত পাগল ভৈলা,
ধৰ্ম্ম ধৰ্ম্ম সবে সুমৰন্ত ॥১০
ব্ৰহ্মা মহেশ্বৰ হৰি, দেৱৰাজ আদি কৰি,
আপোন আপোন ৰথে চড়ি।
সীতাদেৱী অগনিত, প্ৰবেশ ভৈলন্ত দেখি,
সবেয়ো আসিলা লৰলৰি ॥১১
দেৱতা সবক দেখি, কৃতাঞ্জলি কৰি উঠি,
চিন্তিয়া থাকিলা ৰঘুনাথ।
আকাশত থাকি সবে, ৰাঘৱক বুলিলন্ত,
উচ্ছায়া দক্ষিণ তুলি হাত ॥১২
শ্ৰেষ্ঠায়ো পুৰুষ তুমি, জ্ঞানময় মহৌষধি,
দেৱকাৰ্য্যে আসিলা তুমিক।
সীতাদেৱী অগনিত, প্ৰবেশ ভৈলন্ত দেখা,
উপেখি আছিলা তুমি কিক ॥১৩
আমিসবে ভাল জানোঁ, এহি পতিব্ৰতা সাধ্বী,
হেন নাৰী নাহি সীতা সম।
আপনাক নিচিনিয়া, হেন কৰ্ম্ম কৰিলাহা,
মুনিয়ো হৰয় মতিভ্ৰম ॥১৪
দেৱতাক সম্বুধিয়া, ৰঘুনাথে বুলিলন্ত,
সবেয়ো বখানা মোৰ গুণ।
প্ৰতি প্ৰতি ক্ৰমিতেবে, পৰিচয় কৰায়োক,
আমিনো দেৱতা হওঁ কোন ॥১৫

হেন জানো দশৰথ, নৃপতিৰ পুত্ৰ মই,
কৌশল্যা যে দেৱীৰ তনয়।
মানুষৰ ৰূপ ধৰি, নৰ অৱতাৰ কৰি,
শত্ৰুগণ কৰিলোহোঁ ক্ষয় ॥১৬
অমোঘ স্তুতিক কৰি, ব্ৰহ্মায়েৰে বুলিলন্ত,
তুমি নাৰায়ণ মহা হৰি।
উৎপত্তি মৰণ হন্তে, অসুৰক সংহৰণ,
শঙ্খ চক্ৰ গদা পদ্ম ধৰি ॥১৭
মুনিগণে তোমাকেসে, স্থূলৰূপ চিন্তে প্ৰভু,
মোক্ষৰূপ নিৰ্ণয় নজানি।
দাৰিদ্ৰ্য দুঃখক খণ্ডি, তযু হৃদি মণ্ডলিনী,
সীতাদেৱী লক্ষ্মীনী গোসানী ॥১৮
ৰাৱণ মাৰিতে লাগি, ত্ৰিদশৰ বোলে স্বামী,
মৰ্ত্তত ভৈলাহা অৱতাৰ।
তুমিসি সংসাৰ সেতু, উৎপত্তি প্ৰলয় হেতু,
অসন্তক কৰাহা সংহাৰ ॥১৯
এতহন্তে অগ্নি আসি, পুৰুষ মূৰ্ত্তিক ধৰি,
জানকীক কোলে তুলি লৈলা।
সেহি বস্ত্ৰ অলঙ্কাৰে, দশগুণ তেজকান্তি,
ৰামৰ আগত নিয়া থৈলা ॥২০
শুনিয়োক সৰ্ব্বজন, পুণ্যকথা ৰামায়ণ,
মনোহৰ ৰামৰ চৰিত্ৰ।
কৰা কৰ্ণাঞ্জলি পান, মন কৰা সাৱধান,
দিয়া ৰাম চৰণত চিত্ত ॥২১
যত মহাপাপ চয়, খণ্ডিৱন্ত কৃপাময়,
সুখে পাইবা বৈকুণ্ঠত থান।
জানি সভাসদ জাক, ৰামবুলি ছাৰ ডাক,
হৌক সব পাপৰ নিৰ্বাণ ॥২২

৩২ অধ্যায়।

পদ।

অগনি বোলন্ত শুনা জগতৰ বাপ।
মই ভালে জানহোঁ সীতাত নাহি পাপ ॥১
সংসাৰ মাজত নাহি মোত অবিদিত।
সত্যে সত্যে জানকীৰ তোমাতেহে চিত ॥২
ভাৰবাক্য উনকে বুলিলা জানকীক।
বিচনিৰ বাত্ৰে মেক উলিয়ন্ত কিক ॥৩
আপনি জানাহা প্ৰভু সীতা ব্যৱহাৰ।
সববিয়ো গোসাঁই কিসৰ কিক আৰ ॥৪

ৰাঘৱে বোলন্ত তুমি শুনিয়োঁ অগনি ।
সীতা যেন শাস্তী আমি ভাল মতে জানি ॥৫
নজানা সীতাক পৰিক্ষিলো যি কাৰণে ।
জনত থাকিব ৰাম হেন লঘু জনে ॥৬
চিৰকাল আছিলা ৰাৱণ ওৱাৰিত ।
স্ত্রীজাতি উত্ৰাৱল জগতে বিদিত ॥৭
হেনসে ৰাঘৱ তেহেঁ৷ অনুচিতকাৰী ।
অশোধনে সম্বৰিলা আনি হেন নাৰী ॥৮
অগনিত উত্তৰিল জগতে গোচৰ ।
কুল্যা বাণী এৰাইলোহোঁ সমস্ত লোকৰ ॥৯
দেৱতা সবৰ হেন থাকে অনুবোধ ।
এবে সীতা সম্বৰিবোঁ নাহিকে বিৰোধ ॥১০
ব্ৰহ্মায়ে বোলন্ত প্ৰভু হুয়ো পৰিচিত ।
দশৰথ আসিলন্ত তোমাক দেখিত ॥১১
তুমি পুত্ৰে তৰাইলা পাইলন্ত স্বৰ্গলোক ।
পৰম বিভৱে আদৰন্ত দেৱলোক ॥১২
হেন শুনি ৰঘুনাথে মাথা তুলি চাইল ।
পাছে দিব্য বিমানে বাপক ভেট পাইল॥১৩
চৰণ বন্দিলা আথে বেথে গাৱ চালি ।
দশৰথে আনন্দে ধৰিলা আঙ্কোৱালি ॥১৪
সীতা দেখি তাসম্বাৰ আনন্দ মিলিল ।
পাৱ হস্তে লক্ষ্মণক তুলি সাবটিল ॥১৫
ৰামক দুইহাতে ধৰি কোলাত বৈসাইল ।
তিনিকো দেখিয়া বৰ কৌতুহল পাইল ॥১৬
ৰাঘৱক সম্মুখি বোলন্ত দশৰথ ।
আজিসে আছওঁ মই সপ্তম স্বৰ্গত ॥১৭
কৈকেয়ীৰ বচনক নপাসৰোঁ ভালে ।
অদ্যাপিয়ো হিয়াক শালিল যেন শালে ॥১৮
পাপিষ্ঠীৰ বচনে পঠাইলোঁ বনে তোক ।
প্ৰাণক ত্যজিলোঁ পাই নিদাৰুণ শোক ॥১৯
সাৰ্থক কৌশল্যা দেৱী সহিলেক শোক ।
ঘন হস্তে গৈলে দেখিবন্ত দুই পোক ॥২০
সাফল জনম পাইব অযোধ্যাৰ লোকে ।
শ্ৰী সিংহাসনে বাপ দেখিবন্ত তোকে ॥২১
সীতা সম্বৰিয়ো বাপ জগতৰ আই ।
স্বপ্নে জ্ঞানে মনে থাকে তোমাক ধিয়াই॥২২
আমাৰ বংশৰ বাপ তুমি দীপশ্বেৰ ।
ৰাৱণক মাৰি উদ্ধাৰিলা যত দেৱে ॥২৩

ত্ৰৈলোক্য বিজয় ৰাম পূৰ্ব্বে জানো তোক ।
সিংহাসন ৰাজ্য দিবে চাহিলোহোঁ তোক ॥২৪
জ্যেষ্ঠত ভকত লখাই ধন্যতো জীৱন ।
যাহাৰ কীৰিতি গৈলা তিনিয়ো ভুবন ॥২৫
সাৰ্থক জানকী কুল বহাৰী আমাৰে ।
সীতা শাস্তী পতিব্ৰতা বিদিত সংসাৰে ॥২৬
ৰঘুৰ বংশৰ ভৈলা বৰ যশকাৰী ।
জনক নন্দিনী গুণৱতী মহানাৰী ॥২৭
ৰাম তুমি ভালমতে কৰঁা প্ৰতিপাল ।
তোমাৰ বিয়োগে দুঃখ পাইলা চিৰকাল॥২৮
তোমাৰ কনিষ্ঠ ৰাম ভৰতক পাল ।
তোমাত ভকতে দুঃখ সহে চিৰকাল ॥২৯
শত্ৰুঘন পালিবাহা কুমাৰ নিষ্পাপ ।
জ্যেষ্ঠ ভাই হৈলে হৱে কনিষ্ঠৰ বাপ ॥৩০
ৰাঘৱে বোলন্ত বাপ বচন নবাধোঁ ।
এখানি গোচৰ তযু চৰণত সাধোঁ ॥৩১
বুলিলা পাপিষ্ঠী আৰ নচাহিবোঁ তোক ।
কৈকেয়ী মাৱৰ দোষ সব দিয়া মোক ॥৩২
তোমাৰ মনত যদি হেনয় সন্তোষ ।
সমস্ত এৰিলোঁ কৈকেইৰ যত দোষ ॥৩৩
এহি বুলি দশৰথ স্বৰ্গক গৈলন্ত ।
শ্ৰীৰাম লক্ষ্মণ সীতা আকুল ভৈলন্ত ॥৩৪
দশৰথ গৈলা যদি দেৱৰ ভুবন ।
বাসৱে ৰামক চাহি বুলিলা বচন ॥৩৫
ৰাৱণ মাৰিলা মহা বৈৰী জগতৰ ।
যেন অভিমত প্ৰভু মোত লৈয়ো বৰ ॥৩৬
শ্ৰীৰামে বোলন্ত মোক যেবে দিবা বৰ ।
জীয়ায়া দিয়োক মোৰ ভালুক বানৰ ॥৩৭
দাৰুণ সংগ্ৰামে যত বানৰ মাৰিল ।
তাৰা সবে জীলে মোক সবে বৰ দিল ॥৩৮
দুস্তৰৰ বন্ধু বৰ্গ বানৰ আমাৰ ॥
মোক পাই এৰিলেক পুত্ৰ পৰিৱাৰ ॥৩৯
অদ্যাপিয়ো ধৰিবে নোৱাৰোঁ শোকে বুক ।
জীয়ায়া দিয়োক মোক বানৰ ভালুক ॥৪০
অমৃতৰ বৃষ্টি কৰিলেক দেৱৰাজ ।
শ্ৰীৰামৰ হিত চিন্তি সংগ্ৰামৰ মাজ ॥৪১
দাৰুণ সমৰ মাজে যতেক মৰিল ।
নিদ্ৰাৰ জাগিয়া যেন উঠিয়া বসিল ॥৪২

মনত পৰিলা সৱে ৰণে মৰণক।
সষ্টাঙ্গে প্ৰণাম পৰি কৰিলা ৰামক ॥৪৩
শুনা সভাসদ সব ৰামৰ চৰিত্ৰ।
পাপৰ অগনি ইটো কৰ্ণৰ অমৃত ॥৪৪
জানিয়া সংসাৰ তৰিবাৰ কৰঁা কাম।
পাতেক ছাৰোক ডাকি বুলি ৰাম ৰাম ॥৪৫
মাধৱ কন্দলী কহে আন কাম এৰি।
নিৰন্তৰে নৰে ডাকি বোলোঁ হৰি হৰি ॥৪৬

---

### ৫৩ অধ্যায়—শ্ৰীৰামৰ অযোধ্যা গমন।

ছবি

জীৱন্তা মৰন্তা, বানৰ ভালুকে,
লাগি গৈলা গলাগলি।
ৰাঘৱৰ শত্ৰু, ৰাৱণ মৰিল,
ৰঙ্গে হাসে খলখলি ॥১
বন্ধু পৰিৱাৰ, দেখিবোহোঁ যাই,
মনত বৰ উল্লাস।
হৃষ্ট পুষ্ট হুয়া, বানৰ ভালুকে,
চাপিলা ৰামৰ পাশ ॥২
সব দেৱ গণে, উৎসাহ বঢ়াইল,
কৰিলা স্তুতি অশেষ।
ৰাঘৱে সবাকে, সাদৰ কৰিলা,
স্বৰ্গত ভৈলা প্ৰবেশ ॥৩
হৃদয় সন্তোষে, ৰাত্ৰি গোট থকি,
ৰজনী ভৈলা প্ৰভাত।
ৰামৰ চৰণ, বন্দি বিভীষণে,
আঞ্জলি যুৰিলা হাত ॥৪
শুনিয়ো গোসাঁই, দেৱ ৰঘুনাথ,
মোক দিয়া সমিধান।
সকলে সম্ভৃত, মিলায়া আছওঁ,
কৰিয়োক শিৰ স্নান ॥৫
আগৰ চন্দনে, ভূষিত কৰিয়ো,
দেৱ যোগ্য অলঙ্কাৰে।
কন্যাগণ সৱে, গাৱ পখালোক,
প্ৰয়াস খণ্ডোঁ তোমাৰে ॥৬
সুবৰ্ণৰ ঘট, ভৰি থৈয়া আছোঁ,
সুগন্ধি শীতল জল।
দেৱাঙ্গ বস্ত্ৰক, পৰিধান কৰি,
শৰীৰ কৰাঁ নিৰ্ম্মল ॥৭
উচিত বচন, যোগ্য বুলিলাহা,
তুমি মিত্ৰ বিভীষণ।
এহি সব সাজে, স্নান কৰায়োক,
সুগ্ৰীৱাদি কপিগণ ॥৮
ভৰত ভৈয়াই, মৰন্তে আছয়,
এৰিলেক ৰাজ ভোগ।
তাহাক দেখিলে, তেৱে আমাসাৰ,
শিৰ স্নান হোৱে যোগ ॥৯
ৰাৱণক মাৰি, সীতাক লভিলোঁ;
আৰ কিবা মই চাওঁ।
সত্বৰে কাৰ্য্যক, চিন্তিয়োক মিত্ৰে,
যিমতে অযোধ্যা পাওঁ ॥১০
বিভীষণে বোলে, শুনা ৰঘুনাথ,
কিসক আকুল কৰি।
আমাত লাগিয়া, একে দিনে গৈয়া,
অযোধ্যা পাইবা নগৰী ॥১১
কুবেৰ দাদাক, ৰণত জিনিয়া,
ৰাৱণে কাঢ়িয়া নৈলা।
পুষ্পক বিমানে, তোমাক লাগিয়া,
সম্ভৃত কৰিয়া থৈলা ॥১২
ৰাম লক্ষ্মণৰ, সীতা গোসাঁনীৰ,
চৰণ মই আৰাধোঁ।
লঙ্কা নগৰত, কতো দিন থাকা,
এহিসে কাৰ্য্যক সাধোঁ ॥১৩
শ্ৰীৰামে বোলন্ত, যি বোল বুলিলা,
উচিত হৱে প্ৰস্তাৱ।
যি ৰাজ্য তোমাৰ, আমাৰ সি ৰাজ্য,
কিছু নাহি ভিন্ন ভাৱ ॥১৪
অন্তৰ্গত শুদ্ধ, জানোহোঁ তোমাৰ,
ন দেখিবা খিখিয়াট।
কহিবা পুষ্পক, ৰথ আনিয়োক,
সত্বৰে মেলাওঁ বাট ॥১৫
আৰৰ বচন, বোলওঁ তোমাক,
শুনিয়ো নৃপ লঙ্কাৰ।
সুগ্ৰীৱ প্ৰমুখ্যে, সকল সেনাক,
বাণ্টে দিয়া অলঙ্কাৰ ॥১৬

ৰামৰ বচনে, বিভীষণ ৰাজা,
শিৰোগত কৰি মানি।
সুবৰ্ণ ৰতন, মাণিক পোৱাল,
সবাক দিলন্ত আনি ॥১৭
অলঙ্কাৰ পিন্ধি, বানৰ ভালুক,
হৰিষে উজ্জ্বল মুখ।
ৰামৰ মনত, হৰিষ দেখিয়া,
সবাৰ মনত সুখ ॥১৮
ৰথ খান আনি, আগত যোগাইলা,
ৰাঘৱে চড়িলা তাত।
লক্ষ্মণ কুমাৰ, পাছত চড়িলা,
চড়িলা সীতা আগত ॥১৯
ৰামে আদেশিলা, সুগ্ৰীৱ সুহৃদ,
তুমি কিষ্কিন্ধাক যাহাঁ।
বিভীষণ মিত্ৰ, লঙ্কা নগৰীত,
আকণ্টকা ৰাজ্য খাহাঁ ॥২০
সব কপিগণ, বানৰ ভালুক,
কৰিলা অশক্য কায।
বন্ধু পৰিৱাৰ, দেখিয়োক গৈয়া,
চলিয়ো আপন ৰাজ ॥২১
সবে হন্তে মিলি, ৰামত বিনাৱে,
আমিয়ো তুলত যাওঁ।
অযোধ্যাক গৈয়া, নয়ন ভৰিয়া,
তযু অভিষেক চাওঁ ॥২২
তেবেসে আমাৰ, মনোৰথ সিদ্ধি,
জীৱন হোৱে সাফল।
পাছে আপোনাৰ, দেশক চলওঁ,
তোমাৰ দেখি কুশল ॥২৩
শ্ৰীৰামে বোলন্ত, যদি সবে যাহা,
তেবে মোৰ বৰ ভাগ।
সব সেনাগণ, সহিতে সুগ্ৰীৱ,
সত্বৰে চলিয়ো আগ ॥২৪
বিভীষণ মিত্ৰ, সত্বৰে চলিয়ো,
ৰাক্ষসগণ সমস্তে।
ৰামৰ আদেশে, সবেযো চড়িলা,
সেহিটো পুষ্পক ৰথে ॥২৫
ৰামৰ আদেশে, পুষ্পকত চড়ি,
চলি গৈলা অযোধ্যাক।
সমৰ ভূমিৰ, থান চিনায়ন্তে,
ৰাহন্তে দেৱী সীতাক ॥২৬
হেৰা দেখাঁ তুমি, জনক নন্দিনী,
ত্ৰিকূট উপৰে লঙ্কা।
যাত থাকি দেৱ, ৰাৱণে জিনিল,
কাহাকো নকৰে শঙ্কা ॥২৭
দাৰুণ সমৰ, ভূমিক আপান,
নয়ন বলায়া চাহা।
ইঠাৱতে মই, ৰাৱণ বধিলো,
ভাল মতে আকলাহা ॥২৮
কুম্ভকৰ্ণ বীৰে, সমৰে মাৰিলো,
কপিৰ খণ্ডিলোঁ ভীত।
তোমাৰ দেৱৰে মাৰিলা সমৰে,
ইঠাৱতে ইন্দ্ৰজিত ॥২৯
প্ৰহস্ত বীৰক, মাৰিলন্ত নীলে,
এহিটো সমৰ থানে।
অশেষ ৰাক্ষস, বীৰক মাৰিলা,
অঙ্গদ এ হনুমানে ॥৩০
অসংখ্য ৰাক্ষস, ৰণত মাৰিলো,
লেখিতে তাক নপাৰি।
শকতি হানিয়া, ৰাৱণে লখাইক,
ইঠাৱতে থৈলা মাৰি ॥৩১
জম্বুদ্বীপক যে, গৈয়া হনুমন্তে,
চন্দ্ৰ পৰ্ব্বতক পাইল।
বিশল্যকৰণী, ঔষধ আনিয়া,
লক্ষ্মণ পাই জীয়াইল ॥৩২
এহিসে থানত, মায়ায়ে ৰাৱণি,
দোভাইক শৰে বান্ধিল।
শৰীৰত জীৱ, নাছিল দেখিয়া,
বানৰে বেঢ়ি কান্দিল ॥৩৩
বায়ু আসি মোৰ, কাণত জপিলা,
কৰাইলা পাছে চেতন।
তান উপদেশে, আমিয়ো কৰিলোঁ,
গৰুড়ক সুমৰণ ॥৩৪
উবাৱ কৰিয়া, গৰুড় আসিয়া,
মাত্ৰিলা অমৃত হাতে।
তাহান প্ৰসাদে, দুয়ো ভাই পাছে,
আমি জীলোঁ অব্যাহতে ॥৩৫

সুবেল পর্ব্বত, দেখিয়োক সীতা,
বিস্তাৰ চবাৰ অতি ।
সাগৰ তৰিয়া, সহিত সসৈন্যে,
এথাত বঞ্চিলোঁ ৰাতি ॥৩৬
বিষম গহ্বৰ, সাগৰ দেখাহা,
যাৰ নলক্ষিয়া পাৰ ।
মন্দৰ সদৃশ, ঢেউ সব বাজে,
স্বৰ্গ সম একাকাৰ ॥৩৭
আমাৰ কীৰ্ত্তিক, দেখিয়োক সীতা,
সাগৰে বান্ধিলোঁ সেতু ।
এহি পথে সব, সৈন্য পাৰ ভৈলা,
তোমাৰ কাৰ্য্যৰ হেতু ॥৩৮
আমাৰ সেনাৰ, কাঠগড়া দেখাঁ,
বহল সাগৰ তীৰে ।
এহিতো ঠাৱত, দৰশন ভৈলোঁ,
মিত্ৰ বিভীষণ বীৰে ॥৩৯
কিষ্কিন্ধা নগৰী, দেখিয়োক সীতা,
কৰিলোঁ অশক্য কাষ ।
এক পাট শৰে, বালিক মাৰিলোঁ,
সুগ্ৰীৱক দিলোঁ ৰাজ ॥৪০
ঋষ্যমুখ গিৰি, দেখাহা জানকী,
চম্পা সৰোৱৰ তীৰে ।
তোমাক খোজন্তে, দৰশন এথা,
ভৈলোঁ হনুমন্ত বীৰে ॥৪১
সুগ্ৰীৱ সহিতে, পৰ্ব্বত উপৰে,
আমাৰ ভৈল সখিত্ব ।
এহিতো থানত, দৰশন আৰো,
আথান্তৰ বিপৰীত ॥৪২
কবন্ধ অসুৰ, আছিল এহিতো,
প্ৰহৰৰ পদ্ম বাহু ।
আমি দুই ভাইক, ধৰিয়া আনিল,
চন্দ্ৰক যেহেন ৰাহু ॥৪৩
খাণ্ডাৰ প্ৰহাৰে, বাহুক ছেদিলোঁ,
তাহাক মাৰি পেলাইলোঁ ।
এহিটো থানত, জটায়ু বীৰক,
আমি দৰশণ পাইলোঁ ॥৪৪
তোমাক ৰাৱণে, হৰিবাৰ কথা,
আমাত তেহোঁ কহিল ।
কাষ্ঠ সংস্কাৰ, কৰি দুয়ো ভাই,
জটায়ু বীৰ দহিল ॥৪৫
কদলী বনক, দেখিয়োক সীতা,
দহিলা শোকে আমাক ।
ঋষি বেশ ধৰি, ইঠাইত ৰাৱণে,
হৰিয়া নিলে তোমাক ॥৪৬
হেৰা বন খান, দেখিয়ো ইঠাৱে,
অশেষ কৰিলোঁ ৰণ ।
চৌদ্দয় হাজাৰ, ৰাক্ষস মাৰিলোঁ,
ত্ৰিশিৰা খৰ দূষন ॥৪৭
পঞ্চবটী বন, দেখা শূৰ্পনখা,
পাইবাক ধাইল তোমাক ।
লখমনে তাইৰ, খড়্গ ধৰিয়া,
চপাই কাটিলন্ত নাক ॥৪৮
এহি ঠাৱে আমি, অগস্তি ঋষিত,
পাইলোঁ দিব্য ধনুবাণ ।
যাহাৰ প্ৰসাদে, ৰাৱণ মাৰিলোঁ,
দেৱক কৰিলোঁ ত্ৰাণ ॥৪৯
শৰভঙ্গ ঋষি, আমাসাক পাই,
ইঠাৱে কৈলা সাদৰ ।
তাহান থানত, মাৰিয়া পেলাইলোঁ
বিৰাধ এ নিশাচৰ ॥৫০
অত্ৰি ঋষিৰ যে, ঠাৱত জানকী,
লভিলোঁ গুণ অপাৰ ।
অনসূয়া দেবী, তোমাক দিলন্ত,
অঙ্গ ৰঞ্জি অলঙ্কাৰ ॥৫১
চিত্ৰকূট গিৰি, দেখিয়োক সীতা,
আৱকা আসিয়া পাইল ।
এহিসে ঠাৱত, ভৰতে আমাক,
পলটাই নিবাক চাইল ॥৫২
হেৰা মন্দাকিনী, নদীক দেখাহা,
শীতল নিৰ্ম্মল জল ।
ইহাৰ তীৰত, পিতৃ পিণ্ড দিলোঁ,
যেন বদৰিৰ ফল ॥৫৩
হেৰা দেখিয়োক, জনক নন্দিনী,
আসিয়া পাইলোঁ প্ৰয়াগ ।
ভৰদ্বাজ ঋষি, আশ্ৰমক পাইলো,
আমাৰ বৰহি ভাগ ॥৫৪

ইঠাৰবে পৰা, নয়ন বলাহা,
চাহিয়ো অনেক দূৰ।
গঙ্গাতীৰে দেখা, মোৰ প্ৰিয় সখা,
গুহক ৰাজাৰ পুৰ ॥৫৫
যি যি পথে আমি, লঙ্কাক আসিলোঁ,
তুনাই আইলো সেই পথে।
বিভীষণ গুণে, দুঃখ নপাইলোঁহো,
আসিলোঁ পুষ্পক ৰথে ॥৫৬
জনক জিয়াৰী, সীতা প্ৰাণেশ্বৰী,
চাহাঁ মনুষ্য পৰিহৰি।
ঋণু ঋণু কৰি, হেৰা দেখিয়োক,
অযোধ্যা মোৰ নগৰী ॥৫৭
শুনা সভাসদ, ৰামায়ণ পদ,
বৈকুণ্ঠক যাৰ ইচ্ছা।
এৰি আন কাম, বোলোঁ ৰাম ৰাম,
জন্মক নকৰা মিছা ॥৫৮

---

### ৫৪ অধ্যায়—শ্ৰীৰামৰ অযোধ্যা প্ৰবেশ আৰু অভিষেকৰ আয়োজন।

পদ।

ৰামে চিনাইলন্ত সীতা দেখিলা অশেষ।
পাছে ভৰদ্বাজ ঋষি আশ্ৰমে প্ৰবেশ ॥১
পুষ্পকৰ হন্তে পাছে সবহি নামিল।
শ্ৰীৰাম লক্ষ্মণ সীতা ঋষিক নমিল ॥২
ভাল মতে আদৰিলা ঋষি ভৰদ্বাজে।
সবেয়ো বসিল গৈয়া ঋষিৰ সমাজে ॥৩
অৱশেষ কথা যত কহিলা সমস্তে।
ৰামে ৰাৱণক মাৰিলন্ত যেন মতে ॥৪
শ্ৰীৰামে বোলন্ত ঋষি পুছুহোঁ তোমাত।
ভৰতৰ যত কথা কহিয়ো আমাত ॥৫
কুশলে কি আছে মোৰ ভাই শুদ্ধমতি।
কৌশল্যা সুমিত্ৰা মাৱ ভালে কি আছন্তি ॥
ভৰদ্বাজে ৰাঘৱক দিলন্ত সিদ্ধান্ত।
শুনিয়োক ভৰতৰ যি মত বৃত্তান্ত ॥৭
তোমাৰ সদৃশ তান পৰিধান চীৰ।
অস্থি চৰ্ম্ম মাংস সাৰ পঙ্কিত শৰীৰ ॥৮
তালে শুনি আছো ভৰতৰ যেন মত।
ভৰত কুমাৰ বৰ তোমাতে ভকত ॥৯
নিতে পানৈ পূজন্ত ভোজন ফল মূলে।
মায় ভাই সহিতে আছন্ত অনুকূলে ॥১০
তোমাৰ নিকাৰ যত শুনিয়া বনত।
সীতাৰ হৰণ শুনি বিষাদ মনত ॥১১
সুগ্ৰীৱ সখিত্ব বালি বীৰ ভৈলা বধ।
হনুমন্তে কৰিলেক লঙ্কাক দগধ ॥১২
নলে সেতু বান্ধিলন্ত তোমাৰ প্ৰবন্ধ।
সমুদ্ৰ তৰিয়া বধিলন্ত দশকন্ধ ॥১৩
বিভীষণ ৰাজা ভৈলা সীতাৰ নিস্তাৰ।
সব কথা শুনি আছোঁ বহল বিস্তাৰ ॥১৪
দেৱৰ ৰাজাত তুমি যেন বৰ পাইলা।
অমৃত বৰিষি সব বানৰ জীৱাইলা ॥১৫
সন্তোষ মিলিলা বৰ আমাৰ মনৰ।
যেন অভিমত প্ৰভু মোত লৈয়ো বৰ ॥১৬
অনুগ্ৰহ আছে যেবে মোক দিবা বৰ।
সন্তোষ কৰায়ো মোৰ ভালুক বানৰ ॥১৭
অকালত সমস্ত বৃক্ষত ফল হৌক।
মধু হোক কৰি সবে ভোজন কৰোক ॥১৮
ভৰদ্বাজ ঋষিয়ে বুলিলা এবমস্তু।
সকল বৃক্ষত হৌক মধু ফল বস্তু ॥১৯
হৰিষে বানৰ বৰ বৰ গাছে চড়ি।
অমৃত সমান ফলে লগাইলা দাদৰি ॥২০
কৌতূহলে ৰামে নিশা বঞ্চিলন্ত তয়।
প্ৰভাত ভৈলন্ত ৰবি কিৰণ উদয় ॥২১
মনে বিমৰিষি ৰাম ত্ৰিজগত নাহা।
বোলন্ত মাৰুতি তুমি অযোধ্যাক যাহাঁ ॥২২
গঙ্গা তীৰে শৃঙ্গবেৰ পুৰক দেখিবা।
আমাৰ কুশল গুহ ৰাজাত কহিবা ॥২৩
পাছে তুমি নন্দিগ্ৰাম নগৰীক যাইবা।
ভৰতৰ আগে সব কুশল জনাইবা ॥২৪
ৰামক প্ৰণামি হনুমন্ত গৈলা চলি।
শৃঙ্গবেৰ পুৰে গুহ ৰাজাক আৰ্কলি ॥২৫
ব্ৰাহ্মণৰ বেশে কথা কইলা আদি অন্ত।
ৰাৱণক মাৰি ৰাম লক্ষ্মণ আসন্ত ॥২৬
গুহৰাজে বোলন্ত সাফল মোৰ দিন।
হৰষিত ভৈলোঁ বৰ আনন্দক চিন ॥২৭
সাফল জীৱন্তে মই আছোঁ এতকাল।
ৰামক দেখিবোঁ অযোধ্যাৰ মহীপাল ॥২৮

গুহ নৃপতিত কহি উত্রাৱল মনে।
বায়ুসুত লৰি গৈলা সত্বৰ গমনে ॥২৯
নন্দিগ্ৰাম কোল পাই শিৱিৰন্ত বন।
ফলে ফুলে জ্যোতিষ্কাৰ দেখি সুশোভন ॥৩০
দণ্ড দুইৰ পন্থ হোৱে অযোধ্যাৰ হন্তে।
নন্দি গ্ৰামে প্ৰবেশিলা বীৰ হনুমন্তে ॥৩১
সভাৰ মাজত বসি আছন্ত ভৰত।
ধৌত দান্ত পান্তি জটা জুটক মুণ্ডত ॥৩২
হবিঠা ভক্ষণ মাত্ৰ মলপঙ্কধাৰী।
শুক্ল চিৰ পৰিধান যেন ব্ৰহ্মচাৰী ॥৩৩
চতুষ্পাৰ্শ্বে বেড়ি আছে মুখ্য মুখ্য পাত্ৰ।
পাশে যুৰি থিত্ত শুষ্ক অস্থি চৰ্ম্ম মাত্ৰ ॥৩৪
ব্ৰাহ্মণৰ বেশে হনুমন্ত উপগত।
আশীৰ্ব্বাদ কৰি বোলে শুনিয়ো ভৰত ॥৩৫
ত্ৰিকূটক লাগি ৰাক আনিবাক গৈলা।
ৰাৱণক মাৰি ৰাম সীতা সমে আইলা ॥৩৬
সকল ৰাক্ষস আৰ সব কপিগণ।
সুগ্ৰীৱ আসিলা আসিলেক বিভীষণ ॥৩৭
ভৰদ্বাজ থানে ৰাম আছন্ত প্ৰয়াগে।
আমাক পঠাইলা বাৰ্ত্তা কহিবাক আগে ॥৩৮
গাৱ চালি ভৰত উঠিলা কৌতূহলে।
সাৱটিয়া ধৰিলন্ত ব্ৰাহ্মণৰ গলে ॥৩৯
হৰিষ ভৈলন্ত আতি কৈকেয়ীৰ পোৱে।
সকল শৰীৰ তান তিয়াইলন্ত লোৱে ॥৪০
দেৱ কি মানুষ তুমি আসি ভৈলা কোন।
সুজিবাক নপাৰোঁ তোমাৰ ইটো গুণ ॥৪১
ভাল মতে কহিয়োক শুনো সব কথা।
হনুমন্তে কহিলন্ত সকল ব্যৱস্থা ॥৪২
অযোধ্যা অবধি যত পথৰ বৃত্তান্ত।
চন্দ্ৰৰ মাতৃত সীতা বৰ লভিলন্ত ॥৪৩
বিৰাধৰ বধ শৰভঙ্গ আলাপৰ।
অগস্তিত যেন মতে পাইলা ধনুশৰ ॥৪৪
শূৰ্পণখাৰ নাসা ছেদ খৰৰ মৰণ।
মাৰীচৰ বধ যেন সীতাৰ হৰণ ॥৪৫
জটায়ুক ৰাৱণে মাৰিল যেন মতে।
পাখা ছেদ ভৈলা ৰামে দহিলা পথতে ॥৪৬
কবন্ধক মাৰিলন্ত শবাৰু সহিত।
সুগ্ৰীৱ সহিতে ৰাম ভৈলন্ত সখিত ॥৪৭
সুগ্ৰীৱৰ হেতু বালি বধ আসৰিল।
বানৰ বলক পাক্কি দিলা দশোদিশ ॥৪৮
সম্পাতিক দৰিশন সমুদ্ৰ তৰণ।
আপুনি ভৈলন্তোঁ জানকীক দৰশন ॥৪৯
লঙ্কাপুৰী দহি পুনৰপি আগমন।
ৰাম বিভীষণ যেন মত বিবৰণ ॥৫০
সাগৰত সেতু বান্ধি সসৈন্যে তৰিলা।
যে যে ৰাক্ষসক যে যে বানৰে মাৰিলা ॥৫১
ইন্দ্ৰজিত পৰিলন্ত লক্ষ্মণৰ হাতে।
ৰাৱণ মাৰিলা ৰামে জগতৰ তাতে ॥৫২
সীতাক কৰিল অগনিত পৰীক্ষণ।
সিকালত আছিলা যতেক দেৱগণ ॥৫৩
লগে আসিলন্ত দশৰথ মহাৰাই।
সীতা শুদ্ধ বুলিলা ত্ৰিদৰ্শ অৱগাই ॥৫৪
আপনি অগনি জানকীক কোলে তুলি।
আনি দিলা আপনি সীতাক শুদ্ধ বুলি ॥৫৫
ত্ৰিদশ দেৱতা জানকীক প্ৰশংসিলা।
ত্ৰিদশৰ হস্তে ৰামে যশক লভিলা ॥৫৬
ৰাঘৱক বাসৱে কৰিলা বৰ দান।
মৰিলা বানৰ যত লভিলা পৰাণ ॥৫৭
আন দেৱ সবে ৰাঘৱক দিলা বৰ।
পুষ্পকত চড়ি আসে জগত ঈশ্বৰ ॥৫৮
পুছিলন্ত ভৰতে তোমাৰ কিবা নাম।
তুমি সমে একত্ৰ ভৈলন্ত কেনে ৰাম ॥৫৯
তেহেঁা জ্যেষ্ঠ ভাই মোৰ পিতৃ সমসৰ।
হেন শুনি হনুমন্তে দিলন্ত উত্তৰ ॥৬০
বায়ুসুত হনুমন্ত জানিবা আমাক।
লঙ্কেশ্বৰে হৰি নিল জানকী সীতাক ॥৬১
তাহাঙ্ক খোজন্তে দুই ৰাম লখমণ।
তেহেঁা দুই সমে মই ভৈলোঁ দৰশন ॥৬২
পাছে মই তাসবাত পুছিলোঁ বাৰ্ত্তাক।
কি কাৰণে বনে খুজি ফুৰাহা কাহাক ॥৬৩
তোমৰা যে কোন দুই হৱে কিবা নাম।
স্বৰূপে কহিয়ো এত আছে কোন কাম ॥৬৪
অনন্তৰে লক্ষ্মণে যে বুলিলা বচন।
ইহাঙ্ক বোলয় ৰাম আমাক লক্ষ্মণ ॥৬৫
ইহান ভাৰ্য্যাক হৰি নিলেক ৰাৱণে।
তাহাঙ্ক খোজন্তে আমি ফুৰু বনে বনে ॥৬৬

মোৰ বৰ ভাই এহোঁ বৰ ধনুৰ্দ্ধাৰী।
শতেক বাৰণ ভৈলে মাৰিব্ৰাক পাৰি ॥৬৭
বাৰণক এন্তে যদি পান্ত দৰশন।
মাৰি পঠাইবাক পাৰে যমৰ সদন ॥৬৮
লক্ষ্মণে পুছিলা পাছে আমাৰ বাৰ্ত্তাক।
তুমি এথা ভূমি কিক, কি বোলে তোমাক ॥
কি কাৰণে নিৰ্জ্জন বনত আগমন।
আমাত কহিয়ো তুমি স্বৰূপ বচন ॥৭০
হেন জানি আমি যথা যোগ্য সমুচিত।
ৰাম লক্ষ্মণৰ আগে কৰিলোঁ বিদিত ॥৭১
ইন্দ্ৰৰ তনয় বালি, নামে বীৰ বৰ।
সূৰ্য্য সুত সুগ্ৰীৱ তাহান সহোদৰ ॥৭২
দুইৰ বিবাদ ভৈলা ভাৰ্য্যাৰ নিমিত্ত।
দুয়োৰ মধ্যত মই সুগ্ৰীৱৰ হিত ॥৭৩
সুগ্ৰীৱক নিকলিল বালি মহাৰাজে।
পালায়া থাকন্ত তেহে নগৰৰ বাজে ॥৭৪
সুগ্ৰীৱৰ লগত আমাৰ বনবাস।
স্বৰূপ কাহিনী আমি কৰিলোঁ প্ৰকাশ ॥৭৫
দুয়োৰ ভাৰ্য্যাক হৰি নিলে দুই জন।
দুয়োৰ মিত্ৰতা শোভে শুনিয়ো লক্ষ্মণ ॥৭৬
হেন শুনি ৰাম দেৱে বুলিলন্ত বাণী।
মিত্ৰতা যে কৰিব মিত্ৰৰ মন জানি ॥৭৭
সুগ্ৰীৱ সহিত ৰাম ভৈলা এক থান।
দুয়ো দুইৰ মিত্ৰ পাছে ভৈলা পৰমান ॥৭৮
বালিক মাৰিয়া সুগ্ৰীৱক দিলা ৰাজ।
সুগ্ৰীৱয়ে কৰিলা মিত্ৰৰ যত কায ॥৭৯
সসৈন্যে ৰাঘৱ প্ৰয়াগত জিৰায়ন্ত।
ব্ৰাহ্মণৰ বেশে আইলোঁ মই হনুমন্ত ॥৮০
ৰামে পঠাইলন্ত বাৰ্ত্তা জনাইবাক লাগি।
সাফলিয়ো নয়ন তুমিসে পুণ্যভাগী ॥৮১
এতেক জানিয়া যেন কাৰ্য্য হৱে যোগ।
ৰঘু বংশ দীপ তুমি কৰিয়ো উদ্‌যোগ ॥৮২
ভৰতে বোলন্ত এবে খণ্ডিলা বিষাদ।
প্ৰিয় বাৰ্ত্তা কহিলা যে, কিদিব প্ৰসাদ ॥৮৩
তথু উপকাৰ ইটো সুজু অসু এক।
হৃষ্ট পুষ্ট বাচি লৈয়ো ধেনু অযুতেক ॥৮৪
অলঙ্কাৰে মণ্ডিত কুণ্ডলে শোভে কৰ্ণ।
তেহোঁ শত কন্যা নিয়ো আৰ বহু ধন ॥৮৫
গ্ৰাম সহস্ৰেক লৈয়ো আৰ শত দাসা।
দুই সহস্ৰেক দিলা সুবৰ্ণৰ বাঁশী ॥৮৬
শত্ৰুঘ্নক আদেশিলা ভৰত কুমাৰে।
শ্বেত নেত পতাকা বিবিধ অলঙ্কাৰে ॥৮৭
মাঙ্গল্য বিধান বাদ্য কৰায়ো অপাৰ।
প্ৰাণত অধিক ৰাম আসন্ত আমাৰ ॥৮৮
তিনিয়ো মাতৃত কহ হেনয় বাৰ্ত্তাক।
কালি প্ৰবেশিব ৰাম আসি অযোধ্যাক ॥৮৯
ভৰতৰ বাণী শুনি কৌতূহল পাইল।
তেতিক্ষণে শত্ৰুঘ্নে নগৰী সাজিল ॥৯০
সাজি মাজি পচুলী পচুলী কইলা কল।
ৰত্ন দীপ দিলা সুবৰ্ণৰ ঘটে জল ॥৯১
লৱঙ্গ মালতী মালা সুগন্ধক কহে।
সুৰভি শীতল অনুকূলে বায়ু বহে ॥৯২
সুগন্ধ চন্দনে সুবাসিত দশোদিশ।
কৌতূহলে লোকৰ লাগিল উসমিস্ ॥৯৩
আনন্দ বধাই বৰ কৰি কুমৰ্থলি।
পতাকা সোণাৰ ধ্বজ ধৰে তুলি তুলি ॥৯৪
সোণা ৰূপা সিঞ্চে কতো মুকুতাৰ বৰি।
ইভিতি সিভিতি প্ৰজা লৰৰা লৰৰি ॥৯৫
যেই যেন মতে আছে দিলেক লৰৰ।
ছৱালে কান্দন্তে মাৰে নিসন্ধি চাপৰ ॥৯৬
নাৰী সবে লৰি ভৈলা হৰষে ফৰষে।
কতো বিমুকুত কেশে কাখত কলসে ॥৯৭
সকল নগৰী সুমণ্ডিত অলঙ্কাৰে।
ৰতন মাণিক জ্যোতি অতি জ্যোতিষ্কাৰে ॥
লাস বেশ কৰি নৰ নাৰী সমুদাই।
ৰাম আসিবাৰ শুনি আথে বেথে যাই ॥৯৯
চিৰকালে দেখিবোঁ চাহিবোঁ নেত্ৰ ভৰি।
নানা বাদ্য বায়ে, নাচে ভঙ্গি ভাৱ কৰি ॥১০০
ৰাম দৰশন অভিলাষে নৰ নাৰী।
মহা কৌতূহলে আতি অযোধ্যা নগৰী ॥১০১
অনেক সহস্ৰ চলি যাই মত্ত গজ।
সাক্ষাততে ভাৰ্গৱ মাহুত সব সজ ॥১০২
মেঘত বিদ্যুত যেন বিভূষিত কালা।
সাক্ষাতে দেখিয়া যেন পৰ্ব্বতৰ মালা ॥১০৩
অনেক সহস্ৰ কৌটি চলে দিব্য ঘোড়া।
পক্ষী সম সকাৰে পৱন সম জোৰ ॥১০৪

সুশিক্ষিত বাহুতে চলাৱে জাম্পে জাম্পে ।
খুৰাৰ শবদে ভুমি ঘনে ঘনে কাম্পে ॥১০৫
ভৰত চলিলা পানৈ যুৰি ধৰি মাথে ।
অতি শুক্ল চামৰ যুগল ধৰি হাতে ॥১০৬
ৰাঘৱক লাগি লৈলা ধৱল ছত্ৰেক ।
যেন পূৰ্ণিমাৰ চান্দ উদিত প্ৰত্যেক ॥১০৭
অযোধ্যাত শুনিলেক ৰাজ মন্ত্ৰী লোকে ।
আগ বাঢ়িবাক গৈলা মনত উৎসুকে ॥১০৮
কৌশল্যা সুমিত্ৰা উঠিলেক এক যানে ।
হৰ্ষিত লোতক জৰে সজল নয়নে ॥১০৯
দেখিবওঁ মুখ আতি পুত্ৰ মহাবীৰ ।
মনত বিষাদ বৰ ভৈলা কৈকেয়ীৰ ॥১১০
মুখত মধুৰ মনে মনে গুণি আছে ।
হৃদয়ত খুৰ চলি ভৈলা পাছে পাছে ॥১১১
হয় হস্তী ৰথ পদাতিৰ ঘন ৰোল ।
আনন্দ অপাৰ শঙ্খ ভেৰী ঢাক ঢোল ॥১১২
সমস্ত নগৰী নন্দিগ্ৰামক চলিল ।
দল দোপ কৰি সব পৃথিৱী লৰিল ॥১১৩
যেতিক্ষণে আসিবাৰ কৈলা হনুমন্ত ।
তেতিক্ষণে দেখে ৰামদেৱে নাসিলন্ত ॥১১৪
ভৰতে বুলিলা পাছে বায়ুৰ পুত্ৰক ।
হনুমন্ত কি কাৰণে নেদেখোঁ ৰামক ॥১১৫
বানৰ জাতিৰ কিবা হেনয় স্বভাৱ ।
চঞ্চল চৰিত্ৰ গতি দেখি ঠাৱে ঠাৱ ॥১১৬
ৰাঘৱ আসন্ত বুলি মোত জনাইলাহা ।
হেন মতে মোক ভুমি ভাণ্ডিবাক চাইঁ॥১১৭
আসিব নাসিব ৰাম বোলাঁ স্পষ্ট কৰি ।
এতিক্ষণে কিসক নাসিলা ৰামহৰি ॥১১৮
হনুমন্তে বোলন্ত আসিব ৰামদেৱ ।
এহি বুলি আকাশক কৰিলন্ত সেৱ ॥১১৯
বায়ুপথে চলিয়া দেখন্ত হনুমান ।
কপিসেনা ফল খাই ৰামে অপেক্ষন্ত ॥১২০
আকাশৰ হন্তে নাহি পৱনৰ সুত ।
ভৰদ্বাজ আগে যাই কহিলা প্ৰস্তুত ॥১২১
অকালত ভৰদ্বাজ ঋষি বৰ আছে ।
নিৰন্তৰে বৃক্ষ সবে ফল ধৰে গাছে ॥১২২
কপিসেনা বৃক্ষত চড়িয়া ফল খাই ।
ৰামদেৱে আছন্ত সেনাৰ বল চাই ॥১২৩

সেনাক অপেক্ষি ৰাম আছন্ত তহিত ।
কতো কতো কপি পাৰ হোৱে গোমতীত॥
কৰ্ণ পাতি শবদ শুনিয়ো বানৰৰ ।
আকাশ ছানিলা দেখোঁ ধুলায়ে পাৰৰ ॥১২৫
আকৰ্ণ শবদ সবে কৰ্ণপথ ভেদি ।
বানৰে এৰাইলা জানো মন্দাকিনী নদী॥১২৬
কিঙ্কিনী শবদ বাদ্য শুনা কণ কণ ।
প্ৰসন্ন দেখিয় যেন ৰবিৰ কিৰণ ॥১২৭
চক্ষু বলাই চাইঁা ভুমি কুমাৰ ভৰত ।
গগন মণ্ডিয়া আসে দিব্য পুষ্পৰথ ॥১২৮
অলঙ্কাৰে সুমণ্ডিত দীপিতি অনেক ।
খসিয়া আসয় যেন সূৰ্য্য খণ্ড এক ॥১২৯
উপৰে দেখিয়ো সীতা ৰাম লখমণ ।
বিভীষণ প্ৰমুখ্যে যতেক কপিগণ ॥১৩০
ৰাঘৱে আছন্ত বসি ৰথৰ উপৰে ।
সূৰ্য্য প্ৰকাশন্ত যেন সুমেৰু শিখৰে ॥১৩১
সকল প্ৰজাৰ বিজ কোলাহল ৰোল ।
জয় জয় ৰাম ধ্বনি পাইলা স্বৰ্গ কোল॥১৩২
আকাশৰ হন্তে ৰামদেৱে দেখিলন্ত ।
বশিষ্ঠক আদি কৰি ভৰত আসন্ত ॥১৩৩
ৰামে পুষ্পক চাই বুলিলা বচন ।
ক্ৰমতে আসে দেখোঁ ভৰতৰ সেনাগণ ॥১৩৪
ৰাঘৱৰ বচনে পুষ্পক ৰথৱৰ ।
ক্ষনেকেতে আসি পাইলা সবাৰ গুচৰ ॥১৩৫
ৰথৱৰে পাইলেক ধৰণী মণ্ডলক ।
কৰযোৰে সব প্ৰজা নমিলা ৰামক ॥১৩৬
ভৰতেয়ো নমিলা ৰামৰ দুই পাৱে ।
জানকীক প্ৰণামিলা অতুল্য সুভাৱে ॥১৩৭
গদগদ বাক্যে ৰাম প্ৰাণ ভাই বুলি ।
পুষ্পক ৰথত নিয়া ভৰতক তুলি ॥১৩৮
সুগ্ৰীৱ অঙ্গদ হনুমন্ত নল নীল ।
সবাৰ ভৰত বীৰে কুশল পুছিল ॥১৩৯
তাৰা সবে স্বৰূপ ধৰিয়া মানুষৰ ।
আৰোগ্য কুশল পুছিলন্ত ভৰতৰ ॥১৪০
ভৰতেয়ো বিভীষণ গলত ধৰিলা ।
তোমাৰ প্ৰসাদে দাদা দুখক তৰিলা ॥১৪১
ৰামন্তিক ভৰতে কৰিলা বহুমান ।
ভুমিলে দিলাহা অসকলক প্ৰাণদান ॥১৪২

শত্ৰুঘনে নমিলন্ত দুয়ো ভাইৰ পাৱে।
জানকীক প্ৰণামিলা সাদৰিত ভাৱে ॥১৪৩
আন বীৰ সকলক কৰিলা আশ্বাস।
কাকো গলে বান্ধি কাৰো মুখ চাই হাস ॥
ৰামদেৱে বশিষ্ঠক কৰিলা প্ৰণাম।
আশীৰ্ব্বাদ দিলা দুইয়ো চিৰঞ্জীৱ ৰাম ॥১৪৫
কৌশল্যা মাৱক দেখিলন্ত ৰঘুনাথে।
চৰণত পৰি ধৰি জান্তিলন্ত মাথে ॥১৪৬
পাৱহস্তে কৌশল্যায়ে সাবটিলা গলে।
হৰিষে লোতক বহে নয়ন যুগলে ॥১৪৭
সুমিত্ৰাক নমিয়া নমিলা কৈকেয়ীক।
দশৰথ ৰাজাৰ তিনিয়ো মহাদেইক ॥১৪৮
সকল প্ৰজায়ে বোলে আমি ভালে জীলোঁ।
আৰকা আসিলা প্ৰভু আনন্দ মিলিল ॥১৪৯
অনেক ভকতি স্তুতি বাণী কৰি কেলে।
সবাক ৰাঘৱে আদৰিলা হাত মেলি ॥১৫০
ভৰতে দুখানি পানৈ শিৰৰ নমাইল।
ৰামৰ পাৱত নিয়া আপনি পিন্ধাইল ॥১৫১
দাদা অনুমতি হেৱা আছয় আমাত।
আপনি আসিলা মোৰ অনাথৰ নাথ ॥১৫২
ৰাজ্যক লৈয়োক দাদা তোমাৰ আপন।
মই অনাথক ধৰ্ম্ম কৰাঁ শতগুণ ॥১৫৩
ভৰতৰ মন জানি ভকত বৎসল।
সকল বানৰ ভৈল নয়ন সজল ॥১৫৪
ৰামে আনি ভৰতক কোলাত বৈসাইল।
বিমানে চড়িয়া ভৰতৰ ঠাৱে আইল ॥১৫৫
ৰথ হন্তে নামিয়া বসিলা আসনত।
বান্ধৱ বৰ্গক দেখি হৰিষ মনত ॥১৫৬
ৰাঘৱে বোলন্ত শুনিয়োক পুষ্পযান।
কৰিলা আমাক তুমি বৰ বহুমান ॥১৫৭
আজি হন্তে কুবেৰৰ হৈয়ো গৈয়ো ৰথ।
আমাৰ কাহিনী তান্ত কহিবা সমস্ত ॥১৫৮
ৰামক প্ৰণামি গৈলা দিব্য পুষ্পৰথ।
কুবেৰ দেৱৰ আগে কহিলা সমস্ত ॥১৫৯
শুনিয়ো গোসাঁই ৰামে পঠাইলা আমাক।
বহু মান্য কৰিয়া তোমাক বহিবাক ॥১৬০
কুবেৰে বোলন্ত শুনা বিমান পুষ্পক।
ৰামে পঠাইলন্ত তোক আমাৰ পাশক ॥১৬১
সনমানে তুষ্ট ভৈলোঁ তান্ত গৈয়া কহ।
যাবে ৰাম পৃথিবীত তাৱে তাঙ্ক বহ ॥১৬২
ৰাম পাশে গৈলন্ত পুষ্পক মহাৰথ।
কুবেৰৰ সতকাৰ কহিলা সমস্ত ॥১৬৩
হৰিষে থাকিলা ৰাম সহৰ্ষ হুয়া।
পুষ্পক থাকিলা ৰঘুনাথক বহিয়া ॥১৬৪
সুগ্ৰীৱ প্ৰমুখ্যে ঋক্ষ বানৰ যতেক।
সবাকো ভৰত বীৰে বিনাৱে অনেক ॥১৬৫
সভাৰ মাজত বসি কৈকেয়ীৰ সুতে।
ৰামক অঞ্জলি যুৰি বুলিলা কাকুতে ॥১৬৬
আমাৰ মাৱৰ তুমি পালিয়া বচন।
মোক ৰাজ্য দিয়া দাদা তুমি গৈলা বন॥১৬৭
বহিবাক নপাৰোহোঁ গুৰুতৰ ভাৰ।
মই ৰাজ্য দিলোঁ দাদা লৈয়োক তোমাৰ॥১৬৮
অশ্বৰ কি গতিক গাধৱে পাৰে যাইতে।
কাকে কি পাৰয় হংস গমন আনাইতে॥১৬৯
মুষ গোৱে বহিতে নোৱাৰে একে ধুৰে।
গৰুড়ৰ বেগক কি শকত ময়ুৰে ॥১৭০
যত দূৰ চন্দ্ৰ সূৰ্য্য কিৰণ প্ৰকাশ।
সকল দেশৰ ৰাজা তোমাৰেসে দাস ॥১৭১
তোমাৰেসে আজ্ঞাকাৰী আছিলোঁহোঁ আমি।
আজি হন্তে ৰাজ্যক লৈয়োকআবে স্বামী ॥
কতভাগ্য কৰিয়া তোমাৰ পাইলো সঙ্গ।
আৰকা মিলিলা মোৰ আসৰিশ ৰঙ্গ ॥১৭৩
তোমাৰ চৰণ দেখি এৰাইলোঁ সন্তাপ।
আজিসে জানিলোঁ মোৰ নমৰিল বাপ ॥১৭৪
ৰামে আকলিলা ভৰতৰ হেন কায।
সম্মুখি বোলন্ত বাপ এবে লৈবোঁ ৰাজ ॥১৭৫
গলে ছাপি ধৰিলন্ত হৰিষ মনত।
শ্ৰীসিংহাসনে ৰাম দেৱে বসিলন্ত ॥১৭৬
নন্দিগ্ৰামে তিনি ভাই কৰি জটা ছেদ।
ভৰতে এৰাইলি নিদাৰুণ হৃদি খেদ ॥১৭৭
লক্ষ্মণো সকলে কৰিলন্ত পৰিত্যাগ।
ভৰতক স্নান কৰাইলন্ত সৰ্ব্ব আগ ॥১৭৮
লক্ষ্মণে স্নানিলা শত্ৰুঘনে স্নানিলন্ত।
অনন্তৰে ৰামচন্দ্ৰে স্নান কৰিলন্ত ॥১৭৯
বিভীষণে স্নানিলন্ত তাসবায়ো ছাৰি।
পাছে ৰঙ্গে স্নানিলন্ত ৰাক্ষস মুৰাৰি ॥১৮০

কৌশল্যাক প্ৰমুখ্যে সকল শাশুগণে।
সীতা গোসাঁনীক স্নান কৰাইলা যতনে॥১৮১
অঙ্গৰাগ উজলিলা অলঙ্কাৰে মণ্ডি।
কৈলাসত দীপিতি কৰন্ত যেন চণ্ডী ॥১৮২
ৰামক পিন্ধাইলা দেৱ যোগ্য অলঙ্কাৰ।
ৰামদেৱ অধিক দেখয় জ্যোতিষ্কাৰ ॥১৮৩
সৰ্ব্বজনে সুমণ্ডিত দীপিতি কৰয়।
দেৱ সভাখান যেন ভূষিত হুলয় ॥১৮৪
ভৰতে যে বোলন্ত সুমন্ত্ৰ শুন বাক।
কাপ্টে ৰথ সাজি আন যাওঁ অযোধ্যাক॥১৮৫
ভৰতৰ বচনক কৰি শিৰোগত।
তেখনে সুমন্ত্ৰ সাজি আনিলেক ৰথ ॥১৮৬
শ্ৰীৰামে চড়িয়া যাই ৰথৰ উপৰে।
আপন বসিলা ৰথে ভৰত কুমাৰে ॥১৮৭
ধৱল ছত্ৰেক তুলি ধৰিলা লক্ষ্মণে।
ঢোলে শ্বেত চামৰ সুগ্ৰীৱ বিভীষণে ॥১৮৮
শত্ৰুঞ্জয় নাগ পৃষ্ঠে সুগ্ৰীৱ চড়িলা।
অনেক হাজাৰ গজে বেড়িয়া লৰিলা ॥১৮৯
ৰাম আসে দেখি অযোধ্যায় ৰঙ্গ ভৈলা।
সাগৰৰ ঢৌ যেন উথলিয়া গৈলা ॥১৯০
ষোড়শ সহস্ৰ নাৰী ধৰি ফুল ফল।
সুবৰ্ণৰ ঘট ধৰি কৰে সুমঙ্গল ॥১৯১
পদূলী পদূলী শুনি উৰুলীৰ ধ্বনি।
অলঙ্কৃত প্ৰদীপ থাকিলা পুৰী ছানি ॥১৯২
বাঁশীক বজায়ে কতো বজায়ে মৰ্দ্দল।
খুমুচি ভেমচি বাদ্য ডগৰ কাঁহাল ॥১৯৩
থানে থানে শুভ শুভ পাৰৈ জয় জয়।
ভাট সবে নানা ছন্দে চপয়া পঢ়য় ॥১৯৪
নৃত্য গীত আনন্দে বাজয় কৰতাল।
নানাবিধ মাঙ্গল্য শবদ কোলাহল ॥১৯৫
বন্দীজনে বেড়িয়া চৌদিশে স্তুতিনাদ।
ব্ৰাহ্মণ সবৰ বেদধ্বনি আশীৰ্ব্বাদ ॥১৯৬
সব জন মনোৰথ পূৰিলা অশেষ।
অযোধ্যা পুৰীত ৰাম ভৈলন্ত প্ৰবেশ ॥১৯৭
প্ৰথমে কৌশল্যা আগ বাঢ়িল সন্তৃত।
সন্তাপ এৰাইয়া সতী ভৈলা আনন্দিত ॥১৯৮
কৌশল্যাৰ চৰণে তিনিয়ো প্ৰণামিল।
পাছৱন্তে কৌশল্যায়ে সাবটি ধৰিল ॥১৯৯

পৰিয়া আছিলো ৰাম মৰ সন্তাপতে।
এতকাল আছিলাহা পুতাই বনতে ॥২০০
পুত্ৰ শোক এৰাইলোঁ দেখিলোঁআৰেতোকে।
অন্তৰ্গতে দহে মোৰ সুস্বামীৰ শোকে ॥২০১
হাহাতো টীকৰ স্বামী গোসাঁই আমাৰ।
বনবাস খাটি আইলা সুপুত্ৰ তোমাৰ ॥২০২
হৰি হৰি প্ৰভু কৰিলাহা বন্ধু ছেদ।
তোমাক সুমৰি অহৰ্নিশে হৃদি খেদ ॥২০৩
শ্ৰীৰাম লক্ষ্মণ সীতা মনত বিকলে।
কৌশল্যাক প্ৰবোধিলা নয়ন সজলে ॥২০৪
সকল কথাক ৰামে কহিলা মাৰন্ত।
আপনাৰ কথা যত লঙ্কাত বনত ॥২০৫
আপদ তৰিলোঁ সবে দেৱৰ প্ৰসাদে।
নিতে নিতে তোমাৰ আৰৰ আশীৰ্ব্বাদে॥২০৬
বুলিলন্ত ভৰতে সুগ্ৰীৱ শুনা কায়।
পুণ্য যোগে ৰামক দিয়োক সবে ৰাজ ॥২০৭
পৃথিবী মধ্যত তীৰ্থ আছয় বহুত।
চাৰি সাগৰক লাগি পঠায়োক দুত ॥ ২০৮
ভৰতৰ বচন আদৰ কৰি লৈল।
পাঞ্চশত তীৰ্থ জল আনিবাক গৈল ॥২০৯
চাৰি সুবৰ্ণৰ ঘট চাৰি বীৰে দিল।
চাৰি সাগৰৰ জল আনিতে পেশিল ॥২১০
সুগ্ৰীৱৰ আদেশে ঋষভ মহাবীৰ।
দক্ষিণৰ সাগৰৰ মিলাইলন্ত নীৰ ॥২১১
পশ্চিমক গৈলন্ত জাম্বৱ মহাবল।
সুবৰ্ণ কুম্ভত কৰি আনিলন্ত জল ॥২১২
বেগদসি বীৰ বল কাৰ্য্যত বখানি।
উত্তৰ সাগৰে গৈয়া আনিলন্ত পানী ॥২১৩
বীৰবৰ বলিষ্ঠ সুষেণ মহাবল।
যোগাইলন্ত পূৰ সাগৰৰ হন্তে জল ॥২১৪
শাস্ত্ৰত বিহিত যত বস্তু সবিশেষ।
অভিষেক মানে যত কৰিলা প্ৰবেশ ॥২১৫
সুবৰ্ণ পাটত ৰাম জানকীক থৈল।
সুমঙ্গল আভৰণ শৰীৰত ভৈল ॥২১৬
শুনা নিৰন্তৰে ইটো ৰামায়ণ কথা।
ইহেন মানৱী জন্ম নকৰিয়ো বৃথা ॥২১৭
ৰামৰ চৰিত্ৰ ইটো শুনা সভাসদ।
বোলা ৰাম ৰাম পাইবা পৰম সম্পদ ॥২১৮

**৫ে অধ্যায়—শ্ৰীৰামৰ অভিষেক ।**

**ছবি ।**

বশিষ্ঠ গৌতম, কত্ৰি বিশ্বামিত্ৰ,
বিতিহোত্ৰ পৰাশৰ ।
কাত্যায়ন ভৰ-, দ্বাজ বামদেৱ,
আদি মুনি নিৰন্তৰ ॥১
বহু বিধ ফলে, নানা তীৰ্থ জলে,
ৰাঘৱ সীতা স্নানিল ।
বিধি ব্যৱহাৰে, অগনি জ্বালিয়া,
অশেষ আহুতি দিল ॥২
ৰাজ্যৰ যতেক, মুখ্য মুখ্যতৰ,
ব্ৰাহ্মণ পাত্ৰ সকলে ।
শ্ৰীৰাম সীতাক, ৰাজ্য জোকাৰিলা,
চাৰি সাগৰৰ জলে ॥৩
নৃত্য গীত বাদ্য, ভগুৰ শবদে,
মিলি গৈলা কোলাহল ।
ৰামৰ যি বেটা, অনিষ্ট চিন্তিলে,
সিটো গৈলা ৰসাতল ॥৪
সকল আকাশ, পূৰিয়া আনন্দ,
ইন্দ্ৰাদি দেৱ সকলে ।
সব নদী জল, সৰ্ব্বৌষধিগণ,
দুৰ্ব্বাক্ষত ফুলে জলে ॥৫
স্বৰ্গে দেৱবাদ্য, বজাৱে গন্ধৰ্ব্বে,
গাৱয় বাৱয় তাল ।
পৃথিবী গগন, স্বৰ্গৰ ভুবন,
বিজ জ্যোতি কোলাহল ॥৬
ধৱল ছত্ৰেক, তুলিয়া ধৰিল,
সুবিনীত শত্ৰুঘ্নে ।
শুক্ল যে চামৰে, চুলিতে লাগিল,
সুগ্ৰীৱয়ে হনুমানে ॥৭
চন্দ্ৰৰ সদৃশ, ধৱল চামৰে,
বিঞ্চে আৰো বিভীষণে ।
স্বৰতে আপনি, ৰাজ্য জোকাৰিলা,
নানাবিধ পাত্ৰগণে ॥৮
ৰতনে মণ্ডিত, শুদ্ধ সুবৰ্ণৰ,
শতেক পদ্মৰ মালা ।
বায়ুত কৰিয়া, ইন্দ্ৰে পঠাইলন্ত,
ৰামক ভূষিয়া কালা ॥৯

মাণিকে ৰচিত, গ্ৰীৱক লাগিয়া,
গজ মুকুতাৰ মালা ।
কুবেৰে আনিয়া, ৰামক দিলন্ত,
দেখি ৰব জ্যোতিস্কাৰ ॥১০
কৰ্ম্মাগতে ৰাজ্য, ৰাঘৱে পাইলন্ত,
হৰিষ বৰ মিলিল ।
হৃষ্ট পুষ্ট বাছি, এক লক্ষ ধেনু,
ব্ৰাহ্মণক দান দিল ॥১১
অযুত বলধ, ত্ৰিশ কোটি তোলা,
দিলন্ত শুদ্ধ সুবৰ্ণ ।
অযুতেক গ্ৰাম, দিলা ধনে জনে,
সকল শস্যে সম্পূৰ্ণ ॥১২
সূৰ্য্যৰ সদৃশ, কিৰীটি জ্বলয়,
সুবৰ্ণ ৰত্নে খচিত ।
আতি সুশোভিত, বিচিত্ৰ মালাক,
পিন্ধিলা সুগ্ৰীৱ মিত্ৰ ॥১৩
বালিপুত্ৰ বুলি, অঙ্গদক ৰামে,
আগক লাগি মতাইল ।
কনকে ৰচিত, মনিময় দুই,
কুণ্ডল তুলি পিন্ধাইল ॥১৪
ছিকি মিকি কৰে, ৰতন মাণিক,
নিৰমল আতি তাৰ ।
সীতাৰ গলত, ৰাঘৱে পিন্ধাইলা,
শুদ্ধ মুকুতাৰ হাৰ ॥১৫
দেৱাঙ্গ বস্ত্ৰক, গাৱত চড়াইলা,
সব অলঙ্কাৰে মণ্ডি ।
নাৰায়ণ পাশে, যেন লক্ষ্মী দেৱী,
হৰৰ কোলত চণ্ডী ॥১৬
যতেক সুন্দৰী, তথাতে মিলিলা,
সুমণ্ডিত অলঙ্কাৰে ।
কানি আঙ্গুলিৰ, ৰূপৰ সদৃশ,
নভৈলে কেহোঁ সীতাৰে ॥১৭
সব নগৰৰ, সুন্দৰী মিলিল,
সুবিনীত ৰৱবালা ।
শৰত কালৰ, চন্দ্ৰক যেহেন,
বেঢ়িলা নক্ষত্ৰ মালা ॥১৮
লক্ষ কোটি কোটি, ধন তাৰ মূল্য,
স্বৰ্গ গজমতী হাৰ ।

সীতা দেৱী তাক, হাতত লৈলন্ত,
কাঢ়িয়া আনি গলৰ ॥১৯
মাৰুতিক লক্ষে, দেৱী সহৰিষে,
হাস্যমনে মনে চাই।
হাসিয়া সীতাক, ৰাঘৱে বোলন্ত,
দিয়ো যাক অভিপ্ৰায় ॥২০
স্বামীৰ বচন, শুনিয়া জানকী,
আনন্দ হৰিষ পাইল।
বায়ুৰ পুত্ৰক, লাগি আপনাৰ,
কণ্ঠৰ হাৰ পেলাইল ॥২১
হনুমন্ত বীৰে, হৰিষে পিন্ধিলা,
মনোময় গজমতি।
মেৰু পৰ্ব্বতৰ, উপৰে শোভয়,
চন্দ্ৰৰ যেন জেউতি ॥২২
যত যত সব, মুখ্য কপিগণ,
নল নীল দধি তাৰ।
সবাৰ মনক, পুৰিয়া ৰাঘৱে,
পিন্ধাইলন্ত অলঙ্কাৰ ॥২৩
সকল সম্পত্তি, দেখিয়া ৰাঘৱে,
হৰিষ পাইলা অশেষ।
মাস দিন তৈত, সুখতে আছিলা,
চলিলা আপন দেশ ॥২৪

---

৩৬ অধ্যায়—হনুমন্ত প্ৰভৃতিৰ নিজ নিজ দেশলৈ গমন আৰু শ্ৰীৰামৰ ৰাজ্য পালন।

ছবি।

ৰাঘৱক পৰিহৰি, সবে যেবে চলি ভৈলা,
শোকে কাৰো শৰীৰে নসহে।
বিভীষণ সুগ্ৰীৱৰ, যত কপি ভালুকৰ,
আথাকে নয়নে জল বহে ॥১
শ্ৰীৰামে বোলন্ত শুনা, বাপু হনুমন্ত তোক,
অলঙ্কাৰ নাহি যোগ্যপৰ।
যেহি অভিমত তোৰ, মনত বাঞ্ছনি আছে,
আমাত মাগিয়ো দেওঁ বৰ ॥২
হাতযোৰে হনুমন্ত, বৰ মাগিলন্ত প্ৰতি,
হৰিষে আগত ভৈলা থিৰ।
যাৱদেক পৃথিৱীত, ৰাম কথা প্ৰচাৰয়,
তাৱকাল থাকৈ মোৰ জীৱ ॥৩
সীতা দেৱী গোসাঁনীৰ, চৰণৰ দাস হই,
বৰ মোক নলাগয় আন।
গোসাঁনীৰ অনুগ্ৰহ, থাকয় আমাত যেবে,
আৰ কি সাধিবো বহু মান ॥৪
শ্ৰীৰত সাবটি ধৰি, ৰামদেৱে কৌতূহলে,
বায়ুৰ পুত্ৰক দিলা বৰ।
যাৱদেক সপ্তদ্বীপা, পৃথিৱী সাগৰ সাত,
থাকে মেৰু পৰ্ব্বত মন্দৰ ॥৫
আৰোগ্য শৰীৰে বাপ, থাকা যুবা কলেৱৰে,
অনুকূলে বহিবেক বায়ু।
আমাৰ প্ৰসাদে তোৰ, কিছু দুঃখ নুহিবেক,
ততকাল হুইবে পৰমায়ু ॥৬
ৰামৰ বচন অন্তে, সীতাদেৱী দিলা বৰ,
বায়ুৰ পুত্ৰৰ মুখ চাই।
দেৱ অপেশ্বৰা সবে, তোক সেৱা কৰিবেক,
ইহাত বিস্ময় কিছু নাই ॥৭
যথাত তথাত তোক, অচিন্তাতে মিলিবেক,
অমৃত সদৃশ মধুফল।
দেৱতাৰ উপযোগ, সুগন্ধি শীতল জল,
চিন্তিলাতে মিলিবে সকল ॥৮
শ্ৰীৰাম সীতাৰ পদ-, ধূলি শিৰে তুলি লৈলা,
অধোমুখ ভৈলা হনুমন্তে।
আপন দেশক লাগি, বিষাদে চলিয়া গৈলা,
ৰামহাতে লোহ মলছন্তে ॥৯
বিভীষণ মুখ্য কৰি, ৰাক্ষস চলিলা সবে,
ৰাঘৱত প্ৰসাদক পায়া।
শ্ৰীৰাম লক্ষ্মণ সীতা, কৃপাৰে আকুল ভৈলা,
থাকিলন্ত সেহি দিশ চায়া ॥১০
সবে যেবে আপনাৰ, দেশক চলিলা ৰামে,
লক্ষ্মণক বুলিলন্ত কাৰ।
সীতাদেৱী পাটেশ্বৰী, আমি ৰাজৰাজেশ্বৰ,
বাপ তুমি হুয়ো যুবৰাজ ॥১১
লক্ষ্মণে বোলন্ত দাদা, মোক ক্ষমা কৰিয়োক,
নলাগয় ইসব জঞ্জাল।
ইন্দ্ৰজিত কুমাৰৰ, শৰবিষজাল এৰাই,
সুখে ভোগ ভুঞ্জো কতকাল ॥১২
একোয়ে প্ৰকাৰে যেবে, লক্ষ্মণ নভৈলা ৰামে,
ভৰতক কৈলা যুবৰাজ।

সমাধি কৰনি ভৈলা, বশিষ্ঠ কুলৰ গুৰু,
বিহিলন্ত সপুত্ৰে সমাজ ॥১৩
ৰামৰ ৰাজ্যত কিছু, অন্যায়ক নোৱাৰয়,
উচিতত ভুলি লয়ে কৰ ।
পৃথিবীত সৰ্ব্ব শস্য, উপজয় মধুফল,
কুসুমে ভুষিত তৰুবৰ ॥১৪
বৎসৰ দ্বাদশ শত, আৰোগ্য জীৱয় নৰ,
আৰ জীয়ে সহস্ৰ সংখ্যাত ।
নাৰী সবে সুস্বামীৰ, পতিব্ৰতা ধৰ্ম্ম কৰে,
পিতৃ আগে পুত্ৰ নোহে পাত ॥১৫
ব্ৰাহ্মণ ক্ষত্ৰিয় বৈশ্য, শূদ্ৰ সবে আচৰয়,
যাহাৰ বিহিত যেন ধৰ্ম্ম ।
দেৱ দ্বিজ পিতৃ মাতৃ, গুৰু আৰাধন পৰ,
কাহাৰো নাহিকে নিত্য কৰ্ম্ম ॥১৬
নানাবিধ যজ্ঞ সব, ৰাম দেৱে কৰিলন্ত,
আপনাৰ মনোৰথ পূৰি ।
ধন জন অলঙ্কাৰে, মণ্ডিত সকল লোক,
সুগন্ধ চন্দনে কৰি ভুৰি ॥১৭
যাৰ যেন নীতিচয়, কদচিতো নপৰয়,
গুৰুত ভকতি কৰে শিষ্য ।
ৰামৰ ৰাজ্যত কিছু, অন্যায়ক নোৱাৰয়,
নিতে নিতে অযোধ্যাত বিশ্ব ॥১৮
ৰামায়ণ কথা শুনি, শৰীৰ নিস্পাপ সব,
সকল আপদ হেলে তৰি ।
যত যত ধৰ্ম্মচয়, সব অপ্ৰয়াসে সিজে,
নযাইবেক যমৰ নগৰী ॥১৯
গুৰ্ব্বিণী অপুত্ৰ জনে, ৰূপৱতী কন্যাগণে,
মন অভিলাষে পাৱে স্বামী ।
আয়ুবাঢ়েপাৱেসুখ, আৰোগ্যে জীৱয়লোক,
অন্তকালে হোৱে স্বৰ্গগামী ॥২০
মহা ঋষি বাল্মীকিয়ে, ৰামায়ণ কৰিলন্ত,
সাক্ষাতে জানিবা যেন বেদ ।
শ্ৰৱণে অমৃত ময়, সকল পাপৰ ক্ষয়,
সংসাৰৰ বন্ধ হোৱে ছেদ ॥২১
কলি মল কলুষক, বিনাশন ধৰ্ম পুৰী,
জিনিবাৰ শুনা ইটো খণ্ড ।
প্ৰণামও সৰস্বতী, শ্ৰীৰাম দেৱেসে গতি,
সমাপতি ভৈলা লঙ্কাকাণ্ড ॥২২

কবিৰাজ কন্দলী যে, আমাকেসে বুলিৱয়,
কৰিলোহোঁ সৰ্ব্বজন বোধে ।
ৰামায়ণ সুপয়াৰ, শ্ৰীমহা মাণিকে যে,
বৰাহ ৰাজাৰ অনুৰোধে ॥২৩
সাত কাণ্ড ৰামায়ণ, পদ বন্ধে নিবন্ধিলো,
লম্ভা পৰিহৰি সাৰোদ্ধৃত ।
মহামাণিকৰবোলে, কাব্যৰস কিছো দিলোঁ,
দুগ্ধক মথিলে যেন ঘৃত ॥২৪
পণ্ডিত লোকৰ যেবে, অসন্তোষ উপজয়,
হাতযোৰে বোলোঁ শুদ্ধ বাক ।
পুস্তক বিচাৰি যেবে, তৈত কথা নপাৱাহা,
তেবে সবে নিন্দিবা আমাক ॥২৫
বলে সাগৰক তৰি, দাশৰথি ৰাম হৰি,
লঙ্কা নগৰীত পয়োসাৰ ।
ঘোৰ সমৰক কৰি, ৰাৱণক সংহৰিয়া,
দেৱতাৰ চিন্তিলা নিস্তাৰ ॥২৬
শুনিয়োক সভাসদ, ৰামায়ণ কথা ইটো,
পাতকৰ সাক্ষাতে অগনি ।
মহা দুঃখ গৃহবাস, জানিয়া এৰিয়ো আশ,
চিন্তা ৰঘু বংশ শিৰোমণি ॥২৭
অগণিত পৰিক্ৰিয়া, সীতাক অযোধ্যা নিয়া,
সকুটুম্বে ভৈলা এক ঠাই ।
মাধৱ কন্দীল গাইলা, শ্ৰীৰামেঅযোধ্যাপাইলা
জয় জয় আনন্দ বৰ্ধাই ॥২৮

৫৭ অধ্যায় ।

দুলৰি

নমোঁ নমোঁ ৰাম, দুৰ্ব্বাদল শ্যাম,
সৰ্ব্ব গুণে অনুপাম ।
যাৰ গুণ নাম, ধৰ্ম্ম অনুপাম,
মুকুতি সুখৰ ধাম ॥১
নিত্য নিৰঞ্জন, দানৱ গঞ্জন,
যিটো দেৱ মহেশ্বৰ ।
যাৰ আজ্ঞা বাণী, শিৰে ধৰে জানি,
ব্ৰহ্মা হৰ পুৰন্দৰ ॥২
যাৰ আদি অন্ত, বেদে নজানন্ত,
নিৰ্গুণ গুণ সাগৰ ।
যিটো সৰ্ব্বোত্তম, নাহি যাৰ সম,
মায়াৰ যিটো ঈশ্বৰ ॥৩

হেন দেৱ হৰি, মায়া বশ্য কৰি,
হিত চিন্তি জগতৰ।
পৰমাত্মা তত্ত্ব, ভৈলন্ত ৰেকত,
ৰাজা দশৰথ ঘৰ ॥৪
ৰাম ৰূপ ধৰি, ৰাক্ষস সংহৰি,
ৰাৱণৰ চিন্তি মাৰ।
সৰ্ব্ব ধৰ্ম্মময়, নিজ গুণচয়,
কৰিলা প্ৰভু প্ৰচাৰ ॥৫
যাহাৰ শ্ৰৱণ, কীৰ্ত্তনে কৰয়,
অধমক অতি গতি।
হেনয় তোমাৰ, চৰণত হোক,
মোহোৰ নিৰ্ম্মল ৰতি ॥৬
শুনা সৰ্ব্বজন, কথা ৰামায়ণ,
ৰামক মনত ধৰি।
ৰামৰ দুখানি, চৰণ পঙ্কজ,
কিসক থাকা পাসৰি ॥৭
ৰামৰ পৰম, কৃপালু গুণক,
শুনা কৰি স্থিৰ মন।
যিটো সৰ্ব্বাধম, হোৱে সৰ্ব্বোত্তম,
ৰামত লৈয়ো শৰণ ॥৮
বনৰ বানৰ, চৰণে ৰামৰ,
শৰণ লৈলেক মাত্ৰ।
এতেকে নি সবো, ঈশ্বৰ ৰামৰ,
সহায়ৰ ভৈলা পাত্ৰ ॥৯
নিজ ভাৰ্য্যা বৈৰী, ৰাৱণ নৃপতি,
তাৰ ভাই বিভীষণ।
ৰামক ভজিয়া, ভ্ৰাতৃক ত্যজিয়া,
ৰামত লৈলা শৰণ ॥১০
এতেকে তাহাক, পৰম সুহৃদ,
বুলি ৰামে ধৰিলন্ত।
ৰাৱণক মাৰি, লঙ্কা ৰাজ্য তাৰ,
তাহাক্কে সব দিলন্ত ॥১১
এতেক জানিয়া, ৰামত ভজিয়ো,
ত্যজিয়া সমস্ত কাম।
সংসাৰ সাগৰ, সুখে হোৱা পাৰ,
ডাকি বোলোঁ৷ ৰাম ৰাম ॥১২

ইতি লঙ্কাকাণ্ড সমাপ্ত।

# ৰামায়ণ।

## উত্তৰাকাণ্ড।

---

### ১ অধ্যায়।

সীতাৰ বনবাস।

ওঁ নমঃ শ্ৰীকৃষ্ণায় ॥

জয় জয় জগত জনক শ্ৰী ৰাম।
অধম উদ্ধৰে যাৰ লৈলে গুণ নাম ॥১
যাক স্মৰণে তৰি দুৰ্ঘোৰ সংসাৰ।
কৰোঁ হেন ৰামৰ চৰণে নমস্কাৰ ॥২
নমোঁ নমোঁ ৰঘুকুল তিলক কেশৱ।
জয় জয় সীতাৰ সন্ততি কুশ লৱ ॥৩
ৰাম গৈল স্বৰ্গ সীতা পাতালে গমন।
শঙ্কৰে ৰচিলা শ্ৰীৰামৰ চৰণ ॥৪
ৰাম পাদপদ্ম দুই হৃদয়ত ধৰি।
গুৰুৰ চৰণ মনে নমস্কাৰ কৰি ॥৫
বিৰচিলো উত্তৰাকাণ্ডৰ কথা সাৰ।
হৌক পদ ৰাম পাদ প্ৰসাদে প্ৰচাৰ ॥৬
শুনা নিৰন্তৰে ইটো কথা ৰামায়ণ।
সংসাৰ নিস্তৰি যাৰ বৈকুণ্ঠক মন ॥৭
ৰাম নাম বিনা নাই কলিত নিস্তাৰ।
হেন জানি ৰামৰ চৰিত্ৰ কৰোঁ সাৰ ॥৮
ৰাম নাম প্ৰমত্ত সিংহৰ মহানাদে।
পলাই পাপ হস্তীযূথ পৰম বিষাদে ॥৯
সমস্ত ধৰ্ম্মৰে ৰাম নামত নিবাস।
সি সি মহাজন যাৰ নামত বিলাস ॥১০
ৰাম বন গৈলা পালি পিতৃৰ আদেশ।
শুনিয়োক উত্তৰাকাণ্ডৰ কথা শেষ ॥১১
তহিতে সীতাক হৰি নিলে লঙ্কাপতি।
সুগ্ৰীৱ সহিতে পাছে ভৈলা মিত্ৰৱতি ॥১২
সাগৰত সেতু বান্ধি বধি ৰাৱণক।
অগ্নিত পৰীক্ষা ৰামে কৰিলা সীতাক ॥১৩
প্ৰাসাদে ৰঞ্জিয়া যত ভালুক বানৰ।
কৰিলন্ত ৰাজ্য দশ হাজাৰ বৎসৰ ॥১৪
জানকী সহিতে ভোগ ভুঞ্জিলা ভুকুতি।
ৰামৰ সন্তানে সীতা ভৈলা গৰ্ভৱতী ॥১৫
কৌশল্যা প্ৰমুখ্যে শ্বাশু সবাৰো উৎসৱ।
আনন্দ হৃদয় দেখি ভৈলন্ত ৰাঘৱ ॥১৬
মিলিল দুযোগ পাছে বিধিৰ বিপাকে।
ৰামক কহন্ত সীতা স্বপ্নৰ কথাকে ॥১৭
শুনিয়োক প্ৰভুদেৱ সাধোঁ এক কায।
স্বপ্নত আছিলো আজি তপোবন মাজ ॥১৮
ঋষি পত্নীগণে মোক সাদৰিলা ৰঙ্গে।
আছিলো কৌতুকে আজি তাসবাৰ সঙ্গে ॥
তোমাৰ প্ৰসাদে সেই পাওঁ তপোবন।
তেবেসে মোহোৰ হোৱে সাফল স্বপন ॥২০
হেন শুনি ৰঘুনাথ তুলিলন্ত হাস।
নতো গুচে তোমাৰ বনৰ হাবিলাস ॥২১
স্বপনৰ বস্তু কোনে পাৱে সচেতত।
হাসিবেক ইটো কথা নকেবা লোকত ॥২২
এহিমতে কতো দিন আছন্ত ৰাঘৱ।
চাৰ মুখে শুনিলা লোকৰ গলাৱৱ ॥২৩
দুৰ্ম্মুখ দুৰ্জ্জন জনে দেই অপযশ।
সীতাক নিলেক হৰি ৰাৱণ ৰাক্ষস ॥২৪
একেশ্বৰী নাৰী সীতা আছিল লঙ্কাত।
কিমতে পৈশন্ত তান্ত ৰাঘৱ সক্ষাত ॥২৫
শুনি হেন দুৰ্জ্জন জনৰ অপবাদ।
ৰামৰ মনত হেন মিলিল বিষাদ ॥২৬

ভৈল অধোমুখ যেন পৰিল নিৰ্ঘাত।
কতেকৰ মুখত ঢাকিবোঁ দিয়া হাত ॥২৭
ইটো সূৰ্য্যবংশৰ কলঙ্ক কতো নাই।
সীতাৰ ত্যাগৰ পৰে নেদেখোঁ উপাই ॥২৮
মনে বিমৰিষি ৰামে কৰিলন্ত সাৰ।
জানকীৰ চিন্তাত দেখন্ত অন্ধকাৰ ॥২৯
উগুলথুগুল চিত্ত নাহি সুখ শান্তি।
লক্ষ্মণক বিৰলে বুলিলা গুণি গাথি ॥৩০
বিপাঙ্গে পৰিলো বাপ উদ্ধৰা আমাক।
জনবাদে দিয়ো নিয়া নিৰ্ব্বাস সীতাক ॥৩১
নেদেখোঁহো আৰ যেন জানকীৰ মুখ।
মৰণতো কৰি লোক অপবাদ দুঃখ ॥৩২
ৰামৰ আদেশ শুনি কান্দন্ত লক্ষ্মণ।
নেদন্ত উত্তৰ বুজি ৰাঘৱৰ মন ॥৩৩
ৰামে বোলন্ত পাছে বচন বিচাট।
সীতাক ৰাখিবি যেবে আগে মোক কাট ॥
ৰামৰ কষ্টক লক্ষ্মণৰ ভৰ ৰৰ।
ৰথ লৈয়া গৈলা পাছে জানকীৰ ঘৰ ॥৩৫
উঠিয়োক ৰথে শান্তী মাৱ কাৰ্য্য জানি।
দেখাঁ তপোৱন ৰামে দিলন্ত মেলানী ॥৩৬
হেন শুনি সীতা শান্তী ভৈলা সালংকৃত।
সুবুজিল একো ৰাম স্বামীৰ ইঙ্গিত ॥৩৭
চড়িলন্ত ৰথত দুৰ্য্যোগে নেই টানি।
লক্ষ্মণে ডাকন্ত ৰথ লৰিল গোসানী ॥৩৮
কতো বেলি পাইলা গৈয়া তপোৱনমাজ।
লক্ষ্মণে বোলন্ত কান্দি জানকীত কাৰ ॥৩৯
নামিয়োক মাৱ অযোধ্যাৰ এৰি আশ।
তোমাক দিলন্ত আবে ৰাঘৱে নিৰ্ব্বাস ॥৪০
এহি বুলি মকামকি কৰন্ত ক্ৰন্দন।
শুনি সীতা গোসানীৰ হৰিল চেতন ॥৪১
মাটিত পৰিল চলি বিহ্বল স্বভাৱ।
কতোক্ষণে চেতন লভিলা শান্তী মাৱ ॥৪২
লক্ষ্মণক চাই পাছে লাগিলা বুলিতে।
উলটি অযোধ্যা যাহাঁ ৰাঘৱ সহিতে ॥৪৩
মোৰ অৰ্থে তোমাৰ সন্তাপ বাপ ব্যৰ্থ।
ৰামে নিকালন্তে তুমি কিসক সাৰ্থ ॥৪৪
মোহোৰ মৰণে আত কিছু নাহি খেদ।
গৰ্ভৰ বিনাশে ৰামে ভৈলা বংশচ্ছেদ ॥৪৫
আৰে ৰাম স্বামী সুখে ভুঞ্জন্তোক ৰাজ।
মৰি যাওঁ মই নিৰাশ্ৰিতা বনমাজ ॥৪৬
এহি বুলি আউৰ নোওআৰিলা মাতিবাক।
কান্দন্তে সুমিত্ৰাসুত গৈলা অযোধ্যাক ॥৪৭
কৈব কত সিটো সীতা শান্তীৰ বিকাৰ।
লক্ষ্মণে এৰিলা দেবী দেখন্ত আন্ধাৰ ॥৪৮
সানিল মৰিল শোকে অগনিৰ বিষ।
কোন দিশ যাওঁ এবে নপাওঁ উদ্দিশ ॥৪৯
কাম্পন্ত কদলী যেন প্ৰচণ্ড বাতাসে।
মূৰ্চ্ছা গৈয়া পৰিলন্ত বনত হাতাশে ॥৫০
বনজন্তু সবো কান্দে সীতাক আৱৰি।
কতোজনে বিঞ্চে শিৰে পক্ষীছায়া কৰি ॥৫১
চেতন লভিয়া কতো কান্দন্ত তৰাসে।
নৰহয় প্ৰাণ আৰ ৰামৰ নৈৰাশে ॥৫২
দেখন্তে জমক শোক অগ্নিজাল গাৰত।
উঠন্ত বৈসন্ত যে পৰন্ত থাত থাত ॥৫৩

---

## ২ অধ্যায়।

বাল্মীকিৰ আশ্ৰমতে সীতাৰ আনয়ন আৰু লৱ কুশৰ জন্ম।

কৰন্ত সন্তাপ সতী আতি দীৰ্ঘ ৰাৱে।
শিষ্য সমে বাল্মীকি মিলিল সেহি ঠাৱে ॥১
সীতাৰ অৱস্থা দেখি ভৈলা সশোচক।
কাৰ্য্য লখি মনে গৰিহিলা ৰাঘৱক ॥২
ৰামত কৰিল আসি পৰম কুমতি।
হৰি হৰি মহাশান্তী হেনসে বিপত্তি ॥৩
অনেক আশ্বাস আসি বুলি শিষ্য সমে।
জানকীক নিলা ঋষি আপোন আশ্ৰমে ॥৪
অনুক্ষণে দহে দেহা ৰামৰ বিৰোধে।
বাল্মীকি পুষিলা পাছে তাতজীউ বোধে ॥৫
ফল মূল আহাৰে জীৱন্ত জগমাৱ।
ভূমিত শয়ন ধূলি ধূসৰ স্বভাৱ ॥৬
মলিন বসন সীতা তাপসীৰ বেশ।
খপিলন্ত সিটো বনবাস মহাক্লেশ ॥৭
লোতকে পাখৰি ভিজে দুগুছে সন্তাপ।
বাল্মীকিক দেখন্ত জনক যেন বাপ ॥৮
কৰন্ত সঘনে দেৱী দীৰ্ঘ যে নিশ্বাস।
অনুদিনে ভৈলা আসি গৰ্ভ দশমাস ॥৯

ঋষি ভাৰ্য্যা সকলে আবৰি তাঙ্ক আছে।
উপজিলা যৱঞ্জাঁ কুমাৰ দুই পাছে ॥১০
দেৱ দিব্যমান দুয়ো শিশু সুকুমাৰ।
ৰামৰ সমান দুয়ো নাসিকা আকাৰ ॥১১
তেহুয় আয়ত নেত্ৰ তনু চাৰু শ্যাম।
জ্যেষ্ঠ ভৈলা কুশ কনিষ্ঠৰ লৱ নাম ॥১২
বাঢ়ন্ত কুমাৰ দুই তপোবন মাজ।
যত জাতকৰ্ম্ম কৰাইলন্ত ঋষিৰাজ ॥১৩
পঢ়াইলন্ত নিৰন্তৰে ৰাজনীতি তথা।
শিখাইলন্ত সাতোকাণ্ড ৰামায়ণ কথা ॥১৪
জানিলন্ত সবে অস্ত্ৰ শাস্ত্ৰ যেন নয়।
ভৈলন্ত প্ৰবোধ দুয়ো সীতাৰ তনয় ॥১৫
ৰামৰ চৰিত্ৰ দুয়ো ভায়ে গাৱে গীত।
কোকিলৰ কণ্ঠ সম শুনি সুললিত ॥১৬
যন্ত্ৰ সব বাৱে বিপৰীত তাৰ নাদ।
শুনিয়া বাল্মীকি দেন্ত দুইকো আশীৰ্ব্বাদ ॥
হোৱা ছিৰঞ্জীৱ লৱ কুশ দুয়ো ভাই।
দেশে দেশে ৰামৰ চৰিত্ৰ ফুৰাঁ গায় ॥১৮
নগৰ গ্ৰামত সমস্তৰে বঞ্চি চিত।
ৰামৰ সভাত পশি দুয়ো গাইবা গীত ॥১৯
শুনিয়া সন্তুষ্ট হইব ৰাঘৱৰ মন।
দুইহাস্তকো সন্তোষে দিবন্ত বহুধন ॥২০
নলৈবা কিঞ্চিতো ধন মোহোৰ বচনে।
ৰামৰ চৰিত্ৰ মাত্ৰ গাইবা একমনে ॥২১
বাল্মীকিৰ আজ্ঞা দুয়ো শিৰোগত কৰি।
দেশে দেশে গান্ত গীত হাতে তাল ধৰি ॥২২
অমৃত মধুৰ শুনি কোকিলৰ স্বৰ।
শুনি আনন্দিত চিত্ত সমস্তে লোকৰ ॥২৩
ৰামৰ চৰিত্ৰ শুনি যেন লাগে ধ্যান।
নাই ক্ষুধা তৃষ্ণা সবে এৰে অন্নপান ॥২৪
দুই হাস্তৰো ৰূপে গুণে গীতে আতিভুলি।
বেঢ়িয়া প্ৰশংসে প্ৰজা ধন্য ধন্য বুলি ॥২৫
নলৱন্ত একো যেই যিবা দেই দান।
ফল মূল ভোজন বাকলি পৰিধান ॥২৬
লৱৰ কুশৰ কথা এহিমানে থওঁ।
ৰামৰ তথাত যেন কাৰ্য্য তাক কওঁ ॥২৭
যেহি দিনা দিলা ৰামে নিৰ্ব্বাস সীতাক।
নাই অন্নপান প্ৰভু ভৈলন্ত অবাক ॥২৮
কান্দন্তে কান্দন্তে ভৈলা নয়ন তবধ।
কৰিলোঁ পাতকী গৰ্ভবতী স্ত্ৰীৰ বধ ॥২৯
তেজিলোঁ পাতকী মই নিদাৰুণ মনে।
সিকি সুকুমলী বালা জীৱে আজি বনে ॥৩০
সিংহে বাঘে ভুঞ্জিবে নিৰ্জ্জনে আজিপায়।
স্বহাতে বধিলোঁ আজি সীতাক পঠাই ॥৩১
এহি বুলি ৰামচন্দ্ৰে কৰন্ত বিলাপ।
ভৰত লক্ষ্মণ শত্ৰুঘনৰ সন্তাপ ॥৩২
সীতা বিনে ৰামৰ সুগুচে হৃদি খেদ।
নিদ্ৰা নাসে নিশাত লোতক নাহি ছেদ ॥৩৩
তেজন্ত নিশ্বাস সীতা বিনে অহৰ্নিশ।
এহিমতে কতিপয় বঞ্চিলা বৰিষ ॥৩৪
ইটো কথা থাকোক সম্প্ৰতি এহিমতে।
শুনা ৰামে অশ্বমেধ যজিলা যিমতে ॥৩৫

## ৩ অধ্যায়।

### ৰামৰ অশ্বমেধ যজ্ঞ।

একদিনা ৰাঘৱে আছন্ত সভাপাতি।
পুছিলন্ত কথা পাছে বশিষ্ঠক মাতি ॥১
কোন যজ্ঞ আছে সৰ্ব্ব যজ্ঞতে বিশিষ্ট।
নিৰ্ণয় কৰিয়া তাক কহিয়ো বশিষ্ঠ ॥২
কাহাক যজিলে মনোৰথ হৱে সিদ্ধি।
কহিয়ো কমন্তে মহাঋষি যেন বিধি ॥৩
শুনিয়া বশিষ্ঠ পাছে দিলা সমিধান।
নাই আন পুণ্য অশ্বমেধ যজ্ঞমান ॥৪
পূৰ্ব্বত আছিলা ইলা নৃপতি প্ৰতাপে।
স্ত্ৰী ভৈলা ৰাজা পাছে মহেশ্বৰ শাপে ॥৫
অশ্বমেধ যজ্ঞ যজি গোবিন্দৰ পাৱে।
ভৈলন্ত পুৰুষ পুনাই যজ্ঞৰ প্ৰভাৱে ॥৬
অশ্বমেধ যজ্ঞ সম নাহি পৃথিবীত।
শুনি যজ্ঞ কৰিবে ৰামৰ ভৈল চিত্ত ॥৭
লক্ষ্মণক আনি ৰামে নিযোজিলা কাম।
আমবাত্ত কৰোঁ অশ্বমেধ যজ্ঞৰাজ ॥৮
সাত পৃথিবীৰ বাপ নৃপতি জনায়ো।
বাছি বাছি বিপ্ৰসব সত্বৰে আনায়ো ॥৯
শুনিয়োক লক্ষ্মণ-দুঃখৰ সইতবী।
মিলায়ো সম্ভাৰ বিলম্বক পৰিহৰি ॥১০
ৰামৰ আদেশে পাছে পাঠি দিলা দূত।
ভৈলা সবে হাৰাৱতে নৃপতি অযুত ॥১১

সুবর্ণ রজতে ভরি অসংখ্য শকতে।
রামর পারক আসি মিলিল প্রকতে ॥১২
সুগ্রীব অঙ্গদ নল নীল হনুমন্ত।
আসিলন্ত হরিষে বানর অপর্য্যন্ত ॥১৩
অনেক ভালুক সমে আইল ঋক্ষরাজ।
বিভীষণ আসিলন্ত রাক্ষস সমাজ ॥১৪
ভালুক বানর রাক্ষসর রাজা তিনি।
রামক প্রণামি ভেটিলন্ত তিনি তিনি ॥১৫
সুবর্ণ রজত যত যোগাইলা সম্ভার।
রাঘরে করিলা তাসম্বাক সতকার ॥১৬
যজ্ঞর শুনিয়া নাম যত মহাঋষি।
অযোধ্যা ভরিল আসি পরম হরিষি ॥১৭
বিশ্বামিত্র অত্রি ত্রিত গৌতম গালব।
পুলস্তি পুলহ ভৃগু ভাগুরী ভার্গব ॥১৮
মরিচী চ্যবন চন্দ্রবিন্দু বেদসার।
অগস্তি আস্তিক ক্রুত কপিল কুমার ॥১৯
সুমন্ত সনক সনাতন সিদ্ধেশ্বর।
ইহার প্রমুখ্যে আইল মুনি নিরন্তর ॥২০
নথাকিল দুখী ভিক্ষী দীন দেশান্তরী।
হাট বাট ঘাট সবে চলিল নগরী ॥২১
পাতালর নাগ স্বর্গবাসী দেব যত।
রঙ্গে যজ্ঞ দেখিবাক আসিলা সমস্ত ॥২২
শুনা সাবধানে সবে রামর চরিত্রে।
আত পরে আন ধর্ম্ম নাহিকে কলিত ॥২৩
স্বভাবে কলির লোক ভৈল মন্দমতি।
কিমতে সাধিবে আন ধর্ম্ম আউর গতি ॥২৪
কলির তমত ধর্ম্মে কৈত নপাই ঠাই।
হরির নামত কৈলা শরণ সোমাই ॥২৫
হেন জানি হরি ভকতির কর্যা কাম।
শঙ্করে রচিলা ডাকি বোলা রাম রাম ॥২৬

---

৪ অধ্যায়

ছবি।

অনন্তরে রামদেবে, লক্ষ্মণক বুদ্ধিমন্ত,
শুনিয়ো সোদর সর্ব্বজান।
পুণ্যনদী গোমতীর, তীরত সত্বরে গৈয়া
যজ্ঞ শালা করিয়ো নির্ম্মাণ ॥১
রামর আদেশ শিরে, ধরিয়া লক্ষ্মণবীরে,
লরি সৈন্য পৃথিবী কম্পায়।
অনেক সম্ভৃত ধরি, সৈন্যসব আগ করি,
অলেখ্য নৃপতি চলি যায় ॥২
গোমতী নদীর তীরে, যজ্ঞর মন্দিরবীরে,
সজাইলন্ত পরম প্রাবন্তে।
সুবর্ণর কাঠি কামি, মহতী মাণ্ডলী জেঠি,
মণিময় কবকত স্তম্ভে ॥৩
ফটিকে গঠিত বার, হীরে বিরচিত দ্বার,
বান্ধিলা কনকে কাম্বিবলী।
সুবর্ণ আসন পাৰি, থৈল সবে সারিসারি,
রজতে রঞ্জিলা যজ্ঞস্থলি ॥৪
অনেক যোজন যুরি, যজ্ঞর নির্ম্মিয়া পুরী,
নমিলা রামর দুই পায়।
বশিষ্ঠ প্রমুখ্যে ঋষি, হরিষে করিয়া আগ,
রামে পাছে চালিলন্ত গায় ॥৫
শিরর উপর করি, ধবল ছত্রেক ধরি,
যান্ত হনুমন্ত চিরজীব।
রাঘরবদুই কাশে, চামরে ঢোলন্তে আছে,
অভিনব লঙ্কেশ সুগ্রীব ॥৬
অলেখ নৃপতি চয়, বেঢ়ি করে জয় জয়,
প্রণামি রামক নম্রভাবে।
চপয়া পঢ়য় ভাট, বিদ্যাধরে করে নাট,
গুণগীত গন্ধর্ব্বে যোগাবে ॥৭
কৌশল্যা প্রমুখ্যে যত, রাজমারলবিলন্ত,
অসংখ্য সুন্দরী যাই বেঢ়ি।
অযোধ্যার নরনারী, উভতি চলিলসারি,
রঙ্গে খেলে সুরদল খেরি ॥৮
এহিমতে যজ্ঞ ভূমি, প্রবেশ ভৈলন্তপ্রভু,
রঘুকুল তিলক মুরারি।
যতেক পরম ঋষি, সাদরেবৈসাইলা আনি,
আসন পারিয়া সারি সারি ॥৯
ব্রহ্মা বিষ্ণু মহেশ্বর, আনন্দে নিরন্তর,
রামর সভাক আইলা চলি।
পরম সাদরে রামে, করিলা সেবলি শিরে,
আসনে বৈসাইলা কৃতাঞ্জলি ॥১০
পাতালর যত নাগ, বাসুকিক করি আগ,
প্রবেশিলা করিয়া উৎসরে।

আধাৰি পকায়া সর্পে, একভিতিবসিলন্ত,
ৰাঘৱক পৰম গৌৰৱে ॥১১
বোলন্তসাদৰেৰামে, আজ্ঞাপাইয়াৰাঘৱৰ,
বহলে বসিলা সভা পাতি।
যজ্ঞ আৰম্ভিবোঁ আৰে, বোলন্তসাদৰেৰামে,
পুৰোহিত বশিষ্ঠক মাতি ॥১২

৩ অধ্যায়।

ছুলৰি।

বশিষ্ঠ বদতি, শুনা ৰঘুপতি,
মিলিল পৰম চিন্তা।
কেনে যজ্ঞ ভূমি, প্রবেশিবা তুমি,
লগত নাহিকে সীতা ॥১
আৰে কি কৰিব, সভার্য্যে যজিব,
শাস্ত্রত এহিসে ন্যায়।
শুনি ৰঘুনাথ, চপৰাইলা মাথ,
নপান্ত আউৰ উপায় ॥২
ৰাঘৱ চিন্তিত, বুজিয়া ঈঙ্গিত,
ভকত ভৰত কাজি।
প্রবন্ধি যতনে, যোগাইলা তেখণে,
সুবর্ণৰ সীতা সাজি ॥৩
ভৰত ভ্রাতৃক, প্রশংসিয়া ৰাম,
দৃষ্টি দিলা প্রতিমাত।
সেহি মুখ আসি, সম্যকে জানকী,
কেৱলে নাহিকে মাত ॥৪
সীতাক সুমৰি, নিশ্বাস ত্যেজিল,
লোতক বহন্তে আছে।
বশিষ্ঠে বুজাইল, ৰাঘৱ জুৰাইল,
কুশ হন্ত ভৈল পাছে ॥৫
সীতাৰ প্রতিমা, সমে যজ্ঞশালা,
প্রবেশিলা ৰঘুপতি।
শুভক্ষণে পাছে, যজ্ঞ আৰম্ভিলা,
বশিষ্ঠৰ অনুমতি ॥৬
ঋষি সবে বেদ, পঢ়ে অবিচ্ছেদ,
অপেশ্বৰা সবে নাচে।
ত্রৈলোক্যৰ বাদ্য, কৰে অবিচ্ছেদ,
যজ্ঞ মণ্ডপৰ কাছে ॥৭
প্রজাৰ ঘকাল, শবদ আস্ফাল,
উথলিল মহাৰোল।
পৃথিৱী যুৰিল, আকাশ পূৰিল,
লঙ্ঘিল স্বৰ্গৰ কোল ॥৮
নমোঁ ৰঘুপতি, চৰণে সম্প্রতি,
প্রণতি কৰোঁ সর্ব্বথা।
কৃষ্ণৰ কিঙ্কৰে, ৰচিলা শঙ্কৰে,
উত্তৰাকাণ্ডৰ কথা ॥৯
শুনা বুধজন, কেদিন জীৱন,
মিলিবে ঘোৰ মৰণ।
অদ্যপি নেদেখা, নাই আৰ ৰক্ষা,
ৰামত লৈয়ো শৰণ ॥১০
দেৱৰো দুর্লভ মনুষ্য জন্মক,
জানি ব্যর্থ কৰাঁ কিক।
মূঢ় জনে যেন, নজানিবিকই,
কাচৰ মোলে মাণিক ॥১১
ঘোৰ পৰলোক, তৈতে কেন হোক,
তাৰ চিন্তিয়োক কাম।
এভো হেন কৰাঁ, আপোন উদ্ধৰাঁ,
ডাকি বোলাঁ ৰাম ৰাম ॥১২

---

৪ অধ্যায়।

পদ।

শুনিয়োক ৰাঘৱৰ যজ্ঞৰ মহিমা।
সুবর্ণ ৰজত পাত্র তাৰ নাহি সীমা ॥১
বশিষ্ঠ প্রমুখ্যে ঋষি বেদ উচ্চাৰন্ত।
আৰম্ভিলা পূজা ৰাম প্রভু ভগৱন্ত ॥২
যেই যেই দেৱক পূজন্ত মন্ত্রে মাতি।
আপুনি লৱন্ত সেই দেৱে হাত পাতি ॥৩
ব্রহ্মা মহেশ্বৰো পূজিলন্ত যেন নীতি।
ভৈলা দুয়ো পূজা পাই পৰম তৃপিতি ॥৪
সভাতে আছন্ত চতুর্ভুজ নাৰায়ণ।
চৌপাশে উপাসি পাৰিষদ যতজন ॥৫
শঙ্খ চক্র গদা পদ্ম আছে চাৰি হাতে।
অর্চ্চিলন্ত প্রজাপতি আতি প্রণিপাতে ॥৬
পাদ্য অর্ঘ্য আচমনি মধুপর্ক দানে।
পূজিলন্ত মাধৱক বিবিধ বিধানে ॥৭
দিলন্ত নৈবিদ্য ৰন পাত্র অসংখ্যাত।
আপুনি লৈলন্ত হৰি মেলি চাৰিহাত ॥৮

লক্ষে লক্ষে কৰাইলন্ত বহ্নিত আহুতি।
ত্রিদশে তৃপিতি ভৈলা ভুঞ্জিয়া ভুকুতি ॥৯
বাসুকি প্ৰমুখ্যে পাতালৰ যত নাগ।
যথাযোগ্য পাইলা সবে বলি বণ্টা ভাগ ॥১০
সভাত আছন্ত যত ঋষি ৰঙ্গ মনে।
সবাৰো তুষিলা মন বসন ভূষণে ॥১১
হয় হস্তী ৰথ দোলা দাসী দাস গ্রাম।
যাৰ যেন মন পুৰি দিলা প্ৰভু ৰাম ॥১২
ৰাঘৱে বোলন্ত পাছে ভৰতক চাই।
ধনক সদৃশ মোৰ নকৰিবা ভাই ॥১৩
ব্ৰাহ্মণক দিয়া দান সৰ্ব্বস্বকে তাঙ্কি।
যেই যিবা খোজে দিবা নথৈবাহা বাকি ॥১৪
অসংখ্যাত মন্ত্রী পাত্র পাকি দিলা সঙ্গে।
ভৰতে লাগিলা দান দিবে মহাৰঙ্গে ॥১৫
অলঙ্কাৰ বস্ত্র সুবৰ্ণৰ জাৰি খুৰি।
অবিচ্ছেদে দেন্ত ব্ৰাহ্মণৰ মন পুৰি ॥১৬
বৰিষেক মানে বীৰে বৰিষিলে বস্ত্ৰ।
অদৰিদ্ৰ দুখীৰ ঘুচিল ধনে যন্ত্ৰ ॥১৭
যাচন্তো নলৱে মোক নলাগয় বুলি।
নিবে নোয়াৰন্ত ৰত্ন বোজা বান্ধি তুলি ॥১৮
অলেখ ভণ্ডাৰ ৰাঘৱৰ ধন ধান।
সুবৰ্ণ ৰজত যত অসংখ্য প্ৰমাণ ॥১৯
অবিচ্ছেদে দিলা দান বীৰে বৰিষেক।
নিবে নোয়াৰিল লক্ষভাগৰো ভাগেক ॥২০
যত চিৰঞ্জীৱ যত সৰ্ব্বজ্ঞ যতেক।
ৰামৰ যজ্ঞক কৰে প্ৰশংসা অনেক ॥২১
অন্যে অন্যে সম্ভাষন্ত যত মহামুনি।
হেন অবিচ্ছেদ দান নতো কৰ্ণে শুনি ॥২২
ইন্দ্ৰ আদি কৰি যত দশ দিগপাল।
তেসবো কৰিলে যত যজ্ঞ ভাল ভাল ॥২৩
সিসবৰ দানে সুহি ইহাক উপাম।
ধন্য অশ্বমেধ ধন্য দাশৰথি ৰাম ॥২৪
ত্ৰৈলোক্যৰ লোক ৰাঘৱৰ সভাসদ।
যজ্ঞৰ মহিমা দেখি নয়ন তবধ ॥২৫
অসংখ্য প্ৰশংসা কৰে ৰাঘৱক চাই।
এহিমতে আনন্দে আছন্ত ৰাম গোঁসাই ॥২৬
যজ্ঞৰ কথাক আবে থৈলোঁ এহিমানে।
কুশলৱৰ গীত শুনা বিজ্ঞমানে ॥২৭

৭ অধ্যায় — দেশে দেশে লৱকুশৰ ৰামায়ণ গান
আৰু চন্দ্ৰৰ যজ্ঞলৈ গমন।

বাল্মীকিৰ কথা দুয়ো ধৰিয়া শিৰত।
শুনাই ৰামায়ণ গীত ভ্ৰমন্ত ৰাজ্যত ॥১
কৰ্ণৰ অমৃত ৰস ৰামৰ চৰিত্ৰ।
দুয়ো ৰঙ্গে গাৱন্ত লোকৰ ৰঞ্জি চিত্ত ॥২
পৰম গম্ভীৰ ধীৰ সুবোধ সুস্থিৰ।
অনুক্ৰমে পাইলা পাছে গোমতীৰ তীৰ ॥৩
ৰামৰ কটকে আসি ভৈলন্ত প্ৰবেশ।
হাতে তাল ধৰি গীত গাৱন্ত বিশেষ ॥৪
যন্ত্ৰ সব বজান্ত শুনন্তে মনোহৰ।
এৰি ভাত পানি প্ৰজা শুনে নিৰন্তৰ ॥৫
ৰামৰ জন্মৰে পৰা ৰাৱণৰ বধ।
ৰামায়ণ শুনি সবে নয়ন তবধ ॥৬
কোকিলৰ সুৰত অমৃত কৰে বৃষ্টি।
চাৰি চতুৰ্ভিতি নৰনাৰী এক দৃষ্টি ॥৭
গুণে গীতে ৰূপে আতি মতি ভৈল ভোল।
পৰম নাগৰী নাৰী কেৰে নেৰে কোল ॥৮
অমৃত মধুৰ নাদ সুসম সুবেশ।
শুনি মোহে চক্ষু কেহো নকৰে নিমেষ ॥৯
কুশৰ লৱৰ গীতে মোহে সৰ্ব্বজন।
আছে মানে সৰ্ব্বস্ব দোতাইক দিবে মন ॥১০
বস্ত্ৰ অলঙ্কাৰ কেহো যাচে পক্বান্নত।
পঞ্চিশ বেঞ্জনে দেই ভোজন সম্ভূত ॥১১
নলাগে বুলি দেন্ত হাসি সন্নিধান।
ফল মূল আহাৰ বাকলি পৰিধান ॥১২
আমি বনবাসীৰ ধনত কোন কাৰ্য্য।
দেখিয়া চৰিত্ৰ আচৰিত সব ৰাজ ॥১৩
আনন্দে ভৰিল হিয়া হৰষিত প্ৰাণ।
ৰামৰ আগত মন্ত্ৰী পাত্ৰ দেই জান ॥১৪
কৈৰবা দুই গুটি শিশু আতি সুকুমাৰ।
গায়ে আদি অন্তে প্ৰভু চৰিত্ৰ তোমাৰ ॥১৫
স্বৰ্গ মৰ্ত্ত্য পাতালৰ গীতাল যতেক।
তোমাৰ প্ৰসাদে প্ৰভু দেখিলো প্ৰত্যেক ॥১৬
একোয়ে পুৰুষে নতো শুনো হেন গীত।
কোকিলৰ স্বৰ যেন বৰিষে অমৃত ॥১৭
শুনি ৰামে দিলা লক্ষ্মণক সন্নিধান।
দূত পঠাই শিশু দুইক ইঠাৰক আন ॥১৮

শিখিলেক গীত কৈত কাহাৰ কুমাৰ।
কেন মতে গাৱে চাওঁ চৰিত্ৰ আমাৰ ॥১৯
ৰামৰ বচন শুনি সুমিত্ৰাৰ সুত।
বাছি বাছি পাঠাইলা চতুৰ চাৰি দূত ॥২০
গায়ন্তে আছন্ত গীত ৰঙ্গে দুয়ো ভাই।
নিসেবিলে দূতে গৈয়া আদেশ বোলাই ॥২১
ৰাজাৰ আজ্ঞাক পালি চলিয়ো ত্বৰিত।
ৰাজ সমাজক যাই দুয়ো গায়ো গীত ॥২২
দেখিবাক ইচ্ছা আতি কৰন্ত ৰাঘৱ।
শুনিয়া আনন্দে লৰি গৈল কুশলৱ ॥২৩
ৰূপে অনুপম আতি সীতাৰ সন্ততি।
গজপতি গমন গম্ভীৰ ধীৰ মতি ॥২৪
চলি যান্ত ৰাঘৱৰ সমীপক প্ৰতি।
বেঢ়ি নৰনাৰীগণে চলিল উভতি ॥২৫
বসি আছে ৰাম ৰত্নময় সিংহাসনে।
উপাসন্ত শত্ৰুঘন ভৰত লক্ষ্মণে ॥২৬
অশেষ নৃপতি নম্ৰভাৱে স্তুতি কৰে।
শ্বেত ছত্ৰ ধৰি ঢোলে ধৱল চামৰে ॥২৭
গালৱ গৌতম শান্ত সুমন্ত কাৰ্ত্তিক।
অত্ৰি বিশ্বামিত্ৰ ত্ৰিত অগস্তি আস্তিক ॥২৮
পুলস্তি পুলহ বসু বশিষ্ঠ প্ৰমুখ্যে।
আছন্ত কৌতুকে বসি এক পাশে সুখে ॥২৯
বিভীষণ সুগ্ৰীৱ জাম্বৱ হনুমন্ত।
নল নীল সুষেণ বানৰ অপৰ্য্যন্ত ॥৩০
লক্ষ লক্ষ বানৰ ভালুক কোটি কোটি।
চৌপাশে উপাসে পৰি কৰি লাটি মুটি ॥৩১
বাৱে বিদ্যাধৰে অপেস্বৰা কৰে নাট।
গাৱে গীত গন্ধৰ্ব্বে চপয়া পৰে ভাট ॥৩২
সিদ্ধমুনি অসংখিয়া কুসুম সিঞ্চাৰে।
বসিয়া আছন্ত ৰামচন্দ্ৰ চমৎকাৰে ॥৩৩
ৰত্নময় সিংহাসনে কৰন্ত প্ৰকাশ।
চাৰু শ্যাম তনু তাতে শোভে পীতবাস ॥৩৪
শিৰ ছত্ৰাকৃতি কেশ নীল আকুঞ্চিত।
সুসম ললাটে জ্বলে তিলক ললিত ॥৩৫
অলকা পঙ্কতি ৰত্ন কিৰীটি উজ্জ্বল।
কটিকৰ কৰ্ণে মণি মকৰ কুণ্ডল ॥৩৬
ভ্ৰুৱ সুবলিত নেত্ৰ পঙ্কজ পৰাই।
সুবেশ নাসিকা ওঁঠ কণ্ঠ কটি কাই ॥৩৭

নিবিড় দশন সূক্ষ্ম মুকুতাৰ পান্তি।
ভ্ৰুৱযুগ কেয়ুৰ কঙ্কণে কৰে কান্তি ॥৩৮
আৰকত কৰক দেখন্তে আতি তুষ্টি।
সুদীৰ্ঘ আঙ্গুলী তাতে ৰত্নৰ আঙ্গুষ্ঠি ॥৩৯
মনোহৰ হিয়ে মণি মুকুতাৰ মালা।
কটিত মেখলা ৰত্নে চিকি মিকি জ্বালা ॥৪০
সুবলিত উৰু আৰকত পদতল।
ৰত্নৰ নূপুৰে ৰঞ্জে চৰণ কমল ॥৪১
পৰম লাৱণ্য মূৰ্ত্তিমন্ত কামদেৱ।
সুৰাসুৰে উপাসি চৌপাশে কৰে সেৱ ॥৪২
সাৰি সাৰি তুলি ধৰি আছে ছত্ৰদণ্ড।
শৰীৰৰ কান্তি প্ৰকাশিত সভাখণ্ড ॥৪৩
হেন চমৎকাৰে বসি আছন্ত ৰাঘৱ।
সেহি সময়তে প্ৰবেশিলা কুশলৱ ॥৪৪
নগৰীয়া লোকে আসি লগতে উভতি।
দেখি সমজ্যাৰ প্ৰজা চাৱে সচকিতি ॥৪৫
ৰাজাৰ আদেশে সেই সভামাজে উঠি।
প্ৰকাশে মেৰুত যেন চন্দ্ৰমা দুগুটি ॥৪৬
ৰামৰে সমান শ্যাম তনু কৰে কান্তি।
সেই সুনাসিকা মুখ সূক্ষ্ম দন্ত পান্তি ॥৪৭
পদ্মপত্ৰসম সেই আয়ত লোচন।
কচিকৰ কৰ্ণ তেহ্ন মধুৰ বচন ॥৪৮
শিৰ ছত্ৰাকৃতি নীল আকুঞ্চিত চুলি।
আজানুলম্বিত বাহু সুদীৰ্ঘ আঙ্গুলি ॥৪৯
আৰকত কৰ কিশলয় কম্বুগল।
ৰামৰে সদৃশ দুইৰো বাহু বক্ষস্থল ॥৫০
সিংহৰৰ্দ্ধ কন্ধ কটি উৰু কৰিকৰ।
শিশু দুইক দেখি আতি আনন্দ লোকৰ॥৫১
পৰিল নিজম প্ৰজা নিৰেখি আকৃতি।
ৰাঘৱক চাই চাৱে শিশু দুইৰ ভিতি ॥৫২
নাই ভেদ দেখি ৰামে এৰে এককায়া।
চিনন নযাই যেন দৰ্পণৰ ছায়া ॥৫৩
অন্তে অন্তে বোলে কিনো শিশু সুকুমাৰ।
সকলে আকৃতি গতি ৰামৰে আকাৰ ॥৫৪
সেই মুখ আখি সুবলিত হাত পাৱ।
ইটো দুইৰো কোননো সুবৰ্ণ কুখিয়াৰ ॥৫৫
যেবে হন্তে নভৈল ৰাকণি শিৰধাৰী।
ৰামৰে তনয় তেবে বুলিবাক পাৰি ॥৫৬

হনুমন্ত শত্ৰুঘন লক্ষ্মণ ভৰত।
পৰম বিস্ময় কথা কহন্ত কৰ্ণত ॥৫৭
বনবাসে গৈলা সীতা শান্তী গৰ্ভৱতী।
তাহানে তনয় জোনো ৰাঘৱ সন্ততি ॥৫৮
সীতা বিনে ৰাঘৱৰ ভাৰ্য্যা নাহি আন।
কেনমতে ইটো দুই ৰামৰে সমান ॥৫৯
এহিমতে সামাজ্যায়ে কৰে কানাকানি।
শিশু দুইকো দেখি ৰঘুবংশ শিৰোমণি ॥৬০
আনন্দে নধৰে হিয়া শিহৰে শৰীৰ।
মহাস্নেহে স্ৰৱে দুইয়ো নয়নৰ নীৰ ॥৬১
গুণন্ত মনত ৰামে কিনো বিপৰ্য্যয়।
ইদুইকো দেখিয়া কেনে আনন্দ হৃদয় ॥৬২
অল্প বয়সতে শিশু দুয়ো মহাগুণী।
হেন ৰূপৱন্ত ঋষিসুত নতো শুনি ॥৬৩
পাছে ৰামচন্দ্ৰে দুইকো বুলিলা বচন।
শুনি আছো তুমি দুইয়ো পৰম গায়ন ॥৬৪
জানিলো গীততে তুমি দুইয়ো সুশিক্ষিত।
কেন কথা ৰামায়ণ শুনো গাৱা গীত ॥৬৫

৮ অধ্যায়।

শ্ৰীৰামচন্দ্ৰৰ সভাত লৱ কুশৰ ৰামায়ণ গান।

লভিপাছে ৰামৰ আদেশ দুয়ো ভাই।
দিলা ৰাগ ৰঙ্গে পৰি পঞ্চম উচ্ছাই ॥১
তাৰ ঘোৰ মন্দ্ৰ নাদে দুয়ো গীত গাৱে।
একজনে তাল আউৰ জনে যন্ত্ৰ বাৱে ॥২
প্ৰথমে ধৰিলা আদিকাণ্ড ৰামায়ণ।
কৈলা সূৰ্য্যবংশী যেন যেন ৰাজাগণ ॥৩
ইক্ষাকু কাকুৎস্থ ৰঘু অজ নৃপবৰ।
ভৈলা দশৰথ ৰাজা সূৰ্য্যবংশধৰ ॥৪
বীৰ্য্যে বিষ্ণুসম সব গুণে মহেশ্বৰ।
ক্ষমায়ে ধৰণী ধৈৰ্য্যে গম্ভীৰে সাগৰ ॥৫
প্ৰতাপত আদিত্য ক্ৰোধত যেন যম।
নাই সুপজিবে ৰাজা দশৰথ সম ॥৬
শচীত অধিক তান তিনি পাটেশ্বৰী।
কৌশল্যা সুমিত্ৰা আৰু কৈকেয়ী সুন্দৰী ॥৭
তিনিত ভৈলন্ত পাছে চাৰিপুত্ৰ ৰায়।
জ্যেষ্ঠ ৰামচন্দ্ৰ আত ভৈলা কৌশল্যাত ॥৮
কৈকয়ীত ভৈলন্ত ভৰত উতপন।
সুমিত্ৰাত লক্ষ্মণ কনিষ্ঠ শত্ৰুঘন ॥৯
জগততে জনক সম্যকে শ্ৰীৰাম।
সংসাৰত আৰু গুণে নাহিকে উপাম ॥১০
সুবিনীত ভৰত লক্ষ্মণ শত্ৰুঘনে।
কৰন্ত ভকতি নিতে জ্যেষ্ঠৰ চৰণে ॥১১
যেন নাৰায়ণ ৰাম গম্ভীৰে সাগৰ।
ভৈলন্ত প্ৰদীপ প্ৰভু কাকুৎস্থবংশৰ ॥১২
পৰম পুৰুষে সন্ত শীতল স্বভাৱে।
ভৈলা লোক ৰঞ্জন প্ৰজাৰ বাপ মাৱে ॥১৩
পাইব কোন জনে তান মহিমাৰ পাৰ।
গাৱে লৱকুশে আদিকাণ্ড কথা সাৰ ॥১৪
কোকিলৰ কণ্ঠে গাৱে তালে মানে ভেদি।
শুনন্ত সমাজে আনন্তিতি চিত্ত নেদি ॥১৫
ৰামৰ চৰিত্ৰ গীত অমৃত পৰম।
বৰ্ণ ভৰি শুনে প্ৰজা পৰিয়া নিজম ॥১৬
কিবা স্বপনতে কিবা শুনন্ত সচেতে।
কিবা পৃথিবীত কিবা আছন্ত স্বৰ্গতে ॥১৭
ক্ষুধা তৃষ্ণা নলাগে নাহিকে একো জ্ঞান।
শিশু দুইৰো গীততে লাগিল যেন ধ্যান ॥১৮
শুনা নিৰন্তৰে সবে ৰামায়ণ পদ।
যাহাৰ কীৰ্ত্তনে তৰি সংসাৰ আপদ ॥১৯
কলিত সদগতি নাই বিনে ৰাম নাম।
শঙ্কৰে ৰচিলা ডাকি বোলাঁ ৰাম ৰাম ॥২০

---

৯ অধ্যায়।

ছবি

শিশু দুইৰ গীত, পৰম অমৃত,
সম্যকে ৰামে শুনিয়া।
কিবা যে দিৱস, কিবা কৰিৰন্ত,
আনন্দে নধৰে হিয়া ॥১
মনত সন্তোষে, ভৰত ভ্ৰাতৃক,
বুলিলা মাতি যতনে।
ষাঠি কোটি টঙ্কা, সুবৰ্ণৰ আনি,
ইদুইক দিয়া এখনে ॥২
দাসী দাস দেশ, আসন অশেষ,
বস্ত্ৰ অলঙ্কাৰে মতি।
দিয়োক সত্বৰে, ভৰত কুমাৰে,
আমাৰ বাক্য নথতি ॥৩

শুনিয়া ভৰতে, ভণ্ডাৰৰ হন্তে,
অনাইলা তেখনে ধন ।
যতেক বুলিলা, ততোধিক দিলা,
ৰাঘৱৰ পূৰি মন ॥৪
দেখি দুয়ো শিশু, হাসিয়া বোলন্ত,
আত নাহি প্ৰয়োজন ।
আমি বনবাসী, বসন বাকলি,
ফলেহে নিজ ভোজন ॥৫
আপুনি উদাস, ইটো দাসীদাস,
কি কৰিবো বহুধন ।
শিশু দুইৰ বাণী, শুনি সবে প্ৰাণী,
পৰম বিস্ময় মন ॥৬
তাসম্বাৰ মতি, দেখি ৰঘুপতি,
পুছন্তে স্নেহে কথাক ।
কাহাৰ কবিতা, কোন গুৰুজন,
শিকালে গীত তোমাক ॥৭
আকৃতি সুন্দৰ, কাহাৰ কুমাৰ,
থাকিয়ো কমন দিশ ।
শুনি কুশলৱে, বুলিলা বিনয়ে,
আমি বাল্মীকিৰ শিষ ॥৮
তাহান কবিতা, ৰামায়ণ গীত,
শিখিলো শাস্ত্ৰ বিচাৰি ।
ঋষিৰ সম্মতে, সমস্তে দেশতে,
হৰিষে ফুৰোঁ প্ৰচাৰি ॥৯
শুনি ৰাম দেৱে, আদৰিলা দুইকো,
সাধু সাধু বুলি তথা ।
যথাত থাকিয়া, তৈৰে পৰা গায়া,
শুনু ৰামায়ণ কথা ॥১০
ৰামৰ আদেশ, শুনি কুশ লৱে,
ৰঙ্গে তাল যন্ত্ৰ ঠুকি ।
ধৰিলন্ত গীত, ৰামৰ চৰিত,
শুনন্তে লোক ইচ্ছুকী ॥১১
শুন পাছ কথা, দশৰথ তথা,
আছন্ত ৰাজাৰ যাগী ।
যজ্ঞক ৰাখিবে, ঋষি বিশ্বামিত্ৰে,
নিলন্ত ৰামক মাগি ॥১২
ৰাজায়ে নেদন্ত, ঋষিয়ে নেৰন্ত,
নিলন্ত আন্তি আক্ৰোশে ।
ৰাম লক্ষ্মণক, ধনুৰ্ব্বেদ দিলা,
শিখিলা দুয়ো সন্তোষে ॥১৩
প্ৰথমে পথত, ৰাক্ষসী তাড়কা,
তাৰিলন্ত ৰঘুবৰে ।
সুবাহুক মাৰি, মাৰীচ বীৰক,
উড়ুয়ালা একেশৰে ॥১৪
দেখিয়া ঋষিৰ, আনন্দ মিলিল,
ৰামক নিলন্ত সঙ্গে ।
জানকীৰ তথা, শুনি স্বয়ম্বৰ,
মিথিলাক গৈলা ৰঙ্গে ॥১৫
জনক নৃপতি, অনেক ভকতি,
কৰিলন্ত সনমান ।
ৰামে উঠি ৰঙ্গে, ধনুক তেখনে,
কৰিলন্ত দুইখান ॥১৬
সীতায়ো বৰিলা, সমৰ কৰিলা,
ভঙ্গাইলা যত ৰাজাক ।
সভাৰ্য্যে ৰথত, চড়ি লৰি গৈল,
ৰঙ্গে ৰামে অযোধ্যাক ॥১৭
শুনি ধনুৰ্ভঙ্গ, খঙ্গাইলা পৰশু,
ৰাম মহা অহঙ্কাৰী ।
মনত বিচাট, ভেণ্টিলন্ত বাট,
কান্ধত কুঠাৰ পাৰি ॥১৮
যাইবাক নেদন্ত, বিনতি বোলন্ত,
পাৱে পৰি দশৰথ ।
ৰামে ধৰি শৰ, পৰশু ৰামৰ,
ছেদিলন্ত স্বৰ্গপথ ॥১৯
অনেক উৎসৱে, পাছে ৰামদেৱে,
গৃহত ভৈলা প্ৰবেশ ।
আনন্দে তহিত, সীতায়ে সহিত,
ভুঞ্জিলা ভোগ অশেষ ॥২০

১০ অধ্যায় ।

ছবি ।

আদিকাণ্ড কথাসাৰ, সংক্ষেপেকহিয়াছুয়ো,
অযোধ্যাকাণ্ডক গাইবে লৈলা ।
দশৰথ ৰাজা পাছে, পুত্ৰক সমৰ্থ দেখি,
ৰাজ্য জোকাৰিবে বাঞ্ছ ভৈলা ॥১
ৰাঘৱৰ অভিষেক, শুনিয়া আসিল লোক,
সুমঙ্গল নাদৰ শবদে ।

জানিয়াকৈকেয়ীকথা, বিঘিনি পাতিল তথা,
লৈলা ৰাজ্য ভৰতৰ পদে ॥২
ৰাজাক বচনে ছন্দি, সত্য জৰি কৰিবন্দী,
গুচাইলন্ত ৰামক নিকালি।
লক্ষ্মণ জানকীসঙ্গে, বনত ৰখিলা ৰঙ্গে,
ৰাঘৱে পিতৃৰ বাক্য পালি ॥৩
বৃদ্ধ ৰাজা দশৰথ, পুত্ৰশোকে ভৈলা হত,
নাহি আৰ চেতন গিয়ান।
ৰামৰ বিয়োগ আসি, পৰে শৰীৰতলাগি,
ছাৰিলন্ত সন্তাপতে প্ৰাণ ॥৪
ভৰতে নলৈলা ৰাজ, নৃপতিৰ প্ৰেতকায,
কৰি খেদি গৈলন্ত জ্যেষ্ঠক।
কাতৰ কৰিলা আতি, ৰামে ভৰতক মাতি,
পলটাই পঠাইলা ৰাজ্যক ॥৫
শুনিয়োক সৰ্ব্বজন, পুণ্যকথা ৰামায়ণ,
এৰাঁ আলজাল আনকাম।
হৰৈ নিতে আয়ুপাত, চেতন নাহিকেগাত,
সঘনে ঘুষিয়ো ৰাম ৰাম ॥৬

---

## ১১ অধ্যায়।

পদ।

তালে মানে ভেদি ছুয়ো ৰামায়ণ গায়ে।
আজি যেন ভৈল গৈল কথাক দেখায়ে ॥১
কহিলা কাৰণ কথা ৰাজাৰ মৰণ।
হাহাকাৰ কান্দে সমজ্যাৰ যত জন ॥২
আজি যেন দশৰথ গৈলা পৰলোক।
কৰন্ত সন্তাপ আতি পাত্ৰ মন্ত্ৰীলোক ॥৩
শুনি ৰাম লক্ষ্মণ ভৰত শত্ৰুঘন।
পিতৃশোকে মকাৰকি কৰন্ত ক্ৰন্দন ॥৪
শুনিয়া কৌশল্যা সৱে যত ৰাজ মাৱ।
স্বামীৰ সন্তাপে হিয়ে হানে মুষ্টি ঘাৱ ॥৫
লুটিয়া ভূমিত কতো ধাকুৰন্ত মাথ।
এৰিয়া আমাক গৈলা কৈক প্ৰাণনাথ ॥৬
আমাৰ সমান নাই নাৰী নিলাজী।
প্ৰাণ ধৰোঁ তোমাৰ মৰণ কথা শুনি ॥৭

এহি বুলি বিলাপ কৰন্ত অসংখ্যাত।
ক্ৰন্দনৰ উৰ্ম্মি উথলিলা সমজ্যাত ॥৮
প্ৰবোধন্ত ৰামক সুগ্ৰীৱ বিভীষণ।
শুনা পাছু কথা নাথ হুয়ো সন্তুষ্ণ ॥৯
মিত্ৰ দুইৰ বচনত ৰাঘৱ বুজাইল।
ৰাজমাৱ সবক লক্ষ্মণে নিচুকাইল ॥১০
আঞ্চলে মুছিল মুখ নয়নৰ নীৰ।
ভৰতে কৰিলা সবে সমজ্যাক থিৰ ॥১১
নিশবদ প্ৰজা শুনি ৰামৰ আদেশ।
গাৱা পাছকথা শিশু শুনিবো বিশেষ ॥১২
অযোধ্যাকাণ্ডৰ কথা থৈলা এহিখানে।
অৰণ্যকাণ্ডক গাইবে লৈলা তালে মানে ॥১৩
ধৰিলন্ত গীত লৱকুশে পূৰ্ব্বমতে।
চৌদ্দয় বৰিষ ৰামে বঞ্চিবা বনেতে ॥১৪
নাই অন্ন পান পশু মাংসেহে আহাৰ।
সীতাক দেখন্তে আতি ৰামৰ নিকাৰ ॥১৫
দুৰ্ঘোৰ সঙ্কট বৰ দণ্ডকাৰ বনে।
কেমনে সঙ্গতি তাত ভ্ৰাতৃ যে লক্ষ্মণে ॥১৬
আসি শূৰ্পনখী কামে বুলিলেক বাক।
কাটিলা লক্ষ্মণে তাইৰ ধৰি কান নাক ॥১৭
চৌদ্দয় সহস্ৰ সেনা ৰাক্ষসে সহিতে।
খৰ দুষণক ৰামে মাৰিলা তহিতে ॥১৮
শুনি আইল ৰাৱণ কৰিয়া আটি মুটি।
আসিল মাৰীচ সুবৰ্ণৰ মৃগগুটি ॥১৯
দেখি খেদি গৈলা ৰাম লক্ষ্মণে তাহাক।
দশগ্ৰীৱে নিৰ্জ্জনত হৰিলে সীতাক ॥২০
ৰাৱণক ভয়ে দেৱী গায়তে সুকান্তী।
পাছে পাক গুটি বানৰক দেখিলন্তি ॥২১
কাঢ়ি তাৰ থাক শৰীৰৰ হেমহাৰ।
তাসবাৰ মাজত কেপিলা অলঙ্কাৰ ॥২২
অশোকাৰ বনে থৈয়া ৰাৱণ দুৰ্ব্বাৰ।
অনেক ৰাক্ষসী ৰক্ষা দিলেক সীতাৰ ॥২৩
লোকতৰ নাই ছেদ বুকতে কান্দন্তে।
দণ্ডে যুগ সীতাৰ ৰামক সুৱৰন্তে ॥২৪
মৃগ মাৰি আসি ৰামে নেদেখি সীতাক।
জানকী, জানকী বুলি দিয়া দীৰ্ঘ ডাক ॥২৫
ছুতায়ো দণ্ডকাৰনে ফুৰন্ত বিচাৰি।
হা সীতা হা সীতা বুলি নিশ্বাস তেকাৰি॥২৬

ফুৰন্তে ভ্ৰমন্তে ৰাম সীতাৰ নিদানে।
বিৰাধ কবন্ধ দুইকো বধিলন্ত প্ৰাণে ॥২৭
সীতাক ৰাখন্তে পক্ষী জটায়ু মৰিল।
ৰাম লক্ষ্মণে প্ৰেতকাৰ্য্য সঙ্কলিল ॥২৮
কৰিলা অৰণ্যকাণ্ড কথা সমাপতি।
গাইবাক লাগিলা ৰঙ্গে কিষ্কিন্ধা সম্প্ৰতি॥২৯
ৰাম লক্ষ্মণে দুয়ো দণ্ডকাৰ হন্তে।
ঋষ্যমুখ পাইলা দুয়ো সীতাক চাহন্তে ॥৩০
সুগ্ৰীৱক দিলা ৰাজ্য কৰি বালী বধ।
যুবৰাজ ভৈলা পাছে কুমাৰ অঙ্গদ ॥৩১
ৰাজভোগে পাশৰিল সুগ্ৰীৱে ৰামক।
সময় বুজিয়া নাসে বানৰ লটক ॥৩২
তৰ্জ্জিলা অনেক তাঙ্ক লক্ষ্মণ কুমাৰ।
দেখাইলন্ত নিয়া বালী বধ যেই শৰ ॥৩৩
কম্পিল শৰীৰ দেখি সুগ্ৰীৱ ৰাজাৰে।
অনেক বানৰ সেনা অনাইলা হাজাৰে ॥৩৪
পৃথিবীৰ বানৰ ভালুক আসি ভৈল।
সীতাক খুজিবে দ্বীপ দ্বীপান্তৰ গৈল ॥৩৫
এহিমানে কিষ্কিন্ধাকাণ্ডৰ কথা গৈলা।
সুন্দৰকাণ্ডক পাছে দুয়ো গাইবে লৈলা ॥৩৬
কহিলন্ত সম্পাতি যথাত সীতা আছি।
নপাইলন্ত লঙ্কাক যাইবাক বীৰ বাছি ॥৩৭
পাছ মাৰুতিৰ জন্ম কৈলা জাম্বৱন্ত।
সাগৰ লঙ্ঘিলা তেৱে বীৰ হনুমন্ত ॥৩৮
অশোকাৰ বনে গৈয়া দেখিলা সীতাক।
কহিলা প্ৰণামি প্ৰভু ৰামৰ কথাক ॥৩৯
ৰাঘৱৰ দিলা নিয়া হাতৰ আঙ্গুঠি।
দেখিয়া হানিলা হিয়া শোকে সীতা মুষ্টি॥৪০
অনেক কান্দিলা দেবী স্বামীক সুমৰি।
হনুমন্তে প্ৰবোধিলা দান্তে তৃণ ধৰি ॥৪১
অল্পতে নিবৰ্ত্ত ৰামে পৰিহৰা খেদ।
হুইবে সবান্ধৱে দশানন কন্ধছেদ ॥৪২
কপিৰ বচনে জুৰাইলন্ত সীতা দেবী।
মাৰুতি মেলানী পাইলা গোসানীক সেবি ॥
লঙ্কাত পশিলা পাছে কৃত্য কৃত্য হুই।
বিধ্বংসিলা মধুবন উভতাই কই ॥৪৪
লীলায়ে কৰিলা অক্ষ কুমাৰক নাশ।
ইন্দ্ৰজিতে আসিয়া হানিলা নাগপাশ ॥৪৫
চিতলি পৰিলা বন্দী বীৰ হনুমন্ত।
ৰাৱণৰ আগে ইন্দ্ৰজিত যোগাইলন্ত ॥৪৬
লাঙ্গুত লগাইল জুই কাপৰ মেৰাই।
দিলা ভেৰ ৰঙ্গে নাগপাশ হোঁসকাই ॥৪৭
পৰম আটোপে পাছে কপি মহাবানে।
নগৰ যুৰিয়া জুই লগাইলা আস্ফালে ॥৪৮
সকলে ৰাক্ষসে ভৈল ভয়তে তবধ।
লগাইল চমক লঙ্কা কৰিল দগধ ॥৪৯
সাগৰ তৰিয়া দুনাই পৃথিবীক আইল।
সীতাৰ দুঃখৰ কথা ৰামত জনাইল ॥৫০
যেন মতে তেন্তে ৰাখিলন্ত শাস্তি পুণ্য।
নিবেদিলা জানকীৰ যতেক কাৰুণ্য ॥৫১
কহিলা সঙ্কেত কথা যত হনুমন্ত।
সীতাক সুমৰি ৰামচন্দ্ৰ কান্দিলন্ত ॥৫২
ভূমিত পৰিল শোকে জমক উদ্ধাইল।
সুগ্ৰীৱ লক্ষ্মণে ধৰি ৰামক জুৰাইল ॥৫৩
এভো তেবে সীতাক নপাইবে কৰা শঙ্কা।
চমকা চমক কৰি আনি দিবো লঙ্কা ॥৫৪
ৰাক্ষসৰ শোনিতে ভুঞ্জাইবো কাক গৃধ্ৰ।
হেন জানি কাৰ্য্য আসি সবে ভৈলা সিদ্ধ॥৫৫
সুগ্ৰীৱৰ শুনিয়া অনেক পৌঢ়ি বাদ।
গুচিল চিত্তৰ কিছু ৰামৰ বিষাদ ॥৫৬
সাগৰত পন্থ পাছে মাগিলন্ত মাজে।
ৰামক নেদন্ত দেখা গৰ্ব্বে সিন্ধুৰাজে ॥৫৭
ক্ৰোধে ধৰিলন্ত ৰাম বিদাৰিবো হিয়া।
উজোৰিল জলজন্তু পলাই ফাট দিয়া ॥৫৮
কম্পি গৈল সাগৰতো লাগিল চমক।
পাদ্য অৰ্ঘ দিয়া স্তুতি বুলিলা ৰামক ॥৫৯
দিলো মাজে পন্থ প্ৰভু চলিয়োক লঙ্কা।
বান্ধিয়োক সেতু তল যাইবে নাহি শঙ্কা ॥৬০
বানৰ নৃপতি পাছে কপিসেনা লৈই।
বান্ধিলন্ত সেতু পৰ্ব্বতক কান্ধে বৈই ॥৬১
দীৰ্ঘে দশযোজন পঠালি পাকযুৰি।
পাৰ ভৈল সেনা সব সেতু ভৰি পূৰি ॥৬২
সীতা সমৰ্পিবো বুলিলন্ত বিভীষণ।
উঠিয়া মাৰিল লাঠি দুন্দুৰ ৰাৱণ ॥৬৩
পশিল শৰণ আসি ৰাঘৱত ৰৰি।
তাঙ্ক লঙ্কাৰাজ্য ৰামে দিলা জ্ঞী কৰি॥৬৪

লৱে কুশে কথাৰ ভাৱণা লগাই গাৱে।
আজি সম্পজিল যে হাততে দেখাৱে ॥৬৫
সুন্দৰাকাণ্ডৰ কথা থৈলা এহি মানে।
লঙ্কাকাণ্ড কহিবে লাগিলা বিস্তমানে ॥৬৬
সুবেল পৰ্ব্বতে ৰামে সসৈন্যে জিৰাইয়া।
প্ৰভাতে বেঢ়িলা লঙ্কা কটকে যোৰাইয়া ॥
ৰাখিল লঙ্কাৰ গড় ৰাক্ষস সমস্ত।
যুদ্ধতে পৰিল পাছে প্ৰথমে প্ৰহস্ত ॥৬৮
দেৱান্তক নৰান্ত ৰণত পৰিল।
শুনিয়া সসৈন্যে সাজি ৰাৱণ লৰিল ॥৬৯
মেঘে যেন গৰ্জ্জিয়া জঙ্কাৰি দশমাথ।
বানৰক মাৰে ৰণ কৰে লঙ্কানাথ ॥৭০
খঙ্গে দেখি ৰান্ত ৰাম সাৰথোঁ মান বুলি।
দেখিয়া কান্ধত লৈলা হনুমন্ত তুলি ॥৭১
দিশ পাশ ছানি ৰামে বৰিষিলা শৰ।
ভেদিলন্ত হৃদয় নিৰ্দ্দয় ৰাৱণৰ ॥৭২
টোল ৰাম ধনু ধ্বজ ৰথ হয় চাৰি।
কাটিলা তিনত চোটে আটোপেসুৰাৰি ॥৭৩
এহি মুখে ফুৰ কপি কটক কোপিতি।
কেশে সমে ৰামে তাৰ কাটিলা কিৰীটি ॥৭৪
নমাৰিলা বিৰথী বিধনু দেখি তাক।
দিলন্ত মেলানি গৈলা ৰাৱণ লঙ্কাক ॥৭৫
জগাই কুম্ভকৰ্ণক পঠাইলা দশগ্ৰীৱ।
ঘোৰ শৰে ৰামে তাৰ ছুৰাইলন্ত জীৱ ॥৭৬
কুম্ভ নিকুম্ভ মহা পাৰ্শ্ব মহোদৰ।
ৱজ্ৰদংষ্ট্ৰ দুষ্ট মেঘনাদৰ সোদৰ ॥৭৭
অসংখ্য ৰাক্ষস আনো ৰণত পৰিল।
জানি ইন্দ্ৰজিতো ক্ৰোধে যুদ্ধক লৰিল ॥৭৮
ৰাক্ষসক লৈয়া কোপে আটোপে কপটে।
যজ্ঞ আৰম্ভিলা আসি নিকুম্ভিলা বটে ॥৭৯
বিভীষণে কহিলেক সকল সম্ভেদ।
লক্ষ্মণে কৰিলা পাছে তাৰ কণ্ঠছেদ ॥৮০
পুত্ৰশোকে অনেক কান্দিলা লঙ্কানাথ।
সাজিয়া ৰজাইল কোপে জঙ্কাৰন্ত মাথ ॥৮১
ৰাৱণে মাৰিল আসি অসংখ্যাত শৰ।
সাত দিন সাত ৰাতি কৰিলে সমৰ ॥৮২
তাৰ পৰে ৰাঘৱৰ মোহোৱে শৰীৰ।
ৰাৱে ৰাৱে ৰামে তাৰ কাটিলন্ত শিৰ ॥৮৩

তথাপি নমৰে দশগ্ৰীৱ হেন জানি।
লৈলা পাছে প্ৰাণ তাৰ ব্ৰহ্ম অস্ত্ৰে হানি॥৮৪
জগতৰে ধূম্ৰকেতু গৈলা যমালয়।
স্বৰ্গ মৰ্ত্ত্য পাতালতো কৰে জয় জয় ॥৮৫
আপন পৌৰুষে ৰামে সঙ্কলিলা কায।
মিত্ৰ বিভীষণত সম্পিলা লঙ্কাৰাজ ॥৮৬
অগ্নিত পৰীক্ষা আনি দিলন্ত সীতাক।
কৰিলন্ত ব্ৰহ্মা স্তুতি ৰাম দেৱতাক ॥৮৭
দশৰথ আসিলা স্বৰ্গৰ পৰা চলি।
দুই পুত্ৰ সহিতে লাগিল গলাগলি ॥৮৮
ৰণত ৰখিলা বাপ মোৰ বাক্য পালি।
ৰামক প্ৰশংসে কৈকেয়ীক পাৰি গালি ॥৮৯
পতিব্ৰতা সীতা শান্তী জগতে প্ৰখ্যাত।
কিসক পুতাই আন্ত নবাস সন্নাত ॥৯০
নাই একো শঙ্কা আঙ্ক খেদি দিয়া কিক।
পাছে পিতৃবাক্যে সম্বৰিলা জানকীক ॥৯১
ভাৰ্য্যা ভ্ৰাতৃ সমে ৰামে বিমানত চঢ়ি।
পৰম আনন্দে আইলা অযোধ্যা নগৰী ॥৯২
ভালুক বানৰ আৰু ৰাক্ষস অনেক।
আইলা সঙ্গে-ৰঙ্গে দেখিবাক অভিষেক ॥৯৩
শুনা ৰামায়ণ মন কৰা উপশাম।
সমস্ত সমাজে বেঢ়ি বোলোঁ ৰাম ৰাম ॥৯৪

## ১২ অধ্যায়।

ছবি।

শুনিয়োক পাছ কথা, ৰামক দেখিয়া তথা,
জগতে এৰাইলা ৰতি খেদ।
ভৈলা আনি একঠাই,নন্দিগ্ৰামে চাৰিভাই,
কৰিলা শিৰৰ জটা ছেদ ॥১
কৌশল্যা সুমিত্ৰা শান্তী,পুত্ৰকগলতধাৰি,
কান্দিলন্ত অনেক কাৰুণ্যে।
সীতায়ো বৰ্ণায়াছুঃখ, ভৈলা সলোতক মুখ,
নমিলন্ত জেসবো চৰণে ॥২
পাছেসব বোলেৰাম, অযোধ্যাক লৰি গৈলা,
তুলি দণ্ড ৰামে ৰাজ্যভণ্ড।
ৰাক্ষস বানৰ নৰ, ভালুকৰ আন্দোলনে,
জয়ৰল কৰে মহীমণ্ড ॥৩
পঙ্কুলী পঙ্কুলী কল, দীপ ঘট ফুল-ফল,
পূজিলন্ত ৰাজ্যৰ লোক।

জাতিকাবনবনাৰী, প্ৰশংসিয়া সাৰি সাৰি,
প্ৰণামন্ত ৰামৰ চৰণ ॥৪
শুভ সময়ত ৰামে, পাটত বসিলা প্ৰজা,
কৰে শুভ মঙ্গল অনেক।
চাৰি সাগৰৰ জল, যোগাইলা বানৰ বল,
বশিষ্ঠে কৰিলে অভিষেক ॥৫
দুই ভাই দুই পাশে, চামৰ বিঞ্চন্ত লাসে,
ভৰতে ধৰিলা ছত্ৰ তুলি।
শবদতে কাণ ফাৰে, প্ৰজায়ে জোকাৰ পাৰে,
জয় জয় ৰাম ৰাজা বুলি ॥৬
মেঘৰ গৰ্জ্জন যেন, মত্তহস্তী চিহৰয়,
আস্ফালে বজায় গজঘণ্টা।
পাইলা দুঃখ সমৰত, ভালুক বানৰ যত,
দিলা ৰামচন্দ্ৰে তাকো বণ্টা ॥৭
ৰাজাৰ সন্মান পাই, আনন্দৰ সীমা নাই,
গৈলা দেশে আদেশে ৰামৰ।
ভ্ৰাতৃ সব সমৰামে, ৰাজ্যভোগ ভুঞ্জিলন্ত,
পাছে দশ হাজাৰ বৎসৰ ॥৮
ভৈলা মহাদে সীতা, স্বামীৰ চৰণচিন্তা,
কৰন্ত একান্তে প্ৰতিনিতি।
অযোধ্যাৰ দেৱভোগ, ভুঞ্জিলন্তভুকুতিভোগ,
ৰামৰে বাঢ়ন্তে যাই প্ৰীতি ॥৯
পূৰ্ব্বকথা আপোনাৰ, শুনি ৰাম দেৱতাৰ,
পৰম হৰিষ ভৈল ভৈল।
সমজ্যায়ো একচিত্ত, কুশলৱে গাৱে গীত,
লঙ্কাকাণ্ড এহিমানে থৈল ॥১০

১৩ অধ্যায়।

ছবি

উত্তৰা কাণ্ডক, ধৰিলা গাইবাক,
সীতা সুত কুশলৱ।
এহিমতে পাছে, মাৰি ৰাৱণক,
ভৈলন্ত ৰাজা ৰাঘৱ ॥১
অযোধ্যাক পাছে, অগস্তি আসিলা,
অৰ্চ্চিলা ৰামে হৰিষি।
লঙ্কাৰ দগধ, ৰাৱণৰ বধ,
সুধিলা ৰামত ঋষি ॥২
ৰামে অগস্তিত, সমস্তে কহিলা,
যি ভৈল বৃত্তান্ত তথা।
ঋষিয়ো কহিলা, হৰিষে ৰামত,
ৰাৱণৰ জন্মকথা ॥৩
উপজিয়া যেন, মতে দশস্কন্ধ,
কৰিলা কৰ্ম্ম অদ্ভুত।
হৰৰ কৈলাস, আলগাই তুলি,
নৈকেষী ৰাক্ষসীসুত ॥৪
স্বৰ্গ মৰ্ত্ত্যলোকে, পাতাল পুৰতো,
ডৰতে কম্পাইল আতি।
কৰিলা ইন্দ্ৰকো, বন্দী মন্দ মতি,
সিটো পুলস্তিৰো নাতি ॥৫
দেৱ মনুষ্যৰ, যতেক সুন্দৰী,
হৰি নিলে মহাচান্দ।
তিনিয়ো লোকত, হুণ্টুৰি ফুৰিলে,
যেন উদয়াৰ ষান্দ ॥৬
ৰামে বোলন্ত, শুনিয়ো অগস্তি,
যেন কথা শুনো তাৰ।
সিকালত তেবে, কহিত নাচিল,
এক বীৰ বলিয়াৰ ॥৭
অগস্তি বোলন্ত, শুনিয়ো ৰাঘৱ,
যৈত তাৰ ভৈল ভঙ্গ।
কিষ্কিন্ধাত সিটো, সমৰ মাগিল,
বালীৰ তোলাইয়া থঙ্গ ॥৮
তাক লৈয়া বালী, সন্ধ্যা কৰিলন্ত,
কাখে দাবতিয়া তুলি।
বালীত শৰণ, পশিলা ৰাৱণ,
হাৰিলো হাৰিলো বুলি ॥৯
সহস্ৰ অৰ্জ্জুনে, নাৰীগণ সঙ্গে,
নৰ্ম্মদাত খেলে খেৰি।
তাহাতো সমৰ, মাগিয়া নিস্বলে,
ৰাৱণায়ে লাজ এৰি ॥১০
বান্ধে ৰণে জিনি, সহস্ৰ অৰ্জ্জুনি,
নিল নগৰক লাগি।
পুলস্তি আসিয়া, ৰাজাত প্ৰাৰ্থিয়া,
মেলালন্ত ভিক্ষা মাগি ॥১১
তথাপি সমৰ, মাগিয়া ফুৰয়,
ৰাৱণৰ নাহি লাজ।
পাতাল পুৰতো, পশিল সাজিয়া,
বলিৰ বৈতে আজ ॥১২

দুৱাৰত গৈয়া, দেখে পুৰুষেক,
সুন্দৰ কচিৰ শ্যাম।
ৰত্নৰ কিৰীটি, বলয় কঙ্কন,
পীতবস্ত্রে অনুপাম ॥১৩
হাৰ কেয়ুৰ, নুপুৰে ৰঞ্জিত,
কৰে দিব্য গদা লৈই।
কটিত মেখলা, গলে বনমালা,
নমাতি আছিলা বৈই ॥১৪

১৪ অধ্যায়।

ছবি।

দেখি ৰাৱণৰ তনু, জাত জাত শিহৰয়,
টেৰ কৰি আছিলেক চাই।
বলিৰাইৰ অভ্যন্তৰে, প্রবেশিলালঙ্কেশ্বৰে,
সিটো পুৰুষক নোবোলাই ॥১
ৰাৱণক দেখি বলি, বসিবাক থান দিলা,
নবসি বলিত পুছে কাষ।
তোমাৰ দুৱাৰেইটো,পুৰুষেক আছে কোন,
সত্বৰে কহিয়ো দৈত্যৰাজ ॥২
বলি বোলে লঙ্কেশ্বৰ, নিচিনহ বৰ্ব্বৰ,
এহেন্তে তোমাৰ অন্তকাৰী।
সুৰাসুৰে কৰে সেৱ, আমাৰ পৰম দেৱ,
আক্কে বোলো ঈশ্বৰ মুৰাৰি ॥৩
লঙ্কানাথে শুনিআছি, লৰৰদিলেক কাছি,
এহি বিষ্ণু বুলি ৰৰ ৰাগে।
ধৰিবাক যাই চাহি, দেখি হৰিতুলি হাসি,
দিলা লাঠি চৰণৰ আগে ॥৪
পাতাল পৃথিবী ছাৰি, লঙ্কাত উকৰি পৰি,
মুচ্ছা গৈল দুৰ্জ্জয় ৰাৱণ।
ৰাক্ষসে ফুকন্তে পাছে, কথমপি ধাতুআইল,
ব্রহ্মা বৰ দিবাৰ কাৰণে ॥৫
এহিমতে ঋষিবৰ, কহিলন্ত নিৰন্তৰ,
যতেক তাহাৰ গুণগ্রাম।
শুনন্তে পৰম ৰঙ্গ, ৰাৱণৰ জয় ভঙ্গ,
শুনিয়া হাসন্ত প্রভুৰাম ॥৬
নমোঁ নমোঁ ৰঘুনাথ, তিলক বিষ্ণুৰ অংশ,
শ্রীৰামচন্দ্র সীতাপতি।
জন্মে জন্মেৰামে গতি, ৰামত কৰোক মতি,
ৰাম পাৱে থাকোক ভকতি ॥৭

কৃষ্ণৰ কিঙ্কৰে ভণে, শুনিয়োক সৰ্ব্বজনে,
কলিত কীৰ্ত্তণ ধৰ্ম্মসাৰ।
এৰি ভাৱ ভূষ কাম,ডাকি বোলোঁ ৰামৰাম,
পাপত লাগোক বুন্দামাৰ ॥৮

---

১৫ অধ্যায়।

পদ।

হনুমন্তৰ জন্ম বিৱৰণ।

অগস্তিত ৰামে পাছে পুছিল সংশয়।
মহাবীৰ হনুমন্ত ত্রৈলোক্য বিজয় ॥১
কিসক নমাৰি মহাবৈৰী বালীৰাই।
ঋষ্যমুখ পৰ্ব্বতত আছিল পলাই ॥২
দেখিলোহো যেন হনুমন্তৰ মহত্ত।
বালিৰাজা জানে৷ আন আগে তৃণৱত ॥
বৈসানি কন্দল ভৈল বালি সুগ্রীৱৰ।
কিয় হনুমন্ত তাৰ নলৈলন্ত শিৰ ॥৪
ছেদিয়ো সংশয় মোৰ মনৰ সৰ্ব্বথা।
অগস্তি বোলন্ত ৰাম শুনা পূৰ্ব্বকথা ॥৫
অঞ্জনাত উপজিয়া দুৰ্জ্জয় মাৰুতি।
ক্ষুধায় কান্দন্ত কপি পৃথিবীত শুতি ॥৬
সেহি বেলা সূৰ্য্য আসি উদয় ভৈলন্ত।
তাক্ষালিয়া ফল গুটি মানি হনুমন্ত ॥৭
দিলা ডেৱ ধৰিবাক মেলি দুয়ো বাহু।
সেহি দিনা সূৰ্য্যক গ্রাসিবে আসে ৰাহু ॥৮
চিন্তন্ত মাৰুতি তাক চাহি টেৰ কৰি।
ইগোটা সুপক্ক ফল সিগোটাত কৰি ॥৯
তাক লাগি দিলা লাম্ফ আদিত্যক এৰি।
পলাই উলতি ৰাহু ভৱে পাৱে গেৰি ॥১০
কম্পন্তে জম্পন্তে লৈল ইন্দ্রত শৰণ।
কিসগোটে খাইবে খোজে মিলিল মৰণ ॥১১
শুনি ইন্দ্রে আথে বেথে ঐৰাৱতে উঠি।
কৰে বজ্র ধৰি ধাইল বায়ু যেন ছুটি ॥১২
পাছে পাছে ধাইলন্ত কপিৰ ক্ষুধা বৰ।
এহি গোটে খেদে ৰাহু দেখি দিলে লৰ ॥১৩
থমকিল ইন্দ্রে ভয়ে পাছে গুটি যান্ত।
দেখি তাক শিশু হনুমন্তে গুণিলন্ত ॥১৪
মহাচিত্র বিচিত্র বজ্জ্র ইটো ফল।
ইহাক ভুঞ্জিলে ভোক পলাইৰ সকল ॥১৫

এহি বুলি কৌতুহলে দিলেক জোলক ।
খাইবে লাগি ঐৰাৱত সমে বাসৱক ॥১৬
এৰাইবে নপাৰি ইন্দ্রে মনত তৰাসে ।
শিশু যেন জানি বজ্র হানিলন্ত পাশে ॥১৭
বাম হনু ভাঙ্গি পৰ্ব্বতত পৰিলন্ত ।
এতেকেহে আন নাম থৈলা হনুমন্ত ॥১৮
সাৰতি বুকত বায়ু মৃতক পুত্রক ।
অনেক কন্দিল ক্রোধ কৰিয়া ইন্দ্রক ॥১৯
পুত্রৰ লগতে হৌক সবাৰ বিনাশ ।
হিয়াৰ হৰিল বায়ু নোলাই উশাস ॥২০
হেন দেখি ভৈলন্ত ত্রিদশে মহা ত্রাস ।
ব্রহ্মাত পুছিলা কিয় নহলায় উশাস ॥২১
ব্রহ্মায়ে বোলন্ত ইটো কথা ভৈল টান ।
সবে মিলি উঠি গৈল শঙ্কৰৰ থান ॥২২
মহেশে বোলন্ত খুজি নাপাই সৰ্ব্বথা ।
সবে গৈয়া বিষ্ণুত পুছিলা পাছ কথা ॥২৩
মাধৱে বোলন্ত আৰে ভৈল বিসঙ্গতি ।
বায়ুৰ পুত্রক মাৰিলন্ত সুৰপতি ॥২৪
পুত্রৰ সন্তাপ পায়া জগতৰে আয়ু ।
সবাৰো হিয়াৰ পৰা হৰিলন্ত বায়ু ॥২৫
এতেকেসে নাসে আউৰ কাহাৰো উশাস ।
আসা সবে যাও বায়ু দেৱতাৰ পাশ ॥২৬
এহি বুলি দেৱে সমে বিষ্ণু গৈলা লৰি ।
পুত্র লৈয়া বায়ু কান্দিলন্ত পাৱে পাৰি ॥২৭
দিলা দুঃখ সাৰি দেখিয়োক চক্রপাণি ।
শিশুক মাৰিলে মোৰ ইন্দ্রে বজ্র হানি ॥২৮
মাধৱে বোলন্ত বায়ু কৰিয়ো সঞ্চাৰ ।
পৰশিলো হেৰা পুত্র জীলেক তোমাৰ ॥২৯
জাগি যেন তেখনে উঠিলা হনুমান ।
দিলন্ত ত্রিদশে চিৰজীৱ বৰদান ॥৩০
একো দেৱতাৰ অস্ত্রে নুহিবে বিকল ।
শৰীৰত তোৰ অপৰ্য্যন্ত হৌক বল ॥৩১
গৈলা সবে বৰ আনো দিয়া অসংখ্যাত ।
সঞ্চাৰিলা বায়ু পাছে সবাৰো হিয়াত ॥৩২
বলৰ দৰ্পতে হনুমন্ত যেন যম ।
ফল মূল খান্ত লুড়ি ঋষিৰ আশ্রম ॥৩৩
উভতাই কই তৰু ভাঙ্গি ছিঙ্গি মঠ ।
দেখি সব ঋষিৰ লাগিল মনকষ্ট ॥৩৪

বৃত্তিছেদ কৰিলে বানৰ ইটো পাপ ।
সবে মিলি আচোলি দিলন্ত পাছে শাপ ॥৩৫
সাধিবে নলাগে আৰ চাৰে ৰামকাৰ্য্য ।
বলৰ প্রমাণ নজানোক কপিৰাজ ॥৩৬
দেখক গোখোজ যেন সাগৰ সংস্কাশ ।
সেই শাপে কপিৰ গুচিল সবে সাস ॥৩৭
এৰিল প্রচণ্ড ভাব বায়ুৰ কুমাৰ ।
আৰো বালিৰাই মৰা বানৰক ডৰ ॥৩৮
এতেকেসে বালিক নবধি হনুমন্ত ।
ঋষ্যমুখ পৰ্ব্বতক লাগি পলাইলন্ত ॥৩৯
এহিখানে থৈলা ৰাম অগস্তি সম্বাদ ।
গাইবে লৈলা জানকীৰ নিৰ্ব্বাস বিষাদ ॥৪০
বোলে কুশে লৱে শুনিয়োক সমাজিক ।
অনন্তৰে পঠাই প্রভু ৰামে অগস্তিক ॥৪১
পৰম আনন্দে দশ হাজাৰ বৎসৰ ।
ভুঞ্জিলন্ত অকন্তকা ৰাজ্য ৰঘুবৰ ॥৪২
অযোধ্যাত মহা মহা মিলিল বিপত্তি ।
প্রাণ প্রিয়া সমে ৰামে ভুঞ্জিলা ভুকুতি ॥৪৩
ৰাত্রি দিনে চৰণ চিন্তন্ত সীতা সতী ।
স্বামীৰ সংযোগে পাছে ভৈলা গৰ্ভৱতী ॥৪৪
ৰামৰ বাঢ়ন্তে যায় নয়নৰ প্রীতি ।
আনন্দে আছন্ত প্রভু ভাৰ্য্যায়ে সহিতি ॥৪৫
মিলিল দুৰ্যোগে পাছে পাইলেক বিপাকে ।
জনবাদে দিলা ৰামে নিৰ্ব্বাস সীতাকে ॥৪৬
কণ্টক সঙ্কট বনে থৈলন্ত লক্ষ্মণে ।
ভৈলা অচেতন আতি দেৱী দুঃখ মনে ॥৪৭
সীতাৰ শুনিয়া যেন আপদ দুৰ্ঘোৰ ।
তাক আৰে পাইবে সবে কহি কোনে ওৰ ॥
যিটো পুণ্য তনু কৃপাময় ৰামদেৱ ।
পৰম মহন্ত গুণে সম নাহি কেৱ ॥৪৯
অনুচিত পিম্পৰাৰে নিচিন্তন্ত মাৰ ।
কৰ্ম্মফলে ভৈলা যম তেহেন্তে সীতাৰ ॥৫০
একে পতিব্রতা নাৰী আৰো গৰ্ভৱতী ।
তাহাকো বধিবে ৰাঘৱৰ ভৈলা মতি ॥৫১
কিনো বিপৰ্য্যয় বিধি লিখিল কপালে ।
ভৈলা ৰাম স্বামী জানকীৰ যমকালে ॥৫২
প্রকটিয়া কহিলা শাস্ত্ৰীৰ যত দুঃখ ।
ভৈলা সবে সমাজিকো শোকে অধোমুখ ॥৫৩

লৱে কুশে আকুল কৰিলা সমজ্যাক।
দেখে যেন আজি দিলা নিৰ্ব্বাস সীতাক ॥৫৪
জানকীৰ নিকাৰ শুনিয়া সামৰাজ।
কান্দিলন্ত মকামকি সকল সমাজ ॥৫৫
হাহাকাৰ শবদ উঠিল সভাস্থলি।
ৰামৰ গাৱত যেন লাগিল অগনি ॥৫৬
সুমৰিয়া পুনৰপি ৰাঘৱে সীতাক।
বিষাদৃশে শোকানলে চানিলে হিয়াক ॥৫৭
নিমাইল অগনি যেন জ্বালিল দুনাই।
পৰম সন্তাপ তাপে প্ৰাণ ফুটি যাই ॥৫৮
মূৰ্চ্ছা গৈয়া পৰিলন্ত সিংহাসন হন্তে।
ধৰিল বুৰিল বুলি ভৰত লক্ষ্মণে ॥৫৯
শিৰত সিঞ্চন্ত জল বিঞ্চন্ত চামৰে।
লগতে কান্দন্ত তান তিনি সহোদৰে ॥৬০
বশিষ্ঠ প্ৰমুখ্যে ঋষি নধৰন্ত হিয়া।
কান্দন্ত সীতাৰ দুখে মুখে বস্ত্ৰ দিয়া ॥৬১
বিভীষণ সুগ্ৰীৱ জাম্বৱ হনুমন্ত।
কান্দন্ত সন্তাপে পৰি কপি অপৰ্য্যন্ত ॥৬২
চেতন লভিয়া প্ৰভু ৰাঘৱে দুনাই।
কৰন্ত সন্তাপ আতি প্ৰিয়াক বৰ্ণাই ॥৬৩
হা হা সীতা শান্তী পতিব্ৰতা সুচৰিতা।
মোহোৰ বল্লভা সুভাষিতা বিবাহিতা ॥৬৪
ভাগ্যেহে লভিলোঁ ভাৰ্য্যাকততপসাই।
হাততে বিধাতা তাক হৰিলে দেখাই ॥৬৫
গেল পৰিচ্ছেদা দেখা ইজন্মক লাগি।
মই সি পাতকী তোৰ ভৈলো বধভাগী ॥৬৬
ঘোৰ বনবাসে দুঃখে নভৈলা নিৰ্ব্বাণ।
হৰি নিলে ৰাৱণে ৰহিল তাতে প্ৰাণ ॥৬৭
আতি সুচৰিতা শান্তী জনকৰ জীক।
মই হাতে বধি ভৈলো ৰাক্ষসতোধিক ॥৬৮
দণ্ডকা বনত আপনাৰ এৰি চিন্তা।
মোকেসে সেৱিলি সতী তই বিবাহিতা ॥৬৯
পাশৰিলো কিমতে সিসব তোৰ গুণ।
কিনো নিদাৰুণ মই পুৰুষ আগুণ ॥৭০
অপাৰ সাগৰে বান্ধিলোহোঁ শিলা সেতু।
সবান্ধৱে বধিলো ৰাৱণ যাৰ হেতু ॥৭১
হেনয় প্ৰিয়াক মই তেজিলো আপোনে।
চণ্ডাৰ বুলিয়া পৰহিৰে যিটো শুনে ॥৭২
এহি বুলি ৰামচন্দ্ৰে কৰন্ত বিলাপ।
ভৰত লক্ষ্মণ শত্ৰুঘনৰ সন্তাপ ॥৭৩
বোলন্ত প্ৰবোধ সৱে বেঢ়ি ভ্ৰাতৃলোক।
সন্ধুকণ হোৱা দদা পৰিহৰা শোক ॥৭৪
ইটো খেদ দদা হৃদয়ত দিয়া ঠাই।
আৰকি কান্দিলে সিটো জানকীক পাই ॥৭৫
আপুনি সৰ্ব্বজ্ঞ সৱে জানা যেন নয়।
অসাৰ সংসাৰ ইটো দেখি মায়াময় ॥৭৬
পুত্ৰ দাৰা ধন জন যত পৰিকৰ।
হেন জানা সৱে শোক সন্তাপৰ ঘৰ ॥৭৭
কেণেকে সংযোগ হৱে কেণেক বিয়োগ।
মিছা বিষয়ত কিছু নাহি সুখভোগ ॥৭৮
যেন কেন সব হোৱে উঠি একঠাই।
জলৰ বেগত বাজি তিলেকে মিলাই ॥৭৯
বান্ধৱৰ সমাগমে তেহ্নয় অধিৰ।
ধৈৰ্য্যেসে ঔষধ দদা আপদ ব্যাধিৰ ॥৮০
প্ৰবোধ শুনিয়া ৰাম থাকন্ত থমকি।
সুমৰন্তে সীতাক কান্দন্ত মকামকি ॥৮১
বহি যাই দুয়ো নয়নৰ নীৰ ধাৰে।
নিচুকান্ত ভ্ৰাতৃ সৱে ধৰি বাৰে বাৰে ॥৮২
হা সীতা বুলি ক্ষণে তেজন্ত নিশ্বাস।
আপুনি চিন্তিলো আপোনাৰ সৰ্ব্বনাশ ॥৮৩
কিবা কৰ্ম্ম কৰো আৰে যাওঁ কোন ভিতা।
ইটো গৃহবাস বনবাস বিনে সীতা ॥৮৪
লৈয়ো ৰাজ্যভাৰ ভৈয়াই ভৰত সোদৰ।
ৰাজ্যত নাহিকে কাৰ্য্য কৰো দেশান্তৰ ॥৮৫
সীতা বিনে দশোদিশে দেখন্ত আন্ধাৰ।
ৰাঘৱৰ নাহি আৰ সন্তাপৰ পাৰ ॥৮৬
সীতাৰ যতেক শাশু কৌশল্যা প্ৰমুখ্যে।
হা সীতা বুলিয়া কান্দন্ত অধোমুখে ॥৮৭
কান্দন্ত আৰৰি আনো নাৰী অসংখ্যাত।
ক্ৰন্দনৰ ঊৰ্ম্মি উথলিলা সমজ্যাত ॥৮৮
ৰাঘৱৰ শোকে লোক সকলে আকুল।
যাৰৈ যেন আগ উভাৰিলে বৃক্ষমূল ॥৮৯
বশিষ্ঠ উঠিয়া পাছে বুজিলা প্ৰবোধ।
সবাকে কৰাইলা ঋষি ক্ৰন্দন নিৰোধ ॥৯০
ৰামক বোলন্ত তাত তেজিয়ো সন্তাপ।
এতাইবেক সাধ্য কাৰ বিধি লিখিতাক ॥৯১

আপনি সমস্তে জানা জগতৰে বাপ।
ইসি বিপৰীত মহা মহন্তৰ তাপ ॥৯২
যাৰ যেন হুইৰে ইটো হুইবেক সৰ্ব্বথা।
উত্তৰাকাণ্ডৰ আৰে শুনা পাছ কথা ॥৯৩

১৩ অধ্যায়।
লৱ কুশৰ পৰিচয়।

তোমাৰ আগত শিশু দুই গাওক গীত।
ভবিষ্যত কথা হুইব আপুনি বিদিত ॥১
শোক পৰিহৰি ৰামে ঋষিৰ বচনে।
তেজিয়া নিশ্বাস বসিলন্ত সিংহাসনে ॥২
আখি মুখ মছে পাছে চিত্ত কৰি থিৰ।
শিশু দুইক আদেশ কৰিলা থিৰে ধীৰ ॥৩
শুনো পাছ কথা কেনে গাৱ দুয়ো ভাই।
হেনবা হৃদয় ইটো আমাৰ জুৰাই ॥৪
শুনি লৱেকুশে গীত গাইবাক লাগিলা।
শুনা জানকীৰ যেন অবস্থা মিলিলা ॥৫
এৰিলা লক্ষ্মণে দিয়া বনত নিৰ্ব্বাস।
কান্দিলন্ত সীতা শোকে আতি হুয়াত্ৰাস ॥৬
কোনবা জন্মৰ জানকীৰ আছে ভাগ।
ফল মূল চাহন্তে বাল্মীকি পাইলা লাগ ॥৭
অনেক আশ্বাস বুলি বচন প্ৰবন্ধে।
আশ্ৰমত নিয়া পুযিলন্ত জীউ বোধে ॥৮
তপোবনে আছন্ত দুঃখিত আতি হুই।
উপজিলা সীতাৰ যৱগ্না সুত দুই ॥৯
কুশলৱ নাম থৈলা দুইহন্তৰো ঋষি।
ৰামায়ণ গীত ইটো শিকাইলে হৰিষি ॥১০
আমি দুই লৱ কুশ সীতাৰ সন্ততি।
গাওঁ ৰামায়ণ গীত আজন্ম প্ৰভৃতি ॥১১
তাহাঙ্কে বুলিয়া লৱ মোৰ নাম কুশ।
সীতাৰ তনয় আমি জানা নিৰঙ্কুশ ॥১২
মহাঋষি বাল্মীকিৰ দুয়ো ভৈলো শিষ্য।
শুনি সমজ্যাৰ মহা মিলিল হৰিষ ॥১৩
গীততে জানিল সবে সীতাৰ তনয়।
ভালেতো ৰামৰ সবে আকৃতি আনয় ॥১৪
কিনো সুপ্ৰসন্ন বিধি ভৈলা সৰ্ব্ব সিদ্ধি।
ৰাঘৱৰ হুইবেক আবেসে বংশ বৃদ্ধি ॥১৫
শুভ শুভ বুলি প্ৰজা পাৰয় জোকাৰ।
জানিল কুশল সবে জানকী সীতাৰ ॥১৬
আছন্ত কল্যাণে নমৰিয়া মোৰ শাস্তী।
আনন্দে নসয় যেন অন্যোঅন্যে মাতি ॥১৭
সকল প্ৰজাৰে মহা মিলিল হৰিষ।
জয় জয় ৰাঘৱ ঘোষন্ত দশো দিশ ॥১৮
ৰামে জানিলন্ত ইটো মোহোৰ সন্ততি।
আনন্দ সিন্ধুত নিমজ্জিলা ৰঘুপতি ॥১৯
নিশ্চয়ে জানিলো হৱে সীতাৰ তনয়।
শিহৰে শৰীৰ দ্ৰবে আনন্দ হৃদয় ॥২০
পৰম স্নেহত আতি নয়ন তৰধ।
লোতকে ভেণ্টিল কণ্ঠ বাক্য গদ গদ ॥২১
প্ৰেমৰসে বিপুল আকুল কৰে হিয়া।
আসনৰে পৰা পৰিলন্ত জাম্প দিয়া ॥২২
গলত বান্ধিল ধৰি দুইকো আথে বেথে।
পুত্ৰ শিৰ সুঙন্ত স্নেহত ৰঘুনাথে ॥২৩
ধাৰে বহি যাই দুই নয়নৰ নীৰ।
তিয়াইলা লোতকে লৱ কুশৰ শৰীৰ ॥২৪
বুকত ধৰিয়া দুই পুত্ৰক সাবতি।
সিংহাসনত আসি বসিলা উলটি ॥২৫
মহা স্নেহে ধৰি আসি ভৰত লক্ষ্মণ।
গুচাইলন্ত দুইৰো আসি বাকলি বসন ॥২৬
পিন্ধাইলন্ত আনি দুইকো দিব্য অলঙ্কাৰ।
কুশলৱে কৰিলা পিতৃক নমস্কাৰ ॥২৭
পুত্ৰ মুখ চুম্বন্ত স্নেহত বাৰে বাৰ।
বনতে জন্মিলি দুয়ো দুখীয়া কুমাৰ ॥২৮
ভৈলা ঋষিবেশ দুঃখ পাইলা লাগে মানে।
তোমাৰ নিকাৰ মই পাপীৰ নিদানে ॥২৯
মই বোলো হুইবে প্ৰাণ প্ৰিয়া গৈল মৰি।
আজিসে জানিলো মোৰজীৱৈ প্ৰাণেশ্বৰী ॥৩০
দুঃখ পাইবে লাগি আউৰ নবৈল সীতাৰ।
অকাচিতে মই পাপী ভুঞ্জাঁলো নিকাৰ ॥৩১
এহি বুলি মকামকি কৰন্ত ক্ৰন্দন।
লগত কান্দন্ত দুয়ো সীতাৰ নন্দন ॥৩২
ধৰা ধৰি কৰি কান্দিলন্ত পুত বাপে।
দেখিয়া কান্দন্ত সবে সমাজ সন্তাপে ॥৩৩
ধৰিলা কৌশল্যা আসি নাতিৰ গলতে।
এতমান ভৈলে দুয়ো পুতাই বনতে ॥৩৪
হৰি হৰি বহাৰী জানকী সুচৰিতা।
নিকাৰকে লাগি উপজিলি আই সীতা ॥৩৫

নগৈল কতনো তোৰ কহান কুনাট।
কোন্‌নো বিধাতা ইটো লিখিলা ললাট ॥৩৬
তেজি ৰাজ্য আছ মৰণৰ পশি সন্ধি।
হা সীতা বুলিয়া কান্দন্ত বাৰ বান্ধি ॥৩৭
লক্ষ্মণ ভৰত শত্রুঘনে কান্দি আতি।
বশিষ্ঠ প্রমুখ্যে ঋষি নিবেধন্ত মাতি ॥৩৮
জীৱন্ত জানকী কথা সকলে কল্যাণ।
কিসক কান্দিয়া এভু সীতাৰ নিদান ॥৩৯
হৰিষ সময়ে বিষাদৰ কোন কাম।
হেন শুনি শোক তেজিলন্ত শ্রীৰাম ॥৪০
আখি মুখ মুছিলন্ত নিশ্বাস তেজিয়া।
সীতাক স্মৰি আৰ নধৰন্ত হিয়া ॥৪১
আপুনি আনিবো আজি জানকীক যাচি।
আসনৰ পৰা উঠিলন্ত ৰাম কাছি ॥৪২
লগতে যাইবেক সাজিলন্ত সামৰাজ।
অন্তেষ পুৰবো নাৰীগণ ভৈলা বাজ ॥৪৩
সীতাক দেখিবে লাগি ৰামৰ একান্ত।
ভালুক বানৰ সেনা লগতে চলন্ত ॥৪৪
টল বল কৰে মহী লৰিল কটক।
আগ বাঢ়ি বশিষ্ঠে বুজাইলা ৰাঘৱক ॥৪৫

১৭ অধ্যায়।

হনুমন্তাদিক সীতাক আনিবলৈ প্রেৰণ।

মিলিল তোমাতে আসি সীতাৰ বৈৰাগ।
জানকীক নপাইবা আপুনি গৈলে লাগ ॥১
মহন্ত বাছিয়া পঠায়োক আন লোক।
কৰি আতি কাকুতি সীতাক আনন্তোক ॥২
বশিষ্ঠৰ বোলে ৰাম বসিলা উলটি।
সীতাৰ নিমিত্তে যেন যাই প্রাণ ফুটি ॥৩
শত্রুঘন বিভীষণ সুবেণ মাৰুতি।
চাৰিকো পাঞ্চিলা ৰাম কৰিয়া কাকুতি ॥৪
চলিয়ো চাৰিয়ো বীৰ বাল্মীকিৰ ঠাব।
মোৰ পদে ঋষিৰ ধৰিবা দুই পাৱ ॥৫
ভৈলো আমি জবাই সীতা তানে ভৈল জীউ।
আনন্তোক প্রবোধি দেন্তোক দান জীউ ॥৬
সুহিবা দেন্তোক মোক আশ্রমতে ঠাই।
সীতাৰ লগতে থাকোঁ ফল মূল খাই ॥৭
ধৰিবে নোয়াৰো বুক ফুটে মোৰ প্রাণ।
সীতাক দেখিলে দুনাই দেন্ত জীৱ দান ॥৮
মইতো জানো জানকীক ছুইলে পাপ হবে।
তথাপি দুর্জ্জনে অপযশ কৰি মবে ॥৯
লোক অপবাদক আমাৰ বৰ চিন্তা।
পৰীক্ষা কৰিয়া দুনাই সম্বৰিবো সীতা ॥১০
জানকীক বুলিবা এবোক অসন্তোষ।
আবে বাবেকৰ মোৰ মৰশোক দোষ ॥১১
কোনে পাৰে বিধি লিখিতাক এৰাইবাক।
কৰিবা কার্পণ্য মোৰ নিমিত্তে সীতাক ॥১২
বাপ হনুমন্ত হেৰা শুনা মোৰ বাক।
তোহোঁৰনিমিত্তেপাইলোপূর্ব্বতোসীতাক॥১৩
যেন তেন মতে বুজাই জানকীক আন।
কি বুলিবো তোক বাপ দেহ প্রাণ দান ॥১৪
ৰামৰ কাতৰে কান্দিলন্ত কপিৰাজ।
প্রণামি চাৰিয়ো সমজ্যাৰ ভৈলা বাজ ॥১৫
সীতাক দেখিতে উত্তৰিল হনুমন্ত।
কতোক্ষণে বাল্মীকিৰ আশ্রম পাইলন্ত ॥১৬
বসিয়া আছন্ত খাৱ মলিন স্বভাৱ।
স্বামীৰ চৰণ চিন্তি জগতৰ মাৱ ॥১৭
মলিন বসন বেশ ক্লিষ্ট দেহা ক্ষীণ।
ধূলিয়ে ধূসৰ তনু তাপসীৰ চিন ॥১৮
ফল মূল ভক্ষণত শুকাইল শৰীৰ।
সীতাক প্রত্যেকে দেখিলন্ত চাৰি বীৰ ॥১৯
কৰিলন্ত পৃথিবীত পৰিয়া প্রণতি।
তাসম্বাক দেখি সঙ্কোচিতা ভৈল সতী ॥২০
বস্ত্রে আবৰিলা মাৱ কৰি মুখ কান্তি।
থাকিলন্ত দিয়া হাত গালত নমাতি ॥২১
শত্রুঘন লঙ্কেশ সুবেণ হনুমন্ত।
সীতাৰ অবস্থা দেখি চাৰিয়ো কান্দন্ত ॥২২
হা হা মাৱ ৰাঘৱৰ প্রিয়া মহাদে।
তোহোৰ কৰিলে বিধি হেনসে বিলাই ॥২৩
শচীত অধিক আছিলেক পৰিছেদ।
ভৈলা তাপসীৰ বেশ ইসি জদি খেদ ॥২৪
জগতৰ প্রভু ৰাম দেৱৰ ঘৰণী।
যাক আল লবে অলেখ্য সেৱকিনী ॥২৫
অন্তেষপুৰত দুৱা নেতৰ তুলিত।
তৃণেসে আসন আবে শয়ন ভূমিত ॥২৬
ভোহিন সুবর্ণ যেন আছিলেক কান্তি।
জগত প্রখ্যাত তুমি মাৱ মহা শান্তী ॥২৭

প্ৰাণতো অধিক ৰামে দেখিলে তোমাক।
দিলন্ত নিৰ্ব্বাস কিনো বিধিৰ বিপাক ॥২৮
অৱস্থা দেখতে যেন যাই প্ৰাণ ফুটি।
কান্দিলন্ত মাৰুতি মাটিত পাৰি লুটি ॥২৯
হৰি হৰি জগত জননী সতী আই।
কিক জীৱ ধৰোঁ দেখি তোমাৰ বিলাই ॥৩০
সাগৰ তৰিলো লঙ্কা কৰিলো দগধ।
যাৰ পদে দশানন সসৈন্যে গৈল বধ ॥৩১
জগত ঈশ্বৰী ৰাঘৱৰ পটেশ্বৰী।
তোমাৰ বিপত্তি দেখি কিয় নযাওঁ মৰি ॥৩২
ৰাজ ভাৰ্য্যা সকলে যোগান থাকে ধৰি।
যাক সেৱা কৰন্ত স্বৰ্গৰ অপেশ্বৰী ॥৩৩
হেন মাৱ ভৈলা ঋষি পত্নীৰ সঙ্গতি।
কোননো কুযোগে হেন মিলাইলে দুৰ্গতি ॥
কান্দি কান্দি হনুমন্তে কৰন্ত কাতৰ।
মৰশিয়ো দোষ মাৱ প্ৰভু ৰাঘৱৰ ॥৩৫
সুমৰিতে তোমাক ৰামৰ হৃদি খেদ।
দিনে ৰাত্ৰি নেত্ৰৰ লোতক নাহি ছেদ ॥৩৬
হা সীতা সীতা বুলি তেজন্ত নিশ্বাস।
বনতো অধিক তান সিটো গৃহবাস ॥৩৭
মৰিলাহা তুমি ৰামে হেন সে জানন্ত।
আপোনাক নিন্দি আতি ফুকিতে কান্দন্ত ॥
তোমাৰ তনয় দুই লৱ আৰ কুশ।
গাইল ৰামায়ণ গীত জগতে হৰিষ ॥৩৯
আপোনাৰ পুত্ৰ বুলি পাছে চিনিলন্ত।
গলত বান্ধিয়া দুইকো ৰামে কান্দিলন্ত ॥৪০
আশ্ৰমতে আছা তাসম্বাৰ মুখে শুনি।
তোমাক নিবাক আজি সাজিল আপুনি ॥৪১
নাপাইবাহা লাগ বশিষ্ঠৰ শুনি বাক।
তাতেহে তোমাক নিতে পঠাইলা আমাক ॥
অনেক কাৰ্পণ্য বুলিলন্ত ৰঘুপতি।
ৰাঘৱৰ দোষ মৰশিয়ো সবে সতী ॥৪৩
যেন ভৈলা তোমাৰ তথাপি দেৱ স্বামী।
দাঁতে তৃণ ধৰিয়া কাকুতি কৰোঁ আমি ॥৪৪
পঠাইলা তোমাক ৰামে সাদৰি চৌদল।
অসন্তোষ তেজিয়া স্বামীৰ চলা কোণ ॥৪৫
জাতিক্ৰাৰ হোৱা মাৱ শৰীৰক মণ্ডি।
আজি ধৰি দুইহানো দুৰ্গতি যাউকখণ্ডি ॥৪৬
চাৰিয়ো কাতৰ কৰি অনেক বুলিল।
শুনি জানকীৰ শোক অগণি জ্বলিল ॥৪৭
সুমৰি সুমৰি বনবাস মহাক্লেশ।
চাৰিৰো আগতে দেবী কান্দিলা অশেষ ॥৪৮
কতোক্ষণে সীতা শান্তী শোকক তন্তাই।
বুলিলা উত্তৰ পাছে চাৰিকো শুনাই ॥৪৯
শুনিয়ো সুষেণ হনুমন্ত লঙ্কেশ্বৰ।
শুন বাপ শত্ৰুঘন কনিষ্ঠ দেৱৰ ॥৫০
কিসক আমাক আউৰ কৰা উতপাত।
পাসৰি আছিলো দুনাই অগ্নিজ্বাল গাত ॥৫১
আৰু অযোধ্যাত ভুঞ্জিবোহো ৰাজসুখ।
দেখিবো দুনাই আৰু ৰাঘৱৰ মুখ ॥৫২
বোলাইবো ঘৰণী আৰু ৰাঘৱৰ ঘৰে।
নাই তেবে নাৰী নিলাজিনী মোত পৰে ॥৫৩
মোক কৰিবে আৰো নবৈল ৰামৰ।
আৰু সুবুলিবা কৰোঁ সবাকে কাতৰ ॥৫৪
আমাক নিবেক আৱে ৰামে কোন গন্ধে।
গৰ্ভ সমে তেজিলেক মাৰিবে প্ৰবন্ধে ॥৫৫
প্ৰাণ ধৰি আছো দুই পুত্ৰৰ কাৰণে।
হইবে অনাথিতি শিশু মোহোৰ মৰণে ॥৫৬
দুঃখৰ সহায় শুন হনুমন্ত বাপ।
মোহোৰ নিমিত্তে তেজিয়োক হৃদি তাপ॥৫৭
ভুঞ্জো নিজ কৰ্ম্ম আত নাহি কিছু খেদ।
ৰামৰ আমাৰ জানা ভৈল পৰিছেদ ॥৫৮
দুৰ্জ্জনৰ বোলে মোক কৰিলে নিকাল।
জানো মোৰ মনে ৰাম স্বামী যমকাল ॥৫৯
নমৰিলো বনত ৰাঘৱে মোক জানি।
ইবাৰ কাটিবে মোক হাতে খাণ্ডা হানি ॥৬০
মই যেবে জানো ৰাম এমুৱা নিৰ্দ্দয়।
লঙ্কাতে তেজিলো হন্তে প্ৰাণক নিশ্চয় ॥৬১
তোহোৰেসে বচনত ৰহিলো অভাগী।
কিয় পাইলে হন্তে ৰামে কদৰ্থিবে লাগি ॥৬২
যিটো নিলাজিনী যাউক ৰামত সঞ্জাত।
তান কথা বাপ সব নকৈবা আমাত ॥৬৩
মোহোৰ অৱস্থা যত সবাতে বেকত।
দুনাই যেবে বোলা তেৱে মোহোৰ শপত॥৬৪
শুনি সবে জানকীৰ বচন নৈৰাশ।
আউৰ কেৱে মাতিবাক নপাইলন্ত সাস ॥৬৫

শত্ৰুঘন বিভীষণ সুষেণ মাৰুতি।
তেজিল নিশ্বাস বুদ্ধি হৰাইল শুকতি ॥৬৬
শুনা সৰ্ব্বজন ইটো কথা ৰামায়ণ।
বিমৰিশি চাৱা ঐত কেদিন জীৱন ॥৬৭
ঘোৰ পৰলোক যম যাতনা অপাৰ।
ৰাম নাম বিনে নাই তথাত নিস্তাৰ ॥৬৮
ধৰ্ম্মৰ ভাঙ্গিলে কলি চাৰিয়ো চৰণ।
হৰিৰ নামত ধৰ্ম্মে পশিল শৰণ ॥৬৯
ৰাম হৰি নামক সততে যিটো গাৱে।
সিসি জনে সমস্ত পুণ্যৰ লাগ পাৱে ॥৭০
নিষ্ঠে জানা সমস্ত শাস্ত্ৰৰ ইসে মৰ্ম্ম।
আন ধৰ্ম্ম কিঙ্কৰ নামেসে তাৰ ৰাজা ॥৭১
আগম পুৰণ শাস্ত্ৰ দেখিয়ো বিচাৰি।
কলিত তৰিবে আন পুণ্যে সে নপাৰি ॥৭২
কাৰো চিত্ত বিত্ত শৰীৰত নাই শুদ্ধি।
প্ৰভাৱত কলিৰ মলিন ভৈল বুদ্ধি ॥৭৩
কলিৰ পৰম ধৰ্ম্ম জানা হৰি নাম।
শঙ্কৰে ৰচিলা ডাকি বোলোঁ ৰাম ৰাম ॥৭৪

---

১৮ অধ্যায়।
ছবি

সীতাৰ নৈৰাশ, শুনি চাৰি বীৰ,
কৰিলন্ত মাথা হেট।
ফল মূল লৈ, আসিল বাল্মীকি,
তাঙ্ক পাইলা পাছে ভেট ॥১
ৰামৰ গোচৰ, চাৰিয়ো কহিলা,
ঋষিৰ চৰণ লাগি।
অনেক কাতৰ, কৰিয়া ৰাঘৱে,
পঠাইলা সীতাক মাগি ॥২
ৰামে বুলিলন্ত, মই ভৈলোঁ জোৱাঁই,
সীতা তানে ভৈল জীউ।
ছুনাই যেন বিহা, কৰাইয়োক আনি,
তেৱে দেন্ত দান জীউ ॥৩
কতেক ৰাঘৱ, কহিবো কাতৰ,
গুচাইয়ো তাহান চিন্তা।
সমৰ্পিয়ো নিয়া, পৰীক্ষা কৰিয়া,
সমবিৰ ৰামে সীতা ॥৪
ৰচন আমাৰ, গোসানী সীতাৰ,
কৰ্ণৰ পথে নযাই।
যেন তেনে মতে, ৰামৰ নিমিত্তে,
আপুনি নিয়ো বুজাই ॥৫
ৰামৰ বিনয়, বাল্মীকি শুনিয়া,
বুলিলা সীতাৰ আগে।
ৰাঘৱৰ বাণী, জনেক নন্দিনী,
কিসক বাধিবে লাগে ॥৬
তুমি পতিব্ৰতা, স্বামী সি দেৱতা,
আপুনি জানিয়ো ভালে।
পূৰ্ব্ব যত দোষ, মৰশিয়ো যাৱ,
যি ভৈল ছুইৰ কপালে ॥৭
মোহৰ শপত, দিয়োক সমত,
এৰিয়ো আতি আক্ৰান্তি।
বাল্মীকিৰ বাণী, শুনিয়া গোসানী,
কান্দন্ত মাত্ৰ নমাতি ॥৮
চৰণে ভূমিক, আথাকে লিখন্ত,
নেদন্ত একো সিদ্ধান্ত।
বাল্মীকি বুজিলা, জানকীৰ চিত্ত,
ভৈল কিছু উপা শান্ত ॥৯
চাৰিয়ো বীৰক, বুলিলা বাল্মীকি,
ৰামৰ ৰচন পালি।
প্ৰবোধি সীতাক, নিবো সমজ্যাক,
আমি প্ৰভাততে কালি ॥১০
সবেয়ো দেখোক, পৰীক্ষা দেন্তোক,
যোগাইবো নিয়া ৰামত।
সীতাৰ নিমিত্তে, জগত বিদিতে,
কৰিবো মইয়ো শপত ॥১১
হেন শুনি ৰঙ্গে, গৈলন্ত চাৰিয়ো,
ৰামক পাশক প্ৰতি।
যতেক বৃত্তান্ত, সকলে কহিলা,
চৰণে কৰি প্ৰণতি ॥১২
ৰামো বোলন্ত, শুনা ঋষি সব,
আন যত সমাজিক।
বাল্মীকিয়ে কালি, প্ৰভাতে আনিব,
সমজ্যাক জানকীক ॥১৩
লৈলন্ত পৰীক্ষা, কালি সবে দেখা,
আজি যায়ো ঘৰা ঘৰি।
এহি বুলি সভা, বিসৰ্জ্জি উঠিলা,
পুত্ৰ দুইৰ হাতে ধৰি ॥১৪

সীতাক সুমৰি, ৰাঘৱৰ ভৈল,
ৰজনী যুগ সমান।
স্বপনে সচিতে, কিছু নেদেখন্ত,
সীতা বিনে একো আন ॥১৫
কেতিক্ষণ ৰাতি, প্ৰভাত হুইবেক,
উঠি উঠি চান্ত বেলি।
বৈদন্ত শোৱন্ত, ধৰন্ত সাবতি,
পুত্ৰ দুইক হাত মেলি ॥১৬
হা সীতা সীতা, বোলন্তে ৰামৰ,
ৰজনী ভৈলা প্ৰভাত।
স্নান দান কৰি, দেৱক আদৰি,
বসিলা আসি সভাত ॥১৭
লক্ষ্মণ ভৰত, শত্ৰুঘন আসি,
বসিলা চিন্তিয়া কায।
বশিষ্ঠ প্ৰমুখ্যে, মহা মহা ঋষি,
বসিলা পাত্ৰ সমাজ ॥১৮
ভালুক বানৰ, ৰাক্ষসে বেঢ়িল,
ৰামৰ সাধিয়া প্ৰীতি।
লক্ষে লক্ষে ৰাজা, যোগানে ৰহিলা,
ৰাঘৱৰ চতুৰ্ভিতি ॥১৯
দিব্য সিংহাসনে, আছন্ত ৰাঘৱ,
ৰঞ্জিয়া সিটো সমাজ।
সীতা সমে তৈত, প্ৰভাতে লৰিলা,
বাল্মীকিয়ে ঋষিৰাজ ॥২০
সীতাৰ পৰীক্ষা, শুনি যত দেৱ,
দেৱী বিমানতে থাকি।
ব্ৰহ্মায়ে সহিতে, ৰহিলা আসিয়া,
গগণ মণ্ডল ঢাকি ॥২১
যত নৰনাৰী, আছে সাৰি সাৰি,
জানকীক বাট চাই।
উৰুৰ মুকক, কৰন্ত উৎসুক,
আসিবন্ত সীতা আই ॥২২

---

১৯ অধ্যায়।

ছবি।

বৰদোৱা নামে গ্ৰাম, শস্যমস্যে অনুপাম,
লোহিত্যৰ জলে অনুকূল।
ভৈল সেই গ্ৰামেশ্বৰ, যাৰ নাম ৰাজধৰ,
কায়স্থ কুলৰ পদ্ম-ফুল ॥১
তানে পুত্ৰ সূৰ্য্যবৰ, মহাবৰা দেশধৰ,
দানী মানী মহাযশী শিষ্ট।
যাৰ যশ এভু জ্বলৈ, জয়ন্ত মাধৱ দলৈ,
দুয়ো ভাই যাহাৰ কনিষ্ঠ ॥২
তান্তেহন্তেভৈলাজাত, সমস্তে দেশতেখ্যাত,
প্ৰসিদ্ধ কুসুম যাৰ নাম।
দানেমানে ভৈলা ছাৰ, ভৌমিকমধ্যতেসাৰ,
একোগুণে নাহিক উপাম ॥৩
তাহানেসন্ততিআতি, জ্ঞান-শূন্য শিশুমতি,
কেশৱৰ কিঙ্কৰ শঙ্কৰ।
দীৰ্ঘ হ্ৰস্ব নানা ছন্দে, বিৰচিল পদ-বন্ধে,
শেষকথা উত্তৰাকাণ্ডৰ ॥৪
কৰযোৰে বুদ্ধলোক, বোলোক্ষেমিয়োকমোৰ
আমাৰ অযোগ্য ইটো কৰ্ম্ম।
পদত দুষণ পাই, নিন্দিবেক নুযুৱাই,
মহন্ত জনৰ ক্ষমা ধৰ্ম্ম ॥৫
পূৰ্ব্ব কবি অপ্ৰমাদী, মাধৱ কন্দলি আদি,
বিৰচিলা পদে ৰাম কথা।
হস্তীৰ দেখিয়া লাদ, শশা যেনফাৰেমাৰ্গ,
মোৰ ভৈল তেহুয় অৱস্থা ॥৬
তুমি সব মহাগুণী, ৰামৰ চৰিত্ৰ শুনি,
কৰিয়ো মনত মহাৰতি।
কলিত পৰম ধৰ্ম্ম, পাই ৰাম নাম সম,
আক নলৈ যাই অধোগতি ॥৭
পৰম পুৰুষ হৰি, যাৰ নাম লৈলে তৰি,
তাঙ্ক এৰি আনকেসে ভজে।
যেন অন্ধেনাৱ এৰি, দুৰ্ঘোৰ সংসাৰে পৰি,
কৌটি জনমক লাগি মজে ॥৮
কলিত লভিয়া জন্ম, নাম এৰি আন ধৰ্ম্ম,
কৰি ফুৰে যিটো মন্দবুদ্ধি।
বিধাতা ছালন্য কৰে, হৰি ভকতিক এৰে,
কোছতে আছন্ত মহৌষধি ॥৯
পৰম বান্ধৱ নাম, এৰি কৰে আন কাম,
সুবুজিয়া শাস্ত্ৰৰ যুগুতি।
জানি মহাসুখে থাকি, ৰামৰাম বোলোঁডাকি
তেবে পাইবা হাততে মুকুতি ॥১০

---

## ২০ অধ্যায়।

### ৰামৰ সভালৈ সীতাৰ আনয়ন আৰু বাল্মীকিৰ শপত কৰণ।

পদ।

আৰ্ত্ত অনন্তৰে যেন মিলিল অৱস্থা।
শুনা সবে একমনে ৰামায়ণ কথা ॥১
আছন্ত ৰাঘৱ যেবে দিব্য সভা পাতি।
আনন্ত সীতাক বাল্মীকিয়ে বুলি থাতি ॥২
ঋষিৰ বচন দেবী বাধিবে নপাৰি।
ধীৰে ধীৰে চলি যান্ত জনক জীয়াৰী ॥৩
আগ ভৈলা বাল্মীকি পাছত যান্ত সীতা।
লাজে অপমানে মাৱ তনু সঙ্কুচিতা ॥৪
শিলিখা বোলোৱা বস্ত্রে অঙ্গ ঢাকি ঘুৰি।
আগক নবাঢ়ে ভৰি নেন্তসে আঙ্গুৰি ॥৫
লাজে অপমানে যেন গাৱতে লুকান্তি।
ঋষিৰ আক্রোসে সমজ্যাক লাগি যান্তি ॥৬
নয়ন পুতলী যেন সুকোমল কায়ী।
প্রত্যেক ভৰিত যেন কধিৰ বজাই ॥৭
মহা পতিব্রতা সীতা শান্তী সুচৰিতা।
অধোমুখে যান্ত চলি নচাই একো ভিতা ॥৮
আনে আসি দেখন্তে মাৱৰ বৰ লজ্জা।
আসন্ত জানকী জানি উভতিল প্রজা ॥৯
সমস্তৰে আনন্দ আকুল ভৈল চিত্ত।
লৰৰই নৰনাৰী সীতাক দেখিত ॥১০
অন্তেষ পুৰত যত আছিল সুন্দৰী।
ভৈলা বাজ সবে কৌশল্যাক আগ কৰি॥১১
অসংখ্য সীতাৰ দাসী ৰঙ্গে যান্ত চলি।
পুহাইল আমাৰ সবে আসন্ত গোসাঁনী ॥১২
উকক মুৰক কৰি যাই লৰৰন্তে।
থিৰয়ে শুকাইল গই সীতাক দেখন্তে ॥১৩
কান্দে নৰ নাৰী অৱস্থাক চাই চাই।
নয়নৰ নীৰ ধাৰাসাৰে বহি যাই ॥১৪
হৰি হৰি জগত জননী শান্তি আই।
তোমাৰ কৰিলে বিধি হেনসে বিলাই ॥১৫
কিয় জীওঁ জানকীৰ দেখি হেন দুখ।
কান্দে হুমহুমি প্রজা হয়া অধোমুখ ॥১৬
কণ্ঠৰ নোহ্লাই ৰাক্য শোকে গদগদ।
চলৈ নৰনাৰী চুই শাৰি নিশবদ ॥১৭
আতিশয় দহে-দেহা দেবীৰ দুখত।
হাত কোত মাত্র শুনি লোকৰ মুখত ॥১৮
কাহাকো নচান্ত সীতা শান্তী মাথা তুলি।
চৰি যাই অধিকে হিয়াৰ শুলগুলি ॥১৯
কাকো একো ভাল মন্দ মেদন্ত সিদ্ধান্ত।
মহাদুখে অধোমুখে মাৱ চলি যান্ত ॥২০
অমৃত মথন্তে যেন লক্ষ্মী উপজিলা।
বিষ্ণুক বৰিবে পিতৃ সহিতে লৰিলা ॥২১
বাল্মীকিৰ পাছত তেহ্নয় মত সীতা।
লাসে লাসে চলন্ত ৰামৰ বিবাহিতা ॥২২
নেৰে নৰনাৰী আউৰ জানকীৰ পাশ।
কতোক্ষণে পাইল গৈয়া সমজ্যাৰ কায ॥২৩
বাল্মীকি সহিতে উঠিলন্ত সভাশালা।
মেকত উদিত যেন চন্দ্রমাৰ কলা ॥২৪
বাল্মীকিক দেখি আসনৰ উঠি ৰাম।
কৰিলা সাদৰে জানু পাৰিয়া প্রণাম ॥২৫
ঋষিয়ো উচ্চৰি বেদমন্ত্র তুলি নাদ।
ৰাঘৱক দিলন্ত তুলসী আশীর্ব্বাদ ॥২৬
বামে নম্রভাবে লৈলা দুয়ো হাত পাতি।
থাকিলন্ত সীতা পাছে হয়া এক কাতি ॥২৭
মাথাত ওহ্নি লাজে চপৰায়া মাথ।
বাল্মীকি বোলন্ত বাপ শুনা ৰঘুনাথ ॥২৮
বশিষ্ঠ প্রমুখ্যে আছা সবে সামাজিক।
ৰামৰ চৰণে আনি দিলোঁ জানকীক ॥২৯
যেনে তেনে আনিলোঁ প্রবোধ বুলি ৰাক।
যেন লাগে দিয়ো আৰে পৰীক্ষা সীতাক॥৩০
মহা পতিব্রতা সতী জনক জিয়াৰী।
কিঞ্চিতেকো আন্ত ছিদ্র নপাইবা বিচাৰি ॥
পৰম নিষ্পাপ দেহা দেখি হবে পাপ।
মিছাত কলঙ্ক আৰু দিয়া জৰি তাপ ॥৩২
স্বপনত আন নাই ৰাঘৱত পৰে।
হেন নতো শুনো শাস্ত্রী ত্রৈলোক্য ভিতৰে॥
ঊৰ্দ্ধ বাহু কৰি বোলো শুনিয়ো সমাজে।
কৰিবো শপত আজি জানকীৰ কাৰে ॥৩৪
কোটি জন্মে যতেক কৰিলো সদকৰ্ম্ম।
ইয়ো জন্মে যত আচৰিলো তপ ধৰ্ম্ম ॥৩৫
ধৰি আছো ব্রত বিধা কৰি কায় কষ্ট।
সীতা দোষী হন্ত যেবে সিয়ো হবে নষ্ট ॥৩৬

সত্য কৰি আৰে বোলোঁ সমাজিকে শুন।
মোৰ ঊৰ্দ্ধ পুৰুষে কৰিলে যিটো পুণ্য ॥৩৭
কৰিলো সুকৃতি পিতৃ দেৱতাক তুষি।
সিয়ো নষ্ট হোৱে যেৱে সীতা হন্ত দোষী॥৩৮
তপৰ প্ৰভাবে জানো ভূত ভবিষ্যত।
মোত আঁৰ কৰন্তা নাহিকেত্ৰৈলোক্যত॥৩৯
কহিলো স্বৰূপ ৰাম আগত তোমাৰ।
যেন লাগে কৰাঁ আৰে আপুনি বিচাৰ ॥৪০
হেন শুনি জয় জয় কৰন্ত সমাজে।
ধন্য ধন্য শাস্তী সীতা দেৱ বাদ্য বাজে ॥৪১
আকাশৰ পৰা পুষ্প বৰিষিলা মাথে।
কৰযোৰে ঋষিক বুলিলা ৰঘুনাথে ॥৪২
মইতো জানো শাস্তী সীতা পৰম নিষ্পাপ।
দুৰ্জ্জনৰ অপবাদে দেউ হৃদি তাপ ॥৪৩
সম্বৰিবো সীতা তেবে সভাৰ সম্মতে।
লঙ্কেক পৰীক্ষা ভৈল তোমাৰ শপতে ॥৪৪
ত্ৰিজগতে জানিলে সীতাত শঙ্কা নাই।
আৰে সবে দুষ্টৰে পৰিল মুখে ছাই ॥৪৫
এহি বুলি আপুনি আসন দিলা পাৰি।
বসিলন্ত বাল্মীকি ঋষিৰ গৈয়া সাৰি ॥৪৬
ৰামে দেখিলেন্ত পাছে জানকীৰ ক্লেশ।
শিলিখা বোলোৱা বস্ত্ৰ তাপসীৰ বেশ ॥৪৭
ফল মূল আহাৰে শৰীৰ কৃশ আতি।
দেখি হৃদি দগধ তবধ ৰঘুপতি ॥৪৮
অৱস্থা দেখিয়া আসে উভতি ক্ৰন্দন।
ধৈৰ্য্যে ধৰিলন্ত তাক কৌশল্যা নন্দন ॥৪৯
বহয় লোতক নয়নৰ ঝৰঝৰি।
আথাকে মোচন্ত তাক হাতে বস্ত্ৰ ধৰি ॥৫০
কান্দন্ত সমাজে দেখি সীতাৰ নিকাৰ।
দেৱ ঋষি লোকে সবে কৰে হাহাকাৰ ॥৫১
কতনো এৰাইলে মাৱ মৰণৰ ঘাট।
ৰামৰ সীতাৰ আৰে খণ্ডিল ললাট ॥৫২
এহি বুলি সবে লোকে কৰে কানাকানি।
সুস্থ হুয়া পাছে ৰঘুবংশ শিৰোমনি ॥৫৩

## ২১ অধ্যায়।

### সীতাৰ ক্ৰোধ আৰু পাতাল প্ৰবেশ।

জানকীৰ স্নেহে ভৰতক লাগি চাইল।
বসিবাক লাগি বস্ত্ৰ আসত বহ্বাইল ॥১
তিনিয়ো দেৱৰে আসি বুলিলা বিনয়।
নবৈসন্ত সীতা শোকে দগধ হৃদয় ॥২
কৌশল্যা প্ৰভৃতি শ্বাশু সকলে বুজান্ত।
আউৰ কাকো মাথা তুলি নেদন্ত সিদ্ধান্ত ॥৩
লাজে অপমানে যেন হৃদয় বিদাৰে।
বহয়ে লোতক দুয়ো নয়নৰ ধাৰে ॥৪
জাজ্বল্য সমান কোপে চিত্ত নোহে শান্ত।
ঘনে ঘনে কটাক্ষে ৰামক লাগি চান্ত ॥৫
স্নেহে জানকীক নিৰীখন্ত ৰঘুনাথ।
সীতাৰ কটাক্ষ দেখি ছপৰান্ত মাথ ॥৬
ভয়ে লাজে জানকীক চাহিবে নোৱাৰি।
থাকিলা সঙ্কোচ ভাৱে ৰাঘৱ মুৰাৰি ॥৭
দুখ সব সুমৰি জ্বলিল আতি সতী।
সি বেলা সীতাক নাহি চাহিবে শকতি ॥৮
মহাশোকে কোপে আতি কম্পমান কায়।
জাজ্বল্য সমান অগনিৰ শিখা প্ৰায় ॥৯
অন্তৰ্গতে ৰামৰ মিলিল মহাভয়।
দেখি সমজ্যাৰ ভৈল পৰম বিস্ময় ॥১০
সীতাৰ দেখিয়া হেন ক্ৰোধৰ আক্ৰান্তি।
ৰামক কৰন্ত জোনো শাপি ভস্ম শান্তী ॥১১
আজি জোনো জগতেৰ মিলান্ত প্ৰলয়।
কাম্পে তৰ তৰি দেৱ ঋষিৰ হৃদয় ॥১২
নমাতি আছিলা দেবী দুই দণ্ড মানে।
আৰকত আখি মুখ কোপে অপমানে ॥১৩
ৰামৰ ভিতিক পিঠি দিয়া ক্ৰোদ্ধ ভাৱে।
চায় সমজ্যাক লাজ এৰি জগমাৱে ॥১৪
বুলিবে লাগিলা অতি চিত্ত অসন্তোষ।
কথা শুনি সমাজে আমাক দিবা দোষ ॥১৫
সবাতে বিদিত মোৰ ৰাম যেন স্বামী।
সেৱকিনী প্ৰায় আন বিবাহিতা আমি ॥১৬
বাপ আনে পঠাইলে গৈলেক.বনবাস।
কৰিলো লগতে চৌধ বৰিষ নিৰ্ব্বাস ॥১৭
একেশ্বৰী নাৰী মই নোহো স্বতন্ত্ৰী।
নোৱাৰিলো ৰাখিবে ৰাৱণে নিলে হৰি ॥১৮
চাহিলো লঙ্কাতে অপমানে মৰিবাক।
গৈই এই হনুমন্তে ৰাখিলে আমাক ॥১৯
প্ৰাণ ৰাখি আছিলো স্বামীক বাট চাই।
ৰাৱণক মাৰি মোক আনিলে দুনাই ॥২০

কৰিলা পৰীক্ষা ৰামে পেহলাই অগনিত।
তথাপি ন ভৈল শান্ত ৰাঘৱৰ চিত্ত ॥২১
বুলিলা বুজাই আসি পাছে ৰাপখনে।
তেবেসে আমাক সম্বৰিলা শুদ্ধমনে ॥২২
একচিত্তে কৰিলোহোঁ আহাক্কেসে সেৱ।
মইতো জানো স্বামীসি পৰম মোৰ দেৱ ॥২৩
স্বামী তপ, জপ, যজ্ঞ, স্বামী যোগ ধ্যান।
স্বপনে সচিতে মই নিচিন্তিলো আন ॥২৪
তথাপি আমাত আন চিত্ত বিহৰিল।
চুমাতে কামোৰ যেন অলগাত কিল ॥২৫
ছুষ্টে দিলে অপযশ তাতে আন ত্ৰাস।
ছলে নিয়া দিয়ালেক আমাক নিৰ্ব্বাস ॥২৬
দেখা দেখা ইটো কেনে স্বামীৰ মৰ্য্যাদ।
কিসক কৰিলে এতমান ছল বাদ ॥২৭
যেবে লাগে এৰিবে আগতে এৰা মোক।
গৰ্ভতে মাৰিবে চাইলা ছুই গুটি পোক ॥২৮
স্বামীৰ কহন্তে গুণ শৰীৰ দগধ।
লৈবেক খোজিলা তিনি মা পোৰ বধ ॥২৯
গৰ্ভে সমে মোক মাৰিবাক শ্ৰদ্ধা ভৈল।
কৰিবেক বাকি আউৰ ৰামৰ নৰৈল ॥৩০
সবে বোলে এসুৱা ৰামক ভাল ভাল।
মইতো জানো মোৰ ৰামেসে যমকাল ॥৩১
স্বামী হেন নিদাৰুণ কৈত আছা শুনি।
চাইবো আউৰ আন মই মুখ কিবা গুণি ॥৩২
এহি বুলি জানকী কান্দন্ত মকা মকি।
শোকানলে হিয়াৰ নোগুচে ভাকা ভকি ॥৩৩
নয়নৰ লোতক ধাৰায়ে যায় বহি।
অধোমুখে কতোক্ষণ আছিলন্ত ৰহি ॥৩৪
একো মতে নোৱাৰা কৰিবে চিত্ত থিৰ।
নিশবদ লোক শোক দেখি গোসাঁনীৰ ॥৩৫
সবে বোলে আজি একো মিলিবে প্ৰমাদ।
চৰন্তেসে যাই শান্তী সীতাৰ বিষাদ ॥৩৬
ধান দিলে হৃদে আখে ৰামৰ মুখত।
বহিবে লাগিলা দেৱী ছুসহ ছুখত ॥৩৭
ৰাঘৱক চাই কোপে কটাক্ষে নিৰিখি।
বোলন্ত এৰিলা মোক তুমি কিবা দেখি ॥৩৮
জানাহা তেজিবা কিয় সম্বৰিলা আগে।
পূৰ্ব্বতে মৰিলো হই যেন মুজাই ভাগে ॥৩৯
কিনো ৰাম স্বামী মোৰ পুৰুষ দাৰুণ।
মুহুৰ্ত্তবিলাৰা একো দিষসবো গুণ ॥৪০
কাষ্ঠতে কৰিল যত্নে বান্ধিলেক হিয়া।
দুৰ্জ্জনৰ বোলতে নিৰ্ব্বাস মোক দিয়া ॥৪১
কোন শত্ৰু তোমাৰ কৰিলো কিবা হানি।
কৰিলা এসুৱা উগ্ৰ দণ্ড কিবা জানি ॥৪২
ছলবাদে দিলা নিয়া নিৰ্ব্বাসক মনে।
অকস্মিতে তেজে যেন ভাৰ্য্যাক ভেণ্টনে ॥৪৩
ৰাক্ষসতোধিক ইটো তোমাৰ কুমতি।
নাই একো তিলো তিৰীবধ পাপ ভীতি ॥৪৪
তোমাৰ উপৰি বংশ আছিল যতেক।
কোন্না কোনে কৰিলেক এসুৱা পাতক ॥৪৫
বিনা অপৰাধত কৰিলা হেন শাস্তি।
সংসাৰ জুৰিলে ইটো মোৰ কুখিয়াতি ॥৪৬
জগততে মোক আউৰ সুবোলিবে ভাল।
কৰিলেক অনাদোষে ৰামে কি নিকাল ॥৪৭
আউৰ কি কৰিবে লাগি অনাইলা ইবাৰ।
যেন পোৰা গাত ঘৰা সনিয়া আমাৰ ॥৪৮
বন মানুষক আনি দেখুৱা সভাক।
কতনো বিগুতি মাৰা মৰাক আমাক ॥৪৯
এভু তবে তোমাৰ সুপূৰে মনোৰথ।
একে জুই মৰোঁ আক পিপলিৰ পথ ॥৫০
বোলাইবো তোমাৰ আক ঘৰৰ ঘৰণী।
তেবে মোত পৰে নাই নাৰী নিলাজিনী ॥৫১
জনেক ৰাজাৰ মই স্নেহৰ জীয়াৰী।
দশৰথ নৃপতিৰ প্ৰথম বোহাৰী ॥৫২
তুমি ৰামৰাজাৰ আমি সি মহাদৈ।
হেনতো আমাৰ হেন কৰিলা বিলাই ॥৫৩
এহি বুলি মহামৰ্ম্মে গোসাঁনী জানকী।
পৰিৰীত পৰিয়া কান্দন্ত মকা মকি ॥৫৪
সীতাৰ সন্তাপে দেশন্তাৰো মৰ্ম্ম ছবে।
হাহাহুমি কান্দে লোক লোতক নিগৰে ॥৫৫
কোপে অপমানে আতি চিত্ত নুহি থিৰ।
হিয়াত পশিল শাল নোহলাই গোসাঁনীৰ ॥
বুলিবে লাগিলা ছুনাই মনত আছুখ।
আউৰ ইটো স্বামী ৰাঘৱৰ নচাওঁ মুখ ॥৫৭
পৃথিৱীক কাতৰ কৰত মোৰ হাতে।
তুমি মোৰ মাৰ জন্ম লভিলো তোমাতে ॥৫৮

আউৰ যেন সুশুনো ৰামৰ ইটো নাওঁ।
ফাট দিয়া বসুমতী পাতালে লুকাওঁ ॥৬১
স্বৰূপত শান্তি পুণ্য যেবে আছো ৰাখি।
চন্দ্ৰ সূৰ্য্য বায়ু বসুমতী হুইবা সাখী ॥৬২
ৰামৰ পাৱত জানা মোৰ চিত্ত ডাঠ।
ঝাণ্টে দিয়া বাট তেবে মাৱ মেলা ফাট ॥৬৩
হওঁ যেবে আমি পতিব্ৰতা নিৰঙ্কুশ।
ৰাম বিনে আন যেবে নজানো পুৰুষ ॥৬৪
গুচোক আমাৰ ইটো কলঙ্ক ললাট।
পাতালাত পশোঁ বসুমতী মেলা ফাট ॥৬৫
কায়বাক্যমনে যেবে ৰামক আৰাধোঁ।
স্বপনৰ ৰাম বিনে আনক নসাধো ॥৬৬
তেবে বসুমতী মোক ঝাণ্টে দিয়া বাট।
নচাওঁ মানবৰ মুখ মাৱ মেলা ফাট ॥৬৭
কৰিলোঁ সুদৃঢ় চিত্তে ৰামকেসে সেৱ।
স্বামী ব্যতিৰেকে নজানিলো আন দেৱ ॥৬৮
তথাপি এনুৱা মোৰ মিলিল ললাট।
বাঘৰৰ মুখ নচাওঁ মাৱ মেলা ফাট ॥৬৯
বিগুতি বিগুতি ৰামে মাতিবন্ত মোক।
আউৰ মই নথাকো নথাকো ইটো লোক ॥
লাগিল বৈৰাগ্য মনে মিলিল বিচাধ।
দিয়া দিয়া দিয়া বসুমতী ঝাণ্টে বাট ॥৭১
দিলে তিনি বাৰ বাৱ ৰমৰ বল্লভা।
টল বল কৰি কম্পিবাক লৈলা সভা ॥৭২
ঠাৎকাৰ শবদে মেদিনী দিলা ফাট।
উঠিল সুবৰ্ণময় সিংহাসন খাট ॥৭৩
চিকি মিকি কৰে আতি ৰত্নৰ জেউতি।
সীতাক সাদৰে যোগাইলন্ত বসুমতী ॥৭৪
চাৰি নাগ কন্যা ধৰি আছে চতুৰ্ভিতি।
অদ্ভুত দেখিয়া সবে সমাজে বিশ্ৰুতি ॥৭৫
হনুমন্ত আদি কৰি যত কপিবল।
কি ভৈল বুলিয়া সবে হৃদয় বিকল ॥৭৬
স্তব্ধ ভৈল ভৰত লক্ষ্মণ শত্ৰুঘন।
ৰামৰ গাৱত আউৰ নাহিকে চেতন ॥৭৭
শুনা সৰ্ব্বজন ঐত কেদিন জীৱন।
মিছা ধন জন জানি তেজিও যতন ॥৭৮
ৰামৰ সীতাৰ কেনে দুখ তাক দেখা।
ইটো গৃহবাস সামান্তৰ কোন লেখা ॥৭৯
হেন জানি হৰি ভকতিক কৰা সাৰ।
তেবেসে তৰিবে পাৰি সংসাৰ মিকাৰ ॥৮০
কাৰ কেতিক্ষণ পৰা মিলয় মৰণ।
বোলা ৰাম ৰাম চিন্তা কৃষ্ণৰ চৰণ ॥৮১

২২ অধ্যায়।

ছুলৰি।

পাছে পৃথিবীৰ, আদৰ দেখিয়া,
ত্বৰিতে উঠিলা সতী।
ব্ৰহ্মা আদি কৰি, সকলে দেৱত,
একত্ৰে কৰিলা নাতি ॥১
বশিষ্ঠ প্ৰমুখ্যে, ঋষিক নমিলা,
জান পাৰি এক ঠাই।
কৰি কৃতাঞ্জলি, বুলিবে লাগিলা,
সীতা উপৰত চাই ॥২
জন্মে জন্মে হৈবা, জনকেসে বাপ,
সাধোঁ মই পৰবাসু।
দশৰথ ৰাজা, হুইবন্ত শ্বশুৰ,
কৌশল্যা হুইবন্ত শাশু ॥৩
দুখৰ সহায়, ভালুক বানৰ,
হুইব পুত্ৰ সমসৰ।
ভৰত লক্ষ্মণ, বীৰ শত্ৰুঘন,
তিনিসি হুইবা দেৱৰ ॥৪
স্বপনে সচিতে, আন নবাঞ্ছোহোঁ,
ৰামেসে হুইবন্ত পতি।
তাহান এহিসে, দুখানি চৰণ,
জন্মে জন্মে হুইবে গতি ॥৫
হুইবেক তনয়, মহা শোভনয়,
এহি লৱ কুশ দুই।
হেনয় কলঙ্ক, কদৰ্থনা জোনো,
আউৰ দুনাই মোৰ সুই ॥৬
নমি কৌশল্যাক, বুলিলা কাৰুণ্য,
কি ভৈলা মোৰ কপাল।
দুইগুটি পুত্ৰক, সম্পিলো গোসাঁনী,
কৰিবাহা প্ৰতিপাল ॥৭
আমাত সন্তাত, নাহিকে ৰামৰ,
পুত্ৰত কমন কাৰ্য।
আছোক পালিব, পুত্ৰ বুলিবাকো,
ৰামৰ লাগিব লাজ ॥৮

কুশক লৱক, গলত বান্ধিয়া,
কান্দিলন্ত সীতা শোকে ।
তোমাসাক বৰ, কৰিতে নপাইলো,
দৈবে দণ্ডিলেক মোকে ॥৯
অল্পতে তোমাক, কৰিলো ছিগুৱা,
হেনসে মই অভাগী ।
তিনি মা পোৰ, ভৈলা দেখা দেখি,
আজি ই জন্মক লাগি ॥১০
দুয়ো ভায়েৰে, কন্দল নকৰিবা,
একত্রে বঞ্চিবা কাল ।
মোক লাগি পুতাই, চিন্তা নকৰিবা,
যি ভৈলা মোৰ কপাল ॥১১
তোমাসাৰ দুখ, দুৰ্গতি লৈযাওঁ,
জীয়া মোৰ লৈয়া আয়ু ।
কুলক্ষণী সীতা, পাতালে চলিলো,
পৰিছেদা মোক চাউ ॥১২
এহি বুলি মকা, মকি কান্দিলন্ত,
পুত্র দুইৰ ধৰি গলে ।
ক্ষেণেকে সন্ধুকি, আখি মুখ পাছে,
মুচিলা বস্ত্র আঞ্চলে ॥১৩
চিত্ত দৃঢ় কৰি, জানকী গোসাঁনী,
ভৈলা শোকে মোহে হীন ।
পৰম সাদৰে, কৰিলা ৰামক,
তিনিবাৰ প্রদক্ষিণ ॥১৪
চৰণৰ ধূলি, মলচিলা চুলি,
বুলিলা পাছে প্রণামি ।
আবে প্ৰভু ৰাজ্য, ভুঞ্জিয়োক সুখে,
যাওঁ পাতালক আমি ॥১৫
হৃদয় খেদত, যি কিছু বুলিলো,
ই দোষ ক্ষেমা আমাক ।
তোমাৰ চৰণ, সেবিবে নপাইলো,
মোৰেসে কৰ্ম্ম বিপাক ॥১৬
তুমি হেন স্বামী, ভৈলোহো বঞ্চিত,
কোনবা পাপৰ ফলে ।
এহি বুলি আউৰ, মাত্তিৱে নোৱাৰি,
কৰিল চক্ষু ছলছল ॥১৭
গদ গদ বাক্যে, বোলন্ত থাকিয়ো,
কৰিলো প্ৰভু মেলানী ।
দিব্য সিংহাসনে, চড়িলন্ত গৈয়া,
কান্দন্ত সীতা গোসাঁনী ॥১৮
বসুমতী আসি, আশ্বাসি সাবতি,
বুলিলা মধুৰ বাক ।
গন্ধে পুষ্পে ধূপে, পূজিলা প্রদীপে,
যত নাগনাৰী জাক ॥১৯
নাগ লোক ছানি, জয় বাদ্য বাৰে,
দুন্দুভি ধ্বনি আস্ফাল ।
শিৰত সুৰভি, পুষ্প বৰিষিল,
পশিলা সীতা পাতাল ॥২০
পতি পুত্র সবে, সুহৃদ তেজিলা,
পৰম বৈৰাগ্য মনে ।
যেন চন্দ্রকলা, মেঘতে লুকাইল,
সীতা শান্তী তাৰক্ষণে ॥২১
ৰামক বিচুই, হিয়ে জ্বালে জুই,
সীতা পাতালক গৈলা ।
দেখি অন্তৰীক্ষ, ধাতু ৰামচন্দ্ৰ,
বিশ্রুতি বিহ্বল ভৈলা ॥২২
সিংহাসন হন্তে, পৰি মূৰ্চ্ছা গৈলা,
শোকতে দেখি আন্ধাৰ ।
ৰামক ধৰিয়া, কান্দে আৰ্ত্তৰাৱে,
সীতাৰ দুই কুমাৰ ॥২৩
দেখিয়া অদ্ভুত, যত সামাজিক,
কাৰো নাহি মাত বোল ।
ৰামৰ বিলাই, শিশু দুইক চাই,
কৰে হাহাকাৰ বোল ॥২৪
দেব ঋষি সবে, সন্তাপে কান্দন্ত,
ধৰিতে চিত্ত নপাৰি ।
ভালুক বানৰ, কান্দে নিৰন্তৰ,
মাটিত পাৰি লোটাৰি ॥২৫
ভৰত লক্ষ্মণ, বীৰ শত্রুঘন,
ভূমিত পৰিলা কান্দি ।
কৌশল্যা প্রমুখ্যে, মুঠি হানৈ হিয়ে,
সীতা বুলি বাৰ বাঢ়ি ॥২৬
ইহেন পুত্রক, কিমতে তেজিলি,
বজ্রে বান্ধিলেক হিয়া ।
পাৰে জুই জ্বালি, মাৰ কৈক গৈলা;
এতিক্ষণে দেখা দিয়া ॥২৭

সেৱকিনী যত, সীতাৰ শোকত,
কান্দে পাৰি লোটাপুটি।
পাইল স্বৰ্গ কোল, ক্ৰন্দনৰ সিটো,
তুমুল বোলেক উঠি ॥২৮
শুনা সভাসদ, ৰামায়ণ পদ,
দুখ গৃহবাস দেখা।
ৰামৰ সীতাৰ, এমুৱা বিপাক,
সামান্যৰ কোন লেখা ॥২৯
কাল সৰ্পে গিলে, কৈত মৃত্যু মিলে,
তাহাৰ নাহিকে থিত।
ৰাম নাম বিনে, নিস্তাৰ নাহিকে,
দুৰ্ঘোৰ ইটো কলিত ॥৩০
ভাৰত ভূমিত, লভি নৰতনু,
আক ব্যৰ্থ কৰা কিক।
মূঢ়জনে যেন, নজানি বিকই,
কাচৰ মূলে মাণিক ॥৩১
হেন অনুমানি, চিন্তা চক্ৰপাণি,
অনাদৰি আন কাম।
কৃষ্ণৰ কিঙ্কৰে, ৰচিলা শঙ্কৰে,
ডাকি বোলাঁ ৰাম ৰাম ॥৩২

---

## ২৩ অধ্যায়

**শ্ৰীৰামৰ পৃথিবীৰ প্ৰতি ক্ৰোধ আক ব্ৰহ্মাৰ প্ৰবোধ।**

**পদ।**

এহিমানে গৈল ইটো জানকীৰ কথা।
আত অনন্তৰে শুনা ৰামৰ অৱস্থা ॥১
কতোক্ষণে ৰঘুনাথে চেতন পাইল।
কৈৰা সীতা বুলি যেন ছেঞ্চান্ত বাতুল ॥২
কৈতনো আছ শান্তী প্ৰাণপ্ৰিয়া মোৰ।
সমাজতে বিচাৰি পাৰন্ত হাতালোৰ ॥৩
বোলন্ত বিক্ৰুতি আতি বাউল পৰাই।
কাণ্টে লাগ লৈয়ো প্ৰাণ লক্ষ্মণ ভৈয়াই ॥৪
আৰকা ৰাৱণে হেৰা হৰি নিলে সীতা।
খুজি নপাওঁ বাদ্ধে আবেগৈলকোন ভিতা ॥৫
বাপ হনুমন্ত তই লঙ্কাত বিচাৰ।
প্ৰাণত অধিক প্ৰিয়া হৰাইল আমাৰ ॥৬
সুহৃদ সুগ্ৰীৱ মোক আপদত তোল।
কোনে নিলে সীতাক সম্বৰ কৰি বোল ॥৭
ইবাৰ নিজীৱো মইঁ জানকীৰ হেতু।
ভালুক বানৰ সব বান্ধ শিলা সেতু ॥৮
বিভীষণ মিত্ৰ মোত কহ হিত চিত্তে।
সিয়ো বাৰ পাইলো সীতা তোমাৰ নিমিত্তে॥৯
বান্ধে অবিহনে হেৰা মৰোঁ প্ৰাণ ফুটি।
এহি বুলি মাটিত পৰন্ত লোটা লুটি ॥১০
সীতা সীতা বুলিয়া কান্দন্ত গেৰিয়াই।
গৈল বান্ধে মোক শোক সাগৰে পেহ্লাই ॥
হা বিধি দেখিবে নপাইলো মইঁ ভালে।
এতেকে লুকালি কৈত মোহোৰ কপালে ॥
ফুটে প্ৰাণ প্ৰাণেশ্বৰী অগ্নি লাগে গাত।
কৰোঁ তোক কাতৰ পালটি মোক মাত ॥১৩
আবেসে জানিলো তইঁ তেজিলি সমূলি।
পৰি মূৰ্চ্ছা যান্ত কতো হা সীতা বুলি ॥১৪
দেখিয়া সীতাৰ তাপ তেজি বোলে লোকে।
ৰামো মৰিবন্ত আজি জানকীৰ শোকে ॥১৫
হাহাকাৰ কৰে প্ৰজা ৰাঘৱক চাই।
ৰামো বসিলন্ত পাছে কিছু শ্ৰুতি পাই ॥১৬
মুগুচয় ৰামৰ হিয়াৰ শোকশাল।
নিশ্চয়ে জানিলো সীতা লুকাইলা পাতাল ॥
জানকীৰ বিৰহে শৰীৰ সব পোৰে।
পৃথিবীক কাতৰ কৰন্ত হাতযোৰে ॥১৮
তোমাৰেসে জীউ সীতা বসুমতী আই।
তাহান সম্বন্ধে জানা আমিয়ো জমাই ॥১৯
মোতে ৰাগে গৈলা সীতা তোমাৰেসে ঠাই।
বুলি মাতি দেবী দুনাই দিয়োক পঠাই ॥২০
নুহি মোক পাতাল পুৰতে দিয়া থান।
হেনোবা জুৰাই জানকীক দেখি প্ৰাণ ॥২১
সীতাৰে লগতে মোক যেন যুৰাই হোক।
ফাট দিয়া দেবী ময়ো যাওঁ পৰলোক ॥২২
প্ৰিয়াৰ বিৰহে দেখা দহে সৰ্ব্ব অঙ্গ।
নকৰিবা বান্ধিবাৰ দুনাই দোল ভঙ্গ ॥২৩
মহন্তৰ উচিত নুহিকে ইটো কৰ্ম্ম।
জীউ দিয়া নিয়া দুনাই ইটো কোন ধৰ্ম্ম ॥২৪

সীতাৰ বিৰহে জীৱ ভৈলযে দগধ।
শাশু হুয়া জমাইৰ কিসক লোৱা বধ ॥২৫
এভো দেখোঁ নেদেস সীতাক উলিয়াই।
কাতৰ কৰিলো পদে পাইলে হৈবে লাই ॥
তইও মোক নিচনিলি দুৰ্ম্মতি বসুমতী।
জানো তোক কৰ্ম্ম নিসিজিবে কুটুম্বতি ॥২৭
মোত দোষ নাহিকে আপুনি ভাঙ্গা লাজ।
সীতাক নেদিলে আজি যাইবে কোনবাজ॥২৮
শোকৰ জমকে কোপে কম্পমান তনু।
পৃথিবীক লাগিয়া ধৰিলা শৰ ধনু ॥২৯
গৰ্জ্জন্ত জঙ্কাৰি মাথা থাক বসুমতী।
হটিলেসে নীচজন হোৱে শুদ্ধমতি ॥৩০
বোলস কেমিবে মোক কুটুম্বৰ গন্ধে।
নিলি সীতা শাশু আৰ কিসৰ সম্বন্ধে ॥৩১
হেনবা বুলিবি স্ত্রীক নমাৰিবে বাণ।
শুননতো তাড়কাৰ হৰাই আছো প্ৰাণ ॥৩২
আপুনি মৰন্তে আৰ কিবা কৰে গোটে।
ঢুৰাচাৰী পৃথিবী লগাইলি খেড়ি মোতে॥৩৩
জীৱি যেবে জানকীক দেস বাজ কৰি।
সুহি হেৰ হৃদয় বিদৰোঁ বসুন্ধৰী ॥৩৪
খণ্ড খণ্ড কৰি তোক নিবো ৰসাতল।
শুষিবোহো শৰে সাত সাগৰৰ জল ॥৩৫
এহি ঘোৰ শৰে সাতো পাতালক ফুলি।
আনিবো সীতাক এতিক্ষণে খানি তুলি ॥৩৬
আমাৰ ভাৰ্য্যাক ৰাখিবেক কাৰ বাপে।
আছোহো মৰন্তে মই সীতাৰ সন্তাপে ॥৩৭
নাহি মোৰ দোষ সাখী হুইবা দিগপাল।
এহি শৰে বিদাৰিবো পৃথিবী পাতাল ॥৩৮
এহি বুলি ৰামে ক্ৰোধে ভিৰিলন্ত বাণ।
দেখি সবে সভাসদে অবতবিমান ॥৩৯
কাম্পে সুৰাসুৰ পাতালৰ যত নাগ।
হংসৰ নামিয়া ব্ৰহ্মা ভেটিলন্ত আগ ॥৪০
এৰা এৰা ক্ৰোধ ৰাম মোৰ হাক শুনি।
তুমি কোন আপোনাক চিনিয়ো আপুনি॥৪১
সকল সংসাৰ ইটো তোমাৰে প্ৰৱঞ্চনা।
আপোনাৰে নিজৰূপ আপুনি নজানা ॥৪২
পৃথিবীক কোপ কিয় কৰিবাক লাগে।
তুমি নতোহন্তে ৰাবায়ণ ভৈলা আগে ॥৪৩
ঈশ্বৰ নিৰ্ম্মিত কৰ্ম্ম হুইবেক অবশ্যে।
জগতকে সুখিবে তোমাৰ ইটো যশে ॥৪৪
এই ৰামায়ণ যিটো জনে শুনে ভণে।
বাঢ়িবে ভকতি তাৰ তোমাৰ চৰণে ॥৪৫
লৱে কুশে গাউক গীত তোমাৰ আগত।
ভবিষ্যত কথা হুইব আপুনি বেকত ॥৪৬
যাৰ যেন হুইবেক আপুনি আছে হুই।
পৃথিবীক খণ্ডিতে তোমাৰ যোগ্য নুই ॥৪৭
কিসক পাসৰা ৰাম জগতৰ বাপ।
সীতাৰ নিমিত্তে তাত ত্যজিয়োক তাপ ॥৪৮
এই পৃথিবীৰে খণ্ডিবাক লাগি ভাৰ।
কিয় সুসুৰৰা তুমি হৈলা অৱতাৰ ॥৪৯
হেন-জানি বাপ আৰে সম্বৰিয়ো ক্ৰোধ।
চপৰাইলা মাথ ৰামে শুনিয়া প্ৰবোধ ॥৫০
ব্ৰহ্মাৰ বচনে কিছু ভৈলা চিত্ত শান্ত।
শৰ ধনু সন্ধুকিয়া হাতৰ তেজিলন্ত ॥৫১
গুচায়া বচনে বিধি ৰাঘৱৰ শোক।
হংস যানে চড়ি লৰি গৈলা ব্ৰহ্মলোক ॥৫২
পুত্ৰ দুইকো ধৰি ৰামে সজ্জল নয়নে।
পুনৰপি পালটি বসিলা সিংহাসনে ॥৫৩
সীতাক সুৰৰি মনে ওলমায়া মাথ।
ঘনে ঘনে নিশ্বাস তেজন্ত ৰঘুনাথ ॥৫৪
ৰামৰ বিকল চিত্ত সুগুচিল জানি।
পাতাল পুৰৰ পৰা নিকলিল বাণী ॥৫৫

২৪ অধ্যায় – পাতালৰ পৰা সীতাৰ বৃত্তান্ত কথন।

তেজিয়ো সন্তাপ বাপ হোৱা সন্মুখণ।
আউৰ দুনাই দুৰ্লভ সীতাৰ দৰিশন ॥১
পৰম বৈৰাগ্যে আসি পশিলা পাতাল।
সিটো প্ৰাণ পুত্ৰ দুইকো কৰা প্ৰতিপাল ॥২
আউৰ জানকীৰ হন্তে পৰিহৰা চিন্তা।
ইটো অৱতাৰত নপাইবা বাপ সীতা ॥৩
কল্যাণে আছন্ত ঐত আই সীতা সতী।
পাতালৰ লোকে পূজৈ পৰম ভকতি ॥৪
গন্ধে পুষ্পে ধূপে যেন বিধি ব্যবহাৰ।
স্বৰ্গত ত্ৰিদশে আসি কৰন্ত সৎকাৰ ॥৫
সাথে ইন্দ্ৰ বৰ আসি গোসানীক সেৱি।
সাতো পাতালৰ সীতা ভৈলা মুখ্যা দেৱী ॥৬

তেজিয়োক শোক সিটো সীতাৰ নিমিত্তে।
সিটো সুভানিতা দুই পুত্রক দেখন্তে ॥৭
বাল্মীকিৰ কৃত ৰামায়ণ যেন বেদ।
তাৰ কথা শুনি সবে পাইবা পৰিছেদ ॥৮
তুমি নতো হন্তে সিটো শাস্ত্র ভৈল আগে।
অবশ্যে হইবেক যেন যেন হৈবে লাগে ॥৯
পাতালপুৰৰ পৰা সম্পজিল বাণী।
শুনি ৰামচন্দ্রে তাক মনে অনুমানি ॥১০
বাল্মীকিক বুলিলন্ত কৰিয়া প্রণতি।
কালিসি শুনিবোঁ কথা থাকোক সম্প্রতি॥১১
বিসর্জ্জিলা সভা উঠি আসনৰ হন্তে।
প্রাণ ফুটি যাই দুই পুত্রক দেখন্তে ॥১২
শুতিলা শয্যাত দুই পুত্র গলে ধৰি।
লোতকে পাঞ্জৰি ভিজে সীতাক সুমৰি ॥১৩
ফোকাৰন্ত নিশ্বাস নাহিকে চিত্ত শান্ত।
স্বপনতো সীতা সীতা বুলিয়া চেঞ্চান্ত ॥১৪
উঠন্তে বৈসন্তে ভৈল সুপ্রভাত ৰাতি।
হৈৱা শুচি সজ্জন বসিলা সভা পাতি ॥১৫
শুনিলন্ত উত্তৰাকাণ্ডৰ কথা শেষ।
ভৈলা যেন মতে সীতা পাতালে প্রবেশ ॥১৬
বিহ্বল ভৈলন্ত যেন মতে ৰঘুপতি।
আসি বুজাইলন্ত যেন মতে প্রজাপতি ॥১৭
পাতাল পুৰৰ হন্তে নিকলিল বাণী।
দিলন্ত প্রবোধ যেন পৃথিবী গোসাঁনী ॥১৮
ৰাঘৱৰ আগত সকলে কথা গাইল।
শুনি বিপৰীত ৰাম কিঞ্চিত জুৰাইল ॥১৯
আউৰ গাইবে চাহন্তে বাল্মীকি দিলা হাক।
সুশুনিবা ৰামচন্দ্র পাছৰ কথাক ॥২০
শুনিয়া লোকৰ উতপাত হৈব চিত্ত।
ঋষিৰ নিবোধে দুয়ো তেজিলন্ত গীত ॥২১
ৰাম নতো হন্তে ৰামায়ণ ভৈল গীত।
হেন কথা শুনিয়া সমাজে আচৰিত ॥২২
সাধু সাধু বাল্মীকি তুমিসি মহা ঋষি।
প্রশংসিলা দশো দিশি তাহাঙ্ক হৰিষি ॥২৩
ৰামকো বুজাইলা বেঢ়ি ভাতৃ মন্ত্রী লোক।
নপলাই ৰামৰ সীতাৰ সিটো শোক ॥২৪
সুমৰন্তে জানকীক ফুটে যেন প্রাণ।
হাত কোট মুগুচে সুকচে অন্নপান ॥২৫
দুঃখ মনে সদায়ে থাকন্ত গুনি গান্থি।
আউৰ দুনাই নভৈল ৰামৰ সুখ শান্তি ॥২৬
আপদৰ উপৰি আপদ তান ভৈল।
এহি মানে পাতালীখণ্ডৰ কথা গৈল ॥২৭
শুনা সর্ব্বজনে ইটো ৰামায়ণ পদ।
হেন জানা গৃহবাস পৰম আপদ ॥২৮
ৰামৰ সীতাৰ ভৈলা এনুৱা বিলাই।
কাৰো সুস্থ নাহি চাৱা মনে অবসাই ॥২৯
আসম্বাত ধন জন জীৱন যতেক।
এই আছে এই নাই সম্যেকে তাটেক ॥৩০
যত বন্ধু বান্ধৱ আগতে গৈল মৰি।
তথাপি সুপুজে ভয় ইহাক সুমৰি ॥৩১
নিচিন্তি নথাকা কালে ধৰিলেক পৰা।
যেবে নিস্তৰিবা হৰি ভকতিক ধৰাঁ ॥৩২
পৰলোক বান্ধৱ পৰম হৰি নাম।
জানি আন এৰি বেঢ়ি বোলাঁ ৰাম ৰাম ॥৩৩

---

**২৫ অধ্যায়**—নানাদেশৰ ৰাজা সকলক পৰাস্ত কৰাই শ্রীৰামে ভৰতাদিৰ পুত্র সকলক ৰাজ্য দিয়ে।

ছবি।

পাতাল খণ্ডৰকথা, এহিমানে গৈল তথা,
শুনিলাহা সামাজিক বর্গ।
শুনা স্বর্গখণ্ড আবে, যেনমতে সামৰাজে,
শ্রীৰামচন্দ্র গৈলা স্বর্গ ॥১
সীতাপাতালকগৈলা, ৰাঘৱ আকুল ভৈলা,
একো মতে চিত্ত নুহি শান্ত।
নেত্রৰ মুগুচে জল, সুমুমাই শোকানল,
গুণি একো উপায় নপান্ত ॥২
যজ্ঞ সাঙ্গ কৰি দেৱ, দিলন্ত দক্ষিণা দান,
হীৰা মৰকত বস্ত্র ৰামে।
দুখীভিক্ষী দেশান্তৰী, দিলা অদৰিদ্র কৰি,
সুবর্ণ ৰজত দামে দামে ॥৩
ৰাজা প্রজা দ্বিজগণ, সবাৰো তুষিলা মন,
দিয়া বস্ত্র ভূষণ অশেষ।
পাছে সমদলে গৈয়া, দুগুটি পুত্রকলৈয়া,
অযোধ্যাত ভৈলন্ত প্রবেশ ॥৪
ওৱাৰিব নোস্ত ৰাজ, এৰিলন্ত ৰাজকায,
ভৈল যেন গৃহে বনবাস।

নাই আন একো চিন্তা, হা সীতা হা সীতা,
বুলি মাত্র তেজন্ত নিশ্বাস ॥৫
নাই একো কথা মাত, গালৰ খুণ্ডচে হাত,
দুই গুটি পুত্ৰক চাই।
সদাই লম্বিত মুখ, শয়নতো নাহি সুখ,
লোতকে পাগুৰি শিজি যাই ॥৬
পাৰ নাই সন্তাপৰ, দণ্ডে যুগ সমসৰ,
কৈবেঁ৷ কত ৰাঘৱক শোক।
কৌশল্যা প্ৰমুখ্য কৰি, তিনি ৰাজমাৰ মৰি,
কালে সবে গৈলা স্বৰ্গলোক ॥৭
তাসম্বাৰ প্ৰেতকাৰ্য্য, সকলে সকলি দিলা,
পিণ্ড জলাঞ্জলি ৰাম নৃপ।
ভৈল মহা সদগতি, পৰম আনন্দ মতি,
পাইল সবে স্বামীৰ সমীপ ॥৮
ৰামৰ প্ৰসাদে সবে, পাইলন্ত অক্ষয় স্বৰ্গ,
মিলৈ বস্ত দেৱ উপযোগ।
ভাৰ্য্যাসমে দশৰথ, পূৰিলন্ত মনোৰথ,
ব্ৰহ্মা ভুবনত ভুঞ্জি ভোগ ॥৯
আত অনন্তৰে কথা, শুনা যেন ভৈল তথা
ভৰতৰ মমাই যুদ্ধাজিত।
ৰামক পাশক লাগি, অনেক সম্ভাৰ দিয়া,
পঠাইলন্ত গৰ্গ পুৰোহিত ॥১০
ৰামপাছেৰ্বাৰ্ত্তা পাই, ঋষিকগৌৰবেগৈয়া,
আগ বাঢ়ি দণ্ড দুইৰ পথ।
অৰ্জ্জিবা পুত্ৰক পাছে, বিদুৰতে ভেন্ট পাই,
ভৈল ভূমি পাৰ এৰি ৰথ ॥১১
গৰ্গকপ্ৰণামি ৰামে, অযোধ্যাক আসিলন্ত,
পাইলা ৰামে হৰিষ আশেষ।
আতি আনন্দিত মতি, যেন গুৰু বৃহস্পতি,
ভৈল ইন্দ্ৰপুৰত প্ৰবেশ ॥১২
যোগাইল ৰামত যত, কম্বল চামৰ বস্ত্ৰ,
আৰ দশ হাজাৰ ঘোটক।
সুবৰ্ণ পাখৰি ছয়, চিৰ্কি মিকি কৰে তয়,
বেগে যেন বিজুলী চটক ॥১৩
ৰামে পুছিলন্ত গুৰু, মাতুলৰ বাত্তা ভাল,
তোমাক পঠাইলে কিবা কামে।
গৰ্গে বোলন্ত প্ৰভু, যেন কাৰ্য্যে পঠাইলন্ত,
দিলৈ৷ যুদ্ধাজিত মহাৰাজে ॥১৪

সিন্ধু নদী তীৰ জুৰি, সৈন্ধ্যৰ গন্ধৰ্ব্ব ৰাজ,
ৰহি আছে কৰি মহা গৰ্ব্ব।
ৰাজ্য মাৰি পীড়েপ্ৰজা, পাপী আবো লগে লৈয়া
তিনি কোটি কটক গন্ধৰ্ব্ব ॥১৫
তাকমাৰিছুয়োতীৰে, ৰাজ্যপাতিয়োকপ্ৰভু
মই হইবো সহায় লগত।
শুনি গুণি ৰাম ৰাই, বোলন্ত পাছক চাই,
শুনা প্ৰাণ ভৈয়াই ভৰত ॥১৬
চলিয়োক সাজ হুই, তক্ষক পুষ্কৰ দুই,
পুত্ৰক দিয়োক ৰাজ্য বাণ্টি।
গন্ধৰ্ব্বক বধি গৈয়া, ৰাজ্য কৰি বিভজিয়া,
আনিবাহা কৰিয়া নিধাণ্টি ॥১৭
ৰামৰ আদেশ পায়া, পুত্ৰ দুইক লগে লৈয়া,
নৰিলা ভৰত সমদলে।
ৰাম লক্ষ্মণে গৈয়া, আগ বঢ়াই ভৰতক,
পঠাইলন্ত অনেক মঙ্গলে ॥১৮
জ্যেষ্ঠৰ চৰণ ধূলি, শিৰত লৈলন্ত তুলি,
কৰিলন্ত আটোপে পয়াণ।
কটকৰ শিৰে আতি, দল দপ বসুমতী,
দেবাসুৰ ভৰতবিমান ॥১৯
কতোদিনেপাইলাপাছে, মাতুলৰৰাজ্যগৈয়া,
শুনি যুদ্ধাজিত মহাৰাজা।
পৰম কৌতুক ভৈলা, ভাগিনৰ লাগ লৈলা,
ৰঙ্গে সাজি গজ ৰাজী প্ৰজা ॥২০
শুনিয়োক সৰ্ব্বজন, পুণ্য কথা ৰামায়ণ,
জানা নাম ধৰ্ম্ম বিপৰীত।
ৰাম নাম মত্তসিংহ, শুনিয়া তাহাৰ বিজ,
পলাই পাপ-হস্তী ভয়ভীত ॥২১
কোটি শত তীৰ্থ স্নান, তপ জপ যজ্ঞ দান,
কোটি ভাগ তাক সম নুই।
ৰামবোলে একজনে, তাৰধ্বনিশুনে যানে,
সবাৰো পাপত লাগে জুই ॥২২
ৰাম সুমৰণে মাত্ৰ, চণ্ডালো যজ্ঞৰ পাত্ৰ,
হুইবেক উচিত কিনো দেখা।
চাৰিয়ো বেদৰ সাৰ, নামৰ আগত আৰ,
আন পাতকৰ কোন লেখা ॥২৩
শুনিয়োক শাস্ত্ৰ মৰ্ম্ম, কিঙ্কৰ সকলে ধৰ্ম্ম,
সবাৰে উপৰি ৰাজা নাম।

হেন তত্ত্বকথা জানি, সমজ্যাৰ যত প্ৰাণী,
নিৰন্তৰে বোলাঁ ৰাম ৰাম ॥২৪

২৬ অধ্যায়।

পদ।

আত অনন্তৰে শুনা যেন কথা ভৈলা।
সাজি যুদ্ধাজিতে ভৰতৰ লাগ গৈলা ॥১
তবল মাৰ্দ্দল ঢোল শবদ তুমুলে।
সাজি একস্থান ভৈলা ভাগিনে মাতুলে ॥২
আলোচিয়া দুয়ো দুষ্ট গন্ধৰ্ব্ব বধিত।
দিলা ধাৰ নিৰ্ভয়ে ভৰত যুদ্ধাজিত ॥৩
তক্ষক পুষ্কৰ দুই ভৰত কুমাৰ।
আগ হুয়া সেনাৰ লৰিল চমৎকাৰ ॥৪
সাগৰ সঙ্কাশ সেনা যাই এক থোপে।
গন্ধৰ্ব্বৰ ৰাজা জানি বজাইল আটোপে ॥৫
তূণ বাণ ধনু ধৰি কৰি আটি মুটি।
পটোৱাৰি ৰহিল গন্ধৰ্ব্ব তিনি কৌটি ॥৬
দেখি ভৰতৰ তাক কিটাইল কটকে।
ধাইল ধৰ বুলি যেন সাঞ্জিল চটকে ॥৭
বাঘে যেন গৰ্জ্জি সবে গন্ধৰ্ব্বক ঢাকি।
প্ৰহাৰিল কাণ্ড কোণ্ড খাণ্ডা জাঠি জাকি ॥৮
মহাগৰ্ব্বে গন্ধৰ্ব্বে নেদিলা ভঙ্গ তাত।
কৰিলা আপোন অস্ত্ৰে অস্ত্ৰক বিঘাত ॥৯
পৰম আক্ৰান্ত কৰি শত্ৰুৰ সেনাক।
শৰীৰৰ সন্ধানে অস্ত্ৰৰ দিলে জাক ॥১০
দুই হাতে কোবাৱে খাণ্ট খিট কৰি খাণ্ডে।
ঘাইল সেনাসব তেজ বৰৈ ধাৰা দাণ্ডে ॥১১
নোৱাৰিল তাপৰিবে পাছ গুচি যাই।
দেখি খেদি গৈলন্ত ভৰত আগুয়াৰ ॥১২
সৈন্ধৱে ভেণ্টিল আসি ভৰতৰ আগ।
মাৰি শৰ সব খজে গৰ্জ্জে যেন বাঘ ॥১৩
ভৰতে সহিতে ভৈল সমৰ দুস্কৰ।
সেনা সমে যুজে দুই তক্ষক পুষ্কৰ ॥১৪
দুইহন্তবো লগতে যুজন্ত যুদ্ধাজিত।
বৰিষিল শৰ তিনি বীৰে বিপৰীত ॥১৫
ছেদিল ভেদিল কাৰো উৰু কৰি কৰ।
ওঠ কণ্ঠ কটি কাটিলন্ত কটকৰ ॥১৬
তথাপি গন্ধৰ্ব্বে নেৰে যুজে বায়ুগতি।
ভৈল ঘোৰ ৰণ সাত দিন সাত ৰাতি ॥১৭
আতাসতে কাণ ফাটে যেন বজ্ৰ পৰে।
সমস্তৰে ভয় শুনি হৃদি কম্প লৰে ॥১৮
ভৰতক সৈন্ধৱে বুলিল আৰস্ফটি।
দুনাই নেদেখিবি আৰ অযোধ্যা উলটি ॥১৯
মোৰ ঘোৰ শৰে আজি হুইবে তোৰ যম।
ভৰতে বোলন্ত শুন সৈন্ধৱ অধম ॥২০
তোক কালে পাইলে আসি নপস লটক।
এহি বুলি ৰথ ধ্বজ কাটিলা ঘোটক ॥২১
দুই শৰ মাৰি সাৰথিক থৈলা শালি।
আঠ শৰে ৰথখান পেহ্লাইলা বথালি ॥২২
তীক্ষ্ণতৰ শৰে তাৰ হৃদয়ক ভেদি।
পেলাইলন্ত অৰ্দ্ধচন্দ্ৰে তাৰ স্কন্ধ ছেদি ॥২৩
ভৰতৰ বীৰত্ব প্ৰশংসে সামৰাজে।
পাৰৈ জয় জোকাৰ দুন্দুভি বাদ্য বাজে ॥২৪
সৈন্ধৱক বধি বীৰ বিপুল বিক্ৰম।
ধনু ধৰি ধাইলন্ত সেনাক যেন যম ॥২৫
দিব্য গন্ধৰ্ব্বৰ বাণ কৰিয়া প্ৰকাশ।
ঢাকিল বিদিশ দিশ ছানিয়া আকাশ ॥২৬
এক গুটি জোৰন্তে হাসন্তে কৌটি লক্ষ।
সংহাৰিবে লৈল সবে গন্ধৰ্ব্ব বিপক্ষ ॥২৭
আতি খৰতৰ ভৰতৰ শৰে ফুটি।
নিৰন্তৰে বধিলা গন্ধৰ্ব্ব তিনি কৌটি ॥২৮
গন্ধৰ্ব্বক বধিয়া সাধিলা সব জয়।
ভৰতৰ বীৰত্ব জগতে প্ৰশংসয় ॥২৯
ধন্য ধন্য ধন্য বীৰ ৰামৰ কনিষ্ঠ।
মাৰি দুৰ্জ্জনক কাৰ্য্য সাধিলা বিশিষ্ট ॥৩০
ৰাঘৱৰ আদেশ স্মৰি পাছে বীৰে।
পাতিলন্ত নগৰ নদীৰ দুই তীৰে ॥৩১
তক্ষক পুৰীৰ নাম তক্ষক ৰহিলা।
পুষ্কৰাৱতি নামে পুৰি পুষ্কৰক দিলা ॥৩২
সজাইল বিচিত্ৰ গৃহ প্ৰাসাদ উদ্যান।
দিলা দোল দীঘি সৰোবৰ থানে থান ॥৩৩
পুত্ৰ দুইকো দিলা বাণ্টি আৰো যত ৰাজ।
ৰামৰ আদেশে সবে সঙ্কলিলা কাষ ॥৩৪
ৰাজ্য পাতিলন্ত পাঞ্চ বৎসৰ তহিত।
উত্ৰাৱল চিত্ত আতি ৰামক দেখিত ॥৩৫
যুদ্ধাজিত মাতুলত মাগিয়া মেলানি।
অযোধ্যাক আসিলা ভৰত মহামানী ॥৩৬

কৰিলা জ্যেষ্ঠৰ আসি চৰণে প্ৰণাম।
চিৰকালে ভাতৃক দেখিলা শ্ৰীৰাম ॥৩৭
সজল নয়নে স্নেহে ধৰিলা সাৱটি।
ভৰতে কহিলা কথা সকলে প্ৰকটি ॥৩৮
গন্ধৰ্ব্ব মাৰিয়া যেন মতে পাতি ৰাজ।
পুত্ৰ দুইকো দিলা সবে নিবেদিলা কাম ॥৩৯
ভৈলন্ত হৰিষ শুনি কৌশল্যাৰ সুত।
ভৰতক অভিনন্দা কৰিলা বহুত ॥৪০
আত অনন্তৰে ৰামে চিন্তিলন্ত কাৰ্য্য।
লক্ষ্মণৰ পুত্ৰ দুইকো দিবো কৈত ৰাজ ॥৪১
থৈব কৈত দুয়ো কুমাৰক ৰাজ পাতি।
পাত্ৰ মন্ত্ৰীগণত সোধন্ত প্ৰভু মাতি ॥৪২
ভৰতে বোলন্ত শুনিয়োক দেৱাদেশ।
আছে কাৰু নামে ৰমণীয় মহাদেশ ॥৪৩
মল্লভূমি শিখৰ ভূমিক জানো ভালে।
হেন দেখি ৰামে আদেশিলা তৎকালে ॥৪৪
সঙ্গে অঙ্গদক লৈয়া লৰিয়ো লক্ষ্মণ।
চলা চন্দ্ৰকেতু সমে ভৰত এখন ॥৪৫
দুয়ো কুমাৰক দিয়া ৰাজ্য কৰি থিৰ।
তেবেসে আসিবা আযোধ্যাক দুয়োবীৰ ॥৪৬
ৰামৰ আদেশে সমদলে দুয়ো ভাই।
গৈলন্ত আটোপে পাছে পৃথিবী কম্পাই ॥৪৭
লক্ষ্মণে ভৰতে আতি চিন্তি হিত কাম।
দিলা দুয়ো কুমাৰক কাৰু নামে ৰাজ ॥৪৮
মল্লভূমি লক্ষ্মণে আপুনি চাই ফুৰি।
অঙ্গদিয়া নামে তাতে পাতিলন্ত পুৰী ॥৪৯
ধনে ধানে ভৰিয়া পাতিলা বহু প্ৰজা।
অঙ্গদ পুত্ৰক তাতে পাতিলন্ত ৰাজা ॥৫০
শিখৰ ভূমিত ফুৰি ভৰত কুমাৰ।
চন্দ্ৰাৱতী নামে তাতে পাতিলা নগৰ ॥৫১
বিত্তোপন পুৰী যেন জ্বলে অত্ৰাৱতী।
পাতিলন্ত তাতে চন্দ্ৰকেতুক নৃপতি ॥৫২
থানে থানে দিলা দীঘী সৰোবৰ আলি।
ৰবিষেক ৰক্ষিলা ৰামৰ আজ্ঞা পালি ॥৫৩
প্ৰবোধিয়া পুত্ৰ দুইক থাপিলা তাঁহাত।
উত্ৰাৱল চিত্ত আতি ৰামক দেখিউ ॥৫৪
অযোধ্যাক পাইলা পাছে ভৰত লক্ষ্মণে।
যেহি প্ৰণামিলা আসি ৰামৰ চৰণে ॥৫৫
চন্দ্ৰকেতু, অঙ্গদৰ নিবেদিলা কথা।
দুয়ো ভাইৰ ভৈলা যেন ৰাজ্যৰ ব্যৱস্থা ॥৫৬
শুনি ৰঘুপতি পাইলা আনন্দ অপাৰ।
কৰিলন্ত দুয়ো ভাইক আতি সত্কাৰ ॥৫৭
প্ৰশংসিলা সাধু সাধু মধুৰ বচনে।
এক পাশে বসিলন্ত ভৰত লক্ষ্মণে ॥৫৮
আত অনন্তৰে ৰামে আলোচিলা পাছে।
ইটো শত্ৰুঘনৰ কুমাৰ দুই আছে ॥৫৯
কৈত ৰাজ্য দিবো বুলি চপৰাইলা মাথ।
শুনি গাম্ভি আপুনি পাইলন্ত ৰঘুনাথ ॥৬০
মাতি শত্ৰুঘনক ৰাঘৱে বুলিলন্ত।
লৈয়ো গজ ৰাজী সাজি সেনা অপৰ্য্যন্ত ॥৬১
মথুৰাক লাগি কৰাঁ সত্বৰে পয়ান।
পৰম সম্পন্ন সিটো বিত্তোপন থান ॥৬২
সুচৰিত সুবাহু তোমাৰ পুত্ৰ দুই।
লগত্তে চলোক সৈন্য সমে সাজ হুই ॥৬৩
লৱণ অসুৰ মথুৰাৰ আধিকাৰী।
পাতিয়োক দুইকো ৰাজা তেতেতাক মাৰি ॥৬৪
শুনি শত্ৰুঘনে উঠিলন্ত তেতিক্ষণে।
পৰি প্ৰণামিলা প্ৰভু ৰামৰ চৰণে ॥৬৫
যাত্ৰা লৈয়া হৈলা ৰাজ অযোধ্যাক ছাৰি।
তমকিল ভৰল ঢোলত দিলা ৰাৰি ॥৬৬
সাজি গজ ৰাজী প্ৰজা ধৰিলেক লাগ।
স্নেহে কনিষ্ঠক ৰামে বৰ্হাইলন্ত আগ ॥৬৭
কৰাইলা মঙ্গল যত ভৰত লক্ষ্মণে।
সাজি শত্ৰুঘনে লৰিলন্ত ৰঙ্গ মনে ॥৬৮
ৰাৱে ৰাম্ভভণ্ড দণ্ড নোছুৰাৱে ভলি।
কটকৰ শিৰে আতি উজৰিল ধূলি ॥৬৯
ৰাজে গজঘণ্টা আতাসে কাৰে কাণ।
পৰম আৰম্ভে বীৰে কৰিলা পয়ান ॥৭০
কতদিনে সমীপ পাইলন্ত মথুৰাৰ।
কাছিয়া ৰজাইল শুনি লৱণ দুৰ্ব্বাৰ ॥৭১
অসংখ্য অসুৰ সেনা সাজি ৰাহুপাতি।
কৰিলা সমৰ তিনি দিন তিনি ৰাতি ॥৭২
পুত্ৰ দুই সহিতে যুজন্ত শত্ৰুঘন।
ৰবিষিলা বাণগণ কাটন ফুটন ॥৭৩
উক কৰি কৰ কাটি কাটিলন্ত জান।
অসুৰৰ শোণিতে বহাইলা তৈতে গাঙ ॥৭৪

কৰিলে সমৰ অসুৰ যত কৌটি।
একে ব্ৰহ্ম অস্ত্ৰ মাৰি কৰিলা নিগুটি ॥৭৫
শত্ৰুঘন অগনিত পতঙ্গ অসুৰ।
ক্ষণেক ভৰিল মৰি ঘোৰ যমপুৰ ॥৭৬
সেনা বধ দেখি খঙ্গে লৱণ দুৰ্জ্জয়।
হাতে শূল ধৰি শত্ৰুঘনক গৰ্জ্জয় ॥৭৭
খাইবো মুণ্ড যোণ্ড যেন যাই খেদি।
পেলাইলন্ত শূল তাৰ শত্ৰুঘনে ছেদি ॥৭৮
ভেদিলেক হৃদশ নিৰ্দ্দয় ষাঠি শৰে।
তথাপিতো পাছ ভৰি অসুৰে নকৰে ॥৭৯
দেখি দুনাই ভেদিলেক হাজাৰেক বাণে।
নকৰে কটাক্ষ শত্ৰুঘণৰ সন্ধানে ॥৮০
ক্ৰোধে ধৰি ধায়ে বজ্ৰমুষ্টি অসদৃষ্ট।
দেখি অৰ্দ্ধচন্দ্ৰ যুৰি ৰামৰ কনিষ্ঠ ॥৮১
কৰ্ণ মানে টানি আনি ক্ষেপিয়া পঠাইল।
লৱণক কাটি গাণ্ডি মুণ্ড বেলগাইল ॥৮২
কতো দূৰ যুৰি ঘোৰ অসুৰ পৰিল।
গিৰ গিৰি শবদত পৃথিবী লৰিল ॥৮৩
প্ৰশংসিয়া দেৱে পুষ্প বৰিষে বিশিষ্ট।
ধন্য ধন্য ধনুধৰ ৰামৰ কনিষ্ঠ ॥৮৪
আকাশত দেৱে কৰে দুন্দুভি আস্ফাল।
জয় জয় প্ৰজাৰ মিলিল কোলাহল ॥৮৫
জয়বাদ্যে আন্দোলে মেদিনী মেলে ফাট।
লৈলা শত্ৰুঘণে গৈয়া মথুৰাৰ পাট ॥৮৬
ফুৰাইলা টেঙ্গৰা গৈয়া নগৰে নগৰে।
নাহি লুৰি লোস লোক গৃহত সঞ্চৰে ॥৮৭
ভৈল ঘিট ঘিট গ্ৰাম নগৰ অশেষ।
কৰিলা বিভাগ পুত্ৰ দুইকো দিলা দেশ ॥৮৮
ভৈলন্ত বিদিশ পুৰে ৰাজা সুচৰিত।
সুবাহু নৃপতি ভৈলা মথুৰা পুৰীত ॥৮৯
নাহি পাল পঞ্চা প্ৰজা পালন্ত অশেষ।
ধনে ধানে বিপুল সম্পন্ন ভৈল দেশ ॥৯০
লৱণক মাৰি ৰাজ্য কৰি অকণ্টক।
শত্ৰুঘনে দিলা দুই পুত্ৰক বণ্টক ॥৯১
ভাৰ্য্যা পুত্ৰ সমে মথুৰাত পাতি পাট।
থাকিলন্ত ৰামৰ আজ্ঞাক চাহি বাট ॥৯২
শুনিয়ো সমাজে ৰাম ৰাজাৰ চৰিত।
লভিয়া দুৰ্লভ জন্ম ভাৰত ভূমিত ॥৯৩
ৰাম নাম অমৃততে তেজি অভিলাষ।
কৰিয়ো কিসত বিষবিষয়ত গ্ৰাস ॥৯৪
দেৱৰ বাঞ্ছনি জন্ম যাই আলে জালে।
কেতিক্ষণে পৰা আসি ধৰিলেক কালে ॥৯৫
নিচিন্তি নথাকা যায়ে গায়ে আছে বল।
ঝাণ্টে লোৱা ৰাম নাম পৰম মঙ্গল ॥৯৬
নলাগে ভাগৰ গায়ে নাই ধন হানি।
শুনন্তে সন্তোষ ইটো ৰাম নাম বাণী ॥৯৭
উচ্চাৰণে পাপৰ প্ৰলয় কৰে নাশ।
হেন জানি ডাকি সবে বোলোঁ-ৰাম ৰাম॥৯৮

---

২৭ অধ্যায়—শ্ৰীৰামৰ ওচৰলৈ কালৰ ছদ্মবেশ ধৰি আগমন আৰু লক্ষ্মণ বৰ্জ্জন।

দুলৰী।

এহি মতে ৰামে, ভাতৃৰ পুত্ৰক,
ৰাজ্য যেবে বাণ্টি দিল।
শুনিয়োক পাছে, বিমঙ্গল যেন,
অযোধ্যা মধ্যে মিলিল ॥১
একে আকাশতে, উদিত দুই চন্দ্ৰ,
সঘনে নিৰ্ঘাত পৰে।
অনা বতাসতে, বৃক্ষ উভৰয়,
ঘনে ঘনে ভূমি লৰে ॥২
দিনতে ফেকৰা, বায়ৈ ঘৰে ঘৰে,
মনুষ্যৰ চাপি কোল।
ছানিয়া গগন, শুনি কুকুৰৰ,
ক্ৰন্দনৰ উৰ্ম্মি বোল ॥৩
হালধি কধিৰ, বৰিষয় ধাৰে,
দেখাৱে পুৰী উচ্ছাদ।
হেন উতপাত, দেখি ৰাঘৱৰ,
মনত মহা বিষাদ ॥৪
সীতাৰ বিয়োগে, যুগ যাই একৈ,
নকৰা নিদ্ৰা নিশাত।
ইটো উতপাতে, জানিলো অৱশ্যে,
মিলাইবে এক বিঘাত ॥৫
হা বাঙ্কে সীতা, তেজি গৈলে মোক,
মাৰিয়া বুকুত ঘাৱ।
সুমৰি শাস্ত্ৰীক, লোকত নিগৰে,
পোৰে অৰ্দ্ধে সৰ্ব্ব গাৱ ॥৬




লক্ষ্মণ বর্জ্জন

প্ৰিয়াৰ সন্তাপে, প্ৰভু ৰাঘৱৰ,
মনৰ নুগুচে ক্লেশ।
সেহি সময়ত, আসিলন্ত কাল,
ঋষিৰ ধৰিয়া বেশ ॥৭
সিংহ দুৱাৰত, ৰহিয়া কহিল,
লাগ লক্ষ্মণক পাই।
নামত সুকৃতি, আমি ব্ৰহ্মঋষি,
আসিলো ৰামৰ ঠাই ॥৮
ৰাঘৱত আছে, গোপ্য প্ৰয়োজন,
ঝাণ্টে দিয়ো গৈয়া জান।
লক্ষ্মণে জনাইল, ৰাঘৱে নিয়াইল,
ঋষিক কৰি সন্মান ॥৯
সাদৰে আসন, আনি পৰাই দিল,
ৰামে আপোনাৰ কাশে।
হুয়োক বিজয়, বুলি ঋষি সেই,
আসনে বসিলা পাছে ॥১০
ঋষিত কুশল, পুছি ৰঘুপতি,
সুধিলন্ত পাছে কায।
আমাৰ থানক, কোন কামে আইলা,
তুমি মহা মুনিৰাজ ॥১১
ঋষিয়ে বোলন্ত, তেবেসে কহিবো,
কৰা যেবে অঙ্গীকাৰ।
তুমি আমি কথা, কহন্তে যি দেখে,
সেহি কি বধ্য তোমাৰ ॥১২
শুনি লক্ষ্মণক, দুৱাৰত থৈয়া,
বুলিলন্ত ৰঘুনাথ।
আমাক দেখিতে, যিটো জন আসৈ,
সত্যে কাটি বোঁহো মাথ ॥১৩
পুছিলন্ত পাছে, বিৰলে ঋষিত,
আবে কয়ো কোন কাম।
ঋষিয়ে বোলন্ত, জানা মইতো কাল,
আসি আছো প্ৰভু ৰাম ॥১৪
ত্ৰিদশে সহিতে, আলোচি গোচৰ,
কৰিয়া পঠাইলা বিধি।
যিটো কাৰ্য্য প্ৰভু, পৃথিবীক গৈলা,
ভৈল সিটো সবে সিদ্ধি ॥১৫
এতো আপোনাক, কিয় নিচিনাহা,
তুমি সনাতন হৰি।

সৃষ্টিৰ পূৰ্ব্বত, স্ৰজিলা জগত,
মায়াক সহায় কৰি ॥১৬
অনন্ত শয্যাত, শুতিয়া আছন্তে,
বাঢ়িল নাভি কমল।
দশো দিশ সিটো, প্ৰকাশে উজ্জ্বল,
সূৰ্য্যৰ যেন মণ্ডল ॥১৭
সেহি নাভিপদ্মে, ব্ৰহ্মা উপজিলা,
জানিলা বেদ সুলভে।
উপজি হৰিল, চাৰিয়ো বেদক,
দানৱ মধু কৈতভে ॥১৮
তাক চক্ৰে ছেদি, বেদ উদ্ধাৰিলা,
আপুনি ভুমি পূৰ্ব্বত।
তাৰে অস্থি ভৈল, পূৰ্ব্বত সমস্ত,
যতেক শিলা পৰ্ব্বত ॥১৯
সৃষ্টি কৰিবাক, কৰিলা আদেশ,
ব্ৰহ্মা স্ৰজিলন্ত ভূমি।
সমস্তে সৃষ্টিক, বিষ্ণুৰূপে প্ৰভু,
আপুনি পালিলা তুমি ॥২০
নৰসিংহ ৰূপে, হিৰণ্যকশিপু,
মাৰিলা হিয়া বিদাৰি।
বৰাহ স্বৰূপে, হিৰণ্যাক্ষ ছিৰি,
আনিলা ভূমি উদ্ধৰি ॥২১
কৰি মৎস্যকায়, সত্যব্ৰত ৰাজ,
প্ৰলয় জলে তাৰিলা।
কচ্ছপ স্বৰূপে, পিঠিত মন্দৰ,
ধৰিলা কৰিয়া লীলা ॥২২
অদিতিৰ গৰ্ভে, ভৈলা অৱতাৰ,
অদ্ভুত বামন কায়।
ছলিয়া বলিক, ত্ৰৈলোক্য কাঢ়িয়া,
ইন্দ্ৰক দিলা তুনাই ॥২৩
চৰণৰ নখে, কটাহ ফুটাইলা,
গঙ্গা পৰশিয়া ভৰি।
ফুৰন্ত তোমাৰ, পাৱৰ সম্বন্ধে,
জগত পৱিত্ৰ কৰি ॥২৪
সম্প্ৰতি আপুনি, আসি কৌশল্যাত,
তুমি আছা অৱতৰি।
কৰি সেতু বন্ধ, বধি দশকন্ধ,
আনিলা সীতা উদ্ধাৰি ॥২৫

ত্রিদশৰ সবে, সঙ্কলিলা কাৰ্য্য,
হৰিলা ভূমিৰ ভাৰ।
আউৰ ঐত প্ৰভু, থাকিবাক প্ৰতি,
উচিত নুহি তোমাৰ ॥২৬
ত্রিদশে সহিতে, ব্ৰহ্মায়ে পঠাইলা,
অনেক বুলিয়া নতি।
কৰিয়ো আমাক, কৃপা পুনু নাথ,
আসা ই ঠাৱক প্ৰতি ॥২৭
স্বৰ্গৰ লোকক, কৰিয়ো সনাথ,
সিথানক পৰিহৰি।
অনেক কাতৰ, কৰিয়া ত্রিদশে,
পঠাইলা বুলি সাদৰি ॥২৮
হেন শুনি হাসি, ৰাঘৱে বোলন্ত,
শুন পুত্ৰ তই কাল।
ব্ৰহ্মাৰ বচন, কৰিবাক লাগে,
অবশ্যেকে প্ৰতিপাল ॥২৯
বুলিবি বিধিত, তেবেসে আসিবো,
পুত্ৰ দুইক থাপি থৈ।
এহি মতে ৰাম, আছন্ত বিৰলে,
কালে সমে কথা কৈ ॥৩০
শুনা সৰ্ব্বজন, কথা ৰামায়ণ,
ৰামক মনত ধৰাঁ।
কিয় নাই শঙ্কা, নিচিন্তি নথাকা,
কালে ধৰিলেক পৰা ॥৩১
বিষয় সম্পদ, পৰম আপদ,
আক ভাল কৰি মানা।
হৰিৰ ভকতি, এহিসে সম্পত্তি,
আক দৃঢ় কৰি জানা ॥৩২
ৰাম নাম হেন, বান্ধৱ নপাইবা,
শুনিয়ো শাস্ত্ৰ সম্প্ৰতি।
পুত্ৰ নাম ধৰি, হেলাত উচ্চৰৈ,
কৰৈ নামে তাৰো গতি ॥৩৩
জাতি অজাতি, একোয়ে নবাছে,
হেনসে হৰিৰ নাম।
পাপৰ অগনি, ধৰ্ম্ম শিৰোমণি,
জানি বোলাঁ ৰাম ৰাম ॥৩৪

---

## ২৮ অধ্যায়।

### পদ।

এহিমতে কালে সমে কহি কথা মাত।
আছন্ত বিৰলে বসি প্ৰভু ৰঘুনাথ ॥১
শুণন্ত কিমতে তেজো ভকতৰ আশা।
সেহি সময়ত ঋষি আসিল দুৰ্ব্বাসা ॥২
মূৰ্ত্তিৱন্ত ক্ৰোধ যেন দেখিয় প্ৰত্যেক।
আগে পাছে বেঢ়ি আসে শিষ্য অযুতেক ॥৩
দ্বাৰত ৰহিলা আসি কতোদূৰ যুৰি।
দেখ লক্ষ্মণৰ যেন ধাতু গৈল উড়ি ॥৪
মঠ যুৰি ৰহিয়া আছিলা কতোক্ষণ।
বোলন্ত শুনৰে কথা কুমাৰ লক্ষ্মণ ॥৫
জান দেস সত্বৰে ৰামত বৰ কায।
মাতন্তোক মোক আসিঝাণ্টে হৈয়া বাজ ॥৬
দেখিয়া লক্ষ্মণে প্ৰণিপাত কৰি আতি।
বসিবাক আদৰে দিলন্ত পিৰা পাতি ॥৭
কৰিয়ো আসনে ঋষি ক্ষণিক বিশ্ৰাম।
শুনন্ত সঙ্গোপ্য কিবা কথা প্ৰভু ৰাম ॥৮
কৰিলন্ত শপত শুনায়া সভা মধ্য।
আসে ই বেলাত যিটো সিটো মোৰবধ্য ॥৯
আছন্ত সম্প্ৰতি প্ৰভু গোপ্য সম্ভাষণে।
জানি ক্ষণিতেক ঋষি বসিয়ো আসনে ॥১০
শুনিয়া দুৰ্ব্বাসা যেন জ্বলিল ক্ৰোধত।
তৰঙ্গ বৰঙ্গ থঙ্গে আখি আৰকত ॥১১
কৰ কৰ কৰি ক্ৰোধে দশন চোবান্ত।
কি বুলিলি লক্ষ্মণ কটাক্ষ দৃষ্টি চান্ত ॥১২
শুন দুৰাচাৰ তই লক্ষ্মণ কুমাৰ।
ৰামে তোক মাৰিলে মৰিবি একেশ্বৰ ॥১৩
সবংশে কৰিবো ভস্ম মই চণ্ড শাপে।
মোৰ আগেএৰাইআজিযাইকে তোৰবাপে ॥
কঙ্কাল সৰ্পক জঙ্কাইবাক কৰ সাস।
হুইবে নভু ভুই গোটেৰৰ আণ্টা পাস ॥১৫
দশন প্ৰকতি চটি কৰন্ত ছুপতি।
ক্ৰোধে যেন উভৰি কুৰন্ত কিৰিজন্তি ॥১৬
দেখি লক্ষ্মণৰ অন্তৰ্গতে আতি ত্ৰাস।
হা কি কৰিলো আৰে ভৈলো সৰ্ব্বনাশ ॥১৭
কালে গ্ৰসিলেক আউৰ নাহি প্ৰতিকাৰ।
চিন্তন্তে দেখন্ত দুঃখে লখাই অন্ধকাৰ ॥১৮

শুনি গাছি পাছে থিৰ কৰিলা লক্ষ্মণে।
একলে মৰিবো মই ৰাম দৰশনে ॥১৯
নগেলে সবংশে খাইব দুৰ্ব্বাসা ৰাক্ষস।
একেশ্বৰে মৰোঁ মই পৰম শ্ৰেয়স ॥২০
ব্ৰহ্মশাপে নহোক সকলে কুলক্ষয়।
মোৰ মৃত্যু হোক আকে কৰিলো নিশ্চয়॥২১
চলিলা লক্ষ্মণ মহা মনত বিচাট।
ভিতৰ পশিলা পাছে চাৰিয়া কপাট ॥২২
আগক নবাছে ভৰি বিবৰ্ণ বদন।
ৰাজাত জনাইলা দুৰ্ব্বাসাৰ আগমন ॥২৩
ঠিৰয়ে মৰিল ৰাম লক্ষ্মণক দেখি।
আথে বেথে পঠাইলন্ত কালক উপেখি ॥২৪
কিসক আসিলি লথাই আমাক কাটিত।
হা নষ্ট ভৈলোঁ বুলি পৰিলা মাটিত ॥২৫
দুঃসহ দুখত দেৱে দেখিলা জনক।
ছিৰায়ে পাৰত ধৰি লক্ষ্মণে ৰামক ॥২৬
এৰা এৰা ইটো খেদ আক পাইবা পাছে।
দুৰ্ব্বাসা ৰাক্ষস দুৱাৰত বসি আছে ॥২৭
বংশকে বধিবে শাপ অগনিত পুলি।
কৰিয়ো প্ৰবোধ যেন লাগে মাত্তি বুলি ॥২৮
চেতনা লভিয়া প্ৰভু তেজিলা নিশ্বাস।
হা বিধি আবেসে কৰিলি সৰ্ব্বনাশ ॥২৯
বিবৰ্ণ বদনে দুৱাৰৰ ভৈলা ৰাজ।
মট চটি কৰি বসি আছে ঋষি ৰাজ ॥৩০
ভ্ৰুকুটি কুটিল মুখ ক্ৰোধে আঙ্কিআৰি।
বিকট পিঙ্গল্ট জটা ভয়ঙ্কাৰ দাবি ॥৩১
হাতে গলে শিৰে ৰুদ্ৰাক্ষৰ জপা জোট।
জক জক কৰে দান্ত চৰা চৰ কোট ॥৩২
ধৰি আছা ৰুদ্ৰাক্ষ তুলসী মালা মাথে।
কাঙ্কত পাৰিয়া ছাতি ধৰি আছা হাতে ॥৩৩
কটিত কপিন কমণ্ডলুৰ জল পাত্ৰ।
চৌপাশে উপাসি আছে অযুতেক ছাত্ৰ॥৩৪
ঋষিৰ মূৰ্ত্তিক দেখি ৰাঘৱ শঙ্কিত।
কৰিলা প্ৰণাম প্ৰভু পৰিয়া ভূমিত ॥৩৫
কৃতাঞ্জলি বোলন্ত শুনিৰি ধৰ্ম্ম মৰ্ম্ম।
আজ্ঞা কৰিয়োক মোক কৰোঁ কোনকৰ্ম্ম॥৩৬
শুনি দুৰ্ব্বাসাৰ ভৈল প্ৰসন্ন বদন।
শুনিয়োক ৰাম ৰঘুকুলৰ নন্দন ॥৩৭
তোমাৰ গৃহত অন্ন ব্যঞ্জন ভুঞ্জিত।
হাজাৰেক বৎসৰৰ পৰা আছে চিত ॥৩৮
আসিলো এহিসে কামেকৈলো প্ৰয়োজন।
শিষ্যে সমস্থিতে মোক কৰায়ো ভোজন ॥৩৯
যেন মতে আমাৰ সন্তোষ হয়ে মন।
দিয়ো পঞ্চামৃত সমে ৰাজ যোগ অন্ন ॥৪০
লক্ষ্মণে বোলন্ত মনে কৈৰ ধূমকেতু।
মোৰ বধভাগী ভৈল ভুঞ্জিবাৰ হেতু ॥৪১
এহি কথা আগে মোত নকহিলি কিক।
ভুঞ্জাইলোহো হন্তে অন্ন ব্ৰাহ্মণ কোটিক॥৪২
ঋষিৰ আক্ৰোশ দেখি শঙ্কিত ৰাঘৱে।
অন্নপান আপুনি সাজিয়া সবান্ধৱে ॥৪৩
আগতে যোগাইল আনি অনেক যতনে।
দেখি দুৰ্ব্বাসাৰ মহা তুষ্ট ভৈল মনে ॥৪৪
কৰি পৰিপাতি পাছে শিষ্য সমে ঋষি।
ভুঞ্জিবে লাগিলা অন্ন পৰম হৰিষি ॥৪৫
ঘন ক্ষীৰ, ক্ষীৰিচা খাইলন্ত লাগে মানে।
নধৰয় পেট পিঠা পনা পৰমানে ॥৪৬
দধি দুগ্ধ ঘৃত ঘোলে ভৈল গণ্ডগোল।
ওকন্দিল উদৰ দেখিয় যেন ঢোল ॥৪৭
লোভত ভুঞ্জন্ত তথাপিতো জাপ্টি জাপ্টি।
নোৱাৰন্ত ৰাখিবে মাতন্তে আসে ৰাপ্টি॥৪৮
নপাৱন্ত উশাস আতি ওলমিল ঘাৰ।
মোই মোই পেট কতো তোলন্ত উপায়॥৪৯
টন টন পেট কতো টিলান্ত কপিন।
দুই হাতত বই দ্ৰব্য দেখিলাগে খিন ॥৫০
খাইবে কতো নপাৰি কৰন্ত হাই ফুই।
নমাতন্ত মাচন্তে থাকন্ত ঠিৰ হুই ॥৫১
দধি দুগ্ধ পঞ্চামৃতে বহাইলন্ত গাঙ্গ।
এহি মতে ঋষিৰ ভোজন ভৈল সাঙ্গ ॥৫২
ভুঞ্জি খাই ঋষি পাছে শিষ্যে সমে উঠি।
ৰাঘৱক প্ৰশংসা কৰন্ত মন তুষ্টি ॥৫৩
চিৰজীৱ ৰাম তুমি পুৰুষ উত্তম।
এহি বুলি গৈলা পাছে দুৰ্ব্বাসা আশ্ৰম ॥৫৪
আত অনন্তৰে আৰো শুনা পাছ কথা।
ৰাম লক্ষ্মণৰ যেন মিলিল অৱস্থা ॥৫৫
গৈলন্ত দুৰ্ব্বাসা যেবে ভুঞ্জি নিজ ঘৰ।
প্ৰবেশিল ৰামত দুঃসহ চিন্তাজ্বৰ ॥৫৬

কালৰ বচনে সিটো সুমৰি শপত।
লখাইৰ দেখিয়া মুখ ভৈলা শ্রুতি হত ॥৫৭
হৃদয় দহয় শোকে অগনি উজৰি।
প্রাণ যেন যাই কুঞ্চি আসে হাত ভৰি ॥৫৮
ওঠ কণ্ঠ শুকাই মুখ পৰিল জামৰ।
গাৱত চেতন আৰ নাহিকে ৰামৰ ॥৫৯
ভেদিলে হৃদয় লক্ষ্মণৰ শোকশালে।
জমক দেখিয়া প্রভু পৰিল নিঢালে ॥৬০
ৰামৰ বিপদ দুখ দেখি বিপৰীত।
কান্দে মহামৰ্ম্মে মন্ত্রী পাত্র পুৰোহিত ॥৬১
জৰৈ আতি লোতক ৰামক চাই চাই।
হা বিধি ৰাঘৱৰ এনুৱা বিলাই ॥৬২
দেখি লক্ষ্মণৰ শোকে শৰীৰ দগধ।
আছিল লক্ষ্মণ তস্তি নয়ন তবধ ॥৬৩
বুলিবাক লাগিলা চিত্তত দৃঢ় কৰি।
উঠা উঠা প্রাণ দদা শোক পৰিহৰি ॥৬৪
মোহোৰ নিমিত্তে দদা তেজা আউৰ মৰ্ম্ম।
প্রতিজ্ঞা পালন ক্ষত্রিয়ৰ মহাধৰ্ম্ম ॥৬৫
মোক মাৰি সত্য কৰিয়োক প্রতিপাল।
ললাটে লিখিত মোৰ এহি যমকাল ॥৬৬
নাহি কিছু চিন্তা আত যেন ভৈল ভাগে।
অবশ্যকে মৰিবাক উপজিলে লাগে ॥৬৭
হেন জানি দাদা মোৰ পদে এৰা খেদ।
জগতকে সংহৰে কালৰ নাহি ভেদ ॥৬৮
দৃঢ় কৰাঁ চিত্ত ইটো তেজিয়ো বিকল।
সত্য ভ্রষ্ট ভৈলে সবংশে যাইবো তল ॥৬৯
কৃপা কৰাঁ মোক তুমি ধৰ্ম্মত নঘাটা।
সত্যক সাফল কৰি ঝাণ্টে মোক কাটা ॥৭০
লক্ষ্মণৰ বচনে অধিকে উধাই জুই।
আছিলন্ত দুই দণ্ড পৰি মৌন হুই ॥৭১
মৃতক আকাৰ একো নাই মাত বোল।
চতুৰ্ভিতি শুনি মাত্র হাহাকাৰ বোল ॥৭২
কাংস পৰি জিম গৈল অযোধ্যা নগৰী।
কি ভৈল বুলিয়া ফুৰৈ সোধা সোধি কৰি॥৭৩
ধান দিলে হোবৈ আখৈ প্রজাৰ মুখত।
ৰামৰ হৰিল জ্ঞান দুঃসহ দুখত ॥৭৪
লক্ষ্মণে বোলন্ত ইটো নুহিকে উচিত।
তুমি সূৰ্যবংশী ৰাজা জগতে বিদিত ॥৭৫
তোমাৰ অসত্যে সামৰাজে হুইব নষ্ট।
হেন জানি দাদা এৰা মোৰ জন্য কষ্ট ॥৭৬
প্রবোধে নুগুচে আউৰ ৰামৰ বিকল।
মেলিলন্ত কিছু দুয়ো নয়ন কমল ॥৭৭
কথমপি বসিলন্ত দুঃসহ দুখত।
মাতিবে খোজন্তে নাসে বচন মুখত ॥৭৮
লোতকে কণ্ঠক ভেণ্টে বাক্য গদ গদ।
ধীৰে ধীৰে শোধন্ত শুনিয়ো সভাসদ ॥৭৯
বশিষ্ঠ প্রমুখ্যে মন্ত্রী পাত্র পুৰোহিত।
নাই মোত শ্রুতি আৱে কোৱা হিতাহিত ॥
কৰিলো শপত মই কালৰ বচনে।
হেনতে দেখিলে মোক ভৈয়াই লক্ষ্মণে ॥৮১
থিৰ কৰি কোৱা যেন সত্যত নঘাটো।
মই অগ্নি খাওঁ কিবা লক্ষ্মণক কাটো ॥৮২
শুনি কতোক্ষণ মানে আছি গুণি গান্থি।
বিনাৱন্ত ৰামত মনত নাহি শান্তি ॥৮৩
শুনিয়ো স্বৰূপ বাপ প্রভু ৰঘুপতি।
অন্তকালে মিলে সমস্তৰে বিসঙ্গতি ॥৮৪
আউৰ নকৰিবা বাপ লক্ষ্মণক আশ।
তুমি সত্য তেজিলে জগতে হোৱে নাশ ॥৮৫
সত্যতেসে আছে ৰহি মহী চৰাচৰ।
সত্যসম ধৰ্ম্ম আউৰ নাহি পুৰুষৰ ॥৮৬
সত্য প্রতিপালি দেখাঁ ৰাখি ধৰ্ম্মপথ।
তুমি হেন পুত্রকো তেজিলা দশৰথ ॥৮৭
সত্যক পালন্তে পুত্রশোকে ভৈলা নাশ।
সত্য ৰাখি আপুনি খপিলা বনবাস ॥৮৮
জানিয়া লখাইৰ পদে এৰিয়ো বিকল।
আমাৰ অসত্যে সামৰাজে যাইবে তল ॥৮৯
দেশৰ ডাকিয়ো ৰাখি লক্ষ্মণৰ প্রাণ।
মহন্ত জনৰ ত্যাগে বধৰ সমান ॥৯০
সবাৰ সম্মত শুনি কৌশল্যানন্দন।
চাইল লক্ষ্মণৰ মুখ ধৰিলা ক্রন্দন ॥৯১
তোকো হকৱাওঁ আৰে মোহোৰ কপালে।
আবেসে জানিলো মোক গ্রসিলেক কালে ॥
কোন সতে বুলিবো তেজিবো আৰে তোক
ইজন্মক লাগিয়া সাৰট আসি মোক ॥৯৩
জুৰাউক শৰীৰ কতোক্ষণ থাকোঁ চাই।
মৰিয়ো নপাইবো আৰ তই হেন ভাই ॥৯৪

মোক তেজি যিমতে মৰিল দশৰথ ।
তই অবিহনে মইয়ো যাইবো যমপথ ॥৯৫
বিদেশৰ সৈতৰি ঐ লখাই বাপ ।
পৰিছেদা দেখোহোঁ সমীপ মোৰ চাপ ॥৯৬
সীতাৰ সন্তাপে ইটো যেন ভৈল চুলি ।
তোৰ শোক অগনিয়ে আৰে মাৰে পুলি ॥৯৭
আসি ঋষি দুৰ্ব্বাসা খোচনি ভৈল দাণ্ডি ।
কালৰ বচনে তোৰ ভৈলো তল গাণ্ডি ॥৯৮
ইটো চক্ষু আউৰ তোক নপাইবো দেখিত ।
মোহোৰ মৰণ জানা ভৈল সন্নিহিত ॥৯৯
মোক দেখিবাক দুনাই নপাইবি লখাই ।
আইস গলাগলি কৰি থাকোঁ দুয়ো ভাই ॥১০০
এহি বুলি কনিষ্ঠৰ ধৰি গলে বান্ধি ।
ভৈলন্ত মূৰ্চ্ছিত ৰাম মকামকি কান্দি ॥১০১
জ্বলিল অগনি দুনাই উঠিল জমক ।
লক্ষ্মণে কান্দন্ত ধৰি সাবটি ৰামক ॥১০২
বেঢ়ি কৰৈ দুভাইক সন্তাপ সভাসদে ।
লক্ষ্মণে বুজান্ত পাছে বাক্য গদগদে ॥১০৩
ইটো অসন্তোষে কাৰ্য্য নুহিবেক ভাল ।
কৰাঁ সত্য পালি মোক সত্বৰে নিকাল ॥১০৪
চেতন লভিয়া প্ৰভু বসিয়ো আসনে ।
ঝাণ্টে নিকলিয়ো মোক বোলন্ত লক্ষ্মণে ॥
এৰিলো এৰিলো বোলাঁ সত্বৰে সম্মতি ।
ৰামো সমুখ ভৈলা বুলিবাক প্ৰতি ॥১০৬
আজোৰন্তে নাসে মাত মনত অসুখ ।
লাসে লাসে মাতন্ত ভাতৃৰ চাহি মুখ ॥১০৭
তেবে তোক লক্ষ্মণ বোলন্তে হৰি মাত ।
পৰিলন্ত নিচালে চেতন নাহি গাত ॥১০৮
লক্ষ্মণে বোলন্ত দদা দৃঢ় কৰাঁ চিত্ত ।
মহন্ত জনৰ হেন নুহিকে উচিত ॥১০৯
সত্যক পালিয়া প্ৰভু ঝাণ্টে এৰা মোক ।
সঙ্কুকি বসিলা পাছে ৰামে তেজি শোক ॥
কণ্ঠৰ নোহ্লাই বাণী যেন ভৈল ৰব ।
বোলন্তে বোলন্তে পাছে চিত্ত কৰি দঢ়॥১১১
লোতকে তিমিত মুখ মুচিলা আপুনে ।
বুলিবে লাগিলা ৰামে নয়ন সজলে ॥১১২
বেদ ধৰ্ম্ম সমস্ত সমাজে হুইবা সাখী ।
সোদৰৰ মৰ্ম্মচ্ছেদ কৰোঁ সত্য ৰাখি ॥১১৩

জানিয়া মৰ্য্যাদ আৰে বধ পৰিত্যাগে ।
এৰিলো লক্ষ্মণ তোক যেন হোক ভাগে ॥
এতেক বোলন্তে মৰ্ম্মে হানিলেক গাৱ ।
নিচালে পৰিল ৰাম মৃতক স্বভাৱ ॥১১৫
নোহ্লাই প্ৰাণবায়ু আয়ু যেন ভৈল পাত ।
ভৰত কান্দন্ত যেন পৰিল নিৰ্ঘাত ॥১১৬
ৰামে তেজিলন্ত জানি তেখণে লখাই ।
শৰীৰৰ অলঙ্কাৰ পেহ্লাইল খসাই ॥১১৭
দিব্য বস্ত্ৰ এৰি লৈল মলিন বসন ।
কৰিলন্ত মাতি ভৰতক সম্ভাষণ ॥১১৮
হাতে তৃণ ধৰিয়া কৰোহো কাউ বাউ ।
মোক চিন্তা এৰিয়া ৰামক ভালে চাউ ॥১১৯
সাবধানে থাকিবা লাগিল হেৰা দিন ।
এহি বুলি ৰামক কৰিলা প্ৰদক্ষিণ ॥১২০
পাদৰ ধূলি তুলি মাখিলন্ত মাথে ।
আছন্ত তবধ হয়া পৰি ৰঘুনাথে ॥১২১
কৰযোৰ কৰি পাছে বুলিলা লখাই ।
জন্মে জন্মে বান্ধৱ তুমিসি হৈবা ভাই ॥১২২
তোমাৰ কনিষ্ঠ মই হুইবো দাস প্ৰায় ।
এহি দুই চৰণক সেৰিবো সদাই ॥১২৩
কৰিলো মেলানি দাদা থাকিয়োক বুলি ।
দুনাই দুনাই দুয়ো চৰণৰ লৈলা ধূলি ॥১২৪
পাত্ৰ মন্ত্ৰী সবাকো বুলিলা হিত বাক ।
চাইবা সবে মিলি মোৰ প্ৰাণৰ দাদাক ॥১২৫
এহি বুলি লক্ষ্মণে ছিণ্ডিলা মোহপাশ ।
অধোমুখে মৌন হয়া লৰিলা নিৰ্ব্বাস ॥১২৬
চাকি কান্দে প্ৰজা খাতু সম্যকে উড়িল ।
অন্তেৰ পুৰত উৰ্ম্মি ৰোলেক উঠিল ॥১২৭
অযোধ্যাক বুৰি যেন হৰে তলগুৰি ।
হা বাপ লখাই আজিসি যাস এৰি ॥১২৮
হৰি হৰি কিনো ইটো বিধিৰ কপট ।
ৰামৰ প্ৰভুত ভৈল এনুৱা দুৰ্ঘট ॥১২৯
দণ্ডে যুগ যাই একে সীতাৰ সন্তাপে ।
লখাই বিনি কিমতে জীৱন্ত আৰে বাপে ॥
এহিমতে শোকে লোক কান্দে অবিচ্ছেদ ।
লক্ষ্মণে গৈলন্ত জলন্ত দিয়া খেদ ॥১৩১
উজাই কতো দূৰ সৰযূৰ তীৰি তীৰি ।
বসিলা লক্ষ্মণ পাছে পদ্মাসন ভিৰি ॥১৩২

নিয়মিলা নৱদ্বাৰ কৰি থিৰ বুদ্ধি।
ধৰিলা ধাৰণা প্ৰাণবায়ুক নিৰোধি ॥১৩৩
ইন্দ্ৰ আদি দেৱে পুষ্প বৰিষিলা শিৰে।
পৰম ৰূপক চিন্তিবাক লৈলা বীৰে ॥১৩৪
উৰ্দ্ধক ক্ষেপিয়া প্ৰাণ কৰিলন্ত ত্যাগ।
মূৰ্দ্ধাস্ফুটি বজাইল পৰম তেজ ভাগ ॥১৩৫
ভৈল দিব্য দেহা কোটি সূৰ্য্যৰ জেউতি।
ইন্দ্ৰ আদি দেৱে কৰিলন্ত স্তুতি নতি ॥১৩৬
বাইল দিব্য বাদ্যছয় ছানিয়া গগণ।
স্বৰ্গক গৈলন্ত দিব্য বিমানে লক্ষ্মণ ॥১৩৭
ত্ৰিদশ দেৱতা দেখি কৃত্য কৃত্য ভৈল।
লক্ষ্মণৰ কথা আবে এহি মানে গৈল ॥১৩৮
শুনা সভাসদ সবে ৰামায়ণ কথা।
ৰাম লক্ষ্মণৰ হেন মিলিল অৱস্থা ॥১৩৯
ইটো গৃহবাস সামান্যৰ কোন লেখা।
স্বপনৰ সম নিধি ধন জন দেখা ॥১৪০
দুৰ্ঘোৰ মৃত্যুক কিয় নাকলিয় কাছে।
হেন জানা অন্তকে কেশত ধৰি আছে ॥১৪১
আউৰ একৱস্তা নাহি কালৰ হাতৰ।
পৰম বান্ধৱ একে মাধৱত পৰ ॥১৪২
হেন জানি দিয়া ৰাম চৰণত চিত্ত।
কৰাঁ পান ৰামনাম পৰম অমৃত ॥১৪৩
বিচাৰি বেদৰো দেখা এহিসে যুগুতি।
ৰামৰ নামেসে দেই পৰম মুকুতি ॥১৪৪
বিষয় বিলাসে নিলা ইহেন জন্মক।
ছাইৰ অৰ্থে পোৰে যেন জাতি চন্দনক॥১৪৫
মহাৰত্ন মণি যেন সম নাই মূলে।
তাক সলাই আনি কাচমনি পিন্ধে গলে ॥
একে কাকমাংস সিয়ো আহা কুকুৰৰ।
আতি অল্প সিয়ো দেখা সুহিকে বিস্তৰ॥১৪৭
তাকো মহাপ্ৰৱন্ধ কৰিয়া নপাই লাগ।
যদিপাৱৈ আসি তাকো আনে খোজে ভাগ ॥
সেহিমতে বিভস বিষয় যত সুখ।
তাকে লাগি হোৱা কেনে কৃষ্ণত বিমুখ ॥১৪৯
কৃষ্ণৰ কিঙ্কৰে কহে ইসে তত্বসাৰ।
বোলাঁ ৰাম এৰাঁ পাপৰ ভণ্ডাৰ ॥১৫০

## ২৮ অধ্যায়।

**লক্ষ্মণক বিচাৰি ৰামৰ বনগমন আৰু লক্ষ্মণৰ প্ৰেতক্ৰিয়া কৰণ।**

**ছুলৰি।**

লক্ষ্মণৰ কথা, এহিমানে গৈল,
ৰামৰ শুনা বিলাই।
শোকসাগৰত, গৈল তল প্ৰভু,
শ্ৰুতি জ্ঞান আউৰ নাই ॥১
লক্ষ্মণৰ শোক, প্ৰচণ্ড বাতাসে,
সীতাৰ সন্তাপে আগি।
শুকান অৰণ্য, ৰামচন্দ্ৰ ভৈলা,
দহে হৃদয়ত লাগি ॥২
যেতিক্ষণে এৰি, লক্ষ্মণ গৈলন্ত,
মৰিল ৰাম সমূলি।
উঠি উঠি লুটি, পৰিয়া কান্দয়,
হা প্ৰাণ লখাই বুলি ॥৩
পৰিছেদা কৰি, আজি সি তেজিলি,
ভৈয়াই ইজন্মক লাগি।
তোহোৰ সন্তাপে, প্ৰাণ ধৰোঁ কিক,
নগৈল হৃদয় ভাগি ॥৪
পিতৃ মাতৃ মোৰ, মৰিল তেজিয়া,
জানকী গৈল পাতালে।
সন্তাপিলো তাকো, তই এৰিলতে,
আবেসে গ্ৰসিলে কালে ॥৫
দণ্ডকা বনতো, তই সি প্ৰাণ দিলি,
জুৰুৱাইলি মোৰ শোক।
দুখৰ সহায়, কৈ গৈলে লখাই,
অনাথিতি কৰি মোক ॥৬
কিনো সুলক্ষণ, ভৈয়াই লক্ষ্মণ,
তোৰ গুণ কৈবো কত।
ভাতৃ মাতৃ ৰাজ্য, তেজি বনবাসে,
তই গৈলি মোৰ লগত ॥৭
সীতাক আমাক, উপকাৰ কৰি,
ফুৰিলি ভৃত্য সমান।
সি সব সুমৰি, কিয় নযাওঁ মৰি,
ৰহি আছো এভো প্ৰাণ ॥৮
জানিলো ভৈয়াই, মোহোৰ চিন্তাই,
মৰিবি তয়ো বনত।

যাইবো খেদি তোক, যেন বুল্লাই হৌক,
মোহোৰো তোৰে লগত ॥৯
পাত্র মেলেকক, বোলন্ত সম্বৰে,
সম্ভাৰ আনিয়ো সাজি।
মিলিল বিচাট, ৰাজদণ্ড পাট,
ভৰতক দিবো আজি ॥১০
দেৱলোকে মোক, উতপাত কৰে,
স্বৰ্গক যাইবাক লাগি।
আবেসে সিয়াৰি, ওপৰ কৰিলে,
ভৈয়াইৰ বিৰহ আগি ॥১১
দহৰে শৰীৰ, চিত্ত নুহি থিৰ,
নেদেখি লখাইক মৰোঁ।
আসিয়ো সম্বৰে, ভৈয়াই ভৰত,
তোক অভিষেক কৰোঁ ॥১২
লক্ষ্মণৰ শোকে, নপাৰো ৰহিবে,
দহৰে হাৰৰো মজ্জা।
মোক পাইলে কালে, জানিয়া সকালে,
হুয়োক পাটত ৰাজা ॥১৩
ৰামৰ বচনে, বীৰ ভৰতৰ,
লাগিল গাৰত জুই।
মকমক কৰি, ক্ৰন্দন কৰিয়া,
বোলন্ত আঙ্গুলি হুই ॥১৪
কিসক আমাক, বুলিলাহা হেন,
দাদা নিকাৰুণ কায।
তোমাৰ চৰণ, সেৱাৰ নিমিত্তে,
পূৰ্ব্বতো এৰিলোঁ ৰাজ ॥১৫
লৱক কুশক, বাণ্টি দিয়ো ৰাজ্য,
মোৰ আত নাই ইচ্ছা।
চলিবোঁ লগত, তোমাৰ শপত,
মাতো যেৱে মই মিছা ॥১৬
ৰাঘৱ চলিবা, অযোধ্যা মৰিবা,
সবে নিষ্ট কথা পাইল।
যত নৰনাৰী, শিশু আগকৰি,
আগত আসি জুটাইল ॥১৭
উম্মিকৰি লোক, কান্দিবে লাগিল,
পোৰৈ সবে সৰ্ব্ব আঙ্গ।
আমাক এৰিয়া, যাইবে খোজা নাথ,
মাথাত মাৰিয়া ৰাঙ্গ ॥১৮

তুমি সি আমাৰ, মুখ্য প্ৰাণ প্ৰভু,
স্বৰূপ কৰিলো হিয়া।
নচাৰিবো লাগ, ভকতৰ ত্যাগ,
নকৰি লগতে নিয়া ॥১৯
এহি বুলি প্ৰজা, আবাৰ কৰয়,
হুয়া সবে এক জৰি।
ভিতৰতো পাত্ৰ, মন্ত্ৰীগণো কান্দে,
ৰামৰ আগত পৰি ॥২০
বশিষ্ঠ বোলন্ত, শুনা ৰঘুপতি,
আৰে হুইবে কোন কায।
তোমাৰ বিয়োগে, প্ৰজা নিজীবেক,
মৰিবে সমস্তে ৰাজ ॥২১
তুমি কৃপাময়, পুৰুষ প্ৰজাৰ,
পূৰা মনোৰথ নাথ।
হেন শুনি গুণি, আছি পাছে প্ৰভু,
ৰাঘৱে তুলিলা মাথ ॥২২
বোলন্ত শুনিয়ো, পাত্ৰ মন্ত্ৰী লোক,
কেন অভিমত কায।
কৰি কৰযোৰ, পৰিয়া ভূমিত,
বিনাৱে পাত্ৰ সমাজ ॥২৩
প্ৰভুৰ পাৰত, এতেক গোচৰ,
যদি অনুগ্ৰহ থাকে।
সপুত্ৰ বান্ধৱে, চলিবো লগত,
নিয়োক নাথ আমাকে ॥২৪
নিশ্চয় জানিলোঁ, জনেক ন্বিজীবোঁ,
যদি তেজি যাহা তুমি।
দেখি অনুৰাগ, লোকৰ ৰাঘৱ,
কান্দিলন্ত হুম হুমি ॥২৫
বোলন্ত শুনিয়ো, পাত্ৰ মন্ত্ৰী মোৰ,
যত লোক অযোধ্যাৰ।
ৰাণ্টে হোৱা সাজ, যাইবে খোজা যেৱে,
লগত আৰে আমাৰ ॥২৬
যত পশুপক্ষী, বৃক্ষ অযোধ্যাৰ,
জীয়া জন্তু যত প্ৰাণী।
সমস্ত নগৰে, সাজোক সম্বৰে,
আজ্ঞা মোৰ নিষ্ট জানি ॥২৭
লোকেসে আমাক, নেৰে যেৱে মই,
তেজি যাইবোঁ কোন সত্তে।

সত্যে সত্যে বোলো, হৌক যেই লাগে,
প্ৰজাৰ ইটো লগতে ॥২৮
শুনিয়া জোকাৰ, প্ৰজায়ে পাৰয়,
জয় জয় ৰাম বুলি।
প্ৰভুৰ লগত, যাইবো আনন্দত,
যেন নাচে হাত তুলি ॥২৯
যত নৰ নাৰী, আবাল পৰ্য্যন্তে,
অযোধ্যা মধ্যত বসি।
নাপিতক মাতি, কাম কৰাই আতি,
গাৱে ক্ষাৰ কসাই ঘসি ॥৩০
স্নান কৰি জলে, সৰ্ব্বস্ব সকলে,
ব্ৰাহ্মণক দান কৰৈ।
পিন্ধি ধৌত বস্ত্ৰ, ভূষিত চন্দনে,
আনন্দে চিত্ত নধৰৈ ॥৩১
অলঙ্কাৰে সবে, শৰীৰক মণ্ডে,
যাৰ যত মান আছে।
অনেক উৎসৱে, অযোধ্যাৰ লোক,
স্বৰ্গক যাইবাক কাছে ॥৩২
শুনা সভাসদ, ৰামায়ণ পদ,
পাতকৰ ধূম্ৰকেতু।
অপাৰ সংসাৰ, সুখে হোৱা পাৰ,
ৰাম নামে বান্ধি সেতু ॥৩৩
দুষ্ট কাল সৰ্পে, সবাকো দংশিলে,
ভৈল শ্ৰুতি হতবুদ্ধি।
ৰাম নাম ইটো, অমৃত বিনাই,
নাই নাই মহৌষধি ॥৩৪
যতেক পাতেক, সংহৰিবে পাৰে,
ৰামৰ নামে সম্প্ৰতি।
ততেক পাতেক, কৰিবে পাপীৰ,
বাপৰ নাহি শকতি ॥৩৫
অগনিক যেন, তৃণে নোৱাৰয়,
পাপৰো তেনয় নাম।
ইসি ধৰ্ম্ম নিজ, সুকৃতি বাণিজ্য,
ডাকিবোলা ৰাম ৰাম ॥৩৬

## ২৯ অধ্যায়

পদ।

শুনিয়োক পাছ কথা আত অনন্তৰে।
লক্ষ্মণৰ শোকে সুস্থ নভৈল ৰামৰে ॥১
তেতিক্ষণে শুচি মহা মনত বিচাট।
লৱক কুশক এৰি দিলা দণ্ড পাট ॥২
বিন্ধ্যা পৰ্ব্বতৰ কাছে পুৰী কুশৱতী।
তথাত পাতিলা নিয়া কুশক নৃপতি ॥৩
অশ্ৰাৱতী নগৰে ভৈলন্ত লৱ ৰাজা।
দিলা দুইকো বিভজিয়া গজ বাজী প্ৰজা ॥৪
সুবৰ্ণ ৰজত ৰত্ন অলেখ ভাণ্ডাৰ।
দিলা সবে বাণ্টি দিব্য বস্ত্ৰ অলঙ্কাৰ ॥৫
নথৈলন্ত ঘাটি ৰামে পুত্ৰ স্নেহে আতি।
কৰিলা আশ্বাস দুয়ো তনয়ক মাতি ॥৬
নকৰিবা দ্বন্দ্ব বাদ ৰাজ্যৰ নিদানে।
কালক বঞ্চিবা দুয়ো একে জীৱ প্ৰাণে ॥৭
দুইত পৰে দুইহানো কুটুম্ব আউৰ নাই।
অল্পতে ছেগুৱা ভৈলে দুই হন্তো পুতাই ॥৮
দাৰুণী জানকী এৰি পশিল পাতাল।
নপাইলো কৰিবে আবে মইও প্ৰতিপাল ॥৯
বিধাতা দণ্ডিলে বুলি পুত্ৰ দুইক ধৰি।
কান্দিলন্ত মকামকি সীতাক সুমৰি ॥১০
হা বান্ধে যেতিক্ষণ তেজিলি আম্মাকে।
এতেকে জানিলো পাইলে পৰম বিপাকে ॥
কতেক পাতেক কৰি আছো মহা ঘোৰ।
আপদৰ উপৰি আপদ মিলে মোৰ ॥১২
মজিলো সীতাৰ তাপে অপাৰ সাগৰে।
খাই লক্ষ্মণৰ শোক কুম্ভীৰ মগৰে ॥১৩
পুত্ৰে পুত্ৰ ত্যাগ দুঃখ অগনি বাঢ়য়।
হৈবেক নবৈল আৰ মোৰ পৰাভৱ ॥১৪
আবে দুই পুতাই পৰিচ্ছেদা দেখাঁ মোক।
তোমাসাক তেজি যাওঁ ময়ো পৰলোক ॥১৫
এতেক বোলন্তে শোক অগ্নি গৈল জ্বালি।
তিনি বাপে পুতে কান্দিলন্ত গলা গলি ॥১৬
বৃত্তান্ত বশিষ্ঠে শুনা কৌশল্যা নন্দন।
যেন ভৈল ভৈল আবে তেজিয়া ক্ৰন্দন ॥১৭
আখি মুখ মচি পাছে দশৰথ সুত।
মথুৰাক লাগি শীঘ্ৰে পঠাই দিলা দূত ॥১৮
সম্বৰে আশোক শত্ৰুঘন প্ৰাণ ভাই।
নজানে বাপ মোৰ কি ভৈল বিলাই ॥১৯
এৰিলে লখাই ময়ো যাওঁ পৰলোক।
ৰাত্ৰি দিন কৰি আসি আৱাক দেখোক ॥২০

শুনি গৈল দূত দিন নিশা নাই সুস্থ।
কহিলেক কথা শত্ৰুঘনত সমস্ত ॥২১
লক্ষ্মণৰ শোকে স্বৰ্গ যান্ত ৰাম ৰাজা।
ভুলত ভৰত যত অযোধ্যাৰ প্ৰজা ॥২২
কুশ লৱ দুই কুমাৰৰ অভিষেক।
সকলো বৃত্তান্ত দূতে কথা কহিলেক ॥২৩
শুনি শত্ৰুঘনে কান্দিলন্ত আতিশয়।
আবেসে মিলিল আমাথেৰ কুলক্ষয় ॥২৪
পাত্ৰ মন্ত্ৰী সবাতো কহিলা কথা যত।
বুলি ৰাতি পুত্ৰ দুইক থৈলন্তে ৰাজ্যত ॥২৫
আন ৰথ বুলি সাৰথিক লাগি চাইল।
তেজী ঘোৰে যুৰি ৰথ সাৰথি যোগাইল ॥২৬
চড়িলন্ত তাতে হাতে ধৰিয়া ভাৰ্য্যাক।
দিনে ৰাতি ৰথ ডাকি পাইলা অযোধ্যাক॥২৭
সেহি বেলা ৰামে চলিবাক সাজ হুই।
স্নান কৰি পিন্ধিলন্ত ধৌত বস্ত্ৰ দুই ॥২৮
ভৈলা নিৰাহাৰ ৰাম জগত ঈশ্বৰ।
জ্বলন্ত অগ্নিৰ বৰ্ণ কান্তি কলেৱৰ ॥২৯
শত্ৰুঘন দেখি আসি নমিলন্ত মাথে।
গলে বান্ধি তাঙ্ক কান্দিলন্ত ৰঘুনাথে ॥৩০
মই সি ৰাক্ষসে খাইলো সোদৰ ভৈয়াইক।
চক্ষুয়ে দেখিবে বাপু নপাইলো লখাইক॥৩১
আউৰ ছাৰ জীৱনত নাহি মোৰ কায।
ধৰিলো লখাইৰ পথ তেজি ইটো ৰাজ ॥৩২
চলিবাক প্ৰতি উত্ৰাৱল ৰাঘৱৰ।
আগে পৰি শত্ৰুঘনে কৰিলা কাতৰ ॥৩৩
মোকো সঙ্গে নিয়ো দাদা চৰণত ধৰোঁ।
তুমি অবিহনে অকাৰণে মইও মৰোঁ ॥৩৪
বুলিলন্ত আশ্বাস ভাতৃক প্ৰভু ৰাম।
হৌক সিদ্ধি তোৰ অভিমত মন কাম ॥৩৫
নকৰি বিলম্ব বাপ শুনিয়ো সত্বৰে।
শুনা পাছ কথা আবে আত অনন্তৰে ॥৩৬
যত যক্ষ ৰাক্ষস যতেক কপিবৰ্গ।
নিশ্চয়ে জানিল ৰামৰাৰী ৰাজ বৰ্গ ॥৩৭
পৰম বিষাদ আসি মিলিল মনত।
কান্দন্তে পৰিল আসি ৰামৰ আগত ॥৩৮
বিভীষণ সুগ্ৰীৱ অঙ্গদ জাম্বৱন্ত।
নল নীল মুখ্যে আনো কপি অপৰ্য্যন্ত ॥৩৯
কান্দি কান্দি কহন্ত মাতিত নমাই মাথ।
আমাক কাহাক দিয়া যাহা ৰঘুনাথ ॥৪০
যেৰেসে যাইবাক খোঁজা আমাসাক ছাৰি।
এতিক্ষণে মুণ্ডত মাৰাহা তেৱে ৰাৰি ॥৪১
তোমাক নেদেখি প্ৰাণ ৰাখোঁ কেন মতে।
যাইবো স্বকুটুম্বে বাপ তোমাৰ লগতে ॥৪২
তুমি অবিহনে বাপ মিলিবে মৰণ।
যি দিন দেখিলো ইটো তোমাৰ চৰণ ॥৪৩
গৃহতো নাহিকে সুখ সেই দিনা হন্তে।
দণ্ডে যুগে তযু পদ নেদেখি থাকন্তে ॥৪৪
হেন জানি বাপ আৰে নৰখিবো প্ৰাণে।
স্ববান্ধৱে যাইবো তুমি যাহা যিটো থানে॥৪৫
যেনে লাগে লগতে খপিব বনবাস।
আশা নকৰিবা ভঙ্গ ভৈলোঁ প্ৰভু দাস ॥৪৬
কান্দে সবে এহিমতে মনত আসুখে।
প্ৰবোধন্ত ৰামে পাছে মনত আসুখে ॥৪৭
শুনিয়ো সুগ্ৰীৱ সখি সূৰ্য্যৰ নন্দন।
মোহোৰ শপত আউৰ নকৰা ক্ৰন্দন ॥৪৮
বিপদ বান্ধৱ তুমা বানৰ ভালুক।
নাকান্দা নাকান্দা আৰে হৈয়োক নিচুক॥৪৯
তুমি সবে যেৱে আৰে নেৰিয়ো আমাক।
মইতো কোন গুণে এৰি যাইবো তোমাসাক॥
সত্বৰে সাজিয়ো আজিযাৰ যাইবে লাগে।
তোমাসাব লগে যেন মুৱাই হৌক ভাগে॥৫১
প্ৰাণতো অধিক প্ৰিয় ভৰত আমাৰ।
সত্যে সত্যে নেৰিবোঁ কৰিলো অঙ্গীকাৰ॥৫২
ঐত থাকে যানে যত ভালুক বানৰ।
আউৰ কেহো সুবুলিবা বাক্য মানুষৰ ॥৫৩
আপোনাৰ জাতি ভাৱে বুলিবে বচন।
হেন শুনি ভৈল সবে হৰিষিত মন ॥৫৪
কৈবা প্ৰাণ মিত্ৰ বিভীষণ লঙ্কেশ্বৰ।
থাকৈ ইটো যাৱদেকে চন্দ্ৰ দিৱাকৰ ॥৫৫
তাৱে তুমি লঙ্কাত কৰিয়ো ৰাজ্য ভোগ।
তোমাক নপাইবে উপসৰ্গ জ্বৰা ৰোগ ॥৫৬
শুনা বৃদ্ধ জাম্বৱন্ত মহা হিতকাৰী।
তোমাৰ গুণক আমি দুজিতে নপাৰি ॥৫৭
যাৱদেকে দুহিতে প্ৰলয় উপস্থিত।
তাৱে তুমি আৰোগ্যে থাকিয়ো পৃথিবীত॥৫৮

জাম্বৱন্ত বিভীষণ নকৰিবা খেদ।
হেৰা দিলো আপুনি স্বৰূপ পৰিছেদ ॥৫৯
আউৰ দুনাই দুয়ো মোক নেদিবা উত্তৰ।
শুন হনুমন্ত বাপ বায়ুৰ কুমাৰ ॥৬০
কৰিলি যতেক তই মোক উপকাৰ।
কিছু সুজা নগৈলা থাকিল মোৰ ধাৰ ॥৬১
তোৰ গুণ মোৰ মুখে বৰ্ন্নাইবো কতেক।
অচলা ভকতি মোত থাকিল প্ৰত্যেক ॥৬২
যাৱে ৰামায়ণ মোৰ প্ৰচাৰ ভূমিত।
তাৱে তুমি অপ্ৰয়াসে থাকা পৃথিবীত ॥৬৩
ভকতিক প্ৰবৰ্ত্তায়া বায়ুৰ কুমাৰ।
মোক কল্প অৱসানে পাইবে দিলোঁ বৰ ॥৬৪
শুনি মাৰুতিৰ মহা মিলিল সন্তাপ।
মোক তেজি যাইবে খোজা জগতৰ বাপ॥৬৫
নিজীবো নেদেখি এই দুখানি চৰণ।
কান্দন্ত আবেসে মোৰ মিলিল মৰণ ॥৬৬
মাৰুতিক ধৰি ৰামে কৰন্ত ক্ৰন্দন।
বোলন্ত শুনিয়ো বাপ বায়ুৰ নন্দন ॥৬৭
মোহোৰ নিমিত্তে শোক কৰ বাপ দূৰ।
যথাত ভকত থাকে তৈতে বিষ্ণুপুৰ ॥৬৮
পৰম কল্যাণে থাক সবান্ধৱে কপি।
নেদিবা উত্তৰ আউৰ মোক পুনৰুপি ॥৬৯
এহি বুলি ৰামচন্দ্ৰ উঠিলা সছলে।
লক্ষ্মণক দেখিবাক পৰম বিকলে ॥৭০
শুক্ল বস্ত্ৰ পৰিধান ভৈলা কুশ হস্ত।
ধৰিলেক লাগ আসি নগৰী সমস্ত ॥৭১
শোভৈ ধোতবস্ত্ৰে আতি যত প্ৰজা ছয়।
যেহি দিকে দেখে সবে বগা ধোতময় ॥৭২
ৰাঘৱো পাইলন্ত পাছে সৰযুৰ তীৰ।
লক্ষ্মণৰ শোকে কৰে দগধ শৰীৰ ॥৭৩
হা বাপ ভৈয়াই তই গৈলে কোন থান।
কৰন্ত সন্তাপ তাপে ফুটে যেন প্ৰাণ ॥৭৪
খোঁজ গুৰি লক্ষ্মণক বিচাৰিয়া চাওঁ।
চক্ষু গোটে হেনবা ভৈয়াইক দেখোঁ পাওঁ॥৭৫
এহি বুলি লৰিলা ৰাঘৱ বনমালী।
সৰযুৰ তীৰে তীৰে খোঁজক নিহালি ॥৭৬
কৈতনো আছস ভৈয়াই যান্ত উকিয়াই।
মোক দেখা দে ঐ প্ৰাণৰ লখাই ॥৭৭
তোহোৰেসে শোক সবে শৰীৰ দহয়।
চাওঁ চক্ষু গোটে তোক জুৰাউক হৃদয় ॥৭৮
লক্ষ্মণ লক্ষ্মণ বুলি দিয়া যান্ত গেৰি।
কৈতনো আছস আৱে বাপ মোক এৰি ॥৭৯
সুবুজস মাত মই তোৰ শ্ৰেষ্ঠ ভাই।
কিয়নো নেদস মাত বনৰ ওহলাই ॥৮০
এহিমতে কান্দি কান্দি যান্ত তীৰি তীৰি।
দেখন্ত লক্ষ্মণ আছে পদ্মাসন ভিৰি ॥৮১
এহি মোৰ ভাই ধাতু নামিল সমুলি।
দিলন্ত লৱৰ ৰাম জীলোঁ জীলোঁ বুলি ॥৮২
আথে বেথে বান্ধিলন্ত গলত ৰাঘৱ।
দেখন্ত নাহিকে প্ৰাণ আছে মৰা শৱ ॥৮৩
দুনাই দশ গুণে শোক অগ্নি গৈল জ্বলি।
শৱকে সাবটি প্ৰভু পৰিলন্ত ঢলি ॥৮৪
নাই যেন শ্ৰুতি জ্ঞান ৰামো গৈলা মৰি।
শত্ৰুঘন ভৰতে কান্দন্ত দুইকো ধৰি ॥৮৫
কান্দে পৰিপৰি প্ৰজা প্ৰাণ যাই ফুটি।
নিৰন্তৰে নাৰীৰ হৃদয়ে হানে মুঠি ॥৮৬
হাঁ প্ৰাণনাথ নেদেখিলোঁ আমি আসি।
তোমাৰ মৰণে এভো আছে প্ৰাণ ৰাখি ॥৮৭
দাৰুণ হৃদয় কিয় এভো নযাই ভাগি।
নিজ প্ৰজা এৰি গোসাঁই গৈলা কৈক লাগি ॥
এহি বুলি বালিত বাগৰি ফুৰে লোকে।
জুই যেন জ্বলে লক্ষ্মণৰ সিটো শোকে ॥৮৯
কান্দে বেঢ়ি ভালুক বানৰ কৌটি কৌটি।
স্বৰ্গক লঙ্ঘিলে ক্ৰন্দনৰ উৰ্ম্মি উঠি ॥৯০
শুনা সভাসদ ইটো ৰামায়ণ কথা।
দেখা অন্তকালে কেন ৰামৰ অৱস্থা ॥৯১
পৰিল ই পৰা সেই মৰণ বিঘাত।
নপাৰি তৰ্কিবে আক কৃষ্ণৰ মায়াত ॥৯২
জানিয়া কৃষ্ণত কৰাঁ একান্ত ভকতি।
কলিত হৰিৰ নাম কীৰ্ত্তনত গতি ॥৯৩
আউৰ ধৰ্ম্ম কলিত নামত পৰে নাই।
এভো তেৱে শাস্ত্ৰৰ সুবুজি অভিপ্ৰায় ॥৯৪
সত্যযুগে পূজে বিষ্ণু ধৰিয়া সমাধি।
মহা মহা যজ্ঞ ত্ৰেতা যুগত আৰাধি ॥৯৫
যেন গতি দ্বাপৰত পূজি ভক্তিভাৱে।
কলিত কীৰ্ত্তন কৰি সব ফল পাৱে ॥৯৬

এতেকেসে কলি শ্ৰেষ্ঠ চাৰি যুগ মাজে।
প্ৰশংসে কলিক মহা জ্ঞানি সমাজে ॥৯৭
ধৰ্ম্ম অৰ্থ কাম মোক্ষ কীৰ্ত্তনতে পাই।
কলিত পৰম মুখ্য তৰণ উপাই ॥৯৮
জানি অপ্ৰয়াসে তৰাঁ হৰি নাম ধৰি।
যাৰ ভয়ে অন্তক কম্পন্ত তৰতৰি ॥৯৯
জগত বান্ধৱ ইটো মাধৱৰ নাম।
আন কাম এৰি বেঢ়ি বোলোঁ ৰাম ৰাম॥১০০

---

৩০ অধ্যায়।

ছুলৰি।

শুনা পাছকথা, ৰামৰ অৱস্থা,
যেন ভৈল সিটো থানে।
মৰা লক্ষ্মণক, আলিঙ্গি ধৰিয়া,
পৰি দণ্ড দুই মানে ॥১
কতোক্ষণে পাছে, চেতন লভিয়া,
বাতুল যেন চেষ্টান্ত।
ৰাৱণে আৰকা, শকতি হানিলে,
ভৈয়াইৰ ভৈল উপান্ত ॥২
শুনিয়ো সুষেণ, বৈদ্য ঔষধক,
কথা কোৱা যেন ঠান।
হনুমন্ত বাপ, বিলম্ব নকৰি,
বিশল্যকৰণী আন ॥৩
সীতাক চাহন্তে, লখাইক হৰাইলো,
কৰিবো কোন উপায়।
অযোধ্যাত আৰে, কিমতে জীৱন্ত,
শুনিয়া সুমিত্ৰা আই ॥৪
উঠিয়ো লখাই, প্ৰাণ ফুটি যাই,
তোৰসে দাৰুণ শোকে।
কিনো অপৰাধ, বান্ধৱ কৰিলো,
কিয় নমাতস মোকে ॥৫
দিব্য শয্যা এৰি, নিৰ্ব্বাণত পৰি,
কতনো পাৰ মুমটি।
নভাগ সমুলি, উঠ উঠ বুলি,
তোলন্ত কতো সাৱত্তি ॥৬
অযোধ্যাৰ লোকে, তোকে বেঢ়ি আছে,
চাউ চক্ষু মেলি বাপ।
নিৰন্তৰে ৰাজ, নাৰী কান্দি মৰৈ,
উঠি দুৰ কৰা তাপ ॥৭
জানো মোত খঙ্গে, নমাতস তই,
নিৰ্ব্বাস দিবাৰ পদে।
মোৰ নাই দোষ, দুৰ্ব্বাসা দাৰুণে,
পেহলাইলে তোক আপদে ॥৮
আইল ধূম্ৰকেতু, তাহাৰেসে হেতু,
কৰিলোঁহো মৰ্ম্মছেদ।
মোক অপযশ, দিয়া নমাতস,
আতেসে হৃদয় খেদ ॥৯
জোনো ধ্যান কৰি, বায়ু আছ ধৰি,
তাতেসে নামে উশ্বাস।
জানিলো মৰিলি, আৰেসে কৰিলি,
সমূলক্ষে মোক নাশ ॥১০
দণ্ডকা বনতো, লগতে আছিলি,
নেৰিলি ক্ষণেকো সঙ্গ।
ছোট হন্তে তোৰ, পিতৃতো অধিক,
মোতসে আতি আসঙ্গ ॥১১
আৰে কিনো ভৈলে, মোক তেজি গৈলে,
কিনো তোৰ বজ্ৰ হিয়া।
কান্দন্ত সন্তাপে, জগতৰ বাপে,
ভাইৰ মুখে মুখ দিয়া ॥১২
প্ৰাণৰ লক্ষ্মণ, তোক পঠাই বন,
দিনতে দুই চক্ষু খাইলো।
মোহোৰ শোকত, প্ৰাণে ভৈলি হত,
দেখিতে তোক নপাইলো ॥১৩
এসিলেক পাপে, তোহোৰ সন্তাপে,
মই কৈত বৈবোঁ ক্ৰুৰ।
এতো হেন কৰ, আমাকো সুনৰ,
লগে যাও যমপুৰ ॥১৪
হৈনৰা তোহোৰ, সন্তাপ পাশৰো,
লগে লৈয়া যাহা মোক।
ৰাম লক্ষ্মণৰ, ভাই ভৈয়ালক,
প্ৰশংসে সকল লোকে ॥১৫
তোৰ এহু হিয়া, মোক কাক দিয়া,
কোন মতে যাস এৰি।
ফুকিতে কান্দন্ত, তাপত পাৰন্ত,
লখাই লখাই বুলি গেৰি ॥১৬

কৈৰা মন্ত্ৰীছয়, চিতা সঞ্জালিয়োঁ,
জিয়া তান্ত মোক তুলি।
কিয় আছা চাই, অগনি লগাই,
লগে মাৰাঁ মোক পুলি ॥১৭
আউৰ কদাচিতো, লগ লক্ষ্মণৰ,
নছাৰিবো মই কোল।
হেন শুনি সবে, কান্দে আৰ্ত্তৰাৱে,
উথলিলা মহাৰোল ॥১৮
বশিষ্ঠে বুজান্ত, প্ৰভু ৰঘুনাথ,
থিৰ কৰা তুমি চিত্ত।
বিমৰিষ মনে, বিস্তৰে ক্ৰন্দনে,
মৃতকৰ নোহে হিত ॥১৯
যেন লাগে বাপ, প্ৰেতকাৰ্য্য কৰা,
ইমত সন্তাপ এৰা।
সবেয়ো মৰিব, আৰে কি কৰিব,
কালত নাহিকে ৰৰা ॥২০
দিব্য দেহাধৰ, লক্ষ্মণ কুমাৰ,
উপেখি সঙ্গ তোমাৰ।
জ্ঞান দৃষ্টি দেখোঁ, লক্ষ্মণ স্বৰ্গত,
আছন্ত ইন্দ্ৰ আকাৰ ॥২১
অল্পতে ভাতৃৰ, লভিবা সঙ্গতি,
তেজিয়োঁ বাপ বিলাপ।
বশিষ্ঠৰ বোলে, ৰাঘৱৰ কিছু,
গুচিল চিত্তৰ তাপ ॥২২
পাছে ৰঘুপতি, চিতা জ্বালি তৈতি,
লখাইৰ দেহা দহিলা।
সীতাৰ বাহিনী, তানে প্ৰিয়া পত্নী,
লগতে গৈলা উৰ্ম্মিলা ॥২৩
স্বামীৰ সমীপ, পায়া অপয়াসে,
ভৈলা আনন্দিত মতি।
যত প্ৰেত কাৰ্য্য, সম্পালিল সবে,
বিধিমতে ৰঘুপতি ॥২৪
শুনা সব নৰ, ৰাম লক্ষ্মণৰ,
কেন ভৈল আক দেখা।
সদাই হুতাশ, ইটো গৃহবাস,
মনুষ্যৰ কোন লেখা ॥২৫
লভিয়া ভাবতে, নৰতনু যিটো,
নকৰে হৰি কীৰ্ত্তন।
হৃদয়তে হৰি, আছন্ত জাগিয়া,
আক নজানিয়া মন ॥২৬
সিটো মূঢ়মতি, এৰিয়া ভকতি,
কৰ্ম্মত কৰে বিশ্বাস।
তাক পৰিহৰাঁ, জীয়ন্ততে মৰা,
ভাতিৰ যেন নিশ্বাস ॥২৭
হেন নিষ্ঠ জানি, চিন্তা চক্ৰপানী,
হৰিৰ সুমতি নাম।
পুৰুষ উদ্ধাৰা, আপোন নিস্তাৰা,
ডাকি বোলাঁ ৰাম ৰাম ॥২৮

---

## ৬১ অধ্যায়।

### শ্ৰীৰামচন্দ্ৰৰ স্বৰ্গ গমন।

পদ।

আত অনন্তৰে শুনি সমস্ত সমাজ।
সঙ্কলিলা ৰামে লক্ষ্মণৰ প্ৰেতকায ॥১
আউৰ সুখ শান্তি নাই ৰাঘৱৰ মনে।
নিশ্চয় কৰিলা প্ৰভু স্বৰ্গক গমনে ॥২
পুৰোহিত বশিষ্ঠক বুলিলা বচন।
এৰি পৃথিবীক কৰোঁ স্বৰ্গক গমন ॥৩
কৰায়োক যেন লাগে যাত্ৰাৰ বিধান।
বিহিলন্ত বশিষ্ঠে বিশিষ্ট অনুষ্ঠান ॥৪
দীপ ঘট দধি দুৰ্ব্বাক্ষতে বস্তি থলি।
চৰে সমে সাৰি সাৰি ৰোৱাইলা কদলী ॥৫
দিয়াইলা মণ্ডল আলি পথে থানে থান।
ভৈল শুভক্ষণ ৰাঘৱত দিলা জান ॥৬
কৰিলন্ত ৰামে সৰযুত পাছে স্নান।
সুবৰ্ণ ৰজত বস্ত্ৰ কৰিলন্ত দান ॥৭
পিন্ধিলন্ত ধৌত দিব্য বস্ত্ৰ কচিকৰ।
গন্ধে পুষ্পে মাল্যে অলঙ্কৃত কলেৱৰ ॥৮
কৰিলন্ত যাত্ৰা জগতৰে প্ৰভুৰাম।
মাধৱ মাধৱ মুখে উচ্চৰন্ত ৰাম ॥৯
আপোনাৰ নিজ ৰূপ ধৰি হৃদয়ত।
লৰিলন্ত ধৈৰ্য্যভাৱ সবাৰো আগত ॥১০
চতুৰ্ভিতি জয় জয় ৰাম মাত্ৰ শুনি।
উচ্চৰন্ত মূলমন্ত্ৰ যত মহামুনি ॥১১
দেৱমাতা সাবিত্ৰী লৰিলা অগ্ৰদেশে।
চলিল চাৰিয়োঁ বেদ ব্ৰাহ্মণৰ বেশে ॥১২

বাম পাশে লক্ষ্মী যান্ত জগত মোহিনী।
লক্ষ্মীহীনা কৰি পৃথ্বি চলন্ত গোসাঁনী ॥১৩
দিব্য ধনু শৰ পুৰুষৰ ৰূপ ধৰি।
পাছত চলিলা ৰাঘৱক অনুসৰি ॥১৪
আসিয়া আকাশী গঙ্গা সিঞ্চি যান্ত জল।
মূৰ্ত্তিমন্ত মন্ত্ৰগণে পঢ়ন্ত মঙ্গল ॥১৫
বসুমতী ভূতি আতি কৰন্ত একত্ৰে।
যাই ধৰি ওপৰত মেঘে শ্বেত ছত্ৰ ॥১৬
সুগ্ৰীৱ প্ৰভৃতি যত বানৰ ভালুকে।
চলে সালঙ্কৃত হুয়া পৰম উৎসুকে ॥১৭
কৰে কলি মানি মহা জয় জয় নাদে।
জীয়ন্তে স্বৰ্গক পাইবো প্ৰভুৰ প্ৰসাদে ॥১৮
শত্ৰুঘন ভৰত ভকত যত ৰাজা।
চৌপাশে উপাসি যাই অযোধ্যাৰ প্ৰজা ॥১৯
পিন্ধি ধৌত কাপোৰ সকলে পৰিবাৰে।
গন্ধে পুষ্পে ভূষিত অমূল্য অলঙ্কাৰে ॥২০
ব্ৰাহ্মণৰ হাতে কৰে সৰ্ব্বস্ব উৎসৰ্গ।
ৰামৰ প্ৰসাদে পাইবো জীয়ন্ততে স্বৰ্গ ॥২১
বাল বৃদ্ধ যুবা জীৱ পিম্পৰা পৰ্য্যন্তে।
চলি যাই ৰাঘৱৰ মহিমা কহন্তে ॥২২
ছাগ গৰু গাহ্ৰি গণ্ড গৱয় শৃগাল।
কুকুৰ বিৰালি বৰা হৰিণৰ পাল ॥২৩
ঘোটক কণ্ঠলা উট মেঠন মহিষে।
যূথে যূথে হস্তী সব চলে সহৰিষে ॥২৪
কাউৰ, কৈৰা, মৈৰাপাত্ৰ, পিৰিকাৰবল।
কোৰক, চকোৰ কিঙ্কা, পেঁচা হেকোৱল ॥
সৰালি, শালিকা, সাক হংস সজাই ৰবা।
কলিবণ্ঠা বটা, টুনি, টিপসি, টোকৰা ॥২৬
ইসব প্ৰমুখ্যে পশু পক্ষী যত আছে।
তৃণ তৰু লতাছয়ো চলে আগে আছে ॥২৭
ৰামৰ প্ৰভাৱ ভৈল সবাতো চেতন।
পৰম হৰিষে কৰে স্বৰ্গক গমন ॥২৮
কিৰীটি, কুণ্ডল মহা হেমময় হাৰে।
চিকি মিকি কৰে ৰত্নময় অলঙ্কাৰে ॥২৯
যায় মনে হৃষ্ট পুষ্ট ৰঙ্গে তুষ্টি চলি;
তুলি ছত্ৰদণ্ড বাদ্যভণ্ড কুৰুহালি ॥৩০
ভৈলা ৰাম চন্দ্ৰ ইন্দ্ৰ সম উপসন্ন।
চন্দ্ৰ সূৰ্য্য দুই ভিতি ভৰত শত্ৰুঘন ॥৩১

সুগ্ৰীৱ প্ৰভৃতি যান্ত যত মহীপাল।
ৰূপে প্ৰকাশন্ত সবে যেন দিকপাল ॥৩২
ভালুক বানৰ দেৱ সোনাৰ আকৃতি।
ঋষি সব ভৈল যেন গুৰু বৃহস্পতি ॥৩৩
নিৰন্তৰে নৰ বিদ্যাধৰ এৰে সবি।
নাৰী সবে চলে অপেশ্বৰী বিদ্যাধৰী ॥৩৪
চিকি মিকি অলঙ্কাৰে কৰে চতুৰ্ভিতি।
কৰে তাৰা গন যেন স্বৰ্গত দীপিতি ॥৩৫
চিৰল পতাকা ৰথ ধ্বজ ছত্ৰদণ্ড।
আকাশে প্ৰকাশে যেন মেঘ খণ্ড খণ্ড ॥৩৬
পৰম শ্ৰীমন্ত দেহা দিব্য ৰূপ ধৰ।
নিষ্পাপ নিৰ্ম্মল সকলৰে কলেবৰ ॥৩৭
নৃত্যে গীতে আনন্দতে নাই চিন্তা শোক।
মহা কৌতূহলে চলি যাই স্বৰ্গলোক ॥৩৮
শুনে সাম বাজে ৰাম স্বৰ্গক গমন।
চাহিবাক আসে আনো দেশী সব জন ॥৩৯
মিলে অনুৰাগে তাসবাবো অন্তৰ্গতে।
ঘৰ বাৰী এৰি চলে ৰামৰ লগতে ॥৪০
সৱৰূপ তাৰে তীৰে আতি অনুপামে।
পুত্ৰৱতে প্ৰজাক পালন্তে যান্ত ৰামে ॥৪১
তিনি দিন তিনি ৰাতি যান্ত একাকুলে।
ৰহিলন্ত হিমৱন্ত পৰ্ব্বতৰ মূলে ॥৪২
বিবিধ বাদ্যৰ নাদে শবদ আস্ফাল।
জয় জয় ৰাঘৱৰ প্ৰজাৰ কোলাহল ॥৪৩
ছত্ৰে দণ্ডে বাদ্যে ভণ্ডে লোকে ভৰিপূৰি।
থাকিলন্ত পৰ্ব্বতৰ কতো দুৰ যুৰি ॥৪৪
অনন্তৰে ৰাম আসিবাৰ বাৰ্ত্তা শুনি।
ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰ লৰিলা আপুনি ॥৪৫
দশ দিগপাল ইন্দ্ৰ আদি দেৱ যত।
ততিক্ষিকো আৰবি নামি আসিল লগত ॥৪৬
সিদ্ধমুনি বিদ্যাধৰ কিন্নৰ চাৰণ।
নাচন্তে আচন্ত নামি অপেশ্বৰাগণ ॥৪৭
গন্ধৰ্ব্বে যোগাৱে গীত মৃদঙ্গৰ ধ্বনি।
লক্ষ কোটি বিমান আকাশ আসে ছানি ॥৪৮
চিকি মিকি কৰে জ্যোতি চাহন নযাই।
অসংখ্যাত সূৰ্য্য যেন নামৈ একে ঠাই ॥৪৯
বাজে ঘণ্টা সোনাৰ কিঙ্কিনি ৰুণ ঝুন।
উৰ্দ্ধমুখে সচকিতে চাহৈ সৰ্ব্বজন ॥৫০

দেখি কৰে ৰাঘৱৰ প্ৰজা জয় জয়।
বাল বৃদ্ধ নাচে গাৱে আনন্দ বধায় ॥৫১
দেৱ দিব্যযান তল ছানি নামি আসে।
দিন ৰাতি নমনিয় ৰত্নৰ প্ৰকাশে ॥৫২
চন্দ্ৰ সূৰ্য্য সমান এঁকৈক দিব্য ৰথ।
বাঞ্ছা মাত্ৰে গিলৈ তৈতে যত মনোৰথ ॥৫৩
তথাতে বিচিত্ৰ গৃহ প্ৰাসাদ উদ্যান।
হীৰা মৰকত ৰত্ন ৰঞ্জে থানে থান ॥৫৪
নিৰ্ম্মল কমলে সৰোবৰ সব শোভে।
ভ্ৰমৰে কৰয় কেলি মধুগন্ধ লোভে ॥৫৫
ৰথতে বিচিত্ৰ নৃত্য গীত বাদ্য ধ্বনি।
অসংখ্যাত দেৱ কন্যা ৰূপে বিতোপনী ॥৫৬
শ্ৰবন অমৃত সুললিত গাৱে গীত।
শুনি পুৰুষৰ চিত্ত কামে বিমোহিত ॥৫৭
হেন দিব্য যান লৈয়া দেৱগণ লৰি।
আসিলা ৰামক নিবে লাগি আগবাঢ়ি ৫৮
ৰাঘৱক দেখি দেৱগণৰ আহ্লাদ।
পুষ্প সিঞ্চাৰিয়া কৰে দুন্দুভি সম্বাদ ॥৫৯
দেৱতা মনুষ্য দেখা দেখি কৰে আসি।
অন্যো অন্যে দশন প্ৰকটি কৰে হাসি ॥৬০
ব্ৰহ্মাদেৱে সাদৰে কৰিয়া যোৰ হাত।
ৰাঘৱক লগাইলা হংসৰে পৰা মাত ॥৬১
শুনিয়োক ৰামচন্দ্ৰ প্ৰভু ৰঘুনাথ।
দেখিয়োক ত্ৰিদশ দেৱক তুলি মাথ ॥৬২
তুমি ত্ৰিভুবন পতি জগতৰে গতি।
তুমিসি অচিন্ত্য গুণ অনন্ত শকতি ॥৬৩
প্ৰকৃতিত অন্তৰ পৰম তুমি তত্ত্ব।
আদি অন্ত নজানিয় তোমাৰ মহত্ব ॥৬৪
তুমি ভাৰ হৰা বাৰে বাৰে অৱতৰি।
দুষ্টক দণ্ডিয়া মহন্তক ৰক্ষা কৰি ॥৬৫
তুমিসি ঈশ্বৰ সুৰাসুৰে কৰে সেৱ।
অন্তত তুমিসি থাকা নথাকয় কেৱ ॥৬৬
শুনিয়ো নৰেন্দ্ৰ ৰাম চন্দ্ৰ কৃপাময়।
আছে পুৰাতন তনু তযু তেজোময় ॥৬৭
বিদ্যমানে বিমানতে দেখা হৃষিকেশ।
ভাতৃগণ সমে আন্তে হুয়োক প্ৰবেশ ॥৬৮
হেৰা সুৰাসুৰে সেৱা কৰে প্ৰণিপাত।
দেখাঁ গদা পদ্ম শঙ্খ চক্ৰ চাৰি হাতে ॥৬৯

পূৰ্ব্বৰূপ তোমাৰে আহাক্তে বিষ্ণু বুলি।
পাৰিষদ গণে ৰঙ্গে নাচে বাহু তুলি ॥৭০
শুনি ৰঘুপতি পাছে ব্ৰহ্মাত বদতি।
ই সি মোৰ মুখ্য প্ৰয়োজন প্ৰজাপতি ॥৭১
দেখা আসি আছে ৰাজা প্ৰজা পাত্ৰ ছয়।
পশু, পক্ষী, বৃক্ষ, তৰু, লতা সমস্তয় ॥৭২
অনুগত ভকত সম্যেক মোৰ প্ৰাণ।
আগে আক্ষ দিয়োক অক্ষয় মোক্ষ স্থান॥৭৩
মোতে পতিয়াসে সবে আসিল লগতে।
আবে আসম্বাক তেজি যাওঁ কোন সতে॥৭৪
দিব্য বিমানতে সবে চড়োক সম্প্ৰতি।
দিয়োক সত্বৰে প্ৰজাপতি অনুমতি ॥৭৫
পাছতেসে যাইবো বোলোঁ বচন নিশ্চয়।
বিনাৱন্ত বিধি ধন্য ধন্য কৃপাময় ॥৭৬
আছে মোক্ষ স্থান ব্ৰহ্মালোকৰ ওপৰ।
সান্তানক নামে তাৰ নাই পটন্তৰ ॥৭৭
তযু প্ৰজা দিব্য ভোগ ভুকুতি ভুঞ্জন্তে।
তথাতে থাকোক মহা প্ৰলয় পৰ্য্যন্তে ॥৭৮
বানৰ ভালুক যভ দেৱ অৱতাৰ।
প্ৰবেশোক পূৰ্ব্বদেহে আদেশ আমাৰ ॥৭৯
এহি তীৰ্থ-জলতে সত্বৰে কৰি স্নান।
আসি আৰোহোক অবিলম্বে দিব্য যান ॥৮০
ব্ৰহ্মাৰ আদেশে ৰাঘৱৰ অভিমত।
জাম্প দিয়া পৰে প্ৰজা তীৰ্থৰ জলত ॥৮১
ছোঞ্চ শুচি হোৱৈ তৈতে দিব্য কলেবৰ।
সূৰ্য্য সম জ্বলে দেহা যেন বিদ্যাধৰ ॥৮২
সহস্ৰ সংখ্যাত বিদ্যাধৰী অপেস্বৰী।
গাৱে গাৱে গোছি বিমানক নেই ধৰি ॥৮৩
সিংহাসনে বসি সিটো পাৱে আতি তৃপ্তি।
ইন্দ্ৰৰ সমান কৰে পুৰুষে দীপিতি ॥৮৪
কিৰটি কুণ্ডল দিব্য বস্ত্ৰ অলঙ্কাৰ।
গন্ধে পুষ্পে চন্দনে ভূষিত কলেৱৰ ॥৮৫
শিৰৰ ওপৰে শ্বেত ছত্ৰ তুলি ধৰি।
ধৱল চামৰে চোলে পদ্মিনী সুন্দৰী ৮৬
কৰ্পূৰ তাম্বুল সাজি যোগাৱে ৰমণী।
হাতে ভৰি ধৰি জান্তে কতো বিতোপনী॥৮৭
বায়া মৃদু মৃদঙ্গ কাৰন্ত কতো নৃত্য।
গাৱে হাতে তাল কতো সুললিত গীত ॥৮৮

সুৰভি শীতল অনুকূলে বায়ু বহে।
দেখা চতুৰ্ভিতে সবে আনন্দত ৰহে ॥৮৯
মুগুচে বসন্ত মত্ত কোকিলৰ নাদ।
শুনি পুৰুষৰ মন সদায়ে উন্মাদ ॥৯০
নাৰী সবে জলত মজিয়া মহাৰঙ্গে।
বিমানত বসিয়া প্ৰকাশে স্বামী সঙ্গে ॥৯১
ত্ৰৈলোক্য মোহিনী ৰূপ লয় লাস গতি।
যেন কৈলাসত শোভে শঙ্কৰ পাৰ্ব্বতী ॥৯২
যত পশু পক্ষী বৃক্ষ বন নিৰন্তৰ।
জলত নামিলে হোৱে দিব্য কলেৱৰ ॥৯৩
বিমানত উঠি ইন্দ্ৰ যেন কৰে ভোগ।
দিব্য নাৰী সবে সেবে যাক যেন যোগ ॥৯৪
সন্তোষন্ত চিত্ত বিতোপন নৃত্য গীতি।
পলু পিম্পৰায়ো পাইল পৰম ইৰিটি ॥৯৫
ৰামত ভকত ভৈল ৰাক্ষস যতেক।
সিয়ো দিব্য কলেৱৰ লভিলা প্ৰত্যেক ॥৯৬
চড়ে দিব্য বিমানে সাক্ষাতে যেন দেৱ।
ভুঞ্জে দিব্য ভোগ কৰে নাৰী সৱে সেৱ ॥৯৭
জয় জয় ৰাঘৱ ৎখোঁষন্ত মহানাদে।
আমিয়ো মুকুত ভৈলোঁ প্ৰভুৰ প্ৰসাদে ॥৯৮
শুনাঁ ৰামায়ণ সবে সভাসদ যত।
হৰি ভকতিৰ দেখা পৰম মহত্ব ॥৯৯
তৃণ বন বৃক্ষ পশু পতঙ্গৰো গতি।
একোয়ে নবাছে দেখা হৰিৰ ভকতি ॥১০০
দোষৰ সাগৰ ইটো কলি যদি পাপী।
আছে একগুণ আত মহত তথাপি ॥১০১
কৃষ্ণৰ কীৰ্ত্তণ মাত্ৰ কৰিয়ো প্ৰবন্ধ।
কৃষ্ণক সুহৃদ পাৱে চিণ্ডে কৰ্ম্ম বন্ধ ॥১০২
এতেকে কলিসি ভাল ভকতৰ মতে।
দুৰাচাৰো তৰে গুণ নাম কীৰ্ত্তনতে ॥১০৩
আন ধৰ্ম্ম গৈলা শুচি কৃষ্ণৰ লগত।
তথাপি নোপজে কিয় চেতনা গাৱত ॥১০৪
হেনজানি বুদ্ধজন তেজিয়োক হেলা।
ৰাম নাম মধ্যত ধৰ্ম্মৰ সবে মেলা ॥১০৫
মিচাতেসে মৰা সবে আলসত থাকি।
সংসাৰ নিস্তৰা ৰাম ৰাম বোলা ডাকি ॥১০৬

---

## ৩২ অধ্যায়।

ছবি।

আত অনন্তৰে সবে, শুনিয়োক নিৰন্তৰে,
ৰাঘৱৰ কথা অসবিশ।
ভকত প্ৰজাৰ প্ৰভু, পৰম ইৰিটি চাই,
মনে মহা মিলিল হৰিষ ॥১
তৃণ বন পশু পক্ষী, ৰাক্ষসৰ ৰঙ্গ কেলি,
মিলে মহা মনত উল্লাস।
ভকত ইষ্ট কাৰ, দেখি ৰাম দেৱতাৰ,
খল খল সম্পজিল হাস ॥২
আক্ষৰ পাক্ষৰ চাই, দেখন্ত গোটে বশাই,
বিমানে চড়িল সবে প্ৰজা।
কেবলেসে তিনি ভাই, ৰহি আছো সমুদায়,
জানি বিমৰিষ ৰাম ৰাজা ॥৩
ভাতৃ সব সমে সিটো, তীৰ্থত নামিয়া পাছে,
সপটে কৰিলা গৈয়া স্নান।
মনুষ্য স্বভাৱ তেজি, জ্বলৈ জ্যোতি শৰীৰৰ,
সহস্ৰেক সূৰ্য্যৰ সমান ॥৪
দেখি দেৱ হাত তুলি, জয় জয় ৰাম বুলি,
পুষ্পচয় সিঞ্চাৰিলা শিৰে।
শত্ৰুঘন ভৰতৰ, জ্যোতিৰ্ম্ময় কলেৱৰ,
প্ৰৱেশিলা ৰামৰ শৰীৰে ॥৫
যিটো বিষ্ণুৰূপ ধৰি, প্ৰকাশ কৰন্ত হৰি,
তেন্তে ব্ৰহ্মতত্ত্ব স্বৰূপতে।
ৰাঘৱৰ গৈয়া কায়, বিজুলি চটক প্ৰায়,
প্ৰৱেশিলা বিষ্ণুৰ ৰূপতে ॥৬
চাৰি হস্তে চাৰি অস্ত্ৰ, শৰীৰত পীত বস্ত্ৰ,
দিব্য বনমালা দোলে গলে।
কণ্ঠত কৌস্তুভ মণি, মকৰ কুণ্ডল চুলি,
চিকি মিকি কৰে গণ্ডস্থলে ॥৭
ৰত্নৰ মুকুট মাথে, অঙ্গদ বলয় হাতে,
ৰাখৰ আঙুঠি আঙুলীত।
নয়ন পঙ্কজ পাসি, বয়নে ঈষত হাসি,
ললাটে তিলক সুললিত ॥৮
হিয়ে গজমতি হাৰ, জিলি মিলি পোহন্দাৰ,
শ্যাম শৰীৰত কান্তি কৰে।
ৰিকি পাৱে অলঙ্কাৰ, চাওঁ অতি চমৎকাৰ,
মেঘে যেন বিজুলী সঞ্চাৰে ॥৯

কটিত কনক কাঞ্চি, দিব্য ৰথে আছে খাঞ্চি,
যুৰৈ পাদ পঙ্কজে নুপুৰ।
অৰুণ নখৰ পান্তি, চন্দ্ৰতো অধিক কান্তি,
কৰে দৰশনে দুখ দূৰ ॥১০
ৰত্নৰ শলকা নয়, প্ৰকাশে অঙ্গুলী চয়,
ৰত্নময় উজ্জস্তি ৰঞ্জিত।
দেহ অতি সুকোমল, মনোহৰ পদতল,
ধ্বজ বজ্ৰ অঙ্কুশে অঙ্কিত ॥১১
ভকত অভয় পাত্ৰ, তাপহাৰি শ্বেত ছত্ৰ,
সংসাৰ সাগৰে মহা নাৱ।
সেৱে পাৰিষদ যত, ৰত্নপীঠ ওপৰত,
প্ৰকাশন্তে আছে দুই পাৱ ॥১২
বিপৰীত দেখি দেৱ, আনন্দ দুন্দুভিবাৱে,
ফুঙ্কে মুখে শঙ্খ ভেক তুলি।
ৰামৰ বিমান বেঢ়ি, প্ৰজাৰ জোকাৰ গেৰি,
জয় জয় ভগৱন্ত বুলি ॥১৩
মহিমা বৰ্ণায়া আতি, সিদ্ধমুনি কৰে স্তুতি,
শিৰত সিঞ্চাৰি পাৰিজাত।
নানা বাদ্য বাৱে জাকি, বিমানে লৰিলা ঢাকি,
সূৰ্য্য যেন জ্বলে অসংখ্যাত ॥১৪
পৃথিবীৰে পৰালঞ্চি, গীত গায়া যাই খাঞ্চি,
ক্ৰমে ছয় স্বৰ্গক এৰাই।
ছিন্ন ছোঙা ছত্ৰদণ্ডে, উঠলিয়া বাদ্য ভণ্ডে,
পুণ্য বায়ু তুলে আলগাই ॥১৫
যতলোক স্বৰ্গবাসী, মহিমা দেখিয়া আসি,
পৰম বিস্ময় হুয়া মনে।
এহিমতে ৰাম হৰি, লোকৰ আনন্দ কৰি,
লৰি যান্ত ব্ৰহ্মাৰ ভবনে ॥১৬
ৰামে পাছে দেখিলন্ত, লক্ষ্মণো লগতে যান্ত,
দিব্যৰূপে কৰিয়া প্ৰকাশ।
আনন্দৰ সীমা নাই, দুয়ো দুইক আছে চাই,
কৰন্ত কৌতুক মহাহাস ॥১৭
আতিশয় স্নেহভাৱে, নমিলা লক্ষ্মণ পাৱে,
গুচিল সকলে শোক ক্লেশ।
ৰঙ্গে ৰাম বনমালী, সাৱতন্তে আঙ্কোয়ালি,
তেহো ভৈলা ৰামতে প্ৰৱেশ ॥১৮
অপেস্বৰা, নৃত্যকৰে, গাৱে বাৱে বিস্তাধৰে,
খৰ দম মৃদঙ্গ ডুম্বুল।

দশো দিশে জয়ধ্বনি, স্তুতি পঢ়ে সিদ্ধমুনি,
হৰিষে বৰিষে দিব্য ফুল ॥১৯
এহিমতে প্ৰজাবৰ্গ পাইলন্ত অক্ষয় স্বৰ্গ,
নাই আৰ আনন্দৰ পাৰ।
ব্ৰহ্মলোক সন্নিধান, সান্তানক নামে থান,
নিৰ্ম্মিল নগৰ জাতিষ্কাৰ ॥২০
সাৰি সাৰি যানচয়, যাক যেন যোগ্য হয়,
থাকিলন্ত কভো দূৰ যুৰি।
চন্দ্ৰ সূৰ্য্য যেন পান্তি, জ্বলে বিমানৰ কান্তি,
পাতিলা বহল মহাপুৰী ॥২১
ভালুক বানৰ নৰ, পশু পক্ষী নিৰন্তৰ,
দিব্য ৰূপ ধৰি বিপৰীত।
একান্তে ৰামক পূজে, স্বৰ্গত ভুকুতি ভুঞ্জে,
শুনি নিতে ৰামৰ চৰিত্ৰ ॥২২
ৰামৰ সভাত বসি, জ্বলে যেন কোটী শশী,
ৰামগুণ গাৱন্ত আহ্লাদে।
সান্তানক পায়া স্থান, অমৃত কৰিয়া পান,
কৃত্য কৃত্য ৰামৰ প্ৰসাদে ॥২৩
কীট পতঙ্গম বৰ্গ, লভিয়া অক্ষয় স্বৰ্গ,
কাৰো নাহি আনন্দৰ সীমা।
এহিমতে ৰামহৰি, অসাধ্য কৰ্ম্মক কৰি,
ভকতিৰ দেখাইলা মহিমা ॥২৪
স্বৰ্গ মৰ্ত্ত্য পাতালত, বিধাতাৰ সমাজত,
সিদ্ধ যত দেৱাসুৰ লোক।
ৰামৰ চৰিত্ৰচয়, সম্যকে অমৃতময়,
শুনি যেন পীৱে ঢোকো ঢোক ॥২৫
জগতৰে নিস্তাৰণ, পুণ্য কথা ৰামায়ণ,
তাক শুনে ভণে যিটো নৰে।
পাতেকত লাগে জুই, দেৱৰো পূজনী হুই,
বঞ্চে সাতো স্বৰ্গৰ ওপৰে ॥২৬
ৰামৰ চৰিত্ৰ ইটো, শুনিবাক ইচ্ছে যিটো,
হাহাকাৰ কৰে তাৰ পাপে।
এৰি পলাই তাৱক্ষণে, উজাৰে হৰিৰ নামে,
প্ৰচণ্ড বহ্নিৰ যেন তাপে ॥২৭
হেনজানি সভাসদ, শুনা ৰামায়ণ পদ,
মুকুতিক যাৰ অভিলাষ।
আমাৰ কবিতা জানি, নিন্দানুবুলিবা বাণী,
নকৰিবা আত উপহাস ॥২৮

ৰামৰ চৰিত্ৰচয়, পাতেকৰ অগ্নিময়,
মহা মোক্ষফল আত আছে।
যেই সেই জুই দেই, তথাপিতো দহি নেই,
যেন অগ্নি একোৰে নবাছে ॥২৯
নজানিয়া যিটো দম্ভ, কৰে মহা উপলম্ভ,
তাহাকো আঞ্জলি কৰোঁ পুষ্ট।
স্বৰূপ কহিলো বাণী, তাকো মহালাভ জানি,
নিন্দি মাত্ৰ হোক মোত তুষ্ট ॥৩০
নিজ পুণ্য ক্ষয় কৰে, আমাৰ অধৰ্ম্ম হৰে,
যেবে ক্ষেমা নকৰো তথাপি।
শুনিয়োক নিৰন্তৰে, তেবেতো আমাত পৰে,
আউৰ কোন আছে মহাপাপী ॥৩১
ইকথা থাকোক ভালে, যাৰেনতোধৰেকালে,
হৰি নাম কৰিয়ো কীৰ্ত্তন।
যিটো মৃত্যু সময়ত, হুইবে শ্ৰুতি বুদ্ধি হত,
হৰিবেক মুখত বচন ॥৩২
মৰণক দেখা কাছে, যাৱত চেতন আছে,
লৈয়ো হৰি নামত শৰণ।
নামত নকৰি ৰতি, কলিত নপাইবা গতি,
বেদো কহে এহিসে বচন ॥৩৩
শাস্ত্ৰৰ এহিসে মজ্জা, হৰিৰ স্মৰণ ৰাজা,
আন পুণ্য কিঙ্কৰ ইহাৰ।
হেন নামে নাই ইচ্ছা, পণ্ডিত বোলাৱে মিছা,
আন মতে নতৰে সংসাৰ ॥৩৪

ৰামে পিতৃ মাতৃ সুত, সুহৃদ সোদৰ বন্ধু,
ৰামে আত্মা ৰামে জীৱ প্ৰাণ।
ৰামে জপ যজ্ঞ দান, ৰামেসে পৰম জ্ঞান,
ৰামে কোটি শত তীৰ্থস্নান ॥৩৫
ৰাম মোৰ ইষ্ট দেৱ, ৰামকেসে কৰোঁ সেৱ,
গতি মোৰ ৰামৰ চৰণ।
ৰাম ধৰ্ম্ম ৰামে কৰ্ম্ম, ৰামেসে বান্ধৱ মৰ্ম্ম,
জানি লৈলোঁ ৰামৰ চৰণ শৰণ ॥৩৬
হেন জানি মোৰ চিত্ত, ৰামৰ চৰণ চিন্ত,
বিষয় চিন্তায় এৰি কাম।
পাপতাপ লোকচাৰি, মোৰ মুখে আগৱাঢ়ি,
সৰ্ব্বদায়ে বোলোঁ ৰাম ৰাম ॥৩৭
তৰিবাৰ কৰাঁ কাম, কৰ্ণে শুনা ৰাম নাম,
গীতবাদ্য সুশুনি বিফলে।
আৰে চক্ষু দুৰাশয়, এৰিয়োক মায়াময়,
ৰামময় দেখিয়ো সকলে ॥৩৮
নমো প্ৰভু ভগৱন্ত, নাই যাৰ আদি অন্ত,
ভকতিতে যাহাৰ সন্তোষ।
হুয়া মূঢ় মতিমন্ত, কৰোঁ ৰামায়ণ পদ,
ক্ষেমা প্ৰভু বাঢ়া ত্ৰুটা দোষ ॥৩৯
সম্যকে অমৃত ভাণ্ড, উত্তম উত্তৰাকাণ্ড,
এহিমানে ভৈলা সমাপতি।
কৃষ্ণৰ কিঙ্কৰে ভণে, ৰাম ৰাম মোৰাৰনে,
পাপমানে যাউক অধোগতি ॥৪০

উত্তৰাকাণ্ড সম্পূৰ্ণ।